# চৈয়দ আব্দুল মালিক
# ৰচনাৱলী
(প্ৰথম খণ্ড)





**কস্তুৰী**
প্ৰকাশন সংস্থা
চান্দমাৰী, গুৱাহাটী-৭৮১০০৩

**SAYED ABDUL MALIK ROCHONAWALI (Vol. 1) :** A collection of Literary works by Sayed Abdul Malik, Old Circuit House Road, Jorhat-785001, and published by Lutfur Rehman on behalf of **KASTURI** (a publishing society) Regd. No. RSKAM 240/G571-'97-98, Chandmari, Guwahati-781003.
**First Edition :** October, 1998
**Price :** Rs. 200 (Rupees Two Hundred only.)

চৈয়দ আব্দুল মালিক ৰচনাৱলী
(প্ৰথম খণ্ড)
সাহিত্য সংগ্ৰহ ঃ চৈয়দ আব্দুল মালিক

প্ৰকাশক
লুৎফুৰ ৰহমান
'কস্তুৰী' প্ৰকাশন সংস্থাৰ হৈ,
চান্দমাৰী, গুৱাহাটী-৭৮১০০৩

প্ৰথম প্ৰকাশ ঃ অক্টোবৰ, ১৯৯৮

অক্ষৰ বিন্যাস
এবাকাচ, প্ৰবীৰ মাৰ্কেট
পল্টনবজাৰ, গুৱাহাটী-৭৮১০০৮

মুদ্ৰক
শৰাইঘাট অফচেট প্ৰেছ
ঔদ্যোগিক ক্ষেত্ৰ
বামুণীমৈদাম, গুৱাহাটী-৭৮১০২১

মূল্য ঃ ২০০.০০ (দুশ) টকা

# একাষাৰ

আমাৰ ব্যক্তিগত অভিজ্ঞতা এটি সুঁৱৰি একাষাৰ ক'বলৈ বিচৰা হৈছে। সহৃদয় পাঠক-পাঠিকাসকলে যেন দায়-দোষ ক্ষমে।

আমাৰ এক প্ৰকাৰ সৌভাগ্য যে আকাশবাণী গুৱাহাটীৰ সোণালী জয়ন্তী বৰ্ষৰ (১৯৯৭-৯৮) প্ৰাৰম্ভতে আমি কেন্দ্ৰটিৰ দায়িত্বভাৰ লোৱাৰ সুযোগ মিলিল। কেন্দ্ৰটিৰ এই গৌৰৱমণ্ডিত উপলক্ষৰে সৈতে ৰজিতা খুৱাই এখনি স্মৰণিকা আৰু লগতে বিশেষভাৱে প্ৰযোজিত আৰু প্ৰচাৰিত এলানি গীতৰ সংকলন 'সুৰৰ পানচৈ' ছপা ৰূপত প্ৰকাশ কৰা হয়। এই কাৰ্যৰ সফলতাই আমাৰ ভালেদিনৰ পৰিকল্পনা এটিলৈ মন মেলাৰ সাহস যোগালে। পৰিকল্পনাটি আছিল : কেৰালা আৰু পশ্চিমবঙ্গৰ আৰ্হিত প্ৰকাশন গোষ্ঠী গঠন কৰি বৰেণ্য অসমীয়া সাহিত্যিকসকলৰো ৰচনাৰাজি থূপাই প্ৰকাশ আৰু সংৰক্ষণৰ উদ্যোগ লোৱা। এই সন্দৰ্ভত আমাৰ চিন্তা-চৰ্চা আৰু প্ৰস্তাৱত সঁহাৰি জনাই আগবাঢ়ি অহা সমভাবাপন্ন ব্যক্তি (স্থানান্তৰত নাম প্ৰকাশিত) কেইজনমানক লৈ 'কস্তুৰী' নামৰ প্ৰকাশন সংস্থা এটি গঠন কৰা হয়। 'কস্তুৰী'ৰ হৈ প্ৰথম প্ৰয়াসত অগ্ৰণী কথাশিল্পী চৈয়দ আব্দুল মালিকৰ ৰচনাসম্ভাৰ ছোৱা ছোৱাকৈ প্ৰকাশ কৰাৰ সিদ্ধান্ত লোৱা হয়। এই মৰ্মে পুথি নিৰ্বাচনকে ধৰি প্ৰকাশনৰ যাৱতীয় প্ৰক্ৰিয়া আৰু লগতে 'কস্তুৰী'ৰ সদস্যভুক্তিৰ কাম আগবাঢ়ে। সুখৰ বিষয় যে আমাৰ আবেদনক গুৰুত্ব দি বিভিন্নজনে আৰ্থিক বৰঙণিৰে সহযোগিতা আগবঢ়াই আমাক অতি উৎসাহিত কৰিছে। তেখেতসকলৰ এনে সঁহাৰিৰ বাবেই আমি পৰিকল্পনা কৰা মতেই 'চৈয়দ আব্দুল মালিক ৰচনাৱলী'ৰ প্ৰথম খণ্ডটি যথাসময়ত প্ৰকাশ কৰি উলিয়াবলৈ সমৰ্থ হৈছো। এই ক্ষেত্ৰত আমাক বিশেষভাৱে সহায় কৰোঁতা দুগৰাকী ব্যক্তি গুৱাহাটী মিলনপুৰৰ

জোনাব ৰফিক আহমেদ আৰু দুলীয়াজনৰ অইল ইণ্ডিয়া লিমিটেডৰ নিৰাপত্তা প্ৰবন্ধক ধীৰেন বৰুৱা প্ৰমুখ্যে সকলো পৃষ্ঠপোষক, আজীৱন সদস্য, গ্ৰাহক-পাঠক, শুভানুধ্যায়ীলৈকে আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিছো আৰু ভৱিষ্যতলৈও আমি তেখেতসকলৰ পৰা এনে ধৰণৰ সহায়-সহযোগিতা পাই থাকিম বুলি আশা ৰাখিছো। ৰচনাৱলীৰ এই প্ৰথম খণ্ডটিত মালিক চাহাবৰ উপন্যাসৰাজি 'ওমলা ঘৰৰ ধূলি', 'বনজুই', 'নল-বিৰিণা খাগৰি' আৰু 'জীয়াজুৰিৰ ঘাট' আৰু গল্প সংকলন 'পৰশমণি' আৰু 'ৰঙাগড়া' অন্তৰ্ভুক্ত কৰা হৈছে। অসম সাহিত্য সভাৰ সভাপতি বিশিষ্ট সাহিত্যিক-সমালোচক ড° নগেন শইকীয়াদেৱে আমাৰ অনুৰোধ ৰক্ষা কৰি তেখেতৰ সাৰগৰ্ভ পাতনিৰে 'ৰচনাৱলী'ক সমৃদ্ধ কৰাৰ লগতে আমাকো কৃতাৰ্থ কৰিছে। তাৰ বাবে আমি তেখেতৰ কাষত ঋণী হৈ ৰলোঁ। আৰ্হি-কাকত চাই আমাৰ সৈতে সহযোগ কৰাৰ বাবে হৰেকৃষ্ণ দাসক ধন্যবাদ জনাইছো। গুৱাহাটী বামুণীমৈদামৰ চৰকাৰী ঔদ্যোগিক ক্ষেত্ৰৰ শৰাইঘাট অফচেট প্ৰেছে ছপাৰ দায়িত্ব লৈ যথাসময়ত এই দায়িত্ব সম্পন্ন কৰিছে। এই আপাহতে, আমাৰ প্ৰয়াসৰ প্ৰতি বিশেষভাৱে সহযোগিতা আগবঢ়াওতা উক্ত প্ৰেছৰ স্বত্বাধিকাৰী নৃপেন শৰ্মা আৰু লগতে সমূহ কৰ্মীৰে আন্তৰিক শলাগ ল'লো। ৰচনাৱলীৰ ছপা আৰু প্ৰকাশন কাৰ্যৰ গুণৰ ভাগ সদৌ পঢ়ুৱৈ সমাজৰে প্ৰাপ্য; দোষৰ ভাগ 'কস্তুৰী'ৰ।

অসমীয়া সাহিত্যৰ এগৰাকী উজ্জ্বল প্ৰতিভা মালিক চাহাব আশীৰ দুৱাৰ-ডলিত উপনীত হৈও সাহিত্যকৰ্মত ব্ৰতী হৈ আছে। তেখেতৰ বহুপঠিত আৰু প্ৰশংসিত সাহিত্য-কৃতিৰ প্ৰথম খণ্ডটিয়ে পঢ়ুৱৈ সমাজৰ সমাদৰ লভিলে পৰ্যায়ক্ৰমে পৰৱৰ্তী খণ্ডবোৰ প্ৰকাশৰ বাবে আমি অনুপ্ৰাণিত বোধ কৰিম।

সামৰণিত ঃ সম্প্ৰতি ৰাজ্যখনৰ অশান্ত পৰিস্থিতিত সকলো প্ৰকাৰৰ ইতিবাচক আৰু ৰচনাত্মক কাম-কাজ বিঘ্নিতপ্ৰায়। ইয়াৰ বিপৰীতে সৎ, সৃজনীশীল কামৰ এক বাতাবৰণ গঢ়াৰ প্ৰয়াসত 'কস্তুৰী' উৎসৰ্গীকৃত। চৈয়দ আব্দুল মালিক ৰচনাৱলী এই প্ৰয়াসৰে আৰম্ভণি মাথো। শুভ কামনাৰে —

গুৱাহাটী
১৬ ছেপ্টেম্বৰ, '৯৮

সম্পাদক
সম্পাদনা সমিতি

# সূচীপত্ৰ

ওমলা ঘৰৰ ধূলি (প্ৰথম প্ৰকাশ, ১৯৪০)
বনজুই (প্ৰথম প্ৰকাশ, ১৯৪২, ঢকুৱাখানা)
জীয়া জুৰিৰ ঘাট (প্ৰথম প্ৰকাশ, ১৯৮৬)
নল-বিৰিণা খাগৰি (প্ৰথম প্ৰকাশ, ১৯৭৩, নাহৰণি)
পৰশমণি (প্ৰথম প্ৰকাশ, ১৯৪৬, যোৰহাট)
ৰঙাগড়া (প্ৰথম প্ৰকাশ, ১৯৪৩-৪৪, নাহৰণি)

# ভূমিকা

এতিয়াৰ পৰা ২৫ বছৰৰ আগতে, ১৯৭৩ চনত, আয়োজন কৰা অসমত প্ৰথম লেখক-শিবিৰ'ৰ আলোচনাত অংশগ্ৰহণ কৰি, নিজৰ ৰচনাৰে এটা যুগ সৃষ্টি কৰা কথাশিল্পী চৈয়দ আব্দুল মালিকে নিজৰ বিষয়ে কওতে কৈছিল ঃ

"মই যদি জীয়াই আছোঁ, আত্মাৰ প্ৰত্যয়ৰ বাবে জীয়াই আছোঁ। ... মুক্ত আকাশ, মুক্ত প্ৰকৃতি, পথাৰ, নদীৰ যি সৰলতা আছে, আকৰ্ষণ আছে, তাৰ লগতহে মই একাত্ম বোধ কৰোঁ ...

... জীৱন সম্পৰ্কে গভীৰতা থকা আৰু জীৱনৰ বেদনাক ধৰি ৰাখিব পৰা লেখকসকল মোৰ প্ৰিয়।

... বক্তব্য যদি আছে মোৰ দৃষ্টিভংগীতহে। যিসময়ত ৰাজনৈতিক আদৰ্শই অনুপ্ৰাণিত কৰিছিল, সেই সময়ত কিছুমান গল্প বক্তব্য-প্ৰধান হৈছিল।

... মই ৰাজনৈতিক দৰ্শনত বিশ্বাস কৰোঁ আৰু সেই দৰ্শন হ'ল সমাজবাদী দৰ্শন।" (আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ ১৪৯-১৫২, ১৯৭-২০১)

কিছুদিনৰ আগৰ এটা সাক্ষাৎকাৰত তেখেতে কৈছিল ঃ

"... আজিও মোৰ উপন্যাসৰ চৰিত্ৰ এই সাধাৰণ মানুহখিনিয়েই। তেওঁলোকৰ মাজৰ পৰাই চৰিত্ৰ বুটলি তেজ আৰু চৈতন্য প্ৰদান কৰোঁ। কাৰণ মই সেই শ্ৰেণীৰে লোক। সেই শ্ৰেণীটোৰ পৰা মই অভিন্ন, চিৰকাল অভিন্ন হৈ থাকিম।" (আমাৰ অসম, ১৮ আগষ্ট, ১৯৯৮)

উত্তৰ-আধুনিকতাবাদীসকলে সাহিত্য-বিচাৰৰ ক্ষেত্ৰত লেখকৰ ব্যক্তিগত জীৱন বা তেওঁৰ ধ্যান-ধাৰণাৰ লগত পৰিচিত হোৱাটো প্ৰয়োজনীয় বুলি নাভাবে৷ কাৰণ, তেওঁবিলাকৰ মতে "The author is dead, the text lives" যি মুহূৰ্ত্তে এজন লেখকে শব্দৰ মাজত তেওঁৰ ধ্যান-ধাৰণা, আদৰ্শ-ভাবনা, কল্পনা-অনুভৱ প্ৰকাশ কৰিলে, সেই মুহূৰ্ত্ততে তেওঁৰ ব্যক্তিত্বৰ সেই সম্পদবোৰ নিষ্কাশিত হ'ল আৰু সিহঁত ৰচনাৰ মাজলৈ সোমাই গ'ল। এতেকে তেওঁৰ ৰচনাৰ পাঠ চিৰ জীৱন্ত হৈ পৰিল। হয়, এনেকৈয়ো ভাবিব পাৰি। কিন্তু লেখকৰ ব্যক্তিত্বৰো এটা প্ৰৱাহিত

স্বৰূপ আছে। সেই 'স্বৰূপ'ৰ লগত পৰিচিত হ'লে তেওঁক আৰু তেওঁৰ সৃষ্টি কৰ্মকো বুজা সহজ হৈ পৰে। সেই ফালৰ পৰা বোধকৰোঁ উত্তৰ-আধুনিকতাবাদৰ পূৰ্বসুৰী— আই. এ. ৰিচাৰ্ডছ, ডেভিড ডাইছিচ, লিবিছ আদিৰ দ্বাৰস্থ হ'বলগীয়া হয়। শব্দৰ আঁৰত থকা মানুহজনক আৰু তেওঁৰ সময় আৰু সমাজৰ পৃষ্ঠভূমিৰ কথা জানিলে, সেই মানুহজনে ব্যৱহাৰ কৰা শব্দবোৰৰ অৰ্থ আৰু মহিমা সহজ-বোধগম্য হৈ পৰে।

চৈয়দ আব্দুল মালিক নামৰ যিজন মানুহ তেওঁৰ প্ৰায় ষোল্ল বছৰ বয়সৰ পৰা (১৯৩৫) বিৰামহীনভাৱে পাঁচ দশকতকৈও অধিক কাল লিখি আছে, সেই মানুহজনৰ লেখাৰ অৰ্থ আৰু মহিমা উপলব্ধি কৰাটো তেওঁৰ ব্যক্তিগত আৰু সমষ্টিগত জীৱনৰ আৰু তেওঁৰ বৌদ্ধিক জীৱনৰ পটভূমিৰ অধ্যয়নে নিঃসন্দেহে প্ৰচুৰ সহায় কৰিব পাৰে। সেই কাম মই অদূৰ ভৱিষ্যতৰ বা সাম্প্ৰতিক কালে সামৰি ল'ব পৰা সময়ৰ গৱেষকসকললৈ এৰিলোঁ। মই মাত্ৰ ক'ব খুজিছোঁ— সাধাৰণ মানুহৰ হৃদয়ৰ মাজত সোণৰ খনি আবিষ্কাৰ কৰি ফুৰা এই লেখকজনক বুজি পাবলৈ যিদৰে নাহৰণিৰ মুকলি নৈসৰ্গিক জীৱন আৰু নাহৰণিৰ মানুহৰ সৰল জীৱনৰ লগত পৰিচিত হোৱাৰ প্ৰয়োজন হ'ব, তেনেদৰে নাহৰণিৰ সীমা বহলাই সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰকৃতি আৰু মানুহৰ লগতো পৰিচিত হোৱাৰ প্ৰয়োজন হ'ব। প্ৰয়োজন হ'ব— তেওঁৰ জন্মৰ সময়ৰ (১৯১৯) ঠিক আগে-পিছে জন্ম লাভ কৰা অসমীয়া সাংস্কৃতিক জাতীয় চৈতন্যৰ বাহক অসম সাহিত্য সভা (১৯১৭), সামাজিক চৈতন্যৰ বাহক অসম ছাত্ৰ সন্মিলন (১৯১৬), অসমত ভাৰতীয় ৰাজনৈতিক চিন্তা আৰু কামৰ অগ্ৰদূত অসম কংগ্ৰেছ (১৯১৯), মহাত্মা গান্ধীৰ মুক্তি আন্দোলনৰ কাৰ্যসূচী আদিয়ে সৃষ্টি কৰা অসমীয়া জাতীয়তাবাদ আৰু ভাৰতীয় জাতীয়তাবাদৰ ভাব-শক্তি বুজি পোৱাৰ; প্ৰয়োজন হ'ব মালিকে কৈশোৰ অতিক্ৰম কৰাৰ সময়ত অসমত আৰম্ভ হোৱা ভাৰতীয় কমিউনিষ্ট দলে প্ৰচাৰ কৰা সাম্যবাদী তথা সমাজবাদী আদৰ্শৰ প্ৰভাব বুজি পোৱাৰো। আনহাতে প্ৰয়োজন হ'ব আমাৰ আধুনিক অসমীয়া সাহিত্যৰ ইতিহাসৰ প্ৰথম পৰ্বৰ সামৰণীকালৰ ধ্যান-ধাৰণাৰ লগত পৰিচিত হোৱাৰো। এই পৰ্বত 'আৱাহন'ৰ পাতত সেই সময়ত ৰোমাণ্টিক ভাৱশক্তিৰ শেষ ফুলকেইপাহি ফুলি উঠিছে। দেৱকান্ত, ৰমা দাশ, লক্ষ্মীধৰ শৰ্মা আদিয়ে নতুন যুগৰ নিঃশ্বাসো কঢ়িয়াই আনিছে। এই সময়ত আৰম্ভ হৈছে দ্বিতীয় মহাসমৰ আৰু আৰম্ভ হৈছে গান্ধীজীৰ অহিংস অসহযোগ আন্দোলনৰ। জাপানী সৈন্য আহি নগা পাহাৰ পাইছেহি আৰু আজাদ হিন্দ ফৌজৰো উত্থান ঘটিছে। সেই সময়ত মালিক নামৰ এই ডেকা লেখকজনৰ মাজত এহাতে জাতীয়তাবাদী আৰু আনহাতে সমাজবাদী ভাবনাৰ এটি সন্মিলিত জাগৰণ ঘটিছে— এই ভাব-মণ্ডলতে। তেওঁৰ লেখকসত্তা এক ক্ৰান্তিকালৰ ভাবৰ উপাদানেৰে গঢ় লৈ উঠিছে। তেওঁৰ মাজত যিদৰে ৰোমাণ্টিক কোমলতা আছে,

তেনেদৰেই আছে শক্তিশালী অসমীয়া জাতীয় চেতনা; তেওঁৰ মাজত যিদৰে সমাজবাদী আদৰ্শৰ প্ৰতি আছে আকৰ্ষণ, তেনেদৰেই আছে আধুনিকতাবাদী শিল্প-সাহিত্যৰ প্ৰতিও গভীৰ আকৰ্ষণ। ঐতিহ্য-প্ৰীতি আৰু সৌন্দৰ্য-স্পৃহা— এই দুইটিও তেওঁৰ ব্যক্তিত্বৰ দুটি প্ৰধান বৈশিষ্ট্য। তেওঁ যেন দুটা যুগৰ সেতু। দুটা যুগৰ বুলি ক'লেই সঠিক কোৱা হ'বনে? তেওঁ যোৱা পঞ্চাছ বছৰৰ অসমীয়া সাহিত্য আৰু জাতীয় জীৱনৰ জিৰণি নোহোৱা, যতি নপৰা এটি প্ৰাণ-প্ৰৱাহৰ সুঁতি।

হোমেন বৰগোহাঞিয়ে তেওঁক মুখ্যতঃ 'কবি' বুলি কৈছে। তেওঁ কৈছে, "মালিক মূলতে এজন কবি। আনকি তেওঁৰ গল্প আৰু উপন্যাসবোৰো যাইকৈ এজন কবিৰ ৰচনা। ... তেওঁৰ ৰচনাৰাজিৰ মাজত জীৱনৰ যি সত্য মূৰ্ত হৈ উঠিছে সি কবিৰ দৃষ্টিত দেখা দিয়া সত্য।" (মালিক, হোমেন বৰগোহাঞি)

মালিকে নিজে ক'ব খোজে ঃ

"মই আচলতে কবি নহওঁ। মই সাধু কথা কৈ ভালপোৱা মানুহ। কিন্তু কেতিয়াবা কবিসকলৰ চাৰণ-ভূমিত অনধিকাৰ প্ৰৱেশ নকৰা নহয়। তেতিয়া কিন্তু মই অনুপ্ৰাস থাকক বা নাথাকক ছন্দ এটা অনুভৱ কৰোঁ আৰু তাৰ আলমতে মোৰ ক'বলগীয়া কথাবোৰ, শব্দবোৰ সজাই লওঁ।' (আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ, পৃঃ ১১৭)

'মালিক ছাৰে' নিজে যিহকে কওক, তেওঁ যে মুখ্যতঃ কবি সেই বিষয়ে মোৰো সন্দেহ নাই। তেওঁৰ গদ্যও কবিতাৰ বিশেষত্বৰ দ্বাৰা সংক্ৰমিত। তেওঁৰ যিকোনো এখন উপন্যাস বা যিকোনো এটা গল্প মেলি লওক, দেখিব, আৰম্ভণিয়েই কেৱল কাব্যিক নহয়, শেষ পৰ্যন্ত তাৰ যি সামগ্ৰিক প্ৰতীতি আৰু আবেদন তাৰ মাজতো কাব্যিক উপলব্ধি আৰু অনুভৱেই ঝংকৃত হৈছে। 'সূৰুযমুখীৰ স্বপ্ন'ৰ আৰম্ভণিৰ বৰ্ণনাৰ কথা অনেকে কয়; কিন্তু তেওঁৰ অন্যান্য ৰচনাত জানো তেনে বৰ্ণনা নাই। তেওঁৰ প্ৰথম উপন্যাস ল. সা. গু. (যিখন পিছত 'ওমলা ঘৰৰ ধূলি' নামেৰে গ্ৰন্থাকাৰে প্ৰকাশিত হৈছে)ৰ মাজততো প্ৰথম কমিউনিষ্ট ভাবৰ প্ৰভাৱৰ কথা মালিক ছাৰে নিজেও কৈছে আৰু আনেও কৈছে, কিন্তু তাৰ আদ্যন্ত বৰ্ণনাবোৰ চাওকচোন। গৰমত গছৰ ছাঁত জিৰণি লোৱা আজাদ, অসুখত পৰি থকা আজাদ, গ্ৰেপ্তাৰ হৈ জেল-হাজোতলৈ যোৱা আজাদ— আজাদৰ এই সকলো সময়ৰ বৰ্ণনাৰ মাজত এটা যেন প্ৰকৃতিজাত সৰলতাই কাব্যৰূপ ধাৰণ কৰিছে। লেখকে 'কবিতা কৰিছোঁ' বুলি নিশ্চয় ভবা নাই; কিন্তু কবি মালিকৰ ব্যক্তিত্বৰ প্ৰভাৱ তেওঁৰ ৰচনাৰ পৰা কোনে আঁতৰায়? মালিক ছাৰৰ গদ্য-ৰীতিৰ কথা ভাবিলে, ইংৰাজী সাহিত্যৰ বুৰঞ্জী প্ৰণেতা লেগুই আৰু কাজামিয়াই টমছনৰ বিষয়ে কোৱা এষাৰ কথালৈ মনত পৰে। এই সাহিত্য-বুৰঞ্জী লেখক দুজনে টমছনৰ বিষয়ে কৈছে, "Thomson's prose is a confirmation of his poetry; it shows that refined archaism was rooted in his sincerest instincts" মালিকৰ গদ্য-ৰীতিৰ বিষয়ে

বোধকৰোঁ এই মন্তব্যটোকে অকণো নসলোৱাকৈ (কেৱল টমছনৰ নামটো সলাই) ব্যৱহাৰ কৰিব পাৰি।

ড° মহেন্দ্ৰ বৰাৰো একে কথাকে কৈ গৈছে ঃ "বহুতেই নেজানে, মালিক যে এজন কবিও। 'কবিও' নহয়, দৰাচলতে মালিক মূলতঃ কবিয়েই। গল্প হওক, উপন্যাস হওক— মালিকৰ আটাইবোৰ সাহিত্যকৰ্মই কবি চৈয়দ আব্দুল মালিকৰ ছদ্মবেশী বিস্তাৰণ ঃ ক'ব নোৱাৰাকৈয়ে হ'বলগীয়া কবিতা এটা গল্প অথবা উপন্যাস হৈ যোৱা।" (মহেন্দ্ৰ বৰা, তিনিটা পিয়লাৰ এজন মালিক, পৃঃ ১৯-২৭)

মালিকক বুজিবলৈ হ'লে তেওঁৰ কবিতাৰ ওচৰ চাপিবই লাগিব। তেওঁৰ 'মোৰ স্বৰ্গ', 'আমাক কোনে মাৰে', 'মই অসমীয়া'ৰ দৰে কবিতাৰ মাজতে তেওঁক বিচাৰি পাব পাৰি; বিচাৰি পাব পাৰি তেওঁৰ প্ৰেম, প্ৰত্যয় আৰু সংকল্পৰ কথা; বিচাৰি পাব পাৰি দেশক, প্ৰকৃতিক, মানুহক গভীৰভাৱে ভালপোৱা এজন মানুহৰ সংবেদনশীল কবি মনটোক। তেওঁ নিজেই কৈছে,

"সাধাৰণভাৱে আত্মবিশ্লেষণ কৰি চাই মোৰ ধাৰণা হৈছে যে মই কোনো কথা হয়তো যিমান গভীৰভাৱে অনুভৱ কৰিব পাৰোঁ, সিমান গভীৰভাৱে চিন্তা কৰিব নোৱাৰোঁ। মোৰ যথেষ্ট ভাৱপ্ৰৱণতা আছে। আৰু তাতোকৈ বেছি আছে অনুভূতিপ্ৰৱণতা।" (সাপ্তাহিক নীলাচল, ১১ ফেব্ৰুৱাৰী, ১৯৭০)

তেওঁৰ এই উক্তিৰ মাজতে কবিজনৰ অস্তিত্ব অনুভৱ কৰিব পাৰি। আৰু সেই কবিজন হ'ল হোমেন বৰগোহাঞিৰ ভাষাত, "সূৰ্যকুমাৰ ভূঞাৰ সংজ্ঞাত ধৰা দিয়া কবিজন ঃ 'আবেগৰ বন্দী কবি নোহে নিয়মৰ।" (মালিক, হোমেন বৰগোহাঞি)

এতেকে, মালিকে নিজে 'কবি নহওঁ' বুলি ক'লেও তেওঁ এজন কবি— অনুভূতিপ্ৰৱণ কবি— 'অপূৰ্ববস্তু নিৰ্মাণক্ষমপ্ৰজ্ঞা'ৰ অধিকাৰী কবি। তেওঁৰ গল্পবোৰো সেই বাবে একো একোটি কবিতা; তেওঁৰ উপন্যাসসমূহ একো একোখন কাব্য। তেওঁৰ গল্পত যিদৰে খণ্ড কবিতাৰ সকলো গুণ অন্তৰ্হিত হৈ থাকে, তেওঁৰ উপন্যাসতো তেনেকৈ অন্তৰ্হিত হৈ থাকে একো একোখন কাব্য। সেই কাব্য 'ল. সা. গু'ও হ'ব পাৰে, 'সূৰুযমুখীৰ স্বপ্ন'ও হ'ব পাৰে, 'আধাৰ শিলাও' হ'ব পাৰে।

মালিকৰ গল্প আৰু উপন্যাসৰ ঘাই আধাৰ প্ৰেম। এই প্ৰেমে সামৰি লৈছে নৰ-নাৰীৰ প্ৰকৃতিপ্ৰেম, দেশপ্ৰেম আৰু সাৰ্বজনীন মানৱপ্ৰেমকো। ক'ব পাৰি প্ৰেমেই মালিকৰ ৰচনাৰ আধাৰশিলা। এই প্ৰেমত জটিলতা নাই, কুটিলতা নাই, আছে এক ৰোমাণ্টিক আকাংক্ষা— স্বাভাৱিক, স্বতঃস্ফূৰ্ত, কোমলতা আৰু জীৱনৰ সকলো দুখ আৰু যন্ত্ৰণা পাহৰাই ৰাখিব পৰা আকাংক্ষা। 'ল. সা. গু' আৰু 'ৰথৰ চকৰি ঘূৰে'ত সমাজবাদী আদৰ্শৰ প্ৰভাৱ থাকিলেও শেষ পৰ্যন্ত মানৱীয় প্ৰেমৰ পতাকাই জিলিকি উঠিছে। এক ৰোমাণ্টিক প্ৰগতিশীল ভাবৰ প্ৰবাহে এনে ৰচনাসমূহ টৌৱাই থৈছে।

এটা সমাজ সচেতন মন 'মালিক ছাৰ'ৰ ৰচনাৰ মাজত সদায় সক্ৰিয়। তেওঁৰ প্ৰথম উপন্যাস ল. সা. গু.তে নহয় অন্যান্য ৰচনাতো এই মনটোৰ উমান পাব পাৰি। তেওঁৰ 'ৰঙাগড়া'ত অন্তৰ্ভুক্ত 'এঘণ্টাৰ ইতিহাস' নামৰ গল্পটিক সমকালীন ৰাজনৈতিক-অৰ্থনৈতিক জীৱনৰ দলিল স্বৰূপ বুলিব পাৰি। ইয়াত সাধাৰণ প্ৰেমৰ কথা নাই; আছে শোষক আৰু শোষিতৰ, শাসক আৰু শাসিতৰ জীৱন-চৰ্যাৰ ইংগিত— এক অন্তৰ্নিহিত শ্লেষ। ঠিক তেনেকৈ তেওঁৰ 'বীভৎস বেদনা'ই দেশ-বিভাজনৰ সময়ত সংঘটিত সাম্প্ৰদায়িক নৃশংসতাৰ সাক্ষ্য কঢ়িয়াই আনিছে। ইয়াৰ বিপৰীতে অসমীয়া হিন্দু আৰু মুছলমানৰ মাজত থকা ছিঙিব নোৱাৰা গভীৰ সম্পৰ্কৰ পৰিচয় ধৰি ৰাখিছে 'ৰঙাগড়া'ই। 'ৰঙাগড়া'ৰ মাজত যেন অসমীয়া মানুহৰ বিবেক, প্ৰহৰী হৈ থিয় দি আছে। মালিক সেই বিবেকৰে প্ৰতিভূ।

আমাৰ সমালোচকসকলৰ অনেকেই ভাবে যে মালিকে কেৱল প্ৰেমৰ গল্প লিখে— নৰ-নাৰীৰ জৈৱিক প্ৰেমৰ গল্প— তাৰ স্বাভাৱিক আৰু সহজ আকৰ্ষণৰ সুখপাঠ্য গল্প। হয় মালিকে প্ৰেমৰ গল্পই কয়। কিন্তু সেয়ে জানো শেষ কথা? নহয়। কাৰণ, মালিক গল্পৰ মাজত— তেওঁৰ প্ৰেমৰ গল্পৰ মাজতো তেওঁৰ গল্পৰ মানৱিক আবেদনৰ সম্মোহনী শেষ সুৰটো সদায় ধ্বনিত। সেই মানৱিক আবেদনে কেতিয়াবা জাতিৰ, কেতিয়াবা জাতৰ; কেতিয়াবা ধৰ্মৰ, কেতিয়াবা ভাষাৰ; কেতিয়াবা সংস্কাৰৰ আৰু কেতিয়াবা গোড়ামিৰ প্ৰাচীৰথন হয় ভাঙিছে, নহয় তাক ভঙাৰ প্ৰয়োজনীয়তাৰ কথা কৈছে। মালিকৰ গল্প আৰু উপন্যাসৰ কাহিনীৰ আঁৰত সক্ৰিয় হৈ থকা এই মানৱিক আবেদনৰ সম্ভেদ নোপোৱাসকলে কেৱল প্ৰেমৰ বহিৰ্প্ৰকাশ অনুভৱ কৰি নিজৰ ধাৰণা গঢ়ি তোলে। অৱশ্যেই মালিকৰ প্ৰেমৰ নিঃসন্দেহে দৈহিক আধাৰ এটি লক্ষ্যণীয় দিশ। উৰ্ধদৈহিক বা প্লেটনিক প্ৰেমৰ ধাৰণা তাত্ত্বিক ভাৱেহে অনুভৱযোগ্য, বাস্তৱিকভাৱে নহয়। কিন্তু আটাইতকৈ উল্লেখযোগ্য দিশটো হ'ল মালিকৰ উপন্যাস আৰু গল্পৰ প্ৰেম নগ্ন গ্ৰীক ভাস্কৰ্যৰ দৰেই কলুষহীন আৰু পৱিত্ৰ। সেই প্ৰেম গোলাপৰ প্ৰতি জোনাৰ হ'ব পাৰে, মইনাৰ দৰে বেয়া ছোৱালীৰ হ'ব পাৰে (বনজুই), সেই প্ৰেম ৰূপহী আৰু ডেকা-গোসাঁইৰ হ'ব পাৰে (নল-বিৰিণা খাগৰি), সেই প্ৰেম চাৰা আৰু চালেহৰ হ'ব পাৰে (জীয়াজুৰিৰ ঘাট)। মালিকৰ ৰচনাৰ প্ৰেম মানৱীয় প্ৰেমৰ কোমল ৰ'দৰ দৰে। আনকি তেওঁ বাধ্য হৈ গণিকাবৃত্তি লোৱা তথাকথিত বেয়া ছোৱালীৰ মাজতো এই মানৱীয় প্ৰেমৰ সন্ধান কৰিছে আৰু তেওঁৰ গল্প আৰু উপন্যাসত দাঙি ধৰিছে। এই মানৱীয় প্ৰেম যে কেৱল নৰ-নাৰীৰ দৈহিক সম্পৰ্কৰ মাজতে সীমাবদ্ধ এনে নহয়; এই প্ৰেমে চম্পা আৰু ভোলাৰ দৰে বায়েক-ভায়েকক, আজাদ আৰু নাজমাৰ দৰে বৌৱেক-দেওৰেকক স্নেহো সামৰি লৈছে। ঐশ্বৰ্যহীন বৈকুণ্ঠ সোণাৰিৰ ঘৰত সোণৰ খনি আৱিষ্কাৰ কৰা হেমন্তৰ হাতৰ সোণৰ কাঠীৰ পৰশ লাগি জুৰিৰ দৰে সামান্য

ছোৱালী এজনীও অসামান্যা হৈ উঠিছে (পৰশমণি)। পৰশমণিৰ স্পৰ্শত সামান্য শিলাখণ্ডও সুৱৰ্ণলৈ ৰূপান্তৰিত হয়। মালিকৰ হাততো সামান্য ঘটনা আৰু চৰিত্ৰও হৈ উঠে চিত্তাকৰ্ষক, জীৱন্ত, প্ৰাণময় আৰু মনোৰম। তেওঁ সাধাৰণ জীৱনৰ পৰাই কাহিনী আৰু চৰিত্ৰবোৰ বুটলি আনে আৰু সিহঁতক শিল্পীয়ে বোকাৰে সুন্দৰ মূৰ্তি গঢ়ি তোলাদি গঢ়ি তোলে। তেওঁৰ হাত সুদক্ষ ভাস্কৰৰ হাত— সুদক্ষ শিলাকুটিৰ হাত।

তেওঁৰ 'প্ৰাণ পোৱাৰ পিছত' গল্পটোত ৰোমাণ্টিক কল্পনাৰ অনেক প্ৰকাশ ঘটিছে; কিন্তু ঘাই কাব্যবাণীটি সঠিকভাৱেই ব্যঞ্জিত হৈছে। সেই ব্যঞ্জনা করুণ ৰস-ৰঞ্জিত; কাৰণ শিল্পীয়ে জীৱন দিয়া শিল্পই প্ৰাণ পাই যেতিয়া শিল্পীৰ অধিকাৰৰ পৰা আঁতৰি যায়, তেতিয়া সৃষ্টি হোৱা বেদনা ব্যাখ্যাহীন বেদনালৈ ৰূপান্তৰিত হয়। তেওঁৰ কাঠফুলাও এটি প্ৰেমৰ গল্প। কিন্তু এই প্ৰেম অব্যক্ত প্ৰেম— অনুচ্চাৰিত প্ৰেম; লেখকে মমতাজৰ চূৰ্ণ-বিচূৰ্ণ হোৱা হৃদয়ৰ পৰিচয়, ইংগিতেৰে অথচ শক্তিশালীভাৱে দি গল্পটোক কৰি তুলিছে স্মৰণীয়।

'মালিক ছাৱ'ৰ ৰচনাত বহুশ চৰিত্ৰ বোধকৰোঁ আমি লগ পাইছোঁ; শ নহয়, কিজানি হাজাৰ হ'ব। কিন্তু কোনোটো চৰিত্ৰই আন এটাৰ অনুকৃতি হোৱা নাই। জীৱন সম্পৰ্কে, নিজৰ পৰিচিত জগতখন সম্পৰ্কে স্পষ্ট আৰু স্বচ্ছ ধাৰণা আৰু দৃষ্টিভংগী অবিহনে এনেকৈ হাজাৰ-বিজাৰ চৰিত্ৰ সৃষ্টি কৰা কোনো লেখকৰ বাবেই সম্ভৱ নহয়। মালিকৰ চৰিত্ৰবোৰৰ বিভিন্নতা থকা সত্ত্বেও সিহঁত একেখন আকাশৰ তলৰ আৰু একেখন প্ৰকৃতিৰ বুকুৰ একেখন সমাজ জীৱনত লালিত-পালিত হৈছে, সুখত হাঁহিছে আৰু দুখত কান্দিছে। সেইখন সমাজ— মালিকৰ জন্ম স্থান নাহৰণিক কেন্দ্ৰ কৰি অসমৰ সমগ্ৰ সমাজখন। তাত হিন্দুও আছে, মুছলমানো আছে; তাত সত্ৰাধিকাৰো আছে ভকতো আছে; তাত মৌলবীও আছে নামাজ নপঢ়া মুছলমানো আছে। তেওঁ অসমীয়া মুছলমান সমাজখনক যেনেদৰে আৰু যিমান গভীৰভাৱে চিনি পায়, অসমীয়া হিন্দু সমাজখনকো তেনেদৰে আৰু সিমান গভীৰভাৱেই চিনি পায়; চিনি পায় অসমীয়া মানুহৰ সবলতা আৰু দুৰ্বলতা। তেওঁ শ্ৰেণী বিভক্ত সমাজৰ শ্ৰেণী বৈষম্যও জানে। এই শ্ৰেণী বৈষম্য যে ভাষা-ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে প্ৰত্যেক সামাজিক গোটৰ মাজত আছে, সেই কথাও তেওঁ জানে। কিন্তু মালিকৰ ৰচনাৰ এটা প্ৰধান বিশেষত্ব হ'ল যে তেওঁ ক'তো বোধতকৈ বুদ্ধিক উচ্চ স্থান দিয়া নাই; তেওঁ ক'তো অনুভৱতকৈ চিন্তাক উচ্চত স্থাপন কৰা নাই; তেওঁ ক'তো মানৱতাতকৈ আদৰ্শক ওখত বহিবলৈ দিয়া নাই।

অনেক সমালোচকে তেওঁৰ গল্প আৰু উপন্যাসত ৰোমাণ্টিক ভাবালুতা, প্ৰেমৰ আধিক্য আৰু ভাষাৰ শৈথিল্যৰ কথা কয়। ড´ সত্যেন্দ্ৰনাথ শৰ্মাই কৈছে ঃ

"সংলাপৰ বাহুল্য, মানৱতাবোধ, যৌন জীৱনৰ আতিশয্য, ৰোমাণ্টিক ভাবকল্পনা দৰিদ্ৰ আৰু নিষ্পেষিতৰ প্ৰতি সহজ সহানুভূতি, কাব্যগন্ধী ভাষা মালিকৰ উপন্যাসৰ সাধাৰণ বৈশিষ্ট্য।" (অসমীয়া উপন্যাসৰ সমীক্ষাত্মক ইতিবৃত্ত)

কিন্তু মালিকৰ বিষয়ে এয়ে শেষ কথা নহয়। তেওঁৰ সাধাৰণ মানুহৰ প্ৰতি গভীৰ সহানুভূতি আছে, সেই সম্পৰ্কে কোনো সন্দেহ নাই; কিন্তু ড' অৰুণাভ বা 'ছবিঘৰ'ৰ চৰিত্ৰবোৰৰ প্ৰতিও তেওঁৰ বিদ্বেষ নাই। 'সকলো বেয়াৰ মাজতো এটা ভাল মানুহ থাকে' আৰু মালিক ছাৰে এই ভাল মানুহটোক বিচাৰি উলিয়ায়। সেই বেয়া মানুহ বাটৰ পৰা বুটলি অনা বেদনা হ'ব পাৰে, গুপ্তা ছমিৰ হ'ব পাৰে, গণিকা চম্পা বা মইনা হ'ব পাৰে— এনে অনেক মানুহ হ'ব পাৰে। অৰ্থাভাৱ, দৰিদ্ৰতা, প্ৰতিকূল পৰিস্থিতিয়ে কেতিয়াবা মানুহক ভাল হৈ থাকিবলৈ নিদিয়ে। তাৰ বাবে দাৰিদ্ৰ্য আৰু পৰিস্থিতিক দোষাৰোপ কৰিম, নে মানুহক? মালিকৰ সকলো গল্প আৰু উপন্যাসে কৈছে সংশ্লিষ্ট মানুহক নহয়; সেই মানুহক যিবোৰ কাৰণে বা অৱস্থাই বেয়া কৰিছে, দোষাৰোপ সেই কাৰণ আৰু অৱস্থাৰ ওপৰত কৰিব লাগিব। ইয়াৰ মাজেদি প্ৰকাশ পোৱা মানৱীয়তাবোধেই মালিকৰ সমগ্ৰ ৰচনা টোবাই থৈছে। তাৰ মাজত গা ধুই শুচি হৈছে কত চৰিত্ৰ! সিহঁতৰ মাজতে মিলাদ আছে, অচিনাকী গোড়া চিপাহী আছে, ছয় নম্বৰ প্ৰশ্নৰ উত্তৰ দিয়া ল'ৰাটি আছে, ক'লা জামুৰ সোৱাদ লাগি থকা ষ্টেচন মাষ্টৰৰ পত্নী আছে, বাজি দেখুৱাই ফুৰা অঘৰী ছোৱালীজনী আছে। হৰি মাষ্টৰ-আবিদ— সত্যেন চৌধুৰী, গোলাপ, কপাহী, তৰা, বছিৰ, অৰুণাভ, আজাদ, অৰ্থাক্লিষ্ট পিতৃ, যুৱতী মাতৃ, পলাতক গোলাপ মাষ্টৰ— এনে সকলোবোৰ চৰিত্ৰ আছে। সিহঁত আমাৰ নিম্নবিত্ত, নিম্নমধ্যবিত্ত আৰু সাধাৰণ মধ্যবিত্ত জীৱনৰ পৰা ওলাই আহিছে। মালিকে সিহঁতক চিনি পায়; চিনি পায়— সিহঁতৰ মনৰ কথা, মুখৰ ভাষা, সিহঁতৰ সাজ-পাৰ, আচাৰ-ব্যৱহাৰ, জীৱন-যাপনৰ পদ্ধতি, সিহঁতৰ দোষ-ত্ৰুটী, সিহঁতৰ সবলতা-দুৰ্বলতা আটাইবোৰ। সুদক্ষ খনিকৰৰ হাতত পৰিলে আওকাঠী গছৰ টুকুৰা এটাও সুন্দৰ মূৰ্তিলৈ ৰূপান্তৰিত হোৱাৰ দৰে, মালিকৰ হাতত পৰিলে সৰু কাহিনী এটা আৰু নগণ্য চৰিত্ৰ এটাও সুন্দৰ আৰু জীৱন্ত হৈ উঠে। তেওঁ সিহঁতক অন্তৰবো অন্তৰৰ স্নেহেৰে অৱলীলাক্ৰমে গঢ়ি তোলে। তেওঁ নিজেই কৈছে যে তেওঁ কাহিনী এটাৰ জুমুথি কল্পনা কৰি লোৱাৰ পিছত তেওঁ লিখি যায়— সিহঁতৰ জীৱনৰ গান তেওঁ লিখে।

এই খনিকৰজনে "জীৱনে মৰণে মই চিৰদিন অসমীয়া" বুলি অন্তৰবো অন্তঃস্থলীৰ পৰা ঘোষণা কৰে; "অসমীয়া ভাষা মোৰ কথা মোৰ গীত মোৰ" বুলি ভাষাৰ মৰ্যাদাৰ হকে এক আপোচ-বিহীন মনোভংগীৰে থিয় দিয়ে। ('শিলে সাৰ পালে'), এসময়ত কমিউনিষ্ট আদৰ্শৰ প্ৰতি অনুৰক্ত এই মানুহজনে চীনৰ আক্ৰমণৰ সময়ত সৰৱ কণ্ঠে এনে আক্ৰমণ নিন্দা কৰে ('হিউৱেন চাঙৰ কাঁচী'), আৰু একেই গভীৰতাৰে 'অসম-আন্দোলন'ৰ সময়ত নিৰপৰাধী সাধাৰণ মানুহৰ মৃত্যু-যন্ত্ৰণা

অনুভৱ কৰে ('পোৰা গাঁৱত পহিলা ব'হাগ', 'মই মৰিনো নাযাওঁ কিয়')।

অনেক তিক্ত-মধুৰ অভিজ্ঞতাৰ পৰা 'মৌ'ৰ দৰে ৰস চুহি তেওঁ নিৰ্মাণ কৰি আহিছে ইটোৰ পিছত সিটো মৌচাক— অক্লান্ত, অবিৰত, অবিচ্ছিন্নভাৱে। চল্লিছৰ দশক বা পঞ্চাশৰ দশকত, আনকি ষাঠিৰ দশকত গল্প-উপন্যাস ৰচনাত হাত দিয়া অনেক লেখক নীৰৱ হ'ল; কোনোবা সৰৱ হৈ থাকিলেও এতিয়া নব্বৈৰ দশকৰ লেখকৰ খোজৰ লগত খোজ মিলাব নোৱাৰে। মালিকে— মালিক ছাৰে— চৈয়দ আব্দুল মালিকে পাৰে। দ্বিতীয় মহাযুদ্ধৰ আগৰ পৰা লিখি অহা মালিক ছাৰৰ মাজৰ গতিশীল ব্যক্তিত্বই তেওঁক কৰি ৰাখিছে এতিয়াও সমানেই সময়োপযোগী, সমানেই নতুন আৰু সমানেই আকৰ্ষণীয়। আধুনিক অসমীয়া মানুহৰ সৃষ্টিশীল প্ৰতিভা আৰু ক্ষমতাৰ তেওঁ সৰ্বোচ্চ ব্যক্তিত্ব হৈ থিয় দি আছে আশী বছৰ বয়সতো।

তেওঁৰ প্ৰথম স্তৰৰ গল্প, উপন্যাসসমূহতে ভাব আৰু ভাষাৰ ৰোমাণ্টিকতা, প্ৰগতিশীল আদৰ্শবাদিতা, জাতীয় চেতনা আৰু মানুহৰ প্ৰতি অনাবিল ভাল পোৱাৰ এটা সমন্বিত ৰূপ ফুটি উঠিছিল। আজিও সেই সমন্বিত ৰূপ সমানেই উজ্জ্বল হৈ আছে। তেওঁৰ ভালপোৱাই মানুহকে নহয় মানুহৰ জীৱনৰ চৌপাশৰ গছ-বন, আকাশ-বতাহেৰে প্ৰকৃতি, তাৰ ভৰিৰ তলৰ মাটি, পানী, নৈ, জান-জুৰি— এই সকলোকে সামৰি লৈছে। প্ৰকৃতি তেওঁৰ উপন্যাসসমূহৰ অনেক গল্পৰো এটি জীৱন্ত চৰিত্ৰ। তেওঁৰ অনেক উপন্যাসৰ আৰম্ভণি প্ৰকৃতিৰ বৰ্ণনাৰেই আৰম্ভ হৈছে। প্ৰকৃতিৰ লগত একাত্ম- হৈ ওলাই আহে চৰিত্ৰবোৰ— সেই চৰিত্ৰ 'ওমলা ঘৰৰ ধূলি'ৰ ৰাতিৰ আন্ধাৰো হ'ব পাৰে, চাহ বাগিচাৰ মুকলি আকাশো হ'ব পাৰে, মৌজুৰি গাঁৱৰ নিঃশব্দ আন্ধাৰ আৰু নদীৰ পাৰ হ'ব পাৰে (নল-বিৰিণা-খাগৰি) নাইবা গোলাপ মাষ্টৰৰ আৰু জোনাৰ জীৱন আবৰি থকা প্ৰকৃতিও হ'ব পাৰে। এই চৰিত্ৰবোৰ সিহঁতৰ জীৱনৰ চৌপাশৰ প্ৰকৃতিৰ পৰা অবিচ্ছিন্ন। নদী তেওঁৰ অনেক ৰচনাত একোটি গতিশীল চৰিত্ৰ।

'মালিক ছাৰ'ৰ গল্প আৰু উপন্যাসৰ ভাষাৰ কাব্যধৰ্মিতা সম্পৰ্কেও অনেকে নিজৰ নিজৰ অভিমত প্ৰকাশ কৰিছে। তেওঁৰ চিন্তা-ভাবনা, অনুভৱ আৰু কল্পনাৰ লগত তেওঁৰ প্ৰকাশভংগী এনেভাৱে অবিশ্লিষ্ট যে ভাষাৰ পোছাকটো তেওঁৰ ৰচনাৰ বাহিৰৰ আৱৰণ নহৈ বিষয়ৰ অংগ হৈ পৰে। সেই বৈশিষ্ট্য বিচ্ছিন্ন কৰি চোৱা সম্ভৱ নহয়। দেখা যায় তেওঁৰ গল্প বা উপন্যাসৰ কেতিয়াবা বিৱৰণত বা কেতিয়াবা চৰিত্ৰৰ সংলাপৰ মাজত তেওঁ অৱলীলাক্ৰমে এনে কিছু কথা কৈ যায়, যাৰ মাজত জীৱন আৰু জগত সম্পৰ্কীয় গভীৰ দৃষ্টিভংগী একোটিও সহজ ৰূপত আহি ধৰা দিয়েহি। "ৰেলৰ আলিতো শিলগুটি আৰু দুবৰিৰ সৰ্বতিকলীয়া সংঘৰ্ষ। দুবৰিবোৰ শিলগুটিৰ তলত মৰে; শিলবোৰ জীয়াই থাকে।" নাইবা, "দুখীয়াই দুখীয়াক বেয়া

নাপায়।" নাইবা "কল্পনাবোৰ পাখি।" এনে অজস্ৰ উদাহৰণ তেওঁৰ যি কোনো ৰচনাৰ পৰা বুটলি আনিব পাৰি। "আবেগসিক্ত ভাষাই আনৰ মনতো আবেগৰ সঞ্চাৰ কৰি পাঠকৰ মনত শব্দবোৰৰ আভিধানিক অৰ্থৰ বাহিৰেও আৰু অন্য কিবা ভাব বা অৰ্থৰ উদ্ৰেক কৰে।" (ড গোবিন্দ প্ৰসাদ শৰ্মা, গল্পকাৰ মালিক— মোৰ চেতনাৰ এক অংগ)

মালিকৰ ৰচনাত আমি এই ভাষাৰ লগত মুখামুখি হওঁ। কোনোৱে এনে ভাষাক 'আবেগিক' আৰু কোনো কোনোৱে 'অন্তৰ্মুখী' ভাষা বুলি ক'ব খোজে। অসমীয়া ভাষাত এনে আবেগিক বা অন্তৰ্মুখী ভাষাৰ প্ৰয়োগ আধুনিক কালৰ দুজন লেখকৰ মাজত দেখা যায় ঃ লক্ষ্মীধৰ শৰ্মাৰ আৰু ৰমা দাশৰ ৰচনাৰ মাজত। ৰমা দাশৰ গল্পৰ বৰ্ণনা ৰীতিৰ লগত মালিকৰ বৰ্ণনা ৰীতিৰ সাদৃশ্য আছে। এই যে আভিধানিক অৰ্থৰ বাহিৰেও শব্দবোৰে আৰু অন্য কিবা ভাব বা অৰ্থৰ উদ্ৰেক কৰে, সিয়েই কবিতাৰ ভাষা— সিয়েই কঢ়িয়াই আনে ব্যঞ্জনাৰ অনুৰণনো। মালিকৰ ৰচনাৰ এই কাব্যধৰ্মী বৈশিষ্ট্যটি অনুভৱ নকৰিলে তেওঁৰ ৰচনাৰ যথাৰ্থ মূল্যায়ন কৰাও সম্ভৱ নহয়। যোৱা পঞ্চাশ বছৰে অসমীয়া পঢ়ুৱৈয়ে মালিকক সমান আগ্ৰহেৰেই গ্ৰহণ কৰি অহাৰো ই অন্যতম কাৰণ।

'চৈয়দ আব্দুল মালিক ৰচনাৱলী' খণ্ড খণ্ডকৈ প্ৰকাশ কৰিবৰ বাবে লুৎফুৰ ৰহমানৰ উদ্যোগত আগবাঢ়ি আহিছে কস্তুৰী প্ৰকাশন। মই নিজে কুৰি বছৰমানৰ আগৰ পৰা অনেকক কৈ আহিছিলোঁ ঃ ষ্টুডেণ্টছ্ ষ্টোৰ্ছৰ বিজয় দত্তকো কৈছিলোঁ। কাৰণ, মই নিজেও অনুভৱ কৰি আহিছোঁ যে আমাৰ লেখকসকলৰ ৰচনাৱলী একত্ৰ সংকলন আৰু প্ৰকাশ নকৰিলে অনেক পুথি দুষ্প্ৰাপ্য হৈ পৰিব। বংগত পুৰণি-নতুন সকলো প্ৰতিষ্ঠিত লেখকৰ ৰচনা সমগ্ৰৰে গ্ৰন্থ বিপণী ভৰি পৰিছে।

চৈয়দ আব্দুল মালিক ছাৰৰ ৰচনাৱলী প্ৰকাশৰ বাবে উদ্যোগ গ্ৰহণ কৰোঁতাসকল সদৌ অসমীয়া মানুহৰ ধন্যবাদৰ পাত্ৰ। মই আশা কৰিছোঁ ৰচনাসমূহৰ প্ৰথম প্ৰকাশৰ সময়, স্থান আৰু আধাৰ (কাকত-পত্ৰ)ৰ পৰিচয়ো থাকিব আৰু পৰৱৰ্তী মুদ্ৰণ বা সংস্কৰণৰ চন-তাৰিখো সন্নিবিষ্ট হ'ব। ৰচনাসমূহৰ প্ৰথম প্ৰকাশৰ সময় জনাটো বৰ দৰকাৰী কথা। তেতিয়াহে আমি সমকালীন সামাজিক-বৌদ্ধিক-সাংস্কৃতিক পটভূমিত থৈ ঘটনা, কাহিনী, চৰিত্ৰ আৰু আনুষংগিক বিষয়বোৰৰ প্ৰকৃত স্বৰূপ বুজিব পাৰিম। সেয়ে নহ'লে জীয়াজুৰিৰ ঘটিৰ ভোলাই বিছ্-পঁচিছ টকাৰ বেতনৰে এমাহ যেনে-তেনে খাই-বই থকা বা ৰঙাগড়াৰ 'এঘণ্টাৰ ইতিহাস'ত দিয়া প্ৰাসংগিক হিচাপ এতিয়াৰ পটভূমিত অবাস্তৱ আৰু অসম্ভৱ যেন লাগিব। তদুপৰি, যোৱা পঞ্চাছ বছৰত আমাৰ সামাজিক জীৱন ইমান দ্ৰুতভাৱে পৰিৱৰ্তিত হৈছে যে পঞ্চাছ বছৰ কিয়, বিছ বছৰৰ আগৰ ধ্যান-ধাৰণা, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিতে আমি ৰচনাসমূহ বিচাৰ কৰোঁতে সেই বাবে সিবিলাকৰ

সমকালীনতাৰ কথা পাহৰি যাব নালাগিব। অৱশ্যেই ইমান পৰিৱৰ্তনৰ মাজতো মানুহৰ ভিতৰত মানুহটোৰ সুখ-দুখ, আনন্দ-বেদনা, স্বপ্ন-স্মৃতি— এই মানৱীয় অনুভূতিবোৰ একেই আছে। সেই বাবেই দূৰণিৰ দেশ আৰু কালৰ শিল্প-সাহিত্যয়ো আধুনিক মনকো সমানেই আনন্দ দিব পাৰে। মানৱীয় সাৰ্বজনীন আৱেদনেই সাহিত্যক বিশ্ব সাহিত্যৰ মৰ্যাদা দান কৰে। মালিক ছাৰে নিজেও বিশ্বাস কৰে ঃ

> "বিশ্ব সাহিত্য বুলি নিৰ্দিষ্ট কোনো সাহিত্য নাই। যি সাহিত্যত মানুহৰ প্ৰকৃত জীৱন চিত্ৰ থাকে, সাৰ্বজনীনতা থাকে, সেয়াই বিশ্ব সাহিত্যৰ মৰ্যাদা লাভ কৰে। ভাষা, অঞ্চল, পাৰিপাৰ্শ্বিক কোনো দিনে সাহিত্যৰ হেঙাৰ হ'ব নোৱাৰে। মাৰ্কিন যুক্তৰাজ্যৰ পৰা চীনত আহি পাৰ্ল বাকে 'গুড্ আৰ্থ' লিখি আজি বিশ্ব সাহিত্যত অমৰ হৈছে। বিশ্বায়নলৈ উৎকণ্ঠিত হ'বলগীয়া নাই, ইয়াক সাহিত্যৰ সাৰ্বজনীন ধাৰণাটোৰে অন্য ৰূপ বুলিব পাৰি। আফ্ৰিকাৰ নিগ্ৰো শিশুটোৱে যিদৰে ৰাতিৰ জোনটোক ভাল পায়, ইংলণ্ডৰ বগা চাহাবৰ বা মোৰ গাওঁ নাহৰণিৰ শিশুটোৱেও একেই ধৰণে তাক ভাল পায়। মানুহৰ অন্তৰৰো অন্তৰৰ আৱেগ-অনুভূতিক কোনে কাঢ়ি নিব পাৰে? নতুন ধাৰণা, নতুন চিন্তাধাৰাই সাহিত্যক অধিক পৰিপুষ্টহে কৰিব।" (আমাৰ অসম, ১৮ আগষ্ট ১৯৯৮)

মালিকৰ ৰচনাতো এই বিশ্বজনীন মানৱীয় সুৰটো বাজি আছে। অকমান কাণ পাতিলেই সেই সুৰটো শুনিবলৈ পোৱা যায়। এই সুৰটোৱেই তেখেতৰ ৰচনাৰাজিক অমৰত্ব দান কৰিব তেওঁ কৈছে ঃ

মাটিৰ মানুহ মই
ভালপাওঁ মাটিৰ সৰগ
ভালপাওঁ মাটিৰ মৰম
সিপাৰে বিধাতা আৰু ইপাৰে হিয়াৰ খলকনি
মই তাৰ সন্ধি অনুপম।

তেওঁ চিৰদিন মানুহৰ হৃদয়ৰ লগত হৃদয়ৰ সন্মিলন ঘটোৱা 'অনুপম সন্ধি'হৈ থাকক।

১৬ ছেপ্টেম্বৰ, ১৯৯৮ (ডঃ) নগেন শইকীয়া
আশ্ৰয়, ডিব্ৰুগড়-৭৮৬০০৩

# ১

... ক'লা শিল। কোনোবা কালৰ মহা-সাগৰৰ ফেন জমি জমি গোট মাৰি হোৱা শিল। সাগৰৰ বগা ফেন, অযুত শতিকাৰ পিছত সাগৰৰ বুকুত থিয় দি সি হাঁহিলে – এতিয়া যে ফেন নহয়, শিল; টান, ক'লা আকাশছোৱা শিল। সাগৰৰ ফেনবোৰ এতিয়া তাৰ গাত খুন্দা খাই ভাগি গুৰি হৈ যায়, অলৰ হৈ সি থিয় দি থাকে। সি আজি শক্তিমান পাষাণ! ...

কামিজটোৰ বুটামকেইটা আজাদে খুলি পেলালে। গাত লিপিত খাই লাগি ধৰা গেঞ্জীটো এনেয়ে এবাৰ চুই চালে। জোতাযোৰ আজাদৰ খুলি পেলাবৰ মন গৈছিল, কিন্তু তাৰ পৰিবৰ্তে আজাদে অন্য এটা কথা ভাবিলে, মেলি অনা ছাতিটো আজাদে বন্ধ কৰিলে আৰু শুদা হাতখনেৰেই কপালৰ ঘামবোৰ মোহাৰি পেলালে।

গছজোপাৰ ছাঁটো আজাদৰ ভাল লাগিল। কিন্তু সেই গছজোপাৰ সিপাৰে থকা বেলিটোলৈ চাবলৈ তাৰ মন নগ'ল। তাৰ প্ৰতি বিৰক্তি লগা যেনো নালাগিল। ভাদমহীয়া চাৰে তিনি বজাত ৰ'দ টান হোৱাত অভিযোগ কৰিব লগা একো নাই– এই কথাটো নাভাবিলেও, আজাদে কিন্তু ৰ'দৰ তাপটো ভালকৈয়ে অনুভৱ কৰিলে।

দুই-চাৰিটা মানুহ তাৰ কাষেদি পাৰ হৈ গ'ল, সি মন নকৰিলে। আমাৰ কাষেদি নিতৌ কত মানুহ পাৰ হৈ যায়। আমাৰ যোৱা-অহাৰ হিচাপ আলি-বাটেও নাৰাখে, আমিয়েবা ৰাখিবলৈ যাওঁ কিয়?

ক্ষীণ, পাতল বতাহজাক লাগি আজাদৰ অলপ জুৰ লাগিল। সি অলপ ভাগৰ লগা যেন অনুভৱ কৰিলে। তাৰ বহিবৰো মন গ'ল। তললৈ চালে– অলপ ধূলি লাগি থকা বাটৰ কাষৰ বননিথিনিৰ বাহিৰে আৰু একো নাই। সি ছাতিটো তাৰ ওপৰতে পাৰি লৈ অলপ বহাৰ কথা ভাবিলে। পিছে নবহাকৈয়ে থিয় দি থাকিল। কিবা এটা পুৰণি কথা মনত পৰি সি অলপ হাঁহিলে : এনেকুৱা এটা বাটেদিয়ে, এনেকুৱা ভাদমহীয়া তিনিপৰীয়া ৰ'দত, কোনোবা দেশৰ ৰজাৰ কোঁৱৰে ক'ৰবাৰ মেঘৰ দেশৰ ৰাজকুমাৰীক হৰণ কৰি নিবলৈ আহি, ভাগৰ লাগি, এনেকুৱা এজোপা গছৰ ছাঁতে ঘোঁৰা বান্ধি জিৰণি লৈছিল। .....

'ৰজাৰ কোঁৱৰ' কথাষাৰ মনত পৰি আজাদে বৰ আমোদ পালে। আমোদ পালে, কথাটো যেন বৰ অস্বাভাৱিক, বৰ হাঁহি উঠা, অলৌকিক।

ৰ'দৰ কাৰণেই হয়তো ঠাইডোখৰ বৰ নিস্তব্ধ হৈ পৰিছিল, দূৰৰ বজাৰৰ গণ্ডগোল অলপ অলপ শুনা গৈছিল, কিন্তু সি আজাদৰ কাণত বৰ উকমি যেন নালাগিল।

সহজভাৱে আজাদে আলিটোৰ পূব ফালে থকা ইটাৰ পকা বেৰা দিয়া ঠাই ডোখৰলৈ চালে—

ক'লা শিলৰ পৰা মিহিকৈ কাটি উলিওৱা এটা ডাঙৰ মূৰ্তি, জীয়াই থকা এটা মানুহৰ সমান ওখ-ডাঙৰ, লাইফ্‌চাইজ্‌।

ৰ'দত চিকমিকাই উঠিছে। চাৰিওকাষে পকা কৰা কিছুমান কবৰ। প্ৰত্যেকৰে গাত কিবা লেখা। তলৰ সেউজীয়া কেঁচা ঘাঁহবোৰৰ ওপৰত ৰ'দৰ নিস্তব্ধতা ওপঙি ফুৰিছিল।

আজাদে একেথৰে মূৰ্তিটোৰ ফালে চাই থাকিল। প্ৰসাৰিত বাহু, ধুনীয়া বহল কপাল, বৈ পৰা এযোৰ ঘন চেলাউৰি। চকু দুটা আকাশৰ ফালে মুকলি কৰি ৰাখি, আকাশৰ নীলিমাৰ সিপাৰৰ কাক যেন একেথৰে কিবা এটা কৈছে। সুদা গাটো ক্ষীণ, কামি-হাড়ৰ চিন দেখা যায়। গোটেই দেহাটোত প্ৰশান্ত নীৰৱ, সৌম্য, সজীৱতা।

মুহূৰ্তৰ কাৰণে যেন আজাদে মূৰ্তিটোক মূৰ্তি বুলি পাহৰি গ'ল। তাৰ চকুত পৰিল যেন এই মুহূৰ্তত, এই মূৰ্তিটোত প্ৰাণ আছিল, ভাষা আছিল, জীৱনৰ প্ৰশান্ত চঞ্চলতা আছিল। মূৰ্তিটোৰ পাতল কোমল ওঁঠ দুটিত লাগি থকা বিৰাগী হাঁহিটোত যেন সি দেখিলে এটা কৰুণা-কোমল বিদ্ৰূপৰ স্নেহ-মধুৰ আত্মীয়তা।

এই মূৰ্তিটোত সোমাই থকা কোমল প্ৰাণটোৱে এদিন বিশ্বপ্ৰাণৰ মুক্তিৰ কাৰণে, নিপীড়িত কোটি কোটি জীৱনৰ উদ্ধাৰৰ কাৰণে, মৃত্যুৰ শাল বুকুৰ মাজেদি সৰকাই লৈ মানুহলৈ এৰি গ'ল বুকুৰ তেজৰ ৰাঙলী আশিস। কেনেকৈ এজন মানুহে মানুহক নিজৰ জীৱনতকৈয়ো বেছি ভাল পাইছিল।

যীশুখৃষ্টৰ শিলৰ মূৰ্তিটোৰ ফালে চাই চাই আজাদে এই কথাবোৰ ভাবি ভাল পালে। শ্মশানৰ মাজৰ সেউজীয়া বনৰ তলত লুকাই থকা মৰা মানুহবোৰৰ মাজত কিদৰে সৌম্যভাৱে অকলে ওলাই আছে এই চিৰ-জীৱিত খৃষ্টৰ মূৰ্তিটো।

নিজেই বুজিব নোৱাৰা কিবা এটা অনুভূতিত আজাদৰ হিয়াখন অৱনত হৈ অহা যেন অনুভৱ কৰিলে। শ্মশানখনৰ ঢাপত শাৰী পাতি ৰোৱা উইল' গছবোৰৰ ওলমি অহা চিৰিলি পাতবোৰৰ মাজত ৰ'দৰ পোহৰবোৰ সোমাই গৈছিল। আজাদৰ চকু কিন্তু ক'লা শিলৰ ধুনীয়া যীশুৰ মূৰ্তিটোৰ ওপৰতহে বাৰে-বাৰে পৰিব ধৰিলে। এই মৰিশালিৰ মাজত, এই প্ৰাণহীন মৃতাত্মাবোৰৰ মাজত থিয় হৈ আছে যীশু,— জীৱনৰ কোলাহল নাই, মৰণৰ চকুলো নাই; উৎসৱ-শেষৰ কাতৰ অৱসাদত মৰিশালিখনৰ যেন সি এক নতুন ৰূপ দেখিলে, ৰ'দত কাতৰ হৈ থকা কবৰবোৰৰ মাজত যেন কিবা এটা বেলেগ ৰহস্য লুকাই থকা দেখিলে। আজাদৰ ভাল লাগিল। যীশুৰ প্ৰাণহীন মূৰ্তিটো আজাদৰ বৰ আপোন যেন লাগিল।

কাষেদি ধুনীয়া মটৰ এখন পাৰ হৈ গ'ল। আজাদে অনুভৱ কৰিলে তাৰ যেন এতিয়াও গৰম লাগিছে। পিচ্ দিয়া ক'লা আলিবাটটো ৰ'দত গলি কোমল, তপত, মকময় হৈ পৰিছে। আলিৰ কাষত আজাদে দেখিলে এ'দম টুকুৰা শিল। কিন্তু জানো আজাদৰ মনটো আজি ভাবপ্ৰৱণ হৈ পৰিছিল। শিলগুটিখিনি দেখি আজাদে নিজেই নুবুজা এটা হাঁহি মাৰিলে।

ঃ একেই শিল, হয়তো একেটা পাহাৰৰে ক'লা শিল— এটাক কাটি খনিকৰে সাজিলে যীশুৰ মূৰ্তি, তাত দিলে বিশ্বককণাৰ কোমলতা, প্ৰাণৰ উচ্ছল মাধুৰিমা, মহাত্যাগৰ মূৰ্ত ৰূপ। পাহাৰৰ সেই অৱহেলিত শিলাস্তূপৰ মাজতে কোনোবা সাধকে বিচাৰি পালে সালগ্ৰাম দেৱতাৰ শিলামূৰ্তি— মন্দিৰ সাজিলে, সিংহাসন সাজিলে, দেৱতাক থাপনা কৰিলে, পূজা হ'ল, আৰতি হ'ল, ক'লা শিল গুটি হ'ল মানুহৰ নমস্য। ... আৰু এই আলিবাটত দিয়া টুকুৰা শিলগুটিবোৰ, সিহঁতো আছিল পাহাৰত, হয়তো ঢাকি ৰাখিছিল এটা অনাবিষ্কৃত সোণৰ খনি। তাৰ পিছত তাৰ মূৰত হাতুৰীৰ কোব পৰিল, টুকুৰা-টুকুৰ হৈ সি ভাগি গ'ল। তাক আনি দিলে আলিবাটত, মানুহে গছকি যাবৰ কাৰণে, গছকি সুখ পাবৰ কাৰণে। হেজাৰ হেজাৰ ব্যস্ত পথিকৰ অচিনাকি ভৰিৰ খোজত ভাগি ধূলি হৈ যাবৰ কাৰণে! — একেই শিল, একেই গোট মাৰি শিলা হোৱা সাগৰৰ ফেন!

কথাবোৰ আজাদৰ ভাবি থাকিবৰ মন গ'ল। মৰিশালিৰ বনবোৰ সি অলপ নিস্তেজ যেন দেখিলে। সি কামিজৰ বুটামকেইটা মাৰিলে। এবাৰ হঠাৎ মনত পৰি বেলিটোৰ ফালে চালে আৰু ছাতিটো মেলি গছৰ তলৰ ছাঁ এৰি আলিবাটৰ ওপৰত ভৰি দুখন এৰি দিলে। এনেয়ে তাৰ খোজ খৰ হ'ল।

লোহাৰ ডাঙৰ দলংখন পাৰ হৈ সি অলপ ৰ'ল। জেপত কিবা এটা বিচাৰি চালে আৰু হাতৰ তলুৱাখনেৰে থুঁতৰিটো খজুৱালে।

আলিৰ কাষৰ দোকান এখনৰ পৰা সি তিনিটা চিগাৰেট কিনিলে আৰু এটা জ্বলাই লৈ হুপি হুপি আগবাঢ়িল।

ঘৰ পাই আজাদে ছাতিটো থ'লে আৰু এগিলাচ পানী খুজি খালে। মলিয়ন গামোচা এখন ৰান্ধনিশালৰ বেৰৰ ওপৰত পৰি আছিল, তাৰেই মুখখন মচি আগফালৰ ওলাই আহিল।

ডাঙৰ ককায়েক আহ্মদ ইয়াৰে পি. ডব্লিউ. ডি. অফিচৰ হেড্‌ক্লাৰ্ক। এতিয়াও অফিচৰ পৰা আহি পোৱা নাই। তেওঁ অলপ ভাবুক ধৰণৰ মানুহ, কম কথা কয়। সেই কাৰণে আজাদে বৰ ভয় কৰে। তদুপৰি আজাদতকৈ ভালেমান বছৰৰ ডাঙৰ। আজাদৰ দুজনী বায়েক আৰু এজন ককায়েকৰ ওপৰত আহ্মদ। তেওঁলোকৰ বাপেক পেচ্‌কাৰ আছিল— যোৱা বছৰ ঢুকাল। এতিয়া আহ্মদেই ঘৰৰ মূল মানুহ।

"বৌ"— আজাদে ডাঙৰ বৌয়েকক মাতিলে। বৌয়েকে ৰান্ধনিশালৰ পৰা চিঞৰি ক'লে, "ৰ'বা, গৈছোঁ—।" তেওঁ আজাদৰ কাৰণে এমুঠি চাউল জুইৰ ওপৰত তুলি দিছিল।

বৌৱেক ওলাই আহিল।

"আহিল নেকি বৌ?" ভয়ে ভয়ে যেন আজাদে সুধিলে।

"নাই অহা –।"

"মোৰ বৰ ভোক লাগিছে বৌ, ৰাতিপুৱাই চাহ খাই যোৱা– অ' বাটতে কল পাইছিলোঁ, পিছে কিনিবলৈ নহ'ল–"

·"চিগাৰেট কিনিলা হ'ব পায়?"

"যীশুখৃষ্টৰ মূৰ্তিটো যে ইমান ধুনীয়াকৈ সাজিছে বৌ–"

বক্তৃতাৰ আৰম্ভ যেন দেখি বৌৱেকে একো নামাতি ভিতৰলৈ সোমাই গ'ল।

আজাদ সদায়েই 'ইৰেগুলাৰ'। কেতিয়াবা ভাত খায় পুৰা আঠ বজাতে। বৌৱেকে লুকাই-চুৰকৈ ৰান্ধি দিয়ে। কেতিয়াবা খায় আবেলি চাৰি বজাত– বৌৱেকেই দহবন কাটি কৰি কোনোমতে যোগাৰ কৰি দিয়ে। খায়ে আকৌ ওলায়। কেতিয়াবা শোৱে পিছ ৰাতি, কেতিয়াবা দিন দুপৰীয়া, কেতিয়াবা হয়তো নোশোৱাকৈয়ে যায়।

"ডাঙৰ ককায়েকে একো নকয়। মাকে গালি পাৰে। মাজু ককায়েকে চিঞৰে, ডাবি দিয়ে। বায়েকহঁতে কিবা ক'লে আজাদে ডাঙৰ তৰ্কসভাৰ অৱতাৰণা কৰে। ডাঙৰ বৌৱেকে মৰম কৰে, বিচাৰ ৰাখে, কোনোদিন একো নকয়। ভনীয়েক মীনাই তাক মৰম কৰে, অলপ ভয়ো কৰে। কিন্তু কেতিয়াবা খঙো কৰে। জুলু, আজাদৰ সৰু ভায়েকটো– সাত বছৰীয়া। 'জুলু' নামটো তাক আজাদেই দিয়া। ভতিজাক দুজনী। সিহঁত আজাদৰ পৰা অলপ আঁতৰতে থাকে।

হাত-মুখ ধুই আজাদে ভাত খালে। তেতিয়া প্ৰায় পাঁচ বাজিছে। আহমদ অফিচৰ পৰা আহিল। তেওঁৰ ভৰিৰ জোতাৰ শব্দ শুনি, আজাদে শেহৰ ভাতকেগৰাহ বেগেতে গিলি ৰান্ধনিশালৰ পৰা ওলাই আহিল; আৰু ককায়েকে কিবা সুধিব বুলি মনে মনে তাৰ নিজৰ কোঠাটোলৈ সোমাই গ'ল।

"সি এতিয়াহে ভাত খাইছে হ'বলা?" তেওঁ সুধিলে।

"ভাত নহয়, চাহহে, চাহহে খাইছিল–" নাজমাই ক'লে।

নাজমা আহমদৰ পৰিবাৰ।

"মোকো দিয়া তেনেহ'লে– ভোক লাগিছে।"

একো নকৈ নাজমা ভিতৰলৈ গ'ল আৰু বেগাবেগিকৈ চাহৰ কেট্‌লিটো জুইৰ ওপৰত তুলি দিলে। কথাটো বুজি পায়ো আহমদে ধেমালি কৰিবৰ মনেৰে তেনেকৈ কৈছিল। তেওঁ জানে যে ভাতকেইটা হ'লেও আজাদৰ পক্ষে বহুত, চাহ খাবৰ অৱসৰ তেওঁৰ নাই। আহমদ ৰান্ধনিশাললৈকে সোমাই আহিল।

"তুমি হ'বলা জুই ধৰিছাহে?" জুই ফুৱাই থকা নাজমাৰ ৰঙাপৰা মুখখনৰ ফালে চাই আহমদে ক'লে।

তেওঁ চাপৰ মুঢ়া এটা লৈ বহিল। আৰু নিজেই কৈ গ'ল– "তাক কোনোবা হোটেল এখন বন্দবস্ত কৰি দিয়া যাওক, যেতিয়াই মন যায় সি গৈ খাই আহিব–"

কথাষাৰ শুনি নাজ্‌মাই যেন অলপ কঠিনভাৱেই মূৰ তুলি আহ্‌মদৰ ফালে চালে।

"মই যিদিনা মৰোঁ, তেতিয়া ক'ব সেইবোৰ কথা-"

কথাষাৰৰ তীব্ৰতাত অলপ ভয় খাই আহ্‌মদে ক'লে– "তাৰ কাৰণেইতো আমাৰ এই আখা দুটা ৰেলৰ ইঞ্জিনৰ দৰে চৌবিশ ঘণ্টা জ্বলি থাকিব লাগে।"

"লাগে যদি লাগে। মইহে জ্বলাই ৰাখিছোঁ আন কাকোতো মতা নাই।"

আহ্‌মদ মনে মনে থাকিল। এবাৰ ৰহস্য কৰি হাঁহি নাজ্‌মাৰ গৰম আৰু জুইৰ তাপত ৰাঙলী হোৱা ধুনীয়া মুখখনৰ ফালে চাই ক'লে– "অ' মই ভাবিছিলোঁ চাহ হৈয়ে আছে–"

নাজ্‌মাই এইবাৰ লাজ পালে। আৰু পিৰিচ পিয়লাযোৰ ধুই চাহ বাকিবৰ যোগাৰ কৰিলে।

হঠাৎ যেন কিয় আহ্‌মদৰ আজাদৰ প্ৰতি মৰম লাগিল। তেওঁ বহাৰ পৰা উঠি আহিল। আজাদৰ কোঠাটোৰ ফালে গৈ দেখিলে কোঠাত আজাদ নাই। ইতিমধ্যে কেনিবা ওলাই গৈ কোনোবাখিনি পাইগৈ পায়। বহুত দিনৰ মূৰত আজি আহ্‌মদ আজাদৰ কোঠাটোলৈ সোমাই গ'ল।

বিছনাখন মলিয়ন, হয়তো এমাহমান বিছনা-চাদৰখন ধোৱা নাই। বেৰৰ চৌকাঠত ওলোমাই থোৱা চোলা দুটা একেবাৰেই মলিন– ডিঙি আৰু জেপৰ ওচৰবোৰ ধূলি আৰু ঘামেৰে ক'লা হৈ গৈছে। গজালৰ পৰা আহ্‌মদে কামিজ এটা নমাই চকুৰ আগলৈ আনি চালে। বুটাম এটাও নাই। জেপটোৰ এডোখৰ এৰাই ওলমি গৈছে। জেপত এসোপা কিবা কাগজ। আহ্‌মদে চোলাটো আকৌ ওলোমাই থৈ দিলে। মেজখনৰ ওপৰত কেইখনমান কিতাপ। তাৰ টেবুলক্লথখন হয়তো কেতিয়াবাই কিবা টোপোলা বান্ধিবলৈ কাৰোবাক দি দিছে। বিছনাৰ তলখন চালে, জোতা এযোৰ ফাটি পৰি আছে। কিছুমান চিগাৰেট আৰু বিড়িৰ আধা পোৰা মূৰ পৰি আছে।

টেবুলত চাহ থৈ নাজ্‌মাই মাতিলে। আহ্‌মদ আজাদৰ কোঠাটোৰ পৰা ওলাই আহিল।

চকীখনত বহি আহ্‌মদে লাহে লাহে ক'লে– "তাৰ কাপোৰ-কানিবোৰ বৰ লেতেৰা হৈ আছে।"

"সোলোকাই নিদিলে মই কি কৰিম? পিন্ধাটোকে পিন্ধি পিন্ধি লেতেৰা কৰি আনিব। গাৰ পৰা আঁজুৰি খহাই নল'লে সোলোকাব লাগে বুলিতো নাজানে।"

"কাপোৰ-কানি তাৰ বৰ বেছি নায়ো হ'বলা–"

"বেছিনো ক'ৰ পৰা হ'ব? এই বছৰতো ফটাকানি এডোখৰো লোৱা নাই। এতিয়া যে পিন্ধি ফুৰিছে কামিজটো, সেইটোও নিজৰ নহয়, এড্‌মাগুৰ নে কাৰ – খুজি লৈ পিন্ধি ফুৰিছে। জোতা যে নায়েই।"

আহ্‌মদে কিবা এটা ভাবি ভাবি চাহ খোৱাত লাগিল।

নাজ্‌মা আজাদৰ কোঠালৈ গ'ল আৰু তাৰ পৰা লেতেৰা কাপোৰ-কানিবোৰ উলিয়াই আনিলে।

"তাৰ কাপোৰবোৰ ধোবাকে দিবা–"

"ধোবাক দিলে দহ দিনৰ কমে দিব জানো? ইপিনে কাপোৰহে যিবোৰ, ধোবাক্ দিলে এমাহতে শেষ হ'ব–" কৈ কৈ নাজ্‌মা ভিতৰলৈ সোমাই গ'ল। আহ্‌মদে চকীখন বাৰাণ্ডালৈ টানি আনি চিগাৰেট এটা জ্বলাই লৈ হুপিবলৈ ধৰিলে।

## ২

পৰিষ্কাৰ সৰু বাৰীখন। চাৰিওফালে বেৰা দিয়া। বেৰবোৰ মাজে মাজে ভাগিছে, নতুনকৈ বটাও হৈছে মাজে মাজে। শাৰীপাতি থোৱা কেইজোপামান শেৱালি ফুলৰ গছ– বহুতদিনীয়া পুৰণি। সিহঁতৰ গা-গছবোৰ ভালেমান শকত হৈছে, গছবোৰ ওখও, তিনিজোপা বুঢ়া তগৰ ফুলৰ গছ, জোপোহা। হয়তো দুজোপা দুজোপাকৈ শাৰী পাতি চাৰিজোপা ৰুইছিল, কোনোবা কঠুৱা চ'তৰ খৰত শুকাই মৰি গ'ল– এজোপা।

বাৰীখনৰ মাজতে দুটা ঘৰ। টিঙবোৰত মামৰে ধৰিছে– বেৰবোৰ উৰ্বলি যোৱা। হয়তো ভালেমান বছৰ বেৰবোৰত চূণ দিয়া নাই। চৌকাঠৰ বাতামবোৰো ঘুণে খাই খোলা কৰা।

ঘৰটোত যেন বহুত দিন কোনো নাছিল।

ঘৰটোৰ পিছফালে দুজোপা পনিয়ল গছ। সময়ৰ ধূলি-মাকতি মূৰত সানি বহুত দিনৰ পৰা থিয় দি আছে। বাৰীখন, ঘৰ-দুৱাৰ আৰু গছ-বনবোৰৰ আঁহে আঁহে ভালেমান দিনৰ ৰ'দ-বতাহ, জাৰ-জহে এৰি যোৱা শিথিল জড়তাৰ শুকান মলিনতা পৰি আছে। কালে যেন কেৱল নিলে– মূৰ সুদা কৰি, বুকু উদা কৰি, হাত উদং কৰি কেৱল কাঢ়ি লৈ গ'ল–। দি যোৱাৰ চিন ক'তো নাই – সকলোতে যেন লাগি আছে, নিঠুৰ হাতেৰে তিলতিলকৈ কাঢ়ি নিয়াৰ ক'লা দাগ– কেৱল লৈ যোৱাৰ চৰণ-ছাব।

কালেতো কাকো এৰি নিদিয়ে, মাথোন নিয়ে। কিবা দিয়ে যদিও, দিয়ে কেৱল নিবৰ কাৰণে।

দুপৰ লহিয়াইছে। উত্তৰফালে বহুত দূৰত আকাশখনৰ বুকুত দুডোখৰমান পাতল বগা ডাৱৰ ওপঙি ফুৰিছিল। তাৰ বাহিৰে গোটেই আকাশখনত আৰু ক'তো একো নাই– পাৰ-নোহোৱা কোমল নীলা, আৰু নীলাৰ বুকুত নিজে হেৰুৱাই নিগৰি অহা কোমল বগা ৰ'দ। আকাশখনৰ বুকুত নীলিমাত লীণ যোৱা ৰ'দে-ধোৱা বগা ডাৱৰকেইটুকুৰাৰ বুকুত যেন কি এটা বিঙা, উদাস ব্যাকুলতাই নীৰৱে বিনাই ফুৰিছিল। দক্ষিণৰ পৰা এজাক বতাহ মাৰিব, কোনোবা পাহাৰৰ আঁচলত লাগি থকা মেঘবোৰ উৰি আহিব, ৰ'দবোৰ কঁপি উঠিব, আকাশৰ নীলা বুকুখন ক'লা ডাৱৰে কদাকাৰ কৰি পেলাব, সংসাৰৰ বুকুত এটি কোলাহল উঠিব আৰু তাৰ পিছত সকলো

নিজ নিজ ঘৰত সোমাই মনে মনে থাকিব। ৰাতিয়ে সকলোকে বৰষুণৰ মাজেদি কোনোবা আন্ধাৰ অটব্য এখন দেশৰ মাজলৈ লৈ যাব–।

বেতৰ পুৰণি হেলনীয়া চকীখনত বহি দিবাকৰ বৰুৱাই কিবা কিতাপ এখন চাই আছিল। দেখাত বৰুৱা বুঢ়া, মূৰৰ সকলো চুলি একেবাৰে বগা হৈ থকা-- পাতলীয়া ডাটিখিনি আৰু চকুৰ চেলাউৰিতো বহুদিন ৰ'দ-বৰষুণত ফাটি পুৰণি হোৱা নাৱৰ পালৰ দৰে জীৰ্ণ-মলিন শুভ্ৰতাৰ বোল লাগিছে। বুঢ়াৰ কপালখন প্ৰশস্ত। বুঢ়া যদিও, মুখৰ বৰণ কমনীয়, ধুনীয়া– বগা।

অলপ সময় কিবা এটা ভাবি, বৰুৱাই কিতাপখন বন্ধ কৰি কোলাতে থ'লে আৰু উদাস তেজাল চকু দুটাৰে উত্তৰ আকাশত উৰি ফুৰা মেঘকেইডোখৰৰ ফালে একেথৰে চাই থাকিল।

উত্তৰ-পূবৰ পৰা এজাক পাতল বতাহ উৰি আহিছিল। বতাহজাক গাত লাগি তেওঁৰ যেন বৰ ভাল লাগিল। চকু দুটা ঘূৰাই তেওঁ তেওঁৰ কাষতে থকা বুঢ়া তগৰজোপাৰ ফালে এনেয়ে চালে। প্ৰত্যেক বছৰেই হয়তো তগৰে পাত সলায়। পুৰণি পাতবোৰ সৰি যায়, নতুন কুঁহিপাতেৰে গছজোপা ঢাক খাই পৰে। কিন্তু প্ৰত্যেক বছৰেই নতুন পাতৰ এই আভৰণ লৈ গুৰি গছডাল বেছি বুঢ়া হৈ যায়। বছৰৰ মূৰত পাতবোৰ সৰে। গা-গছৰ পিঠিত এবছৰৰ এটা ৰেখা আঁকি দিয়ে।

তগৰজোপাৰ পাতলৈকে বতাহত কঁপা পাতবোৰত যেন বৰুৱাই এটা বৰ অৱশ ক্লান্তিৰ বিৰাগী অৱসাদ দেখা পালে।

বুঢ়াই আকৌ কিতাপখন মেলি ল'লে।

চাৰিওফালে নিস্তব্ধ, নীৰৱ। ঘৰৰ পূবৰ এই ঘাঁহনিডোখৰ বুঢ়াৰ প্ৰতিদিনৰ আবেলি বহা ঠাই। জীৱনৰ ভালেমান বছৰ এনেকুৱা মুকলি বতাহত বুঢ়া চকীখনতে এই ছাঁতে বহে, আগৰ পুৰণি আকাশখনৰ কি সলনি হৈছে চায়, আৰু মনে মনে কোনোবা এডোখৰ ডাৱৰৰ মাজত নিজৰ আত্মীয়তাৰ চিনাকি বিচাৰে।

পুৰণি শেৱালিজোপাৰ মাজৰ বাটটোৰেদি ভৱ আৰু এড্‌মাণ্ড সোমাই আহিল।

"অ' তোমালোক! আহা, মই ভাবিছিলোঁ কিজানি তোমালোকে কিবা বেয়াহে পালা। আজি দুদিন দেখোন অহাই নাই। চাওঁ মিনি, মিনি– অ' মিনতি, এই, চকী আনি দেচোন"

শব্দহীন ঘৰটোৰ ভিতৰৰ পৰা এজনী ছোৱালীয়ে টনা-আঁজোৰা কৰি এখন চকী উলিয়াই আনিলে। এড্‌মাণ্ড অলপ আগবাঢ়ি গৈ এখন চকী নিজেই আনিলে আৰু পাৰি বহিল। ভৱই মিনতিয়ে কাষ চপাই দিয়া চকীখন ঠিক কৰি লৈ বুঢ়াৰ সোঁহাতে বহিল। মিনতি আকৌ ভিতৰলৈ গ'ল।

"তোমাক যেন বৰ ক্ষীণ দেখিছো। ৰ'দত বৰকৈ ঘূৰি ফুৰিছা নেকি?" এড্‌মাণ্ডৰ ফালে চাই বুঢ়াই সুধিলে আৰু লগে লগে ভৱৰ ফালে চালে।

"ঘূৰিছোঁ অৱশ্যে।" – অলপ হাঁহি এড্‌মাণ্ডে ক'লে, "কিন্তু কাম হ'লে বিশেষ একো হোৱা নাই।"

"দুদিনতে কাম হ'ব তাৰ কি মানে আছে? পিছে ভৱই কি কৰিছা?"

"প্ৰায় শেষ কৰি আনিছোঁ, কেইদিনমানতে কিজানি শেষ কৰিব পাৰিম।"

"তুমিও খুব ঘূৰিছা তেনেহ'লে। পিছে উপেন ক'ত হে? উপেন ক'ত? ল'ৰাটো এমাহমান দেখা নাই–"

"সিও বৰ ঘূৰিছে বেচেৰা–" ভৱই ক'লে।

"তাঁলৈহে মোৰ বৰ বেয়া লাগে।" এড্‌মাণ্ডে ক'লে, "সি তাৰ সকলো প্ৰেৰণা দি, সকলো শক্তি দি কাম কৰে, পিছে তাক অতি কম মানুহেহে বুজে। আৰু এই নুবুজাৰ কাৰণে তাৰ বৰ খং উঠে, কেতিয়াবা হেনো তাৰ মানুহবোৰক মৰিয়াই দিবৰ মন যায়।" কৈ কৈ এড্‌মাণ্ডে হাঁহিলে।

লাহে লাহে বুঢ়াই ক'লে, "খং উঠাটো উপেনৰ অস্বাভাৱিক হোৱা নাই। প্ৰথমতে পৃথিৱীখনক আমি বৰ ধুনীয়া দেখো, তেতিয়া ইয়াক বৰ ভাল লাগে। ইয়াক যেন চিৰদিন বুকুৰ মাজত সুমুৱাই ৰাখিম, ইয়াৰ পৰা যেন এখোজো ক'লৈকো নাযাম। লাহে লাহে যেতিয়া অকৃতজ্ঞ পৃথিৱীৰ পৰা পাওঁ প্ৰতাৰণা, বিফলতা– তেতিয়া বিদ্ৰোহ কৰিবৰ মন যায়, পৃথিৱীখন ভৰিৰে গছকি ভাঙি গুৰি কৰিবৰ মন যায়। আৰু তাকে কৰিব নোৱাৰিলে আত্মহত্যা কৰি পৃথিৱীখনৰ ওপৰত প্ৰতিশোধ ল'বৰ মন যায়। তেতিয়া আমি বিদ্ৰোহী। কিন্তু নোৱাৰোঁ। আমি– সৰ্বসাধাৰণ মানুহে পৃথিৱীখন ভাঙি গুৰি কৰিব নোৱাৰোঁ, আত্মহত্যা কৰিব নোৱাৰোঁ; অন্তৰত থাকি যায় এটা বিৰক্তি – এটা unrest.

তাৰ পিছত লাহে লাহে দেখোঁ, এই অকৃতজ্ঞ পৃথিৱী চিৰকালেই এনেকুৱা, তেতিয়া আমি হওঁ নিৰাসক্ত। পৃথিৱীখনৰ প্ৰতি ওপজে এক বিতৃষ্ণা। বিদ্ৰোহটো গৈ শান্ত বৈৰাগ্যত পৰিণত হয়–।"

ভৱ আৰু এড্‌মাণ্ড দুয়ো বুঢ়াৰ কথাবোৰ কাণপাতি শুনি গ'ল। মিনতিয়ে এবাৰ খিৰিকীখনেদি মুখ উলিয়াই কোনে কি কৰিছে চালে, তাৰ পিছত আকৌ ভিতৰত সোমাই পৰিল।

স্তিমিত চকু দুটা আকাশত ৰাখি লাহে লাহে উদাস মাতেৰে বুঢ়াই কৈ গ'ল– 'প্ৰথমতে যেতিয়া ফুল ফুলা দেখোঁ, আমি তাৰ ৰূপ-গোন্ধত বলিয়া হওঁ, ফুলক ভাবোঁ নন্দনবনৰ অপ্সৰী। তাৰ পিছত যেতিয়া ফুল সৰি মৰহি যায়, আমি বিদ্ৰোহ কৰোঁ, ইমান ধুনীয়া ফুল পাহ সৰি যাব কিয়? তাৰ পিছত যেতিয়া নিতৌ দেখোঁ যে ফুল ফুলে আৰু তাৰ পিছত মৰহি যায়, আমি আৰু বিদ্ৰোহ নকৰোঁ, দুখো নকৰোঁ। অবুজ হ'লেও মনক বুজনি দিওঁ – এইটোৱেই সৃষ্টিৰ বিধান।"

ভৱ আৰু এড্‌মাণ্ড দুয়ো কিছুপৰ মনে মনে থাকিল। খাকি হাফ্‌পেণ্টটোৰ পাতলিটোত লাগি থকা বন-গুটিবোৰ বাছি বাছি এড্‌মাণ্ডে ক'লে– "মানুহবোৰৰ

ওপৰত উপেনৰ খং, যে সি সমাজৰ কাৰণে বা মানুহৰ কাৰণে যি কৰিছে তাক কোনোৱে স্বীকাৰ নকৰে, বৰং উপহাসহে কৰে।" ভবয়ো এড়্মাগুৰ কথাত যোগ দি এটা হাঁহি মাৰিলে।

বুঢ়াই ঢেক্‌ঢেক্‌কৈ হাঁহি উঠিল।

"তোমালোকে মোৰ আগত উপেনৰ বদনাম কৰা নাইতো?"

ভবহঁত অলপ অপ্ৰতিভ হ'ল আৰু ক'লে, "নাই, বদনাম কৰিম কি? উপেনৰ যি অৱস্থা আমাৰো একেই অৱস্থা।"

বুঢ়াই আকৌ হাঁহিলে। "অ' সেইটো স্বাভাৱিক বুলিয়ে ধৰা। ভগৱানে যেতিয়া পৃথিৱীখন সৃষ্টি কৰে, তেতিয়া ভগৱান সৃষ্টিৰ আঁৰত লুকাই আছিল; ভগৱানক তেতিয়া কেৱে নিচিনিছিল। কিন্তু যিদিনা ভগৱানৰ সৃষ্টিক মানুহে ভোগ কৰাৰ জ্ঞান পালে, সেইদিনা সৃষ্টিৰ মাজত ভগৱানৰ পূজা আৰম্ভ হ'ল। মাটিৰ তলত পুতি থোৱা গুটি এটাক কেৱে আদৰ নকৰে, কিন্তু সেই গুটি গজি যেতিয়া ফলৱতী গছ হয়, তেতিয়াহে গুটিৰ মান বাঢ়ে। তোমালোকক আজি কেৱে নিচিনে, কিন্তু হয়তো এনে এদিন আহিব, যিদিনা তোমালোকৰ আঙুলিৰ এটা ইঙ্গিত পাবৰ কাৰণে এখন দেশৰ চকু থৰ হৈ ৰৈ থাকিব। মিছা নেকি?"

ভব আৰু এড়্মাগু দুয়ো হাঁহিলে।

সুকুমাৰ আহিল। হাফ্-পেণ্ট, স্পৰ্টিং-চাৰ্ট আৰু টেনিছ্ ছু। ঘাম মচা কমালখন কামিজৰ কলাৰৰ লগত ডিঙিত গাঁঠি দিয়া। হাফ্-পেণ্টৰ জেপত নেভিকাট ধঁপাতৰ টিনটো।

"মিনি, অ' মিনি আৰু এখন চকী দি যা অ'—"

সুকুমাৰে ক'লে, "নেলাগে। খেলি আহিছোঁ, চকীত বহিলে গৰমহে লাগিব। মাটিতে বহোঁ। এই বননিতে ভাল লাগিব।"

ঠেং-ভৰি মেলি সুকুমাৰ বননিতে বহিল।

"আজি কিন্তু গৰম হৈছে দেই—" সুকুমাৰক সমবেদনা জনোৱাৰ উদ্দেশ্যে ভবই ক'লে।

"পাউডাৰ স্ন' লগোৱাত লাগি থাকিলে গৰম লাগিবতো। মইতো এতিয়া পাঁচোটা গে'ম খেলি আহিলোঁ। ক'তা, গৰম লাগিছে যদি মোৰ চাৰ্টটোৰহে লাগিছে। মইতো ক'বই নোৱাৰোঁ। কৈ কৈ সুকুমাৰে ডিঙিৰ কমালখন খুলি মুখখন মচিলে।

"মিনি, ঠাণ্ডা পানী একলহমান লৈ আঁহচোন, খাই দিওঁ, বৰ পিয়াহ লাগিছে।"

বুঢ়া, এড়্মাগু, ভব তিনিও হাঁহিলে।

"তুমি অকল খেলিছাই নে আৰু কিবাও কৰিছা?"

"খুব খেলিব লাগে, খেলাটো খুব ঠিক কাম।" সুকুমাৰে ক'লে। তাৰ কোৱাৰ ভঙ্গী দেখি কোনেও নেহাঁহি নোৱাৰিলে।

মিনতিয়ে ডাঙৰ গিলাচ এটাত এগিলাচ পানী আনি দিলে। সুকুমাৰে হাত পাতি ল'লে। গিলাচটো দি, সি খাবৰ কাৰণে মিনতি থিয় দি থাকিল।

পানীখিনি খাই শেষ কৰি গিলাচটো মিনতিৰ হাতলৈ আগবঢ়াই দি ক'লে, "তুমিতো ঘৰৰ ভিতৰতে সোমাই থাকা, নেখেলা; নহ'লে আৰু এগিলাচ পানী খুজিলোঁহেঁতেন। পিছে আকৌ এবাৰ অহা-যোৱা কৰিলে তোমাৰতো যথেষ্ট কচৰৎ হ'ব।"

মিনতিয়ে পাতলকৈ হাঁহিলে।

"অ' এওঁৰ গৰম লগা নাই হয় দেই– " সুযোগ পাই ভৱই ক'লে।

"গৰম? পিয়াহ লগা মানে গৰম লগা নেকি? মৰিবৰ সময়ত যে মানুহৰ পিয়াহ লাগে, গৰম লগাৰ কাৰণে নেকি?"

"তোমাৰ জানো বৰ্তমান সেই অৱস্থা?" অলপ গহীন হৈ এড্মাণ্ডে ক'লে।

তাৰ কথাষাৰ তল পেলাবৰ উদ্দেশ্যে বুঢ়াই ততাতৈয়াকৈ ক'লে, "বাৰু ধৰি লোৱা, তোমাৰ গৰম নাই লগা, মাত্ৰ পিয়াহ লাগিছে, পিছে তুমি খেলা-ধূলা, মাৰ-পিটেই কৰি ফুৰিছা নে আৰু কিবা কৰিছা বা কৰিম বুলি ভাবিছা?"

"মাৰ-পিট! আৰু একো নাই। সকলোৱে ভাবিছে, সকলোৱে ঠিককৈ বুজিছে– সুকুমাৰ গুণ্ডা, মস্ত গুণ্ডা। কচৰৎ কৰিলে মানুহ গুণ্ডা হয়, খেলি ফুৰিলে মানুহ গুণ্ডা হয়, চেষ্টা কৰি যদি কোনোবাই নিজক শকত-আৱত, বলী কৰে সি হয় গুণ্ডা। আৰু মদ খাই বজ্জাতি কৰি খীণাই-শুকাই গ'লে সি গুণ্ডা নহয়। কাৰণ তাৰ মদ খাবলৈ টকা আছে, মটৰ ল'বলৈ টকা আছে, আৰু হেৰিক ..."

"কিন্তু লোকে গুণ্ডা বুলি ক'লেই যে গুণ্ডামি কৰি তাৰ প্ৰমাণ দি প্ৰতিশোধ ল'ব লাগিব এইটো ক'ত পালা?"

সুকুমাৰে চিঞৰি ক'লে, "যেতিয়া কথাৰে নোৱাৰোঁ, কামেৰে নোৱাৰোঁ, তেতিয়া ঘোঁচাৰে–"

ট্ৰে এখনত চাৰি গিলাচ চৰ্বত লৈ মিনতি ওলাই আহিল।

"অ' অতপৰে তুমি বহি বহি ওমৰ খায়াম পঢ়িছিলা নিশ্চয়–" সুকুমাৰে মিনতিক ক'লে। মিনতিয়ে ট্ৰেৰ পৰা গিলাচটো লৈ সুকুমাৰৰ হাতলৈ আগবঢ়াই দিলে, ভৱইতৰ আগলৈ ট্ৰেখন নিলে। প্ৰত্যেকে নিজৰ নিজৰ গিলাচ ট্ৰেৰ পৰা উঠাই ল'লে। খালি ট্ৰেখন বননিতে থৈ মিনতি থিয় হ'ল।

সুকুমাৰে ক'লে, "সকলো বহি থাকোতে তোমাৰ থিয় হৈ থকা অন্যায়। বহা মিনতি, অ' কিহত বহিবা? বহা এইখিনিতে, মাটিতে বহা, আহা, একেবাৰে ওমৰ খায়াম আৰু চাকী।"

আটাইকেউজনে হাঁহিলে।

বুঢ়াই ক'লে– "হাফপেণ্ট, স্পৰ্টিং-চাৰ্ট পিন্ধি, বাৰু খায়ামটো ওলাইছা। খায়ামৰ প্ৰেতাত্মাই পালে চাবা।" ভৱইতে হাঁহিলে।

থিয় দি থকাতে মিনতিয়েও হাঁহিলে। মিনতিৰ ফালে নোচোৱাকৈয়ে সুকুমাৰে ক'লে, "তুমি আজিকালি বৰ আধুনিকা হৈ পৰিছা মিনি। বহিৰ্বলে কোৱাতো থিয় দি আছা, পিয়াহ লাগিল মোৰ, মই পানী খুজিলোঁ, তুমি চৰ্বত আনি দিলা ভৱক, এড্‌মাণ্ডক, ছাৰক।"

ভৱহঁতে হাঁহিলে।

মিনতিয়ে গিলাচকেইটা ট্ৰেখনত তুলি ল'লে আৰু ভিতৰলৈ লৈ গ'ল।

চৰ্বত গিলাচ খোৱাৰ পাছত সুকুমাৰ কিছু ঠাণ্ডা হ'ল।

"ছাৰ, আমি আকৌ এদিন গোট খাব লাগিল", এড্‌মাণ্ডে ক'লে।

"ময়োতো ভাবিছোঁ। অন্ততঃ উপেন, আজাদ, হাদি, ধমাছ ইহঁতকেইটাক বিচাৰি এবাৰ কথা-বাৰ্তা পাতিব লাগিব। অ' তন্দ্ৰা ক'ত হে'? তেওঁ কৰিছেনে কিবা?"

"তন্দ্ৰাৰ কথা মনত পৰিলেই ছাৰ মোৰ টোপনি আহে। ছোৱালীবোৰ useless, একো কৰিব নোৱাৰে। দুটা কাম কৰিব পাৰে– হঁহা আৰু কন্দা। আৰু একো নাই –" সুকুমাৰে ক'লে।

"পৃথিৱীৰ হঁহা-কন্দাবোৰ যে ছোৱালীবোৰৰে সৃষ্টি এই কথা মনত ৰাখিছানে নাই?" বুঢ়াই ক'লে।

ভৱহঁতে ভাবিলে সুকুমাৰ জব্দ হ'ল।

সুকুমাৰে চিঞৰি ক'লে– "হঁহাটো যেই হওক, কিন্তু এই কন্দাৰ সৃষ্টি কৰি এই ধুনীয়া পৃথিৱীখন ছোৱালীবোৰেই নষ্ট কৰিলে– 'নুইচেঞ্চ'–"

এড্‌মাণ্ডে ক'লে "Our sweetest songs... ।" বহাৰ পৰা সুকমাৰ জাপ মাৰি উঠিল।

"থোৱাহে তোমাৰ সেই সাতাৱন চালৰ হেক্‌নিদ কবিতা। খাবা, কাম কৰিবা, খেলিবা, কিহৰ আকৌ কন্দা-কটা, কবিতা, বিৰহৰ গান?

বেলি তেতিয়া প্ৰায় পৰি আহিছে। গছৰ ছাঁবোৰ দীঘল হৈ পূব ফাললৈ মেল খাই গৈছে। বুঢ়াই এবাৰ ক্ৰমে দুৰ্বল হৈ অহা বেলিৰ পোহৰবোৰৰ ফালে চালে। নিজেই অলপ পাতলাই হাঁহিলে। দুটামান ভাটৌ চৰাই চিঞৰি চিঞৰি ক'ৰবালৈ উৰি গৈছে। বুঢ়াৰ ঘৰৰ মূধত ঠাই লোৱা শালিকাহাল ক'ৰবাৰ পৰা উলটি আহিল, আৰু ঘৰৰ মূধত পৰি বুঢ়া আৰু মিনতিক এবাৰ চালে।

এড্‌মাণ্ডে ক'লে, "ৰ'বাহে সুকুমাৰ, অকল শক্তি হ'লেই নহয়, যুক্তিও লাগে। মই যিমানদূৰ জানো, তন্দ্ৰা এনেয়ে বহি থকা নাই, যথেষ্ট কাম কৰিছে। তোমাৰ দৰে মাৰ-পিট কৰি ফুৰিলেহে আৰু কাম কৰা হ'ল নেকি?"

"সবিতা, মমতাহঁতেও বেছ কাম কৰিছে বুলি মই জানো–" ভৱই ক'লে।

"সবিতা, মমতা, তন্দ্ৰাইতে কাম কৰিছে নে নাই কৰা চাই ফুৰাটোৱেই তোমালোকৰ কাম?" সুকুমাৰৰ কথা শুনি ভৱ আৰু এড্‌মাণ্ড চুপ হৈ গ'ল।

মিনতি ভিতৰৰ পৰা আহি সকলোৰে মাজতে ক'লেহি, "আজি পুৰা মমতাই মোলৈ এখন চিঠি দিছে, তেওঁ কালিলৈ আহিব।" মিনতি ভিতৰলৈ গুচি গ'ল।

সুকুমাৰে ক'লে, "আহিলে আহক, কালিলৈ মই আহিব নোৱাৰোঁ, যদি কিবা নতুন কাম হাতত লয় মোক জনাব।"

সুকুমাৰে ৰুমালখনেৰে মুখখন মচিলে আৰু বুঢ়াক ক'লে, "যাওঁ ছাৰ। এড্‌মাণ্ড, কালিলৈ ৰাতিপুৱা মোক লগ দিবিচোন।" কৈ কৈ সুকুমাৰ গ'লগৈ।

তিনিও তাৰ যোৱাৰ ফালে চাই হাঁহিলে।

বুঢ়াৰ চীনা-হাঁহ দুটা ক'ৰবাত চৰি টাঁক্ টাঁক্ কৰি উলটি আহিল। বননিবোৰ অলপ সেমেকা হৈ আহিল। মিনতি ভিতৰৰ পৰা চোতাললৈ ওলাই আহিল। তগৰজোপাৰ শুকান পাতবোৰ ডাঠ হৈ আহিল। উত্তৰ আকাশত উৰি থকা বগা ডাৱৰকেইডোখৰ ক'ৰবালৈ উৰি গ'ল।

ভব, এড্‌মাণ্ড আৰু দিবাকৰ বৰুৱা তিনিও বাহিৰৰ পৰা বৈঠকখানালৈ সোমাই আহিল। মিনতিয়ে লেমটো জ্বলাই মেজখনৰ ওপৰত থৈ গ'ল।

৩

ঠিক মুৰামুৰি সময়ত দুজন ডেকা আহি ষ্টেচন প্লেটফৰ্মত বেগাবেগিকৈ সোমাল। ষ্টেচনত মানুহৰ যথেষ্ট ভিৰ হৈছিল। তাত থকাৰ ভিতৰত সকলো মানুহ যাত্ৰী নহ'লেও, কোন যাত্ৰী আৰু কোন ফুৰিবলৈ অহা বুজা টান। ষ্টেচনটোৰ দীঘল প্লেটফৰ্মখন বেছ উৰুমিৰে গৰম হৈ উঠিছে। দুয়ো ৰেলৰ লাইনৰ একেবাৰে কাষলৈ আহি থিয় দিলে। হাতৰ সৰু চুটকেচ দুটা মাটিত নমাই থ'লে! এজনে গৈ দুটা হালধীয়া টিকট কিনি আনিলে।

"ইণ্টাৰৰ নললি কিয়?" উপেনে সুধিলে।

"ইয়াৰেই হ'ব ব'ল, উঠোতে ইণ্টাৰত উঠিবি।" – থমাছে ক'লে আৰু ৰেল অহাৰ ফালে চালে।

অলপ দূৰত এজনী ছোৱালীৰ ওপৰত তাৰ চকু পৰিল। সি অলপ পৰ চাই থাকি উপেনক ইঙ্গিত দি দেখুৱালে। উপেনেও চালে।

"ক'ত বা উঠে!"

"ভালকৈ চাই থাকিবি" থমাছে ক'লে।

"আপাৰত উঠিলেহে পণ্ড—"

"লগত বা পাণ্ডা কিমান আহিছে—"

"ৰবি, মই চাই আহোঁ—"

পাইচাৰি কৰাৰ দৰে সহজভাৱে থমাছক এৰি, উপেন ছোৱালীজনী থকাৰ ফালে আগবাঢ়ি গ'ল। ওচৰ পাই অলপ ৰ'ল। এবাৰ ছোৱালীজনীৰ ফালে ভালকৈ চালে, দেখিলে ছোৱালীজনীৰ লগত সৰু এটা 'এটাচি কে'চ' আৰু এটা বেগ।

উপেনে অলপ ভাল পালে। হয়তো লগত কোনো নাই। দৈনন্দিন অভ্যাস মতে উপেনে কামিজৰ কলাৰটো থিয় কৰি ল'লে। চেণ্ডেলযোৰত কিমান ধূলি লাগিছে চালে আৰু পিন্ধি থকা কামিজটোৰ দীঘলীয়া পাৰিবোৰৰ ওপৰেদি চকু দুটা এবাৰ বগৰাই নিলে। ছোৱালীজনী বেছ গহীনভাৱে একে ঠাইতে থিয় দি থাকিল।

ছোৱালীজনীয়ে ৰেলৰ আলিৰ শিলগুটিবোৰৰ বৰণবোৰ চালে আৰু বেগটো কাষলতি তলত ধৰি বাওঁ হাতৰ কেঞা আঙুলিটোৰে বাওঁ চকুটো মোহাৰিলে। আঙঠিটো চকুত পৰি উপেনৰ ভালেই লাগিল।

ফেৰিৱালাটোৰ পৰা উপেনে এমুঠি বিড়ি কিনিলে আৰু জেপত চালে জুইছলাটো আছে।

ৰেলখন আহি ষ্টেচনত ৰ'লহি। উপেন তাৰ মাল-বস্তুৰ ওচৰলৈ নগ'ল। ছোৱালীজনী কোনখন গাড়ীত উঠে দূৰৰ পৰা চাই থাকিল। থমাছেও উপেনৰ ইঙ্গিতৰ কাৰণে বৈ থাকি ইতস্ততঃ কৰিবলৈ ধৰিলে। গহীন আৰু সহজভাৱে অলপো ব্যস্ত নোহোৱাকৈ ছোৱালীজনী ইণ্টাৰক্লাছৰ গাড়ী এখনত উঠিল। থমাছেও চকু দি আছিল। উপেনলৈ অকণো বাট নেচাই সিও চুটকেছ দুটা লৈ সেই গাড়ীতে উঠিল।

সেই দিনাৰ বাতৰিকাকতখন ফেৰিৱালাটোৰ পৰা লৈ উপেনো আহি সেই ছোৱালীজনী উঠা গাড়ীতে উঠিল। সি গহীন হ'বৰ চেষ্টা কৰিলে। চকুৰ আগত সি বাতৰিকাকতখন মেলি ধৰিলে আৰু বৰ মনোযোগেৰে পঢ়িব ধৰিলে। গাড়ীখনত আগৰে কেইজনমান মানুহ আছিল, আৰু দুজনমান উঠিল। ল'ৰা-ছোৱালী লৈ ক'ৰবাৰ বঙালী মানুহ এজনো আহিছে। কোঠাটোত ঠাইৰ যথেষ্ট নাটনিয়েই হৈ পৰিছে। কোনোমতে অকণমান ঠাই উলিয়াই থমাছ ছোৱালীজনীৰ কাষতে বহিল, ছোৱালীজনীয়ে বেগটো বেঞ্চখনৰ পৰা কোঁচলৈ তুলি ল'লে। উপেন আৰু থমাছলৈ ছোৱালীজনীয়ে অলপো কাণ নকৰা যেন দেখুৱালে।

থমাছৰ দেখি আনন্দ লাগিল যে ছোৱালীজনী অকলে আহিছে, লগত আৰু কোনো নাই।

ৰেল চলিল।

উপেনে যেন বাতৰিকাকতত অহা কিবা এটাৰ অৰ্থটো দকৈ ভাবি চাবৰ কাৰণে চকুৰ আগৰ পৰা বাতৰিকাকতখন কোলাৰ ওপৰত পেলালে আৰু খিৰিকীয়েদি বাহিৰলৈ চাই কথাটো ভাবিলে। অলপো সৌজন্য প্ৰকাশ নকৰি আগতে বহা উপেনক ছোৱালীজনীয়ে ক'লে— "কাগজখন অলপ চাবলৈ দিবচোন—"

উপেনেও অপ্ৰস্তুত বা ব্যস্ত নোহোৱাকৈ ক'লে— "অ' ৰ'ব দেই, অলপ বাকী আছে, শেষ কৰি লওঁ—"

আকৌ গহীন হৈ উপেনে কাকতখন চকুৰ আগলৈ তুলি ল'লে।

"আপুনি কিমান দূৰ যাব?" কাষতে বহা থমাছে সুধিলে। ছোৱালীজনীয়ে অলপ ইহাৰ নিচিনা কৰিলে, একো নেমাতিলে। থমাছে লাজো পালে, খংও পালে। সি মনে মনে থাকিল।

পাঁচ মিনিটমানৰ পিছত উপেনে কাগজখন ছোৱালীজনীলৈ আগবঢ়াই দিলে। ছোৱালীজনীয়ে এফালৰ পৰা চকু ফুৰাই যাব ধৰিলে।

উপেনেও যেন ছোৱালীজনীৰ কাৰণে একো ভবা নাই, এনে দেখুৱাই থমাছৰ লগত কথা আৰম্ভ কৰিলে।

"হেৰ, হালধীয়াই বিপদত পেলায় বা?"

"হ'লেইনে তোৰ বিপদৰ চিন্তা আৰম্ভ?"

"কিন্তু অন্যায় নহ'ব জানো?"

"অন্যায়টো ক'ত দেখিলি? যি নীতিলৈ ৰেলগাড়ী সজা হৈছে, সেই নীতি যদি সকলোৰে অনুমোদিত ন্যায়-নীতি হয়, তেন্তে আমাৰ এইটোও অন্যায় হ'ব নোৱাৰে।" ছোৱালীজনীৰ কাষত তাৰ মাতটোক প্ৰাধান্য দিবৰ কাৰণেই যেন থমাছে অলপ ডাঙৰকৈয়ে ক'লে।

"ৰেলগাড়ী সজাত কিহৰ নীতিটো দেখিলি? ন্যায়-অন্যায় এতিয়া লোহাৰ চকা আৰু কাঠৰ গাড়ীতো লাগিলহিনে?"

"আৰুনো কি? ন্যায়-অন্যায়টো গছত লাগে নে কি? একেখন ৰেলতে প্ৰথম শ্ৰেণী, দ্বিতীয় শ্ৰেণী, তৃতীয় শ্ৰেণী, মধ্যম শ্ৰেণী, বিশেষ শ্ৰেণী– কতনা শ্ৰেণী-ক্লাছ। তৃতীয় শ্ৰেণীত সুদা কাঠ, প্ৰথম শ্ৰেণীত ভেল্‌ভেটৰ কুছন, ইলেকট্ৰিকৰ পাংখা, এই ইমানবোৰ ভাগ কিয়? ধনী দলক উৎকৃষ্ট আৰু নিৰ্ধনী দলক নিকৃষ্ট প্ৰমাণ কৰিবলৈকেতো?"

উপেনে চেণ্ডেলযোৰ ভৰিৰ পৰা খুলিলে আৰু ভৰি দুখন বেঞ্চত তুলি বহিল। "যাৰ কাৰণে যি উপযুক্ত তাক সেইটো নিদিলেতো অন্যায় কৰা হ'ব–" উপেনে ক'লে।

"এই উপযুক্ততাটো কোনে ঠিক কৰি দিলে? কাৰোবাৰ পিঠিত মাৰ্কা মৰা আছে নে কি যে তেওঁ ফাৰ্ষ্ট ক্লাছৰ উপযুক্ত? আৰু মাৰ্কা থাকিলেও মাৰিলে কোনে? ধনে?"

"কিন্তু মুটিয়াটোক যদি থাৰ্ড ক্লাছৰ বেঞ্চৰ পৰা আনি ফাৰ্ষ্ট ক্লাছত বহুৱাই দিয়হি, সি বহিও সুখ নাপায় আৰু ফাৰ্ষ্ট ক্লাছৰ অপমানো সি নকৰি নেথাকে। যেতিয়া সি ৰেলৰ পৰা নামে, দেখিবি হয়তো ফাৰ্ষ্ট ক্লাছক পিক্ পেলাই, লেতেৰা কৰি থাৰ্ড ক্লাছ কৰি আহিছে।"

"সেইবাবে সি জগৰীয়া নহয়, তাৰ তাত লাজ পাব লগাও একো নাই। তাৰ বাবে লাজ পাব লাগে আমি– যি ৰেল সজা নীতি ৰচনা কৰিছোঁ, বিভেদ-নীতি ৰচনা কৰিছোঁ, শ্ৰেণী বিভাগ কৰিছোঁ– মানুহক প্ৰথম শ্ৰেণী, দ্বিতীয় শ্ৰেণী, তৃতীয় শ্ৰেণীত ভাগ কৰিছোঁ। মুটিয়া চিৰদিন থাৰ্ড ক্লাছ, তাক আমি জানো কোনোবা দিন ফাৰ্ষ্ট ক্লাছ কৰিবৰ, ফাষ্ট ক্লাছত বহুৱাবৰ চেষ্টা কৰিছোঁ? সি যদি দৈব দুৰ্বিপাকত পৰি এদিন ভুলক্ৰমে ফাৰ্ষ্ট ক্লাছত বহি তাক মলিন কৰি আহে, তাৰ বাবে জগৰীয়া আমি–

আমিয়েতো তাক মলিন হ'বলৈ, অমার্জিত হৈ থাকিবলৈ, পশু হৈ থাকিবলৈ এৰি দিছোঁ, কোনো দিন তাক ফাষ্ট ক্লাছৰ উপযুক্ত কৰিবৰ চেষ্টা কৰা নাই, নকৰিলোঁ।"

ছোৱালীজনীয়ে খবৰ কাগজখন চকুৰ আগৰ পৰা কোলাত থলে আৰু থমাছৰ কথালৈ মনোযোগ দিলে। ছোৱালীজনীয়ে অকণো নেহাঁহিলে।

"কি হৈছেনো?" – একো নুবুজাৰ দৰে ছোৱালীজনীয়ে উপেনলৈ চাই সুধিলে। উপেনে অলপ হাঁহিলে।

থমাছে ডাঙৰকৈয়ে ক'লে– "আমি থাৰ্ড ক্লাছৰ টিকট লৈ ইণ্টাৰত আহিছোঁ।"

"অ' সেইটো বহুতেই কৰে আজি-কালি, অন্য ক্লাছত ইমান ৰাছ–"

"অন্য ক্লাছত মানে, থাৰ্ড ক্লাছত? তাত 'ৰাছ্' নহ'ব কিয়? ভাৰতৰ চল্লিশ কোটি মানুহৰ চল্লিশ কুৰি মানুহ যায় ফাষ্ট ক্লাছত, বাকী যায় থাৰ্ড ক্লাছত- বাকী সকলো থাৰ্ড ক্লাছ। এই উনচল্লিশ কোটিক থাৰ্ড ক্লাছ কৰি ৰাখিছে কোনে? এই এমুঠি ফাষ্ট ক্লাছে, এমুঠি ধনীয়ে– এই এহেজাৰ অভিজাতে!"

"কিন্তু সেই বাবে ৰেল কৰ্তৃপক্ষ দায়ী জানো? দুই শ্ৰেণীৰ বা তিনি শ্ৰেণীৰ যাত্ৰী আছে কাৰণেইতো দুই-তিনি ৰকম গাড়ী সজা হৈছে। তথাপি যেই কোনো মানুহ যেই কোনো শ্ৰেণীত উঠিব পাৰে, তাত কোনো বাধা নাই।" ছোৱালীজনীয়ে গহীনভাৱে আৰু ঘৃকৰা হিচাপে কথাখিনি ক'লে।

"বাধা নাই। যেই কোনো মানুহ যেই কোনো শ্ৰেণীত উঠিব পাৰ! কিন্তু থাৰ্ড ক্লাছৰ মানুহ কেতিয়াবা ফাষ্ট ক্লাছত যোৱা দেখিছেনে বা ফাষ্ট ক্লাছকেই কেতিয়াবা থাৰ্ড ক্লাছত যোৱা দেখিছে?"

"সেইটো তেওঁলোকৰ ব্যক্তিগত অসমৰ্থতাৰ কাৰণে।"

"সঁচা কথা, কিন্তু এই ব্যক্তিগত অসমৰ্থতাৰ মূল ক'ত?

থমাছে ভালকৈ বহি ল'লে। দূৰত বহা বঙালীজনেও হয়তো অসমীয়া বুজিছিল।

থমাছহঁতৰ তৰ্ক শুনি ছোৱালীজনীয়ে বহাৰ পৰাই এই ফালে কাণ দিলে। উপেনে যেন তৰ্কটো থমাছ আৰু ছোৱালীজনীৰ মাজত এৰি মনে মনে বহি থাকিবৰ চেষ্টা কৰিলে। বঙালী মানুহজনৰ ডাঙৰ ছোৱালীজনীয়ে কিবা এখন বঙালী আলোচনী বৰ মনোযোগ দি পঢ়া দেখুৱাই এইফালে পিঠি দি বহি থাকিল।

"চাওঁ এটা বিড়ি দেচোন উপেন–" থমাছে উপেনৰ পৰা এটা বিড়ি খুজি জ্বলালে। আৰু ছোৱালীজনীলৈ অকণো শ্ৰদ্ধা নথকাৰ দৰে ধোঁৱাবোৰ উৰাবলৈ ধৰিলে।

ছোৱালীজনীয়ে সোঁহাতৰ চুৰিত জাপি সুমুৱাই থোৱা অকণমান ৰুমালখন উলিয়াই থুঁতৰিটো লাহে লাহে মচিলে।

"পূবাৰ পৰা গধূলিলৈকে তেজ পানী কৰি, সি পায় কেইঅনা? ডাঙৰ এটা পৰিয়াল, আঠ-দহখন মুখ, আঠ-দহটা পেট। এইকেইঅনাৰে সি কিনে এসেৰ চাউল। পাৰিলে এপইচাৰ নিমখ। তাকে খাই তাৰ জীৱন কাটি যায়। অকালতে সি বুঢ়া হয়,

অকালতে তাৰ হয় ৰিউমেটিজম্, অকালতে সি মৰে। চিৰদিন সি থাকি যায় বনুৱা, মজদুৰ, থাৰ্ড ক্লাছ!"

"থাৰ্ড ক্লাছক ছয় অনা হাজিৰা দি ধনগিৰিয়ে দিনটোত পায় কিমান? দিনৌ শ শ বনুৱাই ছয় অনাৰ কাৰণে ধনগিৰিৰ ট্ৰেজাৰীৰ বেৰ পকা কৰে। ক'ৰবাৰ কাগজ এখনত চহী কৰি ধনগিৰিয়ে লাখ টকাৰ হিচাপ কৰে। তেওঁৰ কাৰণে সজা হয় নতুন ৰেল, নতুন মটৰ, নতুন ক্লাছ! আৰু ছয়অনীয়া জীৱনৰ বনুৱা,– থাৰ্ড ক্লাছৰ পৰাও সি গতা খায়, ফাৰ্ষ্ট ক্লাছ সি দূৰৰ পৰা দেখিছে। ভিতৰত কি আছে নজনাকৈয়ে পুৰুষ, পুৰুষ পাৰ হৈ গৈছে।"

ৰেলখন আহি কোনোবা এটা ষ্টেচনত ৰ'ল। থমাছ অলপ মনে মনে থাকিল। উপেনে এটা বিড়ি জ্বলাই হুপিবলৈ ধৰিলে।

"মই বি. এ. পাছ। মই বিশ্ববিদ্যালয়ৰ ডিগ্ৰীধাৰী। মোৰ মেৰিট আছে, কিন্তু টকা নাই। ৰমা ফুকন মোৰ ক্লাছ ফ্ৰেণ্ড। ক্লাছ চেভেনৰ পৰা তিনিবাৰ প্ৰমোচন নেপাই স্কুল এৰিলে। বাপেক মৰিল। নগদ ডেৰ লাখ টকা, এখন বাৰ্টন হাম্বাৰ, তিনিখন চাহ বাগিচা, চৌৰাশী পুৰা ৰূপীত মাটিৰ গৰাকী হ'ল ৰমা। কি সূত্ৰত? এই অধিকাৰৰ দাবী কি ক'ত পালে? বাপেকৰ অধ্যৱসায় বা শোষণ ক্ষমতাক স্বীকাৰ কৰোঁ, কিন্তু তাৰ– ৰমাৰ কি অধিকাৰ আছে এই সম্পত্তিৰ ওপৰত? সিতো তাৰ এক পইচাও অৰ্জা নাই। অথচ সি আজি ফাৰ্ষ্ট ক্লাছ আৰু মই এটা ...। কালি কাপোৰ-কানিকেইটা ধুইছিলোঁ কাৰণেই। নহ'লে মই আপোনাৰ ইমান কাষত বহা হ'লে, আপুনিও মোক ঘিণ কৰিলেহেঁতেন– থাৰ্ড ক্লাছ বুলি আঁতৰাই পঠালেহেঁতেন, বা নিজেই আঁতৰি গ'লহেঁতেন।"

ছোৱালীজনী অলপকৈ হাঁহিলে।

ৰেলখনে আকৌ ষ্টেচন এৰিলে। ছোৱালীজনীৰ হাঁহিতে যোগ দি অলপ পৰ তিনিও মনে মনে থকাৰ পিছত উপেনে ক'লে– "এতিয়া পিছে টিকট চেকাৰে পালে কি কৰিবি?"

"মিছা মাতিম, আৰু কি কৰিম? কৈ দিম থাৰ্ড ক্লাছত চিট নেপালোঁ কাৰণে ইয়াত উঠিলোঁ। নগ'লেই নহয়– কি কৰিম–"

উপেন আৰু ছোৱালীজনী দুয়ো হাঁহিলে।

"আচলতেনো থাৰ্ড ক্লাছত নাহিল কিয়? থাৰ্ড ক্লাছৰ বিষয়ে ইমানখিনি কৈয়ো, আপুনি দেখোন ইণ্টাৰতহে আহিল?" ছোৱালীজনীয়ে পাতল বিদ্ৰূপ সানি সুধিলে।

"আমি যে থাৰ্ড ক্লাছ নহয়, তাকে প্ৰমাণ কৰিবলৈ। সকলোকে সমান অৱস্থালৈ আনিবলৈ দুটা বাট আছে– হয়তো ফাৰ্ষ্ট ক্লাছক থাৰ্ড ক্লাছৰ লগত বহুৱাব লাগিব; কিন্তু সেইটো অহিতকামী, প্ৰগতিবিৰুদ্ধ। আনটো উপায় হৈছে থাৰ্ড ক্লাছক ফাৰ্ষ্ট ক্লাছলৈ আনিব লাগিব। আমি থাৰ্ড ক্লাছ নহওঁ, কোনোৱেই থাৰ্ড ক্লাছ নহয়; সকলো ফাৰ্ষ্ট ক্লাছ। সকলো ফাৰ্ষ্ট ক্লাছ হ'লে তেতিয়া আৰু ফাৰ্ষ্ট ক্লাছ বুলি বস্তু এটা

এনেয়ে নোহোৱা হৈ যাব। আমি নিজে আমাক থাৰ্ড ক্লাছৰ পৰা একেবাৰে নানিলে তাৰ পৰা থাৰ্ড ক্লাছে আমাক এৰি নপঠিয়ায়। আমি সকলো থাৰ্ড ক্লাছ যদি কৰি গুচি আহোঁ, ফাৰ্ষ্ট ক্লাছ আপুনি নোহোৱা হ'ব। তাৰ পিছত ইণ্টাৰ, তাৰ পিছত চেকেণ্ড— থাকিব মাথোন ফাৰ্ষ্ট ক্লাছ। সকলো মানুহ হ'ব তাৰ যাত্ৰী।"

"সকলো মানুহ ফাৰ্ষ্ট ক্লাছ হ'বলৈ পিছে ইমানবোৰ পইচা টিকট কিনিবলৈ পাব ক'ৰ পৰা?" উপেনে ক'লে।

"পইচা আকৌ কেলেই? সকলো ফাৰ্ষ্ট ক্লাছ মানে সকলো সমান। সকলো সমান মানে সকলোৱে সমান পইচা দি আসন ল'ব। এতিয়া শ্ৰেণী-বিভেদ আছে বুলিয়েতো টিকেটৰ দাম কম-বেছি, আকাশ-পাতাল আছে। যেতিয়া ফাৰ্ষ্ট ক্লাছ বুলি বিশেষ প্ৰাণী এটা নোহোৱা হ'ব, তেতিয়া বেছি পইচা দিওতাইবা কোন ওলাব? তেতিয়া মই যিমান দাম দি টিকেট কিনো, ৰমায়ো তাকে দিব। বেছি দিয়ে যদি তাৰ মূৰ্খামি।"

থমাছৰ কথাবোৰ শুনি এইবাৰ ছোৱালীজনীয়ে ডাঙৰকৈয়ে হাঁহিলে। উপেনেও হাঁহিলে। থমাছ, যেন তাৰ সাৰ্বজনীন, শ্ৰেণীহীন ফাৰ্ষ্ট ক্লাছ ৰেলগাড়ীখনত এতিয়াও গৈ আছিল। সি অলপ পৰৰ পাছতে হাঁহিলে।

ছোৱালীজনীৰ কোলাৰ পৰা বাতৰিকাকতখন তললৈ সৰি পৰিল। ছোৱালীজনীয়ে তুলি আনি উপেনৰ ফালে আগবঢ়াই দিলে। উপেনে হাত মেলি লৈ জাপি থ'লে। থমাছৰ বক্তৃতা অলপ শাম কটা যেন দেখি উপেনে ছোৱালীজনীক সুধিলে— "এতিয়া আপুনি ক'ৰ পৰা আহিল?"

"সেইটো ষ্টেচনৰে পৰা"— সহজভাৱে ছোৱালীজনীয়ে ক'লে।

উপেন আৰু থমাছ দুয়ো এবাৰ চকুৱে চকুৱে চোৱা-চুই কৰিলে। ছোৱালীজনীয়ে বুজিলে, কিন্তু একো নক'লে।

অলপ পৰ ৰৈ উপেনে আকৌ সুধিলে— "আপুনি ক'ত নামিবগৈ?"

"বৰ্তমান যিমান পৰা যায় গৈ থকা যাওকচোন. নামো যেতিয়া আপোনালোকে বুজিবই।"

"আমাতকৈ যদি আগবাঢ়ে।"

"তেতিয়া বাৰু ক'ম দিয়ক—"

"আমাক কিবা সন্দেহ কৰিছে?"

"নাই কৰা। অকণো নাই কৰা। আপোনালোকেহে কিজানি মোক সন্দেহ কৰিছে?"

"নিশ্চয় কৰিছোঁ। আপুনি কিমানদূৰ যাব, লগ পায়ে সুধিলোঁ আপুনি নেমাতিলেই—" থমাছে ক'লে।

"অ', কথাটো আপুনি মনত ৰাখি থৈছে! আজিকালিৰ দিনত বি নিজক দেখুৱাই ফুৰিব নোৱাৰে, তাৰ নিজক লুকুৱাই ফুৰাই নিৰাপদ—" ছোৱালীনীয়ে ক'লে।

"আপুনি আমাৰ পৰাও কিবা বিপদৰ আশঙ্কা কৰেনে?"

"মোৰ কাষতে বহিল বুলিয়েই আপোনাক চিনি পাওঁ বুলি কেনেকৈ কওঁ? তাৰ উপৰি যাকে-তাকে ক'ৰ পৰা আহিছো, ক'লৈ যাম আদি কথা থিতাতে কৈ দি পাছত বিপদত পৰিবলৈও আছে।"

"আপোনাৰ দেশৰে অসমীয়া বুলি অন্ততঃ আপুনি আমাক চিনি পাইছে?"— উপেনে ক'লে।

"তাকে জানিছোঁ কাৰণেইতো। এজন ইংৰাজ বা এমেৰিকান হোৱা হ'লে, সকলো ক'বলৈ অলপো ভয় নকৰিলোঁহেঁতেন, কিন্তু আমাৰ দেশৰ মানুহহে যি, পৰিচয় দি গৈ ঘৰ পোৱাৰ আগতে হয়তো পুলিচ থানাত ওলাবগৈ লাগিব।"

থমাছ আৰু উপেন দুয়ো বেছি সন্দেহেৰে ছোৱালীজনীৰ মুখলৈ চালে। দুয়োৰে ছোৱালীজনীৰ নামটো সুধিবলৈ বৰ মন গৈছিল। কিন্তু কি উত্তৰ পাব আগতে জানিয়ে দুয়ো নুসুধিলে।

ছোৱালীজনীয়ে সৰু চুটকেছটো খুলিলে আৰু এমুঠি টফি উলিয়ালে। দুয়োৰে আগলৈ আগবঢ়াই দিলে। উপেনে কেইটামান আৰু থমাছে কেইটামান ল'লে। ছোৱালীজনীয়েও কেইটামান লৈ চুহিব ধৰিলে।

উপেনে ছোৱালীজনীলৈ এইবাৰ ভালকৈ চালে। পাতল, বগা, চিপ্‌চিপীয়া ছোৱালীজনী। মুখখন দীঘলীয়া। বাঁওফালে চেলাউৰিৰ ওপৰতে এটা সৰু ক'লা মাহ আছে। বেণী গুঁঠি ৰখা চুলিখিনি অলপ কেঁকোৰা। কপালৰ আগত দুডালমান কোমল চুলি আছে, সিহঁতো কেঁকোৰা, ওঁঠ দুটা অলপ পাতল, কিন্তু দেখিবলৈ ধুনীয়া। ছোৱালীজনীৰ গাত এখন পাটৰ বগা মেখেলা, আৰু এখন পাতল কপাহী চাদৰ। চাদৰখন পাতল। বাহুলৈকে হাত ওলোৱা চোলাটোও পাতল।

কোনোবা এটা ষ্টেচনত আকৌ ৰেলখন ৰ'ল। থমাছহঁতৰ কোঠাটোৰ পৰা কেইজনমান মানুহ নামি গ'ল। যাহওক, ইণ্টাৰক্লাছত উঠোঁতা মানুহ সেই ষ্টেচনত নাছিল। উপেনহঁতে অলপ পাতল পালে।

উপেনক খুজি থমাছে বাতৰিকাকতখন ল'লে আৰু এফালৰ পৰা চকু ফুৰাই গ'ল। ক'ৰবাৰ মিলত বনুৱাৰ ধৰ্মঘটৰ কথা পঢ়িলে। ৰাজনৈতিক বন্দীৰ কথা পঢ়িলে, যুদ্ধৰ বাতৰি পঢ়িলে, সম্পাদকীয় মন্তব্য পঢ়িলে, কলিকতাৰ বজাৰ দৰ পঢ়িলে— থমাছৰ যেন বৰ ব্যস্ত হৈ থাকিবৰ মন গৈছিল।

থমাছে আকৌ উপেনৰ পৰা বিড়ি এটা খুজি খালে।

বাতৰিকাকতখনৰ এপিঠি মোটোকাই এটা 'কলম' ছোৱালীজনীৰ আগলৈ দাঙি ধৰি থমাছে ক'লে— "এই চাওক, মিলত লেবাৰ ষ্ট্ৰাইক— ধৰ্মঘট। বনুৱাই নিজৰ দাবী পূৰাবৰ কাৰণে ধৰ্মঘট কৰিছে। সিহঁতৰ নাম নাই, সিহঁত 'লেবাৰ' – 'লেবাৰে' কৰিছে ষ্ট্ৰাইক। লেবাৰৰ বাহিৰে সিহঁতৰ আন কোনো 'আইডেণ্টিটি' নাই— আন কোনো পৰিচয় নাই। ৰাম, হৰি, ৰহিম, কৰিম সকলো গোট খাই কাৰখানাৰ এটা

ডাঙৰ চকা হৈ দিনে-ৰাতিয়ে ঘূৰিছে। আজি সিহঁতৰ নাম 'লেবাৰ'– অন্য নাম সিহঁতৰ নাই। সিহঁত 'লেবাৰ' নহয়, সিহঁত 'জাবৰ'। সিহঁত পৃথিৱীৰ মলিনতাৰ 'স্তূপ'– আবৰ্জনাৰ গেৰেকণি; সিহঁত জাবৰ।

"ইটো শ্ৰেণী কোন জানে? ইটো শ্ৰেণী কুবেৰ। ষ্ট্ৰাইক এই জাবৰ আৰু কুবেৰৰ সংঘৰ্ষ। এই জীৱন্মৃত, পৰিচয়হীন জাবৰবোৰ জাপি জাপি কুবেৰৰ ধন-ভঁৰালৰ ভেটি বন্ধা হ'ব ধৰিছে। যিমানে কুবেৰৰ গচক খাইছে– সিমানে জাবৰ চেপেটা হৈ গৈছে, বহি গৈছে, নিজৰ পৰিচয় হেৰুৱাইছে।" এইবাৰ থমাছৰ ভাষাত উগ্ৰতা থাকিলেও সি ধীৰ অনুভূতিৰেই কথাবোৰ কৈ গ'ল।

"এই জাবৰৰ জোকাৰণিয়েই হৈছে ষ্ট্ৰাইক।" – উপেনৰ থমাছৰ কথাবোৰ অপ্ৰাসঙ্গিক যেন লাগিছিল। সত্য হ'লেও ৰেল গাড়ীৰ অমনোযোগী যাত্ৰীৰ আগত এইবোৰ কৈ লাভ কি? মানুহৰ শুনিও আমনি লাগিছে। ইয়াতকৈ মানুহে মোকৰ্দমাত উকীলৰ বাহাদুৰীৰ কথাকে শুনি বেছি ভাল পায়।

– "কিমান চিঞৰ আৰু? মিছাতে তেখেতক আমনি দিছ কিয়? তেখেতো এইবোৰ নজনা নহয়–"

"তেখেতে শুনক বুলি মই কোৱা নাই– মই নিজকে কৈছো।"

"নাই, কওক, কওক। শুনি সঁচাকৈয়ে মোৰ ভাল লাগিছে। আমি একো কৰিব নোৱাৰিলেও এনেকে যদি প্ৰত্যেকেই ভাবিবলৈকে শিকিলোঁহেঁতেন–"

ছোৱালীজনীয়ে কথাটো কি সুৰত ক'লে উপেনে একো গম ধৰিব নোৱাৰিলে। সি আৰু এটা বিড়ি জ্বলালে।

"সঁচাকৈয়ে চাওকচোন," থমাছে লাহে লাহে ক'লে, "কাৰখানাৰ চকাবোৰ, যন্ত্ৰবোৰ নিয়ম মতে ঘূৰিবৰ কাৰণে, নিতৌ তাত তেল দিয়ে, পৰিষ্কাৰ কৰে, ব্ৰাছ কৰে।"

"কিন্তু কাৰখানাৰ অপৰিহাৰ্য কাৰখানাৰ প্ৰাণ এই বনুৱাবোৰ– সিহঁতৰ কিমান নিতৌ বিনা চিকিৎসাত, বিনা শুশ্ৰূষাত মৰিব লাগিছে। বস্ত্ৰহীন, মলিন, আধাপেটি সিহঁত; সিহঁতক পৰিষ্কাৰ কৰিবৰ কাৰণে কিমানে চকু দিয়ে? অথচ এদিন যদি দৈৱাৎ জ্বৰ হৈ কামত অনুপস্থিত থাকে, তাৰ দৰমহা কটা যায়, তাৰ জৰিমনা হয়। হাড়ক মাটি, তেজক পানী কৰি খেতিয়কে খেতি কৰে, ধান গোটায়। ভাল ধানৰ চাউল খাবলৈ পায় খেতি নকৰা ধনগিৰিয়ে। ধান ভৰাবলৈ ফুটা খৈলা বটাবৰ কাৰণে খাওঁতা দলৰ চকু থাকে, কিন্তু ধান উৎপাদন কৰোঁতা গৰীব খেতিয়কৰ জীৱনৰ এহেজাৰ এটা আঘাতৰ টাপলি মাৰিবলৈ সিহঁতৰ চকুতো নপৰে। এই বনুৱা, এই মজদুৰ, এই খেতিয়ক, এই কিষাণ, এই কুলী, এই চাকৰ, এইবোৰ কি জানে? এইবোৰ জাবৰ, এইবোৰ কুবেৰৰ ধন-ভঁৰালৰ তলৰ গড়কা, এইবোৰ ল-সা-গু– লঘিষ্ঠ সাধাৰণ গুণিতক– Lowest Common Multiple সংখ্যাত ইহঁত গৰিষ্ঠ, যাথোন ইহঁত লঘিষ্ঠ মানৱতাৰ অধিকাৰত। ইহঁতৰ নিজৰ বুলিবলৈ একো নাই, নিজ অস্তিত্বৰ

কোনো মূল্য নাই, কোনো অৰ্থ নাই। সিহঁত গুণিতক। সিহঁত আছে পৃথিৱীৰ কুবেৰ শ্ৰেণীৰ জীৱনৰ শতেক বিলাসিতাৰ যোগান ধৰিবলৈ। সিহঁত থাৰ্ড ক্লাছ– সিহঁত আছে ফাৰ্ষ্ট ক্লাছৰ কাৰণে পায়খানা সাজিবলৈ। সিহঁত আছে কুবেৰৰ সুখৰ কাৰণে নিজৰ জীৱন বিসৰ্জন দিবলৈ। সিহঁত ল-সা-গু–।"

উপেনেও আজি ভাবি নেপালে থমাছৰ ইমান উত্তেজনাৰ কাৰণ কি? ছোৱালীজনীৰ আগত বাহাদুৰী দেখুওৱা নিশ্চয় নহয়। বাতৰিকাকতত পোৱা ধৰ্মঘটৰ খবৰটোৱেই তাক ইমান উত্তেজিত কৰা সম্ভৱপৰ নহয়। তেন্তেনো কি হ'ল?

ছোৱালীজনীও উপেনৰ অৱস্থাতে পৰিছিল। ল-সা-গু সঙ্ঘৰ শিষ্য কৰিবৰ ফন্দী নহয়তো' ভাবিলে আৰু কিবা ক'লেই থমাছে আকৌ বক্তৃতা আৰম্ভ কৰিব। গতিকে তেওঁ মনে মনে থাকিব নে কি কৰিব একো ঠিক কৰিব নোৱাৰি খিৰিকীখনেদি বাহিৰলৈ চালে। চলি থকা ৰেলখনৰ পৰা পিছলৈ আঁতৰি যোৱা পৃথিৱীখন তেওঁৰ বেছ ধুনীয়া লাগিল। থমাছৰ কাৰখানাৰ ঘটং-ঘটঙৰ পৰা যেন তেওঁ অলপ মুক্তি পাই ৰক্ষা পৰিল। তেওঁ দেখিলে ভালেমান দূৰলৈকে বিয়পি থকা সৰু সৰু আলি দিয়া ধাননি পথাৰবোৰ। মাজে মাজে একোডৰা সেউজীয়া কঠীয়া, মাজে মাজে একোডৰা ৰোৱা– দূৰণিত দুই-এজনী ৰোৱনী– মূৰত জাপি, পিঠিত ৰ'দ, হাতত কঠীয়া। পথাৰৰ মাজে মাজে ক'ৰবাত একোজুপি জোপোহা গছ, তাৰ তলত গোট খাইছে পিঠিত ৰ'দ লগা হালোৱা, ৰোৱনীহঁত। তেওঁৰ বৰ ভাল লাগিল, বৰ ধুনীয়া লাগিল। থমাছ, উপেন সকলোৰে কথা বাদ দি তেওঁ সেই ফালে চাই থাকিল।

ৰেলখন আগবাঢ়িছে।

নীলা আকাশ। এহাল গৰু। পানী-ভৰা এডৰা পথাৰ। এটুকুৰা বগা মেঘ। এখন সৰু কাঠনি– সেউজীয়া, নীলা। এজনী গৰু, গাঁৱলীয়া খেতিয়কৰ জুপুৰি ঘৰ, এজনী বুঢ়ী, ঘাঁহ, চোকা ৰ'দ, নীৰৱতা . .

উপেনে বাওঁ হাতৰ ঘড়িটো চালে। তাৰ পিছত আঁতৰত বহি থকা বঙালীজনৰ ফালে চালে। তেওঁ একেথৰে ছোৱালীজনীৰ ফালে চাই আছিল। উপেনৰ চকুত পৰি অন্যমনস্কতাৰ ভাও ধৰিলে, উপেনে নেহাঁহিলে। ছোৱালীজনীৰ কোলাতে বেগটো পৰি আছিল, হয়তো বাহিৰলৈ তন্ময় হৈ চাই আহোঁতে তেওঁ বেগটোৰ কথা পাহৰি গৈছিল। উপেনে দেখিলে সৰু কাগজ এডোখৰত এটা নাম লিখা আছে "চেতনা দুৱৰা।" কিবা এটা তাৰিখো লিখা আছিল। উপেনে পঢ়িবৰ চেষ্টা নকৰিলে, নোৱাৰিলেও। উপেনে বহি থকাৰ পৰাই পঢ়িছিল। তাৰ অলপ আনন্দ লাগিল। নামটো আৱিষ্কাৰ হ'ল– চেতনা দুৱৰা। নিশ্চয় ছোৱালীজনীৰ নাম। মনে মনে উপেনে হাঁহিলে। সি ভাবিলে ছোৱালীজনীক বেচ জব্দ কৰা যাব। উপেনে বেঞ্চৰ পৰা ভৰিকেইখন নমাই চেণ্ডেলযোৰ পিন্ধাত লাগিল। অকস্মাৎ উপেনৰ ভৰিখন ছোৱালীজনীৰ ভৰিত লাগিল। ছোৱালীজনীয়ে ঘূৰি চালে। বেঞ্চত বহি উপেনে চেণ্ডেলৰ ফিটা বান্ধিছিল, উপেনে একো নক'লে। ছোৱালীজনীয়েও একো নক'লে।

কোলাত থকা বেগটোত চকু পৰি ছোৱালীজনীয়ে ক'লে– "পালে মোৰ নামটো? এৰা, সেইটো মোৰেই নাম?" উপেন বৰ অপ্ৰস্তুতভাৱে জব্দ হ'ল আৰু ছোৱালীজনীক মনে মনে শলাগিলে, যথেষ্ট টেঙৰ ছোৱালী।

ৰেলগাড়ীৰ ভিতৰৰ মূৰৰ ওপৰৰ লাইটটোৰ চিমনিটোৰ ভিতৰত কেইটামান বাতিয়ে মৰা পোক আছিল। বিড়িৰ ধোঁৱাবোৰ সেইফালে এৰি দি, থমাছে একেথৰে সেইফালে চাই থাকিল। কোঠাটোৰ বেৰত মাৰি থোৱা ৰেল বিভাগৰ ছপা কৰা নটিচখনত কিবা এটা অশ্লীল কথা লিখা আছিল, সি পঢ়িলে। তাৰ পিছত বঙালী মানুহজনৰ লগত অহা ছোৱালীজনীলৈ চালে। সি নিশ্চয়কৈ ঠাৱৰালে, ছোৱালীজনী মানুহজনৰ জীয়েক। দেখিবলৈ ছোৱালীজনী বেয়া নহয়– মাত্ৰ বগা নহয়– মিঠা বৰণীয়া।

চেতনাই আকৌ কেইটামান টফি উলিয়াই দুয়োলৈকে আগবঢ়ালে।

হঠাৎ থমাছৰ বৰ ভাল কথা এটা মনলৈ আহিল। সি– আৰু উপেন– আৰু ছোৱালীজনী, কিমান আপোনৰ দৰে আছিছে, যেন আপোন ভাই-ভনীহে! অথচ ৰেলত উঠাৰ আগলৈকে সিহঁতে ছোৱালীজনীক চিনিকে নাপাইছিল। সি টফিকেইটাত এটা বেলেগ সোৱাদ অনুভৱ কৰিলে। ছোৱালীজনীলৈ তাৰ মৰম লাগিল। টফি দিয়া হাতখনৰ লাহী জোঙা আঙুলিকেইটা সি ভাল পালে। তাক প্ৰথমতে কৰা অপমানটো সি পাহৰি যাবলৈ ঠিক কৰিলে।

"আৰু আছে নেকি টফি?" থমাছে ক'লে। ছোৱালীজনীয়ে চুটকেছটো খুলিলে, আৰু যিকেইটা টফি আছিল, আটাইকেইটা উলিয়ালে আৰু ক'লে– "ল'ক"।

টফিকেইটা হাতত লৈ থমাছে ক'লে– "তই খাবি জানো উপেন?"

"ওঁ, খাম দে।" উপেনে হাত মেলিলে। কেইটামান টফি থমাছে উপেনক দিলে, তাৰ পিছত চেতনাৰ ফালে হাতখন আগবঢ়াই ক'লে– "খাওক আপুনিও–"।

"খকচোন বাৰু আপুনি, মই দেখোন গোটেই বাটটো খায়ে আহিছোঁ–"

"আমিওতো খাই আহিছোঁ। আপুনি কিনিলে, আপুনি খাম বুলি আনিলে, আমি দুইটাই খাই শেষ কৰি দিলোঁ।"

"নহ'লে যে মোক কৃপণ বুলি হাহাকাৰ লগালেহেঁতেন?"– ছোৱালীজনীয়ে ক'লে।

উপেনহঁতেও হাঁহিলে। থমাছ টফি চোবোৱাত লাগি গ'ল।

"মোৰ হ'লে মনত লাগিছে, বুজিছে দুৱৰা, বিড়ি কিনাতকৈ টফি কিনাহে ভাল।" উপেনে ক'লে।

'দুৱৰা' বোলা শুনি থমাছে মূৰ তুলি চালে। ইকি কাণ্ড! উপেনে তেনেহ'লে এওঁক চিনি পায়।

"এটা টফিৰ দামেৰে এমুঠি বিড়ি পায়, মনত আছে?" থমাছে ক'লে, "আৰু বিড়ি হ'ল ল-সা-গুৰ বস্তু, টফি কুবেৰৰ।"

আকৌ তিনিও হাঁহিলে।

থমাছৰ মেলি থোৱা হাতখনৰ পৰা এটা নি চেতনাই মুখত দিলে। আনন্দত যেন তাৰ মনটো ৰঙা হৈ উঠিল, সি ক'লে– "বৰ ধুনীয়া হ'ল নহয় নে? যদি আৰু কিছু চাও, তবে মোৰে দাও, ফিৰিয়ে দিবগো তাই–"

বঙালী মানুহজনে থমাছৰ কথাষাৰলৈ কাণ দিলে।

"আপোনাৰ পৰা খুজি লৈ আকৌ আপোনাকে দিছোঁ–" থমাছে হাঁহিলে। ওঁঠ দুটা কোঁচাই চেতনায়ো ধুনীয়াকৈ হাঁহিলে।

ৰেলখন আহি ষ্টেচনত ৰ'লহি। থমাছ আৰু উপেন দুয়ো নিজৰ নিজৰ চুটকেছ বিচাৰি ল'লে।

"আপোনালোক ইয়াতে নামিবহি নে কি?" চেতনাই সুধিলে।

"মনে আগুৱাব খুজিলেও ৰেলেতো নিদিয়ে–" উপেনে ক'লে।

চেতনাই পাতলকৈ হাঁহিলে আৰু ক'লে– "আপোনালোকৰ ঠিকনা মোৰ হাতত আছে, মোৰটোকে লৈ যাওক–" কৈ কৈ চেতনাই কাগজ এখনত নিজৰ নাম-ঠিকনা লিখি আগবঢ়াই দিলে। থমাছে হাত মেলি ল'লে। কেইমিনিটমান পাছত ৰেলৰ চকা ঘূৰিল।

থমাছ আৰু উপেন দুয়ো একেলগে চিঞৰি উঠিল– "আৰ্জিলৈ তেনে যাওক।"

"ভাল, থাকিব আৰু দেই–" বুলি চেতনাই নমস্কাৰ জনালে।

চেতনা ক্ৰমে থমাছহঁতৰ চকুৰ পৰা আঁতৰি গ'ল। হাতত চুটকেছ লৈ দুয়ো ষ্টেচনৰ ব্যস্ততাৰ মাজেদি সৰকি আলিবাটত উঠিল।

তেতিয়া সাজ লাগি আহিছে।

## ৪

ফুলদানিটোৰ মৰহি যোৱা ফুলকেইপাহ খিৰিকীয়েদি বাহিৰলৈ পেলাই দি মিনতিয়ে ফুলদানিটো মেজখনৰ একাষলৈ থ'লে। তাত থাকিল দুপাহমান ৰাতিপুৱাৰ ফুল, দুখিলামান অলপ লেৰেলা সৰাপাত। মেজৰ ওপৰত কিতাপকেইখন মিনতিয়ে ঠিককৈ থ'লে। লাইটটোৰ শ্বেদ'টো ঠিক কৰি দিলে, তাৰ পিছত ভিতৰলৈ গৈ পৰিষ্কাৰ গিলাচ এটাত এগিলাচ পানী আনি মেজৰ ওপৰত থ'লে।

কোঠাটোৰ চাৰিওফালে বেৰত লগা আলমাৰি— ভালকৈ শাৰী পাতি থোৱা আলমাৰিবোৰত কিতাপ, কিতাপবোৰ পৰিষ্কাৰকৈ সজাই ৰখোৱা হৈছে। দেখিলে বুজা যায়, মাত্ৰ দেখুৱাবৰ কাৰণে কিতাপবোৰ থোৱা হোৱা নাই— পঢ়োতা আছে।

দিবাকৰ বৰুৱা কোঠাটোলৈ সোমাই আহিল। গাত পাতল কাপোৰৰ কুৰ্তা এটা, চকুত এযোৰ চশ্‌মা, হাতত এখন কিতাপ— আঙুলিটোৰ মাজত চিন দি আনিছে।

মেজত পৰি থকা আন এখন সৰু কিতাপেৰে কিতাপখনত চিন দি তেওঁ থিয়ে থিয়ে পানীগিলাচ খালে আৰু চশমাযোৰ খুলি কিছুপৰ কিতাপৰ আলমাৰি এটাৰ ফালে এনেয়ে চাই থাকিল। তাৰ পিছত খিৰিকীখনৰ কাষলৈ গ'ল। খিৰিকীখনত ধৰি তেওঁ ভালেমানপৰ এনেয়ে বাহিৰৰ ফালে চাই থাকিল। বাহিৰত ঘন, ডাঠ, আন্ধাৰ। তৰাবোৰ জিলিকি আছিল। বুঢ়াই মূৰ তুলি একেথৰে আকাশৰ ফালে চাই থাকিল। দূৰণিত যেন বাজিছিল নীৰৱতাৰ এটি গহীন সুৰ— উদাস কৰা, ব্যাকুল, কৰুণ সুৰ। আন্ধাৰৰ মাজত পৃথিৱীখন বৰ মুকলি হৈ পৰিছে— বহল হৈ পৰিছে। তাক ঠেক কৰি পেলাবৰ কাৰণে কোনো কোলাহল নাই, উকমি নাই। বুঢ়াৰ মনটো যেন আন্ধাৰে ঢকা আকাশখনৰ লগত মিলি গ'ল। দূৰৰ তৰাবোৰৰ প্ৰত্যেকটোকে যেন বুঢ়াই চিনি পায়। সিহঁতৰ মাজেদি, সিহঁতৰ সেই শব্দহীন ক্ষীণ পোহৰৰ মাজেদি যেন ওপঙি আহিছে কোনোবা অতীতৰ হেৰাই যোৱা দিনৰ সপোন-কাহিনী। শব্দহীন আন্ধাৰবোৰৰ আঁহে আঁহে যেন কি এটা ব্যথাৰ, কি এটা বিফলতাৰ মৰ্মন্তুদ কান্দোনৰ মৰ্মৰ ধ্বনি ভাহি উঠিছিল।

দিবাকৰ বৰুৱাই থৰ লাগি সেই বাহিৰৰ আন্ধাৰৰ ফালে চাই থাকিল। লেমটোৰ পোহৰ আহি তেওঁৰ মুখখনৰ এফালত পৰিছিল, তেওঁৰ বগা ডাঢ়িখিনি আৰু বগা হৈ পৰিছিল।

তেওঁ খিৰিকীখনৰ ওচৰৰ পৰা আঁতৰি আহিল আৰু কোঠাটোৰ ভিতৰত পাইচাৰি কৰি ফুৰিব ধৰিলে। কি এটা বেদনাত যেন তেওঁৰ মুখখন বিষণ্ণ হৈ পৰিছিল। কিছুপৰৰ মূৰত তেওঁ আকৌ এবাৰ খিৰিকীখনৰ কাষলৈ আহিল। নীলকণ্ঠৰ গৰল ধাৰা যেন আকাশখনৰ গাত বিয়পি পৰিছিল। আন্ধাৰক সহজ কৰি জ্বলি আছিল সৰু তৰাবোৰ। বুঢ়াই কিছুপৰ বহুত দূৰত থকা তৰা এটাৰ ফালে একেথৰে চাই থাকিল।

তেওঁ যেন কিবা এটা ক'ব খুজিলে, কিবা এটা সুৰ ধৰি গাব খুজিলে— কিন্তু তেওঁ মনে মনে থাকিল।

খিৰিকীৰ পৰা তেওঁ মেজখনৰ কাষলৈ আহিল। হমুনিয়া এটা বুঢ়াৰ বুকুৰ পৰা ওলাই আহিল। বুঢ়া চকীখনত বহিল, এবাৰ স্তিমিত চকুৰে লেমটোৰ ফালে অলপ পৰ চাই থাকিল, তাৰ পিছত চিন দি থোৱা কিতাপখন আকৌ মেলি ল'লে।

তেওঁক যেন আজি কিবা এটা ভাবে হেঁচা মাৰি ধৰিছিল। লেমটোৰ দৰেই শব্দহীনভাৱেই জ্বলি গৈছে বুঢ়াৰ জীৱন— শব্দ নাই, কোলাহল নাই। কোনোবা এখন হাবিৰ মাজৰ মৰিশালিৰ নীৰৱতা লৈ যেন বুঢ়াৰ জীৱনটো মিট্‌মিট্‌কৈ জ্বলি আছে।

তেল থকালৈকে জ্বলিব— তাৰ পিছত এদিন, ৰাতি গহীন হৈ আহিব, তৰাৰ পোহৰবোৰ নিস্তেজ হৈ আহিব, দূৰৰ পৰা এজাক চেঁচা বতাহ বৈ আহিব— শেৱালিবোৰ জুৰ জুৰকৈ সৰি পৰিব, বুঢ়াৰ কোঠালৈ এছাটি বতাহ সোমাই আহিব, হঠাৎ লেমটো নুমাই যাব! ....

সিটো কোঠাৰ পৰা মিনতি বুঢ়াৰ কোঠালৈ সোমাই আহিল। সদায় চোৱাৰ দৰে আজিও বুঢ়াই মিনতিৰ মুখৰ ফালে চাই থাকিল— বহুত পৰ। যেন চিনি নেপায়, মিনতি যেন এজনী বেলেগ মানুহ— অচিনাকি, নতুন!

মিনতি বহিল। বুঢ়াৰ সোঁফালে থকা চকীখনতে বহিল, আৰু মেজত পৰি থকা কিতাপ এখন এনেয়ে মেলি ল'লে।

দুয়ো নীৰৱ।

লেমটোৰ শব্দহীন পোহৰত মিনতিক দেখিবলৈ বৰ ধুনীয়া হৈছিল। সদায় কৰুণ, গাঢ় নীলা চকু দুটাত এটা উজ্জ্বল তিৰবিৰণি জিলিকি উঠিছিল। মিনতি যেন কিমান শান্ত! গোটেই দিনটো যেন পৰ্বতৰ মাজৰ ক'ৰবাৰ নিজৰা এটাৰ বৰফ যেন চেঁচা পানীত গা ধুই এতিয়া উঠি আহিছে— শুভ্ৰ, শেঁতা, স্বচ্ছ!

অলপীয়াকৈ হাঁহাৰ নিচিনা কৰি মিনতিয়ে বুঢ়াৰ মুখলৈ চালে, আৰু বৰ লাহে লাহে কোঠাটোৰ নীৰৱতাত আঘাত লাগে বুলিয়ে ভয় কৰি যেন সৰুকৈ ক'লে— "সিদিনাৰ সাধুটো?"

এটা কৰুণ হাঁহি বুঢ়াৰ মুখখনৰ ওপৰেদি বাগৰি গ'ল।

"অ' মকৰা জালেৰে পালতৰি নাও বাই যোৱা ৰজাৰ ল'ৰাৰ কথা?" বুঢ়াই আকৌ হাঁহিলে। মিনতিয়ে বৰ আশাৰে বুঢ়াৰ ফালে মূৰ তুলি গল্পটো শুনিবৰ কাৰণে হাঁ কৰি মুখ মেলি ৰ'ল। বুঢ়া অলপ পৰ মনে মনে থাকিল। তাৰ পিছত লাহে লাহে ক'লে— "আজি বাৰু বাহিৰত ইমান ডাঠ ক'লা এন্ধাৰ কিয় হৈছে, ক'ব পাৰনে মিনি?"

মিনতিয়ে মেলা খিৰিকীখনেদি বাহিৰৰ আন্ধাৰৰ ফালে চালে আৰু ক'লে— "বৰ এন্ধাৰ নেকি, আন্ধাৰবোৰ মোৰ চুলিৰ সমান ক'লানে বাৰু? মিনতিয়ে পিঠিত পৰি থকা ঘন ক'লা চুলিবোৰ বুকুলৈ টানি আনিলে।

বুঢ়াই মিনতিৰ ফালে চালে।

"কিজানি, হ'বপায় সিমান ক'লা। আজি মই যেতিয়া প্ৰথমতে আন্ধাৰবোৰ দেখিছিলোঁ, মোৰ যে এনে ভয় লাগিছিল। মোৰ তোক মাতি কথাটো ক'বৰহে মন গৈছিল।"

বুঢ়া আকৌ মনে মনে থাকিল। মিনতিয়েও একো নেমাতিলে।

"— তই এটা গান গাচোন বাৰু মিনি। সেই যে সাগৰৰ বালিত মুকুতা পুতি থৈছিল, পাছত গা ধুবলৈ গৈ সাগৰত নামোতে হেৰাই গ'ল নে, কি হ'ল—"

"— মুকুতাবোৰ বাৰু কেনেকুৱা?"

"– জানো ময়ো দেখা নাই। পিছে খুব ভাল হ'বপায় দেই, নহ'লেনো মানুহে এনেয়ে সাগৰত বুৰ দি বিচাৰেনে?"

কৈ কৈ বুঢ়া নীৰৱ হ'ল। যেন কোনোবা এখন গভীৰ সাগৰত বুঢ়াই মুকুতা বিচাৰি ডুব দিলে।

মিনতি বহাৰ পৰা উঠি খিৰিকীখনৰ কাষলৈ গ'ল, বাহিৰত কিবা এটা চালে আৰু খিৰিকীতে আঁউজি থিয় দিলে।

বুঢ়াই চকু দাঙি চালে। মিনতিৰ চুলিখিনি বৰ ধুনীয়া।

"গা, মিনি, এটা কিবা ভাল গান গাচোন– আজি মোৰ টোপনি আহি থ'ক।"

খিৰিকীখনত ধৰি বাহিৰৰ নীৰৱ আকাশৰ আন্ধাৰবোৰৰ ফালে চাই চাই লাহে লাহে মিনতিয়ে গাই গ'ল–

"মোৰ সুৰ হেৰোৱাৰ কথা,
নিবিড় নিশাই জানে
জানে তৰাৰ গানে–
জানে জানে।
কোন চাহাবাৰ বুকুত হেৰাল সুৰ
সোণ সাগৰৰ অচিনাকি ঢউ
গোপনে কৰিলে চুৰ,
– মোৰ সপোনৰ সুৰ
নীল আকাশত খলকনি তাৰ বাজে,
আন্ধাৰে ঢাকিলে লাজে,
তেওঁ শুনে মোৰ প্ৰাণে
তেওঁ বুজে মোৰ প্ৰাণে
সুৰ হেৰোৱাৰ কথা
নিবিড় নিশাই জানে
– জানে জানে।

বুঢ়াই যেন গানটো বুজিলে– বৰ প্ৰাণ দি বুজিলে। ই যেন বুঢ়াৰ বুকুৰ ভাষা– হেৰোৱা সুৰৰ কাহিনী।

গান শেষ কৰিও মিনতি খিৰিকীখনৰ কাষতে থিয় হৈ থাকিল। বাহিৰৰ আন্ধাৰ আকাশখনৰ বুকু ভেদি মিনতিৰ গানটো ভালেমান দূৰত কঁপি কঁপি মাৰ গ'ল। অভিভূতৰ দৰে মিনতি যেন নিজৰ গানৰ সুৰবোৰৰ মাজতে তন্ময় হৈ আছিল।

... আন্ধাৰ ৰাতি, মৰুভূমিৰ মাজে মাজে সুৰবোৰ বুকুত বান্ধি সি অকলশৰে গৈ আছিল, কেতিয়াবা তাৰ হাতৰ আঙুলিৰ বিন্ধাৰ মাজেদি তাৰ সুৰবোৰ হেৰাই গ'ল। ক'ত হেৰাল সি নাজানে, ৰাতিৰ আন্ধাৰে পাই লুকাই ৰাখিলে, সাগৰৰ ঢৌৱে পাই বুটলি ল'লে, কিন্তু সি আৰু বিচাৰি নাপালে। সুৰবোৰ তাৰ হেৰাই গ'ল– নিজে

নিজে। ... নেদেখা চকুৰে মিনতিৰ সিপাৰৰ ক'লা আকাশখনৰ ফালে চাই চাই বুঢ়াই কৈ গ'ল। মিনতি আকৌ খিৰিকীখনৰ পৰা চকীখনৰ ওচৰলৈ আহিল। মিনতিয়ে ভাবিলে বুঢ়াই সাধুকথা ক'বলৈ আৰম্ভ কৰিছে। বুঢ়াক মনে মনে থকা দেখি সুধিলে, "তাৰ পিছত কি হ'ল?"

"– তাৰ পিছত? অ' পিছত গৈ গৈ সি মৰুভূমিৰ পাৰ পালেগৈ, চকুৰ আগত দেখিলে সাগৰ– বহল, নীল সাগৰ। দূৰত সি এখন অকলশৰে গৈ থকা নাও দেখিলে। সি হাতবাউল দি মাতিলে কিন্তু নাৱৰীয়াই তাক নেদেখিলে, তাক তাতে এৰি গ'ল। আগফালে সাগৰ আৰু পিছফালে মৰুভূমি– তাৰ মাজতে থাকিল সি। তেতিয়া তাৰ সুৰবোৰৰ কথা মনত পৰিল। সি চাৰিওফালে হেৰোৱা সুৰবোৰ বিচাৰিব ধৰিলে। সাগৰৰ ঢৌত, চাহাৰাৰ বালিত বিচাৰিয়ে তাৰ দিন গৈছে।" ...

বুঢ়া ৰ'ল। হাঁ কৰি মিনতিয়ে সাধুটো শুনিছিল। বুঢ়ায়ো যেন নিজকে পাহৰি কথাবোৰ-কৈ গৈছিল।

আজাদ সোমাই আহিল। তাক অহা দেখি মিনতি বহাৰ পৰা উঠি চকীখন এৰি দিলে। আজাদ বহিল। বুঢ়াই মূৰ দাঙি চালে, আজাদক দেখি ৰং পালে, এটা আনন্দৰ হাঁহি মাৰিলে। মিনতি বুঢ়াৰ বাঁওফাললৈ আহিল আৰু সেইফালে থকা চকীখনত বহিল। আজাদ আৰু মিনতি সমুখা-সমুখী হ'ল।

আজাদৰ নতুনকৈ ধোৱা এটা পুৰণি কামিজ। – ধোৱা, ইস্ত্রি কৰা নহয়। মুখখন শুকান, ৰুক্ষ, ডাড়ি ভালেমান গজিছে। চকু দুটাত এটা ক্লান্তিৰ ৰেখা ভাঁহি উঠিছে। আজাদ যেন কেবাদিনো ক্ৰ'ৰবাত ঘূৰি ফুৰিছিল।

মিনতিয়ে একেথৰে আজাদৰ ফালে চালে। আজাদে কিবা এটা ভাবি আছিল। মিনতিৰ ফালেই চাইছিল যদিও, সি হয়তো মিনতিক দেখাই নাছিল– উদ্‌ভ্রান্ত, উদাস চাৱনি।

আজাদৰ নাকটোত এটা শালমইনা উঠি পকি বগা হৈ আছিল।

বুঢ়াই ক'লে– "তুমি আহিলা ভাল কৰিলা, আজি মোৰ বৰ অকলশৰীয়া লাগিছিল। আন্ধাৰ ৰাতি আমাৰ মানুহ থাকিলেও অকলশৰীয়া যেন লাগে, নহয় নে বাৰু? মিনিক মাতি এটা গান শুনিলোঁ, বৰ ভাল লাগিল। তুমি আহিলা বৰ ভাল কৰিলা।" – বুঢ়াই সঁচাকৈয়ে আজাদ অহাত তৃপ্তি পালে।

বুঢ়াই আৰু কিবা ক'ব খুজিছিল, আজাদে ক'লে– "আৰু সোনকালেই পালোঁহিহেঁতেন। পিছে ভাবিলোঁ দোকানখন এবাৰ চাই যাওঁ। তাত সোমাই হিচাপ-পত্ৰ চাওঁতেই ইমান দেৰি হ'ল।"

"– ভালেই কৰিলা। কেনে পালা হিচাপ-পত্ৰ ঠিক আছেতো?"

"– হিচাপ ঠিক আছে। পিছে বৰ বেছি লাভ দেখুৱাব পৰা নাই। যোৱা মাহত সকলো খৰচ বাদ দি এশ সোতৰ টকা লাভ হৈছে।"

"হ'ব, এইদৰেই হ'ব। লাহে লাহেহে লাভ হ'ব–" বুঢ়াই ক'লে।

মিনতিৰ ফালে চাই আজাদে ক'লে– "খাবলৈ কিবা এটা দিব পাৰা মিনি? বৰ ভোক লাগিছে। বাতিপুৱা এড্‌মাণ্ডৰ তালৈ গৈছিলোঁ। তাতে চাহ এটোপা খালোঁ। তাৰ পিছত ঘূৰি ফুৰোতেই গ'ল। দুপৰীয়া একো খাবলৈকে নহ'ল। যদি আছে কিবা এটা দিয়া, নহ'লে পানীকে এগিলাচ দিয়া।"

একো নকৈ মিনতি বহাৰ পৰা উঠিল আৰু ভিতৰলৈ গ'ল। অলপ পৰৰ পিছত আহি আজাদক ভিতৰৰ আন এটা কোঠালৈ মাতি নিলে। বুঢ়াই ক'লে, "ময়ো খামনে মিনি?"

"– অলপ দেৰি আছে –" মিনতিয়ে ক'লে। বুঢ়াই কিতাপ এখন মেলি ল'লে।

চাপৰ টুলখনত বহি আজাদ খোৱাত লাগিল। মিনতিয়ে বাচন এখনত এক বাচন কিবা-কিবি আনি দিলে। কোনো কথা নোকোৱাকৈয়ে আজাদে খাই খাবলৈ ধৰিলে।

ভিতৰৰ পৰা পদ্মনাথে আৰু কিবা-কিবি আনি দিলে। কাষতে থিয় হৈ মিনতিয়ে আজাদৰ আগত দিলে। খোৱাৰ পৰাই মূৰ তুলি এবাৰ আজাদে মিনতিৰ মুখলৈ চালে। তাৰ পিছত আকৌ খোৱাত লাগিল।

"– ইমানবোৰ কাৰ কাৰণে ৰাখিছিলো বাৰু মিনি?" মিনতিয়ে একো নকৈ গিলাচটোত পানী এগিলাচ ঢালি দিলে মাত্ৰ।

কিছুপৰ আজাদো মনে মনে থাকিল। কিন্তু মনে মনে থাকি আজাদৰ যেন বৰ আমনি লাগিল– ঘৰটোত যেন কোনো নাই। বুঢ়া যেন এটা মাটিৰ মূৰ্ত্তি; মিনতি তেওঁতকৈয়ো একোৰ চৰা; ঘৰটোত আছেনে নাই জানিবৰ সাধ্য নাই। আৰু পদ্মনাথ– সি যে আছে, সি যে এইটো ঘৰতে আছে, হয়তো দহোটাতকৈ বেছি মানুহে নাজানে। সক ৰান্ধনিশালডোখৰত, শাক-পাচলিৰ লগতে তাৰ সম্বন্ধ। সি মাথোন দুজন মানুহক চিনি পায়, বুঢ়া আৰু মিনতি। আজাদ আহিলে মিনতিৰ আদেশত সি কেতিয়াবা ওলাই আহে, কিন্তু কথা-বতৰা একো নাই।

– পদ্মনাথ অনাথ। এজনী বিবেকহীনা নাৰীৰ জীৱনক কলঙ্কিত কৰি সি পৃথিৱীলৈ আহিছিল। তাৰ অহাৰ লগে লগে তাৰ মাকে হেৰুৱালে সমাজ, হেৰুৱালে সামাজিক জীৱনৰ মাধুৰিমা।

মাতৃ হিচাপে নাৰীৰ যি গৰিমাময় পৱিত্ৰ পৰিচয়, তাকে তাৰ মাকে হেৰুৱালে সি অহাৰ লগে লগে। সি জন্মাৰ লগে লগে, দুটা প্ৰাণীৰ সমুখলৈ মৰণ আগবাঢ়ি আহিল– সি আৰু তাৰ মাক। সিহঁত হ'ল সামাজিক জীৱনত মৰা, প্ৰাণহীন। অলপ দিনৰ পিছতে তাৰ মাকে ব্যক্তিগত প্ৰাণটোও হেৰুৱালে। পৃথিৱীত সি পৰি ৰ'ল– অনাথ, নিৰাশ্ৰয়, নিৰ্বোধ। জগতে তাক উপহাস কৰি হাঁহি উঠিল। তাৰ চাৰিওফালৰ পৱিত্ৰ, শুচি সমাজখনে তাক পেলাই দিলে অনাদৰৰ গ্লানিময় স্তূপৰ মাজত। পতিতাৰ জ'ৰা সিও হ'ল পতিত।

দিবাকৰ বৰুৱাই তাক বুটলি আনিলে। সমাজে মুখ টিপি হাঁহিলে; কিন্তু সম্পত্তিবান বৰুৱাৰ মুখৰ আগত কেৱে একো নক'লে, ক'ব নোৱাৰিলে।

কেতিয়াবা মন ভাল লাগিলে বুঢ়া বান্ধনিশাললৈ সোমাই আহে আৰু পদ্মক কয়– "জানিছ পদ্ম, তই বৰ ধুনীয়া বান্ধ। তোৰ বন্ধা খালে মোৰ মনটো ভাল লাগি যায়।"

"বান্ধে বাইদেৱেহে। মই কুটি-বাছিহে দিওঁ–" পদ্মই কয়।

"এৰা বাইদেৱেৰেও বৰ ভাল বান্ধে। ..."

আজাদৰ খোৱা প্ৰায় শেষ হৈ আহিছিল, সন্মুখত ফট্‌ফটীয়াকৈ জ্বলি থকা লেমটোৰ ফালে চাই আজাদে ক'লে– "তোমালোক সদায় ইমান মনে মনে থাকা কিয় মিনি? মানুহে ভাবিব যেন ঘৰটোত কোনোৱেই নাই!"

মিনতিয়ে শান্ত এটা হাঁহি মাৰিলে। আজাদ উঠিব ধৰিছে, এনেতে বুঢ়া সোমাই আহিল। বুঢ়াই হয়তো কিবা এটা ক'ম বুলি ভাবিছিল, আজাদৰ প্ৰশ্নত নিজৰ কথাষাৰ পাহৰি গ'ল। তেওঁক দেখাৰ লগে লগে আজাদে সুধিলে– "আপোনালোক সকলো সদায় ইমান মনে মনে থাকে কিয় বাৰু?"

খোৱা মেজখনৰ কাষৰ চকীখনতে বুঢ়া বহিল আৰু পাতলীয়া হাঁহি এটা মাৰি ক'লে– "এই জগতখনত জানো নিতে কম গণ্ডগোল হয়। ইমান হাই-উৰুমিৰ মাজত, ইমান কোলাহলৰ মাজত আমিও যদি টেঁটুফলা চিঞৰ দিওঁ, পৃথিবীৰ কি উপকাৰ হ'বনো? আমাৰেই বা কি লাভ? তাতকৈ বৰং মনে মনে থাকি পৃথিৱীৰ কোলাহলবোৰলৈ কাণ দিলে অলপ শিকিব পাৰিম, অলপ বুজিব পাৰিম, অলপ –"

মিনতিয়ে আজাদৰ আগৰ পৰা খোৱাৰ বাচন, গিলাচ আদি লৈ গ'ল। তাৰ ঠাইত বুঢ়াৰ কাৰণে আয়োজন কৰিলে।

"আপুনি বাৰু বুঢ়া মানুহ, বেছি কথা নকয়, ভাল কথা, কিন্তু এই মিনি আৰু পদ্ম– এওঁলোকো এনেকৈ মনে মনে থাকে কিয়?–"

পদ্মনাথে বুঢ়াৰ খোৱা আনি মেজত থ'লে। একো উত্তৰ নোপোৱাকৈয়ে আজাদ বাহিৰলৈ ওলাই আহিল আৰু গুণগুণাই গাই গাই বাৰাণ্ডাডোখৰতে পাইচাৰি কৰি ফুৰিব ধৰিলে।

– তোমাৰ চকুৰ গোপন ভাষাত
মোৰ জীৱনৰ বলিয়াটোৱে কান্দে
বলিয়াটোৱে বুকুৰ বেথাত কান্দে। ...

কিছুপৰৰ মূৰত আজাদ আহি বুঢ়াৰ কোঠাৰ চকী এখনত বহিল আৰু মেজৰ পৰা কলমটো লৈ কিবা এটা হিচাপ কৰিলে।

খাই উঠি বুঢ়া কোঠালৈ সোমাই আহিল।

"– সকলো কোলাহলৰ মাজত মনে মনে থিয় দি থাকি বৰ ৰহস্য লাগে– বৰ ভাল লাগে। সাগৰত যেন জোৱাৰ উঠিছে আৰু তুমি তাৰ পাৰত বৈ কাণপাতি

শুনিছা, ঢৌৰ থকা-খুন্দা, ভঙা-গঢ়া, উঠা-নমা তাৰ ভিতৰেদি কঁপি উঠিছে সাগৰৰ বুকু আৰু তুমি তাৰ পাৰত থিয় দি আছা, নির্বিকাৰ, নির্ভয়, ভাল নালাগেনে আজাদ?” চকীখনত বহি নিজকে যেন বুঢ়াই ক'লে।

আজাদ মনে মনে থাকিল। বুঢ়াই আকৌ ক'লে— “অ' তুমি অবিহা ইমান কোলাহলৰ মাজত নীৰৱে থিয় দি কি লাভ? ঢৌৰে তোমাক চুব, বতাহে হোঁ-হোঁৱনিৰ লগত, জোবাৰৰ লগত, ক'ববালৈ দুহাত মেলি উবি যাবৰ মন যাব। কিন্তু যোৱাত কোনো গৌৰৱ নাই, নীৰৱে তুমি থিয় দি থাকা, চোৱা, এই নীৰৱতাৰ মাজত তোমাৰ নীৰৱতাৰ মূল্য কি?”

বুঢ়াই আৰু কিবা ক'ব খুজিছিল। আজাদে জেপৰ পৰা কাগজখন উলিয়াই বুঢ়াৰ আগত থ'লে।

চশমাযোৰ বিচাৰি লৈ— “অ' কি পালা?” বুলি বুঢ়া কাগজখন পঢ়াত লাগিল।

“মতা সোতৰটা, মাইকী আঠজনী —! যথেষ্ট হৈছে এইকেইদিনৰ ভিতৰতে। ইমান হ'ব বুলি আশা কৰা নাছিলোঁ।” বুঢ়াই ক'লে।

নাকৰ পকি থকা শালমইনাটো বিচাৰি বিচাৰি আজাদে ক'লে— “আৰু আহিছিল কেইটামান, সুকুমাৰে মৰিয়াই খেদি দিলে।”

“মাৰি খেদাই দিলে' কিয়?”

“সিয়ে ক'ৰবাৰ পৰা ধৰি আনিছিল। পিছত সিহঁতক সুধি-মেলি গম পালে যে সিহঁতে দিনত মানুহৰ ঘৰত হাজিৰা কাম কৰে আৰু পুৱা-গধূলি ফটা-চিটা কাপোৰ পিন্ধি ভিক্ষা কৰি চাউল গোটাই বজাৰত বেচে।”

“পিছে সিহঁতক মাৰিলে কিয়?”

“সিহঁতে ফাকি দিয়াৰ কাৰণে, মই কৈছিলোঁ যে আমাৰ ফাৰ্মতে সিহঁতক কাম কৰিবলৈ লগোৱা হ'ক। কিন্তু সুকুমাৰে নুশুনিলে। সি ক'লে যে 'ইহঁত কাম কৰিবলৈ সমৰ্থ, কিন্তু মতলব নকৰিবৰ। কামো কৰিছে, আকৌ ফাকি দি ভিক্ষাও কৰিছে। আকৌ তাকে নি বেপাৰ কৰিছে। ইহঁত চোৰ, ইহঁত ফাকিবাজ। যি উপাৰ্জনৰ অক্ষম, সি ভিক্ষা কৰিলে ক্ষমা আছে। যি অৱস্থাৰ বিমুখতাত পৰি আমাৰ ওচৰত হাত পাতিব লগা হৈছে, সি আমাৰ মৰমৰ পাত্ৰ। কিন্তু যি নিজৰ শক্তিৰ অৱমাননা কৰিছে, সিহঁতক পিটিব লাগে।' এই বুলি সি সিহঁতক মৰিয়াই ক'ৰবাত থৈ আহিলগৈ আৰু ক'লে ক'ৰবাত তহঁতক মগা দেখিম, এইবাৰ মাথা উবাই দিম—”

“এহ্ সেইটো বৰ ভাল নকৰিলে। মানুহকেটা কোন ঠাইৰ মানুহ?”

“ঢাকা নে নোৱাখালি ক'ৰবাৰ।”

“য'ৰে হওক, সিহঁতক ভিক্ষা কৰিবলৈ দিয়া অন্যায় অৱশ্যে। আমাৰ দেশত সাধাৰণ শ্ৰমিক আৰু মগনিয়াৰৰ মাজত বিশেষ কোনো পাৰ্থক্য নাই। সিহঁতে কাম কৰিব পাৰে যেতিয়া, আৰু কাম কৰে যেতিয়া, ভিক্ষা কৰিবলৈ যোৱা সিহঁতৰ

অন্যায়। পিছে সিহঁতক সকোৱেকে বুজাই দিব লাগিছিল। এবা, আমাৰ ফাৰ্মতে বা দোকানতে কাম দিয়াও বেয়া নাছিল।”

আজাদে একো নামাতিলে।

“এইখিনিক কি কামত লগাইছা?”

“চাৰিটা অলপ মজবুত মানুহ, নিয়ম মতে খাবলৈ নোপোৱাৰ কাৰণে দুৰ্বল হৈছিল। সিহঁতক মাটি কোৰাত লগাইছোঁ। দক্ষিণ ফালে আৰু কিছু নতুন মাটি ভঙা হৈছে। কেইটামানে ঘৰকেইটা সাজিছে। দুটা লেঙেৰা আছে, সিহঁতক কামি চচা আৰু তঙাল তুলোৱাত লগাইছোঁ প্ৰত্যেকটোকে অৱস্থা বুজি কাম দিয়া হৈছে। দুটাহে আছে কাম কৰিব নোৱাৰা। সিহঁতৰ বেমাৰ, ঔষধ-পাতিৰ ব্যৱস্থা কৰি আহিছোঁ।”

“আৰু মাইকীকেইজনীয়ে?”

“সিহঁতক ধান খুন্দা, শুকান গোবৰ গুৰি কৰা এনে কাম দিছোঁ। এজনীৰহে অলপ দিগদাৰি, তাইৰ কেঁচুৱা এটা আছে— তিনিমহীয়া। তাইৰ গাও ভাল নাই, কামো কৰিব নোৱাৰে।”

“তাইৰ আৰু কোন আছে?”

“মাক আছে।”

“ল'ৰাটোৰ বাপেক?”

“নাই।”

“নাই মানে?”

“নাই মানে আছিল, এতিয়া লুকাল।”

“মানুহজনীয়ে নেজানে জানো?”

“জানে, নকয়—”

“যেনে তেনে কথাটো উলিয়াবা। যদি দুখীয়া মানুহ হয় তাক আনি আমাৰ ইয়াতে কিবা কামত লগাব লাগে। যদি কোনোবা ভদ্ৰলোক হয়, তেনে যি উপায়ে পৰা যায়, কেঁচুৱাটোৰ আৰু তাৰ মাকৰ আৱশ্যকীয় খৰচ উলিয়াব লাগিব। কিন্তু দেখিবা সুকুমাৰ বা থমাছে যেন তাৰ খবৰ নেপায়, নহ'লে অসুবিধা ঘটাব।”

“কিন্তু কোনোবাই যদি তাৰ খবৰ উলিয়াব পাৰে, সুকুমাৰেহে পাৰিব। আমাৰ আগত যে ক'ব আশা নাই।”

“এবা, এই দুৰ্বলতাখিনিক প্ৰশ্ৰয় দিয়ে আমাৰ বহুত নিৰ্দোষ তিৰোতাই পতিতাৰ কলঙ্ক নিজে আনি লৈছে। বিটো পুৰুষে তাইৰ সৰ্বস্ব হৰণ কৰি পিছত এনেদৰে সম্পত্তি আৰু সমাজৰ আঁৰ কাপোৰেৰে নিজক ঢাকি তাইক আলিবাটলৈ উলিয়াই পঠাই বং চব পাৰে, তাৰ প্ৰতি শ্ৰদ্ধা থকা, মৰম থকা কেৱল অন্যায়েই নহয়— দোষো। যি কাঁইট আমাৰ চকুত ধৰা পৰিল, তাক আমি কাঁইট বুলি জানিলোঁ। গতিকে তাৰ পৰা সাৱধান হ'বৰ কাৰণে সচেতন হ'লোঁ। কিন্তু যি কাঁইট বনৰ তলত ঢাকি ৰখা হয়, সি এদিন বহুতক বিন্ধিব পাৰে, বহুতক অপকাৰ কৰিব পাৰে। তাক

লুকাই ৰখাৰ বাবে সমাজ দোষী; কোনো তিৰোতাই যদি তাৰ কলুষ স্পৰ্শলৈ আহিও তাৰ চৰিত্ৰ জনসমাজত উলিয়াই নিদিয়ে, তাৰো দোষী। পালক পুতি ৰখাৰ কাৰণেই, আমাৰ সমাজৰ তলখন, ভিতৰখন তেনেই পচি গৈছে। মাত্ৰ বাহিৰটোহে অলপ কেঁচা হৈ আছে— কিন্তু এনেদৰে যে আৰু বেছি দিন থাকিব, ক'ব নোৱাৰি—।"

কথাবোৰ বুঢ়াই লাহে লাহে কৈ গ'ল। কিন্তু বুঢ়াৰ কথাবোৰত এটা বেছ উৎকণ্ঠা আছিল। আজাদে মন দি শুনিলে, তাৰ পিছত ক'লে— "পিছে এটা কথা হৈছে। বৰ্তমানে ইহঁতে কাম কৰিছে যদিও, সিহঁতৰ খোৱা-পিন্ধাৰ খৰচ গুলোৱা একো কাম হোৱা নাই। গতিকে সিহঁতৰ বৰ্তমান খৰচ ফাণ্ডৰ পৰাই দিব লাগিব।"

"দিবতো লাগিবই। দোকানৰ লাভৰ টকাৰে কিম্বা আমি আৰু নিজৰ পকা ঘৰ সাজিম নে? প্ৰত্যেকে কাম কৰিব, প্ৰত্যেকে জীৱিকা আৰ্জিব, আৰু সেই আৰ্জনেৰে প্ৰত্যেকে নিজক জীয়াই ৰাখিব, ওপৰঞ্চিখিনিৰে জীৱন ধাৰণৰ মান উন্নতি কৰিব। পৃথিৱীৰ অন্যৰ জীয়াই থকাৰ ক্ষেত্ৰ স্থাপন কৰি দিব। তাৰ কাৰণেইতো আমি সাধনা কৰিব লাগে।"

মিনতিয়ে বটাটোত তামোল দি গ'ল, আজাদে খালে। বুঢ়াই আকৌ আৰম্ভ কৰিলে— "ধৰা, আমাৰ ফাৰ্মৰ এই পঁচিশটা মানুহ— এই একুৰি পাঁচটা মগনীয়া। সিহঁত মগনীয়া হ'ল কিয়? আনে দিয়া আৰু আৰু সিহঁতে হাত পাতি ল'বলৈ বিচাৰি ফুৰা হ'ল কিয়? সিহঁত সম্পত্তিহীন, উপাৰ্জনৰ ক্ষেত্ৰ সিহঁতৰ নাই। সিহঁত উপজিল— চৰকাৰী গাওঁবুঢ়াই কথাটো চৰকাৰী অফিচত জনালে। চৰকাৰে হিচাপটো থৈ দিলে কোনোবা এটা আঁলধু-লগা ফাইলত। কোনো বিচাৰ নকৰিলে, সি কি খাই ডাঙৰ হ'ব, কোনে তাক প্ৰতিপাল কৰিব, ক'ত সি ভৱিষ্যৎ সমাজৰ কাৰণে উপযুক্ত মানুহ হ'বলৈ শিক্ষা পাব।

"তাৰ জীৱিকা উপাৰ্জনৰ কাৰণে কি সামৰ্থ্য, কি ক্ষেত্ৰ, কি সুযোগ তাৰ আছে, ৰজাঘৰে তাৰ বিচাৰ নকৰে। তাৰ ওপজাৰ লগত ৰজাঘৰৰ কোনো লাভ-লোকচান নাই, কোনো হিচাপ-নিকাচৰ প্ৰয়োজন নাই। সি পৃথিৱীত কেনেকৈ কি কৰি খাব তাৰ কোনো খবৰ ৰজাঘৰে নল'লে।"

"বাদ দিলোঁ ৰজাঘৰ। সমাজেই বা তাৰ কি বিচাৰ ৰাখিলে? পৈত্ৰিক এহালিচ মাটিৰ উপাৰ্জনেৰে সি খালে এমাহ-দুমাহ। তাৰ পিছত তাৰ একো নাই। উপাৰ্জনৰ অন্য কোনো ক্ষেত্ৰ নাই। ভোকত নিজক সামৰিব নোৱাৰি সি কোনোবা এঘৰত চুৰ কৰিলে, ধৰা পৰিল। বিচাৰ হ'ল— সি জেল খালে। বিচাৰকে নুসুধিলে সি চুৰ কৰিলে কিয়? সি অন্য উপায়ে নাৰ্জে কিয়? নোসোধে, তাৰ কিমান ভোক লাগিছিল। খেতি কৰিবলৈ তাৰ কিমান মাটি আছিল—। সোধে সি চুৰ কৰিছিল নে নাই? গাঁৱৰ সকলো সাক্ষী ওলায়— হয়, সি চুৰ কৰিছিল। অথচ এই সমাজে কোনোদিন সি ভোকত থকাৰ, লঘোণে থকাৰ খবৰ নেৰাখে— তাৰ সাক্ষী কোনো দিন নহয়। এই সমাজে তাৰ পৈত্ৰিক এহালিচ মাটিক দুহালিচ কৰি দিয়াৰ কথা কোনো দিন ভবা নাই।

ভাবিছে — তাৰ এই হালিচাও আত্মসাৎ কৰি তাক কিদৰে দিগম্বৰ কৰিব পাৰে— তাক মগনীয়া কৰিব পাৰে। নিজৰ লগৰ ভাই এটা— সি হাতত জোলোঙা লৈ মগনীয়া হৈ, বাহিৰ ওলায় এমুঠি চাউলৰ কাৰণে। সমাজে লাজ নেপায়, সমাজে চকু মুদে, সমাজে তাৰ আৰ্তনাদ শুনি কাণত হাত দি মৰি যোৱাৰ সমান লাজ নেপায়— সমাজে হাঁহে। পশুৰ দৰে, দানৱৰ দৰে, তাৰ কদাকাৰ ৰূপ দেখি সমাজে হাঁহে, সমাজে নিৰ্লজ্জ অট্টহাস্য কৰে— মই ধনী সমাজৰ কথা কৈছোঁ। — তাৰ পিছত এদিন এই মগনীয়া মৰে। বাটৰ কাষত ক'ৰবাৰ শিয়াল-কুকুৰৰ দৰেই এদিন দি মৰি থাকে। চৰকাৰী গাওঁ-বুঢ়াই চৰকাৰৰ ঘৰত খবৰটো দি আহে। সমাজে নেদেখা ভাও জোৰে। এয়ে আমাৰ ৰজাঘৰৰ লগত সম্বন্ধ, এয়ে আমাৰ সমাজৰ লগত সম্বন্ধ।"

বুঢ়াৰ মুখত বিদ্ৰূপৰ কঠিন সুৰ বাজি উঠিল। বুঢ়াৰ মুখখন অলপ ৰঙা পৰিল। কপালখনত এটোপাল ঘাম বিৰিঙি উঠিল। বুঢ়াই অলপ শান্ত হৈ ডাটিখিনিৰ ওপৰত হাত ফুৰাব ধৰিলে।

"— মিনি, — অ' মিনি — শুলি নেকি? মোক এটোপা চেঁচা পানী দি যা অ'— পিয়াহ লাগিছে দেখোন।"

মিনতি মনে মনে বাৰাণ্ডাৰে বেঁহলিঙত ধৰি আন্ধাৰৰ মাজত থিয় দি আছিল। দুৱাৰখন মেলি ভিতৰলৈ গ'ল আৰু এগিলাচ পানী আনি দিলে।

"অ' তই হ'বপায় ইয়াতে থিয় দিয়ে আছ—?"

মিনতিয়ে মাথোন বুঢ়ালৈ চকু তুলি চালে— একো নক'লে।

"আমাৰ ফাৰ্মত কাম কৰা মানুহখিনিৰ মাজত ভাল শিক্ষিত মানুহো থাকিব পাৰে। দৰিদ্ৰ দানৱৰ ক্ৰোধত পৰি সি হয়তো মগনীয়া হ'ল। সুধি-পুচি চাবা। যদি কোনোবা তেনে থাকে, তেন্তে তাক আমাৰ সভ্য কৰি ল'ব লাগে। কিন্তু বৰ্তমান সি কাম কৰক।"

"অ' এটা কথা। আমাৰ হাদি মিউনিচিপেলেটিৰ মেম্বাৰ হ'বৰ কাৰণে উঠিব খুজিছে"— আজাদে ক'লে।

"মেম্বাৰ? হ'লেতো বেয়া নহয়। পাৰিব জানো?"

"পাৰিব যেন লাগে দেখোন। অৱশ্যে আমি সকলো লাগিব লাগিব। সেই ৱাৰ্ডত ৰায়বাহাদুৰ, জ্ঞানমোহন আৰু প্ৰশান্ত লাহিড়ীও উঠিব কিজানি।"

"তেওঁলোক যে টকা থকা মানুহ। তেওঁলোকৰ লগত পাৰিবা জানো? ইয়াৰ কাৰণে কিন্তু পইচা খৰচ কৰিব নোৱাৰা। মানুহৰ ওপৰত আস্থা আৰু বিশ্বাস জন্মাই যদি প্ৰতিনিধি হ'ব পাৰা বেয়া নহয়। বহুত কাম হ'ব।"

"আমিওতো তাকেই ভাবিছো। পইচা খৰচ নকৰোঁ। কথাৰে বুজাই যদি ঘূৰাব পাৰোঁ, তেতিয়াহে আমি লাগিম।"

"আনহাতে ইলেকচনত লাগি তোমালোকৰ কাম খতি নকৰিবা। কাৰ্ম, দোকান আৰু স্কুল অকণো ব্যতিক্ৰম নোহোৱাকৈ যেন চলি থাকে।"

আজাদে একো নক'লে।

"অ' এটা কথাহে। ফাৰ্মৰ বন্ধুবোৰ সকলো নেৰেচিবা। কিছুমান তাৰ কাম কৰা মানুহখিনিক থাকিবলৈ দিবা। এটা কথা সিহঁতক বুজাবলৈ চেষ্টা কৰিবা যে ফাৰ্মখন আমাৰ নহয়— সিহঁতৰে। সিহঁতেই তাৰ গৰাকী, তাৰ কৰ্তা। তেতিয়া সিহঁতে তাক অৱমাননা নকৰে।"

আজাদ আৰু বুঢ়া দুয়ো কিছুপৰ মনে মনে থাকিল। অলপ পৰৰ মূৰত আজাদে ক'লে— "হাদি যদি বিটাৰ্ণ হয়, মিউনিচিপেলেটিৰ পৰা কিছু খৰচ উলিয়াই মেটৌৰপট্টিৰ স্কুলখন ভালকৈ চলাব পৰা যাব।

বুঢ়াই একো নক'লে। খিৰিকীখনেদি বুঢ়াই বাহিৰৰ ফালে চাই থাকিল। বাহিৰত একেই ঘন ক'লা, এন্ধাৰ। কোনোবা এটা ওখ পাহাৰৰ গহ্বৰৰ পৰা যেন দৈত্য এটাৰ দৰে আন্ধাৰবোৰ নামি আহিছে। তাৰ গহ্বৰত সোমাই পৰিছে গোটেই জগতখন।

আজাদ যাবলৈ উঠিল। বুঢ়াই ঘূৰি চালে।

"অ' তুমি যোৱা নেকি? এতিয়া ক'লৈ যাবা— ঘৰলৈ নে ক'লৈ?"

"এতিয়া হেমিদ মহৰীৰ ঘৰলৈ যাম। তাৰ ঘৈণীয়েকক সূতা দিয়া হৈছিল। কাপোৰ হৈছেনে নাই খবৰ কৰি আহোঁ।"

"তাৰ কাৰণেই ইমান দূৰ যাবানে?"

"আৰু তাৰ ভনীয়েকৰো বেমাৰ। হেমিদতো আজি হুমাহ ঘৰলৈ অহা নাই। তেওঁলোক বৰ দিগদাৰিত আছে।"

"অ' বাৰু যোৱা। কেনে হৈছে পাৰিলে এদিন খবৰ দি যাবা।"

আজাদ ওলাই গ'ল। মিনতি তেতিয়াও আন্ধাৰৰ ফালে চাই বাৰাণ্ডাতে থিয় দি আছিল। আজাদে মাত নলগালে।

বুঢ়াই কিতাপ এখন মেলি ল'লে।

## ৫

পুৱা আঠ বাজি গৈছে।

এড়মাণ্ডে গা ধুই উঠি মূৰ আঁচুৰিছে। কান্ধত গামোচাখন আছিল— গাত একো নাই। ৰাতি তাৰ টোপনি খতি হৈছিল— চকু দুটা এতিয়াও ৰঙা হৈয়ে আছে।

সোণাপুৰ চাহ বাগিচাৰ স্কুলখনত এড়মাণ্ডে কাম কৰে। আৰু এজন শিক্ষক আছে, সেই বাগিচাৰে মহৰী বসন্তকান্ত।

স্কুলখনৰ সামান্য এটা ইতিহাস আছে। ৰায়চাহেব যোগেশ্বৰ বৰুৱাৰ একমাত্ৰ উত্তৰাধিকাৰ হিচাপে দিবাকৰ বৰুৱা, দুখন চাহ বাগিচা আৰু বাগিচাতে সংলগ্ন এটা চাহ কল আৰু এটা তেল-কলৰ অধিকাৰী হয়। এধাৰ বছৰ দিবাকৰ বৰুৱাৰ এই বাগিচা আৰু কল চলিল, কিন্তু বৰুৱা ব্যৱসায় বিষয়ত আছিল বৰ উদাসীন। তেওঁ মেনেজাৰৰ ওপৰতে বাগিচা পৰিচালনাৰ দায়িত্ব দি নিজে পঢ়া শুনা কৰি থাকিল।

হঠাৎ এবাৰ তেল-কলত জুই লগাৰ ফলত তেওঁৰ বহুত টকা হানি হ'ল। আকৌ কেইবা হাজাৰো টকা খৰচ কৰি নতুন তেল-কল পাতিলে। তেল-কলটো স্বলি যোৱাৰ পিছৰ পৰা তেওঁৰ ভাবৰ আৰু পৰিবৰ্তন আহিল। তেওঁৰ টকাৰ প্ৰতি মোহ কমি আহিল। বাগিচাত থকা ডাঙৰ ঘৰটো বনুৱাৰ ল'ৰা-ছোৱালীৰ স্কুল পাতিবৰ কাৰণে এৰি দিলে। আৰু বাগিচাৰ পৰা দূৰৰ সৰু ঘৰ এটালৈ গুচি আহিল।

বিয়া কৰোৱাৰ সাতত্ৰিশ দিন পিছতে তেওঁৰ ঘৈণীয়েক ঢুকাল। তেওঁ আৰু বিয়া নকৰালে। তিনি বছৰমান অকলশৰেই কটালে। তাৰ পিছত দদায়েকৰ সৰু পুতেকৰ জীয়েক মিনতিক আনি নিজৰ লগতে ৰাখিলে। তেতিয়া মিনতি আঠ বছৰীয়া।

বাগিচা আৰু কল চলি আছে। তাৰ আয়ৰে এতিয়া বাগিচাৰ স্কুল এখন, দোকান এখন আৰু কৃষি-ফাৰ্ম চলিছে। সেইবোৰ চলাইছে ল-সা-গু সজাই।

এড্‌মাণ্ডে সোণাপুৰৰ স্কুলখন চলায়। বাগিচাৰ আয়ৰ পৰাই সোণাপুৰৰ স্কুলখনো চলোৱা হয়।

বাগিচাখনত তিনিশতকৈ অলপ বেছি বনুৱা আছে। ৰাতি সিহঁতৰ স্কুল । বজ্ৰকান্তক বাগিচাৰ পৰা তিনি টকা দিয়ে আৰু ল-সা-গু ফাণ্ডে ওঠৰ টকা দিয়ে। এড্‌মাণ্ডে টকা নলয়। সি সদায় পঢ়াবলৈ যাবও নোৱাৰে।

সোণাপুৰ, টাউনৰ পৰা তেৰ মাইল দূৰত। বাগিচাখন এজন ইংৰাজৰ। তেওঁৰ তলতীয়া মেনেজাৰ, কেৰাণী আদি অসমীয়া যদিও চাহেৱ মনোবৃত্তিৰ। ইয়াত বনুৱাৰ স্কুল পাতিবৰ কাৰণে যথেষ্ট চেষ্টা কৰিব লগা হৈছিল। চাহেৱে দিব খুজিলেও মেনেজাহঁতৰ আপত্তি। সি বি নহওক, উপেনহঁতে বৰঁকৈ বুজাই-মেলি স্কুলখন পাতিলে আৰু তাৰ যহৰী বজ্ৰকান্তক এজন শিক্ষক নিযুক্ত কৰিলে। দুঘণ্টা কাম কৰি কুৰি টকা স্বপ পোৱাটো ওপৰঞ্চি লাভ যেন পাই বজ্ৰকান্তয়ো মনপুতি যোগ দিলে। তথাপি পঢ়া-মেলা যাতে ভাল হয়, তাৰ কাৰণে এড্‌মাণ্ডো থাকিল। ...

ভৱ আৰু তন্দ্ৰা সোমাই আহিল। ভৱৰ গাত পাতল এটা কুৰ্তা, ধুতী আৰু চেণ্ডেল। তন্দ্ৰাৰ গাত মুগাৰ মেখেলা চাদৰ।

এড্‌মাণ্ড ওলাই আহি দুয়োকো ভিতৰলৈ মাতি নিলে। দুয়ো বহিল। এড্‌মাণ্ডে আঁঠুৱাৰ খুঁটিত ওলোমাই থোৱা কামিজটো পিন্ধি লৈ বিছনাখনতে বহিল।

"শেষ কৰিলি?" এড্‌মাণ্ডে সুধিলে।

"হুঁ।"

"কিমান 'কেৰেক্টাৰ' আছে—?"

"এঘাৰটা।"

"পুৰুষ?"

"আঠোটা—"

"আঠে তিনি এঘাৰ—" এড়্মাণ্ডে নিজেই হিচাপ কৰিলে।

"নায়ক কোন?"

"নায়ক নাই।"

"নায়িকা—?"

"নায়িকাও নাই।"

"মানে মেইন্ কেৰেক্টাৰ?"

"তেনেকুৱা কোনো মেইন্ কেৰেক্টাৰ নাই। দেখুৱাইছোঁ জীৱনৰ কিছুমান অসংলগ্ন অথচ স্বাভাৱিক দৃশ্য। নিষ্পেষণ, নিৰ্যাতনৰ মাজত প্ৰকাশি উঠা মানৱতাৰ ৰূপ।"

"পঢ়িবলৈ দিছিলি?"

"কাক?"

"বুঢ়াক।"

"নাই দিয়া, আজিহে দিম।"

তন্দ্ৰাই মূৰ ফণিওৱা নাছিল। চুলিবোৰ গোটাই এনেয়ে খোপাটো বান্ধি আহিছিল। পুৰণি মুগাৰ মেখেলা-চাদৰযোৰ দুদিনমান পিন্ধা। চুলিবোৰৰ ওপৰত হাত ফুৰাই তন্দ্ৰাই ক'লে— "আপুনি ক'ৰবালৈ যাবলৈ ওলাইছে?"

"মই সোণাপুৰলৈ যাম। সুকুমাৰক লগ পাব লাগিব, বিশেষ দৰকাৰ —"

"আমালৈ এখন চিঠি আহিছে, পঢ়ি মই একো বুজিব নোৱাৰিলোঁ।" তন্দ্ৰাই চিঠিখন এড়্মাণ্ডলৈ আগবঢ়াই দি ক'লে— "চাওক চোন বাৰু—"

চিঠিখন লৈ প্ৰথমে এড়্মাণ্ডে খামৰ ওপৰৰ ঠিকনাটো আৰু প্ৰথম ডাকঘৰৰ মোহৰটো পঢ়ি চালে। তাৰ পিছত চিঠিখন খুলি পঢ়িলে। চিঠিখন গোট গোট আখৰেৰে লিখা— চুটি।

"প্ৰিয় মিষ্টাৰ থমাছ আৰু শ্ৰীযুত কাকতীদেৱ,

মই নিৰাপদেই আহি পালোঁহি। বাটত আৰু টফি কিনিবলৈ নহ'ল। আশা কৰোঁ আপোনালোকো নিৰাপদে আৰু সুকলমে পালেগৈ। মই আকৌ অলপতে সেই ফালে যাম। আপোনালোকক লগ পালে বৰ আনন্দ পাম। আপোনালোকেও আনন্দ নেপাব জানো?

"অ' এটা কথা, আপোনালোকৰ ভিতৰৰে এজনে মোক ভালকৈ জানে। তেখেতক মোৰ কথা ক'ব। কথাটো হ'ল— তেখেতৰ পৰাহি মই আপোনালোকৰ সকলো খবৰ পাওঁ। সেই বাবে তেখেতক জগৰীয়া নকৰিব। এই চিঠিখন

আপোনালোকলৈ নিলিখিও পাৰিলোহেঁতেন— এনেয়ে লিখিলোঁ। আৰু নিলিখোঁ। আশা কৰোঁ আপোনালোক আগবাঢ়িছে। ইতি

আপোনালোকৰ—

— "চেতনা দুৱৰা"

"কিন্তু এই চিঠিখন আপোনাৰ হাতত পৰিল কিয়?"

"ওপৰৰ ঠিকনাটো চাওক।"

"অ' এৰা"— বিযোগত তন্দ্ৰাৰ নাম আছিল।

"আপুনি নিচিনে?"

"কেনেকৈ চিনিম?"

"কিন্তু আপোনাক যে চিনি পায়?"

"হয়তো নামটো। সেয়ে হ'লেও আমাৰ ভিতৰৰ চিনি পোৱাজন কোন?"

"ময়োতো তাকেই ভাবিছোঁ। তয়ে নেকি অ' ভৱ?"

"অচেতন নকৰিবি বুজিছনে? মোৰ নিজৰ চেতনা বেছ আছে—"

"কোননো বাৰু— থমাছ আৰু উপেন তো নহয়— সুকুমাৰ বা আজাদ? আৰু নো কোন হ'ব?"

"কথাটো বিশেষ আচৰিত হ'বলগীয়া একো নহয়। কোনোবা ল'ৰাই থমাছ আৰু উপেনক লাজ দিবৰ কাৰণেও লিখিব পাৰে। নতুবা সঁচাকৈয়ে কোনোবা ছোৱালীয়ে লিখিছে— হয়তো আমাৰ ভিতৰতে কোনোবা আছে।"

"যিমানেই আদৰ্শবাদী হওক বা সমাজকৰ্মী হওক, কোনোবা এজনী ছোৱালীৰ লগত পৰিচয় থকা বা ভাব বিনিময় থকা কোনো আচৰিত নহয়। এই পৰিচয় নিজক লিপ্ত ৰাখি কৰ্তব্য পাহৰিবৰ কাৰণে নহয়, কৰ্তব্যত মনপূতি লাগিবৰ কাৰণে এটা প্ৰেৰণা পাবৰ কাৰণেহে। এই পৰিচয় এটা জিৰণি, সান্ত্বনা। কোনো কোনো কবিয়ে যিদৰে মদ নেখালে কবিতা লিখিব নোৱাৰে, সেইদৰে বহুত ডাঙৰ মানুহ আছে যি একোজনী ছোৱালীৰ পৰা প্ৰেৰণা পাই বহুত ডাঙৰ কাম কৰিছে।"

"এই প্ৰেৰণা-ফ্ৰেৰণা বাদ দে। যদি এই চেতনাক চিনি পাব বা যদি তেওঁৰ প্ৰেমত পৰিছ, ক—। বিয়া পাতি দিওঁ। নহ'লে কোনোবাই এনেকৈ চিঠি লিখি আমাৰ কাৰোবাক চুৰকৈ নি আমাৰ কামত ব্যাঘাত জন্মাইছে যদি পাছত বিপদত পৰিব।"

তন্দ্ৰাই হাঁহিলে।

"দিয়ক চিঠিখন মোক। গধূলিকৈ পাৰিলে বুঢ়াৰ তালৈ যাম। তাতো আমাৰ কৰ্মীটোইঁতক লগ পাব পাৰো।"

"এৰা, এইবোৰ নিয়ক বুজিছেনে? আমাৰ এতিয়া কামৰ সময়। ইপিনে ইলেক্‌চনৰ দিনো ওচৰ চাপি আহিছে। হৃদীৰ কাৰণে Strong Canvassing

কৰিব লাগিব। উপায়টো কিন্তু ভালেই হৈছেদেই। তাক যদি Return কৰিব পৰা যায়, আমাৰ সঙ্ঘক বহুতে চিনি পাই যাব। ল-সা-গু সঙ্ঘৰ পৰাহে সি উঠিব।"

"স্বপ্নিলে লাইডীইঁতে canvassing আৰম্ভ কৰিলেই।"

"কৰক আৰম্ভ। এতিয়া আমাৰ চুপ্-চাপ্ থকাই ভাল। সময় মতে বৰ্মকে লাগি দিলে, হ্যাদি Return হৈ যাব।"

"আপুনি এটা কাম কৰিব" – এড্‌মাণ্ডে তন্দ্ৰাক ক'লে, Election-ৰ দুই-এদিনৰ আগতে আপুনি তিৰোতা ভোটাৰখিনিক ভোট দিবৰ কাৰণে canvassing কৰি আহিব। তাত ভালেমান তিৰোতা ভোটাৰ আছে।"

"বাৰু সেইটো কৰিম", তন্দ্ৰাই ক'লে, "স্নেহইঁতো আছে নহয়। পিছে মিনতিকো আমাৰ লগত ল'ব লাগিব। তেওঁ দেখোন অকণো আমাৰ লগ নেলাগে।"

"মিনতিৰ কিবা এটা ডাঙৰ অপূৰ্ণতা আছে, কিবা এটা বেদনা আছে। সেয়ে তেওঁ সিমান উদাসীন, সিমান নীৰৱ– কৰুণ। অথচ কি ব্যৰ্থতাৰ কাৰণে তেওঁ জীৱনটোৰ ওচৰত আলহী হৈ ফুৰিছে, কোনোৱে নাজানে– জানিবৰো উপায় নাই। তেওঁক লগত লৈ আপোনালোকৰ কিবা লাভ হ'ব জানো?" ভৰ্মই ক'লে।

"ময়ো কথাটো ভাবিছোঁ, কিন্তু সংখ্যা বঢ়াই প্ৰদৰ্শনী পতাটো আমাৰ উদ্দেশ্য নহয়। গতিকে যেতিয়ালৈকে পাৰোঁ সকলো আমাৰ যিকেইজন আছোঁ তাকেই কৰি থাকো। মিনতি বেছি ভাবুক। গতিকে বেছি কৰ্মী হ'ব যে আশা কৰা নেযায়।"

তন্দ্ৰাই কিবা এটা ভাবিলে। তাৰ পিছত লাহে লাহে ক'লে– "ৰাজনীতি আলোচনা আমাৰ অতি কম তিৰোতাইহে কৰে। অথচ আমাৰ তিৰোতাবোৰক বৰ্তমান শিকাবলগীয়া বিষয় ৰাজনীতিহে।"

এড্‌মাণ্ডৰ ভনীয়েক অকণমানি লিলিয়ে তিনিখন তামোল বটাটোত দি গ'ল। তামোলখন মুখত ভৰাই এড্‌মাণ্ডে ক'লে– "অৱশ্যে বৰ্তমান সময়ত সেইটো অপৰিহাৰ্য। কিন্তু নিষিদ্ধ যদিও, প্ৰকৃততে যি ৰাজনীতি, তাক কেৱে নিষিদ্ধ ঘোষণা কৰি লুকাই ৰাখিব নোৱাৰে। মোৰ ভোক লাগিলে, ভাত খুজিলোঁ, ভাত নিদি দিলে মাৰ। মূৰ ফাটি গ'ল– দুখ পালোঁ, আঘাত পালোঁ, তেজ বৈ গ'ল। কিন্তু আমি তেজবোৰ লুকাই ৰাখিব লাগিব। তাকে নকৰিলে তুমি দ্ৰোহী। এইবোৰ আমাৰ দৈনন্দিন জীৱনৰ প্ৰতি খোজৰ ইতিহাস। ইয়াৰ মুকলি আলোচনা যদি নিষিদ্ধ হয়, তাৰ বাবে দুখ কৰিব লগা আমাৰ একো নাই। প্ৰত্যেকেই আমি এনে আঘাত পাইছোঁ– ইয়াৰ বেদনা বা সোৱাদ পাইছোঁ, গতিকে ইয়াৰ মুকলি আলোচনা নকৰিলোৱেই বা আমিতো নিজে বুজা হৈছোঁ আমাৰ অৱস্থা।"

তন্দ্ৰা আৰু ভৰ্মই মনোযোগেৰে এড্‌মাণ্ডৰ কথাবোৰ শুনি গ'ল।

"ৰাজনীতিৰ পৰিৱৰ্তে নুবুজা কিছুমান কথাৰ আলোচনাৰ পৰিৱৰ্তে আমাৰ তিৰোতাবোৰে যদি সমাজৰ ভিতৰখন বুজিবলৈ চেষ্টা কৰে সমাজৰ উদ্ধাৰৰ চেষ্টা কৰে, তাৰ পৰা আমাৰ ৰাজনীতি আলোচনাতকৈ বহুত বেছি লাভ হ'ব। নিজৰ

বিষয়ে সচেতন নহ'লে আমি দূৰৰ পৰা শুনা আদৰ্শ দি আনক কি দৰে সচেতনক কৰিম?"

ভৰাই ক'লে— "পৃথিৱীৰ মঙ্গলৰ আদৰ্শ তিৰোতা জাতি— যি নিজৰ জীৱন বিপন্ন কৰি সন্তানক জন্ম দিয়ে, নিজৰ বুকুৰ পৱিত্ৰ তেজ দি সন্তানক আহাৰ দিয়ে, এখন ঘৰ নিয়ন্ত্ৰণ কৰে, ভৱিষ্যতৰ মানৱ সমাজ গঢ়ি তোলে, নিজে বিচাৰি যোগাৰ কৰি, নিজে ৰান্ধি মেলি আনক খুৱায়— নিজৰ কাৰণে থকাটো ভাগ্যৰ কথা বুলিয়ে ধৰে। এই তিৰোতাৰ যোগেদিয়ে পৃথিৱীৰ সম্বন্ধ সূত্ৰবোৰ ৰচিত হৈছে অচিন পৰিয়ালৰ লগত অচিন পৰিয়ালৰ জীৱন-মৰণ বন্ধুতা স্থাপন হৈছে— এজনী ছোৱালীৰ যোগেদি। তেওঁলোকৰ জীৱনেই জগতত মঙ্গল ৰচনাৰ কাৰণে, মানুহক মানুহৰ প্ৰাণলৈ টানি আনিবৰ কাৰণে।"

"ৰাজনীতি নহ'লেও, তেওঁলোকৰ মাজত আত্মচেতনা সজাগ কৰি তুলিব পাৰিলেই দেশৰ, সমাজৰ, জাতিৰ আটাইতকৈ ডাঙৰ উপকাৰ কৰা হ'ব।"

এই কথাবোৰ যেন তন্দ্ৰাই নিজেও ভাবি চোৱা নাছিল। তন্দ্ৰাৰ চকুৰ আগত মাতৃ জাতিৰ এখন বিৰাট ছবি ভাহি উঠিল। কিমান বহল, কিমান প্ৰশান্ত নাৰী জাতিৰ জীৱনৰ ক্ষেত্ৰ। এই চেতনা এই আত্ম-উপলব্ধি নথকাৰ গুণেইতো তিৰোতাই জগতত আজিও নিজৰ স্থান ঠিক কৰি ল'ব পৰা নাই।

ক'ৰবাৰ পৰা সুকুমাৰ আহি সোমালহি। সুকুমাৰৰ সাজ আজি একেবাৰেই ভদ্ৰলোক, পাঞ্জাবী, ধুতী, পাম্‌চু।

তাক দেখি এড়মাও আৰু ভৰ দুয়ো হাঁহিলে। তন্দ্ৰাই মাথোন গহীন হৈ থাকিবৰ চেষ্টা কৰিলে।

সোমায়ে সুকুমাৰে সুধিলে, "এই ভৰ, মই প্ৰেমত পৰিলে বাৰু বেয়া দেখাবনে?"

"প্ৰেমত কেনেকৈ পৰে তই জান জানো?" এড়মাওে ক'লে।

তন্দ্ৰাই মুখ টিপি হাঁহিলে। "আপুনি দেখোন হাঁহিলে? আপুনি জানে নিশ্চয় —" সুকুমাৰে তন্দ্ৰাক ক'লে। তন্দ্ৰা ৰঙা পৰিল। অলপ পৰ ইটোৱে সিটোৰ মুখ চোৱা-চুই কৰিলে।

"এই ভাই— বৰ মজাৰ ঘটনা এটা হ'ল নহয়। তইঁতক কোৱাই নাই কিজানি?" সুকুমাৰে ক'লে।

"কি অ', কি ঘটনা?"

"এতিয়াই কওঁনে?"

"ক।"

"তেখেতে বেয়া পায় যদি?"

"নেপায়, বেয়া, ক—"

"নেপাওঁ নেপাওঁ বেয়া, কওক—"

"সেই যে নবেন্দু দাস, লোকেল বোৰ্ডৰ অভাৰচিয়াৰ চিনি পাব?"

"ওঁ, তাৰ পিছত?"

"আগেয়ে তাক মানুহটোহে চিনি পাওঁ, ঘৰটো ক'ত নেজানো। পিছে সি সংসাৰৰ কিৰ্পিন। টকা হ'ল কি হ'ল— সক অকণমান ঘৰ এটা লৈ আছে। সেই আমাৰ দোকানৰ পাছফালে। মইতো সদায়েই ফাৰ্মৰ পৰা দোকানলৈ বস্তু পঠিয়াও, ইপিনে ফুৰিবলৈ আহো। ছোৱালীজনীয়ে প্ৰায়ে মাটিকঁঠাল, জামিল এইবোৰ লয়। এদিন মোক সিহঁতৰ ঘৰলৈও মাতি নিলে। ভিতৰখন অৱশ্যে পৰিপাটি। কেৱল খিৰিকীত শৰীৰ পাৰিৰ পৰ্দাবোৰ দেখিহে মোৰ খং উঠিছিল।"

"মই ভাবিলোঁ ক'ৰবাৰ দুখীয়া ছোৱালী, কিবা সহায় কৰিব লাগে। কেৱাদিনো মাতি নিছে, কেবাদিনো চাহ-চৰ্বত খাইছোঁ। মই হ'লে মূল্য দিয়া নাই।"

"তাৰ পিছত?"

"তাৰ পিছত শুন, কালি আবেলি সেই বেটা অভাৰচিয়াৰক অফিচত লগ ধৰি ক'লোঁ যে পদুমণিৰ স্কুলৰ ৰাস্তাটো বৰ বেয়া হৈছে। অলপ চকু দি ভাল কৰাই দিলে ভাল হয়। মই যেন তাক অপমানহে কৰিলোঁ! সি গুজৰি উঠিল— "যোৱা যোৱা— মই কুলী নেকি, ৰাস্তা ভাল কৰি দিব লাগে? নিজে কৰি নোলোৱা কিয়?" তাৰ কথাত মোৰ বৰ খং উঠিল। দিলো এটা ঘোচা লগাই। একে ঘোচাই সি মাটিত বাগৰি পৰিল। অফিচৰ কেৰাণীবোৰ লৰি আহি তুলি দিলেহি। মোক কিন্তু কোনোৱে একো ক'বলৈ সাহ নকৰিলে। তাক শুনাই দিলো— "আমাৰ দেশত অত টকা দি তোক ৰাখিছে তোৰ বাপেৰৰ ঘৰৰ ৰাস্তা বান্ধিবলৈ! ঠিকাদাৰৰ ঘোচৰ টকাৰে গেৰেলা হৈছ। ভাবিছ, মই তোৰ কেৰাণী, গালি খাই গুচি যাম। দেখিবি, এইবাৰৰ পৰা কাৰোবাক এনেকুৱা কথা কবিতো, তোৰ শেষ—"

তন্দ্ৰাই অলপ বিস্ময়েৰে তাৰ মুখলৈ চালে। এডুমাও আৰু ভৱই ৰহস্য কৰি সুধিলে, "পিছে ছোৱালীজনীৰ পৰা আহি দেখোন একেবাৰে অভাৰচিয়াৰ পালিহি?"

"এৰা অ', তাতেই তো গণ্ডগোল। মইনো কেনেকৈ জানিম যে ছোৱালীজনী অভাৰচিয়াৰৰ জীয়েক? আবেলি ফুৰিবলৈ আহিছোঁ, ছোৱালীজনী পদূলিমুখতে ৰৈ আছিল। মোক মাতি নি এখন চিঠি দিলে। জেপত ভৰাই লৈ আহিলোঁ। ঘৰত আহি পঢ়ি চাওঁ, আও একেবাৰে দেখোন প্ৰেমৰ চিঠি!"

"প্ৰেমৰ চিঠি। কাৰ?"

"ছোৱালীজনীয়ে দিছে; মোলে— মইতো ক'বই নোৱাৰোঁ তাই যে মোক ভাল পাইছিল। আগতে এদিনো নক'লে, এতিয়া সেইদিনাখন ক'লেনো কেনেকৈ বুজিম?"

"বাহ্‌ৰে, তইতো দাওঁ মাৰি দিলি।"

"দাওঁটো আকৌ মাৰিলোঁ ক'ত? কালি মুঠেই গম পালো যে তাই মোৰ প্ৰেমত পৰিছে। ইপিনে গম পোৱাৰ আগতে বাপেকক তো চকীৰ পৰা বগৰায়ে থৈ

আহিছোঁ। আগতে যদি জানিলোহেঁতেন নবেন্দু তাইৰে বাপেক, তেতিয়াও এক কথা আছিল।"

"আগতেনো তই একোকে ক'ব নোৱাৰনে?"

"হেৰ কেনেকৈ পাৰিম! চাহ দিয়াৰ, চৰ্বত দিয়াৰ, নাম যে প্ৰেম মইনো কেনেকৈ জানিম? আৰু মোৰ এই হাতুৰি মাৰ্কা হাত-ভৰিবোৰৰ প্ৰেমতো যে কোনোবা পৰিব পাৰে কেনেকৈ জানিম? মইতো ভাবিছিলোঁ, প্ৰেমত পৰিবলৈ হ'লে খুব পাতল ধুতী আৰু মিচিকিয়া হাঁহি সদায় পিন্ধি থাকিব লাগে।"

"অ' সেয়েহে আজি এই পোছাক!" এড্‌মাণ্ডে ক'লে।

"সেই কাৰণে নহয় অ'। নবেন্দুৱে গৈ নিশ্চয় আজি অফিচত মোৰ হাতত মাৰ খোৱাৰ কথা কৈছেগৈ। এতিয়া কথাষাৰ জানিলে যেতিয়া ছোৱালীজনীৰ মোক দেখিলে খং নুঠিব জানো? সেই কাৰণে চিনিব নোৱাৰা হৈ আহিছোঁ।"

"অ' ঠিক বুদ্ধি কৰিছ—" ভৱই ক'লে, "আৰু দুদিনমানৰ পিছত ছোৱালীজনীৰ ভয়ত এই দোকান-চোকান এৰি ক'ৰবালৈ পলাবি—।"

"তেনেকৈ নকবি বুজিছ ভৱ — মই তোৰ নিচিনা নহওঁ।" সুকুমাৰৰ যেন খঙেই উঠিল।

পাতলীয়াকৈ হাঁহি তন্দ্ৰাই ক'লে— "আপুনিনো ভয় খাইছে কিয়? ছোৱালীজনীৰ মাক-বাপেকেই আপোনাৰ লগত চিনাকি হ'বলৈ লগাই দিছে। আপুনি খোচা মৰাহে নালাগে অন্য কিবা কৰিলেও তেওঁলোকে একো নেমাতে। ছোৱালী বিয়া দিয়া জানো কম টান! সেই কাৰণে ছোৱালীজনীৰ হতুৱাই আপোনাক হাত কৰিবলৈ চাইছে।"

"তাৰ মানে?"

"তাৰ মানে, ছোৱালীজনী আপোনালৈ বিয়া দিব খুজিছে—" হাঁহি তন্দ্ৰাই ক'লে। সুকুমাৰ বহাৰ পৰা জাঁপ মাৰি উঠিল— "আও, সিদিনা চাহ, কালি প্ৰেম, আজি বিয়া, এইবোৰ কি কাণ্ড ভৱ—"

"ভয় নেখাবি অ', তোৰ ভাল উপায় ওলাইছে। যিমান পাৰ খা পেটুৱা অভাৰচিয়াৰৰ পৰা।"

"ছোৱালীজনীৰ মনটোত কিন্তু আঘাত নিদিব। তাই হয়তো সঁচাকৈয়ে আপোনাক—" তন্দ্ৰাই শেষ কৰিবলৈ নেপালে।

সুকুমাৰে চিঞৰি উঠিল— "নাই, নাই সেইবোৰ নক'ব। বিয়া! আও বাপৰে! মই সপোনতো ভবা নাই। এইবোৰ আৰু নহ'ব। ছোৱালীজনীয়ে মাতিব, ওচৰ চাপি গৈ একখোচা লগাই দিম।"

"সেইটোতো আচল প্ৰেমৰে লক্ষণ। "তোমাৰ প্ৰেমে আঘাত আছে, নাইক' অৱহেলা"— পিছে বাপেকে কে'চ কৰিব চাবি।"

"কৰিলে কৰিব কে'চ। আগে শেষ কৰি লৈ পিছত জেললৈ যাম।"

"হেৰ' জেললৈ যাব নেলাগে যাব, বহ। কতই প্ৰেমত পৰিবলৈ ঘৰমুটিয়াই ফুৰে। শই শই ছোৱালীলৈ প্ৰেমৰ চিঠি লিখি, দিব নোৱাৰি গাৰুৰ তলত সুমাই থয়। বাওঁ হাতেৰে নিজেই চিঠি লিখি, ছোৱালীৰ প্ৰেমৰ চিঠি বুলি লগৰীয়াক দেখুৱাই আনন্দ পায়। তই আকৌ নিবিচৰাকৈ পালি কাৰণে ইমান উঠি নেযাবি," এড়্মাণ্ডে ক'লে। অলপ পৰৰ মূৰত এড়্মাণ্ডে আকৌ ক'লে, "বাক প্ৰেমত পৰাৰ দিহা পাছত লাগিলে মযে কৰি দিম। এতিয়া বাগানলৈ বাওঁ ব'ল।"

"বাগানত নো কি কৰিম গৈ মই?"

"স্কুলখন চাই আহিবি গৈ। বস্ত্ৰকান্তক বাগিচাৰ পৰা দুমাহৰ পইচা দিয়া নাই। তাকো পাবিলে উলিয়াই দিব লাগে। বিশেষকৈ মেনেজাৰ আৰু হেমিদ মহৰীয়ে তলে তলে অলপ গণ্ডগোল লগাইছে। সিহঁতৰ অলপ খবৰ কৰি আহিব লাগে।"

"তেনেহ'লে মই ঘৰৰ পৰা ওলাই আহোঁ। তই অলপ ৰ—"

সুকুমাৰ ওলাই গ'ল।

"হাণ্টাৰ লৈ নাহিলেই ৰক্ষা—" এড়্মাণ্ডে ক'লে।

"এটা কথা মন কৰিছনে এড়্মাণ্ড? আজি প্ৰায় দুমাহ থমাছ আৰু উপেনে হালেহি আমাৰ পৰা যেন আঁতৰি আঁতৰি ফুৰিছে। সেই যে মাজতে এদিন লগ পাইছিলোঁ, তাৰ পৰা আৰু নাই। কি হৈছে বাৰু—?"

"নাই অ', সিহঁত কামত ঘূৰি ফুৰিছে। এনেকৈ বহি মেল মাৰি থাকিবলৈ সময় ক'ত? সিহঁতৰ কামেই হ'ল ঘূৰি ফুৰা। অৰ্গেনাইজেচনৰ কামটোৱেই আটাইতকৈ ডাঙৰ কাম। তাতে দূৰণি ঠাইত। বহুতে আমাৰ সঙ্ঘটোৰ নাম শুনিলেই হাঁহিব— ল-সা-গু! অৱশ্যে এইটোৱো সঁচা যে আচল মৰ্ম নুবুজাৰ কাৰণেহে হাঁহিব। পিছত যেতিয়া বুজিব, তেতিয়া ভয় নাই। এই বুজোৱা কামটো থমাছে ক'বৰ দৰে "জাবৰৰ' মগজুত সুমাই দিয়া কামটো বৰ টান। ইংলেণ্ডত কেইখন ফুলনি আছে যদি কয়, এবাৰ ক'লেই সকলোৰে মনত থাকিব, কিন্তু নিজৰ ঘৰটোৰ আগফালে পিছফালে থকা গেৰেকণিকেইখনৰ কথা ক'লে সিহঁতে পাহৰি যায়। উপেনৰ জানো এনেয়ে খং উঠে।"

"সি যিয়ে হওক, সিহঁত দুটাক আমাৰ পৰা ইমান আঁতৰি থাকিবলৈ দিব নালাগে, দিন-ৰাতি কাম কৰিলে কামৰ প্ৰতি মানুহৰ বিতৃষ্ণা আহে। মাজে মাজে জিৰাই, দুই-চাৰি আলাপ-আলোচনা কৰিলে এটা নতুন উদ্যম পোৱা যায়। কাম কৰিও আনন্দ লাগে।"

তন্দ্ৰা যাবলৈ উঠিল।

"আপুনি যায়েই নেকি?" ভৱই ক'লে।

"হয় যাওঁ, – আপোনালোক বহক দেই।"

"বুঢ়াৰ তালৈ গধূলিকৈ যাব নেকি?"

"চেষ্টা কৰি চাম—"

তন্দ্ৰা গ'লগৈ। ভৱ আৰু এড্ৰেমাণ্ড কিবা এটা চমু আলোচনাত লাগিল। ভৱৰ নাটকখন কেতিয়া অভিনয় কৰিলে সুবিধা হ'ব, তাৰ এটা পৰামৰ্শ কৰিলে। কোনটো পাৰ্ট কাক দিলে সুবিধা হ'ব, তাৰো বিবেচনা কৰিলে। সুকুমাৰ আহি পাবৰ কাৰণে বাট চাই দুয়ো এইবোৰ আলোচনাত বহি থাকিল।

৬

'জুনু'

"– কি?"

"– এইপিনে আহ।"

"কেলেই?"

"মোৰ আৰু এযোৰ জোতা আছিল নহয়, কি হ'ল?"

"– বৌৱে মুচিক দিলে।"

"– কেলেই দিলে?"

"– চিলাই কৰিবলৈ।"

আজাদ মনে মনে থাকিল।

তেতিয়া ১১ বাজিছে। বাহিৰত ৰ'দ। এই মাত্ৰ আহ্মদ অফিচলৈ ওলাই গৈছে।

"বৌ অ' বৌ–" অলপ মিঠা মাতেৰে আজাদে বৌৱেকক মাতিলে।

নাজ্মা ভিতৰৰ পৰা ওলাই আহিল।

"– মোৰ বাৰু জোতা কেইযোৰ আছিল?"

"অ' এযোৰ মই মুচিটোক দিছো–" নাজ্মাই আজাদৰ ভৰিৰ ফালে চালে। পিন্ধি থকা জোতাযোৰ এফালে ফাটি এৰাই গ'ল। সেই কাৰণেহে বোধহয় জোতাৰ বিচাৰ লগাইছে।

"এতিয়া তুমি ক'লৈকো নাযাবা, গ'লে ভাত খাই যাবা। ভাত হৈ আছে–" নাজ্মাই ক'লে।

আজাদে পিন্ধি থকা কামিজটো খুলি বিছনাত থ'লে। তাৰ কামিজ ওলোমাই থোৱা গজালকেইটাৰ ফালে চালে।

"– বৌ, মোৰ আৰু কামিজ নাই নেকি?"

"ককায়েৰে দুটা কামিজ চীয়াই আনিছে নহয়।"

নাজ্মা তেওঁলোকৰ নিজৰ কোঠালৈ গ'ল আৰু নতুনকৈ চিলাই কৰা দুটা কামিজ আনি দিলে। আজাদে তেতিয়াই এটা পিন্ধিলে।

"– ঠিকেই হৈছেনে বৌ?" পিন্ধা কামিজটোলৈ চাই চাই আজাদে সুধিলে।

নাজ্মাই একো নামাতিলে। আজাদৰ আনন্দটো উপভোগ কৰিবৰ চেষ্টা কৰিলে।

"কিমান ল'লে বৌ?"

"ক'ব নোৱাৰো, ককায়েৰেহে আনিছে।"

মীনা ভিতৰৰ পৰা ওলাই আহিল।

"তোক থমাছে বিচাৰি আহিছিল।"

"কেতিয়া?"

"ৰাতিপুৱা?"

"কেলেই বিচাৰিছিল?"

"মাতি থৈ গৈছে–" মীনা আকৌ ভিতৰলৈ গ'ল।

"মীনা–"

"কি?"

"এই পিনে আহ।"

"কেলেই?"

"মোৰ এটা বনিয়ন আছিল নহয়?"

"ক'ত আছিল?"

"জানো ক'ত আছিল। নাছিল জানো?"

"মইনো কেনেকৈ জানিম!"

জুলুৱে নাপিতটো মাতি আহিছিল। সি চুলি কটাবৰ কাৰণে বাৰাণ্ডালৈ গ'ল।

"মোৰো চুলি হৈছে, ময়ো কটাব লাগিল।" মূৰৰ ওপৰৰ চুলিবোৰ টানি টানি চাই আজাদে ক'লে।

"জুলু"

"কি বৌ –?"

"এইপিনে আহচোন।"

জুলু নাপিতটোৰ ওচৰৰ পৰা উঠি আহিল। জুলুৰ কাণৰ ওচৰলৈ মুখখন নি ফুচফুচাই নাজমাই ক'লে– "আজাদৰো চুলিবোৰ কটাই দিবি। কটাম বুলিছেই, পিছে মাজতে পাহৰি কেনিবাদি লৰ মাৰিব।"

"বাৰ"– বুলি জুলু আকৌ লৰ মাৰি, নাপিতৰ ওচৰ পালেগৈ।

নাজমা ৰান্ধনিশাললৈ গ'ল। আজাদো পাছে পাছে উঠি গ'ল। আজাদ গৈ ৰান্ধনিশালতে মূঢ়া এটাত বহিল। প্লেট এখনত অলপ মিঠাই উলিয়াই নাজমাই আজাদক খাবলৈ দিলে।

পিছফালে চোতালত মীনাই কাপোৰ এখনত কিবা এটা ফুল তুলি আছিল। আজাদে সেইফালে চাই চাই ক'লে, "বৌ, এই মীনাক থমাইলৈকে বিয়া দি দিব লাগে। বেয়া হ'বনে?"

নাজমাই হাঁহিলে।

"এই মীনা–"

"যেৎ।"

"কি যেহ। সি কেনেকুৱা ভাল ল'ৰাটো।"

জুলুৱে আহি ক'লে, "বৌ, মোৰ হ'ল।"

"এ, ইয়ালে নাহিবি, নাহিবি, ক'ৰবাত চুলি পৰিব।" নাজ্‌মাই চিঞৰি ক'লে আৰু আজাদক চুলি কটাবলৈ যাবলৈ ক'লে।

"বৌ, আজি মোক ৰূপ দুটকা দিব পাৰিবা?"

"কেলেই?"

"লাগে, অলপ দৰকাৰ আছে।"

"কাক দিবলৈ বাৰু?"

"সেই হামিদৰ যৈণীয়েকক, সি বজ্জাতে এক পইচাও খৰচ নিদিয়ে।"

"হামিদৰ খুলশালীয়েককো দিছা নেকি?"

জুলুৱে আকৌ আহি ক'লে, "নাপিতটো যাব খুজিছে।"

"দিম বাৰু, চুলি কটাই আহাঁগে যোৱা।" নাজ্‌মাই ক'লে। আজাদ ওলাই গ'ল। জুলু গা ধুই আহিল।

"ভাত হৈছেনে বৌ?"

"হৈছে আৰু, এই পিনে আহচোন জুলু।"

সৰু হাফপেণ্টটোৰ ওপৰত গেঞ্জীটো পিন্ধি জুলু বৌয়েকৰ ওচৰ পালেহি।

"তই বেগেতে ফ্রেঞ্চৰ দোকানৰ পৰা আইগে চোন যা।"

"এতিয়া মই যাব নোৱাৰো পায়, ইমান ৰ'দ।"

"পাৰিবি যাব, ছাতি লৈ যা। দুই অনাৰ বাৰু মিঠায়ো খাবি যা।"

"কি আনিব লাগে নো?"

"আজাদ ককায়েৰৰ জোতা এপাট লৈ যা। তাৰ জোখেৰে এযোৰ ভাল জোতা লৈ আহিবি, আৰু দুটা ডাঙৰ গেঞ্জীও লৈ আহিবি।"

"মই জোতাপাট লৈ যাব নোৱাৰো বোপাই!"

"পাৰিবি, পাৰিবি, মই ভালকৈ কাগজত বান্ধি দিম।" নাজ্‌মা আজাদৰ কোঠালৈ গ'ল আৰু ফটা জোতাযোৰৰ এপাট কাগজত ভালকৈ বান্ধি আনি জুলুৰ হাতত দিলে, তাৰ পিছত সিটো কোঠালৈ মাতি নি পইচা দিলেগৈ।

জোতাপাট আৰু পইচা লৈ জুলু ভোৰ-ভোৰাই ওলাই গ'ল— 'সদাই মই আনিলেহে হয়, সি হ'লে ইমানটো ডাঙৰ মানুহ, বজাৰ কৰিব নোৱাৰে।"

নাজ্‌মা তেতিয়া ৰান্ধনিশালত।

চুলি কটাই উঠি আজাদ পিছফালৰ পুখুৰীত গা ধুবলৈ গ'ল। গাত দুবাল্টি পানী ঢলাৰ পাছত ইফালে সিফালে চাই কাকো নেদেখি চিঞৰি আৰম্ভ কৰিলে— "মীনা, গামোঁচা এখন লৈ আহ।"

"মই নোৱাৰো যা —" মীনাই ক'লে।

"বৌ, এখন গামোচা দি পঠিওৱাচোন।" নাজ্‌মাৰ কাণত পৰিল। নাজ্‌মাই তেওঁৰ সক ছোৱালীজনীৰ হাততে গামোচা এখন দি পঠালে।

"মীনা, খৰম বা চেণ্ডেল এযোৰ লৈ আহ, অ', মই পাহৰি আহিলো।"

"মই নোৱাৰো।"

"যাচোন মীনা, দি থৈ আহঁগে –" নাজ্‌মাই ক'লে।

খৰম এযোৰ বিচাৰি লৈ ভোৰ-ভোৰাই মীনা পুখুৰী পাৰলৈ গ'ল।

"গাটো ধুবলৈ যাব, বন্তুকেটা লৈ যাব নোৱাৰে। এবাৰ হেঁৰিটো লাগে, এবাৰ আৰু কিবা এটা লাগে– বৰ ৰজাটোৱে গা ধুইছে একেবাৰে!"

মীনাৰ খংটো বৌৱেকৰ ওপৰত।

গা ধুই আহি কোনোমতে আজাদ ভিতৰ সোমালহি।

"জুলু, অ' জুলু!"

"জুলু নাই।" মীনাই ক'লে।

"যাচোন মীনা তয়ে, কেলেই মাতিছে ককায়েৰে।" নাজ্‌মাই ক'লে।

"– এই হেৰি বৌ, তেল আছে নেকি? তেল?"

"তেলৰ বটলটো দি থৈ আহঁগে যা–" নাজ্‌মাই মীনাক পঠিয়ালে। তেলৰ বটলটো নি ঘটং কৰে মেজৰ ওপৰত থৈ মীনা ওলাই আহিল।

"আচী নাইনে? আৰ্চীনো ক'ত আছে অ' মীনা?" মীনালৈ আজাদৰ ভয় লাগিছিল আৰু। সৰ্ককে ক'লে, বৌৱেকে নুশুনিলে।

"ফণিখন থৈ আহিছনে মীনা?" নাজ্‌মাই সুধিলে।

"মই নোৱাৰো দিব মোৰ ফণি। তাৰ মূৰত বা কিমান ময়লা আছে।"

"ডাঙৰ ককায়েৰৰখনকে বিচাৰি দেগৈ যা।"

"চব মই বিচাৰি দিলেহে হয় আৰু।" মুখ ওফন্দাই মীনা আহ্‌মদৰ কোঠালৈ গ'ল। আৰু ফণিখন আনি আজাদৰ বিছনালৈ দলি মাৰি দিলে। আজাদ ফণি লৈ মূৰ আঁচোৰাত লাগিল।

জুলু দোকানৰ পৰা আহিল। এযোৰ জোতা আৰু দুটা গেঞ্জী আনিলে।

"জোখ ঠিক কৰি আনিছ?"

"বেপাৰীয়ে ঠিক কৰি দিছে।"

"চাও, সিপাট জোতা –"

"ক'ৰ সিপাট?"

"ঘৰৰ পৰা লৈ যোৱাপাট –"

"অ' মই আনিবলৈকে নহ'ল।"

"নানিলি, কি কৰিলি?"

"দোকানত থাকি আহিল।"

"ধেৎ, অকৰা ল'ৰা, তাতে এৰি থৈ আহিলি কিয়?"

জুলুৱে একো নামাতিলে।

"বাক থাক দে, অথনিকৈ আনিব লাগিব –" নাজ্‌মাই ক'লে।

আজাদ আহি পোনেই জোতাযোৰ চকুৰ আগলৈ তুলি ল'লে।

"আ দোখোন নতুন জোতা! কাৰ বৌ? কাৰ?"

"চোৰাচোন বাৰু তোমাৰ ভৰিত খাবনে?" আজাদে তেতিয়াই পিন্ধিলে, হ'ল।

"মোৰে নেকি বৌ? কোনে আনিলে?"

"জুলুৱে আনিছেগৈ।"

"জুলু, চাও এইপিনে আহচোন, কিমান ল'লে অ' জুলু?"

জুলুৱে নেমাতিলে।

নাজ্‌মাই কোঁচৰ পৰা গেঞ্জী দুটা উলিয়াই আজাদক দিলে। আজাদৰ মুখখন আনন্দত এইবাৰ ৰঙা পৰিল। বৌৱেকলৈ তাৰ এইবাৰ বৰ মৰম লাগিল। সি যেন বৌৱেকক সাবট মাৰি ধৰি ঘূৰাই লৈ ফুৰাব। সি কি কৰিব একো ঠিক কৰিব নোৱাৰি কাষতে থিয়দি থকা মীনাৰ হাতৰ পৰা ফুলকৰি থকা কাপোৰখন টান মাৰি লৈ বাহিৰলৈ দলিমাৰি পেলাই দিলে।

"খৰমযোৰ নি দিব নোৱাৰে, বৰ ৰাণীজনী!" মীনাই খেংখেঙাই উঠিল। নাজ্‌মাই ৰান্ধনিশালৰ পৰা চিঞৰি ক'লে– "তইঁতে ভাত খাহি আহ– মীনা।"

মুখখন ওন্দোলাই কাপোৰখন বুটলি লৈ মীনাই ক'লে– "চেলা ল-সা-গু।" মীনাৰ গালিৰাৰ শুনি আজাদ আৰু নাজ্‌মা দুয়ো হাঁহিলে।

ভাত খাই উঠি আজাদ হামিন মহৰীৰ ঘৰলৈ যাবলৈ ওলাল। বৌৱেকৰ পৰা টকা দুটা খুজি ল'লে।

"নিয়া বাৰু। পিছে সিহঁতক টকা-পইচা দিয়া বুলি লোকৰ আগত কৈ নুফুৰিবা।" নাজ্‌মাই ক'লে।

"কাকনো ক'বলৈ যাম? সিহঁতৰ অৱস্থা বেয়া হৈছে কাৰণেহে। নহ'লেনো মই সিহঁতৰ ঘৰলৈ কি কৰিবলৈ যাওঁ –" কৈ কৈ আজাদ ওলাই গ'ল।

কিবা এটা ভাবি নাজ্‌মাই বাহিৰৰ ফালে চাই থাকিল। তাৰ পিছত ভিতৰলৈ আহি জুলুক মাতিলেহি, "জুলু, এইপিনে আহচোন।"

"কি বৌ –?"

নাজ্‌মাই জুলুক ওচৰ চপাই আনিলে, আৰু তাৰ পিঠিত হোৱা ঘামচিবোৰ লাহে লাহে ভাঙিব ধৰিলে। জুলুৰ লাহে লাহে টোপনি আহিল।

৭

পুৰণি এটা খেৰৰ ঘৰ। বাৰীত জেওৰা-তাতি নাই। হয়তো কিছু দিনৰ আগতে দিয়া হৈছিল, ভাগিল। ঘৰটোৰ চোতালত প্ৰায় পিৰালিলৈকে বননি। ঘৰটোৰ পশ্চিমফালৰ পিৰালিত ওখ ওখ বন গজিছে। প্ৰায় চাল চুইছেগৈ। ঘৰটোৰ দক্ষিণ-পশ্চিম কোণত এটা সৰু পুখুৰী– শেলাই আৰু পুনিৰে ভৰা। দলং ভাগিল, দলঙৰ খুঁটি দুটা ওলাই আছে। দলঙৰ পৰিবৰ্তে পুখুৰীৰ পাৰ এটাৰ এডোখৰ কাটি লৈছে।

বাঁহৰ দুৱাৰখন বন্ধ হৈ আছিল। হেঁচা মাৰি আজাদ ভিতৰলৈ সোমাই গ'ল।

"জে'বন অ' জে'বন –" আজাদে মাতিলে।

"বহকচোন, গৈছো –" ভিতৰৰ পৰা কোনোবা মাইকী মানুহৰ মাত এটাহে ক'লে। আজাদ তাতে থকা পুৰণি চকীখনতে বহিল।

পৰী ওলাই আহিল, গাত এখন একেবাৰে মলিয়ন শাৰী। মূৰত ভুবুৰিয়া উঠা চুলিবোৰ।

"অ' – বুলি পৰীয়ে ভুমুকি মাৰিয়ে আকৌ ভিতৰলৈ সোমাই গৈ জে'বনক মাতিলে। "এই জে'বন, আহচোন চোৱাহি।" যেনেকৈ আছিল তেনেকৈয়ে জে'বন লৰ মাৰি আহিল। হঠাৎ আজাদক দেখি খেং বুলি বৌৱেকক খং কৰি আকৌ সোমাই গ'ল। কাপোৰ-কানি অসাৱধানভাৱে অহা বাবে জে'বনে নিজেই লাজ পালে।

"জে'বন দেখোন লৰ মাৰিলে?" আজাদে সুধিলে।

পৰী আকৌ ওলাই আহিল। অকণমান চাপৰ ভগা মূঢ়াটো টানি আনি আজাদৰ মুখামুখিকৈ বহিল।

"কিবা চিঠি-পত্ৰ পাইছানে?"

"নাই, একো নাই।"

"টকা-পইচাও নাই?"

"ক'তা! পঠিওৱা হ'লেনো, নাই পঠিওৱা বুলি মানুহক কওঁনে! মানুহো নাই, চিঠিপত্ৰও নাই। জীয়াইনো আছোনে নাই তাবে যদি খবৰ ল'লেহেঁতেন!" দুখ আৰু অভিমানত পৰীয়ে ক'লে।

পৰী হামিদ মহৰীৰ ঘৈণীয়েক।

"সুদা তামোল আছে, পাণ নাই। খাব জানো বাৰু?"

"বাৰু আহাচোন কি আছে, কি নাই, ইয়াতো কৰাহি।" ভিতৰত থকা জে'বনক পৰীয়ে ক'লে।

"আই নাই নেকি?" আজাদে সুধিলে।

"আই নাই, কুকুৰা কণী কেইটামান আছিল, তাকে সৌ লক্ষী দোকানীৰ তালৈ লৈ গৈছে। সি আকৌ নিতৌ গধূলি বিচাৰি আহে।"

"ও– " আজাদে ক'লে। অলপ ৰৈ আজাদে আকৌ ক'লে– "কাপোৰকেইখন ওলালনে?"

"ওলাইছে। এখনৰ মূৰ পৰিছে আৰু এখন আছে, তাঁত-চালি হোৱা হ'লেহে। ৰাতি-পুৱাই দুমাকোমান মাৰো, পাৰিলে আবেলি দুমাকোমান মাৰো। দুপৰীয়াতো ওচৰকে চাপিব নোৱাৰি। যিহে ৰ'দ– টৌ টৌ কৰে মূৰৰ ওপৰতে পৰে।"

"এৰা, ক'ৰবাত খেৰ আছে জানো?"

"নাই, ক'ৰ খেৰ আছে? থাকিলেওবা কোনে চাই দিব!"

আজাদে কিবা এটা ভাবিলে, অলপ পৰ মনে মনে থাকিল।

হঠাৎ সি সুধিলে, "পিছে এইকেইদিন কিহেৰে চলিছা?"

"চলিছো আৰু কোনো মতে।"

"তাৰ ওপৰত –" কিবা এটা ক'ব খুজি আজাদ হঠাৎ ৰৈ গ'ল।

জে'বন ভিতৰৰ পৰা ওলাই আহিল। আজাদৰ নতুন কামিজ, নতুন জোতা দেখি এবাৰ ভালকৈ চাই লৈ মুখ টিপি হাঁহিলে।

আজাদে জে'বনৰ মুখলৈ চাই দিলে। হাঁহিটো ধৰা পৰিল।

"অ' তোমাৰ হিংসা লাগিছে! দেখিছা কেনেকুৱা মজাৰ কামিজ? জোতাযোৰ দেখিছানে নাই! যি কোমল!" নিজকে দেখুৱাই আজাদে ক'লে।

পৰী আৰু জে'বন দুয়ো বৰ হাঁহিলে। "বৌৱে আনি দিছে, জানিছা।, চব, কামিজো বৌৱে আনিছে, জোতাও, দুটা গেঞ্জীও –" আজাদৰ সৰু ল'ৰাৰ নিচিনা কথা শুনি দুয়ো আকৌ হাঁহিলে।

"সকলোতো বৌৱে আনি দিলেই, আৰু এটাহে বাকী আছে –" পৰীয়ে ক'লে। পৰীৰ গহীন মাতটোত এটা হাঁহি লুকাই আছিল। কিমা কামৰ ছলেৰে জে'বন ভিতৰলৈ গুচি গ'ল।

ইঙ্গিতটোলে আজাদে কাণ নিদিলে। আজাদৰ মনটো যেন বৌৱেকৰ উদাৰ মূৰ্তিটোৰে ভৰি আছিল। সি বৰ আদৰেৰে ক'লে, "বৌৱে কিমান মৰম কৰে মোক! বৌ নোহোৱা হ'লে মীনাইতেই মোক ঘৰৰ পৰা খেদাই দিলেহেঁতেন।"

জে'বন বেৰৰ সিপাৰত ৰৈ আছিল, খুক্‌খুকাই হাঁহিলে। আজাদে জেপৰ পৰা টকাকেইটা উলিয়াই পৰীলৈ আগবঢ়াই দি ক'লে– "হোৱা, এয়া ধৰাচোন। এতিয়া ইয়াৰেই চলা। যদি এই মাহতো সি টকা-পইচা একো নপঠিয়ায়, তাৰ ওপৰত মোকৰ্দমা কৰিব লাগিব। খৰচৰ কাৰণে তোমালোকে চিন্তা নকৰিবা। আমাৰ সঞ্জই সহায় কৰিব।"

"এনেকৈ সদায় কিয় আপুনি পইচা দিয়ে? আপুনিনো সদায় দিবলৈ ক'ত পাব?"

"কেলেই, বৌ আছে নহয়? বৌৱেহে দিছে –" আজাদে ক'লে।

পৰীয়ে টকাকেইটা ল'লে। নল'বলৈও সাহস নহ'ল জানোচা আজাদে বেয়া পায়, আজাদৰ খং উঠি অভিমান কৰে।

"তাঁতখন বেগেতে উলিওৱা। সূতা দিম। সি খৰচ দিলে বা নিদিলে তালে তোমালোকে কাণ দিব নালাগে। তোমালোকে নিজে নিজে চলিবলৈ শিকা, কিন্তু তোমালোকে আৰ্জিলা বুলিয়েই যে সি খৰচ নিদিব তাৰ কোনো অৰ্থ নাই। তাৰ আৰ্জনৰ ওপৰত তোমালোকৰ দাবী আছে। সেই দাবী আদায় নকৰিলে ভুল কৰা হ'ব।"

বেৰৰ সিপাৰৰ পৰা জে'বনে সৰুকৈ ক'লে– "কোৱা শুনিছো, সি হেনো বাগিচাতে ক'ৰবাৰ ছোৱালী এজনী ৰাখিছে।"

"নহয় যেৎ, মিছা অ'। মিছাকৈয়ে, সেইদিনা হেৰিৰে এনেয়ে খেমালি কৰিলে, তাকে এই সঁচা বুলি ধৰি ল'লে।" প্ৰতিবাদটো জোৰ দিয়ে কৰিলে যদিও, পৰীৰ মুখৰ বৰণ যথেষ্ট সলনি হ'ল। অলপ আগতে ৰঙা পৰি থকা মুখখন ক'লা পৰি গ'ল। আজাদে কিন্তু লক্ষ্য নকৰিলে। ঘৰত বিবাহিতা স্ত্ৰী আছে, গাভৰু ভনীয়েক আছে। বুঢ়ী মাক আছে, অথচ সি গৈ এজনী বাগানৰ ছোৱালী –

হঠাৎ কঠিন হৈ আজাদে সুধিলে, "সঁচা নেকি কথাটো?"

পৰী যেন তাৰ মাতটোৰ কঠিনতাত উচাপ্ খাই উঠিল। পৰীৰ চকু দুটা চল্‌চলীয়া হৈ আহিল। লাহে লাহে পৰীয়ে ক'লে, "শুনিছো তেনেকৈ, সঁচা মিছানো কেনেকৈ কওঁ? মোৰ হ'লে বিশ্বাস হোৱা নাই।"

"বৌৰ সদায় বিশ্বাস নহয়, দুই-তিনিটা মানুহে কৈছে, ইপিনে চিঠি লিখিলেও উত্তৰ নিদিয়ে। খৰচ-পাতিতো নায়েই, সঁচা নহ'লে আগে এনেকুৱা কৰিছিল নেকি?" বেৰৰ সিপাৰৰ পৰা জে'বনে ক'লে।

"সঁচা হয় যদি বহি আছা কেলেই?" হামিদৰ ওপৰৰ খংটো যেন জে'বনহঁতৰ ওপৰলৈ আনি আজাদে ক'লে।

"আমি মাইকী মানুহ, আমিনো কি কৰিম?"

"কি কৰিবা? কুঠাৰ মাৰি খৰি ফালা আৰু কি কৰিবা? মাইকী মানুহ হ'লে আৰু দুনিয়াত একো কৰিব নোৱাৰে! মটৰ এখন পঠিয়াই দি তাক মাতি আনি খুব পোলাও কোৰ্মা খুওৱাহি, আৰু কি কৰিবা!"

আজাদ মনে মনে থাকিল। পৰী আৰু জে'বনো মনে মনে থাকিল। জে'বন ভিতৰলৈ গ'ল আৰু চেনি গাখীৰ নোহোৱা ৰঙা চাহপানী এটোপা পিয়লা এটাত আনি আজাদক দিলেহি। আজাদে খালে, সি ঘামি গ'ল, ঘামত তাৰ নতুন চোলাটো তিতি গ'ল। সি অলপ পৰ পৰীৰ মুখৰ ফালে চাই থাকিল। নাৰীৰ হিয়াখন বুজা কিমান কঠিন! যিটো মানুহে আজি পৰীক ঠগি গুচি গৈ আঁতৰি আছে, তাৰ সঁচা অপবাদটোক লুকাবৰ কাৰণে আকৌ সেই পৰীৰে কিমান চেষ্টা। হামিদৰ অপযশ যেন পৰীৰে অপযশ। অথচ হামিদৰ কাৰণে পৰী এজনী বনুৱাৰ ছোৱালীতকৈও বেয়া!

"বাথৰু কুলী ছোৱালী, কুলীওতো মানুহ। আমাৰ একে মানুহ, তাত লাজ পাবলগীয়া, অপমানিত হ'বলগীয়া একো নাই। কিন্তু পৰীক এৰি কুলী ছোৱালীজনী সি

বিয়া কৰোৱা নাই। হয়তো আৰু দুদিন পাছত সি তাইকো এৰি অন্য এজনী বিচাৰিব। কি ডাঙৰ অন্যায়। ....

আজাদৰ আকৌ হামিদৰ ওপৰত খং উঠিল। পৰীৰ দোষ নাই। দূৰৰ পৰা পৰীয়ে তাক বাধা দিব নোৱাৰে।

বুঢ়ী আহি সোমালহি। বুঢ়ীৰ হাতত এটা মিঠা-তেলৰ বটল। তাত দুআঙুলমান তেল। হাতত এটি সৰু অকণমান টোপোলা। আজাদ আৰু পৰীক সেইদৰে মনে মনে থকা দেখি বুঢ়ীয়ে ভয়েই খালে।

"নে'হি অ' জে'বন এইবোৰ"– বুলি বটলটো আৰু টোপোলাটো মজিয়াত থৈ বুঢ়ীয়ে বহিৰ্বলে কিবা এটা বিচাৰিলে। পৰী বহাৰ পৰা বেগাবেগিকৈ উঠিল আৰু ভগা মূঢ়াটো আগবঢ়াই দিলে। বুঢ়ী বহিল। পৰীয়ে বস্তুকেইটা ভিতৰলৈ নিলে। আজাদে বুঢ়ীলৈ মূৰ তুলি চালে।

"তুমিনো কেতিয়া আহিলা?" ফোপাই ফোপাই বুঢ়ীয়ে সুধিলে, আৰু উত্তৰলৈ বাট নেচাই কৈ গ'ল– "কণী তিনিটা পাৰিছিল তাকে লৈ বজাৰলৈ গ'লো। সেয়া তেল-নিমখ আনিলো। উঃ বৰ ৰ'দ বোপাই!"

"হেৰ' আইহঁত, ফিকাপানী আছে নে এটোপা লৈ আহ অ', ডিঙিটো শুকাই গ'ল বোপাই–"

"আই ভিতৰলৈ আহ –" জে'বনে মাতিলে। বুঢ়ী ভিতৰলৈ উঠি গ'ল। আজাদ একো নামাতি কিবা এটা একেথৰে ভাবি বহি থাকিল।

পানীটোপা খাই বুঢ়ী আকৌ আগফাললৈ ওলাই আহিল। আৰু আৰম্ভ কৰিলে– "আমাৰ দুখৰ কথা আৰু নকবি বোপাই। সেইদিনা পইচাকেইটা দি থৈ গ'লা, তাৰেই চলিলো কেইদিনমান। তাৰ পিছত যি দুখ গৈছে। এইকেইজনীৰ আকৌ হাঁহি-খিকিন্দালিৰ কোব! হেৰ, খাবলৈ নোহোৱা মানুহৰ কিহৰ হঁহা-মতা! সিহঁতে আকৌ মোকহে গেঙেৰী দিয়ে। নেখাই থাকিলে হেনো সিহঁতৰ গাবোৰ ভাল লাগে। উৰি যাও, উৰি যাও লাগে। সি যদি মৰিলহেঁতেন তেতিয়াও ভাল আছিল। এতিয়া এই বুঢ়া দেহাত কিমান দেখিম, কিমান শুনিম বোপাই? তহঁতেই যে বাছ বিচাৰটো ৰাখি আছ, আমি কিটো দিম বোপাই; আমি তোমালোকক কিটো দিম –?" বুঢ়ী ৰ'ল!

আজাদে কিবা এটা ভাবি বুঢ়ীৰ মুখলৈ চালে, তাৰ পিছত ওপৰলৈ ঘৰৰ চালখনৰ ফালে চালে। খেৰবোৰ উৰ্ৰালি গৈছে; বৰষুণ দিলে সেই ফুটাবোৰেদি জৰ্জৰ্ কৰে পানী খহি আহি ভিতৰ সোমায়, হয়তো বুঢ়ীৰ মূৰৰ পকা চুলিবোৰৰ ওপৰত পৰে, পৰীৰ কৰ্কৰীয়া শুকান চুলিবোৰৰ ওপৰত পৰে, বিছনাত পৰে, ভাতৰ চকত পৰে! – অথচ ইয়াৰ মাজতে ইহঁত জীয়াই আছে; এসাজ খায়, এসাজ নেখায়। এজোখৰ পিছি এসপ্তাহ কাল কটাই দিয়ে। তাৰ মাজত এই দুখৰ কেনা-স্তূপৰ

মাজতে ইহঁতে হাঁহে কেনেকৈ? ধেমালি কৰে কেনেকৈ? কথা কয় কেনেকৈ? এই ঘৰৰ ভিতৰতে আজাদে দেখিছে পৰীৰ হাঁহি, জে'বনৰ দুষ্টামী, পৰীৰ ঠাট্টা-মস্কৰা, মধুৰ অভিমান।

তিৰোতাবোৰ যেন আজাদৰ বৰ অবোধ্য, বৰ ৰহস্যময় যেন লাগিল। এই দুখেভৰা পৃথিৱীখনক সচাঁকৈয়ে নাৰীয়েই ধুনীয়া কৰি, প্ৰাণময় কৰি ৰাখিছে নে কি? নে এই সকলো কৃত্ৰিম– সকলো অভিনয়? আজাদ যোৱাৰ পাছতে সিহঁতে আকৌ নিজক বকৰাণীত পেলাই দিব? আজাদে ভাবি একো ঠিক কৰিব নোৱাৰিলে।

আজাদে জে'বনক মাতিলে। জে'বন ওলাই আহিল। আজাদে জে'বনলৈ চালে, অপৰিষ্কাৰ কাপোৰ-কানিৰ মাজত জে'বনৰ ধুনীয়া মুখখন আজাদৰ বৰ ভাল লাগিল। হঠাৎ জে'বনৰ চকু দুটাত আজাদৰ চকু পৰিল– ইমান কৰুণ, দুখ লগা, বেথা লগা!

আজাদ যেন বৰ আচৰিত হৈ গ'ল। আজাদে দেখিলে জে'বনৰ চকু দুটাৰ ক'লাখিনিত, জে'বনৰ তেল নোহোৱা উৰি ফুৰা চুলিবোৰত, তাইৰ হাতৰ লাহী আঙুলিবোৰত, তাই পিন্ধি থকা পুৰণি কাপোৰবোৰত কি এটা কাতৰ বিষাদ ওপঙি ফুৰিছে– গভীৰ, শান্ত, মৰ্মস্পৰ্শী। কি এটা মৰ্মন্তুদ, গোপন বিষাদত যেন জে'বন অশৰীৰী কিবা এটা হৈ পৰিছে! আজাদে মাতিবলৈ পাহৰি গ'ল।

আজাদক তেনেদৰে চাই থকা দেখিয়ে নেকি, লাজ পাই জে'বনে মিচিকিকৈ হাঁহি দিলে। আজাদৰ সপোন ভাগি গ'ল। দেখিলে – আগৰ সেই সাধাৰণ জে'বনজনী, নাকৰ আগটো অলপ ৰঙা পৰা জে'বন। আজাদে নিজকে সামৰি ল'লে।

"তোমালোক কেতিয়াবা ভাত নোখোৱাকৈয়ে থাকা?" একো সুধিবলৈ নথকাৰ দৰে হঠাৎ আজাদে সুধিলে। প্ৰশ্নটো শুনি যেন জে'বন আচৰিত হ'ল। জে'বনে একো নামাতিলে।

পৰী ওলাই আহিল। আজাদে পৰীক সুধিলে, "তোমালোক কেতিয়াবা নোখোৱাকৈয়ো থাকা?" যেন বৰ অসম্ভৱ কথা এটা! পৰীয়ে ধুনীয়াকৈ হাঁহি ক'লে– "দুনিয়াত কেৱল আমিয়ে নোখোৱাকৈ থাকোনে? কত মানুহ নোখোৱাকৈ থাকে!"

"কিন্তু তোমালোকে – ?" আজাদে আৰু একো ক'ব নোৱাৰিলে। আজাদে দেখিলে পৃথিৱীৰ দুখীয়াবোৰৰ, নিষ্পেষিতবোৰৰ, ব্যথিতবোৰৰ দুখ মনত পেলাই ইহঁতে নিজৰ দুখ পাহৰে। পৃথিৱীৰ ক্ষুধিতবোৰৰ ক্ষুধাৰ সোঁৱৰণী আনি নিজৰ ভোকক সমৰ্থন কৰে, সিহঁতে নিজক পৃথিৱীৰ অন্যান্য দুখীয়াৰ শাৰীলৈ নমাই অকণো বেয়া নাপায়। পৃথিৱীৰ সকলো দুখীয়া যে একে, সকলো দুখীয়া যে সমান, সেয়েহে দুখীয়াবোৰ ইমান আপোন। ...

আজাদে পৰীকো বৰ ধুনীয়া দেখিলে। পৰীৰ হিয়াখন যেন আকাশৰ সমান মুকলি, বহল। আজাদে বহুত কিবা ক'ব খুজিছিল, কি ক'ব ভাবি নাপালে। আজাদ বহাৰ পৰা উঠিল আৰু ক'লে – "তোমালোকে মোকৰ্দমা কৰিব লাগিব বুজিছা!"

আৰু একো নকৈ আজাদ ওলাই গ'ল। পৰী, জে'বন আৰু বুঢ়ী তিনিও আজাদ যোৱাৰ ফালে চাই থাকিল।

তেতিয়া বেলি লহিয়াইছে।

## ৮

সুকুমাৰ আৰু এড়মাণ্ড গৈ যেতিয়া সোণাপুৰ বাগিচা পায়গৈ তেতিয়া প্ৰায় সন্ধিয়াই লাগি আহিছে। দুয়ো গৈ ৰমুৰা নামে বনুৱা এটাৰ ঘৰলৈ গ'ল। সিবাৰ ইয়াৰ পৰা যাওঁতে এড়মাণ্ডে ৰমুৰাৰ বেমাৰ দেখি গৈছিল। তাৰ খবৰ ল'বলৈ দুয়ো গ'ল।

ৰমুৰাৰ চাপৰ ঘৰটোৰ দুৱাৰমুখলৈ গৈ এড়মাণ্ডে মাতিলে– "ৰমুৰা, অ' ৰমুৰা!" ভিতৰৰ পৰা কেঁকাই ৰমুৰাই ক'লে– "কোন? মাষ্টৰবাবু?"

"এৰা তোৰ অলপ ভাল হৈছেনে?"

"ক'ত ভাল হৈছে' সেই যেনেকুৱা দেখি গৈছিল তাতকৈ বেয়াহে হৈ গৈছো–"

মূৰকেটা চপৰাই ৰমুৰাৰ ঘৰটোৰ ভিতৰলৈ এড়মাণ্ড আৰু সুকুমাৰ দুয়ো সোমাই গ'ল। বতাহ নোসোমোৱা আন্ধাৰ ঘৰটো। চাললৈকে বেৰবোৰ মাটিৰে লিপা, চালখনো চাপৰ, মূৰতে লগা। ভিতৰৰ মজিয়াখন জেকা– ময়লা আৰু দুৰ্গন্ধেৰে ভৰা।

প্ৰথমতে সিহঁতে ভিতৰত প্ৰায় একোকে নেদেখিলে। দুপৰ ৰাতিৰ দৰে আন্ধাৰ। সুকুমাৰে হেঁচা মাৰি-দুৱাৰখন যিমান পাৰে মেলিলে। আবেলিৰ এচেৰেঙা ৰ'দ কোনোমতে ভিতৰলৈ সোমাই আহিল।

দেখিলে– মাটিতে পাটিদৰ ভগা ঢাৰি এখনৰ ওপৰত এটা কিচ্ কিচ্ কৰে ক'লা, শুকাই যোৱা ক্ষীণ শৰীৰ পৰি আছে। গাৰ কামিহাড়কেডাল বেচ এডাল এডালকৈ লেখিব পাৰি। হাত আৰু ভৰিবোৰ শুকাই মাত্ৰ হাড়কেডালৰ ওপৰত ছালখন লাগি আছে।

এড়মাণ্ড ৰমুৰাৰ অলপ ওচৰ চাপি গ'ল। বিছনাখনৰ দুয়ো ফালে থু, খেকাৰ, তামোলৰ বাকলি আৰু কিবা পাচলি কিছুমানৰ বাকলি– বোধহয় দুদিনমান আগৰে। তাৰ পৰা এটা পচা দুৰ্গন্ধ ওলাইছে। জুপুৰিটোৰ মাজতে এখন সৰু বেৰ, তাৰ সিপাৰে চৰু হাৰি, পানীৰ গাগৰি, বাচন-বাটিবোৰ পৰি আছে। সেইডোখৰ আৰু মলিন, আৰু আন্ধাৰ। বতাহ আহিবৰ কাৰণে কটাৰীৰ আগেৰে খুচি মূৰৰ বেৰখনত এটা অকণমান ফুটা উলিয়াই লৈছে। খৰাহী এটাত এগাল পৰলিয়া চাউল পৰি আছে। এড়মাণ্ড আৰু সুকুমাৰ দুয়ো চালে– দেখিলে।

"ৰমুৰা, তই এই এতিয়া কি দেৱাই খাইছ?"

"সেইয়া বাবু, বটলত যে আছে– তাকে খাইছোঁ।" এড়মাণ্ডে চালে– ৰঙা, কাহৰ দেৱাই।

"ডাক্তৰ আহিছিল কেতিয়াবা?"

"নাই, ক'ত আহিছিল বাবু?"

"এতিয়া তই কি খাইছ?"

"একো খাব নোৱাৰো বাবু। গধূলি হ'লে দুটামান উখুৱা চাউলৰ ভাত খাও। তাকো হজম নহয়।"

এড্‌মাণ্ডে এবাৰ সুকুমাৰৰ মুখলৈ চালে। সুকুমাৰৰ চকু তেতিয়া ৰমুৱাৰ অস্থিচর্মসাৰ শৰীৰটোৰ ওপৰত।

"বহা বাবু অলপ –" বুলি ৰমুৱা শোৱাৰ পৰা উঠি কিবা আসন দিব খুজিলে। কিন্তু উঠিব নোৱাৰিলে।

"আমাৰ কাম আছে, এতিয়া নবহো বাৰু দেই –" এড্‌মাণ্ডে ক'লে আৰু ৰমুৱাৰ ঘৰৰ পৰা ওলাই আহিল।

ঘৰটোৰ ভিতৰৰ পৰা ওলাই আহি যেন সুকুমাৰে পৃথিৱীখনৰ বিস্তৃতিটো অনুভৱ কৰিলে। কপালৰ ঘামবোৰ মচি সুকুমাৰ ৰমুৱাৰ ঘৰৰ আগৰ পৰা আঁতৰি আহিল।

"এই এড্‌মাণ্ড, ইহঁত কেনেকৈ জীয়াই আছে?"

"এনেকৈয়ে, তইতো দেখিলিয়েই –"

"কিন্তু এইটো তো জীয়াই থকা নহয়, এইটো যে মৰাতকৈও বেয়া।"

"কিন্তু সিহঁতৰ কাৰণে এইটোৱেই জীয়াই থকা, চাৰিওফালে, এই গোবৰ, বোকা, গেলাপানী। ভিতৰত সেয়া দুৰ্গন্ধ, আন্ধাৰ বিষাক্ত মলিন বতাহ– তাতে হাঁহ, পাৰ, গাহৰি, কুকুৰা – তাৰ মাজতে সিহঁতবোৰ থাকে।"

সুকুমাৰ আৰু এড্‌মাণ্ড দুয়ো লাইনটোৰ ইমূৰৰ পৰা সিমূৰলৈ চালে। চাৰি হাত ওখ জুপুৰি– ঠিক গাহৰি গৰালটোৰে একে। বগুৱাবাই ভিতৰলৈ সোমায়। গাত বল থাকে মানে ভালে থাকে। তাৰ পিছত ৰবুৱাৰ নিচিনাকৈ বিনাপথ্যত, বিনা চিকিৎসাত মৰে।

"সিহঁতে সিহঁতৰ ঘৰবোৰ জুই লগাই নিদিয়ে কিয়?"

"কেলেই?"

"নতুন ঘৰ ল'বলৈ।"

"কোনে দিব নতুন ঘৰ?"

"বাগিচাৰ গৰাকীয়ে। কোম্পানীয়ে –"

এড্‌মাণ্ডে হাঁহিলে।

"মাকৰ কোলাৰ পৰা নমাৰ পৰা সিহঁতে হাতত কোৰ লয়। দুপইচা, এক অনা, তিনি অনা আৰু সৰ্বশেষত পাঁচ অনা। দৈনিক পাঁচ অনাৰে সিহঁতৰ জীৱন শেষ হয়। তাতকৈ বেছি আশা সিহঁতৰ নাই, সিহঁতে তাতকৈ বেছি আশা কৰিবই নাজানে। এই লাইনটোৰ ভিতৰৰ এটা গৰাল তাৰ ভাগ্যত পৰে। সি ভাবে এয়া স্বৰ্গ, দিনটো কাম কৰি গধূলি আধা তুঁহ, আধা চাউলৰ ৰন্ধা ভাত এগাল খায়– সেয়ে সিহঁতৰ অমৃত।

আৰু কি জানে সিহঁতে? আৰু কি জানিবৰ সুবিধা দিয়া হৈছে সিহঁতক? সিহঁতে জানে 'আঠ নম্বৰ লাইন' – আৰু মহৰী বাবুৰে নিতৌ কৰা ফাইন।"

লাইনৰ মাজৰ ঠেক বাটটোৰেদি বোকাবোৰ দেই দেই এড্‌মাণ্ড আৰু সুকুমাৰ আগবাঢ়িল। মাজে মাজে গাৰ ওচৰ চাপি অহা বোকালোৱা গাহৰিবোৰ আঁতৰাই খেদালে। লাইনটোৰ জুপুৰিবোৰৰ দুৱাৰমুখবোৰত সৰু কেঁচুৱা কিছুমান পৰি আছে– সুদা মাটিত, চেঁ-চেঁয়াই কান্দিছে– আৰু কান্দি-কান্দি ভাগৰি সেই পিনেই টোপনি গৈছে। চালুকীয়াবোৰে ঘৰৰ আগৰ বোকাৰ ধূলিবোৰত লুতুৰি-পুতুৰি হৈ খেলিছে। মানুহ বুলি সিহঁতক চিনিব নোৱাৰি।

এড্‌মাণ্ডে কৈ গ'ল– "শিক্ষা নাই, পোহৰ নাই, ইহঁতক যিমানেই পৰা যায় পশু কৰি ৰখা হৈছে। জানোচা লিখা-পঢ়া শিকিলে সি পাঁচ অনাত অসন্তুষ্ট হৈ দিনে পাঁচ সিকি বিচাৰে, বাগিচাৰ বনুৱা নহৈ জানো সি অন্য ক'ৰবাত জীৱিকাৰ বাট বিচাৰে। তাৰ উপৰি তাৰ মুখত দিয়া হৈছে মদ। সপ্তাহটো কাম কৰি খাই-মেলি যি দুই-এক অনা পইচা তাৰ হাতত থাকে, তাক সি দেওবাৰে উৰাই দিয়ে মদ কিনি। মদ খায়, মাতাল হয়, মাৰপিট কৰে– বিবেকহীন পশুৰ দৰে বোকাত বাগৰে। যেতিয়া নিচা এৰে, তেতিয়া দেখে তাৰ হাতত এটা পইচাও নাই, আকৌ সি কাম কৰে, আকৌ দিনত পাঁচ অনাত লাগি যায়। মৰিবৰ দিনা, বেমাৰত পৰিবৰ দিনা সি দেখে যে তাৰ ল'ৰা-ছোৱালীৰ কাৰণে সি থৈ যোৱা কোৰখন, বাগিচাৰ চপৰাবোৰ আৰু বাবুৰ ডাবিৰ বাহিৰে অন্য একো এৰি যাব নোৱাৰিলে।"

"সিহঁতে বিদ্রোহ নকৰে কিয়?"

"জীৱনত যি একেলগে দহোটা টকা চুই নাপালে, সি কেনেকৈ বিদ্রোহ কৰিব? কিহেৰে বিদ্রোহ কৰিব? কি সম্বল লৈ সি এই লাইনৰ গাহৰি-গৰালটো এৰি ক'ৰবাৰ মুকলিলৈ যাবৰ সাহস কৰিব! পুৰুষে-পুৰুষে তাক দুখীয়া কৰি ৰখা হৈছে। কিয় জান? ধনপতিৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে। এই ইহঁতবোৰৰ সকলো মদাহী– সৰহভাগ কানীয়া। হয়তো বাগিচাৰ গৰাকীয়ে নিজে নাইবা আমাৰ সমাজৰ ভদ্রলোকে ইহঁতক যোগাইছে মোনে মোনে কানি– ইহঁতৰ জীৱনক, ইহঁতৰ বিবেকক পশু-খাটনি, অশিক্ষা, মদ, কানি আৰু দাৰিদ্রৰ হেঁচা দি চিৰদিন পঙ্গু কৰি ৰাখিছে।

"গভৰ্ণমেণ্টে এইবোৰৰ প্ৰতিকাৰ নকৰে কিয়?"

সুকুমাৰৰ যেন এই কুলীবোৰৰ অৱস্থাটো দেখি অসম্ভৱ আশ্চৰ্য বোধ হৈছিল। বহুত বাগিচাত সুকুমাৰে ল-সা-গু সঞ্জৰ আদৰ্শৰ বিষয়ে কৈ ফুৰিছে। কিন্তু কুলীবোৰৰ ভিতৰুৱা ইতিহাস বিশেষ নাজানিছিল। আজি এড্‌মাণ্ডৰ ওচৰত সিহঁতৰ প্ৰকৃত ৰূপটো বুজিব পাৰি সি ছবগ্ পৰা মানুহৰ দৰে হ'ল।

"গভৰ্ণমেণ্টে মানে?" এড্‌মাণ্ডে সুধিলে।

এড্‌মাণ্ডে যেন মনে মনে হাঁহিলে।

"গভৰ্ণমেণ্টে মানে? এই ধৰ, আমাৰ কাউঞ্চিলৰ মেম্বৰসকল, আমাৰ প্ৰতিনিধিসকল, আমাৰ মন্ত্ৰী আৰু পৰিষদসকল— তেওঁলোকে একো নকৰে কিয়?" সুকুমাৰে সুধিলে।

"কাউঞ্চিলৰ মেম্বৰ আৰু প্ৰতিনিধি?" হাঁহি এড়্মাণ্ডে ক'লে— "হেঁৰ আমাৰ প্ৰতিনিধিসকল কোন মনত আছেনে? যি এটা ভোটৰ কাৰণে এশ টকা দিব পাৰে— এই লাখপতি, কোটিপতি অভিজাতসকল আমাৰ প্ৰতিনিধি। দুখীয়া প্ৰতিনিধি ক'ৰবাত দেখিছ? আমি আমাৰ প্ৰতিনিধিত্বৰ অধিকাৰ দি আমাক শাসন কৰিবলৈ পঠাও এই ধনী লাখপতিহঁতক। দুখীয়াই যে চেষ্টা কৰিবলৈ সাহকে নকৰে।"

এড়্মাণ্ডহঁত আহি কুলী লাইনটোৰ মূৰ পাইছেহি। তেতিয়া বাগিচাৰ পৰা কুলীবোৰ লানি পাতি উভতি আহিছে। মাৰ যাব ধৰা বেলিটোৰ পোহৰবোৰ ক'লা, কৰ্মক্লান্ত মুখবোৰত পৰিছে। মূৰত পাচি লৈ কুলী মাইকীবোৰ উলটি আহিছে— মুখত তামোলৰ ৰঙা পিকৰ শুকান দাগ লাগি আছিছে।

"এই শাৰী শাৰী অলৰ-অচৰ চাহ গছবোৰক জীয়াই ৰাখিবৰ কাৰণে চাহ গছৰ পাতবোৰ সেউজীয়া কৰি ৰাখিবৰ কাৰণে কিমান জীয়া মানুহ শুকাই খৰি হৈ গৈছে! কিমান সেউজীয়া জীৱন অকালতে শুকাই হালধীয়া হৈ মৰি গৈছে। অভিজাতৰ পিয়লাৰ চাহ টোপাত ৰঙা বোল দিবৰ কাৰণে কিমান কুলীয়ে নিতৌ বুকুৰ ৰঙা তেজ দিব লাগিছে। চাহ পাতত ৰঙা ৰং কিহে দিলে জান? এই পশু কৰি ৰখা বনুৱা দলৰ বুকুৰ ৰঙা তেজে।"

"কিন্তু সিহঁতৰ কাৰণে কোনে মাতিব? কোন প্ৰতিনিধিয়ে গৈ ক'ব-- ইহঁতক মানুহৰ দৰে থাকিবলৈ দিব লাগে, ৰোগৰ চিকিৎসা দিব লাগে, সিহঁতক জোৰাকে হাজিৰা দিব লাগে— সিহঁতক মানুহ হ'বলৈ শিকাব লাগে। কোনে ক'ব? আমাৰ প্ৰতিনিধিয়ে গৈ আলোচনা কৰিব— কিদৰে সস্তাত কুলী খটুৱাব পৰা যায়, কিদৰে বাগিচাৰ বেছি আয় হ'ব, কিদৰে ধনীক অভিজাত শ্ৰেণীৰ স্বাৰ্থ ৰক্ষা হ'ব।"

"আমাৰ গভৰ্ণমেণ্ট যে অভিজাতৰ গভৰ্ণমেণ্ট। ইয়ে কুবেৰৰ শাসন— জাৰৰৰ তাত কি মাত আছে?"

"তেনেহ'লে আমাৰ কিবা এটা ভুল হৈছে —"

"সেইটো উপলব্ধি কৰিছে দুখীয়াবোৰে। কিন্তু সিহঁতেতো অদৃশ্য ভগবান বাবাজীৰ বাহিৰে অন্য একো নেজানে! দুখীয়াই ভাবিব নেজানে, মাতিব নেজানে, অভিযোগ কৰিব নেজানে, সিহঁতে এই ভুলক উপলব্ধি কৰিলেও বা কি লাভ?"

"কিন্তু ভুলটো যে কি মই নিজেই বুজিব পৰা নাই— মাথোন বুজিছো যে ভুল কৰবাত হৈছে।"

"ভুল হৈছে, বৰ ডাঙৰ ভুল হৈছে, কিন্তু ভুল কাৰো নহয়, আমাৰ নিজৰ। আমাৰ দুৰৱস্থাৰ কাৰণে আমি দায়ী নিজে। আমাৰ ভুলটো ক'ত জান? আমাৰ

আত্মচেতনা নাই, আমি কি কৰিছো নিজেই ক'ব নোৱাৰো, আমাৰ কোনো আদৰ্শ নাই।

ৰত্নকান্ত মহৰী কামৰ পৰা ঘূৰি আহিছিল। গাত এটা কামিজ, এটা হাফপেণ্ট, কাষলতি তলত বহী এখন আৰু হাতত এডাল কাঠপেঞ্চিল।

"অ' আপুনি কামৰ পৰা আহিল –?" এড্‌মাণ্ডে সুধিলে।

"হয়, আপোনালোক কেতিয়া পালেহি?"

"হ'ল এঘণ্টামান। বাৰু দুখে-ভাগৰে আহিছে, এতিয়া যাওক অথনিকৈ স্কুলতে কথা পাতিম দৰকাৰী কথা আছে।"

"ভাল বাৰু –" ৰত্নকান্ত গ'লগৈ। তেওঁ অলপ দূৰ যোৱাৰ পিছত সুকুমাৰে সুধিলে– "এই এড্‌মাণ্ড, ৰত্নক হ'বলা তই আপুনি বোল?"

"ওঁ, বোলোতোন, কি হ'ল?"

"ধেৎ, যাকে তাকে কি আপুনি বোল অ'।"

"আপুনি বুলিবলৈ লাজ পোৱাটো কুবেৰ মনোবৃত্তিৰ চিন। ল-সা-গুৰ কথাই হ'ল যে সকলোকে একে দেখিব লাগিব, সমান দেখিব লাগিব আৰু সমানভাৱে ব্যৱহাৰ কৰিব লাগিব–"

"পিছে মুখেৰে সমানভাৱে মাতিলেই কি হ'ব, ইংৰাজী ভাষাত তুমি-আপুনি-তই বেলেগ বেলেগ শব্দ নাই। সকলোকে you বোলে। সেই বুলি তাৰ মানুহবোৰ জানো সকলো সমান? তাতোতো উচ্চ-নীচ, ধনী-দুখীয়া আছে। বাগানৰ বনুৱা এটাক আপুনি বুলি নেমাতি তই বুলি মাতিলেও সি অকণো বেয়া নেপায়, যদি তই তাক মৰম কৰি মাত, শ্ৰদ্ধা কৰি মাত।"

"কিন্তু সৰু সৰু কথা-বতৰাৰ পৰাই এখন সমাজৰ স্বৰূপ বুজিব পাৰি। শ্ৰেণীবিভক্ত সমাজত বিভিন্ন শ্ৰেণীৰ সম্বোধন থকাটো স্বাভাৱিক কথা। পৰিৱৰ্তনৰ প্ৰয়োজন ক'ত জান? ভাষাৰ পৰিৱৰ্তন আপুনি হ'ব। সলনি কৰিব লাগিব দেশৰ মানুহৰ সকলো সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক structure, নতুন সাঁচত সকলোকে গঢ়িব লাগিব।

"সেইটো এজনে বা এটা সৰু দলে এদিনতে কৰিব পৰা কাম নহয়। সমাজৰ প্ৰতিটো স্তৰত এই নতুন চেতনা জগাই তুলিব লাগিব, মানুহক অসন্তুষ্ট হ'বলৈ শিকাব লাগিব, শ্ৰেণীগতভাৱে তুলনা কৰি চাবলৈ শিকাব লাগিব, আৰু আত্মপ্ৰতিষ্ঠাৰ কাৰণে সংগ্ৰাম কৰাৰ প্ৰতিজ্ঞা ল'বলৈ শিকাব লাগিব।"

"কিন্তু সি ইমান সহজ কাম নহয়। এখন বৈ অহা নৈক ভেটা দি অন্য ফালে বোওৱা সহজ, কিন্তু এদল মানুহক এটা পথৰ পৰা অন্য এটা পথলৈ অনা সহজ কাম নহয়। মানুহৰ মতবাদ পৰিৱৰ্তন কৰাবৰ কাৰণে পৃথিৱীত বহু যুদ্ধ লাগিছে।"

"কিন্তু এই যুদ্ধত, নতুন মতবাদ যদি সত্যৰ ওপৰত প্ৰতিষ্ঠিত হয়, তেন্তে সি জয়ী নহৈ নেথাকে। যীশু, মোহম্মদ সকলো নতুন মতবাদৰ প্ৰতিষ্ঠাতা আছিল। তেওঁলোকে যুদ্ধ কৰিবলগীয়া হৈছিল, কিন্তু তেওঁলোকেই জয়ী হ'ল।"

"যীশু, মোহম্মদ মহাপুৰুষ আছিল। আজি আৰু তেনেকুৱা মহাপুৰুষৰ জন্ম নহয় –"

"নতুন মহাপুৰুষৰ প্ৰয়োজন শেষ হৈছে। বহুত হেজাৰ বছৰৰ আগতে সি সত্যৰ সন্ধান মহাপুৰুষসকলে পাইছিল, সেই সত্যক অনুধাৱন কৰিব পাৰিলে আজিও পৃথিৱীয়ে শান্তিৰ পথ বিচাৰি ল'ব। আজি মহাপুৰুষৰ জন্ম নহ'ব পাৰে, কিন্তু মহামানৱতাৰ নতুন বাণী আজিৰ মানুহৰ কাণত পৰিছে। আজি মানুহৰ উদ্ধাৰৰ বাণী কোনো মহাপুৰুষৰ কাণত আকাশৰ পৰা নামি আহি নপৰেহি, পৃথিৱীৰ ধূলিৰ বুকুতে মানৱতাৰ নতুন স্বপ্নই ৰূপ লৈছে– তোৰ, মোৰ, সাধাৰণ মানুহৰ মাজত। এই বাণী কোনোৱে অস্বীকাৰ কৰিব নোৱাৰে।"

সুকুমাৰহঁতে আৰু কিবাকিবি কথা পাতি আগবাঢ়িল। হয়তো দুয়োটাই একেটা কথাকে ভাবিছিল। ঐশ্বৰিক শক্তি নথকা হ'লে আগৰ কালৰ মহাপুৰুষসকলে জনসাধাৰণৰ হৃদয় জয় কৰি নতুন মতবাদ প্ৰতিষ্ঠা কৰিব পাৰিলেহেঁতেন জানো? একোজন সাধাৰণ ভেৰাৰখীয়াই বিশ্ব জয় কৰিব পৰা অসাধাৰণ আত্মবিশ্বাস ক'ৰ পৰা পাইছিল? আজিৰ মানুহৰ এই আত্মবিশ্বাস নোহোৱা হ'ল কিয়? সত্যৰ কাৰণে, আদৰ্শৰ কাৰণে, আজি মৃত্যুৰ লগত মুখামুখি যুঁজিব পৰা মানুহ পৃথিৱীত কেইটা আছে? তেনে মানুহৰ প্ৰয়োজন নোহোৱা হৈছে জানো? সেয়ে যদি হয়, পৃথিৱীত আজি ইমান অন্যায়-অবিচাৰ অবাধ চলি আছে কিয়? নিশকতীয়া মানুহবোৰ উচ্ছন্ন গৈছে কিয়? ধনশালী দলে উদণ্ড হৈ টিঙিল-ঘিলাই ফুৰিছে কিয়?

আজাদৰ এষাৰ কথা সিহঁতৰ মনত পৰিল। আজাদে প্ৰায়ে কয় – "প্ৰথমতে আমি নিৰ্ভুলভাৱে ভাবিবলৈ শিকিব লাগিব। নিৰ্ভুলভাৱে ভাবিব জানিলে আমাৰ কামো নিৰ্ভুল হ'ব। মানুহে ভাবিব জানে, গতিকে কিছু ভাব-প্ৰৱণতা থাকিবই। আৰু সকলো আদৰ্শবাদীৰে কম-বেছি ভাব-প্ৰৱণতা আছে। কিন্তু ভাবতকৈ ভাব-প্ৰৱণতা ডাঙৰ নহয়। এৰা, আমি সৰু মানুহ, আমি ভাব-প্ৰৱণ। কিন্তু এটা কথা আমি জানো, মানুহক ভাল পাওঁ কাৰণেহে আমি মানুহৰ কথা ভাবো। আমি উদাৰ হ'ব পৰা নাই। ঘৃণাক অতিক্ৰম কৰিব পৰা নাই। কিন্তু মানুহক ভালপাওঁ কাৰণেহে আমি অত্যাচাৰী দলক ঘৃণা কৰো। হয়তো আমি এদিন ঘৃণাকো জয় কৰিব পাৰিম, হয়তো এদিন শত্ৰুকো ভাল পাব জানিম –"

৯

ৰাতি চাৰে এঘাৰ বাজি গ'ল।

আজাদৰ কাৰণে বাট চাই চাই নাজ্‌মা বহি থকা ঠাইতে টোপনি গ'ল। দুৱাৰখন মেলাই আছে।

আজাদ আজি ৰাতিপুৱাই ওলাই গ'ল। দুপৰীয়া ক'ত কি খালে ঠিক নাই। ৰাতিও যদি সি বাঢ়ি দিয়া ভাত নেপায়, একো নোখোৱাকৈয়ে সি শুই থাকিব। আগৰে পৰা খোৱা-লোৱাত সি অনিয়মীয়া, কিন্তু সদায় অনিয়মীয়া হৈ চলিলে তাৰ স্বাস্থ্য ভালে থাকিব জানো?

আৰু দেশৰ বা ৰাইজৰ কিবা কাম কৰিব লাগিলেই যে ভাত-পানী সকলো এৰিব লাগে, তাৰতো কোনো মানে নাই। কত নেতা আছে, দেশসেৱক আছে, তেওঁলোকে দেখোন খোৱা-শোৱা, পিন্ধা-উৰা সকলো ঠিক ৰাখে।

এদিন আজাদো নিয়মীয়া হ'ব। আজাদ সৰু ল'ৰা— নাজ্‌মাই নিজকে বুজাবৰ চেষ্টা কৰে। প্ৰথম বাৰিষাত পানী পাৰ উপচি পৰেই। লাহে লাহেহে নৈমুখীয়া বাট বিচাৰি লয়। আজাদো এদিন শান্ত হ'ব। আজি তাক বাধা দিবৰ চেষ্টা কৰাৰ প্ৰয়োজন নাই। তাক একো নেলাগে। অকণমান মৰম পালেই যথেষ্ট ...।

আজাদ সোমাই আহিল।

সি এবাৰ কেঁউপিনে চালে। কোনো নাই। ৰান্ধনিশালৰ চাপৰ মুঢ়াটোত নাজ্‌মা বহি আছে। টোপনিত মূৰটো এঢলীয়া হৈ গৈছে। সি ওচৰ চাপি আহিল।

সৰুকৈ, নাজ্‌মাৰ কাণৰ ওচৰলৈ মুখখন নি মাতিলে— "এই বৌ —"

চক্‌মক্ খাই নাজ্‌মাই সাৰ পালে আৰু চকু মেলি চালে।

"— টোপনি আহিছিল নেকি বৌ?"

"— নাই অহা, এনেয়েহে বহি আছিলো। তুমি কেতিয়া আহিলা?"

"— এতিয়া আহিছো। খাবলৈ কিবা আছেনে বৌ?"

একো নকৈ নাজ্‌মা বহাৰ পৰা উঠিল, এবাৰ আজাদৰ ফালে চালে, তাৰ পিছত কি জানো ভাবি ক'লে— "ক'লৈ গৈছিলা?"

"— মাজৰ গাঁৱত মানুহবোৰৰ টাইফয়ড হৈছে বৌ কেইবা ঘৰতো হৈছে! এপিডেমিক্।"

"— টাইফয়ড? তালৈ কেলেই গৈছিলা?"

"— কিয়?"

"— টাইফয়ড এপিডেমিক হোৱা গাঁৱলৈ মানুহ যায় নেকি?"

"— আৰু মেটোৰপট্ৰিত হৈছে কলেৰা —"

"— আৰু সেই সকলোবোৰ ফুৰি ৰাতি দুপৰত আহি ভিতৰ সোমাইছাহি?"

"— মোৰো হ'ব নেকি বৌ?" সি বৌয়েকৰ মুখলৈ চালে।

"– চুপ্। কথা আৰু নেপালে! চাওঁ বাহিৰলৈ ব'লা।"

"– বাহিৰলৈ? কেলেই?"

"– মই গৰম পানী দিওঁ, তুমি গাটো ধুই লোৱা।"

"– এতিয়া দুপৰ ৰাতি মই গা ধুম!"

নাজ্‌মাই বাল্টি এটাত গৰম পানী বাকিলে আৰু চোতালৰ আগত পানী বাল্টি থৈ চাবোন-গামোচা দি ক'লে, "যোৱা বেগেতে, গা ধুই আহা।"

অলপ পৰ তভক মাৰি বৌবেকৰ মুখলৈ চাই থাকি আজাদ ওলাই গ'ল।

"ৰাতি গা ধুবলৈ বৰ দিগদাৰি–" নিজকে কোবাদি সি ক'লে।

পিছদিনা ৰাতিপুৱা চাহ খাই উঠিয়ে আজাদ আকৌ ক'ৰবালৈ যাবলৈ ওলাইছিল।

"আজি মোক পাঁচোটা টকা দিয়া বৌ –"

"টকা! কেলেই?"

অলপ ইফালে-সিফালে চাই আজাদে ক'লে, "এটকা মোক লাগে, বাকী জে'বনহঁতক দিব লাগে। এইকেইদিন সিহঁতৰ বৰ টান পৰিছে বোলে!"

"জে'বনহঁতক সদায় এনেকৈ টকা দিয়াটোৰ কথা জানিলে মানুহে বেয়া বুলিব–" অলপ সৰ্ককে নাজ্‌মাই ক'লে।

এনেতে সিফালৰ কোঠা এটাৰ পৰা আহমদ ওলাই আহিল আৰু কোনো কথা-বতৰা নোকোৱাকৈ এখন চিঠি চাহ খোৱা মেজলৈ দলিমাৰি দিলে। নাজ্‌মাই আহমদৰ মুখলৈ মূৰ দাঙি চালে। আহমদ কিন্তু নৰৈ ওলাই গ'ল।

আজাদে চিঠিখন খুলি পঢ়িলে। লিখিছে পৰীৰ গিৰিয়েকে আহমদলৈ।

পঢ়ি যোৱাৰ লগে লগে আজাদৰ কাণ-মূৰ ৰঙা পৰি উঠিল। নাজ্‌মাই একেথৰে আজাদৰ মুখলৈ চাই আছিল। আজাদৰ মুখৰ বৰণ সলনি হোৱা দেখি নাজ্‌মাৰ কৌতূহল হ'ল।

"কাৰ চিঠি?" নাজ্‌মাই সুধিলে।

আজাদ খপকৰে বহাৰ পৰা উঠিল, আৰু চিঠিখন টুকুৰাটুকুৰকৈ ফালি পেলালে। একো বুজিব নোৱাৰি নাজ্‌মাই বিস্মিতভাৱে সুধিলে, "চিঠিখন আকৌ ফালি পেলালা কেলেই? কোনে লিখিছিল?"

আজাদে বৌবেকৰ মুখলৈ চালে। সি খং আৰু লাজত ৰঙা পৰিছে। কিছু চেষ্টা কৰি সি ক'লে– "বৌ?"

"হোঁ –"

"সি ইমান বেয়া কথা লিখিছে? ইমান বেয়া কথা!"

"কোনে কি কথা লিখিছে!"

আজাদে ক'লে– "তাৰ ঘৈণীয়েক, তাৰ মাক, তাৰ ভনীয়েক খাবঁলৈ নেপাই মৰি যাওক, সিহঁত মৰি গ'লে মোৰ কোনো হানি নহয় –"

নাজ্‌মাই যেন চিঠিখনৰ তাৎপৰ্য বুজি পালে। তেওঁ হাঁহি কথাটো পাতলাই দিবৰ কাৰণে ক'লে, "অ' সেই বজ্জাতটোৱে কিবা লিখিছে হ'বলা? ভাল কৰিলা ফালি পেলালা। তাৰ চিঠিওনো পঢ়ি চায়নে?"

বৌৱেকৰ কথাত আজাদে যেন অলপ সান্ত্বনা পালে। তথাপি তাৰ মনৰ বিৰক্তি আৰু অভিমান কমা নাছিল। সি বাহিৰৰ ফালে চালে, দেখিলে হাতত লাঠিডাল লৈ আহমদ কেনিবা ওলাই গৈছে।

"বৌ, মই আৰু পৰীহঁতৰ ঘৰলৈ কোনো দিন নেযাওঁ, কেতিয়াও নেযাওঁ।"

নাজ্‌মাই সৰুকৈ হাঁহিলে আৰু ক'লে, "কেলেই নেযাবা? নগ'লে জানো সিহঁতে বেয়া নাপাব।"

"পাওক বেয়া, মই নেযাও?"

"তেতিয়া হ'লে তুমি কোনো কামকে কৰিব নোৱাৰিবা। কোনোবা বেয়া মানুহে কিবা ক'লে বুলিয়ে যে তুমি তোমাৰ কৰ্তব্যও নকৰিবা তাৰ কি মানে আছে! ৰ'বা, মই পইচা আনি দিছো, তুমি গৈ সিহঁতক দি আহাগৈ। জে'বন, পৰীহঁত বেয়া ছোৱালী নহয়, মই জানো।"

কৈ নাজ্‌মা সিটো কোঠালৈ গ'ল, নাজ্‌মাৰ মনৰ উদাৰতা আৰু পৱিত্ৰতাত আজাদ অভিভূত হৈ পৰিছিল। বৌৱেকৰ ফালে ঘূৰি চাই সি আগফালৰ কোঠালৈ ওলাই আহিল। কিন্তু মূৰ–তুলি চাই সি দেখি স্তম্ভিত হৈ গ'ল দুৱাৰমুখত জে'বন থিয় দি আছে। প্ৰথমতে যেন সি চিনিবই নোৱাৰিলে, তাৰ পিছত অলপ বিব্ৰত হোৱাৰ দৰে ক'লে, "জে'বন, তুমি তাতে ৰৈ আছা কেলেই, ভিতৰলৈ আহা।"

জে'বন ভিতৰলৈ সোমাই আহিল।

নাজ্‌মাও ভিতৰৰ পৰা ওলাই আহিল।

"এ' জে'বন কেতিয়া আহিলা? আহা, ভিতৰলৈ আহা। ভালনে সকলোৱে?"

নাজমাৰ পিছে পিছে আহি থকা জে'বনে ক'লে, "আমাৰ একৰকম ভালেই, পিছে আইৰহে আজি চাৰিদিন বৰ টান।"

"আইৰ টান! কি হৈছে?"

"কি হৈছে ক'বই নোৱাৰো। বুঢ়া মানুহ, অলপ জ্বৰো আছে, গাৰ বিষো হৈছে, একো খাব-বৰও নোৱাৰে?"

"কিবা চিকিৎসাপাতি কৰিছানে নাই?"

"একো নাই কৰা, কিহেৰে চিকিৎসা কৰিম?" লাজ-সঙ্কোচ নোহোৱাকৈ সৰলভাৱে জে'বনে ক'লে।

আজাদ কোঠাটোলৈ সোমাই আহিল।

হাতত লৈ থকা টকাকেইটা আজাদলৈ আগবঢ়াই দি নাজ্‌মাই ক'লে, 'জে'বনহঁতৰ আইৰ বোলে অসুখ, যোৱাচোন তুমি বেগেতে। পাৰিলে বৰুৱা ডাক্তৰকো লৈ যাবাগৈ, জে'বন অকণমান বহা দেই, মই আহিছো।"

নাজমা কোঠাটোৰ পৰা ওলাই গ'ল।

আজাদে জে'বনৰ মুখলৈ চালে। বহুত অভিমান লৈ জে'বন বহি আছে, আজাদৰ ফালে চোৱা নাই।

"জে'বন –" আজাদে মাতিলে।

"কি –?"

"আইৰ কি হৈছে?"

"একো হোৱা নাই, কেলেই?"

"তুমি অকলে অকলে ইমান দূৰ কেনেকৈ আহিলা?"

জে'বনে একো নেমাতিলে।

দোষৰ ক্ষমা বিচৰাৰ সুৰত আজাদে ক'লে, "মই আজি কেইবাদিনো তোমালোকৰ সেইফালে যাবই পৰা নাই। আইৰ যে কিবা হৈছে ক'বই নোৱাৰো।"

জে'বনে তেতিয়াও একো নামাতিলে।

নাজমা ভিতৰৰ পৰা ওলাই আহিল।

"হোৱা, এইকেটা টকাও লোৱা, ডাক্তৰ লৈ যোৱাগৈ।" নাজ্‌মাই টকাকেটা আজাদৰ ফালে আগবঢ়ালে।

"বৌ" জে'বনে নাজ্‌মালৈ চালে।

"টকাকেটা মোৰ হাতত দিয়ক, মই পইচা বিচাৰিয়ে আহিছিলো", জে'বনে ক'লে।

"তুমি অলপ বহা, এতিয়াই যাব নেলাগে, আজাদেই যাওক –"

"তেওঁ আমাৰ ঘৰলৈ নেযায় নহয়?"

"নেযায়, বাৰু এতিয়া মই পঠিয়াইছো নহয়, যাব –"

আজাদে যেন লাজ পালে। সি ততাতৈয়াকৈ ক'লে, "ককাইটিয়েৰে ইমান–"

"সদায় খালি ককাইটিয়েৰ– ককাইটিয়েৰ– ককাই জানিবা নাই, মৰিল –" কৈ জে'বন বৈ গ'ল।

নাজ্‌মাই ক'লে, "বাৰু তুমি এতিয়া যোৱা, জে'বন পিছত যাব।"

এবাৰ দুয়োৰে মুখলৈ চাই আজাদ ওলাই গ'ল। সি যেন বৌৱেক নাজ্‌মাক অকণো বুজিব নোৱাৰিলে।

## ১০

চাহ বাগাচনত কৰিবৰ কাৰণে এখন নাটকৰ প্ৰয়োজন হৈছিল। তেনেকুৱা নাটক কোনো অসমীয়া নাট্যকাৰে নাই লিখা। নাটকখন কৰিব ল-সা-গু সঙ্ঘই। সঙ্ঘৰ ভাবাদৰ্শৰ লগত মিলা নাটকৰ দৰকাৰ। ভৱই অলপ সাহিত্য চৰ্চা কৰে, অৱশ্যে নাটক আগে লিখা নাই, কবিতা, প্ৰবন্ধহে লিখিছে। ভৱকে এখন নাটক লিখিবৰ কাৰণে ভাৰ দিয়া হ'ল। নাটকৰ কাহিনীটো অলপ দিনৰ আগতে ওচৰৰে এখন চাহ বাগিচাত সঁচাসঁচিকৈয়ে ঘটা ঘটনা।

ভৱই প্ৰথমতে ভয় কৰিছিল সি লিখিব নোৱাৰিব। কিন্তু দিবাকৰ বৰুৱাই আশ্বাস দিলে ভৱই পাৰিব। প্ৰথমতে খুব ভাল নাটক নহ'ব, নহওক, চাহ বনুৱাৰ জীৱনৰ চিত্ৰ এটি দেখুৱাব পাৰিলেই হ'ল।

এতিয়া ১৯৩৮ চন। দেশত চূড়ান্ত ইনকমিক্ দিপ্ৰেছন চলিছে। বস্তুৰ দাম সস্তা, টকাৰ দ্ৰাম বেছি। মানুহৰ শ্ৰমৰ মূল্য নিম্নতম। পাঠশালা স্কুলৰ পণ্ডিতৰ মাহিলি দৰমহা ছটকাৰ পৰা বাৰ টকালৈ, বাগানৰ বনুৱাৰ হাজিৰা দিনে দহ পইচা, দুঅনা।

অসমৰ সৰহভাগ চাহ বাগিচা বৃটিছ নাইবা অন্য ইউৰোপীয় কোম্পানীৰ হাতত। অসমীয়া মানুহৰ বাগিচা মাত্ৰ কেইখনমান। বনুৱা সংগঠন নাই, আন্দোলন নাই। ১৯২১ চন, ১৯৩০ চনত যি আন্দোলন হৈছিল সেইবোৰ আছিল ভাৰতৰ স্বাধীনতাৰ বাবে ৰাজনৈতিক আন্দোলন। এতিয়া তেনে কোনো আন্দোলন নাই। অৰ্থনৈতিক আন্দোলন কৰিবলৈ মানুহে ভয় কৰে। বিশেষকৈ চাহ বাগিচাত কাম কৰা নিৰক্ষৰ আৰু অশিক্ষিত বনুৱাবোৰে তেনে আন্দোলনৰ কথা ভাবিবই নেজানে!

এনে এটা পটভূমিত অলপ সচেতন, কিন্তু সক্ৰিয় আন্দোলন অথবা সংগঠন সম্পৰ্কে অনভিজ্ঞ ল-সা-গু সঙ্ঘই চাহ শ্ৰমিকৰ মাজত প্ৰাথমিক আন্দোলন আৰু সংগঠন গঢ়ি তোলাৰ প্ৰয়াস কৰিছে। ল-সা-গু সঙ্ঘৰ কৰ্মী প্ৰায়ে আঠাইকেইজন ডেকা-গাভৰু ল'ৰা-ছোৱালী। এটা সহজাত সহানুভূতি আৰু সংগঠিত মানৱীয় সংবেদনশীলতা আৰু প্ৰচুৰ ভাবপ্ৰৱণতাই হ'ল এওঁলোকৰ কাৰ্যশক্তিৰ মূলধন, হয়তো এওঁলোকৰ আদৰ্শও স্পষ্ট নহয়, মাত্ৰ ইমানকে জানে যে দেশৰ দুখী-দৰিদ্ৰ মানুহক দাৰিদ্ৰমুক্ত কৰিব লাগে আৰু অন্যায়ৰ বিৰুদ্ধে থিয় দিব লাগে। এওঁলোকৰ বিশ্বাস আছে যে অলপতে এটা সাৰ্বিক বিপ্লৱৰ সূচনা হ'ব, আৰু ভাৰতীয় মানুহে সাম্ৰাজ্যবাদৰ কবলৰ পৰা নিজক মুক্ত কৰি অৰ্থনৈতিক মুক্তিৰ কাৰণেও সংগ্ৰাম কৰিব। অৱশ্যে সেই শুভ মুহূৰ্ত কেতিয়া আহিব সেই বিষয়ে সিহঁতে এতিয়াও স্পষ্টভাৱে একো ক'ব নোৱাৰে।

দিবাকৰ বৰুৱাও পুৰণি সংস্কাৰৰ মাজত ডাঙৰ হোৱা মানুহ। তেওঁৰ মনৰ মাজত হয়তো দেশৰ সৰ্বাঙ্গীণ ৰূপান্তৰৰ এটা আকাংক্ষা আছে, কিন্তু তাতোকৈ বেছি আছে এই ল-সা-গু সঙ্ঘৰ ডেকা-গাভৰু দলৰ প্ৰতি গভীৰ মৰম আৰু অকপট আস্থা।

তেওঁ কথা বেছি নকয় কামো বেছি কৰিব নোৱাৰে, তথাপি ডেকাইঁতৰ লগত মনৰ সংযোগ ৰক্ষা কৰি চলি তেওঁ আনন্দ পায়। আজাদ, সুকুমাৰহঁতক সেয়ে তেওঁ বৰ মৰম কৰে। নিৰ্ভুল দিগ্‌দৰ্শন কৰোৱা কঠিন কাম, কিন্তু যৌৱনৰ স্বাভাৱিক মঙ্গলকামী বিকাশক বিস্তাৰৰ পথত আগুৱাই দিয়াটো যেন তেওঁৰ কৰ্তব্য।

ভৱ, এড্‌মাণ্ড, সুকুমাৰহঁতে নাটকখনৰ সম্পৰ্কেই বহি আলোচনা কৰিছিল।

এড্‌মাণ্ডে আগেও ক'ৰবাত থিয়েটাৰত সৰু-সুৰা পাৰ্ট কৰিছে। সি ক'লে, "ছাৰ ভৱৰ নাটকখনত দীঘল দীঘল স্পীচ দিছে। সেইবোৰ মুখস্থ কৰিবলৈও টান হ'ব, আৰু কিজানি মিটিঙৰ বক্তৃতাৰ নিচিনাহে হ'ব। সেইবোৰ অলপ চুটি চুটি হ'ব লাগে।"

সুকুমাৰে প্ৰতিবাদ কৰি উঠিল, "থিয়েটাৰ হ'লে স্পীচ থাকিবই লাগে। দীঘল স্পীচ হ'লে আৰু ভালকৈ থাকিব পাৰি। পিছে ছাৰ এটা কথা –।"

"কি –?"

"সি যে স্পীচবোৰ লিখিছে তাত বহুত টান টান শব্দ আছে। মই কিছুমান মাতিবই নোৱাৰো, কিছুমানৰ অৰ্থও একো বুজিব নোৱাৰো।"

বুঢ়াই ক'লে, "অৰ্থ নুবুজাকৈ স্পীচ মাতিলে কেনেকৈ হ'ব?"

এড্‌মাণ্ডে ক'লে, "তই অৰ্থ নুবুজিলেও হ'ব। প্ৰম্পটাৰে কৈ যাব তই একটিং কৰি কৈ যাবি, দৰ্শকে বুজি পাব।"

"ময়ে বুজি নেপাওঁ, দৰ্শকে, মানে বাগানৰ বনুৱাহঁতে কি বুজি পাব?"

"সিহঁতে তোতকৈ বহুত বেছি কথা বুজি পায় –" এড্‌মাণ্ডে ক'লে।

দিবাকৰ বৰুৱাই ক'লে, "বাৰু ব'লাচোন, আমি সউ তাতে বহি অলপ পঢ়ি চাওঁগে, স্পীচবোৰ যদি বুজিব নোৱাৰা আৰু বৰ দীঘলীয়া হৈছে অলপ সলাব লাগিব।"

তেওঁলোক ওলাই গ'ল।

অলপ পিছত আজাদ আহি ওলালহি।

"মিনি অ' মিনি?" দুৱাৰমুখত ৰৈ আজাদে চিঞৰিলে। মিনতি ভিতৰৰ পৰা ওলাই আহিল। আজাদে মূৰ তুলি চালে, মিনতিয়েও চালে। দুয়ো অলপ সময় একো ক'ব নোৱাৰিলে তাৰ পিছত মিনতিয়ে ক'লে, "মোৰ কোঠালৈ আহক –"

"ছাৰ ক'লৈ গ'ল?"

"ছাৰক বিচাৰিছে নে মোক?" মিনতিৰ মাতটো অভিমানত গধুৰ।

"বিচাৰিছো? কাকো বিচৰা নাই –"

"তেনেহ'লে যাওকগৈ –"

কৈ মিনতি ভিতৰ সোমাই গ'ল।

মিনতিৰ পিছে পিছে আজাদো ভিতৰলৈ গ'ল।

চকী এখনত বহি মিনতিৰ ফালে চাই আজাদে ক'লে, "আজি মোৰ মনটো ভাল নাই, জানিছা মিনি?" তাৰ মনটো আজি কিছু অস্বাভাৱিকভাৱে বিষণ্ণ যেন

লাগিল মিনতিৰ। কিন্তু মিনতিয়ে সৰ্কৰ্কে হাঁহিলে আৰু ক'লে, "আপোনাৰ জানো মন বুলি কিবা এটা আছে?"

"তাৰ মানে মই শিল নেকি?" মিনতিৰ মুখলৈ চাই আজাদে প্ৰশ্ন কৰিলে।

নিজকে কোৱাৰ দৰে মিনতিয়ে ক'লে, "নিজৰ মন এটা থকা হ'লে আনৰো মন আছেনে নাই কেতিয়াবা ভাবি চাবৰ সময় নেপালেহেঁতেন জানো?"

"তাৰ মানে?"

"ৰ'ব, চাহ খাওক, আপোনাৰ মন ভাল হৈ যাব –" মিনতিয়ে কৈ ভিতৰলৈ যাব খুজিলে।

"আজি তুমি মোক ইমান খং কৰিছা কেলেই মিনি? মই কেতিয়াবা আহিব নোৱাৰো, জানাই কিমান ঘূৰি ফুৰিব লাগে –"

"জানো, আপোনাৰ মোৰ ওচৰলৈ আহিবলৈও সময় নাই, জে'বনহঁতৰ ঘৰলৈ যাবলৈও সময় নাই –"

"মিনি –" এইবাৰ টানকৈয়ে আজাদে চিঞৰিলে।

শান্তভাৱে মিনতিয়ে ক'লে, "মই কথা নকওঁ, কিন্তু কথা বুজি পাওঁ। মুখেৰে কথা কৈ মই কাকো মাতিব নেজানো।"

আজাদ বহাৰ পৰা উঠিল আৰু মিনতিৰ সন্মুখলৈ আহিল।

"মোক বাৰু আজিকালি সকলোৱে কেলেই বেয়া পোৱা হৈছে মিনি? মই কাৰো বেয়া কৰা নাই, তেও মোক কোনেও মৰম নকৰে –"

মিনতিয়ে মুখৰ ভিতৰতে হাঁহিলে।

"কিয় নাজ্‌মা বৌৱে? তেৰোঁ মৰম নকৰেনে?"

"বৌ কিবা ছোৱালী নেকি?"

"অ' ছোৱালীৰ মৰম বিচাৰিছে।" কৈ মিনতিয়ে ফিক্ কৰি হাঁহি ৰান্ধনিশাললৈ সোমাই গ'ল।

হতভম্ব হোৱাৰ দৰে আজাদ আকৌ আহি চকীখনতে বহিলহি।

মিনতিজনীয়ে আজি কিবোৰ যে ক'লে। অন্য দিনা কথা নকয়েই। আজিনো কেলেই ইমানবোৰ কথা ক'লে। মোক কিজানি বেয়া পাইছে। যাঃ পাওক বেয়া, সকলোৱে মোক আৰু বেয়াহে পায়। জে'বনজনীৰো যি ফুটনি ফুটনি কথা। মোক যেন নেমাতিবই। মাকৰ কাৰণে ডাক্তৰ নিলো, তাতে ইমান বেয়া পাবৰ কি কাৰণ আছে?

ভিতৰৰ পৰা চাহ লৈ মিনতি আৰু বাহিৰৰ পৰা দিবাকৰ বৰুৱা সোমাই আহিল।

"আজাদে চাহ খাইছা, অ' খোৱা। ময়ো খাম, বৰ ভাল কথা হ'ল বুজিছা–"

"কি হ'ল ছাৰ?"

"ভৱৰ নাটকখনৰ এটা নাম দিয়া হ'ল – ধুনীয়া নাম।"

"কি?"

"ওভতা বান –"

"ওভতা বান–? সেইটোনো কি ভাল নাম?"

"তুমি কৈছিলা মাখিৰ পাখী– বেয়া নাছিল। পিছে বান যেতিয়া উভতি বয় বুজিছাই নহয়, অ' বাৰু চাহ খোৱা।" কৈ কৈ বুঢ়া আকৌ ওলাই গ'ল।

মিনতিয়ে ক'লে, "সঞ্জৰ নাম ল-সা-গু, নাটকৰ নাম ওভতা বান– মিলি পৰিছে।"

"নহ'লে কি 'ব্যথিত প্ৰাণ' হ'ব লাগিছিল নেকি?"

মিনতিয়ে ক'লে, –"সকলো পাষাণ"– দুয়ো হাঁহিলে।

## ১১

জে'বনৰ মাক বুঢ়ীৰ অসুখ ভাল হোৱাৰ আশা কম যেন দেখা গ'ল। যথেষ্ট বয়সীয়া মানুহ, তদুপৰি খোৱাবোৱাবো বৰ কষ্ট। তথাপি পুৰণিকলীয়া জীব, হাড়কেডাল অলপ টান, পৰাখিনিলৈকে চলি আছিল, কিন্তু হাতী এবাৰ পৰিলে আৰু উঠিব নোৱাৰে।

হামিদলৈ পৰীয়ে চিঠি দিছিল, কিন্তু কোনো খা-খবৰ নাই। আজাদে গাৰে খাটি দিছে, কিন্তু তাৰো নিজস্ব আৰ্জন বুলি একো নাই। বৌৱেক নাজমা আছে কাৰণেহে ভাত-কাপোৰৰ চিন্তা নকৰাকৈ এতিয়ালৈকে চলি আছে। আৰু তাৰ নিজৰ বিষয়ে বৰ বেছি চিন্তা সি কোনো দিনেই কৰি পোৱা নাই। য'তে-ত'তে এমুঠি খাবলৈ পালেই আৰু যাৰে তাৰে এডোখৰ পিন্ধিবলৈ পালেই তাৰ চলি যায়।

প্ৰায় গোটেই ৰাতি বুঢ়ীৰ কাষত থাকি শেহ ৰাতি আহি আজাদ শুইছিলহি। ন বাজি গ'লতো তাৰ টোপনি নভগা দেখি নাজমাই জুলুক পঠিয়াই দিলে তাক জগাবলৈ।

"মই নোৱাৰো, জগালে সি মাৰিব –" জুলুৱে ক'লে।

"নেমাৰে যা– কেতিয়ানো তোক মাৰিছে!"

জুলু কিন্তু আজাদক জগাবলৈ যাবলৈ মান্তি নহ'ল। নাজমাই মীনাক পাচিলে, মীনাই মূৰ জোকাৰিলে– তাই নোৱাৰে। তাই অলপ ৰ'ল। হঠাৎ তাইৰ মনত কিবা এটা দুষ্টবুদ্ধি খেলালে। জুলুক কাষলৈ মাতি তাই ফুচফুচাই কিবা এটা কাণে কাণে ক'লে, জুলুৱে দৌৰ দিলে।

নাজমা পুখুৰী পাৰৰ ফালে গৈছিল।

জুলুৱে কেৰাচিন তেলৰ খালি টিন এটা আনি আজাদৰ কোঠালিৰ দুৱাৰমুখত বহি লৈ মাৰি এডালেৰে ঢোল বজোৱাত লাগিল। মীনাই ওচৰৰ চকীখনত ঢকিয়াই তাল দিয়াত লাগিল। পুখুৰীপাৰৰ পৰাই নাজমাই শুনিলে। বেগাবেগিকৈ গুচি আহি তেওঁ দেখিলে, চকুমুখ মোহাৰি আজাদ কোঠাৰ পৰা ওলাই আহিছে আৰু তাক দেখি মীনা আৰু জুলু গৈ আলিবাট পাইছেগৈ।

"এই গৰুহালক কোনে ঢোল বজাবলৈ লগাইছিল বৌ –?"

হাঁহিটো কামুৰি ৰাখি নাজ্‌মাই ক'লে, "কোনেওতো এতিয়াই ঢোল বজাবলৈ সিহঁতক কোৱা নাই। সিহঁতে কিবা বজাব খুজিছিল, মই বোলো এতিয়া নেলাগে, বিয়াত বজাবি।"

নাজ্‌মাৰ মুখলৈ চাই আজাদে সুধিলে, "কাৰ বিয়াত?"

"কাৰ আৰু, তোমাৰ। বাৰু এতিয়া মুখ-হাত ধোৱা বেগেতে, বেলি দুপৰ হ'ল। বুঢ়ী কেনেকুৱা আছে এতিয়া?"

আজাদে মূৰ জোকাৰিলে, ভাল হোৱাৰ আশা নাই। চাহ খাই থাকোতে আজাদক বৌৱেকে ক'লে, "তুমি আৰু সদায় এইদৰে টোপনি খতি কৰি থাকিব নেলাগে, আজি আৰু নেলাগে যাব।"

"ৰাতিয়ে যদি বুঢ়ী মৰি থাকে?"

"বুঢ়া মানুহ মৰিলে মৰিব। মৰিলে কোনোবাই নমৰাকৈ ৰাখিব পাৰিব নেকি? তুমি এইদৰে সদায় ৰাতি ৰাতি সিহঁতৰ ঘৰত থকাৰ কাৰণে ককায়েৰে বেয়া পাইছে।"

আজাদে নাজ্‌মালৈ মূৰ তুলি চালে, তাৰ চকুত সৰল প্ৰশ্ন– মইনো কি বেয়া কাম কৰিলো বৌ?

নাজ্‌মাই বুজিলে। লাহে লাহে নাজ্‌মাই ক'লে, "দুনিয়াৰ সকলো মানুহে তোমাৰ নিচিনা নহয়, নহয়। কতই কত ৰকমে ভাবে। আজি আকৌ যদি যোৱা, মই খুউব বেয়া পাম।"

"অন্যে যেনেকৈয়ে নেভাবক, তুমিও মই তালৈ যোৱাটো বেয়া ভাবানে বৌ?"

নাজ্‌মাই তলমূৰ কৰিলে। অলপ পৰৰ মৌনতা, তাৰ পিছত সৰুকৈ হাঁহি মনৰ ভাব এটি ঢাকি ক'লে, "মই কি ভাবো তোমাক কেলেই ক'ম?"

"কিন্তু মই যি ভাবো সকলো দেখোন তোমাক কও বৌ –"

আজাদলৈ নাজ্‌মাৰ মৰম লাগি, কিন্তু একো নকৈ তেওঁ খিৰিকীয়েদি বাহিৰৰ ফালে চালে, দেখিলে থমাছ আৰু উপেন আহিছে।

"সউৱা উপেনহঁত আহিছে –" নাজ্‌মাই ক'লে। ততাতৈয়াকৈ আজাদ বাহিৰলৈ ওলাই আহিল।

ইতিমধ্যে তিনিখন চাহ বাগিচাৰ কিছুসংখ্যক বনুৱাৰ এখন সভা হৈ গৈছে, তাত কেইটামান দৰ্কাৰী প্ৰস্তাৱো গ্ৰহণ কৰা হৈছে। এতিয়া প্ৰস্তাৱবোৰ কাৰ্যকৰী কৰাবৰ ব্যৱস্থা কৰিব লাগে –

এইবিলাক কথাৰে আলোচনা কৰিবৰ কাৰণে উপেনহঁত আজাদৰ ওচৰলৈ আহিছে। প্ৰধান অসুবিধাৰ কথা– তিনিওখন বাগিচাৰে মালিক ইউৰোপীয়ান, তাতে সৰু-চাপৰি বাগানৰ মেনেজাৰ মেকফাৰ্লেন বৰ গোঁৱাৰ মানুহ। ভাৰতীয় মানুহক সি দেখিবই নোৱাৰে। এবাৰ গাঁৱৰ মাষ্টৰ এজনে তাৰ বঙলাৰ আগেদি ছাতি মেলি যোৱাৰ কাৰণে সি মতাই নি তেওঁক টান কথা শুনোৱাত, পণ্ডিতজনৰ খং উঠি ছাতিৰ নালেৰেই তাক কোবাই শাস্তি ভুগিবলগীয়া হৈছিল।

"দাবী আদায় নহ'লে বনুৱাবোৰে ধৰ্মঘট কৰিবনে বাৰু?" আজাদে সুধিলে।

"ধৰ্মঘট এতিয়াই ক'ত হ'ব? আটাইবোৰ বনুৱা লগ লগাব পাৰিলেহে। তাতে তাত দুই-চাৰিটা বেয়া মহৰী-কেৰেণী আছে। সিহঁতক মেনেজাৰে হাত কৰি থৈছে?" উপেনে ক'লে।

"তাৰ ভিতৰত এটা হামিদ।"

"হামিদ কোন হামিদ?"

"সেই যে ঘৈণীয়েকক এৰি কুলীয়নী মাইকী ৰাখিছে।"

"অ' সেই বজ্জাতটো। বাৰু তাক বলে পৰা যাব"– আজাদে ক'লে।

"সি আৰু ৰোমেশ্বৰ মহৰী ইহঁত দুটা এক নম্বৰ। পিছে ৰোমেশ্বৰৰ পুতেকটো ভাল ল'ৰা, তাক কিজানি আমাৰ লগত ল'ব পৰা যাব। ল'ৰাটোৰ বুদ্ধি-বিবেচনা ভাল।"

থমাছে ক'লে, "মই কিন্তু ভাবিছো আমি যিবোৰ কাম কৰিব খুজিছো, তাৰ সময় কিজানি এতিয়াও অহা নাই। নহ'লেতো আমাৰ দেশৰ নেতাসকলেই এই কামত হাত দিলেহেঁতেন।"

আজাদে ক'লে, "সকলো কাম নেতাসকলেই কৰিব বুলি বহি থাকিলে কোনো কাম নহয়, ডাঙৰ ডাঙৰ নেতাসকলে দেশ স্বাধীন কৰিবৰ চিন্তা-চেষ্টা কৰিছে। আমি সৰু মানুহবোৰে দেশৰ সৰু সৰু কাম কৰো, তেহে হ'ব। আমাৰ দেশ স্বাধীন কেতিয়া হ'ব কোনে জানে, কিন্তু দেশৰ মানুহৰ আৰ্থিক অৱস্থা সলনি কৰিবৰ কাৰণে আমি চেষ্টা কৰাত তো কোনো অন্যায় নহয় –"

"অন্যায় নহয়, কিন্তু বাধা যে অসংখ্য।"

"বাধাতো থাকিবই, মানুহ খোজ কাঢ়ি যাওঁতেও ৰতাহে বাধা দিয়ে। সেই বুলি নগ'লে চলিবনে?"

উপেনে ক'লে, "কিন্তু দুখন থিয়েটাৰ কৰি, তিনিখন সভা পাতি, আমাৰ দেশৰ মানুহক কিমান যে সলনি কৰিব পৰা যাব, মই বুজিব পৰা নাই –"

"আমিতো তাতে নৰও। আজি যদি দৰকাৰ হৈছে, সভা কৰিছো, দৰকাৰ হৈছে থিয়েটাৰ কৰিছো, নাচ-গান কৰিছো, দৰকাৰ হ'লে ধৰ্মঘট কৰিম, বিপ্লৱ কৰিম, আনকি দৰকাৰ হ'লে যুদ্ধও কৰিম।" আজাদে ক'লে।

আৰু কিছু কথা-বতৰা পাতি সিহঁত ওলাই গ'ল। যোৱাৰ আগতে ভিতৰলৈ গৈ আজাদে বৌৱেকক কাণে কাণে ক'লে, "বৌ বুঢ়ীক এবাৰ মই দিনতে চাই আহো দেই। তুমি কৈছা যেতিয়া আজি ৰাতি বাৰু নেযাও।" কৈ সি ওলাই গ'ল। নাজমাই একো ক'বলৈকে নেপালে।

## ১২

সুকুমাৰৰ নিচিনা এটা মানুহে আলমৰ নিচিনা এটা মানুহৰ লগত বন্ধুত্ব গঢ়ি তোলাটো এক প্ৰকাৰ অভাৱনীয় কথা। আলপ পূৰ্বৰ পাটনাৰ ফালৰ মানুহ আছিল। মাকুমৰ ফালৰ এটা কাঠফলা কলত কাম কৰিছিল। এটা দুৰ্ঘটনাত সোঁহাতখন ভাগিছিল, কিলাকুটিতে কাটি পেলাবলগীয়া হৈছিল। কিন্তু সোঁহাতৰ সকলো কাম বাওঁহাতেৰেই কৰিব পাৰে — কৰে।

হাত-নোহোৱা মানুহ এটাক কোনোৱে কামত ল'বলৈ মান্তি নহ'ল। ঘূৰি ঘূৰি আহি আলম ল-সা-গু সঞ্জাই খোলা ফাৰ্মত ওলালহি, তাতে বৈ গ'ল।

আলমে বৰ ভাল গান গায়। মাতটো মিঠা। প্ৰায় পঞ্চত্ৰিশ বছৰীয়া মানুহটো, বেছ স্বাস্থ্যবান। মানুহটো যেন জাত-বিদ্ৰোহী। কাৰোবাৰ লগত কিবা কাজিয়া কৰি ঘৰ এৰি গুচি আহিছিল। অ'ত ত'ত নানা কাম কৰিছিল— কোনো কামৰ প্ৰতি তাৰ অশ্ৰদ্ধা নাই। কামৰ শেষত বিড়ি হুপি হুপি সি আপোন মনে গান গায়, তাৰ মাতটো বৰ মিঠা। সি উৰ্দু পাহৰা নাই, কিন্তু অসমীয়া ক'লে ভুল ধৰিবৰ উপায় নেথাকে।

সুকুমাৰেই তাক লগ পাই লৈ আহিছিল, আৰু ফাৰ্মত একপ্ৰকাৰৰ চুপাৰভাইজাৰৰ কামত লগাই দিছিল। কামটোত তাৰ নিজৰ দেহাৰ খাটনি কম কাৰণে তাৰ বৰ ভাল লগা নাছিল, তথাপি কেইটামান স্বাধীনমনা ল'ৰাই নিজ আদৰ্শেৰে পতা ফাৰ্মখনত যোগদান কৰিবলৈ পাই সি আনন্দ পাইছিল। বৰ মনোযোগেৰে সি কাম কৰিছিল আৰু ৰাতি তাৰ চাৰপাইখনত শুই আকাশৰ তৰাবোৰলৈ চাই চাই সি প্ৰাণ-উজাৰি গীত গাইছিল—

"লাখো চিতাৰ', চমঝ না চকা তুম—
এক ছোটি দিল কি কাহানী —"

আকাশত লাখ তৰা আছে, তথাপি সিহঁতে এখন সৰু হৃদয়ৰ কাহিনীকে বুজিব নোৱাৰিলে।

সুকুমাৰৰ আলমক ভাল লাগে।

"আলম ভাই —"

"আহা সুকুমাৰ ভাই।"

সুকুমাৰে ওপৰতে বহি কয়, "থিয়েটাৰত তুমি গান গাব পাৰিবানে আলম ভাই?"

"লোকক শুনাবৰ কাৰণে গোৱা গান গানেই নহয়। গান গাব লাগে নিজৰ দিলক শুনাবলৈ আৰু সউ আস্মানক শুনাবলৈ। দুনিয়াৰ মানুহে গান বুজি পায় নেকি?"

"আস্মানতো আৰু দূৰত। আস্মানে আমাৰ গান বুজি পাব জানো?"

"আস্মানে নুবুজিলে আৰু কোনে বুজিব? দুনিয়াৰ মানুহৰ গান শুনিবৰ কাৰণেইতো আমাৰ মূৰৰ ওপৰত আস্মান সদায় খাৰাহৈ বৈ আছে।"

"কি জানি, তোমাৰ কথা মই বুজি নেপাওঁ," সুকুমাৰে কয়।

"তুমি সক ল'ৰা, মোৰ কথা কেনেকৈ বুজিবা? মই নিজেই বুজিব নোৱাৰো। আচ্ছা, থিয়েটাৰ কেতিয়া হ'ব?"

"হ'ব দুই-চাৰি দিনতে, তুমিও কিন্তু যাব লাগিব।"

"জৰুৰ যাম, মোক তোমালোকে খবৰ দিবা।"

"খবৰ পাবাই, অ' মই দুই-এদিনতে সোণাপুৰ বাগানলৈ যাম –"

"সোণাপুৰলৈ? কেলেই?"

"তাৰ স্কুলটোৰ অলপ খবৰ কৰি আহিব লাগে আৰু দুই-চাৰি চৰ্দাৰকো লগ পাই আহিব লাগে।"

অলপ চিন্তা কৰাৰ দৰে আলমে ক'লে, "আচ্ছা সুকুমাৰ ভাই, মই এটা কথা কওঁ – বেয়া নেপাবা।"

"কোৱা, কেলেই বেয়া পাম?"

"মানুহৰ দিল বদলি নকৰাকৈ দুনিয়া বদলি কৰিলে কি লাভ হ'ব?"

"কিন্তু দুনিয়া বদলি নকৰাকৈ দিল্ বদলি কেনেকৈ কৰিবা?" সুকুমাৰে ক'লে।

"দুনিয়াতকৈ দিল্ বহুত ডাঙৰ। মানুহৰ দিল্‌ত ধাক্কা দিব লাগে। দিল্‌ৰ দুৱাৰ যেতিয়া খুলি যাব, তেতিয়া তালৈ নতুন পোহৰ সোমাব, সেই পোহৰে দুনিয়াৰ ৰং বদলি কৰি দিব। তুমি সৰু ল'ৰা, তুমি নুবুজা?"

সুকুমাৰে ক'লে, "বুজো আলম ভাই, পিছে কেনেকৈ দিলত ধাক্কা দিব লাগে তাকেহে বুজা নাই –"

হাঁহি আলমে ক'লে, "দিল্‌ৰ দুৱাৰত আছীকৰ হমুনিয়াহেৰে ধাক্কা দিয়া, দুৱাৰ খুলি যাব। মেৰে আ'হে গম তেৰি দিল্ কি পৰ্দোমে তছবীৰে মোহাব্বত ফইলায়ে ..." আলমে গান জোৰে।

## ১৩

এদিন সুকুমাৰ গৈ বাগিচা পালেগৈ, তাৰ স্কুল সন্ধিয়া হয়। তেতিয়াও সন্ধিয়ালৈ কিছুপৰ আছিল। সুকুমাৰ হেড্‌ক্লাৰ্ক দুবৰাৰ ঘৰলৈকে গ'ল।

দুবৰা তেতিয়াও কামৰ পৰা অহা নাছিল। ঘৰত আছিল দুবৰাৰ জীয়েক চেতনা।

সুকুমাৰক চেতনাই সম্ভ্ৰমেৰে আগবঢ়াই নিলে। ভাল-বেয়া দুআষাৰ কথা পতাৰ পিছত সুকুমাৰে ক'লে, "এগিলাচ পানী খুৱাওক, পিয়াহ লাগিছে।"

চেতনা ভিতৰলৈ গ'ল, সুকুমাৰ বহি থাকিল।

অলপ পৰৰ পিছতে চেতনাই চাহ খাবৰ কাৰণে সুকুমাৰক ভিতৰলৈ নিলেহি। হেড্‌ক্লাৰ্ক দুবৰা আহি সোমালহি।

"চেতনা – অ – চেতনা – এ' বোপা দেখোন, কেতিয়া আহিল?" ছাতিটো বন্ধ কৰি দুৱৰাই পৰ্টিকৰ পহুৰ শিং এটাত ওঁৰি থ'লে! আৰু চফাখনতে বহিল। দূৰত বাপেকক দেখিয়ে চেতনা ভিতৰলৈ গৈছিল। চেতনাই বাপেকৰ কাৰণে লোটা-গামোচা ঠিক কৰি থ'লৈগে।

"এই, এতিয়া পালোহি, ভাল নহয় আপোনাৰ গাটো?"

"ৰাখিছে কোনো মতে, আপোনালোকৰ ভাল?"

"হয়, আছো একপ্ৰকাৰ।"

অলপ পৰ দুয়ো মনে মনে থাকিল। সুকুমাৰে কিবা এটা সুধিব খুজিও নুসুধিলে।

"পানী দিছো দেউতা –" দুৱাৰমুখলৈ আহি চেতনাই ক'লে।

"ৰাক গৈছো। বোপাক চাহ দিলিনে?"

"নাই দিয়া, দিবলৈ ঠিক কৰিছো –"

সুকুমাৰে "হয় দিছে" বুলি ক'বলৈ ঠিক কৰোতেই চেতনাই ক'লে!

দুৱৰাই হাত-ভৰি ধুই চাহ খাবলৈ ভিতৰলৈ আহিল। চেতনাই আহি সুকুমাৰক ক'লে– "আহক –"

"আকৌ কি উলিয়ালে! মই চাহ খালোৱেই", সুকুমাৰে ক'লে।

"এইবাৰ চাহ নহয়; চাহপানী।" হাঁহি চেতনাই ক'লে। সুকুমাৰ ভিতৰলৈ উঠি আহিল। চাহ খাবলৈ বহি সুকুমাৰে ক'লে – "মই এবাৰ চাহ খালোৱেই। আকৌ খালে হানি নকৰে যদিও, পেট গধুৰ লাগি ৰাতি যাব নোৱাৰা হও বুলিহে ভয়।"

"ৰাতি আকৌ যাব ক'লৈ?" দুৱৰাই ক'লে, "অতদিনৰ মূৰত আহিছে, ভাত এসাজো নোখোৱাকৈ যাবনে?"

"মই স্কুলখন এবাৰ চাই যাওঁ বুলি আহিলো, চলিছে নহয় ভালেই?"

"চলিছে, চলিছে ভালেই চলিছে –"

"এৰা, আপোনালোক আছে কাৰণে নিৰ্ভয়ে চলিব পাৰিছো। তাতে ইয়াৰ শিক্ষকজনো ভাল মানুহ পোৱা গ'ল।"

"এটা কথা কিন্তু মই মন কৰিছো, পঢ়িবৰ কাৰণে কুলীবোৰৰ খুব আগ্ৰহ হৈছে। বাটৰ ফটা খবৰ কাগজ বিচাৰিও সিহঁতে জোটাই জোটাই পঢ়ে। তাৰ উপৰি সিহঁতৰ কথা-বতৰাবোৰো আগতকৈ ভাল হৈছে।"

"ভাল হ'বই, সিহঁতে নতুন পোহৰৰ সন্ধান পাইছে", সুকুমাৰে ক'লে। "লিখা-পঢ়াৰ জৰিয়তেই সিহঁতে নিজক আনৰ আগত মানুহ বুলি চিনাকি দিব পৰা হ'ব। এবাৰ যেতিয়া আৰু সিহঁতৰ চকুত পোহৰৰ নিচা পৰিল, সিহঁতে আৰু নেৰে –"

"এটা কাম কৰিব নোৱাৰেনে? সিহঁতৰ কাৰণে সস্তীয়া আৰু সহজ কিতাপ কিছুমানৰ এটা লাইব্ৰেৰী দিব নোৱাৰেনে?" বুঢ়াই সুধিলে।

"দিয়া হ'ব, তাৰ বন্দবস্ত আমি কৰিছো। তিনিখনত এতিয়ালৈকে তিনিটা সৰু লাইব্ৰেৰী দিয়া হৈছে। বাকীবিলাকতো দিয়াৰ দিহা চলিছে।"

"এৰা, সেইটো কৰিব পাৰিলে বৰ ভাল হয়। নহ'লে স্কুলৰ পঢ়া শেষ হ'লেই সিহঁতে কিতাপ পুথি পঢ়া এৰিব।"

"তাৰ কাৰণে আমি বাতৰিকাকতৰো দিহা কৰিছো, প্ৰত্যেকখন বাগিচাৰ স্কুলতে আমি দুই-তিনিখন যি পৰা যায় বাতৰিকাকত দিয়াৰ দিহা কৰিছো।"

দুয়ো আৰু নানা কথা পাতিলে। চাহৰ দাম কেনে হৈছে তাৰ এটা আলোচনা কৰিলে। চেতনা পঢ়িবলৈ কেতিয়ামানকৈ গ'লে সুবিধা হ'ব তাৰ এটা মীমাংসা কৰিলে। চেতনা ঘৰত নাথাকিলে যে বুঢ়াৰ কিমান অকলশৰীয়া লাগে ক'লে। ...

চাহৰ পাছতে তামোল মুখত ভৰাই দুয়ো পৰ্টিকলৈ উঠি আহিল।

তেতিয়া বেলি লহিয়াইছে। আকাশত এডোখৰো ডাবৰ নাছিল। ফৰকাল বাহিৰখনৰ ফালে চাই বুঢ়া দুৱৰাই ক'লে, "দেহাই আৰু নটনা হৈছে। কামটোৰ পৰা কেতিয়া বিদায় লওঁ তাকেহে ভাবিছো। এতিয়া এনেকুৱা বতৰত বাহিৰত অলপমান ফুৰিলে গা-মন ভাল লাগে। পিছে দিনটো কাম কৰি আহি আৰু বহাৰ পৰা উঠিবৰ মন নেযায়। সংসাৰৰ ভাগৰে হেঁচা মাৰি ধৰেহি।"

সুকুমাৰে একো নামাতি বাহিৰৰ ফালে চাই থাকিল।

"চেতনা, অ' চেতনা –"

"কি কৈছে?"

"তই ফুৰিবলৈ নেযাব জানো?"

"এই ওলাইছো।"

নতুন কাপোৰ এসাজ পিন্ধি চেতনা ভিতৰৰ পৰা ওলাই আহিল। দুৱাৰমুখ পাৰ হৈ বননিত ভৰি দি চেতনা ঘূৰিল আৰু সুকুমাৰলৈ চাই ক'লে– "আহক।"

আহ্বানটো সুকুমাৰে একেবাৰে আশা কৰা নাছিল।

"যোৱা বোপা, অলপ ফুৰিয়ে আহাঁগে, মই আজি আৰু নেযাওঁ। যোৱা, আবেলি বাগিচাৰ মাজত ফুৰি বেছ ভাল লাগে –"

বুঢ়াৰ কথাত অলপো ইতঃস্তত নকৰাকৈ সুকুমাৰ বহাৰ পৰা উঠিল। আৰু পেণ্টটো অলপ ওপৰলৈ টানি লৈ চেতনাৰ লগত ওলাই গ'ল। দুৱৰাই সিহঁতৰ যোৱাৰ ফালে চাই থাকিল।

চেতনাৰ চুলিত কিবা এটা ভাল তেল গোন্ধাইছিল। সুকুমাৰৰ ভাল লাগিল। বাগিচাৰ মাজৰ সৰু বাটবোৰেদি অকাই-পকাই চেতনা আৰু সুকুমাৰ দুয়ো নীৰৱে লাহে লাহে যাব ধৰিলে। চাহগছৰ মাজৰ ঠেক বাট – এটা মানুহ মাত্ৰ যাব পাৰে। তথাপি চেতনাই শাৰী পাতি সুকুমাৰৰ লগ হৈ যাব ধৰিলে। সুকুমাৰৰ বেয়া নালাগিল।

সুকুমাৰে চালে, কেউপিনে চাহ গছৰ শাৰী– তাৰ সিপাৰে বাগানৰ কাৰৰ ডাঠ হাবিখন। ক'তো এটা কুলীও নাই। কুলী লাইন সিপাৰে থাকিল। কিছু দূৰত চাহাবৰ ওখ বঙা বঙলাটো দেখা যায়, আৰু একো নাই।

"আপুনি যেতিয়া কলিকতাত থাকে তেতিয়া বাৰু অসমৰ কথা মনত পৰেনে?" দুয়োৰে মাজৰ নিস্তব্ধতাখিনি ভঙ্গ কৰি সুকুমাৰে ক'লে।

চেতনাৰ পাতলকৈ হাঁহিলে– "সদায় মনত নপৰে, কিন্তু যেতিয়া অসমৰ কথা মনত পৰে তেতিয়া আৰু পৃথিৱীৰ অন্য একো কথা মনত নপৰে– কেৱল অসমৰ কথাহে মনত পৰে।"

"মোৰো সেই অৱস্থাই হৈছিল। দদাইদেউৰ লগত পঠাই দিলে কলিকতাত পঢ়িবলৈ বুলি। তেতিয়া মই মেট্ৰিক পাছ কৰি উঠিছো। আগতে কলিকতাখন দেখা নাছিলো, গতিকে প্ৰথমে এমাহমান গোটেই কলিকতাৰ চুকে-কোণে ঘূৰিলো। হঠাৎ এদিন কৰ্দৈ খাবৰ মন গ'ল। দদাইদেউক ক'লো, নিজেও বিচাৰিলো। কিন্তু ক'তো নেপালো, বৰ বেয়া লাগিল। হঠাৎ ঘৰৰ কথা মনত পৰিল – কৰ্দৈ, থেকেৰা, পনীয়ল, এইবোৰলৈ মনত পৰিল। আৰু কলিকতাত থাকিব নোৱাৰা হ'লো। দদাইদেউক ক'লো যে মই আৰু কলিকতাত নেথাকো। দদাইদেউ আচৰিত হ'ল। কিন্তু মই ন'ৰলো, গুচি আহিলো।"

চেতনাই ধুনীয়াকৈ হাঁহিলে।

"আপুনি এটা কৰ্দৈৰ কাৰণেই কলিকতাখন এৰি গুচি আহিল?"

"এৰা, তাত নোৱাৰিলো।"

অলপ পৰ মনে মনে থাকি চেতনাই ক'লে, "মোৰো কেতিয়াবা কিবা একোটা মনত পৰি গুচি আহিবৰ মন যায়। পিছে ভাবোহে, অহা নহয়।"

"মোৰ হ'লে সেইবোৰ নাই। যেতিয়া কিবা এটা মন যায়, তাক কৰি শেষ নকৰালৈকে আৰু একো ভাবিব নোৱাৰো।"

বেলিটো তেতিয়া হাবিখনৰ মূৰত। ৰ'দবোৰ ৰঙা হৈ উঠিছে। এচেৰেঙা আহি চেতনাৰ মুখত পৰিলহি। সুকুমাৰে ঘূৰি চাই চেতনাক ধুনীয়া দেখিলে।

"তাৰ পিছত আৰু আপুনি কলিকতালৈ নগ'ল?" কিছুপৰ মনে মনে থাকি চেতনাই ক'লে। কিয় এই কথাটো ক'লে চেতনাই নিজেই বুজিব নোৱাৰিলে।

"এৰা, নগ'লো আৰু। মোৰ দেখোন অসমখন এৰি ক'লৈকো যাবৰ মন নেযায়।"

"কিহতনো আপুনি আপোনাৰ মনটোক লগাই ৰাখে বাৰু?" চেতনাই সুধিলে।

"মনটো এইবোৰ ফাৰ্ম, দোকান, স্কুল, ঘূৰাপকা – এইবোৰতে লগাই ৰাখো। পিছে মনটো লগাই ৰাখিছে বুলি প্ৰায়ে মনত নপৰে। এনেয়ে, এইবোৰৰ মাজতে সোমাই থাকি মোৰ ভাল লাগে। আৰুনো কি কৰিব?"

চেতনাই একো নক'লে। দুয়ো আহি বাগিচাখনৰ এটা মূৰ পালেহি। সিহঁতৰ চকুৰ আগৰ পৰা চাহৰ সেউজীয়া শাৰীবোৰৰ বাহিৰে, বাকী গোটেই জগতখন হেৰাই গ'ল। ৰঙা ৰঙবোৰ পৰি চাহ গছৰ সেউজীয়া পাতবোৰ কেঁচা হৈ উঠিল। দুয়ো চালে।

কিবা এটা ভাবে যেন চেতনাৰ মনটো উগুল-থুগুল লগাই দিছিল। কিন্তু সুকুমাৰে একো নুবুজিলে – বুজিবলৈ চেষ্টাও নকৰিলে। চেতনাৰ যেন বেয়া লাগিল। – নিজক বুজাব নোৱাৰাৰ কাৰণে, নিজক প্ৰকাশ কৰিব নোৱাৰাৰ কাৰণে।

"মই তন্দ্ৰালৈ এখন চিঠি দিছিলো –" চেতনাই ক'লে।

"অ' চিনাকি হৈ গ'ল তেনেহ'লে?"

"নাই হোৱা চিনাকি। উত্তৰ দিবৰ কাৰণে লিখা নাছিলো।"

"কিয় লিখিছিল তেনেহ'লে?" সুকুমাৰে কথাষাৰত বিশেষ মূল্য আৰোপ নকৰি যেন ক'লে।

"লিখিছিলো যে তেওঁলোকৰ সহকৰ্মী এজনক মই চিনি পাওঁ।"

"তাৰ মানে মোক?" সুকুমাৰে চেতনালৈ ঘূৰি চাই সুধিলে। চেতনাই হাঁহিলে।

"কিন্তু সেইটো কথা আপুনি জনালে কিয়?" আচৰিত হৈ যোৱা সুকুমাৰে সুধিলে।

"আপোনাক যে চিনি পাও, এই কথাটোকে জনাবৰ কাৰণেই, তেওঁলোকলৈ লিখিলো।" চেতনাই ক'লে।

সুকুমাৰে যেন চেতনাৰ উদ্দেশ্যটো নুবুজিলে। সুকুমাৰ অলপ পৰ মনে মনে থাকিল।

"আপোনাৰ লগত চিনাকি হোৱা কথাষাৰ কিন্তু মই কাকো কোৱা নাই।" সুকুমাৰে ক'লে।

"মই কিন্তু নকৈ নোৱাৰিলো। মোৰ কেতিয়াবা মন যায় যেন মই গোটেই জগতকে যেন চিঞৰি কৈ দিম যে, মই আপোনাক চিনি পাও –"

সুকুমাৰে যেন চেতনাৰ কথাবোৰ কিবা অৰ্থ নোহোৱা যেন শুনিলে। সি যেন বুজিব নোৱাৰিলে।

সুকুমাৰ ৰ'ল। চেতনাও ৰ'ল। সুকুমাৰে চেতনালৈ চালে। চেতনাজনী যে ইমান ৰঙা পৰিছে। চুলিবোৰ যেন উৰি যাব খুজিছে। নাকৰ আগটো অলপ ৰঙা পৰিছে। সুকুমাৰে অনুভৱ কৰিলে চেতনাজনী যেন কঁপিছে। সুকুমাৰৰ চেতনাক চিনি নোপোৱা যেন লাগিল।

হতভম্বৰ দৰে সুকুমাৰে ক'লে– "মোৰ কিন্তু আপোনাৰ লগত চিনাকি হোৱাৰ কথা সদায় মনত পৰে। কিন্তু মই কাকো ক'ব নোৱাৰো। ক'বলৈ মোৰ ভয়েই লাগে দেখোন।"

"ভয় লাগে?" চেতনায়ো যেন ভয়ে ভয়েই সুধিলে।

"মোৰ নিজৰ বিষয়ে ভয় নেলাগে। কিন্তু কোনোবাই আপোনাৰ বিষয়ে কিবা কয় বুলি মোৰ ভয় লাগে।"

চেতনাৰ ৰঙা-পৰা মুখখন আৰু ৰঙা পৰি উজ্জ্বল হৈ উঠিল। চেতনা যেন সুকুমাৰৰ মানুহটোৰ ভিতৰলৈ সোমাই গ'ল। দেখিলে, তাত চেতনাৰ কাৰণে অকণমান ঠাই আছে, কিজানি সুকুমাৰে গমকে নেপায়।

আকৌ দুয়ো খোজ ল'লে। তেতিয়া চাহপাতৰ কেঁচা বৰণটোৰ ওপৰত সন্ধিয়াৰ আন্ধাৰবোৰ লাহে লাহে নিগৰি পৰিব ধৰিছে। দূৰত কুলী লাইনত কুলীবোৰে ঢোল বজাইছিল, তাৰ মাত আহি চেতনাহঁতৰ কাণত পৰিলহি।

"তন্দ্ৰাই কিন্তু চিঠিখন মোক নেদেখুৱালে।"

"নেদেখুৱালে। তেওঁ স্বাৰ্থপৰ। চেতনাই ক'লে।"

"চিঠিখন দেখুৱাত আকৌ কি স্বাৰ্থপৰতা থাকিব পাৰে? মোক সময় মতে লগ নেপায় বোধকৰো পাহৰিলে। এতিয়াও বিচাৰিলে দেখুৱাব।"

"নহয়, আপুনি ছোৱালীবোৰক একো নুবুজে।"

"সঁচাকৈয়ে নুবুজো, কেনেকৈনো বুজিম? বাইদেউক বিয়া দিওতে মই পাঁচ বছৰীয়া। আৰুতো আমাৰ ঘৰত ছোৱালীয়েই নাই।"

চেতনাই হাঁহিলে। একো নক'লে। সুকুমাৰো মনে মনে থাকিল।

তেতিয়া আন্ধাৰ হৈ আহিছে।

হঠাৎ চেতনাই কৈ উঠিল– "অ' আজি স্কুল চাই আপুনি যাবগৈ? এৰা যাবগৈ।.আমাৰ ঘৰত থাকিব নেলাগে। নেলাগে, নেলাগে, আপুনি যাবগৈ –" বৰ খৰ খৰকৈ উত্তেজনাত অধীৰ হৈ চেতনাই ক'লে।

সুকুমাৰ চেতনাৰ কথাবাৰত আচৰিত হ'ল। অথনিতো চেতনাই থাকিবলৈ কৈছিল। এতিয়া এনেকৈ কৈছে কিয়? সুকুমাৰে চেতনাৰ মুখলৈ ঘূৰি চালে। ইকি! চেতনাৰ চকুত দেখোন পানী!

সুকুমাৰৰ ভয় লাগিল। কি হ'ল চেতনাৰ? কলেজত পঢ়া ছোৱালী চেতনা -- কান্দিছে কিয়?

হঠাৎ চেতনাৰ আন্ধাৰত লুকাব ধৰা চকুপানীখিনিৰ মাজেদি যেন সুকুমাৰে দেখিলে– তাৰ কাৰণেই চেতনাই কান্দিছে! সি আচৰিত হ'ল, সি অভিভূত হ'ল। সি নিজক মুহূৰ্তৰ কাৰণে অন্য এটা মানুহ যেন পালে।

সি কেউফালে চালে। কাকো নেদেখিলে। পৃথিৱীখনতে যেন কোনো নাই। কেৱল সি আৰু চেতনা আছে, আৰু সিহঁতৰ চাৰিওফালে আছে সন্ধিয়াৰ পাতল আন্ধাৰে ঢকা নীৰৱ প্ৰকৃতি।

কাষে-কাষে আহি থকা চেতনাৰ চুলিৰ ধুনীয়া গোন্ধটো আকৌ সুকুমাৰৰ নাকত লাগিল। সুকুমাৰৰ বৰ ভাল লাগিল– তাৰ যেন খোজ কাঢ়িবলৈকে গাত বল নাইকিয়া হৈ গৈছে। নিজকে তাৰ বৰ নিশকতীয়া যেন লাগিল। তাৰ গাৰ পিন্ধি থকা কামিজটো যেন বহুত ঢিলা হৈ পৰিছে।

লাহে লাহে সুকুমাৰে ক'লে– "মই কিন্তু ক'ব নেজানো –"

চেতনাই এইবাৰ এটা আনন্দৰ মিচিকি মাৰিলে– "সেই কাৰণেহে মই আপোনাক বুজিছিলো –"

দুয়ো লাহে লাহে আহি ঘৰ সোমালহি।

ৰাতি সুকুমাৰে স্কুল চালে। তাৰ পিছত আহি চেতনাইতৰ ঘৰতে থাকিলহি। ৰাতিপুৱা চাহ খায়েই বুঢ়া অফিচলৈ যাবলৈ ওলাল। বুঢ়াৰ বহুত কাম আছে বোলে। সুকুমাৰে ক'লে– "সোণাপুৰত আমাৰ থিয়েটাৰ পাতিছো। তাঁলে আপোনালোক সকলো যাব, বাগিচাৰ বনুৱাখিনিকো পঠাব।"

"থিয়েটাৰ কেতিয়ালৈ?"

"কেইদিনমানতে হ'ব, এতিয়াও তাৰিখ ঠিক কৰিব পৰা নাই। সেইটো সকলোকে সময় মতে জনোৱা হ'ব।"

"বাৰু, যায় যদি চেতনাইতেই যাব। মই বুঢ়া মানুহ, কিনো ইমান দূৰ থিয়েটাৰ চাবলৈ যাম?"

"নহয়, আপুনি যাবই লাগিব। কুলীখিনিক পঠাব, মই চাহেবলৈ লিখিম, আপোনালোকো কিন্তু নোযোৱাকৈ নেথাকিব। চেতনাইতকো আপুনি লগতে লৈ যাব।"

"বাৰু গা-মূৰ ভালে থাকে যদি চেষ্টা কৰি চাম।" দুৱৰাই ক'লে।

"থিয়েটাৰ-চিয়েটাৰ চালেহে গা-মূৰ ভালে থাকে।" সুকুমাৰে ক'লে।

বুঢ়াই হাঁহিলে। ক'লে, "বোপা, পিছে ভাত-পানী খাইহে যাবা। চেতনা সোনকালে ভাত ৰান্ধি দে –" দুৱৰা নিজৰ কামত ওলাই গ'ল।

চেতনাই একো নেমাতিলে। সুকুমাৰলৈ চাই হাঁহিলে মাত্ৰ।

সুকুমাৰে গা-পা ধুলে। চুলিবোৰ আঁচুৰিবলৈ লৈ সি চুলিবোৰ খহটা পালে। সি কিজানি আজি পোন্ধৰদিনমান মূৰত তেল লোৱা নাই। সি ভাবিছে তেল বিচাৰিব নেকি? এনেতে চেতনাই আধা খালি তেলৰ বটল এটা আনি সুকুমাৰক দিলেহি। সুকুমাৰে ক'লে– "এৰা, মই বিচাৰিম বুলি ভাবিছিলো। আজি বহুত দিন মূৰত তেল লোৱা নাই।"

বটলটো নাকৰ ওচৰলৈ নি সুকুমাৰে শুঙি চালে আৰু হাঁহি ক'লে, "অ' সেই ভাল গোন্ধোৱা তেলটোৱেই।"

চেতনাই হাঁহিলে।

মূৰ ফণিয়াই সুকুমাৰ আহি পৰ্টিকত বহিলহি। এবাৰ বেলিটোৰ ফালে চালে। নমান বাজি গ'ল।

চেতনা আহি চকী এখনতে বহিল আৰু সুকুমাৰক ক'লে– "কালি আপোনাক কষ্ট দিলো, ক্ষমা কৰিব দেই।"

"কষ্টটো মই গমকে নেপালো দেখোন। কেতিয়া দিলেনো কষ্ট?"

চেতনালৈ হাঁহিলে। লাহে লাহে দুৱাৰখনেদি বাহিৰলৈ চাই থাকি চেতনাই ক'লে– "কালি মোৰ নিজকে বৰ অসহায় যেন লাগিছিল –"

সুকুমাৰে চেতনালৈ চকু দাঙি চালে, ভিতৰৰ পৰা চেতনাৰ বৌৱেক ওলাই আহিল। কালি ৰাতি দুৱৰাৰ আদেশত তেওঁ সুকুমাৰৰ লগত কথা-বতৰা পাতি চিনাকি হৈছিল।

তেওঁ আহি ক'লে– "ভাত হৈছেই চেতনা –"

"ৰ'বা চোন নবৌ, ইমান সোনকালে খেদাই পঠাই কিনো কৰিবা?

বৌৱেকে দুষ্ট এটা হাঁহি মাৰি ভিতৰলৈ সোমাই গ'ল।

সুকুমাৰে ক'লে– "নহয়, সোনকালে হয় মানে মোৰ লাভ, মোৰ ভালেমান কাম আছে –"

"কাম আছে যদি যাওকগে তেনেহ'লে। মোৰ ইয়াত বহি থাকিলেতো আপোনাৰ কাম নহয়। অ' এষাৰ কথা– তন্দ্ৰাক ক'ব, মই তেওঁলৈ সেই চিঠিখন লিখাৰ কাৰণে ক্ষমা বিচাৰিছো, আৰু ক'ব যে, তথাপি আৰু এখন চিঠি মই লিখিম।"

"কিহৰ নো চিঠি লিখিব?"

"মোৰ বিয়াৰ নিমন্ত্ৰণী চিঠি। পৰীক্ষা হৈ গ'লেই মোৰ বিয়া –"

বজ্ৰাহতৰ দৰে সুকুমাৰে স্তব্ধ হৈ চেতনাৰ মুখলৈ চালে।

চেতনাই এটা মৰণ-কাতৰ হাঁহি মাৰিলে। চেতনাৰ ওঁঠ দুটা শুকাই ক'লা পৰি গৈছিল। চেতনাজনী দেখিবলৈ ভয়ানক হৈ পৰিছিল।

"সঁচাকৈয়ে মোৰ বিয়া হ'ব –" চেতনাৰ মাতটো যেন মৰিবলৈ ধৰা বনৰীয়া চৰাইৰ মাতটোৰ দৰেই-মৰ্মন্তুদ।

"আপুনি কিন্তু নাহিব দেই। আহিব পাৰিলেও নাহিব –" কৈ চেতনা বহাৰ পৰা উঠিল আৰু ভিতৰলৈ সোমাই গ'ল। বৌৱেকে আহি সুকুমাৰক ভাত খাবলৈ ভিতৰলৈ মাতি নিলে।

## ১৪

"সঁচাকৈয়ে কচোন বাৰু ভৱ, তইঁতে যে এই কবিতা-চবিতাবোৰ লিখ, এইবোৰ এনেয়ে লিখ নে কিবা অভিজ্ঞতাৰ পৰা লিখ?"

সুকুমাৰৰ এই প্ৰশ্নটো শুনি ভৱই কেৱল ৰহস্য অনুভৱ কৰিয়ে নিজক সামৰিব নোৱাৰিলে, প্ৰশ্নটো শুনি ভৱ অলপ আচৰিতো হ'ল। ভৱই সুকুমাৰৰ ফালে চকু মেলি চালে।

"তই বাৰু কি সুধিছ?" ভৱই হাঁহি ক'লে।

"তাকে সুধিছো –" বিষণ্ণ নহ'লেও সুকুমাৰ মানুহটো আজি অলপ গহীন। কিন্তু কাপোৰ-কানিত আজি সি পৰিপাটিয়েই। এটা বগা কামিজ– পৰিষ্কাৰ, ধুতিখনো চাফা। ভৱই তাৰ ফালে চালে।

"মই কিতাপ-চিতাপ বৰ নপঢ়োঁ। তথাপি মোৰ মনত লাগিছে যে কবিবোৰে সঁচা কথাকে লিখে।"

"নপঢ়াকৈয়ে তই জানিলিনে?"

সুকুমাৰে একো নেমাতিলে। সি যেন বৰ ডাঙৰ কথা এটা আজি আঁতিগুৰি মাৰি ভাবিও শেষ কৰিব পৰা নাই।

ভৱই খিৰিকীৰ ওলমি থকা পৰ্দাখন তুলি দিলে। বাহিৰৰ কেঁচা জগতখন সিহঁতৰ চকুৰ আগত ওপঙি উঠিল। খিৰিকীয়েদি ঘৰৰ চাললৈ বগোৱা লতা জোপাৰ কেইখিলামান পাত বতাহত এনেয়ে কঁপিল।

ভৱ আৰু সুকুমাৰ দুয়ো বাহিৰলৈ চালে। আজাদ আৰু থমাছ দুয়োকো অহা দেখিলে। ভৱই সুকুমাৰৰ মুখলৈ ঘূৰি চালে আৰু হাঁহি ক'লে– "ৰবি, আজাদহঁত আহিছে। সিহঁতে কথাটো তোক বুজাই দিব পাৰিব।" ভৱ সিটো কোঠালৈ গ'ল।

সুকুমাৰ মনে মনে বহি থাকিল। সি নিজেই বুজিব নোৱাৰাকৈ অনুভৱ কৰিলে যেন তাৰ ভিতৰত এটা গম ধৰিব নোৱাৰা পৰিৱৰ্তন হৈছে। কিন্তু কিয় হৈছে, সি একো ঠিক কৰিব পৰা নাই। কিবা এটা আগে অনুভৱ নকৰা অভাৱে যেন তাৰ ভিতৰখনত এটা ডাঙৰ সুৰুঙা কৰি দিছে। সি আশা নকৰাকৈয়ে, এবাৰ তাৰ চকুৰ আগত অভাৰচিয়াৰৰ জীয়েকৰ মুখখনৰ ছবিটো ভাহি উঠিল। সেই ছোৱালীজনীয়ে তালৈ চিঠিবোৰ লিখিলে, সেই সকলোবোৰ জানো মিছা? – একেবাৰেই মিছানে?

সি মেজৰ ওপৰত পৰি থকা কিতাপ এখন চকুৰ আগলৈ দাঙি লৈ একেথৰে চকুৰ আগত ধৰি থাকিল। ভৱ তেতিয়াও সিটো কোঠাত।

আৰু দুই-এজনী ছোৱালীৰ কথা তাৰ মনলৈ আহিল– তন্দ্ৰা, ৰেণু, জয়পুৰ বাগানৰ কাঞ্চন আৰু সেই চেতনা –"

সি নিজৰ ওচৰতে অলপ অশান্তি অনুভৱ কৰিলে। তাৰ মনত পৰিল, কোনো দিনে সি এনেকৈ বহি কোনো ছোৱালীৰ কথা ভৱা নাই। আজি তাৰ ছোৱালীবোৰৰ কথাই বাৰে বাৰে মনলৈ আহিছে।

জোৰ কৰি সি চেতনাৰ কথা নাভাবিবলৈ চেষ্টা কৰিলে। চেতনা এটা পুৰণি কিতাপৰ এখিলা ফটা পাত, একো লিখা নাই।

কোনোবা শুক্লপক্ষৰ এটা চুটি ৰাতি– তৰাৰ অকণো পোহৰ নাই– একো নাই– সুকুমাৰে ভাবিবৰ চেষ্টা কৰিলে : চেতনা বহুত দিনৰ আগতে খিৰিকীত বগোৱা এজোপা লতা– খিৰিকীৰ লতা জোপাৰ ফালে চাই সুকুমাৰে ভাবিলে। আৰু বৰ কষ্টেৰে নিজকে চেতনাৰ ভাবনাৰ পৰা একৰাই আনিবৰ চেষ্টা কৰিলে।

আজাদ আৰু থমাছ সোমাই আহিল।

"ভৱ– অ' তয়ো ইয়াতে আছ?" সুকুমাৰক দেখি আজাদে ক'লে।

সুকুমাৰ বহি থকা চকীখনৰ পৰা উঠি ভৱৰ বিছনাখনৰ ওপৰলৈ আহিল। ভিতৰৰ পৰা আহি ভৱও বহিলহি।

"ই কবিতা লিখিবলৈ আহিছে –" ভৱই ক'লে।

"কোনে?"

ভৱাই সুকুমাৰলৈ দেখুৱালে।

"সুকুমাৰে? অ' সি পাৰিব।"

সুকুমাৰে একো নেমাতিলে।

"ক'ৰবাত প্ৰেমত পৰিলি নেকি অ'?" থমাছে ক'লে।

আচৰিত হোৱাৰ দৰে সুকুমাৰে থমাছৰ মুখলৈ চালে। সি যেন কিবা এটা বুজিবৰ চেষ্টা কৰিলে। প্ৰেমত পৰা, এজনী ছোৱালীৰ অভাৱত বুকুৰ ভিতৰত শূন্য অনুভৱ কৰাটোৱেই প্ৰেম নেকি?

সুকুমাৰে হাঁহি দিলে, প্ৰেমত পৰা কথাটোৱেই যেন কি হাঁহি উঠা! মতা মানুহো আকৌ প্ৰেমত পৰে?

সুকুমাৰে ক'লে– "হুঁহ্ প্ৰেমত পৰা! কবিতা লিখিব নেজানিলেও প্ৰেমত পৰে!"

'অ' সেইটো দুখ। হে'ৰ কোনো চিন্তা নকৰিবি। তই প্ৰেমত পৰ– মই কবিতা লিখি দিম। তহঁতৰ প্ৰতিটো উশাহৰ কাৰণে এটাকৈ কবিতা, বুজিলি?"

আটাইকেউটাই হাঁহিলে।

পুৰণি কামিজটোৰ মলিয়ন কলাৰটো ঠিক কৰি আজাদে ক'লে, "হেৰ' লাজ লগা উচিত। আমাৰ এই ল-সা-গুবোৰৰ আকৌ প্ৰেম – কবিতা– দূৰৰ্। প্ৰেম মানে মটৰ গাড়ী, প্ৰেম মানে বেঙ্ক বেলেঞ্চ, প্ৰেম মানে ইডেন গাৰ্ডেন। ল-সা-গুৰ আকৌ প্ৰেম! এমুঠি ভাতৰ কাৰণে যি শুই শুই সপোন দেখিব লাগে, এবেগেত কাপোৰৰ কাৰণে যি বহি বহি সপোন দেখিব লাগে, এপালি ঔষধৰ কাৰণে যি ঢাৰি-পাটীত পৰি বেদনাত চটফটাব লাগে, তাৰ আকৌ প্ৰেম! যিখন দেশত সন্তান-সন্ততি হ'লে, খুৱাব নোৱাৰা হোৱাৰ ভয়ত বিবাহিতা স্বামী-স্ত্ৰী ইটোৱে সিটোৰ পৰা আঁতৰি থাকে, অৰ্থনীতিবিদে জনসংখ্যা কমাবৰ কাৰণে আলোচনাগাৰত বহি গৱেষণা কৰি মূৰৰ চুলি পকায়, দেশৰ অন্ন-বস্ত্ৰ, অৰ্থনৈতিক সমস্যা সমাধানৰ কাৰণে যিখন দেশত কৃত্ৰিম ঔষধৰ সহায়ত জন্মনিয়ন্ত্ৰণ কৰিবৰ ভয়াবহ পন্থা অৱলম্বন নকৰিলে নচলে, তাত আকৌ প্ৰেম, তাত আকৌ কবিতা! আই, ভাই, ভনী লাজ ঢাকিবলৈ য'ত একোটা পুৰুষে জীৱন পাত কৰিব লাগে, তাত আকৌ ভালপোৱা– তাত আকৌ কবিতাৰ সপোন!" আজাদে বিদ্ৰূপৰ সুৰত ক'লে।

"তোৰ কথাবোৰ যি দৰে সঁচা, সকলো মানুহ এদিনলৈ হ'লেও প্ৰেমত পৰাটোও ঠিক তেনেকৈয়ে সঁচা। ভাত-কাপোৰৰ অভাৱৰ মাজে মাজে, দুখ-দাৰিদ্ৰ্যৰ করুণতাৰ মাজে মাজে মানুহৰ কাৰাৰুদ্ধ প্ৰাণে, একণি মুক্তি বিচাৰে, একণি শান্তি বিচাৰে, এছাটি মুকলি বতাহ বিচাৰে, মৰমৰ এচেৰেঙা পোহৰ বিচাৰে। প্ৰেমতো সকলোৰে কাৰণে বিলাসীতা নহয়, ই জীয়াই থকাৰ এটা অৱলম্বন। বন্ধ থাকিও মানুহে মুক্তি বিচাৰে, কাৰাৰুদ্ধ থাকিও মানুহৰ প্ৰাণে বিস্তাৰ বিচাৰে। এই নিৰ্মম

শুকান পৃথিৱীখনৰ নিৰ্মমতাৰ প্ৰাচিৰ ভেদি মানুহে মৰমৰ কোমল ফুলনি বিচাৰে। সেয়ে প্ৰেম– সেয়ে কবিতা!" ভৱই ক'লে।

"কিন্তু প্ৰেম যে ছোৱালীৰ লগতহে কৰিব লাগে, সেই আইনটো কোনে পাছ কৰি দিলে? মানুহে গাভৰু ছোৱালীৰ ওচৰলৈ নগৈ কুলী-মজদুৰৰ মাজত গৈয়োতো মুক্তি বিচাৰি ল'ব পাৰে। অভাৱগ্ৰস্তৰ, দৰিদ্ৰৰ মুখত এটোপা পানী দি, এমুঠি চাউল দিওতো, সিহঁতৰ শুকান ওঁঠৰ ভক্তিভৰা করুণ হাঁহিৰ কৃতজ্ঞতাৰ পোহৰত স্বৰ্গৰ বাট বিচাৰি পাব পাৰে। নিষ্পেষিতৰ চকুৰ এটোপা চকুলোত, শ শ প্ৰেমিক-প্ৰেমিকা উটি যাব, যদি এই নিপীড়িত দলৰ প্ৰাণৰ মাজত সোমাই সিহঁতক আমি বিচাৰি ল'ব জানো। সি প্ৰেমে এহাল ডেকা-গাভৰুৰ কাৰণে যাথোন দুদিনীয়া এখন স্বৰ্গ ৰচনা কৰি যাব পাৰে, সিয়ে জানো প্ৰেম?"

কথাবোৰ আজাদে উষ্ণতা সানি কৈ গৈছিল।

"প্ৰেমে যদি সঁচাকৈয়ে স্বৰ্গ ৰচনা কৰে, তেন্তে সেই স্বৰ্গ হ'ব লাগিব তোৰ, মোৰ, সকলোৰে। দেশ নাই, জাতি নাই, সমাজ নাই, বুঢ়া নাই, ডেকা নাই– এনেকুৱা যি প্ৰেম, এনেকুৱা যি মুক্তি, মানুহক লাগে সেই প্ৰেম– মই তোক ভাল পাওঁ, তই মোক ভাল পাব, সকলোৱে সকলোকে ভাল পায়। মই তোৰ কাৰণে, তই মোৰ কাৰণে, সকলো সকলোৰে কাৰণে– আমাক লাগে এই উদাৰতা। তই যেতিয়া হাঁহ, ময়ো হাঁহিব পাৰিব লাগিব– গোটেই জগতে হাঁহিব পাৰিব লাগিব। সেয়েতো আনন্দ –।"

ভৱ, সুকুমাৰ আৰু ধমাছ তিনিওটাই আজাদৰ মুখলৈ চাই আছিল। আজাদ যেন সেই বহল প্ৰেমৰ সপোনটোৰ মাজত উটি উটি কোনোবাখিনি পাইছিলগৈ, ভৱই তাক ঘূৰাই আনিলে।

"চা আজাদ, তই আজি দৰিদ্ৰৰ সেৱাত, কুলী-মজদুৰৰ সেৱাত ঘৰৰ পৰা বাহিৰ ওলাই গোটেইখনতে ঘূৰি ফুৰিছ। বহুত নতুন মানুহৰ লগত, বহুত নতুন ঠাইৰ লগত চিনাকি হৈছ; বহুত নতুন ঘৰৰ লগত চিনাকি হৈ বহুত ৰাতি কটাইছ। কিন্তু তাতে জানো চিৰদিনৰ কাৰণে থাকি যোৱাৰ কথা কেতিয়াবা ভাবিছ? কাম শেষ হ'লেই তোৰ কাৰ্যক্ষেত্ৰ এৰি তই লৰ দিয় তোৰ ঘৰলৈ। তই ক'বই নোৱাৰ কিয় ঘৰলৈকে যাব, তাৰ পৰা তোৰ ভগা ঘৰটোলৈকে বাৰে বাৰে ঘূৰি আহ। আমাৰ যোৱা ঠাই বহুত, কিন্তু ঘূৰি অহাৰ ঠাই সেই একে ডোখৰেই, আমাৰ ঘৰটো। কিয় বাৰু আমি পৃথিৱীৰ ইমান ধুনীয়া ঠাইবোৰ এৰি আমাৰ ভগা পঁজাটোলৈ ঘূৰি আহো বাৰে বাৰে ক'চোন–" ভৱই ক'লে।

"সেইটো যে আমাৰ ঘৰ –"

"ওঁ আমাৰ ঘৰ কাৰণে; কিয় কুলী-বস্তিৰ কাৰোবাৰ ঘৰ এটা তোৰ নিজৰ ঘৰ বুলি তাতে পৰি থাকিব নোৱাৰ কিয়?"

আজাদইঁতে ভৱৰ কথাষাৰ শেষলৈকে শুনিবৰ কাৰণে তাৰ মুখৰ ফালে চাই থাকিল।

"আমি ক'ব নোৱাৰো— আমি বুজিব নোৱাৰো", ভৱই কৈ গ'ল।

"যিমানেই চালে উকখা হওক, যিমানেই বেৰা ভগা হওক, নিজৰ ঘৰ বোলা ঘৰটোক পৃথিৱীৰ আন সকলো ঘৰতকৈ আমি বেছি ভাল পাও। তাৰ কাৰণে আমাৰ এটা মায়া, এটা আকৰ্ষণ, এটা উদ্বেগ লাগি আছে। মোৰ ঘৰৰ চোতালৰ কেঞ্চাবন জোপা, অন্য ঠাইৰ ৰাজ উদ্যানতকৈও মোৰ কাৰণে বেছি আপোন। মোৰ খেৰৰ জুপুৰিটো পৃথিৱীৰ সকলো ৰাজঅট্টালিকাতকৈ বেছি ধুনীয়া। ইয়াৰ মজিয়াৰ প্ৰতি ধূলিকণা মোৰ চিনাকি, মোৰ আপোন, মোৰ মৰমৰ —"

"হয় পিছে কি হ'ল?" থমাছে ক'লে।

"একো হোৱা নাই। ইয়াৰ নামেই প্ৰেম।"

"প্ৰেম! কিয়ৰ নাম প্ৰেম?"

"এই যে পৃথিৱীৰ সকলো ঠাইতকৈ এডোখৰ ঠাইক আমি বেছি ভাল পাও, সকলো ঘৰতকৈ এটা ঘৰক বেছি আপোন বুলি ভাবো, সকলো ঘৰৰ মায়া এৰি এটা ঘৰৰ মজিয়ালে লৰি আহোঁ, তাৰ নামেই প্ৰেম। পৃথিৱীৰ সকলো মানুহক আমি ভাই বুলিব পাৰো, সকলো ছোৱালীক ভনী বুলিব পাৰো, কিন্তু এজনীত বাদে অন্যক প্ৰিয়া বুলিব নোৱাৰো, কোনোবা এজনৰ বাদে অন্যক সকলো কথা কৈ দিব নোৱাৰো, এজনীৰ বাদে আন সকলোৰে হাতত নিজক সঁপি দিব নোৱাৰো।"

"সেইটো আমাৰ মনৰ সংকীৰ্ণতা —" আজাদে ক'লে।

"সংকীৰ্ণতা নহয়, সেইটো আমাৰ স্বভাৱ। সেইটো আমাৰ প্ৰকৃতি। আমি যিমানেই দানী হও, তথাপি অলপ কিৰ্পিণ হৈ ভাল পাও। যিমানেই উদাৰ, মুক্ত হও, অলপ নিজক গোপন কৰি, অলপ সংকীৰ্ণ কৰি আমি তৃপ্তি পাও। আমাৰ ধন, সোণ, হীৰা, মাণিক সকলো আমি সকলোকে সমানে ভগাই দিব পাৰো, কিন্তু আমাৰ হিয়াখন আমি সকলোকে দিব নোৱাৰো, মৰম দিব পাৰো, কিন্তু প্ৰেম— সি মাথোন এজনৰ কাৰণে।"

"স্বাৰ্থপৰতা," আজাদে ক'লে, "এজনক দিব পাৰো, আৰু সকলোকে দিব নোৱাৰো— ই সংকীৰ্ণ স্বাৰ্থপৰতা নহয় আৰু কি? হয়তো আমি তেনে উদাৰ বহল প্ৰেমৰ কথা ভাবিবলৈ শিকা নাই। কিন্তু যিদিনা আমি শিকিম, সিদিনা আমাৰ প্ৰাণৰ ভালপোৱা দি আমি পৃথিৱীৰ সকলো মানুহক বুকুৰ আপোন কৰি ল'ব পাৰিম। সেইদিনা আজি আমি অস্বাভাৱিক বুলি ভবা এই কথাষাৰ সহজ হৈ পৰিব। আমি এজনক দিব খোজা প্ৰেম সহস্ৰজনক বিলাই দিম। সি হ'ব প্ৰতি মানুহৰ কৰ্তব্য —"

"হাস্পতালৰ নাৰ্চে ৰোগীক শুশ্ৰূষা কৰে, ৰোগীক মৰম কৰে, সেইটো নাৰ্চৰ কৰ্তব্য। কিন্তু মাকে যে সন্তানৰ শুশ্ৰূষা কৰে, সেইটো স্বভাৱজ, আৰু এই

স্বভাৱজটোৰেই প্ৰেম– আচল প্ৰেম। কৰ্তব্যৰ খাতিৰত প্ৰেম সৃষ্টি নহয়, প্ৰেম জন্মে প্ৰাণৰ অনুৰোধত।" ভৱই ক'লে।

"এইটো কিন্তু তই ভাল কথা কলি দেই ভৱ"– গহীন হৈ সুকুমাৰে ক'লে। তাৰ মাতটোৰ দাৰ্শনিক গহীনতাত আটাইকেউটাই হাঁহি দিলে।

"এই, ভোক লাগিছে। এতিয়া প্ৰেম থ। আচল কথাটো পাহৰি কি প্ৰেমত লাগিলি!" থমাছে আজাদলৈ চাই ক'লে।

"সদায় আচল কথাকে লৈ ঘূৰি ফুৰিলে আমি মেচিন হৈ যাম বুজিছ থমাছ – " ভৱই ক'লে।

"আচল কথা এৰি নকল কথা লৈ ফুৰিলে আমি যে সকলো কবি হৈ যাম।" থমাছে ক'লে।

"আচল-নকল দুয়োটাকে লৈয়েতো আমাৰ জীৱন। হিটলাৰে চিনেমা চায়। চিনেমা চোৱা হিটলাৰটোক তই হিটলাৰ নুবুলিবিনে? মানুহ, কেৰাণীৰ কল ডালৰ দৰে সদায় পোন নহয় বুজিছ– ওমৰ খায়াম পঢ়ি থাকোতেও মানুহৰ দাঁত পোকৰ বিষে ধৰে। এই আজাদেই দেখোন, মিটিং কৰে, বক্তৃতা দিয়ে, দাৰ্শনিক কথা কয় আৰু আকৌ ভোক লাগিলে ভাত খাবলৈ লৰ ধৰে।" ভৱই ক'লে।

"এতিয়াও পিছে সেইটোৰেই হ'ব যেন দেখিছো। মোৰো ভোক লাগিছে দেই –" আজাদে ক'লে।

"পিছে এটা কথা ক'ব পাৰনে নাই –?"

থমাছ তামোল বিচাৰি ভৱহঁতৰ ভিতৰলৈ গ'ল। সুকুমাৰ আৰু ভৱই তাৰ মুখলৈ চালে।

"হামিদ মহৰীয়ে –"

"অ', মই ক'ব পাৰো –" সুকুমাৰে ক'লে।

"কি ক'ব পাৰ?"

"কুলীয়নী ৰখাৰ কথা কোৱা নাই জানো?"

"অ' তাকে কৈছো। তাৰ ঘৈণীয়েক, মাক, ভনীয়েক সকলোকে এৰি সি বাগিচাত কুলীয়নী ৰাখিছে। ইয়াৰ কিবা এটা কৰিব লাগিল।"

"সি নিশ্চয় প্ৰেমত পৰিল –" হাঁহি ভৱই ক'লে।

"ধেমালি নকৰিবি ভৱ। ইপিনে মাকৰ বেমাৰ, ঘৈণীয়েকহঁতৰ খোৱা-পিন্ধাৰ বিচাৰ নাই, সিপিনে সি বাগিচাত কুলীয়নীৰ কাৰণে নিতৌ নতুন শাৰী, নতুন তেল, ফণি, কিনিব লাগিছে।"

"এড্‌মাণ্ডে মৰে গৈছিলোঁ নহয়, তেতিয়াই আমি কথাটো গম পাইছিলোঁ। মইতো তেতিয়াই তাক পিটি ঠিক কৰি দিওঁ বুলিছিলো। এড্‌মাণ্ডে নিদিলে –" সুকুমাৰে ক'লে।

"এতিয়া পিছে কি কৰিবি?" ভৱই সুধিলে।

"হামিদক লগ ধৰি ভালকৈ বুজাই কোৱা যাওক যে হয় সি কুলীয়নীক বিধিমতে বিয়া কৰাওক, নহয় তাইক আৱশ্যক খৰচপাতি দি এৰি দিয়ক আৰু তাৰ নিজৰ পৰিয়াললৈ চকু দিয়ক –"

"যদি সি নেমানে?"

"নেমানিলে ঘৈণীয়েকৰ হতুৱাই তাৰ ওপৰত মোকৰ্দমা কৰাব লাগিব।"

"কৰিব জানো?"

"নকৰিব কিয়? সি যদি ইমান ডাঙৰ এটা অন্যায় কৰিব পাৰে, ঘৈণীয়েকে নোৱাৰিব কিয়?"

"আমাৰ দেশৰ তিৰোতাবোৰৰ প্ৰাণ বৰ অন্য ৰকমৰ আজাদ। গিৰিয়েকৰ শত অবিচাৰক সিহঁতে ক্ষমাহি কৰে এনে নহয়, তাক আকৌ নিজৰ মৰমৰ প্ৰলেপ দি ঢাকিও ৰাখে। নাৰী জাতিৰ প্ৰাণটো বিধাতাই কিহেৰে গঢ়িলে বুজা টান –" ভৱই ক'লে।

"বৰফেৰে গঢ়িলে বুজিছ– জুই দিলে গলি যায়, গ'লে আকৌ চল পালে জুই কুৰাকে নুমাই পেলায় –" থমাছে ক'লে।

"এটা কাম কৰিলে কেনে হয়? তাৰ ঘৈণীয়েক, ভনীয়েক, মাক সকলোকে বাগিচালৈ পঠিয়াই দিয়া যাওক। সিহঁত আচম্বিতে গৈ তাৰ ঘৰত ওলাওক গৈ। চোৱা যাওক সি কি কৰে। চাব লাগিব এটা কথা যাতে তাৰ ঘৈণীয়েকৰ মান-সম্মান আৰু ভৱিষ্যৎ ৰক্ষা পৰে। আৰু বৰ্তমান সি ৰখা কুলী ছোৱালীজনীৰো মান-সম্মাম আৰু ভৱিষ্যৎ ৰক্ষা পৰে, অন্যায় যাতে হ'ব নোৱাৰে।"

"কিন্তু তাৰ শাস্তি –?" সুকুমাৰে সুধিলে।

"শাস্তিৰে নহয়। শাস্তিৰে তাক তাৰ ভুলৰ পৰা একবাহি আনিলে সি তাৰ ভুলটোৰ কথা হৃদয়ঙ্গম কৰিব নোৱাৰিব। কাৰণ তেতিয়া তাৰ শাস্তি বিহোতাবোৰৰ ওপৰত এটা আক্ৰোশ, এটা অভিমান থাকি যাব। তাৰ নিজৰ ভুলটোক সি সমৰ্থন কৰাৰ প্ৰয়াসহে পাব। গতিকে তাক তাৰ ভুলটো বুজাই দি তাক ক্ষমা কৰিব লাগিব। সেইটোৱেই আচল শাস্তি।"

"সত্যযুগ বুলি ভাবিছ নেকি? তাক ক্ষমা কৰা মানে তাক উৎসাহিত কৰা।"

"সত্যযুগ এটা বেলেগে কৰ'বাত নাই। সত্যক যেয়ে য'তে যেতিয়াই অনুমোদন কৰে, স্বীকাৰ কৰে, শ্ৰদ্ধা কৰে, জীৱনৰ নিত্য অৱলম্বন কৰি লয়, তেতিয়াই তাতে সত্যযুগ হয়। পাঁচ হেজাৰ বছৰ নিজীলেও আজি পঞ্চাশ বছৰীয়া মানুহেই সত্যযুগ আনিব পাৰিব, যদি সত্য আমাৰ আদৰ্শ হয়। সত্যযুগ কালৰ ইতিহাসত নাই, সি মানুহৰ মানৱতাৰ ইতিহাসত আছে। – সত্যযুগ আছে মানৱমনৰ সচেতন পূৰ্ণ বিকাশৰ অন্তৰত। সেই যুগৰ প্ৰথম মুহূৰ্ত আমাৰ নিঃশ্বাসৰ প্ৰথম স্পন্দনতে জাগি উঠিব।"

ভৱই কিবা ক'ব খুজিছিল। পিয়নটো আহি এখন চিঠি দি গ'ল। আটাইকেউটাই চিঠিখনত বিশেষ মনোযোগ দিলে। আখৰ দেখিয়ে বুজিলে চিঠিখন এড্‌মাণ্ডৰ। আজি প্রায় দুসপ্তাহৰ আগতে এড্‌মাণ্ড অলপ দূৰলৈ আঁতৰি গৈছে– প্রচাৰৰ কামত। চিঠিখনৰ মূল্য আছিল।

এনভেলপটোৰ মূৰ এটা ফালি ভৱই চিঠিখন খুলিলে। চিঠিখন অলপ দীঘলীয়াই। ইতিমধ্যে দুখন নতুন স্কুল পতা হৈছে, কেইজনমান নতুনকৈ হোৱা ল-সা-গু সভ্যক লৈ এখন খনিকৰৰ বাঢ়েশাল পতা হৈছে। অন্যান্য সভ্যৰ দৰে ইয়াৰ সভ্যবিলাকেই প্রত্যেক দিনে দুঅনাকৈ জমা ৰাখিব। ক'তো বিশেষ প্রতিবন্ধক পোৱা নাই। আগেয়ে ৰেলৰ কাৰখানাত কাঠৰ কাম কৰা এজন পাঞ্জাবী মিস্ত্রীক সভ্য কৰা হৈছে, তেৱেঁই বর্তমান বাঢ়েশালৰ অধ্যক্ষ।

বিশেষ কথা– এজনী কলিতা ছোৱালীয়ে এটা জাৰজ সন্তানেৰে সৈতে সমাজচ্যুতা হৈ এতিয়া এড্‌মাণ্ডৰ ওচৰত সহায় বিচাৰিছে। সন্তানটোৰ বাপেক সেই ঠাইৰ এজন চহকী মানুহ– ছোৱালীজনীয়ে নাম কৈছে। এই ছোৱালীজনীৰ কোনো ব্যৱস্থা এড্‌মাণ্ডে এতিয়াও কৰিব পৰা নাই। গতিকে কি কৰিব উপায় লাগে। ছোৱালীজনীৰ বুঢ়ী মাক আছে আৰু কোনো নাই। ..."

ভৱই এড্‌মাণ্ডৰ চিঠিখন শেষ কৰি পঢ়িলে। আৰু কিবাকিবি কথা বহুত লিখিছে। ছোৱালীজনীৰ কিবা এটা দিহা কৰিব পাৰিলেই যে সি আহিব তাকো লিখিছে।

সুকুমাৰে ক'লে– "মোৰ কি মন যায় জান? খুব ওখ এটা ঘৰ সাজি তাৰ ওপৰত এই অচ্যুতবোৰক তুলিব লাগে আৰু তাৰ তলত চাৰিওফালে সমাজৰ মানুহবোৰ গোটাই লৈ তাইক খুব কোবাব লাগে। কোবাওতে, কোবাওতে যেতিয়া গা ফাটি তেজ ওলাব, তেতিয়া সেই তেজবোৰ নি তলত গোট খোৱা মানুহবোৰৰ কপালত একোটা ফোঁট দিব লাগে, আৰু সিহঁতক ক'ব লাগে– "চোৱা, এই অচ্যুতা পতিতাৰ তেজ সমাজৰ কপালৰ তিলক। সিহঁতৰ দেহাৰ ৰঙা তেজ দি সিহঁতে তোমালোকৰ শিৰৰ জলতিলক ৰচি দিছে।"

আজাদহঁতে তাৰ কথালৈ অকণো কাণ নিদি ক'লে– "এড্‌মাণ্ডলৈ লিখ যে সি সন্তানটোৰ সৈতে ছোৱালীজনী ইয়ালৈ লৈ আহক। তাৰ পিছত আন দিহা কৰা যাব।

"এনেকুৱা ছোৱালীৰেই দেখোন আমাৰ দেশ ভৰি আছে। এইবোৰ এনেকৈ গোটাবলৈ ল'লে ক'ত চলিব?" – ভৱই ক'লে।

"চলিব, চলিব, নচলিব কিয়? এই হীন, দলিত, চ্যুত, দলক লৈয়ে সৃষ্টি হ'ব নতুন মানৱ সমাজ– নতুন মানৱ জাতি। ধর্ম, সংস্কাৰৰ কাৰাগাৰৰ পৰা যেদা খোৱা এই ধর্মহীন, সমাজহীন, জাতিহীন সংস্কৃতিহীন– অকৃত্রিম পতিত দলক লৈয়ে গঢ়ি উঠিব বর্ণহীন মানৱ জাতি। আজি যাৰ ভৰিৰ খোজ পৰিলে, সমাজৰ বাজআলি চুৱা যায়, সিহঁতৰে ভৰিৰ খোজ বিচাৰি এদিন সমাজে বাট বুলিব। ইহঁতেই ৰচনা কৰিব পৃথিৱীৰ ভৱিষ্যৎ ধর্মপুথি– বুকুৰ তেজেৰে সিহঁতে ভৱিষ্যতৰ বুকুলৈ এৰি যাব

মানৱতাৰ সংহিতা। তাত শিৱও নাই, সুন্দৰো নাই– তাত মাথোন থাকিব সত্য। কৃত্রিম নৈষ্ঠিকতাৰ মুখা দলিয়াই পেলাই এদিন শুচি সমাজ দুবাহু মেলি লবি আহি, এই অশুচি দলক সাবটি ল'ব আৰু জগতক চিঞৰি ক'ব– "নিপীড়িতৰ হুমুনিয়াহ দি ৰচা এই নতুন জগত– সর্বহাৰাৰ এই অপূর্ব স্বর্গ, ইয়াৰ কাৰণেহে বিশ্ব মানৱৰ ক্ষুধিত আশা জাগি উঠিছিল– মুক্তি বিচাৰি, শক্তি বিচাৰি।"

সুকুমাৰে ক'লে, "বেয়া মানুহে কেতিয়াও এখন ভাল পৃথিৱী ৰচিব নোৱাৰে।"

আজাদৰ বক্তৃতা শেষ হ'বলৈ নেপালে। থমাছ বহাৰ পৰা উঠিল আৰু ক'লে, "থ এতিয়া তোৰ কাব্য। ইয়াতকৈ তোৰ থিয়েটাৰৰ পার্টটোকে মুখস্থ কৰ হেৰ'। ভালকৈ কৰিব পাৰিলে বহুত হাত চাপৰি পাবি। ভাগ্যক্রমে যদি ছোৱালীবোৰ আহে, তইতো দাঁৱেই মাৰি দিলি।"

আজাদ বন্ধ হ'ল।

"হামিদৰ তেনেহ'লে –?"

"সেটোৱেই, ব'ল। তাৰ কাৰণে কোনো চিন্তা নাই! সিওতো আমাৰ দৰেই এটা ল-সা-গু –।"

আজাদ আৰু থমাছ উঠিল। সুকুমাৰো লগতে থিয় হ'ল।

আজাদৰ জ্বৰ আৰু গাৰ বিষ। কেইবাদিনো দিনে-ৰাতিয়ে নানান কামত ঘূৰি ফুৰাৰ কাৰণে আজাদৰ অসুখ। প্রথমতে গাত যথেষ্ট জ্বৰেৰেই সি ঘূৰি ফুৰিছিল। তাৰ পিছত নোৱাৰা হ'লত বিছনাৰ আশ্রয় ল'লে। হৰিজন পট্টিত গ্রহণী বেমাৰ হৈছিল। হাদি, আজাদ, সুকুমাৰ, তন্দ্রা সকলো মেটোৰপট্টিৰ কামত লাগিল। চৰকাৰী ডাক্তৰ পোৱা গ'ল, কিন্তু ৰোগীৰ নার্চ কৰোতা তেনে কোনো মানুহ নাই, আজাদেই পট্টিৰ দুই-চাৰিটা মেটোৰৰ সহায় লৈ সিহঁতৰ শুশ্রূষাত লাগিল। বেছি বিয়পিবলৈ নেপালে। তথাপি তিনিটা মৰিল, সিহঁতক বচাব নোৱাৰিলে।

আজাদহঁতৰ পৰিকল্পনা যে থিয়েটাৰ বুলি বনুৱাবিলাকক একেঠাই কৰিব আৰু লগে লগে ওচৰা-উচৰিকৈ থকা ছখন চাহ বাগিচাৰ বনুৱাবিলাকক লৈ সিহঁতৰ সমস্যা সম্পর্কে আলোচনা কৰিবৰ কাৰণে এখন সভাও পাতিব আৰু পাৰিলে এখন বনুৱা সঙ্ঘও স্থায়ী ভিত্তিত গঠন কৰিব। অৱশ্যে সভাখনৰ সম্পৰ্কে কাকো মুকলিকৈ জনোৱা হোৱা নাই।

ইপিনে, থিয়েটাৰৰ দিন ওচৰ চাপি আহিল। সুকুমাৰ আৰু এড্‌মাণ্ড ষ্টেজ আদিৰ সুবিধা কৰিবৰ কাৰণে বাগিচালৈ গ'ল।

বৰ বেছি খাটনিৰ ফলত আৰু নিজৰ স্বাস্থ্যৰ প্ৰতি অসাৱধানতাৰ কাৰণে আজাদ বেমাৰত পৰিল। অৱশ্যে গ্ৰহণীৰ নহয়, জ্বৰ-কাহ। চেঁচা লাগিয়ে কিজানি হ'ল। দিনটোত পাৰিলে ভন্নহঁতে একোবাৰ তাৰ খবৰ লৈ যায়হি। কিন্তু বেছিপৰ তাৰ কাষত বহি থাকিবলৈ নাপায়। সিয়ে সিহঁতক, সিহঁতৰ কামলৈ খেদি পঠায়। এই সময়ত ইপিনে এপিডেমিকৰ প্ৰাদুৰ্ভাৱ, আনহাতে ফাৰ্মৰ কামো হৈছে সৰহ।

থিয়েটাৰখনো পতাৰ যো-জা চলিছে। ইপিনে, দুই-এখন বাগিচাত কোনো কোনো কূটবুদ্ধি কৰ্মচাৰীৰ কুমন্ত্ৰণাত বাগিচাৰ গৰাকীহঁতে, ল-সা-গু সঙ্ঘৰ পতা স্কুলবোৰ সন্দেহৰ চকুৰে চাব ধৰিছে। গতিকে সকলো হাতে-কামে নেলাগিলে নচলে। বুঢ়া নিজেও এইকেইদিন প্ৰায় গোটেই দিনটো ফাৰ্মৰ বনুৱাবোৰৰ লগতে থাকে।

আজাদৰ জ্বৰ। ডাক্তৰ আহি চাই-মেলি গ'ল। ঔষধ-পথ্যৰো বিধান কৰি দিলে। আজাদক কিন্তু ঔষধ খুৱাবৰ কাৰণে এখন সৰু সুৰা যুদ্ধ নকৰিলে নচলে। খুৱাব পাৰে একমাত্ৰ বৌৱেকে। এই সময়তে মাজু ককায়েক আৰু বৌৱেকো আহি আছেহি—ডেৰমাহৰ ছুটী।

ঔষধে কিন্তু বিশেষ কাম দিয়া নাই। আজাদৰ জ্বৰ কমা নাই। লগে লগে বুকুৰ বিষ।

এক মুহূৰ্ত অকলশৰীয়া হ'লেই আজাদে চিঞৰ-বাখৰ লগায়— প্ৰায় কান্দিয়ে উঠে। তাৰ পিছত আৰম্ভ হয় বক্তৃতা। মূৰ শিতানত বহি নাজ্‌মাই তাক বিচি থাকে। সি চকু দুটা মুদি কিছুপৰ মনে মনে থাকে। তাৰ পিছত হঠাৎ কিবা এটা মনত পৰাৰ দৰে চকু দুটা ডাঙৰকৈ মেলি দিয়ে, আৰু ডিঙিটো বেঁকা কৰি বৌৱেকৰ মুখলৈ চায় ঃ

"মোৰ টোপনি আহিছিল নেকি বৌ?" তাৰ কঁপা মাতটোত জোৰ দি সি বৌৱেকক সোধে।

নাজ্‌মাৰ ধুনীয়া সৰু ওঁঠ দুটাত এটা মৰম-সনা পাতল হাঁহি বিৰিঙি উঠে।

"সপোন দেখিছিলানে নাই বাৰু?" নাজ্‌মাই কয় আৰু তাৰ কপালত হাত দি জ্বৰটো চায়।

অলপ পৰ সি একো নেমাতে। তাৰ জ্বৰত তপত হোৱা মূৰটো একেথৰে বিচি থাকে।

"মিনতি আহিছিল নেকি বৌ?" লাহে লাহে সি সুধিলে।

"মিনতি? ক'তা? মিনতিনো আমাৰ ঘৰলৈ কোন দিনা আহিছে?"

আজাদে একো নেমাতিলে। সি যেন বেয়া পালে।

"তুমি মোৰ মূৰটো বিচি দিয়াচোন বৌ"— অলপ চট্‌ফট্ কৰি সি কয়।

"বিচিয়েই আছো দেখোন —" বিচনীখন বেছি জোৰেৰে মাৰি নাজ্‌মাই কয়।

আকৌ আজাদ মনে মনে পৰি থাকে।

মীনাহঁতে মাজু বৌৱেকৰ লগ লাগি ভাত-পানী বান্ধে। জুলুৱে সিটো কোঠাত বহি চিঞৰি চিঞৰি তাৰ কিতাপ পঢ়ে। আহ্‌মদে একোবাৰ আহি তাৰ কপালত হাত দি জ্বৰ চাই যায়হি। মাথোন একেদৰে মূৰ শিতানত বহি বিচি থাকে বৌৱেক নাজ্‌মাই।

তেতিয়া ৰাতি প্ৰায় ন বাজিছে। তাৰ জ্বৰ কাৰণেই জুলুৰ বাহিৰে সকলো মনে মনে আছে। জুলুৱে মাথোন চিঞৰি চিঞৰি পঢ়িছে—

"তাতেনে সুখৰ ঠাঁই কোৱা মোক আই —

নহয় নহয় তাত ...”

আজাদে হাতখন মেলি নিজৰ বুকুৰ কাষত যেন কিবা এটা বিচাৰিলে।

“কি লাগে?” নাজ্‌মাই সুধিলে।

“এটোপা পানী খাম –” চক্‌মক্ খোৱাৰ দৰে আজাদে চকু দুটা মেলি দিলে।

নাজ্‌মাই কাষৰ মেজখনৰ পৰা এটা পিয়লাত অলপ পানী আজাদক দিলে। আজাদে খালে।

“মিনতি আমাৰ ঘৰলৈ এদিনো অহা নাই– নহয় নে বৌ?”

বৌৱেকে একো নামাতিলে। করুণা-বিহ্বল চকু দুটা আজাদৰ জ্বৰত ৰঙা মুখখনৰ ওপৰত ৰাখি মাথোন নাজ্‌মাই ভাবিলে– মিনতিৰ কথা আজাদে সুধিছে কিয়?

দুৱাৰমুখত কাৰোবাৰ মাত শুনি নাজ্‌মা বহাৰ পৰা উঠিল। আহ্‌মদৰ পিছে পিছে বকৰা আৰু আলম সোমাই আহিল। বকৰা আজাদৰ বুকুৰ কাষতে চকী এখন চপাই লৈ বহিল। আলম চকী থকা সত্ত্বেও আজাদৰ ভৰি পথানতে, বিছনাখনতে বহিল। নাজ্‌মা ভিতৰলৈ গুচি গ'ল।

“আজাদ –” বুঢ়াই মাতিলে।

আজাদে চকু মেলি চালে।

“ছাৰ, মেটোৰপট্টিলৈ গৈছিল নে? ৰাধাৰ বৰ টান আছিল– তাই জীয়াই আছেনে?”

“ৰাধা– অ' তাই নেবাচিল– কি কৰিবা!” দুখভৰা মাতেৰে বুঢ়াই ক'লে।

“নেবাচিল। এঃ তাইক বচাব লাগিছিল। তাইৰ জীয়াই থাকিবলৈ ইমান হেঁপাহ আছিল!” আজাদে ৰাধাৰ মৃত্যুৰ বাতৰি পাই বৰ আঘাত পালে।

“মই থকা হ'লে তাইক কেতিয়াও মৰিবলৈ নিদিওঁ –” চকু দুটা মুদি দি আজাদে ক'লে।

ৰাধা এজনী মেটোৰণী।

আকৌ আজাদ মনে মনে থাকিল।

“তুমি এতিয়া অলপ ভাল পাইছানে?”

“কিন্তু সিহঁতক চাওঁতা কোনো নাই, সিহঁতক কোনে দাৱাই দিব– কোনে চাগু দিব– কোনে মৰম কৰিব?” মুদা চকু দুটাৰে অৱশ মাতেৰে আজাদে কৈ গ'ল।

“হাদিহঁত লাগিয়ে আছে নহয়, তুমি কেলেই চিন্তা কৰিছা?”

আকৌ আজাদে চকু দুটা মেলি দিলে। সি দেখিলে তাৰ ভৰি পথানত আলম।

“অ' তুমি– তুমিও আহিছা? মোৰ একো টান হোৱা নাই। মোৰ দিচেন্ট্ৰী হোৱা নাই – সিহঁতৰ দিচেন্ট্ৰী – কলেৰা। মোক তালৈ লৈ যাব পাৰিবা আলম?”

আলমে মাথোন তাৰ মুখলৈ চালে– একো নেমাতিলে।

“জ্বৰ এৰিলে কাইলৈকে তুমি তালৈ যাব পাৰিবা?” বকৰাই ক'লে।

"কাইলৈকে। এৰা কাইলৈকে যাব লাগিব। সিহঁতে বাৰু মোৰ কথা সুধিছিল নে ছাৰ? কোনেও সোধা নাইনে –?" সিহঁতে মোক বিচৰা নাইনে?"

"সকলোৱে সুধিছে। সকলো আহিবলৈ ওলাইছিল– আমিহে ৰাখি আহিছোঁ।

"কেলেই ৰাখি আহিল? অহা হ'লে সিহঁতে মোক মৰম কৰিলেহেঁতেন।" সক ল'ৰা এটাৰ দৰে আজাদে ক'লে।

আলমে আজাদৰ ভৰিৰ তাপ চালে আৰু ক'লে– "জ্বৰ ভৰিলৈ নামিছে– এৰিব।"

"আমাৰ ফাৰ্মত এতিয়া কি ফুলিছে আলম, সৰিয়হ? ধনীয়া? মই যে বহুত দিন ফাৰ্মলৈ যোৱাই নাই।"

বকৰাই হাঁহিলে।

মীনা আহি সুধিলে– "এতিয়া কি খাবি কেকা?"

আজাদে মূৰ বেঁকা কৰি চালে।

"এই পিনে আহচোন মীনা –" মীনা আজাদৰ কাষ চাপি আহিল। চকুৰে দুৱাৰৰ ফালে দেখুৱাই আজাদে ক'লে– "সেয়া কোন আহিছে চা চোন –"

মীনাই দুৱাৰমুখত চাই আহিল – কোনো নাই।

"ক'তা, কোনো নাই –" মীনাই ক'লে।

"কোনো নাই– মই আকৌ কোনোবা অহা যেন শুনিছিলোঁ। মনে মনে, একেবাৰে চুপ্‌চাপ্‌, কোনোবা অহা নাইনে বাৰু?"

মীনাই মূৰ জোকাৰি ক'লে, "নাই অহা –"

বিমৰ্ষ মুখখনেৰে আজাদে আকৌ চকু মুদি দিলে।

আকৌ এবাৰ আজাদৰ জ্বৰ চাই, বকৰা আৰু আলম আজাদক মাত নলগোৱাকৈ লাহে লাহে ঘৰৰ পৰা ওলাই গ'ল।

দুৱাৰৰ সিপাৰে চটফটাই থকা নাজ্‌মা সোমাই আহিল।

মীনা আৰু নাজ্‌মা লগ লাগি, বহুত যত্ন কৰি তাক এপালি ঔষধ আৰু অলপ বাৰ্লি খুৱালে।

খোৱাৰ লগে লগে তাৰ আকৌ জ্বৰ বেছিকৈ উঠি আহিল। সি অচলভাৱে বিছনাখনত পৰি থাকিল। মাজু বৌৱেকেও আহি কপালত হাত দি একোবাৰ চাই গ'লহি।

ৰাতি চাৰে এঘাৰ। বাহিৰ জগত নিস্তব্ধ। ভাগৰুৱা জগতখন কোলাহলহীন নীৰৱতাৰ কোলাত অৱশভাৱে ভাগৰি পৰিছে।

আন্ধাৰৰ আঁহে আঁহে গন্ধহীন স্তব্ধতাৰ শান্ত বিস্তাৰ। অচঞ্চল তৰাবোৰে নীৰৱে বহি কোন মহা মৌনৰ যেন স্তৱ কৰিছে।

আজাদ অলপ ঘামিছে। জ্বৰটো কিন্তু কমা নাই। সেই তপত, পুৰি নিয়া পোৰণি, তাৰ পৰা অলপ আঁতৰত অতি কমকৈ জ্বলাই ৰখা সৰু টেবুল লেম্পটো।

তাৰ মূৰ শিতানত বহি বৌৱেক নাজ্‌মা। কপালৰ মুহূৰ্তে মুহূৰ্তে শুকাই যোৱা জলপতিখন তিয়াই দি দি আজাদৰ মূৰটো বিচি আছে। কাষৰে সিটো কোঠাত মীনা আৰু জুলুৰ টোপনি যোৱা নাকৰ উশাহ-নিশাহৰ শব্দ আহি কাণত পৰেহি।

দুৱাৰমুখত কাৰোবাৰ ভৰিৰ শব্দ শুনি নাজ্‌মাই এবাৰ ভালকৈ কাণ দিলে। কোনোবাই মাতিছে। অলপ ইতস্ততঃ কৰি কমি থকা লেমটো অলপ বঢ়াই দি নাজ্‌মা দুৱাৰৰ ওচৰলৈ আহিল।

দুৱাৰখন লাহেকৈ মেলি দেখিলে মিনতি, আৰু হাতত লণ্ঠন লৈ এটা ল'ৰা। মিনতিয়ে শোধা চাৱনিৰে, চকু দুটা তুলি নাজ্‌মাৰ মুখলৈ চালে।

"আহক –" সৰু মাতেৰে নাজ্‌মাই ক'লে আৰু মিনতিক ভিতৰলৈ লৈ আহিল। পদ্মনাথো আহিল।

চকীখন আজাদৰ পৰা অলপ আঁতৰাই নাজ্‌মাই মিনতিক বহিবলৈ দিলে। অলপ ওচৰ চপাই লৈ মিনতি আজাদৰ মুখৰ ওচৰতে বহিল। নাজ্‌মা লেমটো মেজৰ ওপৰত থৈ, পদ্মনাথৰ কাৰণে কিবা এটা বিচাৰি গ'ল। এটা মুঢ়া আনি পদ্মনাথক দিলে। পদ্ম বহিল।

মিনতিয়ে আজাদৰ কপালত হাত দিলে। জ্বৰৰ উত্তাপৰ মাজতো যেন আজাদে মিনতিৰ হাতখনৰ পৰশটো চিনি পালে। আজাদে লাহে লাহে চকু মেলি চালে।

"বৌ –"

"কি?" নাজ্‌মাই সুধিলে।

"দুটা লেম কেলেই জ্বলাইছা?"

মিনতিহঁতে অনা লেমটো পদ্মনাথে তেতিয়াও নুমুৱা নাছিল। নাজ্‌মাই সেই লেমটো কমাই দিলে।

অলপ সময় আজাদ মনে মনে থাকিল।

"দুৱাৰখন মাৰি থৈছা নেকি বৌ –?" সেহাই সেহাই সি সুধিলে।

"নাই মাৰি থোৱা, মেলিয়ে থৈছো। কি হ'ল– গৰম লাগিছে নেকি?"

"কিজানি আহিব, দুৱাৰখন বন্ধ নকৰিবা দেই বৌ –"

"কোন আহিব?" মিহি কোমল মাতটোৰে মিনতিয়ে সুধিলে।

মিনতিৰ মাতটো শুনি আজাদে ডিঙিটো বেঁকা কৰি ঘূৰি চালে।

"তুমি আহিলা? তুমি কেতিয়া আহিলা মিনি?"

"এথনিয়ে আহিলোঁ –?"

আজাদে মিনতিৰ ফালে কাতি হৈ শুলে। তাৰ কাম দেখি নাজ্‌মাই এটা শান্ত হাঁহি মাৰিলে।

আজাদৰ মুখৰ কাষতে মিনতি।

"মোৰ জ্বৰ হৈছিল; তুমি ক'ব পাৰা মিনি?" তাৰ জ্বৰ যেন বহুত দিনৰ আগতে হৈছিল! মিনতি আৰু নাজ্‌মা দুয়ো পাতলকৈ হাঁহিলে।

গালখনেৰে গাৰুটো চেপি ধৰি আজাদে ক'লে– "মই ভাবিছিলোঁ তুমি কিজানি আহিব নোৱাৰিবা। ৰাতিৰ আন্ধাৰ আছে, নগুলা আছে, জেওৰা-চকোৱা আছে, ইমানবোৰ পাৰ হৈ তুমি কেনেকৈ আহিবা? তুমি যে আহিলা –!"

তাৰ মাতটোত কঁপি উঠা তপত আনন্দৰ সুৰটোত মিনতিৰ চকুযোৰ সেমেকা যেন লাগিল।

মিনতিয়ে আকৌ তাৰ কপালত হাত দিলে। তেতিয়াও তাৰ যথেষ্ট বেছি জ্বৰ আছে।

"আছে নহয়নে?" নাজ্‌মাই সুধিলে।

"আছে –" মিনতিয়ে ক'লে।

"কি আছে মিনি? মোৰ কপালত কি আছে বাৰু?" দোষীয়ে বিচাৰকৰ মুখলৈ চোৱাৰ দৰে, বৰ আকলুৱা চকুৰে মিনতিৰ মুখলৈ চাই আজাদে সুধিলে।

মিনতিয়ে হাঁহিলে। আজাদৰ কপালত দি থোৱা শুকাই যোৱা জলপতিখন একৰাই চকুৰ আগলৈ আনি ক'লে– 'ফটাকানি –'

নাজ্‌মায়ো হাঁহিলে।

"ফটাকানি? মোৰ কপালত ফটাকানি আছে?" আজাদে মিনতিৰ হাতখনত ধৰিলে। মিনতিয়ে প্ৰতিবাদ নকৰিলে।

হাতখন সি এনেয়ে ধৰি থাকিল।

মিনতিৰ কাৰণে তামোল আনিবৰ বাবে নাজ্‌মা ভিতৰলৈ গ'ল। লেমটোৰ পাতল পোহৰত আজাদে মিনতিৰ চকু দুটাৰ ফালে একেথৰে চাই থাকিল।

মিনতিয়েও চাই থাকিল।

গোটেই জগত নিস্তব্ধতা।

আকাশৰ এটা কোণত যেন অকলশৰে জ্বলি আছে ধ্ৰুব তৰাটো। দিগন্ত-প্ৰসাৰী, সীমাহীন নীল সাগৰ– ৰাতিৰ আন্ধাৰৰ মাজত গাঢ়, স্তব্ধ, কল্লোলহীন হৈ পৰিছে। সেই ঊৰ্মিহীন সাগৰৰ বুকুত সৰু এখনি নাও– তাত দুটি প্ৰাণী, আৰু কোনো নাই। সিহঁতৰ চুলিত তৰাৰ পোহৰৰ কোমল ৰেখা– সিহঁতৰ চকুত ৰাতিৰ আন্ধাৰৰ কুহেলিকাময় বিস্ময়।

আৰু কোনো নাই। আন্ধাৰত উটি যোৱা সিহঁতৰ সৰু নাওখনি আৰু শব্দহীন বিস্ময়। দুয়ো দুয়োকে যেন চিনি নাপায়।

আজাদে তাৰ দুৰ্বল চকু দুটা অলপ ডাঙৰকৈ মেলি দিলে। মিনতিয়েও নিজৰ চকু দুটা অলপ ডাঙৰকৈ মেলি দিলে। মিনতিয়েও নিজৰ চকু দুটা তাৰ চকু দুটাৰ কাষত চপাই আনিলে।

নীৰৱতাৰ নিবিড় সপোন ভাঙি লাহে লাহে মিনতিয়ে ক'লে, "মোক চিনি পোৱা নাই নেকি?"

আজাদে কিছুপৰ মিনতিৰ মুখলৈ একেথৰে চাই থাকিল। সি অলপ হাঁহিব খুজিলে।

খিৰিকীখনেদি ক'ৰবাৰ বনবীয়া ফুল এপাহৰ পাতল মিঠা গোন্ধ এটা কোঠাটোৰ ভিতৰলৈ সোমাই আহিল।

প্ৰথমতে পাহিবোৰে হেঁচাদি বাট ভেটি ধৰি আছিল। তাৰ পিছত পাহিবোৰ মেল খালে আৰু তাক ধৰি ৰাখিব নোৱাৰিলে। সি বতাহৰ লগত ঘৰৰ পৰা ওলাই আহিল –"

মিনতিয়ে হাঁহিলে।

নাজমা বটাটো লৈ ভিতৰৰ পৰা ওলাই আহিল।

বটাটো হাতত লৈ থাকি নাজমা মিনতিৰ কাষতে থিয় হ'ল। আজাদে চিনি নোপোৱাৰ দৰে বৌৱেকৰ মুখলৈ চালে।

"কি চাইছা? এতিয়া মোকো চিনি নোপোৱা হ'লা নেকি?" নাজমাই হাঁহি ক'লে।

বটাৰ পৰা তামোলখন ল'বৰ কাৰণে মিনতিয়ে হাতখন আজাদৰ হাতখনৰ পৰা একৰাই আনিব খুজিলে। কিন্তু সি এৰি নিদিলে।

নাজমাই মিনতিৰ অৱস্থাটো বুজি ক'লে– "চাও, এৰি দিয়া হাতখন। মানুহক তামোল খাবলৈকো নিদিবা নেকি?"

সি মিনতিৰ হাতখন এৰি দি একেথৰে বৌৱেকৰ ফালে চাই থাকিল।

"জ্বৰটো একেবাৰে থমাই নাই নেকি?" মিনতিয়ে সুধিলে।

"কেতিয়াবা অলপ এৰে। আকৌ উঠে। তেনেকৈ একেবাৰে এৰা নাই –"

"আপুনি বাৰুকৈ খাটিছে তেনেহ'লে?"

"বৌৱে মোক অকণো মৰম নকৰে মিনি। তিতা দাৰাইবোৰ খুৱাই দিয়ে। ইমান যে তিতা!" আজাদে ডাঙৰকৈয়ে ক'লে।

"অ' তুমি মোৰ বদনাম কৰিছা?" নাজমাই ক'লে।

"পানী দিয়া বৌ– পানী– চেঁচা পানী –" আজাদে ক'লে।

নাজমাই অলপ পানী খুৱাই দিলে। আজাদে আকৌ চকু দুটা মুদি দিলে।

"আপুনি অলপ শোৱকৈগে যাওক। ময়ে কিছু সময় ইয়াত থাকো।" মিনতিয়ে ক'লে।

"তুমি নেযাবা বৌ। তুমি নেথাকিলে মোৰ বৰ ভয় লাগে। মিনি ক'ত থাকিব? মিনি গুচি যাব। মিনিয়ে মোক মৰম নকৰে ...।"

ফেঁকুৰাৰ দৰে সি ক'লে। বেমাৰে যেন মানুহক সৰু ল'ৰা কৰি দিয়ে।

নাজমা আৰু মিনতি দুয়ো হাঁহিলে।

"বাৰু মই নেযাওঁ। তুমি চকু মুদি শুই থাকা।"

"তেনেহ'লে মই যাওঁগে –" যাবলৈ উঠাৰ নিচিনা কৰি মিনতিয়ে ক'লে।

কথাষাৰ শুনি আজাদ ঘপকৰে বিছনাতে বহি গ'ল।

"তুমি যোৱাগৈ? কেলেই যাবা? তুমি নেযাবা দেই মিনি। বৌৱে মোক অকণো মৰম নকৰে জানিছা মিনি। মিছাকৈ বহি বহি টোপনিয়াই থাকে।"

আজাদৰ মূৰটো বৰ গধুৰ লাগিল, সি আকৌ বিছনাত পৰিল।

" ... এদিন যে বৰষুণ দিছিল – আমি কেনেকৈ কথাবোৰ কৈছিলোঁ নহয়নে মিনি?"

মিনিৰ অলপ লাজ লাগিল। অলপ ভয়ো কৰিলে। কিজানি ঘৰৰ দুৰ্বলতাত কিহৰ ঠাইত কি কৈ দিয়ে।

নাজ্‌মাই কৌতূহল অনুভৱ কৰিলে।

মিনতিয়ে আজাদৰ কাপোৰবোৰ ঠিক কৰি দিলে।

" ... দিনত যেতিয়া সাৰ পাই থকা মানুহবোৰেৰে জগতখন ভৰি থাকে তেতিয়া আমি বৰ দুখীয়া। আমাৰ পৃথিৱীখন অকণমান হৈ পৰে। পৃথিৱীখনক সকলোৱে ভাগ কৰি লয়। কিন্তু ৰাতি যেতিয়া সকলো মানুহ শোৱে, তেতিয়া যি সাৰ পাই থাকে সি যে গোটেই পৃথিৱীখনকে নিজৰ কৰি পায়। গোটেই বহল পৃথিৱীখন, মুকলি আকাশখন, চেঁচা বতাহবোৰ– সকলো তাৰ নিজৰ, নহয়নে মিনি?" নিজে নিজে আজাদে বকি গ'ল। মিনতিয়ে পাতলকৈ হাঁহিলে। নাজ্‌মাই মূৰটো বিচি থাকিল।

"তেতিয়া যদি আৰু কোনোবা সাৰ পাই থাকে, তেতিয়া পিছে কি হ'ব?" হাঁহি মিনতিয়ে ক'লে।

নাজ্‌মাৰ মিনতিক কথা নেপাতি মনে মনে থাকিবলৈ মন গৈছিল। ভদ্ৰতাৰ খাতিৰত নক'লে।

চকু মেলি আজাদে মিনতিৰ মুখলৈ চালে।

" ... সকলো শুই থাকোতে পৃথিৱীখন যেতিয়া আকাশখনৰ সমান বহল হয়, তেতিয়া নিজকে এৰি দিবা – নিজকে ঘৰৰ বাহিৰ কৰি বাহিৰৰ বুকুত এৰি দিবা। গোটেই পৃথিৱীখন তোমাৰ। চাৰিওপিনে আন্ধাৰ– সকলো শুই আছে, তুমি অকলে– তুমি গৈ থাকিবা। আন্ধাৰৰ মাজত ক'ৰবাত দেখিবা এটা জুপুৰি ঘৰ, তাৰ ভিতৰত এটা সৰু চাকি– দুৱাৰ মেলা আছে। তুমি ৰ'বা– ভূমুকি মাৰি চাবা। – ভিতৰলৈ সোমাই গৈ মূৰ শিতানতে বহিবা আৰু কপালত হাত দি ক'বা– মোক চিনি পাইছেনে?"

তাৰ কথাবোৰ শুনি মিনতি আৰু নাজ্‌মাই ডাঙৰকৈয়ে হাঁহিলে।

"হাঁহিছা কেলেই বৌ?" এটা কৰুণ হাঁহি মাৰি আজাদে ক'লে।

"ৰাতি দুপৰত গোটেই পৃথিৱীখন আপোন কৰি ল'বলৈ আহি হ'ব পায় যেমাৰী কোঠাত সোমাই থাকিলেই জগতখন পাই যাব?" নাজ্‌মাই হাঁহি ক'লে।

"আটাইতকৈ ডাঙৰ পৃথিৱীখন ক'ত আছে জানা বৌ?"

নাজ্‌মাই একো নেমাতিলে।

আজাদে গাৰ কাপোৰবোৰ খহাই পেলালে।

"এহ্ — এহ্— কাপোৰবোৰ নখহাবা —" নাজমাই কাপোৰবোৰ টানি টানি ক'লে।

"এই যে কাপোৰেৰে ঢাকি থৈছে এই বুকুখন— ইয়াতে লুকাই আছে আটাইতকৈ ডাঙৰ পৃথিৱীখন। কিমান মানুহ তাত অহা-যোৱা কৰিছে— কত পাহাৰ, কত ভৈয়াম, কত সাগৰ- কত ঢৌ! জোন, তৰা, বেলি কত আছে! এবাৰ যদি কোনোবাই পায়, এই পৃথিৱীখন আৰু এৰি নিদিয়ে। ইমান ডাঙৰ, ইমান ধুনীয়া— ইমান পোহৰ এই পৃথিৱীখন। তুমি তালৈ কেতিয়াবা গৈছানে মিনি?"

মিনিয়ে এই প্ৰশ্নোটো আশা কৰা নাছিল — হাঁহিলে।

"বাৰু, বাৰু আমি সকলো এদিন তালৈ যাম— গোটেইখনৰ আমি ৰজা হ'ম। আৰু কাকো যাবলৈ নিদিওঁ। তুমি এতিয়া মনে মনে শুই থাকা, টোপনি আহক।" নাজমাই ক'লে।

অলপ পৰ আজাদ বৌবেকৰ কথা মতে মনে মনে থাকিল। তাৰ পিছত নিজে নিজেই লাহে লাহে কৈ গ'ল— "তাত ঘৰ নাই, দুৱাৰ নাই, নঙলা নাই, চকোৱা নাই— ধৰ্ম নাই "

নাজমাৰ পৰা বিচনীখন খুজি লৈ মিনতি আজাদৰ মূৰ শিতানলৈ গ'ল। আৰু তাক বিচিব ধৰিলে।

"তই অলপ শুই থাক পদ্ম —" টোপনিত জুলুকিয়াই থকা পদ্মক মিনতিয়ে ক'লে।

নাজমাই তাক সিটো কোঠালৈ মাতি নিলে।

মিনতিয়ে লেমটোৰ জুইখিনি অলপ কমাই দিলে।

তাৰ সপোনবোৰৰ মাজত ওপজি জ্বৰৰ উত্তাপৰ মাজত আজাদ পৰি থাকিল।

চাৰিওফালে ৰতাহত কঁপা কোমল ৰাতিৰ করুণ নিশ্বাস।

শেহৰাতি জ্বৰৰ টোপনিৰ পৰা চক্‌মক্ কৰে হঠাৎ সাৰ পাই আজাদে চিঞৰি উঠিল— "দুৱাৰেদি সৰকি প্ৰাণটো ক'ৰবাত হেৰাই গ'ল —"

মিনতিয়ে আজাদৰ কাণৰ ওচৰলৈ মুখখন নি সৰুকৈ ক'লে, "নাই যোৱা, মই ধৰি ৰাখিলোঁ নহয়।"

হেমিদ মহৰীয়ে এদিন চিঠি লিখি পৰীলৈ সুধি পঠালে— কি কাৰণত পৰীহঁতে আজাদৰ পৰা টকা-পইচা লৈ চলিছে, আজাদে সিহঁতক কিয় টকা-পইচা দিয়ে তাক জনাব লাগে। জে'বনে মাকৰ হাতত চিঠিখন দি পঠালে। আজাদে পঢ়িলে— অলপ হাঁহিলে, তাৰ পিছত চিঠিখন দলি মাৰি পেলাই দিলে। কিছুপৰ সি কিবা এটা ভাবিলে— তাৰ পিছত ওলাই গ'ল।

তাৰ জ্বৰ এৰিবৰ মাত্ৰ চাৰিদিন হৈছে। এতিয়া সি গাত বল পোৱাই নাই। কিন্তু তাৰ মনৰ বলটো আগতকৈয়ো সতেজ হৈ আছে।

সোণাপুৰ বাগিচাত থিয়েটাৰ। ল-সা-গু সঙ্ঘৰ উদ্যোগ আৰু আয়োজনত সোণাপুৰৰ বুৰঞ্জীত নতুন অধ্যায়ৰ পাতনি হৈছে। বাগিচাৰ কুলীয়ে দুৰ্গাপূজাত কেতিয়াবা ক'ৰবাৰ গাঁৱলীয়া থিয়েটাৰ দেখিছে। কিন্তু নগৰীয়া শিক্ষিত ভদ্ৰলোকৰ অভিনয় কোনো দিনে দেখা নাই। গতিকে ভৱ, সুকুমাৰহঁতকে কুলীবোৰৰ আনন্দটোহে অলপ বেছি। উৎসৱটো যে কেনে ধৰণৰ আমোদজনক হ'ব তাক যেন সিহঁতে ভাবিয়ে শেষ কৰিব পৰা নাই। নাটকখনৰ নাম ওভতা বান সলাই শেষত কথা হ'ল 'গচকি যোৱা ফুল।'

'গচকি যোৱা ফুল'– নামটোৱেই কেনে ধুনীয়া! বহুত ফুল থাকিব– তাক গচকি গচকি কোনোবা যাব– কিমান ভাল হ'ব দেখিবলৈ। তাৰ উপৰি নতুন নতুন চিন আঁকিছে– যি ধুনীয়া ধুনীয়া ছবি! কুলীবোৰে ওচৰ চাপি চাপি চালে। দুই-এটা অভিজ্ঞই চুৰঁলে হাক দিলে। দুই-এটাই হাক নেমানি চিনবোৰ চুলে।

ফাৰ্মৰ বনুৱাবোৰ আহি ষ্টেজ আৰু হল ঠিক কৰাত ব্যস্ত হ'ল।

আজি সকলো গোট খাইছে। সুকুমাৰ, ভৱ, উপেন, হাদি, আজাদ, এড্‌মাণ্ড, থমাছ, তন্দ্ৰা, স্নেহ, সবিতা– সকলো ল-সা-গু।

কাষৰ পাঁজৰৰ গাওঁ আৰু ল-সা-গু স্কুলকেইখন থকা বাগিচাবিলাকৰ কেৰাণী-মহৰী, ভদ্ৰলোক আৰু কুলীবোৰে আহি দিন-দুপৰৰ পৰা গোট খাইছেহি।

সুকুমাৰহঁতেও যথাশক্তি অভ্যৰ্থনা কৰি সমাদৰ দেখুৱাইছে। সকলোৰে মনত আনন্দ।

ত্ৰিপাল, বৰ কাপোৰ দি ষ্টেজ আৰু হল যথাসম্ভৱ ধুনীয়াকৈ সজোৱা হৈছে। মাজতে এবাৰ সোণাপুৰৰ গৰাকীজন আহি আয়োজন চাই গ'লহি। মেনেজাৰেও আহি কিবা কিবি উপদেশ দি গ'লহি।

ভৱহঁতে মেনেজাৰক আশাতীত সমাদৰ কৰি অভ্যৰ্থনা কৰিলে। মেনেজাৰে ভাল পালে।

হেমিদ মহৰীয়ে মাজতে কেবাবাৰো পাক মাৰি গ'লহি। বজ্ৰকান্ত মহৰীও কামত লাগিছে।

অলপ অসুবিধা হ'ল গান আৰু বাজনা লৈ। গান গাব জনাৰ ভিতৰত – থমাছ, স্নেহ আৰু তন্দ্ৰা। ভৱই সুৰ জানে কিন্তু তাৰ মাতটো ভাল নহয়। আলমে অসমীয়া গান গাব নেজানে।

তন্দ্ৰাই আকৌ বাদ্য নিজে বজাই গান গাব নেজানে। লোকে কোনোবাই বজালে গাব পাৰে।

থমাছে স্কুলৰ কুলী ল'ৰা এদলক গান শিকাইছিল– সিহঁতে গাব পাৰিব। আৰু এটা প্ৰধান চিন্তা যে পাৰ্টবোৰ কাৰো মুখস্থ হোৱা নাই। আজাদ ঘৰত পৰিল, পাৰ্ট চাবৰ সময়কে নেপালে। ইপিনে তাৰ এটা প্ৰধান পাৰ্ট। সুকুমাৰ আন্দাজৰ ওপৰতে

আছে। সি নাটকখনৰ নামটোৰ বাহিৰে অন্য একো ক'ব নোৱাৰে। ষ্টেজত উঠিলে সকলো ঠিক হৈ যাব, সকলো এই আশা লৈয়ে আছে।

ভব, এড্‌মাণ্ড, উপেন আৰু তন্দ্ৰা– সিহঁতে কিন্তু মুখস্থ কৰিছে।

সন্ধিয়া হওঁ হওঁ হৈছে। নাজ্‌মা, মীনা, জুলু, মিনতি, জে'বন, পৰী, বকৰা আৰু আহ্‌মদ সকলো একেলগে আহি নামিলহি। আজাদহঁত সকলো আহি আটাইকেউজনকে অভ্যৰ্থনা কৰিলেহি। সকলোৰে মুখবোৰ আনন্দত উৎফুল্ল হৈ উঠিল।

কোন কোন আহিছে চাবৰ কাৰণে হেমিদ মহৰী আহি সোমালহি। দেখিলে নাজ্‌মাহঁতৰ লগত পৰী আৰু জে'বন। সি একো নেমাতিলে। পৰীয়ে ভয়ে ভয়ে তাৰ মুখলৈ চালে। একো ক'বলৈ সাহ কৰিব নোৱাৰিলে। জে'বনে কিবা এটা ক'ব খুজিছিল, সি বেগাবেগীকৈ ওলাই গ'ল। যাবৰ সময়ত ক্ৰুদ্ধ চকুৰে এবাৰ আজাদলৈ চাই গ'ল।

ৰাতি হৈ আহিল। আলম আৰু ফাৰ্মৰ কেইজনমান বনুৱাৰ ওপৰত লাইটৰ ভাৰ আছিল। কেইবাটাও পেট্ৰোমাক্স জ্বলি উঠি ঠাইডোখৰ বগা পোহৰেৰে পোহৰাই তুলিলে। ৰভাতল লাহে লাহে দৰ্শকেৰে ভৰি আহিবলৈ ধৰিলে। চাৰি-পাঁচখন বাগিচাৰ কুলী আৰু কেৰাণী-মহৰীৰে মঞ্চ ঠাহখাই পৰিব ধৰিলে।

বাপেক আৰু নবৌয়েকৰ লগত চেতনা দুৱৰাও আহি পালেহি। ভৱহঁতে সাধাৰণ অভ্যৰ্থনা জনালে। সুকুমাৰ আগবাঢ়ি আহি তিনিওকে আগবঢ়াই নি বহুৱালেগৈ। চেতনাক দেখি থমাছ আৰু উপেন দুয়োটাই অলপ বিস্ময় আৰু ৰহস্যেৰেই যেন চালে।

"সেই যে ৰেলত লগ পাইছিলোঁ নহয় নে অ' –?" ফুচফুচাই থমাছে সুধিলে।

উপেনে একো নেমাতিলে।

পাঁচোটা কনষ্টেবলেৰে এজন পুলিচ চাব ইন্সপেক্টৰ আহি একাষে বহিলহি।

"এই আজাদ পুলিচ কোনে অনাইছে?" সুকুমাৰে সুধিলে।

"ক'ৰ পুলিচ? ইয়ালৈ আহিছে নেকি?"

"সৌৱা বহি আছেহি।"

"থিয়েটাৰ চাবলৈ আহিব পায়।"

"কুলীয়ে গণ্ডগোল কৰিব পাৰে বুলি চাহাবে পঠাইছে কিজানি।"

"য'ৰে হওক, ভাবি মৰিব নালাগে। এতিয়া কামত ধৰ।"

এটা ঘণ্টা পৰিল।

দৰ্শকবোৰে বুজিলে– প্ৰথম ঘণ্টা। হুলটো অলপ পৰ নিস্তব্ধ হ'ল। তাৰ পিছত আকৌ গুণগুণনি উঠিল।

ষ্টেজৰ একেবাৰে কাষত দৰ্শকৰ আগশাৰীত সকলো ভদ্ৰমহিলা। মাজে মাজে অলঙ্কাৰ আৰু পিন্ধা কাপোৰ-কানিৰ চাক-চিক্যত হুলটো বেছ ৰঙীণ হৈ উঠে। দুই-

এগৰাকীয়ে মুখত ঘঁহা কম দামী পাউডাৰৰ মিশ্ৰিত গোন্ধ একোটাও বতাহে উৰাই আনে। এওঁলোক বাগিচাৰ 'বাবু'সকলৰ পৰিবাৰবৰ্গ। তেওঁলোকৰ কিছু পিছত মিনতি, চেতনা, জে'বন, নাজমা, পৰী আদি মনে মনে বহি আছে।

কুলীদৰ্শকবোৰৰ মাজত আলোচনা চলিছে– বজাৰ ভাওটো সুকুমাৰ বাবুৱে লৈছেনে এড্‌মাণ্ড বাবুৱে? ৰাণী কোন হ'ব– ফুচুৰী কোনে দিব ইত্যাদি।

মাজে মাজে চকুৰ আগত পৰি থকা 'চিন'খনলৈ চায় আৰু মাজে মাজে তৰ্ক কৰে।

আৰু এটা ঘণ্টা পৰিল।

দৰ্শকবোৰ অভিনয় চাবৰ কাৰণে সাজু হ'ল।

ষ্টেজৰ ভিতৰত বাজনাৰ সুৰ বাজি উঠিল। দৰ্শকবোৰৰ উদ্বিগ্ন মনবোৰ উৎকণ্ঠিত হৈ উঠিল।

অভিনেতাইঁতবো উখল-মাখল লাগিল। কোনে কোনে মুখত ৰং ঘঁহিব লাগিব আগতে তাৰ কোনো বন্দবস্ত নাছিল। তাকে লৈ অলপ তৰ্কবাদবো সূত্ৰপাত হ'ল।

ভৰই ক'লে– "অলপ অলপ সকলোৱে ঘঁহ।"

"এই মোৰ প্ৰথম লাইনটো কি?"

"জানো– চাই ল।"

"হৈছে নে নাই?"

"ৰবি, চিগাৰেটটো খাই লও। তই অলপ ডাঙৰকৈ কবি দেই।"

অভিনয় আৰম্ভ হোৱাৰ আগতে মঞ্চলৈ আহি দিবাকৰ বৰুৱাই দৰ্শকসকলক উদ্দেশ্য কৰি ক'লে, "শ্ৰদ্ধেয় ৰাইজ, আপোনাসকল সকলো ৰাইজ আজিৰ ল-সা-গু সঙ্ঘৰ অভিনয় চাবলৈ অহাত আমি আনন্দ পাইছোঁ। আগতীয়াকৈ আপোনালোকক এষাৰ কথা জনাই থও– এই নাটকখন আমাৰ সঙ্ঘৰ সভ্যসকলেই লগ লাগি ৰচনা কৰিছে। নাটকত বৰ্তমান সময়ৰ কাহিনী এটাকে দেখুৱাৰ চেষ্টা কৰা হৈছে। কিন্তু ইয়াত কোনো ব্যক্তি-বিশেষক কোনো ৰকমেই আঘাত দিয়া আমাৰ ইচ্ছা নহয়। সত্য কেতিয়াবা বৰ নিষ্ঠুৰ হয়। আমি দাঙি ধৰা সত্যতো যদি আপোনালোকে নিষ্ঠুৰতাৰ আভাস পায় তেন্তে সত্যক সুন্দৰ কৰিবৰ কাৰণে কি কৰিবৰ প্ৰয়োজন বৰ্তমানত হৈছে, সেই বিষয়ে আপোনালোকে চিন্তা কৰিব। আমাৰ অভিনয়ত আৰু আভাৰ অভ্যৰ্থনাত ক্ৰটিৰ অন্ত নাই। আমাক ক্ষমা কৰিব।"

তৃতীয় ঘণ্টা পৰিল।

সমুখৰ চিনখন লাহে লাহে দাং খালে। দৰ্শকৰ চকুত পৰিল বিস্তীৰ্ণ মুকলি নীলা আকাশ– বহুত দূৰত। আকাশত অলপ হেঙুলীয়া ডাৱৰ। তাৰ ইফালে এখন বহল, মুকলি সেউজীয়া চাহ বাগিচা– মাজে মাজে এটা পোন দীঘল বাট। সিপিনে যেন আকাশৰ বুকুত হেৰাই গৈছে।

কান্ধত এখন কোৰ লৈ এটা কুলী ডেকা আহি বাটটোত ভৰি দিলেহি।

দৰ্শকবোৰ আচৰিত হ'ল, নাচো নহয়, গানো নহয়— ৰজা-মন্ত্ৰীও নহয়, এটা বাগানৰ কুলী! কিনো হয় চোৱা যাওক ভাবি সকলোৱে মনোযোগ দিলে।

কুলী ডেকাটো খীণ— গাল হাড় ওলোৱা। মুখত অলপ ডাড়ি আছে। পেট্ৰমাক্সৰ বগা পোহৰত তাৰ কিচ্‌কিচ্ কৰে ক'লা চেহেৰাটো বৰ অকলশৰীয়া যেন দেখাইছিল।

সি কান্ধৰ পৰা কোৰখন নমাই থৈ, চুৰিয়াৰ খোচোনাৰ পৰা অলপ চুখা ধপাত উলিয়াই হাতৰ তলুৱাত মলি মলি মাতিলে— "অ', ৰামনাথ নেযাব নেকি?"

মলিয়ন এখন চুৰিয়া পিন্ধা আৰু এটা ডেকা সোমাই আহিল।

সি তাক অলপ চুখা দিলে।

"বেলি হোৱা নাইনে?"

"নাই, অলপ সোনকাল হৈয়ে আছে। অলপ আগে পালেঁগেনো আমাৰ কি লাভ। খাটি মৰিবহে লাগিব। সোনকালে ছুটী দিবনে কিবা?"

"এৰা অ' চব কামতে চাচোন ছুটী আছে, বন্ধ আছে— বেমাৰ হ'লেও দৰমহা দিয়ে। আমাৰ আকৌ এক ঘণ্টা বেলি হ'লেও হাজিৰা কাটে। বেমাৰ হ'লে আকৌ মৰিলিয়েই, দাৱাইতো নায়েই, খাবলৈ নাপাই মৰিবি।"

দুজনী কুলী গাভৰু মূৰত টুকুৰি লৈ সিহঁতৰ আগেদি পাৰ হৈ গ'ল। "এই ফুলীয়া ৰচোন, একে বেলিয়ে ক'লৈনো লৰ মাৰিছ, বৰ যেন বৰচাহাবৰ মেমজনী। আমালৈ ঘূৰিকে নেচাব।"

দুয়োজনী গাভৰু ৰ'ল। টুকৰিকেইটা সিহঁতৰ মূৰৰ ওপৰত থাকিল।

"কি হ'ল— ইয়াত বৈ থাকিলে আমাৰ বেলি হৈ নাযাব নেকি?"

"যা যা বোপাই— আমি আৰু বাগানৰ কাম কৰাই নাই।"

"ৰাৰু যাবি ৰ। এতিয়াও ভালেমান পৰ আছে। সেইদিনাখন যে গাইছিলি গানটো গাচোন।"

"ঁড়! এতিয়া গান গাবৰহে সময় আছে। ব'ল ব'ল ৰাধা, ইয়াত চুপতি মাৰি থাকিলে বেলি হৈ যাব।"

উচাট মাৰি দুয়োজনী গাভৰু ওলাই গ'ল। ডেকা দুটাই সিহঁতৰ ফালে চাই থাকিল।

"তয়ে গা অ' কিবা এটা –"

"মই গোৱা শুনিলে আকৌ সেইকেইজনীয়ে খিক্‌খিকাই হাঁহিব।

"হাঁহক, গাই দে –"

ৰামনাথে গালে—

"তোমাৰ সৰগ ৰচো—
মোৰ কলিজাৰ বগা ইটা গাঁথি গাঁথি
তোমাৰ সৰগ ৰচো।
আজীৱন মই হুমুনিয়া লৈ—

দুখৰ বোকাত পঁচো –।
জীৱন লগৰী মোৰ –
লোণ, জলকীয়া, কটাৰী, টুকুৰি, কোৰ,
আৰু গৰাকীৰ থিয় কিল, লাঠি, গোৰ–
নিজ হাতে ভাঙি নিজৰ কলিজা –
তোমাৰ কাৰণে চূণ শিল বালি খঁচো –

কোৰ কান্ধত লৈ দুয়োটাই লাহে লাহে খোজ দিলে। ৰামনাথে এবাৰ বাগিচাখনৰ ফালে, এবাৰ দৰ্শকবোৰৰ ফালে চালে আৰু গাই গ'ল–

ভোকত শুকান পেট –
ভাতৰ কাৰণে পিঠিত নিতউ
চাবুকৰ চোকা বেট –
এক হাতে কোৰ, আন হাতে মোৰ
চকুৰ চকুলো মচো–
তোমাৰ সৰগ ৰচো –

দুয়ো নিমাত হ'ল। দৃশ্য পৰিৱৰ্তন হ'ল।

"ৰামনাথটো কোন বাগানত থাকে অ'?" দৰ্শকৰ ভিতৰত এটা কুলীয়ে আন এটা কুলীক সুধিলে।

"ৰজাটো কেতিয়া ওলাব অ'? সেই বেলি যে বাপৰে ৰজাটোৱে ইমান যুদ্ধ কৰিছিল–"

দ্বিতীয় দশ্য আৰম্ভ হ'ল। দৰ্শকবোৰৰ চকু আকৌ ষ্টেজলৈ ঘূৰি আহিল।

তাৰ পিছত তৃতীয় দৃশ্য।

তাৰ পিছত চতুৰ্থ দৃশ্য।

প্ৰথম অঙ্ক শেষ হ'ল।

ৰজা-ৰাণী, যুদ্ধ একো নোলাল।

এতিয়ালৈকে দৰ্শকে দেখিলে ৰামনাথৰ বুকুৰ পৰা কুলীয়াক কাঢ়ি নি বাগানৰ বৰ মহৰীৰ পুতেকে অ'ত-ত'ত লৈ ফুৰিলে। তাৰ পিছত জনবহুল নগৰৰ বুকুত এৰি পলাই আহিল।

ৰামনাথৰ কামত অমনোযোগ হ'ল– সি কিছুদিন মাৰপিট-অনাহাৰ ভোগ কৰিলে। তাৰ পিছত বাগানৰ পৰা খেদা খালে। ঘূৰি ঘূৰি আহি সি নগৰৰ এঘৰত মাহে ৩ টকাত চাকৰ সোমাল।

লগতে দৰ্শকে দেখিলে, চাহ বাগিচাত বনুৱাবোৰৰ ওপৰত হোৱা অত্যাচাৰ, অবিচাৰ, ব্যভিচাৰ আৰু নিষ্ঠুৰতাৰ দৃশ্য।

কুলীবোৰ বৰ মহৰীৰ পুতেকৰ ওপৰত জ্বলি উঠিল। লগতে বাগিচাৰ চাহাবৰ ওপৰতো সিহঁত খড়্গহস্ত হৈ উঠিল।

চিন পৰিলত অলপ ক্ষান্ত হ'ল। কিন্তু খণ্ডটো মাৰ নগ'ল।

"আমাক তেনেকুৱা কৰিবতো জান মাৰি দিম।" দুটামান ডেকাই ক'লে।

হলত নানা ৰকমৰ আলোচনা, তৰ্ক হ'বলৈ ধৰিলে। লাহে লাহে দৰ্শকবোৰে ৰজা-ৰাণীৰ কথা পাহৰি গ'ল। ফুলীয়াৰ কি হ'ল জানিবৰ কাৰণে ব্যগ্ৰ হৈ উঠিল। একাষে বহি থকা কনষ্টেবল এটাই এছ আইজনৰ কাণলৈ মুখ নি সুধিলে, "বৰ ভাল দেখুৱাইছে, নহয়নে ছাৰ?"

এছ আয়ে ধমক দি চুপ থাকিবলৈ ক'লে। সি মনে মনে থাকিল।

অলপ পৰৰ পাছত দ্বিতীয় অঙ্ক আৰম্ভ হ'ল। হল স্তব্ধ হ'ল।

ফুলীয়া এতিয়াও নগৰৰে এঘৰ মানুহৰ চাকৰণী। ম্লান হ'লেও ৰূপ-যৌৱন তাইৰ এতিয়াও আছে। তাই যে বাগিচাৰ ভিতৰতে ধুনীয়া গাভৰু আছিল।

তাইৰ পৰা তিনি ঘৰ মানুহৰ সিপাৰৰ ঘৰতে থাকে ৰামনাথ। সিও আজি চাকৰ। ফুলীয়াই ৰামনাথক দুই-এবাৰ লগ পাইছে। এদিন ফুলীয়াই ৰাতি ৰামনাথক মাতি গ'ল।

"আজি ৰাতি তই যাবি দেই?"

"তই কোনখিনিত থাকিবি?"

"পিছ ফালৰ চকোৰাৰ কাষতে।"

"কিমান ৰাতি?"

"সকলো শুলে।"

পট পৰিল।

দ্বিতীয় দৃশ্য :

ৰাতি এঘাৰ বাজি গ'ল। এন্ধাৰ ৰাতি। ৰামনাথ আহি ফুলীয়াহঁতৰ ঘৰৰ পিছ ফালৰ চকোৰাখনৰ কাষত ৰ'লহি। বহুত পৰ ৰ'ল— কোনো নাই।

ফুলীয়াৰ ঘৰত আজি কোনো নাছিল। গতিকে ফুলীয়াই ভাবিছিল আজি ৰামনাথক লগ পাব পাৰিব। দুষাৰ দুখৰ কথা ক'ব পাৰিব। পিছে যাও বুলিও কিবা আঁসোৱাহ উলিয়াই ধৰ্মকান্ত নগ'ল। ধৰ্মকান্ত ফুলীয়াৰ গৃহস্থৰ সক-মাজু পুতেক। তিনি বছৰৰ আগতে বিয়া কৰাইছে। দুখন মদৰ মহলৰ গৰাকী।

ফুলীয়াই সকলো কাম যিমান সোনকালে পাৰে শেষ কৰি ওলাই যাবৰ যিমানেই চেষ্টা কৰিলে, সিমানেই ধৰ্মকান্তই ইটো-সিটো কামৰ দৰকাৰ দেখুৱাই নিজৰ কোঠাৰ ভিতৰত বান্ধিবৰ চেষ্টা কৰিলে।

বাহিৰৰ আন্ধাৰৰ মাজত বৈ বৈ আমনি লাগি মৰসাহ কৰি ৰামনাথ ঘৰৰ কাষ চাপি আহিল। মনে মনে আহি সি ফুলীয়া আৰু ধৰ্মকান্ত থকা কোঠাটোৰ বেৰৰ কাষত থিয় দিলেহি।

ভিতৰত কিবা এটা শব্দ শুনি সি খিৰিকীখনেদি ভিতৰলৈ জুমি চাল। কিবা বীভৎস দৃশ্য এটা তাৰ চকুত পৰিল !

সি আৰু থিৰেৰে থাকিব নোৱাৰিলে। জাঁপ মাৰি ভিতৰ সোমাই সি একে জাঁপেই ধৰ্মকান্তৰ ডিঙিত টেপা মাৰি ধৰিলে। এটা গণ্ডগোলৰ মাজত পট পৰিল।

তৃতীয় দৃশ্যত ৰামনাথ থানাত।

ধৰ্মকান্তৰ ঘৰত চুৰ কৰিবলৈ আহিছিল বুলি, ৰামনাথক পুলিচৰ হাতত গতাই দিয়া হ'ল। কোনো বিচাৰ বা প্ৰশ্ন সোধাৰ আগতে পুলিচৰ বুটৰ গোৰ, ঘোচা আৰু বেটৰ কোবত ৰামনাথ মাতিব নোৱাৰা হৈ পৰি ৰ'ল। তাৰ গা ফাটি তেজ ওলাব ধৰিলে।

কনষ্টেবলকেইটাই অট্টহাস্য কৰি উঠিল। 'হলৰ' দৰ্শকবোৰে চিংকাৰ কৰি উঠিল। কোনোবাই চিঞৰি ক'লে, 'চাইলেণ্ট'। কিন্তু কুলীবোৰ নেথামে।

"বিনা কাৰণত তাক কেলেই মাৰিব? পুলিচ হ'ল বুলি মানুহ গুৰিয়াই মাৰিব পায়নে?"

এনেতে কনষ্টেবল এটাই "চালা এতিয়া চুপচাপ আছ। কি কৰিলি মালচৰ" বুলি খুব জোৰেৰে তাৰ বুকুতে বুটেৰে এগোৰ মাৰিলে। ৰামনাথ চিং হৈ পৰি গ'ল।

যাহওক, ৰামনাথে চুৰ কৰাৰ কোনো প্ৰমাণ পোৱা নগ'ল। ভদ্ৰলোকৰ ঘৰৰ চাকৰে চুৰ কৰাটো গৃহস্থ ঘৰৰ বদনামৰ কথা। গতিকে ৰামনাথক এৰি দিয়া হ'ল।

ৰামনাথৰ কিন্তু আৰু তাৰ গৃহস্থৰ ঘৰত থকা নহ'ল।

বহল আলিবাটটো সমুখত লৈ ৰামনাথে সুদা হাত দুখনেৰে সুদা গাটোৰে খোজ দিলে। এইবাৰ সি একেবাৰে নিৰবলম্বন।

ফুলীয়া থাকিল। ...

বহি থকা এছ আইজন অলপ উঠি গ'ল। ইতিমধ্যে পুলিচ ইন্সপেক্টৰো আহি দৰ্শকৰ পৰা কিছু নিলগত থিয় দিছিলহি। তেওঁক লগ ধৰি এছ আয়ে ক'লে, "ছাৰ, নাটকখনত কুলীবিলাকক পুলিচৰ বিৰুদ্ধেও উচটোৱা হৈছে।"

ইন্সপেক্টৰে মূৰ দুপিয়াই ক'লে, "আৰু অলপ চোৱা। গাৰ্ডেন মেনেজমেণ্ট বা গভৰ্ণমেণ্টৰ বিৰুদ্ধে কিবা দিফেমেটৰী চিন থাকিলে নাটক বন্ধ কৰি দিব লাগিব। এতিয়া যোৱা।"

এছ আই আকৌ আগৰ ঠাইলৈ আহিল।

দৃশ্যৰ পিছত দৃশ্য পাৰ হৈ গ'ল।

ভোকে-লঘোণে ৰামনাথ গৈ এদিন অকস্মাৎ সিহঁতৰ বাগিচাৰ বৰমহৰীৰ পুতেকৰ ঘৰত ওলালগৈ। তেওঁ তেতিয়া বন্ধু-বান্ধৱ লৈ ব্যস্ত। ৰামনাথে কিবা এটা খাবলৈ বিচাৰিলে। সি পাঁচ দিন একো খোৱা নাই।

তাৰ কথা শুনি বৰমহৰীৰ পুতেকে হাঃ হাঃ কৰি হাঁহি উঠিল– "তই নাই খোৱা মোৰ কি হ'ল? তই খাবৰ কাৰণে মই আৰ্জিছোঁ নেকি? যা, যা বদজাত, চোৰ, খাবলৈ নাই পোৱা, বৰ ডাঙৰ কথাটো হ'ল। মৰি যা খাবলৈ নাই পোৱা যদি।"

লগতে তেওঁৰ বন্ধুবোৰেও হাঁহি উঠিল। ৰামনাথ দুৱাৰমুখতে থিয় হৈ ৰ'ল। এবাৰ সকলোৰে মুখলৈ চালে। কিবা এটা দুখত, কিবা এটা খঙত সি গোটেই মানুহটো কঁপিব ধৰিলে।

হঠাৎ সি চিঞৰি কৈ উঠিল– "আপোনালোক-- তোমালোক চহকী– তোমালোক ধনী– তোমালোকে খাইছা, পেলাইছা– নষ্ট কৰিছা, কুকুৰক দিছা। আমি দুখীয়া– মই দুখীয়া– মোৰ খাবলৈ নাই, পিন্ধিবলৈ নাই। মই ভোকত আছোঁ, মৰি যাবলৈ ওলাইছোঁ। আজি মোৰ কান্দোন শুনোতা কোনো নাই– মোৰ অভিযোগ শুনোতা কোনো নাই। মই কন্দা দেখিলে তোমালোকে হাঁহা– তোমালোকে আনন্দ কৰা। মোৰ প্ৰাণ নাই– মোৰ ভোক নাই। মোৰ পিয়াহ নাই। মই পশু। মই এটা কুকুৰতকৈয়ো বেয়া– মোৰ জীৱন এটা কুকুৰৰ জীৱনতকৈও অধম। মই কণা– মই বোবা। মই নেদেখো– মই ক'ব নেজানো। মই তোমাৰ ধন ভঁৰালৰ গড়কা– মই তোমাৰ ৰাজকাৰেঙৰ খট্‌খটিৰ শিল । ..."

সি অলপ ৰ'ল। তাৰ পিছত আৰু উত্তেজিতভাৱে ক'লে– "কিন্তু নহয়, আৰু নহয়। আমাৰ জীৱন্ত দেহাৰ ওপৰত শ্মশান ৰচনা কৰি তোমালোকে আৰু বেছি দিন পিশাচৰ হাঁহি মাৰিব নোৱাৰিবা। তোমালোকৰ সৌকা চাবুকৰ ভয় দেখুৱাই আৰু মোৰ চিনাকিৰ পৰা বঞ্চিত কৰি ৰাখিব নোৱাৰিবা।"

"মই অন্ধ, মই বোবা। কিন্তু তোমাৰ অত্যাচাৰে আজি মোৰ চকু মুকলি কৰিছে। তোমাৰ নিষ্পেষণে আজি মোৰ মুখ মুকলি কৰিছে।"

"তোমালোকক শেষ কৰিম। অত্যাচাৰীক শেষ কৰিম। তোমাৰ পিশাচ হাঁহিৰ ওৰ পেলাম। তোমাৰ জোতা আৰু মোৰ মূৰ– নহয়– মোৰ হাত আৰু তোমাৰ হাত– মই পশু গুচি মানুহ হ'ম– তোমাক পিশাচ গুচাই মানুহ কৰিম।

"ই বলিয়া –" এজনে ক'লে।

"পাগল –" আন এজনে ক'লে।

আটাইকেউজনে হাঁহিলে– সেই বৰ্বৰ হাঁহি।

"বলিয়া ! মই বলিয়া? মুক্তিৰ কাৰণে, শক্তিৰ কাৰণে আজি মই বলিয়া। আৰু কিমান দিন চোবাই হজম কৰিবা মোৰ বুকুৰ গোটমৰা কেঁচা তেজ?

"কিমান দিন আৰু চলাবা মোৰ বুকুৰ কামি হাড়ৰ ওপৰত তোমাৰ গাড়ী– কিমান দিন আৰু তোমাৰ বুটৰ গোৰ দি মোৰ পিঠিত তোমাৰ শক্তি পৰীক্ষা কৰিবা? আৰু নহয়– আৰু নোৱাৰিবা, আৰু তোমাৰ ধনৰ বস্তা কঢ়িওৱাই মোৰ পিঠিৰ ছাল ছিঙাব নোৱাৰিবা। আমি জাগিছো– আমি প্ৰাণ পাইছোঁ। আজি তুমি মোক এমুঠি ভাত নিদিলা, কিন্তু ভাতত-কৈ ডাঙৰ বস্তুৰ সন্ধান মই পাইছোঁ। আমাক এতিয়া শক্তি লাগে– সেই শক্তিও আমি বিচাৰি লম।"

দৰ্শকৰ মাজৰ পৰা কুলীকেইটামানে চিঞৰি ক'লে– "ঠিক, ঠিক কৈছ ৰামনাথ।"

আগৰ পৰা অভ্যস্ত ভীম, দুৰ্যোধনৰ বচন শুনি হাত চাপৰি দিয়া কেইজনমান মহৰী-কেৰাণীয়েও হাত চাপৰি দি উঠিল। বনুৱাবোৰে কোৱাকুই কৰিলে— "কথাচৰ কিন্তু ঠিক কৈছে দেই —"

তৃতীয় অঙ্ক আৰম্ভ হ'ল— কেইমাহমানৰ পিছৰ ঘটনা লৈ।

ৰামনাথ এতিয়া বিদ্ৰোহী। সি তলে তলে বাগিচাৰ কুলীবোৰ লৈ এটা ডাঙৰ দল গঠন কৰিছে। বাগিচাৰ কুলীৰ অৱস্থাৰ পৰিবৰ্তন সিহঁতৰ প্ৰধান লক্ষ্য।

তিনি মাহৰ পিছত ফুলীয়াই তাইৰ গৃহস্থৰ ঘৰৰ পৰা খেদা খালে— অসৎ চৰিত্ৰৰ বুলি।

ফুলীয়া হাঁহি মুখে ওলাই আহিল। তাইয়ো আজি বিদ্ৰোহিনী।

মুকলি আলিবাটত ভৰি দিয়াৰ আগতে তাই তাইৰ গৃহস্থ আৰু গৃহস্থনীলৈ চাই ক'লে— "আজি মই গৰীব – মোৰ ধন নাই – মোৰ থাকিবলৈ ঘৰ নাই, বিবা অকণমান ইজ্জত আছিল, আপোনালোকৰ মজিয়াতে সি শেষ হ'ল। আজি মোৰ একো নাই। মই দুখীয়া— মই গচকি যোৱা ফুল। মোৰ ৰজা নাই— মোৰ বিচাৰক নাই ... মোৰ ভাল বেয়া, জীয়া মৰাৰ বিচাৰ কৰোঁতা কোনো নাই। এই বহল দুনিয়াখনত আজি মই অকলে— আৰু কোনো নাই। কিন্তু মোৰ আজি ভয় নাই— মই আজি অকলে নহয়। শ শ, হেজাৰ হেজাৰ নিষ্পেষিত, লাঞ্ছিত, উৎপীড়িত আজি মোৰ লগৰীয়া। সিহঁত পৃথিৱীৰ বুকু জুৰি আছে। সিহঁতৰো মোৰ দৰে ঘৰ নাই, দুৱাৰ নাই, খাবলৈ নাই, পিন্ধিবলৈ নাই ...। কিন্তু আজি আমি সবহ— আজি আমাৰ দল জগতব্যাপী আছে। আমাৰ শক্তি দুৰ্দম। আপোনালোকৰ ধনৰ হেঁচা দি আমাক আৰু গচকি ৰাখিব নোৱাৰিব। আমি আজি নিজে আমাৰ ঘৰ বিচাৰি ল'ম। আমাৰ ভাত বিচাৰি ল'ম, আমাৰ মাত বিচাৰি ল'ম। তোমালোকৰ বিচাৰ আমাক নালাগে, তোমালোকৰ ৰজা আমাক নালাগে, তোমালোকৰ আইন আমাক নালাগে। আমি নতুন ভাষা গঢ়ি— আমি নতুন পৃথিৱী গঢ়িম। আজি আমি সকলো হেৰুৱাইছোঁ। এই সকলো হেৰুওৱা দলৰ ৰক্ত দি গঢ়িম নতুন জগত – সকলো পোৱাৰ দেশ —"

পুলিচ ইন্সপেক্টৰ ৰভাতললৈ সোমাই আহিল, আৰু এছ. আইক. কিবা এটা ইঙ্গিত দিলে। কনষ্টেবলসহ এছ. আই. উঠি গ'ল।

ইয়াৰ অলপ পিছতে হঠাৎ থিয়েটাৰ হলত এটা হৈ চৈ লাগিল। পিছত দৃশ্যটো আৰম্ভ হোৱাৰ আগতে কনষ্টেবল আৰু পুলিচ অফিচৰজন হলৰ পৰা ষ্টেজলৈ উঠি গ'ল। আজাদ, ধমাহু, ভৱ আৰু তম্ৰাক এৰেষ্ট কৰিলে।

"অ' আপোনালোকে এই কাৰণেহে আহিছিল —" সুকুমাৰে ক'লে। "মই বোলো থিয়েটাৰ চাবৰ কাৰণেহে আহিছে।"

ষ্টেজৰ পিছ দুৱাৰেদি চাৰিওটাকে কনষ্টেবলকেইটাই বাহিৰলৈ উলিয়াই আনিলে।

"আমকনো কিয় এৰেষ্ট কৰিলে?" ধমাহে সুধিলে।

"থ' এৰেষ্ট কৰাৰো আকৌ কাৰণ এটা থাকে ! সঁচা কথা ক'লি কাৰণে এৰেষ্ট কৰিলে। আৰু কিয় কৰিব?"

"এখেতে এনে ধৰণৰ বিদ্ৰোহী নাটক লিখাৰ কাৰণে আৰু আপোনালোক এনে নাটকৰ অভিনয় দেখুৱাই কুলীবোৰক উত্তেজিত কৰাৰ কাৰণে। তাৰ উপৰি ৰাজদ্ৰোহমূলক স্পীচ থকাৰ কাৰণে আপোনালোকক এৰেষ্ট কৰিব লগা হ'ল।" পুলিচ অফিচাৰজনে ক'লে, "আপোনালোকে বেয়া নেপাব। নাটকখন বন্ধ কৰক আৰু থানাৰ পৰা আপোনালোক জামিনত আহিব পাৰিব।"

হামিদ মহৰী আজাদৰ সন্মুখলৈ আহি আৰু এটা বিদ্ৰূপৰ হাঁহি মাৰিলে।

আজাদে তাঁলৈ কাণ নিদি পুলিচ অফিচাৰজনক ক'লে, "ৰাজদ্ৰোহ ! ৰজা নথকাকৈয়ে ৰাজদ্ৰোহ হ'লনে। কাৰো হাতত দেখোন গুলী-বাৰুদ একো নাই?"

অফিচাৰজনে এনো নেমাতিলে।

হলৰ পৰা চেতনা, নাজমা, মিনতি আৰু জে'বন বাহিৰলৈ ওলাই আহিল। বুঢ়াও ওলাই আহিল। ঘটনাটো কি হৈছে বেছি ভাগ দৰ্শকে একো বুজিব নোৱাৰিলে।

গেটৰ মুখত পেট্ৰমাক্সৰ পোহৰত ৰামনাথ, ফুলীয়াহঁতৰ পেইণ্ট কৰা মুখবোৰ জিলিকি উঠিল।

"আপোনালোকৰ থিয়েটাৰ ইমানতে বন্ধ কৰিব লাগিব।" সুকুমাৰলৈ চাই ইনচাৰ্জে ক'লে।

"আপোনালোকেই দেখোন বন্ধ কৰিলে। ইহঁতকিটা নেথাকিলেনো কোনে কৰিব?" সুকুমাৰে ক'লে।

হঠাৎ আজাদে মূৰ দাঙি চালে। দেখিলে সিহঁতৰ মুখৰ ফালে চাই থিয় দি আছে নাজমা, মিনতি, জে'বন সকলোৱে।

. সি নাজমাৰ ওচৰলৈ গ'ল। আৰু কুঁজা হৈ নাজমাক ভৰিত ধৰি 'তচলিম' কৰিলে। হুকহুককৈ নাজমাই কান্দি উঠিল।

'কেতিয়াকৈ ঘূৰি আহোঁ ক'ব নোৱাৰোঁ বৌ। ঘূৰি আহিলে বৰ শকতটো হৈ নাহো, চিনি পাবা।"

মিনতিলৈ চাই সি ক'লে— এইটো ধনতান্ত্ৰিক দেশৰ আশীৰ্বাদ মিনি। সত্যৰ মুখত সদায় লেকাম। এখেতসকলে আমাক এৰেষ্ট নকৰা হ'লেহে মই আচৰিত হ'লোহেঁতেন।

"এতিয়া আপোনালোক আমাৰ লগত যাব লাগিব— ব'লক আৰু —"

"অঁ এৰা ব'লক। আপোনালোকৰ বহুত দিগদাৰ হৈছে।"

"বৌ, জে'বনহঁতৰ কিবা দৰ্কাৰ হ'লে খবৰ ৰাখিবা।"

নাজ্‌মাই আজাদৰ মুখলৈ মূৰ তুলি চালে। আজাদৰ চুলিত অকণমান মকৰাজাল নে কি পৰি আছিল। নাজ্‌মা আজাদৰ ওচৰলৈ গ'ল। হাতখন মেলি আজাদৰ মূৰৰ চুলিত পৰি থকা ঘুগুলা এখিনি একৰাহ পেলাই দিলে।

নাজ্‌মাই একো মাতিব নোৱাৰিলে। তেওঁৰ চকু দুটাৰ পৰা দুধাৰ চকুলো বাগৰি আহিল। পেট্ৰমাক্সৰ পোহৰত মুকুতাৰ দৰে চকুলোকেটোপা নাজ্‌মাৰ চকুত জলমলাই উঠিল।

লাহে লাহে পুলিচৰ লগত ভৱ, আজাদহঁতে খোজ দিলে।

"এই ভৱ তয়ো যাব নেকি?" সুকুমাৰে সুধিলে। ভৱই পাতলকৈ এটা হাঁহি মাৰিলে।

হঠাৎ ষ্টেজৰ ভিতৰত কাৰোবাৰ চিঞৰ শুনা গ'ল– "আমাৰ কাৰণে তেওঁলোক জেললৈ গৈছে। যাওক। হয়তো আমাৰ কাৰণে তেওঁলোক জেলত পচি মৰিম– মৰক। তেওঁলোক মৰিবলৈ গৈছে আমাক জীয়াই ৰাখিবৰ কাৰণে। যাওক। কিন্তু আমাৰ নাটক বন্ধ নহয়, ৰাইজ কোনো নেযাব।"

"কিন্তু ভাইহঁত পাহৰি নেযাবা, তেওঁলোক গৈছে আমাৰ কাৰণে। তেওঁলোকৰ আদৰ্শক আমি জীয়াই ৰাখিম।"

"তেওঁলোকৰ খোজতে খোজ দি আমি আমাৰ বাট বিচাৰি ল'ম।"

বুঢ়াহঁত আৰু 'হল'ৰ বাহিৰ ওলোৱা মানুহবোৰ আকৌ হলৰ দুৱাৰমুখ পালেহি। দেখিলে থিয়েটাৰৰ অভিনেতা নহয়– সোণাপুৰ বাগানৰে কুলী ল'ৰা এটা– বসন্ত। ল-সা-গু স্কুলৰ ছাত্ৰ।

অন্য কুলীবোৰে ভাবিয়ে নাপালে। সি ষ্টেজত উঠিবলৈ ক'ৰ সাহস পালে।

তাৰ কথাবোৰ পুলিচৰ লগত গৈ থকা আজাদ, ভৱহঁতৰ কাণতো পৰিলগৈ। সিহঁতে আনন্দৰ প্ৰফুল্ল এটা হাঁহি মাৰিলে।

"... অবিচাৰে, অত্যাচাৰে, উৎপীড়নে আমাক হত্যা কৰিব পাৰে – নিৰ্মূল কৰিব নোৱাৰে। বিদ্ৰোহৰ এই ভাষা মোৰ, তোমাৰ, সোণাপুৰৰ নহয়– এই ভাষা জগতৰ দৰিদ্ৰবোৰৰ ভাষা– উৎপীড়িতবোৰৰ, সৰ্বহাৰাবোৰৰ ভাষা। ইয়াৰ স্তব্ধ কৰোঁতা জগতত কোনো নাই –"

তাৰ কথা বন্ধ হ'ল। হঠাৎ এদল কুলী ল'ৰা ষ্টেজৰ ভিতৰলৈ সোমাই আহিল। বাদ্য নাই, যন্ত্ৰ নাই– সিহঁতে চিঞৰি গাই উঠিল–

পাহৰি নেযাবি বুকুৰ আঘাত
পাহৰি নেযাবি পিঠিৰ মাৰ,
পাহৰি নেযাবি ধূলিত মিলোৱা
বুকুৰ তেজৰ ৰাঙলী ধাৰ।
পাহৰি নেযাবি মাৰ।
তই মৰা নাই, আছ যে জীয়াই,

আছে এতিয়াও বাকী –
শেষ হ'লে তেজ আছে এতিয়াও
উছৰগা তোৰ আত্মাৰ।
পাহৰি নেযাবি মাৰ।
শেষ হ'ব শেষ হ'ব –
এই নিকৰুণ অত্যাচাৰ
পাহৰি নেযাবি মাৰ। ...

আজাদহঁত তেতিয়া লাহে লাহে আন্ধাৰৰ মাজত অদৃশ্য হৈ আহিছে।

ভূতে পোৱাৰ দৰে– সপোন দেখাৰ দৰে, নাজ্‌মা, মিনতিহঁত আগে থিয় হোৱা ঠাইতে থিয় হৈ একেথৰে আজাদহঁতৰ ফালে চাই থাকিল।

বাগানৰ আন্ধাৰৰ মাজত লাহে লাহে অদৃশ্য হৈ অহা আজাদহঁতক দেখি নাজ্‌মা মনত হ'ল – খেলি থকা সৰু ল'ৰা এটাক যেন খেলাৰ পৰা আঁজুৰি আনি তাক বলিশালৰ ফালে লৈ গৈছে– অথচ সি তাক খেলোতে ধূলি লগা কাৰণে গা ধুৱাবলৈ নিয়া বুলিয়ে ভাবিছে। ...

জে'বনে পৰীক সুধিলে, "আজাদ ককাইহঁতিহঁতক কেতিয়া জামিনত দিব?"

পৰীয়ে মাতিব নোৱাৰিলে। তাইৰ ডিঙিটো যেন হঠাৎ শুকাই কাঠ হৈ গৈছিল।

চাৰিওফালে আন্ধাৰ। পূব আকাশত তেতিয়া এটা ডাঙৰ তৰা উজ্জ্বল হৈ জ্বলি উঠিছে।

বুঢ়াৰ কাষে কাষে মিনতি।

ৰাতিৰ নিস্তব্ধতা ভঙ্গ কৰি এবাৰ মিনতিয়ে বুঢ়াক সুধিলে,

"তেখেতক পুলিচে কিয় ধৰি নিলে?

বুঢ়াই যেন সপোন দেখিছিল।

বুঢ়াই কলে– "কাক?"

মিনতিয়ে একো নেমাতিলে। কিছুপৰ দুয়ো মনে মনে গৈ থাকিল।

বুঢ়াই বুজিলে মিনতিয়ে আজাদৰ কথা সুধিছে।



## এষাৰ কথা

কলেজৰ ল'ৰাৰ লগত ফুটবল মেচ খেলিছিলোঁ। বিপক্ষৰ এজনৰ লগত লাগি সোঁ-ভৰিখনৰ আঁঠুৰ জোৰা সুলকি গ'ল। বিছনাত পৰি থাকিব লগা হ'ল এমাহমান-বেণ্ডেজ কৰা, লৰচৰ কৰিব নোৱাৰা, উখহি কলগছ যেন হোৱা ভৰিখন চোঁচোৰাই ফুৰা অসম্ভৱ হ'ল।

হাত-ভৰি ভাগিলেও, মনটো কেতিয়াও নেভাগে। 'বনজুই'ৰ সৰহখিনি এইদৰে পৰি থকা অৱস্থাতে লিখা। যোৱা বছৰৰ কথা।

উল্লেখ কৰিছোঁ এই কাৰণেই যে পাঠকে ইয়াৰ মাজত ভগা ঠেং, ভগা মনৰ যদি সাঁফিলৰা লক্ষণ দেখা পায়, হয়তো মোক ক্ষমা কৰিব পাৰিব।

লিখাবোৰ দ্বিতীয়বাৰ পঢ়ি চোৱাৰ শক্তি মোৰ কোনোদিন হোৱা নাই, মোৰ কোনো লিখাকে।

"বনজুই"ৰ এয়া প্ৰথম ভাগ। ৰাইজে পঢ়ি ভাল পালে কাহিনীটোৰ বাকী অংশ দ্বিতীয় ভাগত আগবঢ়াবৰ চেষ্টা কৰিম। ত্ৰুটি-বিচ্যুতি লিখকৰ সীমাবদ্ধ জ্ঞান-বুদ্ধিৰ পৰিচায়ক।

জগন্নাথ বৰুৱা কলেজ
যোৰহাট
৭।১২।৫৬

চৈয়দ আব্দুল মালিক

## এক

সক ল'ৰাৰ দাঁতৰ নিচিনা বগা ৰ'দ। ফটফটীয়া বৈ যোৱা পানীবোৰ নীলা। আঁঠুৰনীয়া পানী। তলত শকত বালিবোৰ আৰু সক সক শিলগুটি।

মাখনে ৰ'দৰ অসহ্য নীৰৱতাখিনি একান্তভাৱে উপলব্ধি কৰিবৰ চেষ্টা কৰিছিল। নৈৰ পানীবোৰে কোনো শব্দ নকৰে। সিপাৰৰ চাপৰ চাপৰ ঝাঁও বননিবোৰত এটা প্ৰাচিন বন্য নীৰৱতা। এই নীৰৱতা যেন বিয়া-ঘৰৰ খিকিন্দালিৰ মাজত একো বুজি নোপোৱাকৈ বহি থকা এটা আলৰ বুঢ়া! বুঢ়া নিস্তব্ধতা!

চৌবিশ বছৰ বয়সৰ লগত শেষ ফাগুনৰ বগা ৰ'দৰ এটা সম্বন্ধ আছে। ৰ'দেই যৌৱন।

পুৰণি দাইল, ভেঁকুৰা গোন্ধায়। ভালেমানখিনি চ'দা দিব লাগিব কিজানি। পাভ মাছকেইটা জীয়া। সিহঁতৰ ওলমি পৰা ৰঙা পেটকেটা কোমল, গাঁৱলীয়া বোৱাৰী ছোৱালীৰ তামোলৰ পিকলগা তলৰ ওঁঠটোৰ নিচিনা।

ভাতখিনি ভালকৈ সিজিলেই হয়।

"সক ল'ৰা –"

সি জানো মাতিব! সিয়ে যদি মাতি-বুলি থাকিলেহেঁতেন, পৃথিৱীৰ বুকুৰ এই দাঁতসৰা নীৰৱতাৰ চেঁচা পৰশ তাৰ গাত নেলাগিলহেঁতেন!

"সক ল'ৰা –"

নাই, সি ঠিক এই সময়তে, ভাত ৰান্ধিবৰ সময়ত ক'লৈ যায় যাওক!

অ' খৰাহিটোত চাউল লৈ নৈৰ পৰা আহিছে! নৈত চাউল ধুলে নিকা হয়, কিন্তু বালিৰ কথা সি পাহৰিলে হ'বলা!

চোতালখনত আগ-দুপৰৰ বগা ৰ'দ। মাখনৰ অন্য এখন চোতালৰ কথা মনত পৰে।

আৰু এখন ৰ'দ পৰা চোতাল। ল'ৰাকালৰ সকলো সপোনৰ সোঁৱৰণী মিহলি চোতাল। তাৰ ধূলিত মিহলি হৈ আছে তাৰ হাঁহি, তাৰ বনৰ পাতত মিহলি হৈ আছে অকাৰণ চকুলোৰ দাগ। প্ৰথম আঘোণত দাই অনা আহোমবালি ধানৰ আধা-পকা গোন্ধটোৰ কথা তাৰ মনলৈ আহে। চোতালৰ আগৰ ধানৰ ডাঙৰি কিজানি মানুহৰ

সকলো বুৰঞ্জীতকৈ পুৰণি! এদিন আছিল বনৰীয়া জন্তু, তাৰ পিছত ধান! এটা পুৰণি সাধুকথাতকৈও প্ৰাচিন!

"সৰু ল'ৰা –"

মাখনৰ নিজৰ মাতটোৰেই যেন এটা অচিনাকি কিবা। ল'ৰাকালতে এৰি অহা এটা মাত যেন তাৰ পিছে পিছে আহি আছিল, সি ঘৰ নৌসোমাওতেই, তাৰ ঘৰৰ ভিতৰত সোমাই লুকাই আছিল। এতিয়া ওলাই আহিল।

ৰ'দ দিয়া দিনবোৰ মানুহ নোহোৱা পোন আলি-বাটৰ নিচিনা। নেযায় নুপুৱায়। একো কৰিবৰ মন নেযায়, অথচ একো নকৰাকৈও থাকিবৰ মন নেযায়।

নৈখনৰ সিপাৰৰ আকাশখন নীলা, এটা মৰা মাছৰ চকু দুটাৰ নিচিনা অৰ্থহীন নীলা। উকা নীলা।

কিতাপখনে কথা কয়। অচিনাকি মানুহৰ মুখৰ কথা। কিতাপখনৰ মাজত সোমাই পৰিলে সি দুপৰীয়াৰ মৰম নোহোৱা ৰ'দজাকৰ কথা পাহৰি থাকিব পাৰে। পৰ্টি থকা উপন্যাসখনৰ কাকো সি চিনি নেপায়, কিন্তু সকলোকে তাৰ আপোন যেন লাগে। কত মানুহৰ অহা-যোৱা, কত মানুহৰ হহাঁ-কন্দা।

কোনো শব্দ-সঁহাৰি নাই!

সৰু ল'ৰাই মাছ ভাজিছে। গৰম তেলৰ পৰা পিঁয়াজৰ এটা গৰম গোন্ধ উটি আহিছে' ভোক লগাৰ সময়ত ভজা মাছৰ গোন্ধটোও ভাল লাগে।

আজি চিঠি আহিব পাৰে।

ভাইটোৱে অলপ পইচাৰ কথা লিখিব।

ভনীজনীয়ে আহোঁতে এডোখৰ কাপোৰ লৈ অহাৰ কথা লিখিব।

মা'ই- নাই, মা'ইতো নিজে লিখিব নেজানে। ভনীজনীৰ হতুৱাই লেখাব– কিজানি কি লিখিব, কত কথা লিখিবৰ থাকে মাকৰ পুতেকলৈ।

কিন্তু চিঠি আহি নেপায়হি মানে উপন্যাসখনকে পঢ়া যাওক। ধুনীয়া লিখিছে! হেজাৰ-বিজাৰ মানুহ থকা ব্যস্ত চহৰৰ ৰোমাঞ্চকৰ কাহিনী! জীৱন উৰাজাহাজতকৈও বেগেৰে যায়। মানুহবোৰে নামঘৰ ছোৱাতকৈও বেছি হুৰ-মুৰ কৰি কাম কৰে। উচ্ছল জীৱনৰ অকুণ্ঠ গতিবেগ কাহিনী। প্ৰাণ আৰু প্ৰণয়ৰ কাহিনী। মাটি আৰু মৃত্যুৰ কাহিনী।

ভাত খাই উঠি মাখনে ভাবিছিল, কিতাপখন পঢ়িবলৈ এৰি সি একান্ত নিশ্চিতভাৱে আবেলি চাবি বজালৈকে শুব, তাৰ পিছত ফুৰিবলৈ ওলাই যাব। আবেলি নিশ্চয় এতিয়াৰ মৰা নীৰৱতা নেথাকে, থাকিব শান্ত কোলাহল আৰু লহিওৱা বেলিৰ কোমল আবেদন। ঝাঁওবনৰ ডাঠ সেউজীয়া পাতবোৰত এজাক শান্ত বতাহ লাগিব। সেই বতাহজাকে তাকো আদৰ জনাব।

কিন্তু তাৰ শোৱা নহ'ল।

ডাক্তৰ আৰু ইনচাৰ্জ আহিল।

ভবানী ডাক্তৰ স্থানীয় ডিস্পেন্‌শ্যাৰিৰ ডাক্তৰ। আৰু প্ৰসন্ন গোস্বামী থানাৰ ইনচাৰ্জ- পদত চাব্‌ ইন্‌স্পেক্টৰ।

চাকৰিত সোমোৱা সকলো মানুহৰ বয়স সমান হৈ যায়। যেনেকৈ চল্লিশ বছৰৰ পিছত সকলো মানুহৰ বয়স সমান হৈ যায়। চল্লিশৰ পিছত মানুহ নেবাঢ়ে, সমান হয়।

সৰু ল'ৰা নাই।

সি ডাক্তৰ আৰু গোস্বামী দুয়োলৈকে ভয় কৰে।

মাখনৰ ভাত-ৰান্ধনি আৰু পিয়ন কামত সোমোৱাৰ পিছতে তাৰ জ্বৰ হৈছিল। ডাক্তৰে তাক জোৰ কৰি বেজী দি দিছিল। আৰু ইনচাৰ্জ গোস্বামীয়ে নিজৰ চাকৰ ল'ৰাটোক জোতাৰে ইমান গুৰিয়াইছিল যে, ল'ৰাটোৰ নাকে-মুখে তেজ গৈছিল আৰু সি উশাহ ল'ব নোৱাৰা হৈছিল।

সৰু ল'ৰা নাই।

গোস্বামীৰ চকু এটা কেঁৰা। বৰণ বগা। মোঁচখিনি নাকৰ তলৰ পৰা দুয়োফালে পাখি মেলি ওঁঠৰ ওপৰেদি নামি আহিছে। গাল দুখন এটা ৰঙালাউৰ নিচিনা ওলমি পৰা, বাওঁফালে কাণৰ ওচৰতে এটা দ দাগ। মানুহজন ওখই প্ৰায় ছফুট, মাতটো চেঁচেঁয়া।

ডাক্তৰ আদহীয়া মানুহ। দঁহা চকুৱা, পেটটো ওলমি পৰিছে। চুলিবোৰ সোঁমাজতে সেঁওতা ফালি ফণিওৱা। অলপ অলপ পক ধৰিছে।

ডাক্তৰৰ নাকটো ইমান বেছি দীঘল নোহোৱা হ'লেই হয়তো তেওঁক বেছি ধুনীয়া দেখালেহেঁতেন।

ধুতীখন লুঙি কৰি পিন্ধাৰ কাৰণে তেওঁৰ পেটটো আৰু ওলমি পৰিছিল। গোস্বামীৰ ইস্ত্ৰি নভগা হাফ্‌পেন্টটো আৰু হাত লগা বনিয়নটো ডিউটিত নথকা সময়ত ইউনিফৰ্ম।

ব্ৰজেন শৰ্মাও আহি যেতিয়া লগ লাগিলহি, তেতিয়া ব্ৰীজৰ আড্ডাটো গৰম হৈ উঠিল।

ডাক্তৰ আৰু শৰ্মাই ভাল খেলে— বিশেষকৈ অকচন্‌ ব্ৰীজ। মাখনে এওঁলোকৰ পৰাই শিকিছে। এতিয়া পাৰিছে।

প্ৰথমে আমি শিকোঁ, বুজোঁ পিছত। বুজিবলৈ বুদ্ধদেৱৰ বহুত দিন লাগিছিল, মহম্মদৰো।

মাখনৰ চৌবিশ বছৰহে হৈছে। ৰঙৰ গোলামটোও এটা অনাৰ্চ — সন্মানৰ কথা। হাকিমৰ চপ্ৰাচিৰ সেয়েহে ... নাইবা চপ্ৰাচি থকা হাকিমৰ সেয়ে ইমান "অনাৰ"।

তাচৰ পাতবোৰ কেৱল দুই ৰঙৰ হ'ল কেলেই! ৰঙা আৰু ক'লাৰ বাহিৰে জানো অন্য ৰং নাছিল? স্পেড, ডায়মণ্ডস হাৰ্ট আৰু ক্লাব— চাহেব, বিবি, গোলাম, টেক্কা। মাত্ৰ বাৰনখিলা পাত, জোকটো এনেই লগত অহা, তাৰ কোনো দাম নাই। সি

জ্বেক, তাচযোৰ অলপ পুৰণি হ'লেই তাক পেলাই দিব। বাৱনখিলা পাত থাকিলেই হ'ল। জ্বেক গন্তিৰ বাহিৰ। তাৰ কোনো মূল্য নাই। তাচ খেলোঁতে আৰু অন্য কথা পতা নেযায়। বহি বহি ভৰিবোৰ যেতিয়া টন্‌টনাই উঠিছিল, তেতিয়া খেল সামৰিবৰ মন গ'লেও, সৰু ল'ৰাই অন্যদিনৰ দৰে মনে মনে দি থৈ যোৱা চাহপানীটোপাৰ কাৰণে আৰু অলপ খেলাত অপকাৰ নাই বুলি ভাবিলে আটাইকেজনে।

চাহপাতখিনি ভাল নহয়। ইপিনে দাম বাঢ়িছে। যুদ্ধ আৰম্ভ হৈছে। দিনে দিনে ইটো-সিটোকে বস্তুৰ দাম বাঢ়ি আহিছে। মোহনবাৰীত বোমা পৰিছে, কলিকতাতো পৰিছে কিজানি!

মাখনহঁত দূৰত আছে। হেড্‌কোৱাৰ্টাৰ অৰ্থাৎ কাছাৰী থকা নগৰৰ পৰা সাতাইশ মাইল দূৰত চাৰিকড়িয়া গাওঁ। আহোম ৰজাৰ দিনৰ পুৰণি ঘন গাওঁ। কিন্তু বাট-পথ নাই। খৰালি লোকেল ব'ৰ্ডৰ আলিবাটটোৰ চিন ওলায়! বহাগৰ পৰা কাতিলৈ বাটটোৰ সৰহভাগে পানীত তল গৈ থাকে। নাও, সাঁকো, সাঁতোৰ বহুত উপায়ে অহা-যোৱা কৰিব লাগে।

সপ্তাহত এবাৰকৈ পিয়ন আহে— ডাকঘৰৰ পিয়ন, হাস্পতালৰ পিয়ন, থানাৰ ডাকোৱালৰ কামত নিয়োজিত কনষ্টেবল। এই পিয়নকেটাৰ, বিশেষকৈ ডাক-পিয়নটোৰ যোগেদিয়ে চাৰিকড়িয়া গাঁৱে, মাখনে, প্ৰসন্ন গোস্বামীয়ে, ডাক্তৰে বাহিৰ জগতৰ লগত সম্পৰ্ক ৰক্ষা কৰে।

যোগ-বিয়োগ কৰি দেখা গ'ল, মাখনহঁত ৫৫০ হাৰিছে ব্ৰীজত। খেলাত হৰা-জিকা আছেই।

শান্ত মুকলি বতাহজাক! ঝাঁওবনৰ পাতৰ চিনাকি মিৰমিৰণি। নৈখনৰ সিপাৰৰ বালিত সদায় অহা ছোৱালীকেজনীয়ে মজা পিতলৰ কলহৰ সোণ বৰণীয়া চিক্‌মিকনি।

মাখনৰ মনটো ফৰকাল লাগিল। গুৱাহাটীৰ কাছাৰী-ঘাটতে ব্ৰহ্মপুত্ৰৰ বালিত সি ফাগুনৰ নাচোন দেখিছে। কিন্তু নাও, নাৱৰীয়া আৰু চিএৰ-বাখৰ কৰা মানুহবোৰৰ স্পৰ্শত সেই বসন্তৰ মাধুৰী নোহোৱা হয়।

চাৰিকড়িয়া নৈৰ পাৰৰ এই বসন্তত এটা সনাতন, প্ৰাচিন আত্মীয়তা আছে। এই বসন্ত হাবিৰ মাজত ফুলা ফুলৰ নিচিনা, কণীৰ পৰা ওলোৱা কোমল পাখিৰ চৰাই-পোৱালিৰ নিচিনা। সি কোনোদিনে পুৰণি হোৱা নাই, পুৰণি নহয়। এই নিৰ্জন ফাগুন এখিলা কুঁহিপাতৰ সমান। নতুন কেঁচুৱাৰ মুখত ফুটা প্ৰথম মিচিকিটোৰ নিচিনা ধুনীয়া।

মাখনৰ ভাল লাগিল।

তাৰ গান গাবৰ মন গ'ল। কিন্তু কোনো গানৰ সুৰত সি বসন্তৰ নিশ্বাস অভিব্যক্ত হৈ উঠা যেন নেপালে?

পৃথিৱীত যদি কেৱল অন্তহীন বসন্ত আৰু অফুৰন্ত যৌৱনৰ বাহিৰে আন একো নেথাকিলেহেঁতেন!

মাখন ফুৰি আহি ঘৰ সোমাওঁতে সন্ধিয়া লাগি ভাগিল?

পৃথিবীখন ৰাতিৰ আন্ধাৰে সৰু কৰি পেলালে। কিন্তু উন্মুক্ত বসন্তক ৰাতিয়ে মাৰি পেলাব নোৱাৰে। দিন আৰু ৰাতিৰ হেজাৰ প্ৰাৰ্থনা লৈ বসন্ত আহে। তাৰ শেষ নাই।

ঘৰৰ চিঠি আজিও নোপোৱাত বিশেষ উদ্বিগ্নতা অনুভৱ নকৰিলেও তাৰ মনটো অলপ গধুৰ লাগিল। আগৰখন চিঠিৰ উত্তৰ আহি পোৱা নাই যদিও, মাধনে আকৌ এখন চিঠি লিখিবলৈ ল'লে। সি বেছি দূৰত নাই। কিন্তু আছে অগম্য ঠাইত। এখন চিঠি পাবলৈ সাত-আঠ দিন লাগে।

ইপিনে যুদ্ধ আৰম্ভ হৈছে। ক'ত কেতিয়া কি বিপদ ঘটে কোনে জানে? খবৰ সদায় পাই নেথাকিলে বেয়া লাগে, চিন্তা হয়।

মাজতে এবাৰ সৰু ল'ৰাই আহি দেখিলে একান্তভাৱে মাধনে চিঠি লিখিছে।

## দুই

প্ৰেমধৰে যিদিনা জোনাক বিয়া কৰাই আনি ঘৰ সুমুৱালেহি, সেইদিনা সঁচাকৈয়ে প্ৰেমধৰৰ মজিয়াখন পোহৰ হৈ উঠিল। ইমান ধুনীয়া ছোৱালী এজনী ওচৰ-পাঁজৰৰ গাঁৱতো নোলায়েই, হয়তো গোটেই জিলাখনত বিচাৰিলেও দুজনী ওলাব নে নাই সন্দেহ। চক্‌চক্ কৰে বগা মুখখন, তেজে ফুটি যাওঁ ফাটি যাওঁ চকুহাল যেন হৰিণীৰহে। ওখই-পাখই, শকতে-আবতে, খোজে-কাটলে এনে এজনী ছোৱালী বহুত ঠাইতে নাই। ঘৰত থাকোতেই বহুত ডেকা ল'ৰাই ধৰি নিবলৈ আলচি আছিল, পিছে তাইৰ মন বুজিব নোৱাৰি সকলোৱে লুকাই-চুৰকৈ হ'লেও পোনপটীয়াভাৱেই কাম চাপিছিল।

গাঁৱৰ কোনো এটা ডেকাই কোনো দিন তাইৰ মুখৰ হাঁহিটোৰ পৰা বঞ্চিত হোৱা নাছিল।

কোনোবাই জোকালেও তাই চকু ঘোপা কৰি কৃত্ৰিম খং দেখুৱাই মাথোন কৈছিল— "মোক নিয়াটো চোৱা! চাওঁ হাতখন দেচোন, মুঠিৰ পৰাই এৰাই যা চাওঁ!"

সোতৰ বছৰীয়া ছোৱালী যদিও, তাই দুৰ্বল নহয়। তাইৰ মাংসপেশীত বগা তেজৰ সোঁতৰ লগে লগে নাচি উঠিছিল শাৰীৰিক শক্তি। তাইৰ ধুনীয়া শকত বুকুখন দেখিলে সহজেই বুজিব পাৰি যে তাই যিমান ধুনীয়া সিমান বলী, যিমান বলী সিমান সাহসী, যিমান সাহসী সিমান প্ৰফুল্ল।

প্ৰেমধৰতকৈ বহুত দেখাই-মিলাই, কথাই-কামে ভাল ল'ৰা গাওঁখনত আছিল। তথাপি কিয় জানো জোনাই তাকে বিয়া কৰাবলৈ মান্তি হ'ল। প্ৰেমধৰৰ নিজৰ আপোন কোনো নাই। এবাৰ পুৰা কপিত মাটি আৰু সি। হয়তো সম্পত্তিৰ গৰাকিনী হোৱাৰ আশাতে জোনাই তাক বিয়া কৰাবলৈ কথা দিলে। তাইৰ এই সিদ্ধান্তক আন ডেকাইতে পেটে পেটে ভাল নেপালে, কিন্তু মুখেৰে সকলোৱে মানি ল'লে।

"ভাল হ'ল দে, প্ৰেমটোৰেনো আৰু কিমান দিন ভাত ৰান্ধি খাব!"

তাৰ পিছত ডেকাইঁতেই লাগি তাৰ বিয়াখন পাতি দিলে।

বিয়াত বেছ ধুমধাম হ'ল। ঈৰ্ষা আৰু অভিনন্দনেৰে ডেকাইঁতে জোনাক প্ৰেমধৰৰ হাতত সপি দিলে।

যাৰ তিল-মাহ খাই আহিছে ...

বিয়াৰ পিছতো যদিও বহুতেই জোনালৈ লুভীয়া চকুৰে চাইছিল, তথাপি ধৰ্ম আৰু সমাজলৈ ভয় কৰি কোনোৱেই অবাঞ্ছিত উদ্দেশ্য লৈ তাইক আৰু আমনি নকৰিলে।

প্ৰেমধৰৰ অকলশৰীয়া জীৱনটো, তাৰ মাটি-ভেটি, গৰু-ছাগলী সকলোখিনি নিজৰ কৰি লৈ জোনা গিৰিহঁতনী হৈ পৰিল। প্ৰেম পামলৈ গৈ দুই-তিনি দিনো নহাকৈ থাকে, তথাপি জোনাই ভয় নকৰে। বোৱাৰী ছোৱালীক কোনে জোকাব'

আৰু গাঁৱৰ বোৱাৰী ছোৱালীৰ ৰূপৰ কোনো বিশেষত্ব নাই। ভুঁই-কঠীয়া কৰিব পৰা স্বাস্থ্যৱতী ছোৱালীজনী হ'লেই হ'ল।

প্ৰথম এবছৰমান প্ৰেমধৰে তাৰ মুখৰ হাঁহিটো জোৰ কৰিও লুকুৱাব নোৱাৰিছিল। জোনাৰ নিচিনা ছোৱালী এজনী যাৰ মজিয়াত আছে তাৰ মুখত হাঁহিৰ বাহিৰে আৰু কি থাকিব?

আৰু জোনাজনীয়েতো হঁহাৰ বাহিৰে আন একো নেজানেই। আকাশৰ নিচিনা উন্মুক্ত তাইৰ হাঁহি। বাটেদি গ'লে যেন তাইৰ ৰূপ আৰু হাঁহিয়ে বাটৰ দুয়োকাষে পোহৰাই যায়।

কিন্তু বিয়াৰ ডেৰ বছৰমান পিছৰ পৰা প্ৰেমধৰৰ আগৰ আনন্দখিনি যেন ক্ৰমে ক্ৰমে নোহোৱা হৈ আহিব ধৰিলে। বাহিৰত দেখা নগ'লেও, এটা বিমৰ্ষতাৰ বিষণ্ণ ছায়া তাৰ চকু-মুখত ব্যক্ত হৈ উঠিব ধৰিলে।

অকলশৰীয়া মানুহ, গোটেই ঘৰখন চলাব লাগে, সেই দেখি অলপ চিন্তা হ'বই। প্ৰেমধৰৰনো কিহৰ চিন্তা। ৰূপহী তিৰোতা পাইছে, মাটি-ভেটি ভা-ভঁৰাল আছে, কিহৰনো ভাবিব লাগিছে!

মানুহ আৰু সদায় ডেকা হৈ থাকিব নে? বিয়া-বাৰু কৰালে, এতিয়া আৰু ঘৰ-বুঢ়া নহ'লে চলে নে?

নানাজনে নানাবিধৰ মন্তব্য কৰে। সহজ, স্বাভাৱিক মন্তব্য।

এই এখন গাওঁ— ৰৰূপদূৰণি। পুৰণি গাওঁ। জীৱনধাৰাৰ প্ৰচিন পদ্ধতিৰ চিন সকলোতে। মানুহ অকৰ। গোটেই চুবুৰিটোত মানুহ মুঠেই তেৰ ঘৰ। ৰৰগাওঁখন এমাইলমান সিফালে। ৰৰগাওঁ আৰু প্ৰেমহঁতৰ চুবুৰিৰ মাজত এখনি সৰু হাবি। আগেয়ে ডাঙৰেই আছিল, দুয়োখন গাঁৱে খৰি নিওতে নিওতে হাবিখনো পাতল হৈ আহিছে।

প্ৰেমৰ ঘৰটো চুবুৰিটোৰ দক্ষিণ মূৰে, তাৰ ঘৰৰ প্ৰায় এক ফাৰ্লঙৰ ভিতৰত আনৰ ঘৰ নাই। কিন্তু গাঁৱৰ ৰিংটোৰ বাটক দূৰ বুলি কোনেও নধৰে। টানে-আপদে ৰিং মাৰিলে পোৱা হ'লেই নিৰ্ভয়।

শাওণ মাহ! ভূঁইডৰা কই শেষ হয় মানে গধূলিয়েই হৈ আহিল। তাতে দিনটো নেৰানেপেৰাকৈ বৰষুণ দিয়ে আছে। পিছদিনা বোকা দিব ধৰা মাটিডৰাত কঠীয়াভাৰ পেলাই থৈ প্ৰেমধৰে জোনাক লৈ ঘৰলৈ ঘূৰিছিল।

তিতি তিতি ভূঁই কই জোনাজনী যেন অলপ শেঁতা পৰি গৈছিল। আগে আগে জোনা, পিছে পিছে কাণত হোলোঙাডাল লৈ প্ৰেমধৰ। জোনাৰ নিপোটল আটিল গাটোত পাতল কপাহী ৰিহাখন আৰু মেখলাখন লিপিত লাগি খাই ধৰিছিল। গধূলিৰ শেষ পোহৰখিনি, দি থকা বৰষুণৰ মাজেদি সৰকি আহি জোনাহঁতৰ গাত পৰিছিলহি। জোনাৰ তিতা কাপোৰৰ মাজেদি তাইৰ লোদোৰ-পোদৰ তেজবুলীয়া গাটো জিলিকি উঠিছিল।

প্ৰেমধৰৰ মুখত মাত নাই। পিছে পিছে সি আহি আছে।

হাবিখনৰ মাজৰ লুংলুঙীয়া বাটটোৰেদি যেতিয়া সিহঁত আগবাঢ়িছে, তেতিয়া প্ৰায় আন্ধাৰেই হৈ আহিছে। কিন্তু ভয় নাই, চিনাকি বাট। আৰু হাবিখনত শিয়াল-বান্দৰৰ বাহিৰে অন্য একোৱেই নাই।

"বৰ মনে মনে আহিছা দেখোন —" হাবি আৰু সন্ধিয়াৰ সেমেকা নিস্তব্ধতা ভঙ্গ কৰি জোনাই ক'লে। প্ৰেমধৰৰ মৌনতাখিনি তাইৰ অলপ অস্বাভাৱিক যেন লাগিছিল।

"এৰা অ' —"

"কি হ'লনো?" ঘূৰি নোচোৱাকৈয়ে জোনাই এনেই সুধিলে।

আৰু কিছুপৰ মৌনতা।

"ল'ৰা-ছোৱালী এটা নহ'লে, কিবা ঘৰখনকে উদি উদি লাগে —"

"উ, বৰ কথাটোৱেই। মই বোলো অইন কিবা কথা হে —" খুক্‌খুকাই হাঁহি জোনাই ক'লে।

"হহঁা কথা নহয়, বুজিছ! চাওতে চাওতে বিয়াৰ দুবছৰ হ'লহি।"

"সেই বুলি আৰু আমি বুঢ়া হৈছোনে? তোমাৰো যে আৰু চিন্তাটো!"

জোনাই যেন খোজ অলপ ঢিলাই দিলে। ভূঁই কই যেন তাইৰ ভাগৰ লাগি আহিছে। একেই বেগতে আহি থকা প্ৰেম আহি জোনাৰ গাৰ কাষ পালেহি। প্ৰেমৰ ফালে ঘূৰি জোনাই শুদা গাটোত লিপিত খাই ধৰা ৰিহাখন গাৰ পৰা একৰাই আকৌ ভালকৈ ল'লে। সেই কোমল পোহৰতো প্ৰেমে দেখিলে জোনাৰ বুকুৰ কেঁচা লাৱণ্যখিনি।

হাবিখনৰ পৰা বাঁহবোৰৰ এটা কেঁচা বনৰীয়া গোন্ধ উটি আহিছিল। বৰষুণৰ সৰু সৰু টোপালবোৰ নামি আহি আছিল। প্ৰেমধৰে এনেয়ে জোনাৰ বুকুখনত ধৰি মৰমৰ জোকাৰ এটা মাৰিলে, তাৰ পিছত ক'লে— "বল বেগাই, ৰাতিয়েই হ'ল।"

মুখৰ হাঁহিমোকোৰা লুকুৱাবৰ কোনো চেষ্টা নকৰি জোনা আকৌ আগবাঢ়িল, পিছে পিছে প্ৰেমধৰ।

হাবিখন পাৰ হৈ সিহঁতৰ মুকলি লাগিল। মনত অলপ পৰৰ আগৰ যি সামান্য বিমৰ্ষতা আছিল, সিও নোহোৱা হ'ল। দেখিলে সিহঁতে সন্ধিয়া লাগি ভাগিছে, মুঠেই ৰাতি হোৱা নাই।

পথকৰা আলিটোৰ দুয়োপাৰৰ ধলনি পানীৰে চপ্‌চপীয়া হৈ পৰিছে। কোনোডৰা পথাৰত ৰোৱাই সঁজালি ধৰিছে। কিছুমানত এতিয়া ৰোৱাবোৰ হালধীয়া পৰি আছে।

"ভদ্ৰেশ্বৰ সৌডৰা ৰোৱাই নাই হ'বলা। সেইডাল জানো মানুহ। ভাঙৰ চিলিম হুপি ঘৈণীয়েকৰ ওচৰত বহি থাকিব। ভাদমহীয়া পথাৰলৈ নামিলে খেতি হয় নে।"

"এৰা, পানী থাকোঁতেই আমাৰ চতিয়না-তলৰ কেডৰা কঁহ ল'ব পাৰিলে হয়, কেনেবাকৈ খৰ মাৰিবলৈ হ'লে –"

"এই বেলি আৰু খৰ নেমাৰে।"

আঁকৌ অলপ পৰৰ নিস্তব্ধতা। বোকাত খোপনি পুতি পুতি পিছল পথকৰা আলিটোৰেদি সিহঁত মাথোন আগবাঢ়িছে।

আন্ধাৰ অলপ হৈছে। সিফালৰ পৰা কোনোবা এটা অহা দেখি জোনা আলিটোৰ পৰা পথাৰলৈ নামি দিলে, আৰু অভ্যস্ত হাতেৰে এনেই ৰিহাখন টানিলে।

"কোন হে –"

"আমি হে –"

"পথাৰৰ পৰা এতিয়াহে আহিছা নেকি?"

"হয়, মাষ্টৰ বা কোনফালে যায়?"

"গাওঁবুঢ়াই জানো কেলেই মাতিছিল, গৈ আহোঁ। বাৰু যোৱাহঁক দেই –"

"ভাল বাৰু যাওক। বৰষুণে বাট-পথবোৰ গেলিল।"

"বতৰৰ বৰষুণ। অ' প্ৰেম, তোমাক মোৰ অলপ লগ পাবলগীয়া আছিলহে।"

"জানো –"

"এতিয়া বাৰু যোৱা! পাৰিলে মই তোমাৰ ঘৰতে লগ ধৰিম। এতিয়া ভাগৰে-জুগৰে আহিছা।"

মাষ্টৰ আগবাঢ়িল। জোনা আৰু প্ৰেমধৰো নিজৰ ঘৰৰফালে আগবাঢ়িল।

অতপৰে জোনাই এষাৰো মতা নাছিল। কথা কৈছিল মাষ্টৰ আৰু প্ৰেমধৰে। এতিয়া জোনাই অলপ সঙ্কোচেৰেই ক'লে, "হয় নে, মাষ্টৰে বোলে দৰব-জাতিও কৰে।"

"দৰব-জাতি, তোক কোনে ক'লে?"

"শুনিছোঁ, জৰা-ফুকাও কৰে, আৰু কিবা দৰবো দিয়ে বোলে।"

"জানো, মই ক'ব নোৱাৰোঁ। পিছে কি হ'ল?"

"সৰ্বেশ্বৰীৰো ছবছৰ ল'ৰা-ছোৱালী নাছিল নহয়। এওঁৰ দৰৱ খোৱাৰ পিছত বোলে ডাঙৰ ল'ৰাটো হ'ল।"

হঠাৎ প্ৰেমধৰে পোহৰ দেখিলে। অলপ চিন্তিতভাৱে সি ক'লে, "সকলো কপালৰ কথা। মই বাৰু সুধি চাম, কিবা জানিবও পাৰে।"

"জানে, মই বহুতৰ মুখত শুনিছোঁ। তোমাক কওঁ কওঁ বুলিয়ে আছিলোঁ।"

"বাৰু, মাষ্টৰক কম।"

পুখুৰীৰ পাৰ পাই, জোনাই ক'লে– "মই গাটো ধুই যাওঁ। তুমি ৰলা। লেমটো জ্বলোৱাঁগে।"

দলঙতে হাত-ভৰি ধুই প্ৰেমধৰ ঘৰলৈ গ'ল।

আন্ধাৰতে এনেই জোনাই ইফালে-সিফালে চালে। কোনো নাই, কোনো অহাৰ ভয়ো নাই। তাই গাৰ তিতা বিহাখন গাৰ পৰা একৰাই দলঙতে অলপ থুকুচি ধুলে। তাৰ পিছত এনেই চেপা এটা মাৰি পুখুৰীপাৰৰ বননিতে দলি মাৰি থলে।

বৰষুণ দি থকাৰ কাৰণে পুখুৰীৰ পানীবোৰ কুহুমীয়া হৈছিল। ঘঁহি-পিহি দলঙতে বহি লৈ গাটো ধুই জোনাৰ বৰ শাঁত লাগিল। দলংখনৰ আধা-ডোখৰ পানীৰ তলত। গতিকে পুখুৰীত ননমাকৈয়ে তাই দলঙতে বুৰিয়াই বুৰিয়াই গা ধুলে।

ঘৰলৈ এবাৰ চালে, প্ৰেমধৰে লেম জ্বলাইছে। সৰু লেমটোৰ পোহৰ পুখুৰীৰ পাৰলৈকে নাহে।

গা ধুই উঠি জোনাই ভাবিলে, পিন্ধি থকা মেখেলাখনো অলপ থুকুচি নিদিলে নহয়। কেইবাদিনো পিন্ধি থকা হৈছে। বোকাবোৰ আঁহে আঁহে সোমাল।

তাই কঁকাললৈকে দলঙৰ পানীত নামি মেখেলাখন ধুলে।

কুহুমীয়া তপত পানীবোৰ তাইৰ শুদ গাটোত লাগিলত, তাই বৰ এটা তৃপ্তি অনুভৱ কৰিলে। আজি সাত-আঠ বছৰ আগলৈকে তাই তিয়নি নিপিন্ধাকৈয়ে গা ধুইছিল। গাঁৱৰ বহুত ছোৱালীয়ে গাত কাপোৰ লোৱা হ'লেহে, কাপোৰ পিন্ধি গা ধোৱে।

আন্ধাৰত গাটো ঢাকি জোনা আহি দুৱাৰমুখত ৰলহি, আৰু অলপ সৰুকৈ ক'লে– "চাওঁ, দুৱাৰখন মেলি দিয়াচোন –"

হাতত লেমটো লৈ প্ৰেমধৰ আহি দুৱাৰমুখ পালেহি। জোনাই চেপা মাতেৰে ক'লে, "লেমটো নানিবা। গাত কাপোৰ নাই।"

## তিনি

এঁকেশটাক পুলিচে এৰেষ্ট কৰি লৈ গ'ল। কিছুমান পুলিচৰ মাৰ-কিল খাই পলাল, ঘৰাঘৰি গ'ল। যিকেটা নগ'ল, সেইকেইটাক ভালকৈ এপিটন দি পথাৰে বান্ধি থানালৈ পঠিয়ালে।

গোলাপকো নিলে।

মহিমা হাটত পিকেটিং কৰিছিল সিহঁতে, এই অঞ্চলত সেইখনেই ডাঙৰ হাট। দেওবাৰে হাট বহে। আঠ-দহ হেজাৰ মানুহ হয়, গৰু-ঘোঁৰাৰ পৰা আৰম্ভ কৰি সকলো বস্তু ওলায়। প্ৰায় আধা-মাইল ঠাই জুৰি বিৰাট হাট।

কিন্তু পিকেটিং কৰিছে বহুতেই বুজা নাছিল। কোনো এটা চুকত খদ্দৰৰ চোলা-কাপোৰ আৰু গান্ধী টুপি পিন্ধা মানুহে চিঞৰি বক্তৃতা দিছিল। ভালেমানে কাণ দি শুনিছিল। কিন্তু কথাটো কি ভালেমানেই বুজিব পৰা নাছিল।

পুলিচৰ মাৰ-পিট আৰু ধৰ-পাকৰ আৰম্ভ হোৱাতহে মানুহে বুজিলে যে কথা কিবা গুৰুতৰ।

শকত, পেটুৱা পুলিচ অফিচাৰ এজনে মানুহবোৰক কিবা বুজাবৰ চেষ্টা কৰিছিল। এনেতে মানুহৰ মাজৰ পৰা ওলাই গোলাপে চিঞৰি উঠিল – "ৰাইজ, পুলিচৰ কথা বিশ্বাস নকৰিব। ইহঁত বৃটিছৰ গোলাম। সিহঁতে আমাক ফাকি দিবলৈ, ভুৱা দিবলৈ আহিছে।"

লগে লগে ওচৰৰে কনষ্টেবল এটাই বেতডালেৰে তাৰ পিঠিতে গাৰ বলেৰে দুচাট মাৰিলে।

উঃ বুলি সি বৈ গ'ল। তাক হাত কেৰেয়া লগালে।

বিচাৰত তাৰ এবছৰ চাৰি মাহ জেল হ'ল।

জেলৰ পৰা ওলাই অহাৰ পিছত ১৯৪২ চনৰ অন্যান্য দেশপ্ৰেমিকসকলৰ দৰে গোলাপো দেশপ্ৰেমিকৰ শাৰীত গণ্য হ'ল। লগে লগে সি ৰাজনীতিবিদ বুলি জনাজাত হৈ উঠিল। কাৰণ ৰাজনীতিবিদ নহ'লে জেল নেখালেহেঁতেন।

ছাগলী এজনী বেচি অলপ কপাহী সূতা কিনিবৰ কাৰণে গোলাপ হাটলৈ গৈছিল। তাৰ ঘৰৰ অৱস্থা বেয়া। খেতিৰ মাটি কম। সিহঁত ভাই-ককাই দুটা। ককায়েকে পণ্ডিত কাম কৰে– মেট্ৰিক ফেল। সি কেৱল ক্লাছ চেভেনলৈকে পঢ়িছিল। আখৰকেটা ভাল, কিন্তু পঢ়িব নোৱাৰিলে। মাক সৰুতে মৰিল।

তদুপৰি সিহঁতৰ গাওঁখনত হাইস্কুল নাই। হাইস্কুল সিহঁতৰ ঘৰৰ পৰা পাঁচ মাইল দূৰত। কিছুদিন সি স্কুললৈ গৈছিল। তাৰ পিছত কোনো ল'ৰা এটাৰ লগত মাৰপিট কৰি মূৰ ফলাৰ পিছত স্কুললৈ নোযোৱা হ'ল।

গাঁৱৰ ল'ৰাই চেভেনলৈ পঢ়ি স্কুল এৰিলে সমনীয়া আৰু সৰুবোৰৰ ওপৰত নপতা ফুকন হয়। গোলাপো হ'ল। দেখাই-মেলাই সি ধুনীয়া। ওখই-পাখই চকুত লগা ল'ৰা এটা। তাৰ উপৰি সি বৰ কথা ক'ব পাৰে। সঁচা হওক, মিছা হওক, এনে নিশ্চয়তা দি সি কথা একোষাৰ ক'ব পাৰে যে প্ৰত্যয় নেযাবৰ কোনো বাট সি নেৰাখে। অৱশ্যে সাজি কোৱা কথাবোৰ কিছুদিনৰ মূৰত ধৰা পৰি যায়, কিন্তু তালৈ তাৰ বৰ ভ্ৰুক্ষেপ নাই। গাৰ বলেৰেও নিজৰ বিশেষত্ব প্ৰতিষ্ঠা কৰিবৰ এটা স্বাভাৱিক হেঁপাহ তাৰ যেন গাৰ তেজৰ লগত মিহলি হৈ আছিল।

এতিয়া সি ডেকা, ছাব্বিশ বছৰীয়া। ইতিমধ্যে তাৰ কীৰ্তিৰ কথা নিজৰ গাওঁ আৰু ওচৰ-পাঁজৰৰ অন্যান্য গাঁৱত ভালকৈয়ে জনাজাত হৈ আছে। কিন্তু তাৰ বন্ধুৰ অভাৱ হোৱা নাই। দৰকাৰ যেন দেখিলে ক'ৰবাৰ পৰা পাঁচ টকা ধাৰে আনিও, কাৰোবাক দি সি নিজৰ মূল্য আনৰ আগত দাঙি নধৰি নেথাকে। গতিকে পেটেৰে অতি কম মানুহে তাক ভাল নাপালেও মুখেৰে সকলোৱেই তাৰ লগত ভালে থকা যেন দেখুৱায়। তাক জোকাই ল'লে ক'ত কি নকৰিব ঠিক নাই।

গোলাপ অৱশ্যে এনেই বহি খোৱা ল'ৰা নহয়। পইচা ঘটিবৰ কাৰণে সি বহুত কিবাকিবি কৰি চাইছে। দাইল-তেলৰ দোকান দিলে, ঠিকাদাৰৰ লগত কাম কৰিলে, স্কুলৰ পণ্ডিত কাম কৰিলে, গৰু-বেপাৰ কৰিলে, ছল পালে বেজালি কৰিলে। ডকাইতি কৰিলে নে নাই তাৰ সঠিক প্ৰমাণ সাব্যস্ত নোহোৱাৰ কাৰণে ৰাইজ সেই বিষয়ে একমত নহয়।

মাজে মাজে খদ্দৰৰ কামিজ এটা পিন্ধি, গাঁৱৰ প্ৰাথমিক কংগ্ৰেছৰ চেক্ৰেটাৰী হৈ কিছু বৰঙণি আদিও তুলিলে। এবাৰ হাতত পইচা অলপ বেছি জমা হ'লত সেইখিনি নিজেই খৰচ কৰা উচিত বুলি বিবেচনা কৰি প্ৰায় তিনি মাহ নিৰুদ্দেশ হ'ল। ঘূৰি আহি এনে এটা কাহিনী ক'লে, যিটো শুনি সকলো স্তম্ভিত হ'ল। সি ক'লে যে, টকা জমা দিবলৈ জিলা অফিচলৈ যাওতে বাটতে দুটা চিপাহীয়ে তাক মাৰ-ধৰ কৰি পইচাখিনি কাঢ়ি নিলে। সি নিজে এছ. পি.ক ক'লেগৈ। পিছে কংগ্ৰেছী বুলি এছ. পি. য়েও তাৰ আবেদন নুশুনি খেদাই পঠালে।

ৰাইজে তাৰ কথা বিশ্বাস কৰিলে।

কিন্তু তাৰ পিছৰ পৰা সি কংগ্ৰেছত নথকা বুলিয়ে ৰাইজে ধৰি ল'লে। কাৰণ তাৰ পিছতে সি মনোহাৰী মালৰ ছশটকীয়া এখন ধুনীয়া দোকান দি বহিল।

গোলাপ এবছৰ চাৰি মাহ জেলত থাকি ওলাই অহাৰ পিছত কিন্তু নিজৰ গাঁৱলৈ বা ঘৰলৈ নগ'ল। তাৰ লগতে জেলৰ পৰা দেৱেন্দ্ৰ নামৰ ডেকাজনৰ লগত সি দেৱেন্দ্ৰৰ গাওঁ ওলালগৈ। সেইখন গাওঁ তাৰ ঘৰৰ পৰা এধাৰ মাইল দক্ষিণ-পশ্চিমত। সেইখনেই বৰপদুমণি গাওঁ।

খত লিখি দি জেলৰ পৰা সি ওলাই আহিছিল। গতিকে সি আণ্ডাৰগ্ৰাউণ্ড হ'বলগীয়া নহ'ল। আৰু দেবেন্দ্ৰক সি নিশ্চিতভাৱে ক'লে যে সি এইবাৰ গাৱঁত অৰ্গেনাইজ কৰিব– মনে মনে, ঘৰে ঘৰে গৈ। বাহিৰত সি অন্য কিবা কৰি থাকিব। দেবেন্দ্ৰ সৰলচিতীয়া দেশপ্ৰেমিক ল'ৰা। জেল বা পুলিচলৈ ভয় কৰা বিধৰ ল'ৰা সি নহয়। ৰাইজক কৈ সি গোলাপৰ কাৰণে এটা সৰু থকা ঘৰ, আৰু এখন সৰু ল'ৰা-ছোৱালীয়ে পঢ়িবৰ কাৰণে পাঠশালা স্কুল পতাই দিলে।

ৰাইজক সি ক'লে যে সি ইচ্ছা কৰিলেই মেট্ৰিকটো পাছ কৰি থ'ব পাৰে, কিন্তু এই গোলামি শিক্ষা লৈ কাৰ লাভ হ'ব! গতিকে সি মাষ্টৰিকে কৰিব।

গোলাপ মাষ্টৰ অলপ দিনৰ ভিতৰতে সৰ্বৰহী হৈ পৰিল। মাজে মাজে দুমাইল দূৰত থকা মুহিৰামৰ দোকানৰ পৰা সি পুৰণি সাদিনীয়া অসমীয়াখন বিচাৰি আনে, আৰু গাৱঁৰ মেধি বা ৰাজখোৱা কাৰোবাৰ ঘৰত বহি পঢ়ি শুনায়, আলোচনা কৰে, মন্তব্য দিয়ে। তাৰ ৰাজনীতিৰ জ্ঞান দেখি সকলো আচৰিত হয়। গাওঁখনত লিখা-পঢ়া জনা মানুহ বুঢ়াচামৰ ভিতৰত নায়েঁই, দুই-এটা ল'ৰাহে এতিয়া পঢ়িছে। গতিকে গোলাপ মাষ্টৰ সেই অঞ্চলত অপ্ৰতিদ্বন্দ্বী বিদগ্ধ পণ্ডিত। আৰু তাৰ এই পজিচ্ন কিদৰে ৰক্ষা কৰিব লাগে সি জানে।

সৰুবোৰৰ লগত কথা সি কম কয়। জেলত থাকোঁতে বৰদলৈয়ে, মেধিয়ে, ফখৰুদ্দিনে তাৰ লগত কি আলোচনা কৰিছিল, সেই বিষয়ে গুৰুগম্ভীৰভাৱে কয় কেৱল বয়সস্থসকলৰ আৰু ছোৱালীবোৰৰ আগতহে! মাষ্টৰক সকলোৱে সমীহ কৰে। স্কুলতো সি যি একাগ্ৰতা আৰু নিষ্ঠাৰে পঢ়ায়, তাক দেখি সকলোৱে ভাবিলে, মাষ্টৰক গাওঁখনৰ উদ্ধাৰৰ কাৰণে নেদেখাজনেহে পঠিয়াই দিছে। তাতে এই ডেকা বয়সতে মাষ্টৰ যি ৰকমৰ ধাৰ্মিক হৈ উঠিছে, সিও সকলোৰে কাৰণে আলোচনাৰ বিষয়। তাৰ উপৰি সময় পালে টাকুৰীত সূতাও কাটে।

এজন ডেকাৰ গাত ইমানবোৰ গুণ একেলগে পোৱা দুৰূহ কথা। এই সকলোবোৰতকৈ ডাঙৰ কথা হ'ল যে মাষ্টৰ অকল মাষ্টৰেই নহয়; এজন ভাল বেজো। হাস্পতাল, ডাক্তৰ নথকা গাঁৱত যেতিয়া এনে এজন বেজ থকাৰ কথাটো জনাজাত হৈ পৰিল, তেতিয়া মাষ্টৰৰ মাষ্টৰিতকৈ ডাক্তৰিতহে বেছি মনোযোগ দিয়া দৰকাৰ হ'ল।

কিন্তু ডাক্তৰ বুধিয়ক। তেওঁ কোনোবা ৰোগী, বা ঔষধ বিচাৰোঁতা আহিলেই দীঘলীয়া ইতিবৃত্ত লয়। বেমাৰৰ কিমান দিন হ'ল, কোন কোন ডাক্তৰ-কবিৰাজে চিকিৎসা কৰিছে? এনেকুৱা হয় নে? তেনেকুৱা নহয়, নহয় নে? প্ৰশ্নৰ পিছত যেতিয়া কোনোবা এটা ৰোগী বহুদিনীয়া পুৰণি বেমাৰত আৰোগ্য নোহোৱাকৈ থকা বুলি জানে, তেতিয়া সেইটো ভাল কৰিবলৈ গাত লয়। জ্বৰ-বিষৰ সৰু সৰু বেমাৰীক পানী এটোপা জাৰি কিবা বৰি ছটা দি পঠিয়ায়।

পুৰণি ৰোগীবোৰে মাষ্টৰক দেৱতা দেখাদি দেখে। কিজানিবা মাষ্টৰৰ চিকিৎসাতে কিবা ফল ধৰে। কিন্তু মাষ্টৰে মনে মনে জানে যে তাৰ চিকিৎসাত ভাল হোৱাৰ আগতে বহুতেই সিপুৰীলৈ যাব। আৰু পুৰণি ৰোগী ভাল নহ'লে, আগৰ বেজ-কবিৰাজ আৰু ডাক্তৰ আদিক দোষাৰোপ কৰিবলৈ সুবিধা হয়।

প্ৰেমধৰে প্ৰথম দিনা একো নক'লে।

মাষ্টৰৰ লগত বহি সেইদিনা সি একাণপতীয়াকৈ মাষ্টৰৰ ৰাজনীতিৰ উপদেশ শুনি গ'ল। মাষ্টৰে তাক ভালকৈ বুজাই দিলে যে প্ৰেমধৰে কাম নকৰা সময়ত সূতা কটা উচিত, আৰু ঘৈণীয়েক জোনাইতো সেই কাম কৰা কৰ্তব্য। কপাহ মাষ্টৰেই আনি

দিব। আৰু দৰকাৰ হ'লে কাটিবলৈকো শিকাই দিব। দেশৰ কামো কৰা হ'ব, দুপইচা ওলাবও।

প্ৰেমধৰে ভাল শুনিলে।

মাজে মাজে বৰপদুমণি গাঁৱলৈ পুলিচ আহে, চি. আই. ডি.ও আহে হয়তো। পুলিচ অহাৰ গম পালেই কিন্তু মাষ্টৰে বিশেষ কাম থকা বুলি অন্য এখন গাঁৱলৈ বাট লয়।

যুদ্ধৰ দিন, পুলিচ-মিলিটাৰীৰ একচ্ছত্ৰী ৰাজত্ব। কাক কেতিয়া কি কাৰণত ধৰি নিয়ে ঠিক নাই। পুলিচ আহিলেই গাওঁখন সন্ত্ৰস্ত হৈ পৰে।

কিন্তু পুলিচ গুচি যোৱাৰ পিছত মাষ্টৰে প্ৰায় অনুশোচনাৰ সুৰতে কয়, "এহ্, মই গমেই নেপালোঁ। পুলিচ-ইন্‌স্পেক্টৰক এবাৰ লগ পাবলগীয়া আছিল।"

"কিয়নো মাষ্টৰ?"

"এঃ, এছ. পি. যে আছে তেওঁ কৈছিল যে আই জিৰ ঘৈণীয়েকৰ কিবা পুৰণি বেমাৰ আছে। বহুত চিকিৎসা কৰালে। আজিলৈকে কোনোৱে ভাল কৰিব পৰা নাই। মই এবাৰ কে'চটো চাম বুলিছিলোঁ। কথাষাৰ ইন্‌স্পেক্টৰৰ আগতে কৈ পঠিয়াব পাৰিলোহেঁতেন।"

গাঁৱৰ সকলো মানুহে অৱশ্যে এছ. পি., আই জি আদি পাৰ্থক্যবোৰ কি ভালকৈ বুজি নেপায়। মাষ্টৰক শলাগি থয়।

এদিন মাষ্টৰক অকলশৰে লগ পাই প্ৰেমধৰে কওঁ-নকওঁকৈ ক'লে, "মোৰ কথা এষাৰ ক'বলগীয়া আছিল।"

"কিনো কথা হে প্ৰেম?"

"এৰা, বিয়া হ'বৰ আমাৰ দুবছৰেই হ'ল। পিছে দেখোন ...।"

হঠাৎ মাষ্টৰ গহীন হৈ পৰিল।

"অ' হয় নেকি, এৰা ভাবিবৰ কথা, পিছে দৰব-জাতি কৰিছা নেকি?"

"একো নাই কৰা। পিছে দিন গৈ থকা দেখি অলপ চিন্তাহে হৈছে।"

"বাৰু চিন্তাৰ কি কথা আছে! কিবা ভূত-প্ৰেত যদি চিন্তাই নকৰিবা, একশৰণৰ কাম। আৰু যদি কিবা বেজাৰ-আজাৰহে, তেনহে'লে অৱশ্যে সময় লাগিব। তুমি পিছে ...?

"কিবা যদি দোষ আছে তাইৰহে। যদি আপুনি সময় কৰিব পাৰে, এবাৰ তাইক সুধি-পুচি, চাইমেলি কিবা এটা কৰিলে বৰ উপকাৰ কৰা হয়।"

গহীন হৈ মাষ্টৰে ক'লে, " মোৰ যে সময়েই নাই। বাৰু, যদি সময় কৰিব পাৰোঁ, মই এবাৰ চাই আহিম।"

## চাৰি

মাখনৰ এম. এ. পঢ়িবৰ ইচ্ছা আছিল, কিন্তু ঘৰৰ অৱস্থাৰ কাৰণে নোৱাৰিলে। পঢ়া-শুনাত সি চোকা আছিল, সেই দেখি ঘৰৰ পৰা বেছি নেটানি, বৃত্তিৰ টকাৰেই সি দুখে-কষ্টে পঢ়িলে। তাৰ ওপৰত বহুত ভাৰ, বহুত দায়িত্ব। – ভায়েকহঁতক পঢ়োৱা, ঘৰ চলোৱা, নিজৰ জীৱন গঢ়ি তোলা।

কিন্তু চাকৰিৰ বজাৰত প্ৰাৰ্থীৰ ব্যক্তিগত বিদ্যা-বুদ্ধিৰ কোনো মূল্য নাই। কলুষিত সমাজ ব্যৱস্থাত প্ৰতিপত্তিশালী কোনোবাৰ পৃষ্ঠপোষকতা নেথাকিলে, অথবা ধনী নহ'লে জীৱনত প্ৰতিষ্ঠা লাভ কৰা অসম্ভৱ কথা। তাতে যদি প্ৰাৰ্থীজন অলপ আত্মসম্মানবোধ থকা ডেকা হয়।

মাখনে কোনোমতে এটা সামান্য চাকৰি পালে। কামত সোমোৱাৰ আগলৈকে সি ক'বই নোৱাৰিছিল কামটো কি! কামটো তাৰ অকণো ভাল নেলাগিল। তথাপি অৱস্থাৰ তাড়নাত আৰু অন্য ভাল কাম এটা নেপায় মানে সি সেইটো চাকৰিকে কৰি থাকিবলৈ বাধ্য হ'ল। চাকৰিত সোমাই সি আমোলাতন্ত্ৰৰ সকলোখিনি অভিলাষৰ নিশ্বাস পালে?

প্ৰথমতে সি কিছুদিন নগৰৰ হেড্‌কোৱাৰ্টাৰতে কাম কৰিছিল। নিজৰ জিলাৰ বাহিৰৰ অন্য এখন জিলা যদিও, নগৰত তাৰ সিমান বেয়া লগা নাছিল। আমাৰ শিক্ষা-সভ্যতা নগৰমুখী। নগৰত লালিত-পালিত হোৱা মানুহৰ কথাই নাই, আনকি গাৱঁৰ মানুহেও নগৰত থকা-খোৱাৰ চিন্তা কৰি ভাল পায়। গাৱঁতকৈ নগৰত উপাৰ্জনৰ ক্ষেত্ৰ বহল, যদিও সহজ নহয়।

নগৰত থাকোঁতে মাখনে যিখিনি বন্ধু-বান্ধৱ পাইছিল, সেইসকলৰ ৰুচি অন্য মফচল চহৰৰ মানুহতকৈ কোনো গুণে উচ্চতৰ নাছিল। তাতে সৰু চহৰত নতুনকৈ অহা চৰকাৰী চাকৰিয়ালকেইটা দুদিনতে জনাজাত হৈ পৰে।

প্ৰথমে মাখনৰ অলপ অসুবিধা লাগিছিল। প্ৰায় সকলো চাকৰিয়ালৰে একেটা মাত্ৰ আলোচনা– তেওঁৰ অফিচৰ বৰমূৰীয়াজনৰ কথা-বতৰা, চাল-চলন কেনেকুৱা। ডেকা চাকৰিয়ালসকলৰ আলোচ্য বিষয়ো তদ্ৰূপ, স্কুলৰ ক্লাছ নাইনৰ অমুক নাইবা তমুক ছোৱালীজনীৰ চেহেৰা এনেকুৱা।

মাখনে দেখিলে যুদ্ধখন আহি ঘৰৰ মজিয়া পাইছেহি যদিও, সকলোৰে চকু তাৰ পৰা নিলগত। আৰ্ট, সাহিত্য, ৰাজনীতি অথবা তেনে ধৰণৰ অন্য কোনো কথাৰ যে আলোচনা হ'ব পাৰে, তাৰ যেন কেৰে গমেই নেপায়। অফিচ, দৰমহা, ছোৱালী, ক্লাচ, বন-ভোজ আৰু অদৰকাৰী পৰচৰ্চাই যেন সমাজখনৰ একমাত্ৰ আলোচনাৰ আৰু উপভোগৰ বিষয়।

প্ৰথম কিছুদিন এইখন সমাজৰ লগত খাপ খাই পৰিবলৈ মাখনৰ কিছু অসুবিধা লাগিছিল, কিন্তু ক্ৰমে সি অন্যবোৰৰ লগত মিলি পৰিল। কথাটো সি নিজেই গম

নেপালে যেন এনে এখন বেলেগ সমাজত সি খাপ খাই পৰিল কেনেকৈ! অৱশ্যে এই সমাজৰ উপৰিও, তাৰ নিজৰ পুৰণি সমাজখনকো সি জীয়াই ৰখাৰ চেষ্টা এৰি নিদিলে।

আগৰ দৰেই সি অৱসৰ সময়খিনি কিতাপৰ লগত কটাই দিয়া আগৰ তৃপ্তিকে লাভ কৰিলে। আগৰ দৰেই সি ইন্‌টেলেক্‌চুৱেল জগতখনৰ লগত নিজৰ সম্পৰ্ক ৰাখি চলিলে। শ্যেলি আৰু ব্ৰাউনিং ভাল লাগে, হাক্সলি আৰু বাৰ্ণাৰ্ড শ্বও ভাল লাগে, ৰবীন্দ্ৰনাথৰ ছন্দৰ মাধুৰী সি বেজবৰুৱাৰ হাস্যৰসৰ লগতে উপভোগ কৰিব পাৰে। তদুপৰি তাৰ নিজৰ লিখাৰ অভ্যাসো এৰি দিবলৈ সি অস্বীকাৰ কৰিলে।

সৰু নগৰখনৰ ভিতৰত এজন অবিবাহিতা ডেকা থকাটো আলোচনাৰ বিষয় হোৱাত আচৰিত হ'বলগীয়া একো নাই। মধ্যবিত্ত সমাজৰ, বেতিয়া সমাজৰ ভেটি জোকাৰি যোৱা কোনো সাৰ্বজনীন আন্দোলন অথবা অভ্যুত্থান নহয়, তেতিয়ালৈকে সমাজ-সংস্কাৰত বিশেষ পৰিবৰ্তন নাহে। প্ৰচিন চিন্তাধাৰা, প্ৰচিন ৰীতি-নীতিৰ পদ্ধতি, প্ৰচিন আলোচনা-সমালোচনাই সমাজত বৰণীয় হৈ থাকে। তাৰ মাজত কোনোবা এজনে নতুন চিন্তাধাৰা প্ৰৱৰ্তনৰ চেষ্টা কৰিলে সি সফলতা লাভ কৰিব কমেহে পাৰে, যদিহে নতুন চিন্তাধাৰাৰ কাৰণে সমাজ-মানস প্ৰস্তুত হৈ নেথাকে, নাইবা প্ৰৱৰ্তকজন এখন সমাজতকৈ অকলেই বেছি শক্তিশালী নহয়।

মাজে মাজে কেতিয়াবা মাখনে নতুন সুৰীয়া কথা ক'বৰ চেষ্টা নকৰা নহয়। কিন্তু অলপ দিনৰ ভিতৰতে সি বুজিলে যে সমাজৰ ভাবধাৰা পৰিবৰ্তন কৰা তাৰ নিচিনা চৰকাৰী চাকৰিয়ালৰ কাম নহয়, শক্তিশালী কোনো নতুন মুক্ত মানুহৰ কাম। হয়তো ক'ৰবাত সেই নতুন মানুহে জন্ম লৈছে, কিন্তু তাৰ প্ৰতিষ্ঠা আৰু বিকাশৰ কাৰণে অপেক্ষা কৰিব লাগিব।

মাখন অনিচ্ছা সত্ত্বেও পুৰণি সমাজৰ ব্যূহৰ মাজতে সোমাই পৰিল।

বন্ধুৰ অভাৱ নাই। তাচ খেলাৰ, চাহ খোৱাৰ, অদৰকাৰী কথা আলোচনা কৰাৰ বহুত নিভাঁজ বন্ধু মাখনে লগ পালে। তাৰ ভাল লাগিল। তাৰ অকলশৰীয়া যেন নালাগিল।

কিন্তু নগৰখনৰ কোনো ছোৱালী-বিষয়ৰ আলোচনাই তাক প্ৰলোভিত, মুগ্ধ বা আকৰ্ষিত কৰিব নোৱাৰিলে, সেই বিষয়ত হয়তো সি অন্য সকলোতকৈ বেছি গোড়া আছিল। তাৰ নতুন বন্ধুবোৰে তাৰ বিষয়ৰ দৃঢ়তা (তেওঁলোকৰ মতে দুৰ্বলতা) দেখি অলপ আচৰিত মানিলে। মনে মনে দুই-চাৰিয়ে কাৰণ অনুসন্ধান কৰিবৰো প্ৰয়াস পালে। কিন্তু সেই বিষয়ৰ কোনো ৰহস্য উদঘাটন কৰিব নোৱাৰিলে।

হেড্‌কোৱাৰ্টাৰৰ পৰা তাক চাৰিকড়িয়ালৈ বদলি কৰিলে। চাৰিকড়িয়া টাউনৰ পৰা সাতাইশ মাইল দূৰত। যোৱাৰ বাট-পথ নাই বুলিলেই হয়। মাজতে প্ৰায় আঠ মাইল বিৰিণানি, হাবি আৰু দ পিটনি। অহা-যোৱা কৰা অত্যন্ত কষ্টকৰ। মাখনৰ কিন্তু বৰ বেয়া নালাগিল। নিৰ্জন, দুৰ্গম বাটেদি অকলশৰে কেতিয়াবা চাইকেলত উঠি আৰু

কেতিয়াবা চাইকেল ঠেলি ঠেলি অহা-যোৱা কৰি তাৰ ভালেই লাগিল। কষ্ট আছে, কিন্তু এটা অকাৰণ আনন্দও আছে।

কোনো নাই। সৰু ঠেক অকোৱা-পকোৱা বাট, মাজে মাজে ছিগা, মাজে মাজে বিৰিণানিৰ মাজত হেৰাই যোৱা, ঠায়ে ঠায়ে ৰঙা-বোকাই চাইকেল চলোৱা দুঃসাধ্য কৰি তোলে। দুখন নৈ নাৱেৰে পাৰ হ'ব লাগে। কেতিয়াবা নাৱৰীয়াই নিজে, কেতিয়াবা নাৱৰীয়া নেথাকিলে নাৱৰীয়াৰ গাভৰু জীয়েকজনীয়ে তাক পাৰ কৰি দিয়ে। ছোৱালীজনীৰ বলিষ্ঠ বাহুকেটা আৰু ৰাঙলী মুখখন দেখি তাৰ বৰ তৃপ্তি হয়।

সি যেন কিবা এটা অনাৱিষ্কৃত দেশ আৱিষ্কাৰৰ কাৰণে আগবাঢ়িছে।

কিন্তু চাৰিকড়িয়াৰ দহ টকা ৰূপত ভাৰা লোৱা সৰু ঘৰটোত যেতিয়া সি অকলশৰে বহি দিনৰ দিনটো কিতাপ পঢ়ি বা আকাশৰ ফালে চাই কটাই দিবলগীয়া হয়, তেতিয়া বৰ আমনি লাগে। কি অদ্ভুত আৰু অসম্ভৱ এইটো জীৱন! সিও গাৱঁৰ ল'ৰা, কিন্তু তাৰ নিজ গাওঁ আৰু এই গাৱঁৰ মাজত বিৰাট পাৰ্থক্য। তাৰ গাৱেঁ মোট সলাইছে। নতুন যুগক আহ্বান কৰি লৈছে, স্বীকাৰ কৰি লৈছে। কিন্তু এই গাৱঁত সেই নমৰা অতীতৰ সকলোখিনি এতিয়াও জীৱন্ত হৈ আছে। চাৰিকড়িয়াই যেন বাহিৰ-জগতৰ উত্থান-পতনৰ একোকে ক'বই নোৱাৰে। ই যেন অটব্য হাবিৰ মাজৰ এটা পুৰণি শিলৰ মন্দিৰৰ-অপৰিৱৰ্তনীয়-সনাতন!

নৈৰ ঘাটত জীয়াৰী-বোৱাৰীৰ জাক, ঘোঁৰাৰ পিঠিত গাঁৱৰ ডেকা, ম'হৰ পিঠিত গাভৰু ছোৱালীৰ গীত, জোনালী চোতালত বুঢ়ীআইৰ কাচনমালাৰ গীত! মুকলি ধাননিত চিৰনতুন বতাহৰ চিৰপ্ৰচিন নাচোন, নৈৰ বগী বালিত বালিঘোঁৰাৰ লচ্‌পচী খোজ। শিশুৰ চকুত অকৃত্ৰিম, আদিম বিস্ময় নাই। বাহিৰত আৰু ক'তো কোনো পৃথিৱী নাই, কোনো মানুহ নাই, কোনো সুকীয়া জীৱনৰ সুৰ নাই।

কিন্তু মানুহ জানো ইমান অকলশৰীয়া হৈ থাকিব পাৰে? এনেকৈ বৃহত্তৰ জীৱনৰ পৰা আঁতৰি থাকিব পাৰে? এনেকৈ নিজক কেৱল নিজৰ মাজতে সামৰি লৈ বাচি থাকিব পাৰে?

মাখনে ভাবিলে, এই গাৱঁৰ নহয় বাবেহে সি ইয়াৰ জীৱন-ধাৰাত আমোদ পালেও আস্বাদ পোৱা নাই। ইয়াত থকা মানে বাহিৰ-জগতক অস্বীকাৰ কৰা।

কিন্তু চাৰিকড়িয়াৰ শান্ত, স্নিগ্ধ, নিৰ্মল প্ৰকৃতি মাখনৰ ভাল লাগিল। ইয়াৰ মাজত ক্ষন্তেক ৰৈ যেন আমি নিজকে জীৱনৰ আদিম ৰূপত চাব পাৰোঁ, আমি যেন নিজৰ মাজৰ পৰাই ওলাই গৈ আঁতৰত ৰৈ আমাক নিজকে চাব পাৰোঁ। কি প্ৰচিন অথচ নতুন এই প্ৰকৃতি, আৰু কি প্ৰচিন অথচ নতুন এই মানুহ! প্ৰকৃতিৰ বুকুৰ এটা শান্ত নিশ্বাসে যেন জীৱনৰ অন্য সকলো অভাৱৰ কথা পাহৰাই দিব পাৰে। হিয়াত সেউজৰ ৰহণ লাগে। প্ৰাণত আবেগৰ আবিৰ লাগে, কল্পনাই যেন ঘৰৰ ছোৱালীজনী হৈ কাণে কাণে কিবাকিবিবোৰ কৈ যায়হি!

আৰু প্ৰকৃতিৰ কি গভীৰ অবিচল আত্মীয়তা! চাবিকড়িয়াৰ বালিবোৰ যেন বহুত পুৰণি কিছুমান মিহি শব্দ। তাৰ অৰ্থ আমি নুবুজোঁ কিন্তু শব্দবোৰ চিনি পাওঁ।

চাবিকড়িয়াৰ জীৱনৰ এইফালটোত মাখনে তৃপ্তি পালে। প্ৰকৃতিমুখী জীৱন আচলতে অন্তৰমুখী! আমি নিজক চাবলৈ, নিজৰ ভিতৰখন চাবলৈ অৱসৰ পাওঁ।

মাখনৰ ঘৰৰ একেবাৰে কাষতে মাথোন তাৰ পিয়ন মুহিৰামৰ ঘৰটো আছে। অন্যান্য মানুহৰ ঘৰবোৰ অলপ দূৰে দূৰে। হাস্পতাল, থানা, স্কুল আদি ওচৰতে। কেতিয়াবা সেই দূৰে দূৰে থকা ঘৰবোৰৰে স'তে চাবিকড়িয়া গাওঁখন তাৰ এখন ছবি যেন লাগে। যেন এখন জাপানী লেণ্ডস্কেপ– কোমল, সেউজীয়া, নীলা, মানুহৰ ভক্তিৰ নিচিনা গভীৰ, প্ৰেমৰ নিচিনা উদাৰ, আশাৰ নিচিনা উজ্জ্বল।

মাখনৰ চকুত ৰোমাঞ্চ আছে। চৌবিশ বছৰীয়া ডেকা সি। প্ৰচুৰ আজৰিৰে ভৰা অপচায়িত দিনবোৰৰ উৰ্ধলৈ গৈ তাৰ মনটোৱে যদি অকণমান বিলাস বিচাৰে, এবষ্ট্ৰেক্ট আনন্দ বিচাৰে, সেই বাবে সি মনটোক অপৰাধী কৰাৰ যুক্তি বিচাৰি নেপায়। তাৰ চাকৰি সম্পৰ্কত কৰা কামবোৰো তাৰ এটা অৱসৰ যেন লাগে, একো নকৰাকৈ থকাতকৈ কিবা এটা কৰি থকা ভাল।

অকলশৰীয়া হোৱাৰ কাৰণেই হয়তো কেতিয়াবা সি নিজক শিক্ষা-সভ্যতাৰ মাজৰ মানুহটোৰ পৰা মুক্ত কৰিবৰ এটা হেঁপাহ অনুভৱ কৰে। কোনো নথকা দুপৰীয়া এটাত যদি চাবিকড়িয়াৰ পাৰৰ ঝাঁও এডৰাৰ আঁৰত অকাৰণতে সি কোনোবা অচিনাকি ছোৱালী এজনীৰ কাৰণে এনেয়ে বাট চায়, তাৰ বাবে সি জানো অধঃপতিত হৈ যাব? আন্ধাৰ ৰাতি যদি অকলশৰে চোতাললৈ ওলাই সি, তাৰ পিয়ন মুহিৰামে চাৰি মাহ আগতে বিয়া কৰাই অনা ছোৱালীজনীৰ লগত ঘৰৰ মজিয়াৰ আন্ধাৰত বহি কিবা ফুচ্‌ফুচীয়া কথা শুনি ওচৰ চাপি যায়, যদি কথাৰ মাজৰ অৰ্থপূৰ্ণ নীৰৱতাখিনি শুনি সি অলপ চঞ্চল হৈ উঠে, তাৰ বাবেও জানো সি জগৰীয়া?

মাখনে কলেজ শেষ কৰি আহিছে, কবিতাও শেষ কৰি আহিছে। কিন্তু কবিতাৰ জানো শেষ আছে? মাজে মাজে যদি তাৰ মনটো অলপ দিনৰ আগতে এৰি অহা কোনোবা সন্ধিয়া বা কোনো কুঁৱলীসনা পুৱাৰ লগত মিহলি হৈ থকা কিছুমান স্মৃতিক সুঁৱৰি অলপ ব্যথিত হৈ উঠে সেই বেদনাক ভাল লগা জানো তাৰ দুৰ্বলতা?

কিন্তু সাধাৰণ অৱস্থাত মাখনে বৰ দুখেৰে অনুভৱ কৰিছিল যে তাৰ নিচিনা এটা ডেকা এনেদৰে নিৰ্বাসনত পৰি থকাৰ কোনো সাৰ্থকতা নাই। সি ইয়াৰ পৰা গুচি যাব।

## পাঁচ

জলপানৰ টোপোলাটো আৰু ডাঠ এৰীয়া কাপোৰখন লৈ পাৰ্মলৈ খোজ লোৱাৰ আগতে প্ৰেমধৰে জোনাক মাতি কলে, "হেৰ শুনিছ, লাজ কৰিলে নচলে। বেমাৰ হ'লে লাজ কিহৰ। তাতে মাষ্টৰক দেখিছই কেনে মানুহ। বহুত ডেকা মানুহ

দেখিছোঁ, এনেকুৱা দেৱতা হেন মানুহ আমি হ'লে দেখা নাই। নিজৰ গাওঁ এখন বুলি, নিজৰ ঘৰ এখন বুলি আৰ্জিলেকে এষাৰ কোৱা শুনিলি নে? আৰু গাওঁখনৰ কাৰণে জানো কম কৰিছে। ধাতুটো গাওঁখনতে। আৰু কোনোবা বেমাৰীক ভাল কৰোঁ বুলিলে, ভাল নহয় মানে নেৰে।"

জোনাই প্ৰেমধৰৰ কথা শুনি অলপ গহীন হৈয়ে ক'লে, "মোৰনো বেমাৰ হৈছে বুলি তোমাক কোনে ক'লে? কপালত থাকিলে ল'ৰা-ছোৱালী এনেয়ো হ'ব – আজি নহয় কালি –"

"থ থ। দুবছৰ হ'ল, ক'তা? মই বাৰু যাওঁ, মই মাষ্টৰক কৈ আহিছোঁ, তেওঁ আহিম বুলিছে। তই আকৌ ইবোৰ-সিবোৰ গালে, তেওঁ চিকিৎসা নকৰোঁ বুলিব। মোৰ আঠ-দহ দিন হ'ব। খেৰবোৰ এতিয়াই নেকাটিলে নহ'ব। মই আহিলোঁ। তই মাষ্টৰৰ আগত লাজ-বিজ নকৰিবি। যি সোধে, যি জানিব খোজে কবি। তোৰ আকৌ লাজুহে যিটো।"

প্ৰেমধৰ ওলাই গ'ল। মনতটোত এটা পাতল চিন্তা– ল'ৰা-ছোৱালী নহ'ব নেকি? লগতে এটা শকত আশা– মাষ্টৰে লাগিছে যেতিয়া নিশ্চয় কিবা এটা হ'ব।

স্বাস্থ্যৰ ফালৰ পৰা কোনো খতিখুণ নাই যদিও, জোনাৰো মনে মনে সন্দেহ হৈছিল কিজানিবা তাইৰেই কিবা দোষ। এৰা, হয়তো মাষ্টৰেই সকলো বুজি পাব। মাষ্টৰৰ এটা ফুকি বা এটা বৰিতে তাই মাতৃ হোৱাৰ গৌৰৱ হাতেৰে ঢুকি পাব। আৰু মাষ্টৰৰ নিচিনা মানুহৰ ওচৰত ভয় বা লাজৰ কি আছে।

মাষ্টৰ আহিল পিছদিনা ৰাতিপুৱা। বহুত কাম– আগদিনা সময়েই কৰিব নোৱাৰিলে। সিখন গাৱঁত এখন মেল আছিল, তাক ভাঙিলে। ভদ্রেশ্বৰৰ মাকৰ বেমাৰ আছিল, দেৱাই দি আহিল। যোগেন্দ্ৰৰ ভনীয়েকৰ অসুখ, তাইৰো খবৰ কৰি আহিল। মাষ্টৰৰ জানো আজৰি আছে? অকণো আজৰি নাই।

জোনাই মাষ্টৰক ভিতৰতে বহিবলৈ দিলে। অতদিনে মাষ্টৰে দূৰৰ পৰা জোনাক দেখিলেও, কোনোদিন ওচৰৰ পৰা মূৰ তুলি চোৱা নাছিল, আজি বেৰখনৰ কাষত থিয় হৈ তামোল কাটি থকা জোনাৰ ৰাঙলী মুখখন দেখি হঠাৎ যেন মাষ্টৰৰ গাটো শিয়ৰি উঠিল। জোনাজনী ইমান ধুনীয়া! তাইৰ গালত ইমান তেজ, তাইৰ চকুত ইমান ৰস, তাইৰ আটিল, পুৰঠ গাটোত ইমান মোহ। সি প্ৰায় হতভম্ব হৈ গ'ল।

বটাটো যেতিয়া জোনাই আগবঢ়াই দি অলপ সঙ্কুচিত মাতেৰে ক'লে, "তামোল এখন খাওক –" তেতিয়া মাষ্টৰ যেন সচেতন হ'ল।

কিন্তু সি বিশেষ অপ্ৰস্তুত নহ'ল। যেন বৰ কিবা কথা এটা ভাবি আছে, এনেদৰে গহীন হৈ ক'লে, "প্ৰেমধৰ নাই নেকি?"

"পামলৈ গ'ল– খেৰ কাটিবলৈ। যোৱাৰ আগতে আপোনাৰ তাত সোমাই যোৱাৰ কথা আছিল।"

"অ' এৰা, গৈছিল কালি নে পৰহি। পিছে মোক আহিবলৈ ক'লে হয়, কাৰনো কি হৈছে-নহৈছে একো নুবুজিলোঁ।"

"আমাৰ ঘৰত আৰু কোনো নায়েই নহয় –"

"এৰা, সেইটো জানো, পিছে এনেকৈয়ে সদায় দুটা হৈয়ে থাকিবা নে?" ইমান নির্লিপ্তভাৱে সি কথাষাৰ ক'লে যে জোনাই বিশেষ একো অনুভৱ কৰিবৰে সুবিধা নেপালে।

"এৰা, সেই কাৰণেই আপোনাক খবৰ কৰাইছিলোঁ। আপুনি বোলে কিবা জানে –"

"মইনো কিটো জানো, আৰু জানিলেও আগেয়ে সকলো কথা জানি ল'ব লাগিব। নহ'লে এইবোৰ চিকিৎসা কৰা অতি ভয়ৰ কথা। চৰকাৰী ডাক্তৰেতো এইবোৰ কে'চ নলয়েই।"

কথাষাৰ কৈ মাষ্টৰে হাতৰ ঘড়ীটোৰ ফালে চালে। ঘড়ীটো অৱশ্যে প্ৰায়ে নচলে, বেলি চাই আন্দাজ কৰি মিলাই থয়। তথাপি গাৱঁত তেনেকুৱা ঘড়ীৰেই মাষ্টৰৰ কাম চলি যায়।

"অ' ভালেমান পৰ হ'ল। এতিয়া মই আহোঁ, এটা বৰ জৰুৰী কাম আছে। দিনততো স্কুল কৰোঁতেই যায়, তাৰ উপৰি নানা ৰকমৰ বাইজৰ লেঠা, সময় বৰ নাটনি।"

কৈ মাষ্টৰ বহাৰ পৰা উঠিল। জোনাই কিবা এটা কওঁ কওঁ কৰিও বৈ গ'ল। মাষ্টৰ ওলাই আহি চোতাল পালত মৰোঁ-জীওঁ সোঁ-আধিকৈ ক'লে, "মোৰ পিছে কিবা এটা নকৰিলে নহয়, দিনত যদি নোৱাৰে আপুনি গধূলিয়ে আহিব, যেনে তেনে আহিবই।"

"বাৰু, মই চেষ্টা কৰিম। দিনতে আহিব পৰাৰ আশা নাই, গধূলিও সোনকালে আজৰি নেপাওঁ। আজিতো নোৱাৰোঁৱেই, যদি পাৰোঁ কাইলে গধূলিলৈকে আহিম। ৰাতি আৰু কোন থাকে?"

"কোন থাকিব আৰু অকলেই থাকোঁ, মোৰ ভয়-ভীত বৰ নাই।"

"বাৰু, পাৰিলে মই কালিলৈ গধূলিকৈ আহিম, তুমি আকৌ সোনকালে শুই নেথাকিবা।"

"আপুনি নাহে মানে নোশোওঁ।"

মাষ্টৰ যোৱাৰ পিছত হঠাৎ জোনাৰ কাণ-মূৰ বঙা পৰি উঠিল। ৰাতি ঘৰত তাই অকলে থাকিব। মাষ্টৰ আহিব, নহালৈকে তাই সাৰ পাই থাকিব। মাষ্টৰ সোনকালে আহিব নোৱাৰে– এইবোৰ কি কথা! গাৱঁৰ মানুহে জানিলে কি ভাবিব?

নহয়, আচল কথাটো বুজিলে গাৱঁৰ মানুহে একো নেভাবে। বেমাৰ নহয়; কিজানিবা কিবা খেতৰেই। খেতৰ ৰাতিহে খেদায়। এৰা, বাইজক জনাই দিব লাগিব যে কিবা খেতৰ লগাৰ কাৰণেহে তাইৰ ল'ৰা-ছোৱালী নাই।

টোপনি নহালৈকে সেই দিনা ৰাতি তাইৰ মাষ্টৰৰ মুখখন মনত পৰি থাকিল। মাষ্টৰ মানুহটো ওখই-পাখই, শকতে-আৱতে বেছ ধুনীয়া, মুখখন বৰ তেজাল, তাইলে চোৱাৰ ধৰণটোও দেখিলে মৰম লগা।

পিছদিনা গোটেই দিনটো জোনাই একেটা কথাকে ভাবিলে। মাষ্টৰৰ হতুৱাই যে তাই চিকিৎসা কৰাবলৈ ওলাইছে, এই কথা গাৱঁৰ অন্যক জনাব নে নজনাব? জনোৱাটোতো বৰ ভাল কথা নহ'ব। গাওঁখনৰ ভিতৰতে ধুনীয়া আৰু স্বাস্থ্যৱতী বুলি জোনাৰ এটা খ্যাতি আছে, এতিয়া যদি ল'ৰা-ছোৱালী হ'বৰ কাৰণে বেজ লগোৱা বুলি জানে, মানুহে তাইক অন্য ৰকমে ভাবিব। হয়তো প্ৰেমধৰকো অমানুহ বুলিব। লাগিলে, গাঁৱৰ মানুহহে যি মাষ্টৰৰ লগত লগাই কিবা দুৰ্নামকে ৰটিব। সুৰুযৰ মুখত কোনে সোপা দিব? কিন্তু যদি এতিয়া মাষ্টৰক বেজালি কৰিবলৈ লগোৱা হৈছে বুলি দুই-চাৰিৰ আগত কৈ থোৱা নেযায়, তেতিয়া হয়তো কোনোবাদিনা মাষ্টৰক অকলশৰে তাইৰ ঘৰত দেখা পালে অন্যে অন্য ৰকমে ভাবি পেলাব।

কিন্তু জনাই থলেও যদি কোনোবাই অন্য ৰকমে ভাবে, তেতিয়া কি কৰিব?

অৱশেষত জোনাই ঠিক কৰিলে যে এই চিকিৎসা কৰোৱাৰ কথা গাঁৱৰ কাৰো আগত তাই ঘুণাক্ষৰেও নজনায়। অন্যৰ এইবোৰ ভিতৰুৱা কথা জানিবৰ কি দৰকাৰ? প্ৰেমধৰেতো জানে। সি জানিলেই হ'ল। তাই প্ৰেমধৰৰহে ঘৰৰ মানুহ, আনৰ নহয়।

গাৱঁৰ কাকো বেজ লগোৱাৰ কথা জোনাই নজনায়। কিন্তু মাষ্টৰৰ আহ-যাহৰ কথাটো ৰাইজে গম পাব। কি ভাবিব ৰাইজে? অন্যৰ ঘৰলৈকোতো মাষ্টৰে অহা-যোৱা কৰে। অন্যে কিবা ভাবে জানো?

তথাপি, জোনাই মনতে থিৰ কৰিলে— তাই এটা উপায় কৰা ভাল হ'ব। তাই কপাহ সূতা কাটিবলৈ ল'ব। তেতিয়া মাষ্টৰ সদায় আহিলেও কোনেও এনো নেভাবে।

কিন্তু মাষ্টৰ নৌআহোঁতেই ইমানবোৰ কথা তাই কিয় ভাবি পেলালে, তাই নিজেই বুজিব নোৱাৰিলে।

ৰাতি সাঁজ লাগি ভাগোঁতেই জোনাই ভাত খালে। লেমটোতো মুখলৈকে তেল ভৰাই থ'লে। বটাটো দিনতেই নেমুটেঙাৰে ঘঁহি-মাজি থৈছিল, তামোল-পাণকেটা খিতাতে পোৱাকৈ খৰাহি এটাত ভৰাই থ'লে।

গাৱঁৰ বোৱাৰীয়ে যদিও সাধাৰণতে গাত চোলা নিপিন্ধে, তথাপি শুদা ৰিহাখনেৰে মাষ্টৰৰ আগত ওলাবলৈ জোনাৰ অলপ সঙ্কোচ লাগিল। গতিকে তাই কপাহী ব্লাউজ এটাও পিন্ধিলে। চোলাটো তাইৰ অলপ টান টান যেন লাগিল। হয়তো তাই আগতকৈ অলপ শকত হৈছে।

অন্যদিনা ইমানপৰে জোনাৰ এঘুমটি পূৰ হ'লহেঁতেন। আজি কিন্তু বিছনাতে কাণ-সৰালি মাৰ পৰি থাকিল যদিও জোনাৰ টোপনি নাই। তাই চকু দুটা মেলি আছে, কাণ সজাগ, কিবা এটা সঙ্কোচ মিহলি উত্তেজনাত তাই ক্লান্ত হোৱা যেনো

অনুভৱ কৰিব পৰা নাই। প্ৰেমধৰৰ লগত বিয়াৰ দিনাও জোনাৰ দেহ-মনৰ অৱস্থা এনে হোৱা নাছিল বুলি তাইৰ দৃঢ় বিশ্বাস হ'ল।

কিজানি মাষ্টৰে কি সুধিব, কি জানিবলৈ বিচাৰিব, কি চাবলৈ বিচাৰিব! ছিঃ কি বেয়া কথা! সকলো কথা তেওঁ জানিলেহে যদি দৰব-জাতি কৰিব পাৰে! কিন্তু এইবোৰ কথা তাই মাষ্টৰক কেনেকৈ ক'ব? ইমান নিলাজী তাই কেনেকৈ হ'ব? সকলো কথা তায়োতো নেজানে। তাই নিজৰ হে জানে, প্ৰেমধৰৰ কথাটো নেজানে!

চোতালত সৰু গল-খেকাৰি শুনা গ'ল । কোনো শব্দ নকৰাকৈ জোনা চালপীৰাখনৰ পৰা নামিল আৰু কাণ দিলে– নীৰৱে।

দুৱাৰমুখত ভৰিৰ শব্দ। এই শব্দৰ মৃদু আঘাত যেন জোনাই নিজৰ বুকুৰ কোনোবা এখিনিতো শুনিবলৈ পালে। জোনাৰ ভয় লগা নাছিল অকণো, লাগিছিল এটা আগেয়ে কোনোদিন অনুভৱ নকৰা সঙ্কোচ।

তাইৰ যেন ভৰি দুখন কঁপিছে।

"প্ৰেম আছা নে হে?" দুৱাৰমুখত মাষ্টৰৰ মাত। হাতত লেমটো লৈ জোনা আহি ডাং নমৰা দুৱাৰখন মেলি দিলেহি।

"ভিতৰলৈকে আহক।"

মাষ্টৰ ভিতৰ সোমাই আহিল। দুৱাৰখনেদি এবাৰ বাহিৰ জগতখনলৈ জোনাই ভূমুকিয়াই চালে– আন্ধাৰ আৰু টোপনিৰ মাজত গোটেই গাওঁখন শুই পৰিছে।

জোনাই দুৱাৰখন বন্ধ কৰিলে। আৰু একো নভবাকৈয়ে ক'লে, "বাহিৰত বৰ আন্ধাৰ হৈছে।"

"এৰা, মই কোনোমতে আন্দাজতেহে আহিছোঁ, টৰ্চটোৰো বেটেৰী নাই –" মাষ্টৰে ক'লে।

হাত নোহোৱা চকীখনতে মাষ্টৰ বহিল। একেবাৰে সহজ আৰু নিৰুদ্বেগ মাষ্টৰৰ কথা-বতৰা। বহুদিন একেখন স্কুলতে কাম কৰা বুঢ়া মাষ্টৰ যেন সহজ হৈ পৰে তেওঁ।

জোনা মাজৰ কোঠালৈ সোমোৱা দুৱাৰখনৰ ওচৰলৈ গৈ থিয় দিলে।

"প্ৰেম অহাই নাই নেকি?"

"খেৰ কাটিবলৈ গৈছে। দুই-চাৰিদিন হ'ব।"

"অ' –"

অলপ পৰৰ নিস্তব্ধতা।

গোলাপ মাষ্টৰে এনেয়ে কেউপিনে চালে। ডাঠকৈ বগা মাটিৰে লিপা ঘৰটোৰ বেৰবোৰ, খিৰিকী নাই। বাহিৰৰ বতাহ ভিতৰলৈ আহিব নোৱাৰে। ভিতৰৰ লেমৰ পোহৰো বাহিৰলৈ নেযায়। দুৱাৰখন চমৰ তক্তাৰ – মজবুত।

তামোলৰ বটাটো মাষ্টৰৰ ফালে জোনাই আগবঢ়ালে।

"তুমিয়ে কাটাচোন।"

"ময়ে?"

"ও, তুমি কাটিলেনো কি হ'ব? মই জাতি-ধৰ্ম একো নেমানো। মহাত্মা গান্ধীয়েতো কৈছে মানুহ কেতিয়াও অস্পৃশ্য হ'ব নোৱাৰে।" বেছ বক্তৃতাৰ ঠাঁচতে মাষ্টৰে ক'লে।

"গাৱঁৰ বহুতেই আকৌ সকলোৰে হাতে-কটা তামোল নেখায় –" জোনাই ক'লে আৰু তামোল কটাত লাগিল।

"সেইবোৰ আমাৰ ভুল। সেইবোৰ যেতিয়ালৈকে নেযায়, তেতিয়ালৈকে আমাৰ দেশ স্বাধীন হ'ব নোৱাৰে।"

মাষ্টৰৰ মাতত দৃঢ়তা। চকুত ভক্তি লৈ জোনাই এইবাৰ মাষ্টৰৰ ধুনীয়া মুখখনলৈ চালে। তাই যেন কোনোবা এজন ডাঙৰ দেশনেতাৰ ওচৰত দেশপ্ৰেমৰ দীক্ষাহে লৈছে।

মাষ্টৰেও তামোল কাটি থকা জোনাৰ মুখলৈ চালে। তেজ ফুটো ফুটো ৰাঙলী মুখখনত উপচি পৰা যৌৱনৰ কান্তি। ইমান ৰূপ, ইমান তেজ গাঁৱৰ জীয়াৰীতহে সম্ভৱ। সেমটোৰ পোহৰটো সোণ-বৰণীয়া হৈছে। বগা মাটিৰ বেৰবোৰো বগা পাৰৰ পাখিৰ বৰণীয়া হৈছে। ঘৰটোৰ ভিতৰৰ চুটি নীৰৱতাখিনি কিছুমান তেজবুলীয়া ফাকুৰে ভৰি পৰিছে! মাষ্টৰ প্ৰায় স্তম্ভিত হৈ গ'ল। সুমুখত যেন জোনা নহয়, সেই নামৰ বহুত দূৰৰ, আকাশৰ বুকুৰ, কিবা এটা উজ্জ্বল নক্ষত্ৰ।

জোনাই কটা তামোলেৰে বটাটো মাষ্টৰলৈ আগবঢ়ালে।

মাষ্টৰে বটাটো ল'লে আৰু ইমানপৰ যেন স্বাভাৱিক অৱস্থাতে আছে, এনেভাৱে গহীনকৈ ক'লে– "তোমাৰ ঘৰ সিথন গাঁৱত নহয়?"

"হয়।"

"বিয়া হ'বৰ কিমান দিন হ'ল?"

হঠাৎ এই কথাষাৰৰ উত্তৰ দিবলৈ গৈ জোনা বৈ গ'ল। পৃথিৱীখনৰ সঙ্কোচ আহি যেন তাইৰ টেঁটুত চেপা দি ধৰিছে। ইয়াৰ পিছতেই হয়তো মাষ্টৰে এনে এষাৰ কথা সুধিব, যিষাৰৰ উত্তৰ দিবৰ কাৰণে তাইক সাতখন পৃথিৱীৰ যাঠিৰে খুঁচিলেও তাইৰ মুখৰ পৰা কথা নোলাব।

মৰি-পৰি সেপ ঢুকি জোনাই ক'লে– "দুবছৰ হৈ গৈছে –"

আকৌ নিস্তব্ধতা। মাষ্টৰে চকু তুলি আকৌ এবাৰ জোনাৰ মুৰৰ পৰা ভৰিলৈকে চালে। জোনাই অনুভৱ কৰিলে যেন তাইৰ তেজবোৰ চেঁচা হৈ গৈছে। কোনোবাই যেন তাইৰ গাত বৰ ডাঙৰ বৰফ এচপৰা হেঁচা মাৰি ধৰিছে। তাইৰ গাৰ নোমবোৰ শিয়ৰি উঠা যেন লাগিল।

হঠাৎ শান্তভাৱে মাষ্টৰে ক'লে, "দুই বছৰ ...? মোৰো ঘৰ এৰিবৰ দুবছৰ হ'ল।"

"ঘৰবা কিয় এৰিলে?" যেন এইটোৰেহে জোনাৰ কাৰণে সুধিবলগীয়া প্ৰশ্ন।

"দেশৰ কামত ধৰিলে আৰু ঘৰত সোমাই থাকিলে চলে নে? আৰু আগৰে পৰা মোৰ ঘৰৰ লগত সম্পৰ্ক কম। সকৰেপৰাতো দেশৰ কামতেই ঘূৰিছোঁ।"

মাষ্টৰৰ গলগলীয়া মাতটো শুনি জোনাৰ চকুত শ্ৰদ্ধাৰ কোমলতা নামি আহিল। অতি সৰ্ককে শুন-নুশুন মাতেৰে তাই মাথোন ক'লে– "হয় –"

ৰাতি বাঢ়িছে, নীৰৱতা গভীৰ হৈছে। লেমটোৰ পোহৰটো বেছি উজ্জ্বল হৈছে। বেৰখনৰ বগাবোৰত কিছুমান অদৃশ্য ছায়া ওপঙি ফুৰিছে।

বহুত পুৰণি এখন পৃথিৱী।

জোনাই অনুভৱ কৰিলে মাষ্টৰে যেন এনেদৰে মাজে মাজে নীৰৱ হৈ নিদি বি সুধিবলগীয়া আছিল তাইক সুধি পেলাব লাগিছিল! বেজ যেতিয়া, ৰোগৰ কথা সুধিবই, আৰু ৰোগী যেতিয়া বেজৰ আগত সকলো কথা ভাঙি-পাতি ক'বই লাগিব। ৰাতিখন পলম কৰি থকাৰ পৰা কি লাভ!

কিন্তু জোনাৰ মুখৰ পৰা কোনো কথা নোলাল। তাই এবাৰ মাটিলে, এবাৰ বেৰলৈ, এবাৰ মাষ্টৰৰ মুখলৈ মাথোন চাই যাব ধৰিলে।

হঠাৎ মাষ্টৰ বহাৰ পৰা উঠিল আৰু একেবাৰে অপ্ৰত্যাশিতভাৱে ক'লে, "বাৰু জোনা, মই এতিয়া যাওঁ। যদি সময় কৰিব পাৰোঁ আন এদিন ..."

"পিছে মোৰ ...?" জোনাই তাৰ মুখলৈ চালে।

"তোমাৰ? অ' বাৰু হ'ব। এই ৰকমেতো একো নহয়। মই প্ৰেমধৰক কৈছোঁৱেই, আগেয়ে সকলো কথা খৰচি মাৰি বুজি নোলোৱাকৈ এইবোৰ চিকিৎসাত মই হাত দিব নোৱাৰোঁ।"

"তেন্তে আকৌ আপুনি কেতিয়া আহিব?" এইবাৰ জোনাৰ মাতত এটা সহজ স্বাভাৱিকতা।

"পাৰিলে কালিলৈকে আহিম, নহ'লে দুই-এদিন পলম হ'ব। বাৰু তুমি চিন্তা নকৰিবা –"

মাষ্টৰ প্ৰায় দুৱাৰমুখেই পালেগৈ। জোনাই আশা আৰু আশ্বাসেৰে তাৰ মুখলৈ চালে। ব্যৱসায়ী সুৰত মাষ্টৰে ডাক্তৰি ভাষাত সুধিলে– "প্ৰেমধৰ নহ'লেও তুমি অকলে থাকিব পাৰা– নহয়?"

"হয়, থাকোঁ আৰু –" কথাষাৰ কৈ জোনা যেন থতমত খাই গ'ল। কি কথা সুধিলে এইবাৰ!

"ওঁ, চিকিৎসা কৰিব লাগিলে কিছুদিন অকলে থাকিব লাগিব– বুজিছা নহয়?"

জোনাই একো বুজা নাই। অবুজ চকুৰে তাই মাষ্টৰৰ মুখলৈ চালে।

মাষ্টৰে পাতলকৈ হাঁহিলে– "বুজা নাই? বাৰু প্ৰেম আহিলে তেওঁক ক'বা, বুজিব। মই যাওঁ –" দুৱাৰখন মেলি মাষ্টৰ ওলাই গ'ল। ওলাই যোৱাৰ লগে লগে

জোনাই নিঃশব্দে দুৱাৰখন বন্ধ কৰিলে। বাহিৰত মাষ্টৰৰ ভৰিৰ খোজৰ শব্দ ক্ৰমে নুশুনা হৈ আহিল।

ফু-মাৰি লেমটো নুমাই ঢক্মহ্ কৰে জোনা বিছনাত পৰিল।

"অকলে থাকিব লাগিব! প্ৰেমধৰক ক'বা, তেওঁ বুজি পাব!" — হঠাৎ কথাষাৰ ভাবি জোনাৰ ভীষণ লাজ লাগিল। মাষ্টৰৰ হাঁহিটো কি অদ্ভুত। অথচ সেই হাঁহিটোৰে সৈতেই তেওঁ কথাষাৰ কৈ থৈ গ'ল :

... অকলেই থাকিব লাগিব!

অকলেই থাকিব লাগিব! ...

এটা সন্তান পাবৰ কাৰণে নিজৰ স্বামীৰ পৰা আঁতৰি অকলেই থাকিব লাগিব!

স্বামীৰ পৰা আঁতৰি থাকি সন্তান! ...!

কি আচৰিত কথা কয় মাষ্টৰে! কিন্তু প্ৰেমক ক'বৰ কি দৰকাৰ? নোকোৱাকৈয়ে তাই অকলে থাকিব, প্ৰেমৰ পৰা আঁতৰি থাকিব, তাইৰ ভাবি সন্তানটোৰ কাৰণে।

## ছয়

কাতি মাহৰ শেষ ভাগ। দিচৈৰ পাৰত ধেমাজী পাম। দিচৈৰ পানীত শুকনি ধৰিছে, পলসুৱা বালিত বৰতা খেৰৰ মূঢ়া উভালি সৰিয়হ পৰাৰ আয়োজন চলিছে। ৰঙালাউৰ পুলিবোৰ গজিছে লহপহীয়া হৈ। বৰ বেঙেনা আৰু জলকীয়া পুলিবোৰ দুপাহ-এপাহ ফুলিছে।

সিফালে খেৰণি চাপৰি। নৈৰ পাৰৰ এনেই পৰি থকা মাটিত উলু-খাগৰি গজে, পমুৱাইঁতে কাটে। কোনোৱে নিজৰ ঘৰ ছাবৰ কাৰণে, কোনোৱে বেচিবৰ কাৰণে।

আজৰি নাই। কাতিৰ ভিতৰতে খেৰ কটা শেষ কৰিব লাগিব। আঘোণততো ধান দাবৰ হ'ব। পকা ধানে কাৰোবালৈ বাট চাব নে?

প্ৰেমধৰেও খেৰ কাটিছে, অন্যতকৈ বেছিয়ে কাটিছে বুলিব লাগে। সি অলপ বুধিয়কো। সি এযোৰ ৰঙা কেন্‌ভাচৰ জোতাও কিনি লৈছে। ভৰিত নিবিন্ধে। কাতিৰাম, মহেশ্বৰ, মফিজ, মাংৰা আটাইবোৰে খেৰ কাটিছে। একোটা একোটা চাপৰি লৈ সিহঁতে কাটি গৈছে। চাপৰিৰ অৱশ্যে দুই-এক গৰাকী ওলায়। কিন্তু পোন্ধৰ বা বিশ টকা দিলে এহালিচা বা দুহালিচাৰ এটা খেৰণি চাপৰি পোৱা যায়। সোনকালে খেৰ কাটি মাটিগিৰীয়াক মাটি আজৰাই দিব লাগে অন্য খেতিৰ কাৰণে। সেইদেখি খেৰকটীয়াইঁতে অন্য কথাৰ চিন্তা নকৰি পুৱাৰ পৰা গধূলিলৈকে খেৰ কাটে।

মাংৰাৰ বহা আছে। সি আগেয়ে বাগানৰ ফাল্টু কুলী আছিল। আজি ছবছৰৰ আগতে বাগানৰ পৰা গুচি আহি পামৰ এমূৰে বহা এটা সাজি আছে। বৰ পৰিশ্ৰমী সি, গতিকে অৱস্থাও কিছু ভাল কৰিছে। গোটেই বছৰটো সি মাটিতে লাগি থাকে। সকলো খেতি সি কৰে। মাহ, সৰিয়হ, মূলা, কবি, কেবেলা, বেঙেনা, কুঁহিয়াৰ, ধান— সকলো কৰে।

খায়, বেচে, বেপাৰ কৰে। দুপইচা পায়, মাহ-সৰিয়হৰ বিধান পমুৱাইঁতক ধাৰলৈ দিয়ে। কেতিয়াবা দহ, পোন্ধৰ টকা ৰূপো ধাৰলৈ দিয়ে। ইটো-সিটোৱে তাক মাংৰা মহাজন বুলি ক'বলৈ ধৰাত পিছলৈ সি মাংৰা মহাজন হৈ পৰিল। অৱশ্যে পামৰ ওচৰে-পাজৰে আৰু মাৰোৱাৰী-দেচুৱালী মহাজন আছে। গতিকে তাক মাংৰা মহাজন নুবুলিলে নচলে।

ওচৰা-উচৰিকৈ প্ৰেমধৰ আৰু মাংৰাই খেৰ কাটিছিল। শেষ কাতিৰ লহিওৱা ৰ'দজাক সিহঁতৰ মিঠা লাগিছিল। নৈৰ পাৰত ক্ৰমে কুঁৱলী নামি আহিছিল। খেৰবোৰ অলপ সেমেকি আহিছিল, আৰু বেছিপৰ সিহঁত খেৰণিত থাকিব নোৱাৰিব।

মাংৰাই সুধিলে– "এইকেইদিন ঘৰলৈ নেযাবিয়েই নেকি?"

"এৰা, খেৰকেডাল সোনকালে কাটি লওঁ। ঘৰলৈ গ'লে জানো বেগাই আহিব পাৰি? বাৰেকুৰি কাম ওলায়? ইপিনে আজিকালিকৈ ধান পকিবৰো হ'ল। পথাৰত নামিলে আৰু শেষ নকৰিতো উঠিব নোৱাৰি।"

"এৰা, তোৰ চাপৰিৰ খেৰকেডালো এইবাৰ ভাল হৈছে। বেচিবি নে কি কৰিবি?"

"অলপ ঘৰলৈ ৰাখি বাকীখিনি বেচিম।"

"গ্ৰাহক লাগিছে নেকি?"

"তেনেকৈ লগা নাই, দুই-চাৰিয়ে কৈছে।"

"ওঁ, ভাল গ্ৰাহক নেপালে মোকে দি থৈ যাবি। পইচা যেতিয়াই লাগে নিবি।"

"বাৰু, পইচানো কি কথা, পিছে অন্যে যদি দুপইচা বেছি দিয়ে, অন্যকহে দিম।"

"দিবি, দিবি, অন্যক মই নিদিবলৈ কৈছোঁ নে। দুপইচা পাবৰ কাৰণেতো খাটিছ। অইনে নলয় যদিহে মোক দিবলৈ কৈছোঁ।"

"হেৰ, যাবৰ হোৱা নাই নে? আজি ৰাতিলৈকে কাট নেকি?" – সিফালৰ পৰা মফিজ আৰু কাতিৰামে আহি ক'লে।

"উঠিলোঁ আৰু। আজিলৈ যাওঁ বল আৰু মহাজন।"

চাপৰিটোৰ ফালে চাই মফিজে ক'লে– "তোৰ দেখোন চাপৰিটো তেনে আছে অ' প্ৰেম, ইপিনে কাটিছ হে কাটিছ।"

"এ, অকলশৰীয়া মানুহ। কিমাননো কাটিবি –" একপ্ৰকাৰ গৰ্বেৰেই চাকৰিটোৰ ফালে চাই প্ৰেমধৰে ক'লে।

"এৰা, ইমানখন চাপৰিৰ খেৰ ল'বই নেলাগিছিল। তোৰনো খায় কোনে? মতা-মাইকী এহালকনো কিমান লাগিছে?"

খেৰণিৰ পৰা সিহঁতে নিজ নিজ বহালৈ খোজ ল'লে। বহা পাই প্ৰেমধৰে হাত-মুখ ধুলে। লেমটো জ্বলাই সি বিড়ি এটা জ্বলালে। নৈ-পৰীয়া পামখনত অলপ অলপ

জাৰ পৰিছে। বাঁহৰ চাংখনৰ গাকটোৰ ওপৰত পৰি থকা বৰ-কাপোৰখন সি গাত ল'লে। বিৰিটো হুপি হুপি সি অলপপৰ এনেয়ে বহি থাকিল। দূৰত কুকুৰে ভুকিছে। মফিজইতৰ বহাৰ ফালে কিবা উকিয়াউকিৰ মাত। গৰু-ছাগলী কিবা অহা নাই চাগে। তাক দেখি মেকুৰীটো ক'ৰবাৰ পৰা ওলালহি। প্ৰেমই আকৌ এই মেকুৰীটোক বৰ মৰম কৰে। ৰাতি তাৰ লগতে শুৱাই লয়। মেকুৰীটো চোৰ নহয়, সেয়ে প্ৰেমৰ তাঁলে বৰ মৰম।

প্ৰেমই মেকুৰীটোৰ পিঠিৰ কোমল নোমবোৰৰ ওপৰত হাত ফুৰালে মিহি, কোমল নোমবোৰ। সি অনুভৱ কৰিলে যেন শেষ ৰাতিৰ সন্ধিয়াৰ কুঁৱলীখিনিও মেকুৰীটোৰ নিচিনা নোম কোমল আৰু মিহি।

খেৰৰ পাতে হাতৰ ঠাৰিবোৰ কাটে। হাত-ভৰি ধুলে চিঁট্‌চিটায়। সি তাৰ হাতৰ তলুৱা দুখন তেল লোৱা চুলিখিনিত ঘঁহিলে আৰু তলুৱাত লাগি অহা তেলখিনি হাতৰ ঠ্যাৰিত ঘঁহিলে। অলপ ভাল লাগিল।

জুইৰ ওপৰত ভাতৰ চৰুটো পাতি দি সি ভাবিলে, আজি আৰু আঞ্জা সি নেৰান্ধে। সদায় খোৱা ভাতৰ কাৰণেনো কিমান সদায় আঞ্জা যোগাৰ কৰিব! জুইকুৰা ডাঙৰকৈয়ে জ্বলিছে। তাৰ বহাটোৰ ভিতৰখন পোহৰ হৈ উঠিছে। গাটোতো উম লাগিছে।

মাষ্টৰ-বেজ লাগিছে। তিনি দিন চাই-মেলি গৈছে। দৰৱ-জাতি একো দিয়া নাই এখোন। এৰা, ৰোগটো ভালকৈ নজনাকৈয়ে জধে-মধে চিকিৎসা কৰা বিধৰ মানুহ মাষ্টৰ নহয়।

পৰহি প্ৰেমধৰ ঘৰলৈ গৈছিল। কালি ৰাতিপুৱা ঘূৰি আহিল। কিছুদিন আঁতৰি থাকিব লাগে বুলিছে মাষ্টৰে। এৰা, কিবা বুজিছে কাৰণেহে। দুবছৰ একেলগে থাকিও একো নহ'ল। ছমাহ-বছৰেক আঁতৰি থাকিলেনো তাৰ কি ক্ষতি হ'ব।

পিছে সিও দুৰ্বল। জোনা আগত থাকিলে সি জোনাৰ পৰা নিলগত কোনো মতে থাকিব নোৱাৰে। তাইৰ মুখৰ ৰংটো হৈছে! গাঁৱৰ অন্য ডেকাৰ চকু নুপুৰিব কিয়? প্ৰেমধৰে আঞ্জা একো নিবিচৰোঁ বুলিও দেখিলে যে সি এইবোৰ কথা ভাবি থাকিবৰ সময়ত আলুগুটিকেইটামান কুটি আছে।

কিবা এটা গ্ৰহ-দোষ আছে নিশ্চয়। আৰু হয়তো জোনাৰে কিবা দোষ আছে। কিন্তু জোনাৰ নিচিনা ছোৱালী এজনীৰ যি দোষেই নেথাকক, ভাল হ'বই। তাতে মাষ্টৰৰ নিচিনা বেজ লাগিছে যেতিয়া।

এৰা, সদায় অকলশৰে থাকিবলগীয়া হ'লে জোনাৰ হয়তো বেয়াই লাগিলহেঁতেন। তিৰীমতি মানুহ, অলপ ইকাল-সিকাল হ'বলেনো কিমান পৰ? পিছে, এতিয়া ভয় নাই। দিনত নোৱাৰিলেও মাষ্টৰে ৰাতি একোবাৰ আহি থাকিবই।

চিকিৎসাত ধৰিছে যেতিয়া, এহা-শুধীয়াকে লাগিব লাগিব। এইবোৰ কামত হেগো-চোৰোকা হ'ব পাৰি নেকি?

মাষ্টৰ আহি গৈ থাকিলে আৰু প্ৰেমধৰৰ জোনাৰ বা ঘৰখনৰ কাৰণে বিশেষ চিন্তা কৰি থাকিবৰ প্ৰয়োজন নাই। তাতে তাই সূতা কাটিবলৈকো লৈছে। আৰু জোনাৰ তাঁলে যিটো মৰম—। নহ'লেনো গাওঁখনৰ সকলোবোৰ ডেকাক নেওচি তাই তাত বিয়া সোমায় নে?

ভাত খাই উঠি প্ৰেমধৰে হেঁচা মাৰি দুৱাৰখন বন্ধ কৰিলে আৰু লেমটোৰ জুইত আকৌ এটা বিড়ি জ্বলালে। আগৰে পৰা তাৰ বিড়িলৈ ধাউতি। দিনটোত সি দহোটা বিড়ি খায়। গাঁৱৰ অন্য ডেকাই এইবাবে তাক ঈৰ্ষা কৰে। কৰিবতো, সিহঁতে দিনটোতে দুটা বিড়ি খোৱাটোও বৰ ডাঙৰ কথা বুলি ভাবে। আচলতে পইচা হ'লেহে, তাৰ নিচিনা ৰম-পম গাঁৱৰ অন্য ডেকা কেইটাৰনো আছে। আৰু জোনাজনী জানো কম লখিমী। তাই আহি তাৰ ঘৰ সোমোৱাৰ পৰা তাৰ ঘৰত যেন লক্ষ্মী গোসাঁনীয়ে থিত লৈছেহি? য'তে সি হাত দিয়ে ত'তে জয় জয় ময় ময় হয়। কেৱল সেই এটাই অভাৱ।

ভাগৰ লাগিছে সঁচা। পুৱাৰ পৰা একেলেথাৰিয়ে খেৰ কাটি থকা সহজ কথা নে? কঁকালত ধৰি যায়। হাততো সিৰামূৰিয়ে ধৰে। পিছে নকৰিলে হয় নে?

বাঁহৰ চাংখনে কেৰেক্ কৰিলে। মূৰে-গায়ে বৰ-কাপোৰখন লৈ প্ৰেমধৰ দীঘল দিলে।

দূৰণিত এতিয়াও কুকুৰবোৰে ভুকিছে। সিহঁতৰ ভুকনিবোৰ তেনেই চিনাকি। সেইটো তিলেশ্বৰহঁতৰ কুকুৰ। হতশ্ৰী হোৱাটোৱে কেনেকৈ ভুকে। ঠিক যেন মানুহেহে বিনাইছে। আৰু এই পিৰালিৰ উঁইচিৰিঙাকেইটা— ৰাতিৰ ৰাতিটো সিহঁতৰ টোপনি নাই। চিচিকৈ কিনো চিঞৰি থাকে। সেয়া ঘৰৰ মূধৰ কল-থোকাত পৰি বাদুলী দুটাই চেক্‌চেক্ কৰে দ্বন্দ্ব কৰিছে।

মাষ্টৰক কিন্তু এলা-পেচা বস্তু দি বিদায় দিলে নচলিব। ৰাতি ৰাতি এনেই খাটি মৰিছে নেকি! চিন থাকি যোৱা কিবা এটা দিব লাগিব। এৰা, খেৰ কেইশমান মাংৰা মহাজনকে বেচি দি, তাৰে দুখন মুগা আনি জোনাক দিব লাগিব। পিছে মই নেথাকিলে তাইনো অকলে মুগা কাটিব কেনেকৈ? নহয়, সূতাকে আধা-সেৰমান কিনি আনি দিব লাগিব। মাষ্টৰক মাননি হিচাপে এখন কাপোৰ বৈ দিব লাগিব। বেচেৰাইতো দেশৰ কাৰণেই ঘৰ-বাৰী সকলো এৰিছে। এতিয়া চায়েইবা কোনে? গামোচা এডোখৰকে বা বৈ দিয়ে কোনে?

প্ৰেমধৰৰ টোপনিয়ে হেঁচা মাৰি অনা চকুৰ আগত গোলাপ মাষ্টৰৰ ধুনীয়া মুখখন আৰু তজবজীয়া চকু দুটা ভাহি উঠিল। ঈশ্বৰেহে এনে এজন বেজ আনি তাৰ ঘৰত পেলাইছেহি। দেশৰ কাৰণে জেল খালে, নিজৰ গাওঁ-ভূঁই এৰি সিহঁতৰ গাওঁখনকে ঘৰ কৰি ল'লে। আৰু মাষ্টৰ অহাৰ পৰা জানো গাওঁখনৰ শ্ৰী বঢ়া নাই?

মেলে-সভাই গোলাপ মাষ্টৰে গাওঁখন ৰজনজনীয়া কৰি ৰাখিছে। আৰু সেইহেন মাষ্টৰে তাৰ জোনাৰ চিকিৎসা কৰিছে। মাননি নধৰিলে হ'ব নে? তেনে মানুহৰ মাননি ধৰিবলৈ পোৱাটো ভাগ্যৰ কথা!

কিছুদিন আঁতৰি থকাটো কোনো কথা নহয়। সেইখিনি মনৰ বল প্ৰেমধৰৰ আছে। আৰু ঘৰলৈ কিছুদিন নগ'লেই হ'ল। জোনাজনীক দেখি থাকিলেহে মনটো অলপ উদন্তীয়া হয়। মাহেকে-পষেকে এবাৰ গৈ দিনতে দেখা দি দিনতে ঘূৰি আহিলেই হ'ল। ৰাতিটোকহে বিশ্বাস কৰিবলৈ টান।

তাৰ পিছত এবাৰ ভগৱানে চকু মেলি চালে, তেতিয়া সিহঁতৰ আৰু ইটো-সিটোৰ পৰা আঁতৰি থাকিবৰ দৰকাৰ নেথাকিব।

প্ৰেমধৰৰ চকুত টোপনিয়ে হেঁচি ধৰে। হাত-ভৰিবোৰ যেন গাৰ পৰা আঁতৰি গৈছে। বাঁহৰ চাংখনত কেৱল উশাহ-নিশাহ লোৱা ধাতু এটা পৰি আছে। ...

"মনে মনে থাক দগাবাজহঁত। কিমান চিঞৰ-বাখৰ কৰি থাক। হেৰ' জোনা, নেচোন ইহঁতক আঁতৰাই নে। যোৱা, সোণটো শুই থাকাগৈ দেই!"

ই বাৰু কাৰ নিচিনা হ'ল, হয় নে? হেৰ' চাচোন চা, চকু দুটা বাৰু মাষ্টৰৰ নিচিনা নাই হোৱা নে? এৰা, মাষ্টৰৰ দয়াত পাইছোঁ, অকণ নহয় অকণ তেওঁৰ নিচিনা হ'বই। ছোৱালীজনীহে মোৰ নিচিনা হ'ল। হ'বতোন, তোকতো ছোৱালী নেলাগেই।

চাওঁ সোণপাহী – আহ, তই মোৰ ওচৰলৈ আহ। হেৰ', এইজনীৰ থুঁতৰিটো দেখিছ নে? কাৰ নিচিনা হৈছে বাৰু কচোন। ওঁ, তই একো ক'বই নোৱাৰ। মই কৈছোঁ এই থুঁতৰিটো মাষ্টৰৰ থুঁতৰিটোৰ নিচিনা হৈছে, সাইলাখ ...

দূৰণিত কুকুৰবোৰে ভুকি থাকে। ইকৰাৰ বেৰবোৰৰ মাজেদি সৰকি আহি নিয়ৰত সেমেকা দূৰৰ ভুকনিবোৰ টোপনি যোৱা প্ৰেমধৰৰ কাণত পৰেহি।

কল-থোকাত পৰি বাদুলি দুটাই চেকচেকাই কাজিয়া কৰি থাকে। চেক-চেক্-চেক।

উঁইচিৰিঙাকেইটাৰ টোপনি নাই। ৰাতিৰ ৰাতিটো সিহঁতে চিঁচিয়াই থাকিব। গাঁৱৰ কোমল মাটি আৰু ৰাতিৰ কুঁৱলীৰ লগত মিহলি হৈ সিহঁতৰ চিঞৰবোৰো মিঠা আৰু কোমল হৈ ওলায়!

তদুপৰি কাতিৰ ৰাতিৰ গভীৰ নীৰৱ আৰ্তনাদ। পৃথিৱীৰ মাজ-বুকুৰ পৰা যেন হেজাৰ কামনা মিহলি, হেজাৰ বেদনা মিহলি, হেজাৰ হেঁপাহ মিহলি এটা শব্দ উঠিছে— বিয়াঘৰৰ কোলাহলৰ নিচিনা বিশৃঙ্খল, অৰ্থহীন, শাওণৰ গাজনিৰ নিচিনা গভীৰ। দিগন্তৰ পৰা দিগন্তলৈ ৰাতিৰ এই শব্দহীন আৰ্তনাদ বিয়পি পৰিছে— উচ্চ, গভীৰ, ব্যাপক। ৰাতিৰ এই গভীৰতা মৃত্যুৰ দৰে সনাতন।

প্ৰেমধৰে শুনে— তাৰ মজিয়াত, তাৰ বহাৰ চোতালত শিশুৰ কিৰীলি— সোণটি আৰু সোণপাহীৰ মিঠা খৰিয়াল। ৰাতিৰ সকলো শব্দ যেন একেঠাই হৈ এহাল শিশুৰ কিৰীলিৰ ৰূপ লৈছে— তাৰ পুত্ৰ সোণটি আৰু তাৰ ছোৱালী সোণপাহীৰ।

## সাত

কিতাপখনত একো নাই। কোনোবা এটা প্ৰশান্ত মহাসাগৰৰ বুকুৰ দূৰ দ্বীপৰ কাহিনী। হয়তো সম্পূৰ্ণ কাল্পনিক, সঁচা হ'লেও আমাৰ জীৱনৰ লগত নিমিলে। বিষুৱ ৰেখাৰ উত্তাপৰ আঁৰত কিছুমান জীৱনে তীব্ৰ, মত্ত ৰূপ লয়। আৰু উপন্যাসখনত আছে গ্ৰীষ্মকালৰ এটা জোনাক নিশাৰ কাহিনী, ৰাতি আৰু তপত নিশ্বাসৰ কাহিনী।

তথাপি মাখনৰ পঢ়ি সিমান বেয়া লগা নাছিল। অকলশৰে থকাতকৈ, এনেই মনে মনে বহি থকাতকৈ এই ট্ৰপিকেল উপন্যাসবোৰ পঢ়ি বেয়া নেলাগে। চাৰিকড়িয়াৰ পাৰৰ অজস্ৰ শান্তিতো মানুহৰ ভাগৰ লাগে। মনটোৱে পাখি মেলি উৰিব খোজে— অচিনা দূৰ দেশলৈ, নাম নজনা দ্বীপলৈ, অনাবিষ্কৃত কোনোবা এটা গ্ৰহলৈ।

মাখনৰ অস্বস্তি লাগিছিল, কেইবাদিনো ঘৰৰ চিঠি পোৱা নাই। এনে আচহুৱা পাণ্ডৱ-বৰ্জিত ঠাইত আহি সি পৰিলহি যে, আশী মাইল দূৰৰ তাৰ ঘৰৰ পৰা এখন চিঠি ঘূৰাই-পকাই আহি পাওতে কেতিয়াবা এমাহ হৈ যায়। অথচ ঘৰৰ খবৰ নেপালে সি অতিষ্ঠ হৈ উঠে, উদ্বিগ্ন হয়। আৰু বাতৰিকাকতখনো আহে সাদিনৰ মূৰে মূৰে। ডাকোৱাল যিদিনা আহে।

যুদ্ধ লাগিছে, আমাৰ অসমতো বিৰাট প্ৰস্তুতি চলিছে যুদ্ধৰ। এৰাড্ৰোম হৈছে, নতুন আলিবাট হৈছে, লাখে লাখে সৈন্য আহি অসম ভৰি পৰিছে। মিলিটাৰী ঠিকা কৰি ৰাতিটোৰ ভিতৰতে মানুহ লাখপতি হৈছে। লগে লগে বিপ্লৱ চলিছে। নানা ঠাইত চৰকাৰী ঘৰ, অফিচ আদিত জুই দিয়া হৈছে। থানা আক্ৰমণ হৈছে, ডাকঘৰ পুৰিছে, দলং ভাঙিছে, ৰেলৰ লাইন উঠাইছে।

তাৰ লগে লগে গাওঁ কিছুমানত চলিছে পুলিচ আৰু মিলিটাৰীৰ অমানুষিক অত্যাচাৰ, বৃটিছৰ ৰাজত্ব ৰক্ষা কৰিবৰ কাৰণে যেন অসমৰ পুলিচ আৰু মিলিটাৰীয়ে নিজৰ সৰ্বস্ব দি, মনুষ্যত্বও বেচি দি, উঠিপৰি লাগিছে।

প্ৰসন্ন গোস্বামীৰো কাম বাঢ়িছে। তেওঁৰ অলপতে ইন্‌স্পেক্টৰলৈ প্ৰমোচন হোৱাৰ আশাও আছে। বৃটিছ আমোলৰ পুলিচ বহুতে ইন্‌স্পেক্টৰ হ'ব পাৰিলে স্বৰ্গও কামনা নকৰে। আৰু ইন্‌স্পেক্টৰ হোৱা সহজ কথাও নহয়। যি পুলিচ বিষয়াই বুঢ়েৰে গুৰিয়াই মানুহক জীৱনলৈ ঘৃণীয়া কৰিব নোৱাৰে, মাক-বাপেক, ককাই-ভাই সকলোকে আগত ৰাখি কাৰোবাক অশ্ৰাব্য, অশ্লীল গালি পাৰিব নোৱাৰে, দোষ প্ৰমাণ নহ'লেও হাতকেৰেয়া দি ধৰি আনি লকআপত সুমুৱাই ৰাখি অমানুষিক, অৱৰ্ণনীয় অত্যাচাৰ কৰি এটা নিৰ্দোষ মানুহক নিজে দোষী বুলি স্বীকাৰ কৰাব নোৱাৰে, সি

প্ৰয়োজন দূৰৰ কথা, পুলিচ বিভাগৰ উপযুক্ত মানুহেই নহয়। আমাৰ পুলিচ আৰু যমৰ মৃতকক শাস্তি দিয়া দূতবোৰৰ মাজত কোনো প্ৰভেদ নাই। এবাৰ যিয়ে পুলিচৰ হাতত পৰি লক্‌আপত ৰাতি কটাবলগীয়া হৈছে, সি মৰ্মে মৰ্মে অনুভৱ কৰিছে– যে মানুহতকৈ নিৰ্মম, মানুহতকৈ নিষ্ঠুৰ, মানুহতকৈ জঘন্য জীৱ আৰু পৃথিৱীত নাই। বহুত নিৰ্দোষীয়ে দোষী বুলি স্বীকাৰ কৰিবলৈ অমান্তি হোৱাৰ ফলত পুলিচৰ বুটৰ গচকত লক্‌আপৰ ভিতৰতে প্ৰাণ এৰিবলগীয়া হয়। সৈ কঢ়াবৰ কাৰণে বহুতক ঘটিৰে খুন্দি হাড়-কলিজা ভঙা হয়, বহুতকে পিন আৰু কাঁইটেৰে চিচি ৰং চোৱা হয়, বহুতক মৰিবলৈ ধৰা যেন লাগিলে লক্‌আপত থকা অন্য কয়দীৰ হতুৱাই প্ৰস্ৰাৱ কৰাই জোৰ কৰি সেই প্ৰস্ৰাৱ খুৱাই দিয়া হয়।

কাৰণ পুলিচ সাম্ৰাজ্যবাদৰ ৰক্ষক, দেশৰ শান্তিৰক্ষক। সাম্ৰাজ্যবাদী পুলিচে মানুহক মানুহৰ দৰে কোনোদিনে ব্যৱহাৰ কৰা নাই, কৰিবলৈ শিকা নাই। সকলো মানুহেই অপৰাধী –Potential criminal !।

স্বাধীনতা লাভৰ কাৰণে শেষ যুদ্ধ কৰা দেশপ্ৰেমিক দেশীয় জনতাক দমন কৰিবৰ কাৰণে এই সুদক্ষ পুলিচৰ হাততে সকলো দায়িত্ব দিয়া হ'ল। পাইকাৰী জৰিমনা বিচাৰি, লুকাই থকা বিদ্ৰোহী বিচাৰি, যুদ্ধবিৰোধী ভাৰতীয় বিচাৰি এই বৰ্বৰ পুলিচৰ দলে গাৱঁৰ পিছত গাওঁ উজাৰ কৰি যাব ধৰিলে। এটা বিদেশী শোষক ৰাজশক্তিৰ কাৰণে, ভাৰতীয়ই ভাৰতীয়ক, অসমীয়াই অসমীয়াক, যি অৱৰ্ণনীয়, অমানুষিক অত্যাচাৰ কৰিলে, পৃথিৱীত তাৰ তুলনা অতি কমেই ওলাব।

মাখনো চৰকাৰী চাকৰিয়াল। সিও বৃটিছৰ শাসনযন্ত্ৰ চলি থকাত সহায় কৰি জীৱিকা আৰ্জে। অতি সামান্য আৰ্জন ইনচাৰ্জ গোস্বামীৰ দৰে সোঁৱে-বাঁৱে, দোষী-নিৰ্দোষী, ধনী-দুখীয়া সকলোৰে পৰা সি টকা খাব নেজানেও, নোৱাৰেও।

থানাৰ কাষতে তাৰ ঘৰটো। কিন্তু ৰাতি মনে মনে দুই-চাৰি পলাই ফুৰা দেশকৰ্মী আহি তাৰ তাতে থাকেহি। ভাত খুজি খায়, আন্ধাৰত বহি কিবা গোপন আলোচনা কৰে, আৰু ৰাতিৰ ভিতৰতে নাইকিয়া হয়। মাখনৰ নিজলৈ ভয় নেলাগে, ভয় লাগে পলাতক বিপ্লৱীহঁত ধৰা পৰি যায় বুলি। সি সকলো প্ৰকাৰৰ সাৱধান লয়, যাতে তাৰ ঘৰত লুকাই থকা সময়খিনিৰ ভিতৰত কাৰো অপকাৰ নহয়।

মাজে মাজে সিও আলোচনাত যোগ দিয়ে। গোস্বামী বা অন্য পুলিচৰ মুখত শুনা বাতৰি কয়, বাতৰিকাকতৰ বিশেষ বাতৰিবোৰ কয়, আৰু কেতিয়াবা দুই-এটা উপদেশো দিয়ে।

ইন্‌চাৰ্জ গোস্বামীয়ে আগৰ দৰে তাচ খেলিবলৈ আহিবলৈ আজৰি নেপায়। তেওঁৰ কাম বাঢ়িছে। আৰ্মড্ কনষ্টেবলো তিনি ডজন আনি ৰাখিছে।

গোস্বামী সকলো প্ৰচেষ্টা খটুৱাইছে বিপ্লৱী ধৰাত আৰু ইন্‌স্পেক্টৰ হোৱাত। তাৰ কাৰণে তেওঁ ৰাতিৰ পিছত ৰাতি, চাৰিকড়িয়াৰ পাৰৰ ঝাঁওবনৰ আঁৰত পৰি থাকি ভগনীয়া বিপ্লৱী ধৰিবলৈ বাট চাই থকাত কোনো, ডাঙৰ কষ্ট বুলি নেভাবে।

মাখনৰো কাম বাঢ়িছে। কিন্তু দিনে দিনে কামৰ প্ৰতি তাৰ আগ্ৰহ বা আসক্তি কমি আহিছে। সি মৰ্মে মৰ্মে অনুভৱ কৰিবলৈ আৰম্ভ কৰে যে এই সময়ত বৃটিছ চৰকাৰৰ তলত চাকৰি কৰা ভুলেই নহয়, পাপো। দেশৰ স্বাৰ্থক তাৰ দ্বাৰা বিশ্বাসঘাতকতা কৰা হ'ব। সি কেতিয়াও প্ৰসন্ন গোস্বামী হ'ব নোৱাৰে। পৰাধীন হওক, স্বাধীন হওক, ভাৰতীয় হৈ মৰিবলৈ বিচাৰে। ভাৰতীয় হৈ জীয়াই থাকিবলৈ বিচাৰে।

চাৰিকড়িয়াত এতিয়াও ৰাজনৈতিক আন্দোলন হোৱা নাই, হোৱাৰ সম্ভাৱনাও কম। চাৰিকড়িয়া একেবাৰে একাষৰীয়া গাওঁ। যুদ্ধয়ো ইয়াক নোচোৱে, বিপ্লৱেও ইয়াক নেপায়। তদুপৰি ইয়ালৈ যাতায়াতৰ বাট-পথ ইমান বেয়া যে ইয়াৰ সহজে ৰূপান্তৰো সম্ভাৱনা নাই।

কিন্তু এই পৰিস্থিতিটোৱেই মাখনৰ কাৰণে আছিল অসহ্য। সি যেন অকাৰণতে বন্দী হৈ আছে। সি মুক্ত হ'বলৈ বিচাৰে, অন্যৰ দৰে দেশৰ কাৰণে কিবা ত্যাগ, কিবা দান কৰিবলৈ বিচাৰে! অন্য ঠাইত বিপ্লৱীবোৰে কৰা ৰোমাঞ্চকৰ কাহিনীবোৰৰ কথা সি শুনে। তাৰ তেজতো সি এটা অদৃশ্য দাসত্বত বন্দী যৌৱনৰ আস্ফালন শুনিবলৈ পায়।

তাৰ মেজত থকা কিতাপবোৰ তাৰ বৰ অপ্ৰয়োজনীয় আৰু বাহী যেন লাগে। জনতাই যি ইতিহাস আজি কালৰ বুকুত লিখিছে, কিতাপৰ বুকুত সেই কথা এতিয়াও লিখা হোৱা নাই। মাখনৰ অস্বস্তি লাগে।

চাৰিকড়িয়াৰ পানীবোৰ উতলিছে, ঝাঁওবনবোৰে যোগীৰ বাঁহী শুনি নচা ফেঁটীসাপৰ দৰে নাচিছে, চাৰিকড়িয়াৰ ফটিক-পানীৰ তলৰ শকত বালিচন্দাবোৰ কন্যাৰ চকুৰ দৰে তিৰ্‌বিৰাই জ্বলিছে। তাৰ সৰু ঘৰটোৰ কেঁচা মজিয়াখন কিছুমান বুজিব নোৱাৰা ভাষাৰ কথাৰে গম্‌গমাই উঠিছে। তাৰ মনটোৰ ভিতৰত কোনোবা এঠাইত অন্য এটা শুই থকা মানুহ সাৰ পাই উঠিছে, আৰু তাক অন্য এখন দেশলৈ টানি নিব খুজিছে।

তাৰ চুলিত লগা বতাহজাক মাখনৰ একেবাৰে অচিনাকি যেন লাগিল।

ডাক্তৰৰ বিশেষ পৰিৱৰ্তন হোৱা নাই। মাজে মাজে ডাক্তৰ আৰু মাখনে বহি দেশৰ অৱস্থাৰ আৰু নিজৰ অৱস্থাৰ কথা আলোচনা কৰে। কথা পাতি দুয়ো এটা অকাৰণ অস্বস্তি অনুভৱ কৰে। মাজে মাজে কিবা ক'ব নোৱাৰি, জাপান বা জাৰ্মেনিৰ ক'ৰবাত জয় হোৱা বুলি বাতৰি পালে আনন্দ অনুভৱ কৰে। কিবা এটা বুজিব নোৱাৰা কাৰণত যেন বৃটিছ বা এমেৰিকা হাৰিব এনেয়ে এনে এটা আশা পোষণ কৰে। ডাক্তৰ মানুহজন সৰল, ঘৰুৱা অভাৱ-অভিযোগৰ কথাও সকলো খুলি মাখনক কয়। মাখনৰ অৱশ্যে নিজৰ বিষয়ে ক'বলগীয়া বিশেষ কথা নাই। ঘৰৰ পৰা চিঠি নহাৰ কাৰণে এটা অকাৰণ অভিযোগ ৰাখে কাবোবাৰ ওপৰত।

ইন্‌চাৰ্জ গোস্বামীৰ যেন ইতিমধ্যে বহুত পৰিৱৰ্তন হৈ গৈছে। লগ পালেও তেওঁ যেন আজিকালি মাখনহঁতৰ পৰা ফালৰি কাটিবলৈ বিচাৰে। মাজে মাজে মাখনে ভাবে যেন তাক কিবা এটা সন্দেহৰ চকুৰেই চায় গোস্বামীয়ে, কিবা এটা গোপন দোষত সি নিজেও এনেয়ে অপৰাধী যেন অনুভৱ কৰে। পলাতক বিপ্লৱীক তাৰ ঘৰত ৰাতি আশ্ৰয় দিয়াৰ কথা গোস্বামীয়ে কিবা গম পাইছে নেকি? সি আৰু বেছি সহজ, আৰু বেছি সাৱধান হ'বৰ চেষ্টা কৰে।

## আঠ

সোণ-বৰণীয়া ধাননি পথাৰলৈ ধূঁৱলি ওৰণি লৈ আঘোণ নামি আহে। সিৰ্ সিৰ্ কৰি ধানপাতবোৰ কঁপে, মাণিকী-মধুৰিৰ থোকবোৰ দোঁ খায় ক'লা জহাৰ নতুন গোন্ধ পথাৰত বিয়পি পৰে।

কোটি-কালৰ পুৰণি পথাৰত নতুন ধানে পক ধৰে। চাৰি কুৰি বছৰীয়া বুঢাৰ সোলা-মুখত কোলাৰ শিশুৰ নিচিনা সৰল হাঁহি বিৰিঙি উঠে।

সাঁজ লগাৰ আগৰে পৰা বৰ-পদুমণি গাঁৱে ডাঠ কুঁৱলীৰ ওৰণি লয়। জুহালে জুহালে ঠেঁটুৰে ধৰা হাতে উত্তাপ বিচাৰে, উমবোৰ গৈ কেঁথাৰ জাপৰ মাজত মনে মনে সোমাই থাকেগৈ।

ৰাতি আৰু দুই-চাৰিটা চেঙেলীয়া ডেকাৰ বাহিৰে অন্য ডেকা-বুঢ়া বাহিৰ নোলায়। জুইৰ কাষত মিঠা মৰম থুপ খাই থাকে। সেই উমলগা মৰমবোৰ সাধুকথাৰ নিচিনা আপোন, জোনবাইৰ সমান পুৰণি, ধাননিৰ মাজৰ পথৰুৱা আলিৰ নিচিনা চিনাকি।

গোলাপ মাষ্টৰ গৈ যেতিয়া প্ৰেমধৰৰ চোতালত থিয় হ'লগৈ, তেতিয়া গাঁৱৰ মানুহৰ কাৰণে বহুত ৰাতি। জুহালৰ কাষত বহি কোনোবাই এলাহতে জুলুকিয়াই আছে যদিও, গাঁৱৰ সকলোৰে দুৱাৰ বন্ধ। দুৱাৰ মেলি ৰখা নেযায়— জাৰ সোমায়।

দুৱাৰখন নিজেই হেঁচা মাৰি মেলি মাষ্টৰ ভিতৰ সোমাই গ'ল। জুইকুৰাৰ কাষতে বহি জোনাই কি যেন এটা একান্তভাৱে ভাবি আছিল। মাষ্টৰৰ ফালে চকু তুলি চাই তাই সৰুকৈ হাঁহিলে— তৃপ্তিৰ হাঁহি।

মাষ্টৰ আহি জুইৰ কাষতে বহিলহি। তাৰ কাৰণে চাপৰ মূঢ়াটোৰ ওপৰত কাপোৰ এখন জাপি থোৱা আছিল।

জুই জ্বলি থকাৰ কাৰণেই হয়তো লেম জ্বলোৱা নাই।

"জাৰ পৰি আহিছে আৰু দেই —" জুইৰ ফালে হাত দুখন আগবঢ়াই দি মাষ্টৰে ক'লে।

নতুনকৈ খৰি দুডালমান জুইত জাপি দি জোনাই জুইকুৰাৰ ফালেই চাই থাকি ক'লে— "আঘোণ সোমালেই নহয়। আজি তিনি দিন হবপায় —"

"এৰা, আঘোণ সোমালেই। মোৰো যে কাম কৰিছে আৰু! ঘূৰি নুঠুৰিলে নচলা হৈছে।"

অলপ পৰ মনে মনে থকাৰ পিছত মাষ্টৰে ক'লে, "এৰা, মই আহিম বুলি তোমাৰ কিজানি সদায় বাট চাবলগীয়া হয়। কোনদিনা আহিব পাৰিম, কোনদিনা নোৱাৰিম, আগতে জনাই যাব নোৱাৰোঁ —"

মনে মনে জোনাই শুনি গ'ল। তাই জান-নেজানকৈ এটা হুমুনিয়াহ কাঢ়িলে।

আকৌ মাষ্টৰেই ক'লে, "পিছে, প্ৰেম আহিছিল নেকি এইকেইদিনত?"

মাতৰ জড়তা ভাঙিবৰ চেষ্টা কৰি সৰুকৈ জোনাই ক'লে, "আহিছিল, একে দিনাই গ'লগৈ পিছে।"

"কিয়?"

"মই পঠিয়াই দিলোঁ।"

"এঃ পঠিয়াইনো দিলা কিয়, বাৰু দিয়া। আকৌনো কেতিয়ামানে আহিব?"

দুৱাৰমুখৰ ফালে এনেয়ে চাই জোনাই ক'লে, "আমাৰ আগতীয়া ধান বৰ বেছি নায়েই। ঘৰৰ ওচৰৰ কেডৰা ময়ে দাই, চপাব পাৰিম। দূৰৰ বৰ-ধানখিনি দাই আনিবৰ হ'লেহে আহিব কিজানি।"

জোনাই যে প্ৰেমধৰক এইদৰে আঁতৰাই ৰাখিব, সেই কথা মাষ্টৰে এইদৰে ভৰা নাছিল। কিবা কাৰণত মাষ্টৰৰ ভালেই লগা যেন লাগিল— মনে মনে। অলপ ঘনিষ্ঠতা বুজাবৰ কাৰণেহে যেন মাতটো গভীৰ কৰি মাষ্টৰে ক'লে, "মই সদায় আহিব পৰা নাই, তাতে দিনটো আহিবলৈ আজৰি নেপাওঁ। তুমি আকৌ বেয়া পাইছা নেকি?"

"আপোনাৰ বহুত কাম বুলি জানো নহয় —" জোনাই ক'লে আৰু সৰলভাৱে মাষ্টৰৰ মুখলৈ চালে।

"অ' সেই বুলি মই একো নকৰাকৈ আছোঁ বুলি আকৌ নেভাবিবা। মই তোমাৰ কাৰণে কিবাকিবি কৰি আছোঁ। পিছে আৰু অলপ দিন এনেকৈয়ে থাকিব লাগিব।"

জোনাৰ মনটো যেন হঠাৎ ভাল লাগি গ'ল। মাষ্টৰে তেনেহ'লে কিবাকিবি কৰি আছে— মনে মনে! আই ঐ দেহি!

"ভাল বাৰু —" আনন্দ আৰু কৃতজ্ঞতা মিহলি ভাষাৰে জোনাই ক'লে।

"এৰা, কিহৰ দোষ হৈছে ভালকৈ বুজি নোলোৱাকৈ জানো চিকিৎসা কৰিব পাৰি—"

মাষ্টৰৰ মাতত ব্যৱসায়ী নিৰ্লিপ্ততা।

জোনাই আৰু দুডালমান খৰি জুইত দিলে। অলপ-পৰৰ নিস্তব্ধতাৰ পিছত মাষ্টৰে অলপ আড়ষ্ট মাতেৰে ক'লে, "এষাৰ কথা সোধোঁ, যদি বেয়া নোপোৱা—"

হঠাৎ জোনাৰ কাণ-মূৰ ৰঙা পৰি উঠিল। সেপ ঢুকি ৰঙা-চিঙা পৰি তাই লাজে লাজে মাষ্টৰৰ মুখলৈ চালে। মাষ্টৰ গহীন। লাহে লাহে মাষ্টৰে ক'লে, "বিয়াৰ আগতে আন কোনোবা ল'ৰাই কেতিয়াবা কিবা আমনি কৰা নাইতো?"

জোনাই দুয়ো কাণত বৰদৈচিলাৰ হোঁ-হোঁৱনি শুনিবলৈ পালে। জুইকুৰা নীলা হৈ গৈছে। মনৰ সকলোখিনি বল দি সংযত হ'বৰ চেষ্টা কৰি জোনাই সেপ ঢুকি ক'লে, — "এনেই দূৰৰ পৰা জোকাইছিল। এখেতেইহে যি —"

"এৰা, মই বুজিছো, বেয়া নেপাবা আকৌ। প্ৰেমধৰৰ লগত কথা-বতৰা থকাৰ কথা তেওঁ নিজেই মোক কৈছিল।"

আকৌ ভালেমানপৰৰ নিস্তব্ধতা জোনাৰ। গোটেই গাটো গৰম হৈ উঠিছে। তাই যেন একো দেখা নাই, একো শুনা নাই। জুইকুৰা নীলা হৈ গৈ আকাশ চুইছেগৈ। ঘৰটো থক্‌থক্ কৰে কঁপিছে। জ্বলা খৰি এডালৰ মূৰৰ ৰঙা ডাঙৰ অঠঙা এডোখৰ ভাঙি ভাঙি নিৰ্বিকাৰভাৱে মাষ্টৰে ক'লে, "চাওঁ বাৰু, তোমাৰ সোঁহাতখন দিয়াচোন।"

জোনাই অনুভৱ কৰিলে অন্য এখন তপত হাতৰ অবুজ স্পৰ্শ। তাই মাষ্টৰৰ মুখলৈ চালে। হাতখন নিজৰ কোলাৰ ওপৰত লৈ মাষ্টৰে হাতৰ আঁকবোৰ চোৱাত একান্তভাৱে মনোযোগ দিলে।

হাতৰ তলুৱাত ল'ৰা-ছোৱালীকেইটা হ'ব লেখা থাকে বোলে। আশাভৰা চকুৰে জোনাই মাষ্টৰৰ গহীন মুখখন আৰু চকু দুটাৰ ফালে চালে। ভালেমান-পৰ ইকাতি-সিকাতি কৰি লিৰিকি-বিদাৰি মাষ্টৰে জোনাৰ হাতৰ আঁকবোৰ চাবলৈ ধৰিলে। প্ৰথমতে সোঁখন, তাৰ পিছত বাওঁখন। মাজে মাজে একোবাৰ জোনাৰ মুখলৈকো চাই থাকে একেথিৰে, যেন জোনাৰ হাতৰ তলুৱাত আৰু কপালত তাইৰ সমাগত মাতৃত্বৰ সকলো ইঙ্গিত লিখা আছে— মাষ্টৰে যেন তাক তন্নতন্নকৈ বুজি পায়!

জোনাৰ দুয়োখন হাত মাষ্টৰৰ হাতৰ মাজত। জুইকুৰাৰ খৰিবোৰ পুৰি গৈ ক্ৰমে নুমাই আহিছে। বাহিৰৰ চেঁচা বাতিটো কুঁৱলীৰ বুকুত শুই পৰিছে।

কিছুপৰৰ মূৰত যেন দুয়ো বাস্তৱলৈ ঘূৰি আহিল। মাষ্টৰে জোনাৰ হাত দুখন লাহে লাহে এৰি দিলে। জোনাই চকুত প্ৰশ্ন লৈ তাৰ মুখলৈ সেই জুইৰ ক্ষীণ পোহৰতে আগ্ৰহেৰে চালে।

"ৰাতি আঁকবোৰ ভালকৈ নেদেখি।" — মাষ্টৰে ক'লে। "দিনত আকৌ এবাৰ চাব লাগিব।"

"লেমটো জ্বলাই দিম নেকি?"

"নেলাগে, দেখিলোঁ নহয়। বুজিছোঁ।"

মৰ-সাহ কৰি জোনাই সুধিলে— "কেনেকুৱানো বুজিলে —?"

"সময়মতে কম বাৰু। তুমি চিন্তা কৰিব নেলাগে —" কথাষাৰ কৈ মাষ্টৰ আকৌ গহীন হৈ দিলে।

জোনাৰ মনত খু-দুৱনি লাগিল। বুজিছে যদি এতিয়া কৈ নিদিয়ে কিয়?

অন্যৰ ওচৰত তাইৰ হাতখন চোৱাৰ কথা তাই কিছুদিনৰ পৰাই চিন্তা কৰি আছিল। পিছে মাষ্টৰেই চাব জানে যেতিয়া ভালেই হ'ল। চালেও, কিন্তু কৈ নিদিলে কিয়? তাইৰ হাতৰ আঁকবোৰ বৰ ভাল নহয় নেকি?

দ্বিতীয়বাৰ তাইৰ কিবা সুধিবলৈ ভয় লাগিল। কিজানি নিৰাশ হৈ যাবলগীয়া হয় !

তাই খুচৰি খুচৰি নুমাই যোৱা জুইকুৰা জ্বলায় নীৰবে।

হঠাৎ দূৰত ফেউৰা এটাই চিঞৰি উঠিল। সিহঁত দুয়োটাই কাণ দিলে। জোনাই এনেই এবাৰ দুৱাৰখনৰ ফালে চালে— মৰা আছে। মাষ্টৰে কিন্তু চকু দুটা আধামুদা কৰি জুইকুৰাৰ ফালে হাত দুখন বঢ়াই দি বহিয়ে আছে! কি গভীৰ কথা এটাৰ কিবা সমিধান বিচাৰিছে যেন।

জোনাই মনে মনে ভাবিছিল মাষ্টৰক চাহপানী এটোপা দিব নেকি? খায় বা নেখায়। আজিলৈকে তামোলতকৈ বেছি একো যঁচা নাই। হয়তো দিলে এটোপা চাহ খাব।

কাষতে থকা এলুমিনিয়ামৰ সৰু কেট্‌লিটো তাই জুইৰ কাষলৈ চপাই দিলে। মাষ্টৰে একো নক'লে।

জোনা বহাৰ পৰা উঠিল আৰু বাটি এটা আনিবৰ কাৰণে ভিতৰলৈ গ'ল। লগে লগে নিজকে কোৱাৰ দৰে ক'লে, "বৰ জাৰ পৰি আহিছে, ৰাতিও হ'ল, এটোপা চাহপানীকে দিওঁ।"

মাষ্টৰে একোকে নক'লে।

চাহপানী বাটি জোনাই বটাটোৰ ওচৰতে থ'লে।

জোনাই এনেই দুৱাৰমুখলৈ গৈ দুৱাৰখন মেলি চালে। কৃষ্ণপক্ষৰ শেঁতা জোনটো বহুত দূৰত ওলাইছে। কিন্তু তাৰ দুৰ্বল জোনাকবোৰ ডাঠ কুঁৱলীৰ বুকুত হেৰাই গৈছে। পৃথিৱীখন শুইছে। কাৰো সঁহাৰি নাই। কেনিও ক'তো এটা লেম-চাকি জ্বলি থকা দেখা পাবলৈ নাই।

"কি চাইছা জোনা?" বহাৰ পৰাই মাষ্টৰে সৰুকৈ সুধিলে।

দুৱাৰৰ ওচৰৰ পৰা জোনা গুচি আহিল, "একো নাই, এনেয়েহে —"

"ৰাতি বহুত হ'ল নহয়?"

জোনাই একো নক'লে।

"মই উঠোঁহে আৰু —" বহাৰ পৰা উঠি মাষ্টৰে ক'লে!

জোনাই তালৈ চকু তুলি চালে। যায় যদি জোনাৰ কৰিব পৰা একো নাই!

দুৱাৰমুখৰ পৰা ঘূৰি মাষ্টৰে পাছে পাছে অহা জোনাৰ হাতখন আকৌ এনেয়ে নিজৰ হাতত ল'লে, তাৰ পিছত অলপ অস্থিৰ মাতেৰে সৰুকৈ ক'লে, "তুমি একো চিন্তা নকৰিবা জোনা। ল'ৰা-ছোৱালী তোমাৰ হাতত আছে। পিছে —" মাষ্টৰ ৰ'ল। জোনাৰ বুকুখন আকৌ থিপ্‌থিপাই উঠিল।

"মই তোমাৰ দুয়োখন হাত মিলাই চালোঁ। এই কথাতহে অলপ গোলমাল আছে —" আকৌ মাষ্টৰ ৰ'ল। জোনাৰ উৎকণ্ঠা বাঢ়িল। ময়-সাহ কৰি তাই সুধিলে— "কিনো?"

"প্ৰেমধৰক তুমি বিয়া কৰাব নেলাগিছিল?" জোনা হতভম্ব হৈ গ'ল। তাইৰ গাটো মূৰৰ পৰা ভৰিলৈকে চেঁচা পৰি গ'ল। বোবা চাৱনি লৈ তাই গোলাপৰ মুখলৈ চালে। অসম্ভৱ ৰকমৰ এটা হাঁহি লৈ মাষ্টৰে ক'লে– "তুমি আকৌ ভয় খাই নেযাবা। হাতত আছে যেতিয়া তোমাৰ ল'ৰা-ছোৱালী হ'বই। প্ৰেমধৰৰ পৰা নহয় অৱশ্যে।"

জোনাৰ হাতখন মাষ্টৰৰ হাতৰ মাজৰ পৰা আপুনি এৰাই আহি ওলমি পৰিল। তাইৰ মূৰটো ঘূৰোৱা যেন লাগিল। তাই যেন থিয় হৈ থাকিবৰ শক্তি হেৰুৱাই পেলাইছে।

এখোজ দুৱাৰৰ ফালে আগবাঢ়ি মাষ্টৰে শান্তভাৱে ক'লে, "তুমি চিন্তা নকৰিবা। মই নকওঁ বুলিয়ে ভাবিছিলোঁ। পিছে তোমাকতো মই ফাকি দিব নোৱাৰোঁ, কিন্তু তোমাৰ হাতত আছে যতিয়া পাবাই।" মাষ্টৰ ওলাই গ'ল।

## ন

জোনাৰ চোতাললৈ নতুন লখিমী আহে। ঘৰৰ ওচৰৰ মাটিকেডৰা তাই নিজেই দাই মুঠিকেইটাও নিজেই আনে। ৰাতিপুৱা নিয়ৰ মাৰ যোৱাৰ লগে লগে কাঁচিখন হাতত লৈ জোনা ধাননিলৈ ওলাই যায়। ঘৰখনৰ ভিতৰত অকলশৰে সোমাই থাকি তাইৰ আমনি লাগে। কেতিয়াবা ইটো-সিটো বিচাৰি গাঁৱৰ কোনোবা আহে। তামোল এখন খাই, দুআষাৰ কথা পাতি যায়গৈ। সকলোৰে বহুত কাম, মেল মাৰি থাকিলে নচলে।

ঘৰৰ ভিতৰত থাকিলে জোনাৰ মনটো গধুৰ লাগি থাকে। এৰা, ভাবিৰাম, পূৰ্ণেশ্বৰ, দেহি– আৰু কতটা ডেকাই তাইক বিচাৰিছিল। তাই আকৌ প্ৰেমধৰকহে ভাল দেখিলে, অৱশ্যে সি তাইক সুখতে ৰাখিছে। ভাত-কাপোৰ উভৈনদী, কোনোদিন হুঁটা মাত এষাৰ নাই। তাই যিহকে কয় তাকে শুনে, আজি দুমাহে তাইৰ ফালে চকু দাঙি চোৱা নাই। কিন্তু যদি তাৰ পৰা জোনাৰ কোলালৈ কোনো আহিবৰ আশাই নাই, তেন্তে বাকীবোৰেৰে তাইৰ কি লাভ হ'ব? ভাত-কাপোৰৰ কাৰণে জানো কোনোবাই কাৰোবাক বিয়া কৰায়? বিয়া কৰায় ল'ৰা-ছোৱালীৰ কাৰণে। প্ৰেমধৰে যদি তাকে দিব নোৱাৰে, তেন্তে তাক বিয়া কৰি জোনাৰনো কি লাভ হ'ল।

কিন্তু পথাৰলৈ আহিলে বুকুৱা ধাননিৰ মাজত সোমাই ধান দাৱলৈ ল'লে আৰু জোনাৰ মনত বিষাদ ভাব নেথাকে। বহুত মুকলি আনন্দ আৰু আশা আহি তাইক বেঢ়ি ধৰেহি।

মূৰৰ ওপৰৰ আকাশখনত বহুত মিঠা পোহৰ, বহুত দূৰত খৰিকা-জাঁই এপাহৰ সমান অকণমান বগা মেঘ। চাৰিওফালে ধাননি, থোকৰ ভৰত ওলমি থকা সোণবৰণীয়া পকা ধাননি। ধাননিৰ মাজে মাজে ক'লা খোপাৰ ৰঙামুৰী দাৱনীহঁত। সিহঁতৰ গালত হাঁহি, ওঁঠত খিকিন্দালি, চকুত সৰল দুষ্টামি! জোকোৱা-জুকি, খুঁচিয়া-

খুঁচি, লৰা-ঢাপৰা। জেঠাই-পেহীহঁতৰ একোটা অৰ্থ নোহোৱা কৃত্রিম ফোৰোহনি, "এইকেইজনীৰ কি তেল ফাটিছে অ', পথাৰত থাকিব নোৱাৰ যদি, যা ক'ত বিহু মাৰ' মাৰগৈ।"

পিছে জেঠাইহঁতৰ কথালৈ কোনে কাণ দিয়ে। অলপ পৰৰ পিছত নিজেই নজনাকৈ জেঠাই-পেহীহঁতো হাঁহি-খিকিন্দালিত লাগে। আঘোণৰ পথাৰত নামি আৰু কাতিৰ শুদা মজিয়াৰ কথা কোনোৱে মনত ৰাখিবলৈ নিবিচাৰে। সকলো গাভৰু, সকলোৰে গাত ডেকা-ধ্বনি লাগে।

গাভৰুহঁতৰ মনবোৰ এনেয়ে উকণ্ডা লাগে। কিবা এটা ডাঙৰ নতুন উছৱৰ কাৰণে যেন সিহঁতে দল বান্ধি যাবলৈ ওলাইছে। হাঁহি-নাচি, চিঞৰ-বাখৰ কৰি, ধাননিৰ ওপৰেদি ৰিব্‌ৰিবীয়া বতাহ এজাক বাগৰি আহে। সি যেন অকল গা'কে চুই নেযায়, দাৱনীহঁতৰ কেঁচা মনবোৰকো চুই কঁপাই যায়।

অবুজ কল্পনা, অব্যক্ত আশা আৰু দুখ নলগা বেদনাৰে ভৰি পৰে।

জোনাই অনুভৱ কৰে তায়ো কেঁচা গাভৰু। প্ৰেমধৰক তাই চিনিকে নেপায়। ক'ৰনো তাই প্ৰেমধৰক বিয়া কৰাইছে? তাই সদায়েই গাভৰু, তাই কালৈকো নেযায়, কাৰো লগত বিয়া নোসোমায়। গাঁৱৰ কোনোবা এজন নাম নজনা ৰূপহ ডেকা এদিন আহিব, তাইৰ হাতত ধৰি বুকুলৈ চপাই নিব।

সিডৰা পথাৰৰ দাৱনীজনীয়ে চিঞৰি সোধে, "হেৰ' জোনা, সিটোক দেখোন আজিকালি ঘৰত নেদেখোঁৱেই, খেদালি নেকি?"

কথাষাৰ যেন জোনাৰ গাত নেলাগেই, "মোৰ আকৌ ক'ৰ ইটো-সিটো আছে।"

"ঔ আই, হেৰ' হোমৰ গুৰিত যে চিকুটা-চিকুটি কৰিছিলি।"

"জানো কাৰ পুতেক ক'লৈ গৈছে। আমাৰ আৰু লোকৰ খবৰ লৈ ফুৰাই কাম নে? কাৰোবাক নেদেখি এঁৱা চৰিছে যদি এপাক কলতলে-বাঁহতলে বিচাৰি আহগৈ যা।"

"আমাৰনো বিচাৰিবৰ কি গৰজ পৰিছে। মুখ মেলোঁতেই কেইটাক বুঢ়ীমাকে বাঘ-ঢকাৰে চেপেটা কৰি পঠিয়াইছোঁ —"

তাৰ পিছত জোনা, দাৱনীজনী আৰু অন্যান্য সকলোবোৰে কিৰীলি পাৰি হাঁহি উঠে। হাঁহি থকা ধাননিখনৰ লগত সিহঁতৰ মুখৰ জেতুকাবুলীয়া হাঁহিবোৰ বিৰপি পৰে। অজস্ৰ অনাবিল হাঁহি। পকা ধাননিত যুগ যুগ এই হাঁহিৰেই খলকনি উঠিছে। এই হাঁহি মেলি আছে ধানৰ লগত, গানৰ লগত, কৃষকৰ প্ৰাণৰ লগত, সি জীৱনৰ দৰে উচ্চ, যৌৱনৰ দৰে উজ্জ্বল, প্ৰেমৰ দৰে উদাৰ।

ডাঙৰিটো মূৰত লৈ জোনা থৈৰি আহে। ওলমি অহা ধানৰ থোক এটাৰ পকা ধান ছিঙি ছিঙি জোনাই দাঁতেৰে খুটি খুটি চাউল উলিয়াই খাই আহে।

দুই-চাৰি দিনতে প্ৰেমধৰ পামৰ পৰা ঘৰলৈ গুচি আহিব। ইয়াৰ পথাৰ চপাই, মৰণা মাৰি, গুটি-ধানকেইটা ভঁৰালত থৈ আকৌ পামলৈ যাবগৈ; আহুতলী উলিয়াব লাগে, সৰিয়হ তুলিব লাগে, ধঁপাত তুলিব লাগে, আৰু বহুত কাম পামত।

জোনাই মনে মনে অনুভৱ কৰিলে যেন প্ৰেমধৰৰ লগত তাইৰ কোনো সম্পৰ্ক নাই। সি পামতে থাকক বা গাঁৱতে থাকক তাৰ বিষয়ে ভাবিবৰ যেন তাইৰ কোনো দৰকাৰ নাই। তাইৰ সন্তানৰ বাপেক হ'ব নোৱাৰা মানুহটো তাইৰ স্বামী হোৱাৰ কি সাৰ্থকতা আছে! মাষ্টৰে আৰু এনেই কৈছে নে? তাইৰ হাতৰ আঁকত লেখা আছে তাইৰ ল'ৰা-ছোৱালী হ'বই, হাতৰ লেখা ঈশ্বৰৰ লেখা, মিছা হ'ব কিয়?

আৰু মাষ্টৰেতো আচল কথাষাৰ কৈয়ে দিছে— প্ৰেমধৰৰ পৰা তাইৰ একো নহ'ব।

তেন্তে ...?

ডাঙৰিটো পিৰালিতে জাপি থৈ তাই আকৌ পথাৰলৈ গ'ল। দোৱা মুঠিকেইটা পথাৰতে এৰি আহিব নোৱাৰি। গৰু-গাই আছে, আজিকালি চোৰ-চাৰিও হৈছে।

ডাঙৰিৰ ভৰতে নেকি তাইৰ মনটো গধুৰ লাগে, এটা বিষণ্ণতা অনুভৱ কৰে তাই। তাইৰ ঘৰৰ ভিতৰখনৰ নিচিনা কাৰো মজিয়া ইমান নিমাওমাও নহয়। সকলোৰে ল'ৰা-ছোৱালী আছে, সকলোৰে চোতালত পুৱা-গধূলি ল'ৰা-ছোৱালীয়ে খেলে। কিন্তু তাইৰ ভিতৰ-বাহিৰ উকা, উদি। আৰু ইয়াৰ বাবে তাইৰ কোনো দোষ নাই, দোষী প্ৰেমধৰ নামৰ সেই তাইৰ লগত কোনো সম্পৰ্ক নথকা মানুহটো। সি অন্যায় কৰিছে, সি তাইক বিনা অধিকাৰত মাতৃ হোৱাৰ পৰা বঞ্চিত কৰিছে।

দুৱাৰখনত ডাং নমৰাকৈয়ে জোনা বিছনাত পৰি থাকিল। আজি ভাত ৰান্ধিবৰো মন যোৱা নাই। চাউল এখুৰলি ঢেঁকীতে থাকিল; নাই, এতিয়া আৰু বাৰানীৰে বঢ়াই ঘটং ঘটংকৈ ঢেঁকীটো খুন্দিব নোৱাৰি। এটা পেট, তাৰ কাৰণে দিনে-ৰাতিয়ে খাটি মৰিবৰ কি গৰজ পৰিছে! নেৰান্ধোও, নেখাওঁ— থাওক!

জোনাৰ নিজৰ ওপৰতে বহুত অভিমান হ'ল।

উঠি গৈ লেম্পটো ঝলাওঁ ঝলাওঁ কৰি তাই পৰি থাকিল। তাই চকু দুটা মুদি দিলে। একো নভবাকৈ থাকিবৰ চেষ্টা কৰিলে, টোপনি যাবৰ চেষ্টা কৰিলে।

পৃথিৱীখনত তাই সদায় অকলে আছে। প্ৰেমধৰ তাইৰ জগতত নাই। তাই কোনোদিন প্ৰেমধৰক দেখা নাই, চিনিও নেপায়, তাই কুমাৰী— তাইৰ বিয়া হোৱা নাই, বিয়া হোৱা হ'লে ল'ৰা-ছোৱালী নহ'লহেঁতেন কিয়? পৃথিৱীৰ কোনো পুৰুষ মানুহকে তাই চিনি নেপায়। ...

কাপোৰৰ জাপত সোমাই থকা উমটো ইমান আপোন, ইমান মিঠা! ঘৰটোৰ বেৰবোৰখিনি ইমান আপোন, ইমান চিনাকি! তাইৰ খোপা সুলকি যোৱা চুলিখিনিত কোমল আবেলিৰ তপত বতাহজাক লাগিছে। তাইৰ মুখ-নাকতো লাগিছে এই বতাহ।

তাইৰ চোলা নোহোৱা গাটোত ইমান মিঠা, কোমল, আপোন এটা নিশ্বাস-মধুৰ! মধুৰ!!

"জোনা– অ' জোনা –"

"নাই মোৰ কোনো নাই। মোক কোনেও চিনি নেপায়, কোনেও মোৰ নাম নেজানে, নাম ধৰি মৰম লগাকৈ মোক কোনে মাতিব?"

"জোনা– অ' জোনা –"

জোনা ধহমহাই বহি দিলে বিছনাতে।

"কোন?"

"মইহে। তুমি যে আজি ইমান সোনকালে শুই গ'লা। ইপিনে দুৱাৰো মৰা নাই।" মাষ্টৰৰ মাতষাৰত জোনাই লাজ পালে। তাই কি অন্যায় কৰিছে। কেতিয়াই আহি চাঁগে মাষ্টৰ তাইৰ কাৰণে বহি আছেহি, আৰু তাই গোটেই পৃথিৱীৰ কথা পাহৰি শুই আছে। মজিয়াত চাকিটোও জ্বলা নাই!

"অ' আপুনি! ইঃ, এনেয়ে কাতি হৈ আছিলোঁ, কেতিয়া যে টোপনিয়ে হেঁচি ধৰিলে ক'বই নোৱাৰোঁ।"

তাই গাৰুৰ তলত জুইশালাটো খেপিয়ালে।

"এৰা, তুমি শুইছা বুলি জনা হ'লে আজি মই নাহিলোঁৱেইহেঁতেন। পিছে কালি-পৰহিতে মই কেইদিনমানৰ কাৰণে টাউনলৈ যাব লাগিব। দিনততো আহিব নোৱাৰোঁৱেই। সেই দেখি বোলোঁ আজিয়ে যেনেতেনে গৈ আহোঁ।"

জুইশলাটো বিচাৰি লৈ জোনা বিছনাৰ পৰা নামিল। তাইৰ বিছনাৰ একেবাৰে কাষতে আন্ধাৰৰ মাজত মাষ্টৰ থিয় দি আছে। তাই মাষ্টৰ কিমান দূৰত আছে নজনাকৈয়ে মাষ্টৰৰ গাৰ কাষতে থিয় হ'ল। আকৌ তাইৰ গালত মাষ্টৰ নাকৰ এখিনি তপত বতাহ লাগিল। আঘোণৰ পথাৰৰ নিচিনা জীৱন্ত কেঁচা বতাহ।

লেমটো জ্বলাই জোনাই ৰিহা বিচাৰি নেপাই বৰ-কাপোৰখনকে গাত ল'লে। জোনা সিটো কোঠালৈ যাবৰ কাৰণে দুখোজ আগবাঢ়িলে। মাষ্টৰক বহিবলৈ দিব লাগিলতো! আৰু দুৱাৰখনো বন্ধ কৰি থৈ অহা ভাল। আজি কি জানো হৈছিল তাইৰ। এনেকৈনো মানুহ শুই থাকে নে? আজি মাষ্টৰ নহৈ যদি আন কোনোবা হ'লহেঁতেন!

"মুঢ়াটো ইয়ালৈকে আনা জোনা, ইয়াতে বহোঁ। দুৱাৰখনতো ডাং মাৰি আহা।"

চালৰ্লৈকে লিপা বেৰখন। বতাহ অকণ সোমাবৰো বাট নাই। সেইদেখিয়ে হয়তো বাহিৰতকৈ ইয়াত বহুত বেছি গৰম। কাপোৰ-কানি কম থকা দুখীয়া মানুহে কিজানি সেই কাৰণেই চাপৰ ঘৰ সাজে, খিৰিকী নেকাটে। ওপৰত বৰ চাং দিয়ে।

চালপীৰাখনৰ কাষতে মুঢ়াটোত মাষ্টৰ বহিল। কাষতে জোনা থিয় দি থাকিল, ঠেক ৰিহাখনেৰে গাটো ঢাকি।

জোনাৰ ফালে নোচোৱাকৈয়ে মাষ্টৰে সুধিলে, "ভাত-পানী খালা নে নাই?"

"আজি আৰু ভাত নেৰান্ধিলোঁ। আবেলি সৱহঁকে জলপান খালোঁ। ভাত খাবৰ আৰু মনেই নগ'ল।"

"এঃ, এমুঠি খাব লাগিছিল। প্ৰেম অহা নাই?"

"ওহোঁ।"

"কেতিয়ামানে আহিব?"

"দুই-এদিনতে আহিব কিজানি। ধানবোৰ কেঁউপিনে পকিছে নহয়।"

"অ' জোনা, মই কেইদিনমান নেথাকিম, টাউনলৈ যাম। তোমাৰ কাৰণে এটা দৰব আনিব লাগিব।"

জোনাৰ দৰবৰ নাম শুনি আনন্দ লাগিল। মাষ্টৰে তাইৰ কাৰণে কিমান খাটিছে!

"পিছে, কিমান পইচা লাগিবনো?"

"পইচা হ'ব বাৰু। পিছে, চাওঁ এইখিনিতে বহাচোন। জধে-মধেতো দৰব খুৱাব নোৱাৰি, কথাবোৰ সকলো জানি গ'লেহে –"

জোনা আহি মাষ্টৰৰ সমুখতে চালপীৰাখনতে বহিল।

মাষ্টৰে এবাৰ জোনাৰ দুয়োখন হাত নিজৰ হাতত লৈ কিবা এটা চালে। জোনায়ো একান্তভাৱে মাষ্টৰৰ ফালে চালে।

"এৰা চোৱা, এইকেইডাল আঁক– মিছা হ'ব পাৰেনে? মই সাত বছৰ এই হাতচোৱা বিদ্যা শিকিলোঁ। সহজ কথা নহয়। তোমাৰ সকলো ভালেই অ' ৰবাচোন।"

নিশ্চল হৈ জোনা বহি থাকিল।

"তোমাৰ গাটো চাওঁ বাৰু। মাক হ'ব নে নহ'ব, তাৰ আচল লক্ষণটো গাটোতহে থাকে।" জোনা যেন এটা নিষ্প্ৰাণ পুতলা। মাষ্টৰৰ সমুখত লেমটোৰ হালধীয়া পোহৰত জোনাৰ অনাবৃত বুকুখনৰ ভিতৰত এটা সৰু সবল প্ৰাণে এটা অবোধ্য শিহৰণ অনুভৱ কৰিলে। তাই যেন আঁতৰত থিয় দি আছে, আৰু এজন প্ৰসিদ্ধ অভিজ্ঞ ডাক্তৰে জোনা নামৰ গাভৰু এজনীৰ সুঠাম কেঁচা বুকুখন চকুৰ আগত লৈ চাই আছে, হাতেৰে চুই চাইছে, সৰু সৰুকৈ নচুৱাই চাইছে, হাতৰ তলুৱাখনেৰে হেঁচি চাইছে। সেই ছোৱালীজনীয়ে যেন একো বুজিব পৰা নাই– তাইৰ কি হৈছে! মাষ্টৰৰো মুখখন ৰঙা পৰিছে, চকু দুটা জলমলীয়া হৈছে, ওঁঠ দুটা অলপ শুকাই গৈছে!

জোনাৰ বুকুৰ পৰা প্ৰায় দহ মিনিটৰ পিছত মাষ্টৰে হাত আঁতৰাই আনিলে, কিন্তু চকু দুটা তেতিয়াও জোনাৰ সুঠাম-সুগঠিত মাংসল বুকুখনৰ ওপৰতে থাকিল।

জোনাই ৰিহাখন বিচাৰি ল'ব নে নাই একো ঠিক কৰিব নোৱাৰি, অলপ কুঁজা হৈ তাতেই বহি থাকিল।

মন্ত্ৰ পঢ়াৰ দৰে মাষ্টৰে অস্পষ্ট মাতেৰে কৈ গ'ল– "তুমি চিন্তাই নকৰিবা। তোমাৰ গাৰ সকলো লক্ষণ ভাল। এৰা, সন্তান হোৱাৰ আগতে ঈশ্বৰে মাকৰ বুকুত গাখীৰ দিয়ে! ঈশ্বৰৰ কি যে মহিমা!"

জোনাই তেতিয়া একো ক'ব নোৱাৰে। তাই এখন বেলেগ ৰাজ্যত আছে, তাইক কিবা ভূতে পাইছে! উদং গাৰে তাই যেন জগতৰ সকলো মানুহৰ আগত নাচি ফুৰিছে কিবা আনন্দত বাউলী হৈ।

আকৌ এবাৰ গোলাপে জোনাৰ বুকুত হাত দিলে। জোনা তেতিয়াও নিশ্চল। প্ৰতিবাদৰ বা বাধাদানৰ কথা তাইৰ কল্পনালৈও অহা নাই। তাই যেন এটা অভূতপূৰ্ব আনন্দ পাইছে। তাই যেন তাইৰ প্ৰেমিকৰ কাষত আনন্দচিত্তে ধৰা দিছে।

"পিছে –" জোনাৰ বুকুৰ পৰা হাত নাতবোঁৱাকৈয়ে মাষ্টৰে ক'লে, "প্ৰেমধৰৰ লগত ইমান দিন আছা, দৰব নেখালে নহ'ব!"

মাষ্টৰ বহাৰ পৰা উঠিল। হাতত লেমটো লৈ সিটো কোঠালৈ গ'ল। দুৱাৰখন বন্ধ আছে নে নাই চালে, তাৰ পিছত সোমাই আহিল। জোনা তেনেকৈয়ে বহি আছে।

"বহুত ৰাতি হ'ল। আৰু বাহিৰতো বৰ জাৰ পৰিছে।" এনেই মাষ্টৰে ক'লে।

লেমটো নুমুৱাৰ পিছত, জোনাক গাৰ কাষলৈ টানি লৈ মাষ্টৰে শুন-নুশুনকৈ ক'লে, "সকলো নজনাকৈতো জধে-মধেতো দৰব খুৱাব নোৱাৰি!" ৰাতিৰ গভীৰ আন্ধাৰ আৰু বৰ-কাপোৰৰ জাপটোৰে জোনা আৰু গোলাপক ঢাকি ধৰিলে।

সৰু এটা হুমুনিয়াহ মাষ্টৰৰ মুখত লাগিল। নাৰীয়ে পৃথিৱীত সন্তান নিবিচাৰে, বিচাৰে পুৰুষ– হয়তো জোনাৰ বুজিব নোৱাৰা অনুভূতিয়ে ইয়াক বুজিবৰ চেষ্টা কৰিলে– নীৰৱে –।

## দহ

পিছদিনা আবেলি প্ৰেমধৰ পামৰ পৰা আহিল। প্ৰেমধৰ অহাৰ অলপ আগতে মাথোন হাতত কাঁচিখন লৈ জোনা ধাননিলৈ ওলাই গৈছে। চোতালতে বৈ প্ৰেমধৰে ধানৰ ডাঙৰিবোৰ চালে। জেওৰাত মেলি থোৱা জোনাৰ ৰিহাখনৰ মূৰ এটা বতাহত উৰি আহি মাটিত পৰি আছিলহি, সেইটো আকৌ জেওৰাত তুলি দিলে। সি ভিতৰলৈ গ'ল, ল'ৰা-ছোৱালী নেথাকিলে ঘৰৰ য'ৰে বস্তু ত'তে পৰি থাকে। সি এবাটি পানী বাকি খালে, তাৰ পিছত চোতাললৈ ওলাই আহিল। বিৰীয়াপাট বিচাৰি লৈ সি পথাৰলৈকে খোজ ল'লে।

জোনাই ধান দাই আছে– অকলশৰে। দূৰৰ পৰাই জোনাৰ ৰাঙলী মুখখন দেখি তাৰ ভাল লাগিল। জোনাজনীয়ে পথাৰখন শুৱাই আছে।

মূৰ তুলি চাই জোনাই সুধিলে, "কেতিয়া পালাহি?"

"ঘৰত ভাৰখন থৈয়ে আহিছোঁ"– প্ৰেমধৰে ক'লে।

মুঠিবোৰ চপাই প্ৰেমধৰ ডাঙৰি বন্ধাত লাগিল। জোনাই একান্তমনে ধান দাই যাব ধৰিলে।

কিবা কথা পাতিবলগীয়া থাকিলে ঘৰত পাতিব, পথাৰতনো আৰু কি কথাটো পাতিবলগীয়া আছে।

জোনাই গোটেই পৰিস্থিতিটোক সহজভাৱে ল'বৰ চেষ্টা কৰিলে। তাইৰ মূৰটো অলপ ঘূৰোৱা যেন লাগিল। হয়তো বহুত পৰ একেথৰে কুঁজা হৈ ধান দাই থকাৰ কাৰণে। হয়তো ৰাতি টোপনি খতি হোৱাৰ কাৰণে। তাই কিন্তু দৰ্বলতাক প্ৰশ্ৰয় নিদিবৰ সিদ্ধান্ত কৰিলে।

কান্ধত ধান-ভাৰ লৈ আগে আগে প্ৰেমধৰ আৰু পাছত হাতত মুঠি পাঁচোটা লৈ জোনা। সেইকেটা মুঠি বেছি হৈছিল। নৰাণিৰ মাজে মাজে বাট উলিয়াই উলিয়াই সিহঁতে খোজ লৈছে। হঠাৎ কথা এষাৰ ভাবি জোনা শিয়ঁৰি উঠিল। আজি ৰাতিও যদি তাই কালিৰ দৰে দুৱাৰ নজপোৱাকৈয়ে টোপনি যায়। আজি ৰাতিও যদি মাষ্টৰ হাতত সাৰে ভৰিত সাৰে আহি তাইৰ গাত ধৰি জগাই দিয়েহি, আজি ৰাতিও যদি ...

আজি যে প্ৰেমধৰ আছে। তাই অলপ চিন্তাত পৰিল। কিন্তু নীৰৱতা ভঙ্গ কৰি প্ৰেমধৰেই সুধিলে, "মাষ্টৰে কিবা কৰিছে নে?"

প্ৰেমধৰৰ কথাষাৰ যেন বহুত দূৰৰ পৰা ওপঙি আহিছে।

জোনাই ক'লে, "কিবা দৰব আনিব লাগিব হেনো। অ' আজি তুমি আহিলে এবাৰ দিনতে জৰুৰ লগ পাৱলৈ কৈছিল। তেওঁৰ টাউনলৈ যোৱাৰ কথা আছে হেনো।"

এষাৰ সাজি কোৱা কথা ক'লে যদিও জোনাই সঁচা কথা কোৱা যেন অনুভৱ কৰিলে। কোনোদিন তাই প্ৰেমধৰৰ আগত মিছা কথা কোৱা নাই, আজিও নাই কোৱা।

"মাষ্টৰনো কোনদিনা আহিছিল?"

আকৌ অতি সহজভাৱে জোনাই ক'লে, "আজি কেইবাদিনো হ'ল। তেওঁৰ বোলে বহুত কাম। আজি ছদিনমান অহাই নাই।"

জোনাই দেখিলে প্ৰেমধৰৰ আগত মিছা কথা ক'বলৈ তাইৰ অকণো অসুবিধা লগা নাই। হয়তো মানুহৰ পাপ ঢাকিবলৈকে পৃথিৱীত মিছা কথাৰ সৃষ্টি হৈছিল। জোনাৰ জীৱনে নতুন পথ লৈছে, এই পথত মিছাৰ প্ৰয়োজন।

ৰাতি মাষ্টৰৰ ঘৰৰ পৰা আহি প্ৰেমধৰে জোনাক ক'লে, "পাঁচ টকা ৰূপ দি আহিছোঁ। মাষ্টৰ দুই-এদিনতে নগৰলৈ যাব বোলে।"

ভাত-পানী খাই শুবৰ সময়ত জোনাই এটা ধুনীয়া হাঁহি মাৰি প্ৰেমধৰৰ মুখলৈ চাই ক'লে, "মই হ'লে বেলেগেহে শুম।"

তাইৰ ধুনীয়া মুখখন আৰু হাঁহি থকা চকু দুটালৈ চাই, এটা সৰু হুমুনিয়াহেৰে প্ৰেমই ক'লে, "এৰা –"

জোনা সোনকালে টোপনি গ'ল। বহুত ৰাতিলৈকে ধঁপাত চিলিম হুপি হুপি প্ৰেমধৰ জুইৰ ওচৰতে বহি থাকিল। টোপনি অহা যেন লাগিলত হাতত লেমটো লৈ প্ৰেমধৰ সিটো কোঠালৈ গ'ল।

জোনাৰ টোপনি। তাইৰ টোপনি যোৱা মুখখন হাঁহো হাঁহো হৈ আছে। তাইৰ ধুনীয়া বুকুখনে উশাহ-নিশাহৰ লগে লগে ধুনীয়াকৈ উঠা-নমা কৰিছে। আজি যেন জোনা বহুত তৃপ্তি, বহুত আনন্দ আৰু বহুত ক্লান্তিত টোপনি গৈছে।

সেইখিনিতে থিয় দি প্ৰেমধৰে জোনাৰ মুখলৈ চাই থাকিল। জোনা যেন তাৰ কোনো নহয়, সি যেন আজিহে— জোনাৰ আচল ৰূপটো প্ৰথম দেখিছে। ইমান ধুনীয়া তেজাল জোনাজনী। চকুৰ তলত অলপ দেখ-নেদেখ ক'লা পৰিছে। কিন্তু তাৰ কাৰণে তাই বেছি ধুনীয়াহে হৈছে।

প্ৰেমধৰ অতি সন্তৰ্পণে চালপীৰাখনতে বহিল। তাইৰ চুলিখিনিত এনেই হাত বুলালে। জোনাক আজি তাৰ খুব মৰম কৰিবৰ মন গ'ল। এই জোনাজনীৰ লগতে সি দুবছৰ ঘৰ কৰি আছে, কিন্তু ইমান শান্তভাৱে, ইমান নিবিড়ভাৱে, ইমান মৰমেৰে জোনাক সি কোনোদিন চাবলৈ পোৱা নাই।

মনে মনে তাৰ গৰ্ব হ'ল। জোনাৰ নিচিনা ছোৱালী আন কাৰ ভাগ্যত পৰিছে। আৰু যেতিয়া আৰু-বেলিকৈ, হয়তো আৰু-বেলিকৈয়ে জোনাৰ কোলাত এটা ধুনীয়া কেঁচুৱা হ'ব, তেতিয়া তাক অন্যে হিংসা নকৰি পাৰিব নে?

সেই একে সপোনকে দেখি যেন জোনাই টোপনিতে এবাৰ হাঁহিলে। প্ৰেমধৰৰ বুকুখন ধহ্মহাই গ'ল। ইমান ধুনীয়া জোনাৰ হাঁহিটো!

সি চালপীৰাখনৰ পৰা উঠি গ'ল। আগফালৰ কোঠাত মাটিতে পাটী-ঢৰা এখন পাৰি কেঁথা-কম্বল কিছুমান জাপি লৈ লেমটো নুমাই শুই পৰিল। বিয়াৰ দিন ধৰি ঘৰত থাকোঁতে আজিয়ে সি জোনাক প্ৰথম তাৰ বাহুৰ মাজত নেপালে।

## এঘাৰ

পথাৰ মুকলি হ'ল। গৰু উদং হ'ল। গছি-ধানবোৰ ক্ৰমে নৰণাৰ খেৰ হ'ল, গুটিবোৰ ভঁৰালত পৰিল।

ৰাতি ভালেমানলৈকে গাঁৱত ঢেঁকীৰ মাত— চিৰাৰ গোন্ধ। দূৰে দূৰে পেঁপাৰ মাত— ঢোলৰ শব্দ।

কুকুৰে ভুকে, গৰু-পোৱালিবোৰে জঁপিয়ায়, হেম্বেলিয়ায়, ছাগলী পোৱালিবোৰে নাচে। ডাঙৰ ডাঙৰ বৰষুণৰ টোপাল পৰে, মাটি সেমেকে, শুকান নৰা নিতিতে। পথাৰত পৰি থকা ধানবোৰ কপৌ চৰায়ে বুটলি খায়। শালিকী চৰাইবোৰে কিৰীলি পাৰে।

সোৱাদ-লগা জাৰ, মিঠা-লগা ৰ'দ।

ৰৰপদুমণি গাওঁখন ৰ'দত বহল হৈ যায়। চোতালৰ আগৰ মৰণাৰ খেৰত পিঠিত ৰ'দ লগাই বহি বুঢ়ীহঁতে কঠীয়াৰ ধান বাছে। তামোলৰ পিকেৰে হালধীয়া খেৰবোৰ চিতৰা-পখৰা হয়। লাই-শাকনিবোৰত সোমাই বুঢ়াই মূলাৰ গুৰি খোঁচেৰে।

তেলেতীয়া ভাত খাই গাভৰুহঁতৰ গালবোৰ ওলমি পৰে, গালৰ মাজবোৰত তেজ থূপ খায়, গোলাপফুলীয়া হয়। কাৰোবাৰ ফটা ভৰিৰ পৰা তেজ ওলায়, লেকেচিয়াই খোজ কাঢ়ে।

মাঘ আহে। আকাশত মাঘ, নৰ্‌যাণিত মাঘ, চোতালত, মাঘ, সকলোৰে মনে মনে মাঘ।

জোনাৰ মনটো উৰে – পাখি নমৰাকৈ আকাশৰ বুকুত উৰি ফুৰা শগুণকেটাৰ নিচিনাকৈ তাইৰ মনটো শূন্যৰ বুকুত ওপঙি ফুৰে। মাটিৰ পৃথিৱীৰ পৰা বহুত ওপৰত, সকলো বাধা, সকলো নিয়ম, সকলো নিষেধৰ ওপৰত তাইৰ পাখি-লগা মনটো উৰি ফুৰে।

স্বামী পোৱা সহজ। তাই পাইছে প্ৰেমিক, তাই পাইছে তাইৰ ভাবী সন্তানৰ পিতা! কিন্তু কোনো বিশেষ প্ৰেমিকো তাইৰ মনটোৱে নিবিচাৰে। পৃথিৱীৰ কোনোবা এঠাইত যেন বহুত মৰম থূপ খাই আছিল। কোনোবাই যেন ৰূপালী সাঁফৰ মাৰি সেই মৰমবোৰ ঢাকি ৰাখিছিল। আজি তাই সেই ঠাই বিচাৰি পাইছে, থূপ খাই থকা সেই মৰম বিচাৰি পাইছে, সেই ৰূপালী সাঁফৰখন গুচাই যেন সকলোবোৰ মৰম তাই আঁচলৰ কোঁচত ভৰাই লৈছে।

মাষ্টৰ একো নহয়, কোনো নহয়। তাই তাক নিবিচাৰে, বিচাৰে প্ৰেম– এটা অব্যক্ত, অবৰ্ণনীয় আনন্দৰ খনি। তাৰ নাম তাই নেজানে, তাৰ ৰূপ তাই বুজি নেপায়, কিন্তু তাৰ স্বাদ জীৱনৰ দৰেই উন্মাদনা-ভৰা।

তাইৰ গাল দুখন নতুন কিছুমান তেজেৰে জেতুকাবুলীয়া হয়, তাইৰ ধুনীয়া চকু দুটা কিছুমান নতুন উজ্জ্বলতাৰে জীৱন্ত হয়, তাইৰ শৰীৰৰ স্নায়ুবোৰ প্ৰায় চাঞ্চল্যৰে ভৰি পৰে।

দূৰৰ পৰা প্ৰেমধৰে চাই থাকে। জোনাজনীৰ ৰূপটো দিনে দিনে চৰিহে গৈছে। তাই যেন নকৈ যুৱতী হৈছে, নকৈ গাভৰু হৈছে, নকৈ জীৱনৰ উছৱ-ঘৰলৈ আহিছে।

পৃথিৱীত পাপ নাই, অধৰ্ম নাই, সতীত্ব নাই– জোনাৰ নাচনী মনটোৱে তাইক কাণে কাণে কয়– জীৱনক উপভোগ কৰা। জীৱনক নৈৰ পানীৰ দৰে উটি যাবলৈ নিদিবা, ধৰি ৰাখা, নিজৰ কৰি লোৱা, কোনো বাধা নেমানিবা!

সহজ জোনাজনী জটিল হৈ পৰে। ভাবিব নজনা জোনাজনী ভাবুক হৈ পৰে। প্ৰেমধৰক যেন এনেয়ে সাবট মাৰি ধৰিব, গাঁৱৰ আলিবাটেদি যোৱা ডেকা এটাক যেন তাই এনেয়ে চিঞৰি জোকাব, গালি পাৰিব। চিৰা খুন্দা ঢেঁকীটোক যেন তাই ওভতাই নচুৱাব!

বাহিৰত জোনা পাৰ্যমানে শান্ত। ওঁঠে ওঁঠে জীৱনৰ মাদকতা, হৃদয়ে হৃদয়ে জীৱনৰ উন্মাদনা। জীৱন সমুদ্ৰ, তাৰ পাৰ নাই, উপকূল নাই।

চোতালত বহি প্ৰেমধৰে টোম সাজিছিল, জোনাই কঠীয়াৰ ধানকেটা জাৰিছিল। এভাগ কঠীয়া ল'বলৈ থাকি গৈছিল— বহুত পলম হ'ল।

মাজে মাজে প্ৰেমধৰে তাইৰ গালে কেৰাহিকৈ চায়, আকৌ টোম সজাত লাগে, তাৰ কেণা লাগিব খোজে।

"মাষ্টৰক কেইবাদিনো দেখাহি নাই —" এনেয়ে প্ৰেমধৰে কয়।

"কেনিবা যাব পায়— নহ'লে আহিহেঁতেন।"

"এৰা, মাষ্টৰক আজিলৈকে পাতি-পইচা এটাই দিয়া নাই, কিবা এটা দিব লাগিছিল। নহ'লে সদায় কি গৰজত খাটি থাকিবনো?"

জোনাই একো নেমাতিলে। মাষ্টৰক তাই যি দিছে তাতকৈ বেছি জানো পৃথিৱীৰ কোনোবাই দিব পাৰিব?

তাই কুলাৰ আগত যোৱা পতানবোৰ একাষৰীয়া কৰি থ'লে আৰু ক'লে, "বিহুৰ পিছত তাঁতখন লগাও বুলি ভাবিছোঁ, সূতা লোৱাই আছে।"

এইবাৰ প্ৰেমধৰ মনে মনে থাকিল। জোনাজনী ইমান পকেত। তাই কোনো কথা নাপাহৰে, কেতিয়া ক'ত কি কৰিব লাগে সকলো খবৰ ৰাখে।

ক'ৰবাৰ পৰা মাষ্টৰ আহি ওলালহি। তাক দেখিয়ে প্ৰেমধৰে খৰধৰকৈ উঠি গৈ বহিবলৈ মূঢ়াটো আনি দিলে, "অ', মাষ্টৰ, আহক, আহক— বহক।"

জোনাই কেৰাহিকৈ চালে। চোলা নোহোৱা গাটোৰ কাষকেটা ওলাই আছিল। ৰিহাখন টানি গাটো ঢাকি ল'লে। কেৰাহিকৈ এবাৰ চালে, তাৰ পিছত জৰা ধানখিনিকে আকৌ জৰাত লাগিল।

মাষ্টৰ বহিল।

"আপোনাৰ কথাকে পাতি আছিলোঁ— মাষ্টৰ। বিহু ভাগিলেই এই তাঁত এখন লগাও বুলিছে।"

"অ' হয় নেকি? এৰা, আমাৰ জানো বহি থাকিবৰ সময় আছে।"

জোনা ভিতৰলৈ গ'ল। ওৰণিখন টানি লৈ, তামোলৰ বটাটো আনি প্ৰেমধৰৰ আগত থ'লে। ওৰণিৰ তলেদিয়ে আকৌ এবাৰ গোলাপ মাষ্টৰৰ মুখলৈ চালে। মাষ্টৰ শান্ত, নিৰ্বিকাৰ। গালৰ দুই-এডাল আঁকৰ ওপৰত হাঁহিৰ দেখ-নেদেখ বৰণ এটা আছিল— তাক মাত্ৰ জোনাইহে চিনি পাইছিল।

"যুদ্ধখনতো লাগিছেই। মিলিটাৰীবোৰ পিয়াপি দি ফুৰিছে। ঘৰত অকলশৰে থকাই ভয়ৰ কথা হৈ পৰিছে।" বৰ চিন্তা কৰাৰ দৰে তামোলখন মুখত দি মাষ্টৰে ক'লে।

"এৰা, ভগৱান আছে আৰু। আমাৰ যে ঘৰখনত নাই যি নাই, জনপ্ৰাণী এটা নাই। আপুনিয়ে মাজে মাজে আহি-গৈ আছে বুলিহে ময়ো অলপ নিচিন্তে থাকিব পাৰিছোঁ।"

"মযো বহুত কামত ঘূৰিব লাগে, সদায় আহিব নোৱাৰোঁ।" মাষ্টৰে এনে ধৰণে ক'লে যেন সি তাৰ মূল্য বঢ়াবৰ কাৰণে কোৱা নাই।

"এৰা, মযো পামত আহুতলীকেডৰা নুলিয়ালে নহয়। এতিয়া ঘৰত থাকোঁতাই নোহোৱা হৈছে।"

"তেনেকৈ চিন্তা কৰিবৰ একো নাই। আৰু মই থকাকেদিন তুমি কোনো চিন্তাকে কৰিবৰ দৰকাৰ নাই। চিকিৎসাৰ কাৰণে হ'লেও দিনে এবাৰমান মই কিজানি আহিবই লাগিব।"

"এৰা, মই জোনাক কৈছোঁ, বোলো মাষ্টৰৰ আগত তই লাজ-চৰম নকৰিবি। আপুনি কিবা আৰু আমাৰ পৰ নে?"

একো নকৈ মাষ্টৰে হাঁহিলে আৰু জোনাৰ মুখলৈ চালে। জোনাৰ মুখখন যেন এটা অব্যক্ত তৃপ্তিত ৰঙা হৈ উঠিছে। তাইৰ হাঁহিটো মাষ্টৰৰ কাৰণে অৰ্থপূৰ্ণ যেন লাগিছে।

ৰাজনৈতিক বক্তৃতাৰ সুৰতে মাষ্টৰে আৰম্ভ কৰিলে, "আমাৰ যাৰ যি কাম কৰিবই লাগিব। খেতিয়কৰ খেতি, শিপিনীৰ তাঁত আৰু আমাৰ এই নানা ৰকমৰ কাম। সেইবোৰেই দেশৰ কাম।"

অৱশ্যে সেইবোৰ দেশৰ কাম হয় নে নহয়, প্ৰেমধৰে ভালকৈ নুবুজে, কিন্তু সেইবোৰ যে কাম সেইটো বুজে।

মাষ্টৰৰ চিকিৎসাৰ যোগেদি সন্তান লাভৰ চিন্তাটো প্ৰেমধৰৰ অলপ তল পৰে। বৰ্তমানত তাতোকৈ প্ৰয়োজনীয় হৈছে জোনাৰ ৰখীয়া এটা। সি জোনাক পামলৈকো লৈ যাব পাৰে তাৰ লগতে। কিন্তু তেতিয়া হয়াত হাঁহে-পাৰই, ঘৰে-বাৰীয়ে, ভেটিয়ে-ভঁৰালে সকলো উছন হ'ব। তদুপৰি ঘৰ– ঘৰ, আৰু পাম– পামেই। পাম আজি আছে কালিলৈ নাই। কিন্তু সাতামপুৰুষৰ মজিয়াখন এৰি যোৱা পাপ।

আনহাতে দিনে দিনে যুদ্ধই বেছি ভয়াৱহ ৰূপ লৈ অসমখনৰ শান্তি নোহোৱা কৰি পেলাইছে। নগৰৰ কথাই নাই, গাঁৱতো ঘূৰি ফুৰা মিলিটাৰী-চিপাহীৰ প্ৰতাপত জীয়ৰী-বোৱাৰী ওলাই-সোমাই ফুৰা টান হৈ পৰিছে। মাজে মাজে দুই-এটা বৰ বেয়া ঘটনা ঘটিছে বুলিও গাঁৱত কথা-বতৰা ওলায়।

মাষ্টৰে ক'লে, "মই যাওঁ। জোনাই বাৰু মই দিয়া দৰবটো নিয়ম মতে খাওক। মই খবৰ কৰি থাকিম। আৰু তুমিতো মাজে মাজে আহিয়ে থাকিবা।"

"মই মাজে মাজে আহিম অৱশ্যে, কিন্তু আপুনি দহোকুৰি দিনে, দিনত নৌঁৱাৰিলে গধূলিয়ে একোবাৰ যদি আহি খবৰ-বাতৰি কৰি যায় –"

"বাৰু, বাৰু, তুমি চিন্তা নকৰিবা। গাঁৱৰ মানুহ আমি ইমান ভয় কৰিবলগীয়া হোৱা নাই।"

মাষ্টৰ যোৱাৰ পিছত জোনাই ক'লে, "তেওঁক যে সদায় আহিবলৈ ক'লা, তেওঁৰ হবলা অন্য কাম নাই। আৰু মোকনো ঘৰখনৰ পৰা কিহে উকুৱাই নিবহি।"

"নহয়, তই নেজান। দিন-কাল বৰ বেয়া হৈছে। অকলে তিৰোতা মানুহ থকাটো বৰ ভাল কথা নহয়।"

জোনাই আৰু একো নক'লে। তাই জানে যে তাই আৰু অকল নহয়।

প্ৰেমধৰে ঢাপৰ জেওৰাবোৰ ওখকৈ দিলে। আগফালে নঙলা গুচাই এখন জপনা দিলে। চোৰ-চাৰি যাতে চাৰি-ঢাপৰ ভিতৰলৈ সহজে সোমাব নোৱাৰে, তাৰ কাৰণে ঢাপৰ জেওৰাৰ কাষত কিবাকিবি কাঁইট কিছুমানো জাপি দিলে। ভঁৰালৰ দুৱাৰখনত এটা শকত তলা লগালে। ঘৰৰো দুৱাৰকেইখনৰ কাঠৰ শলখা গুচাই লোৰ অৰ্গল দিলে। ওলাই গ'লে তলা মাৰিব পৰাকৈ আগৰ ফালৰ দুৱাৰখনত ৰিং দুটাও লগালে। পুৰণি নগা যাঠিডালো বৰ-চাঙৰ পৰা উলিয়াই জোনাৰ মূৰ-শিতানত থ'লে।

জোনাক উপদেশ দিলে, ৰাতি-বিয়লি, যেয়ে-সেয়ে মাতিলে দুৱাৰ মেলি নিদিবি। দিনতো সদায় দুৱাৰ মেলি নথবি। কোনোবাই আমনি কৰা যেন গম পালে— যাঠিডালেৰে খোঁচ মাৰি দিবি— যেই হওক লাগিলে।

জোনাই তাৰ কথাবোৰ নীৰৱে শলাগিলে। তাই ঘৰ ৰাখিব, নে ঘৰে তাইক ৰাখিব, তাই নিজেই ঠিক কৰিব নোৱাৰিলে। তথাপি কোনো মিলিটাৰী আহিলে যে তাই শুদাই নেৰিব সেইটো তাই মনে মনে স্থিৰ কৰি পেলালে। তাই কালৈকো ভয় নকৰে।

## বাৰ

এতিয়াও দিনত মাষ্টৰৰ বহুত কাম। স্কুল পঢ়াব লাগে, গাঁৱৰ সূতা কটাৰ খবৰ কৰিব লাগে, কাপোৰ বেচাৰ দিহা কৰিব লাগে, তদুপৰি গাঁৱৰ সভা-সমিতিতো আগভাগ ল'ব লাগে। মাষ্টৰ নহ'লে যেন গাওঁখন নচলাই হৈছে। ঘৰত মাষ্টৰ থাকিবলৈকে নেপায়। বাটে-ঘাটে চাহ-ভাত, তামোল-চিগাৰেট। অকলশৰীয়া এটা মানুহ, কিমাননো নিজৰ কাৰণে ভাবিব লাগিছে।

খোৱা-বোৱাৰ কথা লৈ অৱশ্যে মাষ্টৰে জোনাক আমনি নকৰে। জোনাই দিয়া চাহটোপা অৱশ্যে তাৰ ভাল লাগে। কিন্তু জোনাৰ তালৈ সি এনে সময়ত যায়— সি সময়ত চাহ বা ভাত খোৱাৰ সময় নেথাকে— অৰ্থাৎ ৰাতি— অলপ বেছি ৰাতি।

বহুতে নানা কথাত মাষ্টৰৰ পৰামৰ্শ লয়। কোনো কোনোৱে কেতিয়াবা অথন্তৰত মাষ্টৰৰ পৰা দুই-এটকা ধাৰো কৰে। ধাৰে দিয়া টকা মাষ্টৰে কাকো নিবিচাৰে। যেন দিয়ে দিলে। চিকিৎসা কৰাৰ কাৰণেও দৰবৰ দামৰ বাহিৰে একো নলয়।

ৰাতিটো মাষ্টৰে জোনাৰ লগতে কটায়। কথাটো যেন স্বাভাৱিক হৈ পৰিছে। মাজতে কেতিয়াবা প্ৰেমধৰ আহিলে, কোনো উপায়ে হয়তো প্ৰেমধৰৰ হতুৱাই মাষ্টৰক জাননীটো দিয়াই দিয়ে। তেতিয়া মাষ্টৰ নাহে— বহুত কাম থাকে।

নতুন দিন আহে, নতুন মাদকতা আহে। ফাগুনৰ সকলো আশীৰ্বাদ জোনাৰ চোতালত পৰে। সিহঁতৰ আমনি নেলাগে।

গাঁৱৰ কোনোৱে একো নেভাবে, প্ৰেমধৰে একো সন্দেহ নকৰে, জোনাৰ মনৰ জগতত কোনো দ্বন্দ্বৰ সৃষ্টি নহয়।

তথাপি কেতিয়াবা মাষ্টৰৰ বুকুৰ মাজত সোমাই এনেয়ে জোনাই কয়, "এইবোৰ ভাল হোৱা নাই, জানিছা —"

গোলাপে একো নেমাতে, সি তাইক আৰু কাষলৈ চপাই আনে।

জোনাই অনুভৱ কৰিবৰ আজৰি নেপায় যে তাই অন্যায় কৰিছে, তাই প্ৰেমধৰক বিশ্বাসঘাতকতা কৰিছে, তাই নৈতিকতাৰ অপমান কৰিছে। মাত্ৰ তাই বুজে যে জীৱনে ইয়াকে বিচাৰে। প্ৰেমধৰৰ কাষত তাই একো পোৱা নাই, একো নেপায়। সি তাৰ স্বামী, কিন্তু গোলাপ তাইৰ প্ৰিয়। গোলাপৰ বাহুৰ মাজত হেজাৰ স্বৰ্গ আছে, তাৰ ওঁঠত হেজাৰ যুগৰ সঞ্চিত উত্তাপ আছে, তাৰ দেহাত অযুত যৌৱনৰ উন্মাদনা আছে। গোলাপৰ কাৰণেই তাই পৃথিৱীলৈ আহিছিল।

কেতিয়াবা গোলাপৰ ডিঙিত মৰমেৰে সাবটি ধৰি জোনাই কয়, "আমি ক'ৰবালৈ গুচি যাওঁগৈ বলা।"

গোলাপ মনে মনে থাকে। সি ভাবে— সমাজ নথকা, মানুহ নথকা, প্ৰেমধৰ নথকা ক'ৰবাৰ দূৰ দেশ এখনলৈ সিহঁত দুটা যদি গুচি যাব পাৰিলেহেঁতেন!

বহুত পৰৰ মূৰত সি সোধে, "ক'লৈ যাবা —?"

এইবাৰ জোনা মনে মনে থাকে। মাটিৰ পৃথিৱীত সিহঁতৰ কাৰণে জানো ক'ৰবাত এডোখৰ বেলেগ ঠাই আছে, ক'ৰবাত এখন বেলেগ দেশ আছে? এতিয়াওতো তাই গোলাপক পাইছে— অবাধে, নিশ্চিন্তে। তথাপি যেন তাই তাক আৰু গভীৰভাৱে পাবলৈ বিচাৰে। —নিবিড়ভাৱে, একান্তভাৱে, সকলোৰে পৰা একাষৰীয়া কৰি নি যেন তাই তাক একেবাৰে নিজৰ কৰি পাবলৈ বিচাৰে।

তাই জানো মাতৃ হ'বলৈ বিচাৰে? সেই কথা তাই পাহৰিয়ে গৈছে। তাই জানো মাষ্টৰে আনি দিয়া দৰবটো এটা বিদেশী টনিক মাত্ৰ, তাই বুজে সন্তান দিবৰ কাৰণে মাষ্টৰে তাইৰ চিকিৎসা কৰা নাই, চিকিৎসা কৰিছে সদায় তাইক কাষত পাবৰ কাৰণে, সদায় নিজক তাইৰ কাষত বিলাই দিবৰ কাৰণে। এইখিনি ফাকি দিয়াৰ কাৰণে জোনাৰ তালৈ আৰু বেছি মৰম লাগে। তাইৰ কাৰণেই জানো মাষ্টৰে নানা ৰকমৰ ফাকি-ফুকা কৰিবলগীয়া হোৱা নাই!

প্ৰেমধৰৰ আগতো যদি জোনাৰ অলপ সঙ্কোচ আছে, মাষ্টৰৰ আগত সিও নোহোৱা হৈছে। নিতৌ মাষ্টৰে নতুন নতুন ধৰণে তাইক চাবলৈ বিচাৰে, তাইক

পাৰিলে বিচাৰে। মৰমৰ কথাবোৰে নিতৌ নতুন ৰূপ লয় সিহঁতৰ ভাষাত, সিহঁতৰ নিশ্বাসবোৰ ৰাতিৰ দৰে গভীৰ হয়, সিহঁতৰ হাঁহিবোৰ ফাগুনৰ বতাহৰ দৰে বাউলী হয়।

তৃপ্তি নাই। জীৱনৰ ভোগৰ উৎসৱত কেৱল আমোদ আছে, আনন্দ আছে– তৃপ্তি নাই, নিবৃত্তি নাই। মনে মনে জোনাই এনেকুৱা সহস্ৰ জীৱনৰ কামনা কৰে।

প্ৰেমধৰক এসময়ত তাইৰ গাঁৱৰ আন সকলো ডেকাতকৈ বেছি ভাল লাগিছিল– সেই কথা তাই পাহৰি গৈছে।

প্ৰেমধৰক বিয়া কৰাই দুবছৰ তাই তাৰ আনন্দৰ সহচৰী আছিল– সেই কথা মনত ৰাখিবলৈ নিবিচাৰে।

প্ৰেমধৰে আজিলৈকে পৃথিৱীৰ আন কাৰো কথা চিন্তা কৰা নাই– তাইৰ কাৰণেই প্ৰেমধৰ বাচি আছে– সেই কথাৰ কোনো তাৎপৰ্য তাই বিচাৰি নেপায়।

গোলাপ মাষ্টৰৰ লগত তাইৰ কোনো সামাজিক সম্পৰ্ক নাই– সেই কথাও তাই স্বীকাৰ কৰাৰ প্ৰয়োজন বোধ নকৰে।

কেতিয়াবা জোনাই আশা কৰে– মাষ্টৰ আৰু তাইৰ সম্পৰ্কৰ সকলো কথা প্ৰেমধৰে জানি যাওক, প্ৰেমধৰে তাইক খং কৰক, অবিশ্বাস কৰক, ঘৃণা কৰক। তাইতো প্ৰেমধৰলৈ অকণো ভয় নকৰে। কিন্তু প্ৰেমধৰে কোনোদিন এষাৰ বেয়া পোৱা কথাও কোৱা নাই! তাইৰ অকাৰণতে প্ৰেমধৰৰ ওপৰত খং উঠে। মাষ্টৰৰ বিষয়ে তাৰ একো ভাবিবলগীয়া নাই নে?

গোলাপৰ কাৰণে তাইৰ হেঁচাপ দিনে দিনে বাঢ়ি যায়। তাই যেন তাক চকুৰ আঁতৰ কৰিব নোৱাৰে। ৰাতিৰ আন্ধাৰৰ আঁৰেদি চুৰ কৰি সি কিয় তাইৰ ওচৰলৈ আহে? কিয় সি তাইক বুকুত লৈও কথাবোৰ মনে মনে কয়! কিয় সি কোনোদিন তাইৰ কাষত সহজ হ'ব নোৱাৰে। ক'বলৈ ইমান ভয়। কিয় ইমান ভয়?

তাই জানে মাষ্টৰৰ পৰা তাইৰ এটা সন্তান হ'লেও প্ৰেমধৰে তাইক একো ক'ব নোৱাৰে। সমাজেতো জানিবই নোৱাৰিব। কিন্তু মাষ্টৰৰ ভিতৰত তাই তাইৰ ভাবী সন্তানটোৰ পিতাক নিবিচাৰে, বিচাৰে তাইৰ দেহ আৰু মনে বিচৰা মানুহটো। পিতাতকৈ তাৰ পৰিচয় বহুত বেলেগ। লগে লগে মনৰ ভিতৰত তাই অবুজভাৱে কামনা কৰে যেন তাই মাতৃ হ'বলৈ নিবিচাৰে। কোনো দিন তাই মাতৃ হ'বলৈ বিচৰা নাই। মাতৃ হ'বলৈ বিচৰাটো নাৰীৰ এটা দুৰ্বলতা, এটা প্ৰধান সংস্কাৰ।

কেতিয়াবা তাইৰ বুকুত হাদ দি পৰি থকা মাষ্টৰটোৰ তাইৰ নিজৰ সন্তান যেন লাগি যায়। শেষ-ৰাতি যেতিয়া তাই ঘৰলৈ যাবৰ কাৰণে গোলাপক জগাই দিয়ে, তাই অনুভৱ কৰে যেন তাইৰ সন্তানটোক তাই জগাইছে কামলৈ পঠিয়াবলৈ, ভাত খাবলৈ, নাইবা তাইৰ বিছনাৰ পৰা গৈ নিজৰ বিছনাত শুই থাকিবলৈ।

জোনাই সূতা নেকাটে, জোনাই তাঁত নলগায়, জোনাই ঘৰৰ যেৰকেইখন আগৰ দৰে বগা মাটিৰে নিলিপে। তাৰ পৰিবৰ্তে তাই তাইৰ সৰু আচিখনৰ আগত

বহি লৈ নিজক চাই থাকে। তাই ধুনীয়া, কিন্তু গোলাপৰ কাৰণে তাই আৰু ধুনীয়া হ'ব লাগিব। ধুনীয়া জোনাজনীৰ কাৰণে গোলাপৰ কি হেঁপাহ। তাই ধুনীয়া হ'ব লাগিব, ধুনীয়া হৈ থাকিব লাগিব?

দিনত তাই ইঘৰ-সিঘৰলৈ যায়। দিনৰ দিনটো কিমান ঘৰতে সোমাই থাকিব। কিবাকিবি কথা পাতে। চম্পাইঁতে বৰ-কাপোৰত ফুল বছা দেখি তায়ো তেনেকুৱা এপাহ ফুল তোলাৰ কথা ভাবে। এজনী বয়সস্থা মানুহৰ দৰে কাৰ ছোৱালী ক'লৈ দিয়াৰ ঠিক হৈছে, কাৰ বিয়া কেতিয়া হ'ব– এইবোৰ অদৰকাৰী আলোচনা কৰে। কিন্তু কোনো কথা, কোনো কাম, কোনো আলোচনাই তাইৰ গাত নেলাগে। সকলোবোৰ যেন উপকৰা কথা, অদৰকাৰী কথা।

তাই গুচি অহাৰ পিছত গৃহস্থ-ঘৰে কোৱা-কুই কৰে– "জোনাজনীৰ চেহেৰাটো মন কৰিলি নে? দিনে দিনে চৰিছে হে –"

"গিৰিয়েকে জানো কম সুখত ৰাখিছে। ৰজাৰ ৰাণীয়েও সিমান সুখত খাবলৈ নেপায়। –"

"তাতে ল'ৰা-ছোৱালীও নাই –"

"পিছে, ল'ৰা-ছোৱালী নাই বুলি বেজাৰ অকণ দেখিলি নে। এৰা, এইবোৰহে ছোৱালী –"

"আৰু সাহ-পিতো কম নহয়, অকলে এখন ঘৰ ধৰি খাই আছে। আমাৰবোৰৰ আকৌ ৰাতি-বিয়লি চোতাললৈ যাবলৈকো ভয়।"

গোলাপ মাষ্টৰৰ ঘৰতো কেতিয়াবা গাঁৱৰ জীয়াৰী-বোৱাৰীৰ বিষয়ে আলোচনা হয়। কিন্তু বিয়া-জোৰোণ আদি সম্পৰ্কে বৰ বেছি কথা-বতৰা নোলায়। গোলাপ মাষ্টৰে আদৰ্শ তিৰোতাৰ কথা, শিপিনীৰ কথা, কিবাকিবি ডাঙৰ কথা কয়। কিন্তু এইবোৰ আলোচনা-প্ৰসঙ্গত অন্য ছোৱালীৰ কথা ওলালেও জোনাৰ কথা কাহানিও নোলায়। মাষ্টৰৰ মনত সদায় থাকিলেও, মুখত জোনা নেথাকে।

ফাগুনৰ দিনবোৰে চ'তৰ কাৰণে বাট বান্ধে। জহি যোৱা নৰাবোৰ গচকি গচকি চ'ত আহে। গৰম আহে, উৰুঙা আকাশ আৰু উকা বতাহ আহে। গাঁৱৰ মানুহৰ মনবোৰে নাচে।

দিনবোৰ মধুৰ হয়, ৰাতিবোৰ মধুৰ হয়, জোনা আৰু মাষ্টৰৰ মনবোৰ মধুৰ হয়। জোনাৰ মজিয়াখন হাঁহি আৰু আনন্দেৰে উপচি পৰে।

"আমি ক'ৰবালৈ যাওঁ ব'লা –"

নীৰৱতা।

"সঁচাকৈয়ে, আমি ক'ৰবালৈ যাওঁগৈ ব'লা –"

গোলাপৰ কঁপা ওঁঠত নীৰৱতা।

"বহুত দূৰলৈ– ক'ৰবালৈ যাওঁগৈ বলা –"

জোনাৰ ঘৰটোৰ বেৰবোৰত ৰাতিৰ নীৰৱতাই মাষ্টৰৰ মুখৰ ভাষাৰ প্ৰতীক্ষা কৰে।

"কেতিয়াকৈ?"

"যেতিয়াই তেতিয়াই –"

কিছুপৰৰ মূৰত।

"মযো ভাবিছোঁ –"

"কি?"

"আমি ক'ৰবালৈ গুচি যাওঁ –"

"ধেৎ"

"কিয়?"

"ক'লৈ যাবা? মই এনেয়েহে কৈছোঁ –" জোনাই গোলাপক আৰু আপুনি বোলাৰ প্ৰয়োজন অনুভৱ নকৰে। সম্বোধনৰ বেৰেৰে তাই গোলাপ আৰু তাইৰ মাজত ব্যৱধান ৰচনা কৰিবলৈ নিবিচাৰে।

কিন্তু দুয়োটাই অন্তৰে অন্তৰে অনুভৱ কৰে যেন সিহঁত দুয়ো দুয়োকো শেষ কৰি পোৱা হোৱা নাই। সিহঁতৰ মিলনত সমাজৰ কোনো সমৰ্থন নাই, কোনোদিনে সমৰ্থন লাভ সম্ভৱো নহয়। কিন্তু সিহঁতে দুয়ো দুয়োকো বেছি মুক্তভাৱে পাবলৈ বিচাৰে। এইখন সমাজে সেইদৰে পাবলৈ সিহঁতক নিদিয়ে। ইয়াত থাকিলে মাষ্টৰ – মাষ্টৰ, আৰু জোনা – জোনা হৈয়েই চিৰদিন থাকিব লাগিব, সিহঁতৰ মাজত অন্য কোনো সামাজিক পৰিচয় গঢ়ি তোলা সম্ভৱ নহয় – নহ'ব।

প্ৰেমধৰ প্ৰত্যক্ষ অন্তৰায় নহয়। সমাজেও সিহঁতক বাধা দিয়াৰ সুযোগ নেপায়। তথাপি যেন সিহঁতৰ প্ৰাণ মুক্ত নহয়। সিহঁতৰ আনন্দ কেনিবাদি সন্দেহৰ অস্বস্তিৰ অৱকাশ আছে। নিজৰ পৰাই যেন সিহঁতে নিজক সৰুবাবলৈ বিচাৰে। সিহঁতৰ নিজৰ জীৱনেই যেন সিহঁতক কেনিবাদি পাছৰ পৰা টানিছে।

প্ৰেমধৰক ফাকি দি জোনাৰ আনন্দ লাগে। ইমান হোজা মানুহক ফাকি নিদিয়াটো অন্যায়। সমাজক ভুৰা দি তাই বেছ আমোদ পায়। তাই যেন বুজি নোপোৱা কিবা এটাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছে। কিন্তু কিহৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছে তাই নিজেই বুজিব নোৱাৰে।

"জোনা –"

"কি?"

"একো নহয় – এনেয়ে হে –"

"কি এনেয়ে হে। ক'ব লাগিব –"

"মিলিটাৰীয়ে যদি তোমাক লৈ যায়, তেতিয়া?" তাৰ মাতত হাঁহি।

"নিলে নিব, মিলিটাৰীও মানুহহে।"

বছ, মাষ্টৰ হতভম্ব হৈ গ'ল। মিলিটাৰীকো তাই মানুহ বুলি ভাবিব পাৰিলে! জোনা দিনে দিনে বেছি চঞ্চল হৈ পৰা নাইতো? কিন্তু কিয়? প্ৰেমধৰ পামত থাকে। গোলাপৰ বুকুৰ মাজত তাইৰ মধুৰ ৰাতিবোৰ কাটি যায়। তথাপি যেন তাইৰ শান্তি নাই, তাইৰ তৃপ্তি নাই। তাই অধীৰ হৈ পৰিছে।

মাজে মাজে গোলাপে অনুভৱ কৰে যেন সি তাৰ ব্যক্তিত্ব ক্ৰমে হেৰুৱাই পেলাব ধৰিছে। তাৰ জোনাক ফাকি দিবৰ ইচ্ছা থাকিলেও যেন শক্তি নোহোৱা হৈ আহিছে। সম্পূৰ্ণ এখন গাঁৱক সি চকুত ধূলি দি ৰাখিছে– সি দেশকৰ্মী নহয়, কবিৰাজ নহয়, মাষ্টৰ নহয়– একো নহয়, সি গাঁৱৰ পৰা পলাই অহা এটা বেয়া ল'ৰা। আৰু ভাল হ'বলৈও সি কোনোদিনে নিবিচাৰে। কিন্তু জোনাৰ ওচৰত সি অনুভৱ কৰে যেন ভাল নহ'লে তাৰ নচলিব, জোনাক সি ফাকি দিব নোৱাৰিব, জোনাৰ কাষত যেন সি সম্পূৰ্ণ উন্মুক্ত হ'বই লাগিব।

প্ৰেমধৰৰ প্ৰতি অৱশ্যে গোলাপৰ অকণো সমবেদনা নাই। জোনা আৰু তাৰ মাজত প্ৰেমধৰ এটা অদৰকাৰী মানুহ। সি থকাৰ পৰা সিহঁতৰ কোনো হানি হোৱা নাই, কিন্তু প্ৰেমধৰ ইমান নিঃশঙ্ক হোৱাটোৱে যেন জোনাৰ প্ৰতি তাৰ ভালপোৱাক লঘু কৰিছে। এটা বাধা লাগে, এটা আঘাত লাগে। তাৰ বিৰুদ্ধে যুঁজি সিহঁত দুটাই প্ৰেমৰ অপৰাজেয় শক্তিক অনুভৱ কৰিব। ইটোৱে সিটোক বেছি গভীৰভাৱে পাব।

জোনাৰ কাষতে গোলাপে যৌৱন চিনি পাইছে। মৰম চিনি পাইছে, নাৰীৰ শক্তিশালী প্ৰতিষ্ঠাৰ তীব্ৰতা বুজি পাইছে। আৰু বুজি পাইছে সি কিমান দুৰ্বল, কিমান অসহায়। দিনে দিনে সি অনুভৱ কৰিব ধৰিলে যে জোনা নহ'লে সি থাকিব নোৱাৰিব। জোনাৰ কাৰণেহে সি পৃথিৱীলৈ আহিছে।

## তেৰ

চাৰিকড়িয়াৰ শুকান বালিবোৰে আকাশৰ ফালে চাই থাকে। দক্ষিণৰ আকাশত টুকুৰা-টুকুৰকৈ মেঘবোৰ গোট খায়। চ'তৰ খৰাং পৃথিৱীত বৰ্ষাৰ সতৃষ্ণ প্ৰতীক্ষা। মাখনৰ পাছ-চোতালখনত বালি উঠে।

মাখনে ঘৰৰ পৰা চিঠি পাইছে। পঢ়া চিঠিখনকে সি কেইবাবাৰো পঢ়িলে। ঘৰত সকলোৱে ভাল– সকলোৱে। সিহঁতৰ গাঁৱত পুলিচৰ অত্যাচাৰ হোৱা নাই। চাৰি মাইল দূৰত এখন এৰোড্ৰেম হৈছে – গাঁৱৰ বহুত ল'ৰা তাত কামত সোমাইছে। কথাষাৰ মাখনৰ বৰ ভাল নেলাগিল। ঘৰৰ ওচৰত এৰোড্ৰেম হোৱাটো বৰ ভাল কথা নহয়।

উত্তৰৰ দিগন্তত হিমালয়ৰ নীল, ধূসৰ ৰেখা, মাজে মাজে অকণ অকণ বগা বৰফ। পৃথিৱীখন বৰ আপোন লাগে।

দিগন্তৰ পৰা দিগন্তলৈ বগা চ'তৰ পৰিৱেষ্টা আনন্দ। এটা প্ৰেমৰ কবিতাৰ নিচিনা সৰস এটা গভীৰ টোপনিৰ সপোনৰ নিচিনা চিনাকি!

চাৰিকড়িয়াৰ বালিঘাটত পিতলৰ কলহবোৰ চিক্‌মিকায়, গাভৰুৰ হাঁহিবোৰে জিক্‌মিকায়, কিচ্‌কিচীয়া ক'লা চুলিবোৰত পিছল তিৰ্‌বিৰণি উঠে।

সেই ফালে চাই আজি মাখনৰ অলপ দিনৰ আগৰ কথা এটা মনত পৰিল। কলেজত পঢ়োঁতে তাৰ লগতে পঢ়া ছোৱালী এজনীলৈ তাৰ মোহ সোমাইছিল। কলডিলীয়া মুখেৰে লাহী ছোৱালীজনী। তাইৰ চুলিখিনি বৰ ধুনীয়া আছিল। মিলা-মিচা কৰিবৰ বা কথা-বতৰা পাতিবৰ বেছি সুবিধা সি পোৱা নাছিল। তথাপি দূৰৰ পৰাই সেই ছোৱালীজনী চাই তাৰ ভাল লাগিছিল। তাই কোনোবা কলেজীয়া ডেকাৰ কবিতাৰ নায়িকা হৈছিল নে নাই, সি নেজানে। সেই ছোৱালীজনীক কেন্দ্ৰ কৰি সিও কোনোদিন কোনো কবিতা লিখা নাছিল, কিন্তু মাজে মাজে ছোৱালীজনীৰ মুখখন মনত পৰি তাৰ পঢ়াত অলপ বাধা পৰা কথাটো সঁচা।

আজি এনেই থকা চ'ত-মহীয়া আবেলি তাৰ সেই ছোৱালীজনীৰ মুখখন মনত পৰাৰ কাৰণে সি বেয়া নেপালে। কেতিয়াবা অৰ্থহীন কথা কিছুমান চিন্তা কৰি, পাহৰি যোৱা কথা কিছুমান সুঁৱৰি আমি তৃপ্তি পাওঁ— এনেয়ে।

বেলি মাৰ যাবৰ সময়ত বাহিৰলৈ চাই মাখনে দেখিলে গোটেই পৃথিৱীখন এটা অভূতপূৰ্ব ৰঙিলী বোলেৰে ৰঞ্জিত হৈ উঠিছে। দক্ষিণ আকাশৰ বুকুৰ ডাৱৰবোৰ জুই-আগুনি যেন হৈছে। পশ্চিমতো হৈছে জীৱন্ত সোণহেঙুলীয়া ৰহণৰ অপূৰ্ব সমাবেশ। তাৰ চোতালৰ বালিবোৰো হঠাৎ আগুঠাবুলীয়া হৈ উঠিছে।

বছৰত এদিন বা দুদিন, কোনোবা বসন্তৰ আবেলি মাথোন পৃথিৱীখন ইমান ধুনীয়া হয়। বতাহবোৰৰ গাত ৰাঙলী বোল লাগে। আকাশৰ নীলাবোৰ ৰঙা আৰু নীলাৰ সংমিশ্ৰণত গভীৰ হৈ উঠে। গছ-পাতবোৰ সোণোৱালী ৰহণেৰে জিলিকি উঠে। এই সোণবৰণীয়া পৃথিৱীখন আজিলৈকে কোনো চিত্ৰকৰৰ তুলিকাত ধৰা পৰা নাই। সোণবোৰ সোণ নহয়, সেন্দূৰ মিহলি গাখীৰ; সেন্দূৰবোৰ সেন্দূৰ নহয়, সোণ মিহলি জুই-আগুনি; জুইবোৰ জুই নহয়, পলাশফুলীয়া সোণ! কিন্তু কি তীব্ৰ— কি জীৱন্ত— কি প্ৰাণ-চঞ্চল!

পশ্চিমৰ আকাশত যেন ক'ৰবাত জুই লাগিছে — ধোঁৱা নোহোৱা ৰাঙলী জুই। সেই জুই দিগ-দিগন্তত বিয়পি পৰিছে— শত-সহস্ৰ নতুন ৰঙৰ সৃষ্টি কৰি। আকাশৰ বুকুত বনজুইৰ আগুনিবোৰ ওপঙি ফুৰিছে। তাৰ পোহৰে পৃথিৱীখনকো পোহৰাই তুলিছে।

চাৰিওপিনে পোহৰৰ মেলা, ৰঙৰ মেলা, জীৱনৰ মেলা।

মাখনে দেখিলে তাৰ মনৰ ভিতৰখনো যেন অকাৰণতে ৰাঙলী হৈ উঠিছে। দূৰৰ কোনোবা আকাশত, দূৰৰ কোনো পৰ্বতত লগা বনজুইৰ ক্ষীণ উত্তাপো যেন তাৰ গাত লাগিছেহি। তাৰ চকু মুদি এনেই পৰি থাকিবৰ মন গ'ল। এনে পোহৰৰ মাজেদি, এনে ৰঙৰ উৎসৱৰ মাজেদি যেন জীৱনৰ পৰা জীৱনৰ মাজলৈ, মৰণৰ পৰা মৰণৰ মাজলৈ অকলশৰে গৈ থাকিব পাৰি। ৰঙৰ পোহৰত গা ধুই যেন জীৱনক অমৰ কৰি পেলাব পাৰি।

সন্ধিয়া-পৰত ডাক্তৰৰ লগত সি অলপ ফুৰিবলৈ ওলাই গ'ল। কলেজৰ সেই ছোৱালীজনীৰ কথা সি একেবাৰে পাহৰি গ'ল। হয়তো দীনা আছিল ছোৱালীজনীৰ নাম। দীনা দাস, দীনা দত্ত বা দীনা কিবা এটা।

অলপতে দীনাৰ বিয়া হৈ গৈছে। অৱশ্যে দীনাৰ বিয়া হোৱা-নোহোৱাৰ লগত তাৰ কোনো সম্পৰ্ক নাই। সি দীনাক বিয়া কৰাব খোজা নাছিল। অন্য কৰাবৰ ইচ্ছা আছিল, সুবিধা আছিল— কৰালে। বিয়া নোহোৱা দীনা এজনীক সি চিনি পাইছিল— ইমানেই।

নৈৰ পাৰত সিহঁত ভালেমান-পৰলৈ ফুৰিলে।

ডাক্তৰে দুই-এক কেঁচৰ কথা ক'লে— গাঁৱৰ মানুহবোৰে যে ৰোগৰ আৰম্ভণিতে চিকিৎসা নকৰায়— তাকো কৈ অলপ অভিযোগ কৰিলে। মাখনে গাত নলগাকৈ এনেয়ে কথাবোৰলৈ কাণ দি গ'ল। বেমাৰত পৰাটো যেনেকুৱা এটা জীৱনৰ বাহিৰা কথা, চিকিৎসা কৰোৱা বা নকৰোৱাটোও তেনেকুৱা এটা বাহিৰা কথা। জীয়াই থকাটোক মাখনে ইমান বেছি সত্য বুলি ভাবিছিল যে মৰাৰ নিচিনা কথাটোৰ জীৱনৰ মাজত কোনো ঠাই নাই বুলিয়ে তাৰ প্ৰত্যয় হৈছিল। ডাক্তৰ, হাস্পতাল, ঔষধ— সেইবোৰ ব্যতিক্ৰম, নিগেটিভ, অদৰকাৰী।

কথাৰ মাজতে মাখনে ক'লে, "ইয়ালৈ আহিবৰ এবছৰেই হয় আৰু। কিছুদিনৰ ছুটী লৈ ঘৰৰ পৰা পাক এটা মাৰি আহিবৰ মন গৈছে। বহুত দিন ঘৰত থাকিবলৈকে পোৱা নাই।"

"মোৰ যে আজি চাৰি বছৰেই হ'লহি, এতিয়া আৰু ঘৰ যাব পৰা আশাও নাই। বাৰিষা পালেহিয়েই, ল'ৰা-ছোৱালী লৈ বাৰিষা ইয়াৰ পৰা যাবও নোৱাৰি, আহিবও নোৱাৰি।"

"পহুবিমানলৈ টাউনলৈ যাম। পাৰিলে সেইফালেই ছুটী লৈ ঘৰলৈ যামগৈ।"

ডাক্তৰৰ পৰা বিদায় লৈ আহি মাখনে বান্ধনিটোক মাতিলে। সিও কেনিবা ওলাই গৈছে। চোতালত জোনাক পৰিছে— শুক্লা চতুৰ্থীৰ পাতল, কোমল জোনাক।

বহুত ৰাতিলৈকে সি বাহিৰতে বহি থাকিল। মনটোৱে কিছুমান অস্পষ্ট কথা ভাবিলে। তাৰ পিয়ন মুহিৰামৰ বৈণীয়েকজনী এতিয়া দেখিবলৈ কেনেকুৱাজনী হৈছে এবাৰ চাবৰ মন গ'ল। গাঁৱত থাকোঁতে একেলগে যেমালি-ধুমুলা কৰা ফুল নামৰ শকত ক'লী ছোৱালীজনীৰ কথা মনলৈ আহিল। এই ছোৱালীজনীৰ পৰা সি জীৱনৰ বিষয়ে কিবাকিবি অভিজ্ঞতা অৰ্জন কৰিছিল। তাইৰ বিয়া হ'বৰ কেইবা বছৰো হ'ল। এতিয়া কেইবাটাও ল'ৰা-ছোৱালী হ'ব পায়। নিৰ্বাসিত মানুহবোৰ কেনেকৈ থাকে, সেই কথা ভাবি মাখনৰ অলপ ৰহস্য অনুভৱ হ'ল।

অকলশৰীয়া এটা সৰু দ্বীপ, চাৰিওপিনে গভীৰ নীলা সমুদ্ৰ, ওপৰত মৌন আকাশ, তৰিৰ তলত বগা সেমেকা মাটি। ঘৰটোৰ আগৰ নাম নজনা গছজোপাত এটা সৰু বনবীয়া চৰাই, বি গীত নেগায়, কিবা ভাবি এনেয়ে বহি থাকে, হয়তো সি

কান্দে। আৰু, জুপুৰি ঘৰটোৰ বন-গজা সক চোতালডোখৰত নির্বাসিত এটা অকলশৰীয়া মানুহ। লগ নাই, লগৰী নাই, আত্মীয়-পৰিজন নাই। কোনোবা দেশত এৰি অহা এটা অতীত। ভৱিষ্যৎ নায়েই। ভৱিষ্যতত আছে সাগৰৰ দৰে গভীৰ নীল মৃত্যু। তাৰ সীমা নাই, অন্ত নাই। মৃত্যু-নীল সমুদ্ৰ আৰু সমুদ্ৰ-নীল মৃত্যু।

সি বাৰু কি কৰে? সেই নির্বাসিত মানুহটোৱে বাৰু অকলশৰে কি ভাবে? কি চিন্তা কৰে? মৰণৰ কথা? জীৱনৰ কথা? কাৰোবাক ভালপোৱাৰ কথা? নে সম্ভাৱনা নোহোৱা মুক্তিৰ কথা?

মাখনে অলপ বিস্ময়েৰে চকু দুটা মোহাৰিলে। তাৰ সন্মুখত দুটা মানুহ। যেন দুয়োটা বহুত দূৰৰ পৰা অতি সন্তর্পণে আহি তাৰ সন্মুখত থিয় দিছেহি।

জোনাকবোৰ স্পষ্ট। শান্ত ৰাতি, নীৰৱ পৃথিৱী। তাৰ সন্মুখত মানুহ দুটাৰ মুখতো মাত নাই।

"কোন?"

"মইহে। চিনি পোৱা নাই?"

গোলাপৰ মাত নহয় নে? কিন্তু ইমান ৰাতি, ইমান দূৰত গোলাপ ক'ৰ পৰা ওলাবহি? মাখনে সপোন দেখা নাই নে?

"মই অ'– গোলাপ। চিনিকে পোৱা নাই নে?"

মাখন ইতিমধ্যে সম্পূর্ণ সচেতন হৈছে। তাৰ সন্মুখত থিয় দি আছে, তাৰ শৈশৱৰ লগৰীয়া গোলাপ, আৰু লগত– লগত–

"আৰু কোন?"

"চিনিবি লাহে লাহে।" এইবাৰ সহজভাৱে গোলাপে ক'লে। সি বাৰাণ্ডাতে হাতত লৈ অহা চুটকেছটো আৰু টোপোলাটো থলে?

ৰান্ধনি-ল'ৰাটো আহি সন্মুখত থিয় হৈছিলহি। মাখনৰ কথা মতে সি বাল্টি এটাত পানী এবাল্টি আৰু ঘটি এটা আনি দিলে।

"তহঁতে হাত-ভৰি ধো, কাপোৰ-কানি সলা।"

মাখন ভিতৰলৈ উঠি গ'ল। ৰান্ধনি সক ল'ৰাক অলপ সক কৈ মাখনে ক'লে, "আলহী দেখিছ নহয়, দুজনৰ কাৰণে আৰু ৰান্ধ! আৰু লঠন এটা জ্বলাই দে মাজৰ কোঠালিত।"

মাছ আছে দুডোখৰমান, চাউলো আছে। ৰাতিটোৰ কাৰণে গৃহস্থ, আলহী উভয়ৰে কাৰণে হ'ব। আৰু নহ'লেও এতিয়া ৰাতি একো পাবৰ উপায় নাই।

ভিতৰৰ লেমৰ পোহৰত মাখনে দেখি আচৰিত হ'ল– এজনী ধুনীয়া, কণী, ক্লান্ত গাভৰু ছোৱালী। চকু দুটা অত্যন্ত উজ্জ্বল, গাৰ প্ৰতিটো অঙ্গ আটিল, স্বাস্থ্যৱতী। প্ৰথম দেখাতে ছোৱালীজনীলৈ মোহ জন্মে।

গোলাপটোৰ চেহেৰা-পাতিৰ যথেষ্ট পৰিবৰ্তন হৈছে। সি খীণাইছে, তাৰ গালৰ হাড় ওলাই পৰিছে। চকুৰ গুৰিতো ক'লা পৰিছে। তাতে এতিয়া সি বৰ ক্লান্ত।

মাখনৰ চকু তাৰ অজ্ঞাতেই পুনৰ ছোৱালীজনীৰ মুখৰ ওপৰত পৰিল। হয়তো তললৈ মূৰকৈ থকা সত্ত্বেও ছোৱালীজনীয়ে কথাটো গম পাইছিল। কিছুমান ৰঙা তেজ আহি তাইৰ গাল দুখন গুলপীয়া কৰি তুলিলে। লগে লগে এটা হাঁহি তাইৰ ক্লান্ত চকু আৰু ধুনীয়া ওঁঠ দুটাৰ ওপৰেদি বাগৰি গ'ল।

· মাখনে নিজকে সহজ কৰিবৰ চেষ্টা কৰিলে।

"তহঁত ক'ৰ পৰা ওলালিহি?"

"সকলো কম, বহুত কথা, তই জানো একো গম পোৱা নাই?"

মাখনে অনুভৱ কৰিলে যে ক'ৰবাত কিবা এটা গোপন ৰহস্য আছে। আৰু তেতিয়াই সকলো কথা জানিবলৈ বিচাৰিলে হয়তো গোলাপে, আৰু বিশেষকৈ আলহী-ছোৱালীজনীয়ে আমনি পাব।

ভাত-পানী খাই উঠি গোলাপে ক'লে– "ৰাতিপুৱাই আহিলোঁ। কিজানি ২৫ মাইলমান খোজ কাঢ়িলোঁ হ'বলা। টাউনৰ পৰা বাৰু ইয়ালৈ কিমান হ'ব? জোনাৰ বৰ ভাগৰ লাগিব পায়, শুয়ে থাকক।"

মাখনে ক'লে, "সৰু ল'ৰাই বিছনা কৰি দিছে। তহঁত –" অলপ ইতস্ততঃ কৰি ক'লে– "তেওঁ –"

"তেওঁৰ নাম জোনা –" গোলাপে সহায় কৰিলে।

"অ' জোনা নহয়? জোনা সেই মাজৰ কোঠালিতে মোৰ খাটখনতে শোৱক। আমি ইটো কোঠাত শুম।"

মাখন উঠি গৈ জোনাক বিছনাখন দেখুৱাই দিলে। আৰু সঙ্কোচ ভাঙিবৰ মনেৰেই অলপ পাতলীয়াভাৱে ক'লে– "বৰলা মানুহৰ ঘৰ। যেনে তেনে শুব লাগিব। পিছে একো ভয় নাই।"

একেদৰেই এটা ধুনীয়া হাঁহি মাৰি জোনাই ক'লে, "অকলে মোৰ ভয় নেলাগে, মই তেনেহ'লে শোওঁ।"

জোনাৰ নিশ্চয় বৰ ভাগৰ লাগিছিল। মাখন ওলাই আহিল।

"তয়ো শোগে যা? তোৰ জানো ভাগৰ লগা নাই?"

"ভাগৰহে লগা নাই নে? মৰিবৰ সমান ভাগৰ লাগিছে।"

বিশেষ ভূমিকা নকৰি গোলাপো শুবলৈ উঠি গ'ল।

মাখন চোতালতে বহুত ৰাতিলৈকে অকলে বহি থাকিল। ক'ৰ পৰা ওলালিহি গোলাপ? আৰু লগত ক'ৰ সেইজনী মূৰত ওৰণি লোৱা ধুনীয়া ছোৱালী? গোলাপৰ ঘৈণীয়েক? কিন্তু সি বিয়া কৰালে কেতিয়া? সিতো জেলৰ পৰা ওলাই ক'ৰবাৰ গাঁৱত মাষ্টৰি কৰিছিল! আৰু বিয়া কৰিয়ে বা সি ছোৱালীজনী লৈ এই পাণ্ডববৰ্জিত গাঁৱত তাৰ ঘৰত ওলালহি কেনেকৈ? কিয়?

গোলাপে এতিয়াও পলৰীয়া দেশকৰ্মী হৈয়ে আছে নেকি? কিন্তু লগত ছোৱালীজনী লৈ পলাই ফুৰিছে কিয়?

বহুত কথা সুধিবৰ আৰু জানিবৰ মন গ'ল মাখনৰ। কিন্তু থাওক, এতিয়া আৰু তাক আমনি কৰা ঠিক নহয়। তাৰ টোপনি আহিলেই।

মাখন জোনা শোৱা কোঠাটোলৈ লেমটো হাতত লৈ সোমাই গ'ল। ছোৱালীজনীৰ টোপনি আহিছে। ক্লান্তভাৱে তাই শুই পৰিছে! সি নেচাও বুলিও ছোৱালীজনীৰ ধুনীয়া মুখখনলৈ এবাৰ চালে। তাৰ পিছত কোঠাটোৰ পৰা ওলাই দুৱাৰখন বন্ধ কৰি দিলে।

ইতিমধ্যে গোলাপৰো ঘোৰ টোপনি আহিছে। সি একাষৰীয়া হৈ শুইছে। বিছনা আৰু নাই। সিহঁত দুয়োটা তাতে শুব।

গোলাপক আমনি নকৰাকৈ মাখন তাৰ কাষতে শুলে। কিন্তু ভালেমান ৰাতিলৈকে তাৰ টোপনি নাহিল। আজি তাৰ ঘৰত সি শোৱা কোঠাটোত তাৰ বিছনাখনতে ক'ৰবাৰ এজনী অচিনাকি ছোৱালী শুইছে— নিৰ্ভয়ে, নিঃসঙ্কোচে। হয়তো ছোৱালীজনীক গোপনে বিয়া কৰাই আনিছে, সেয়ে হ'লে তাই তাৰ বন্ধুপত্নী — সম্বন্ধত নবৌয়েই হ'ব কিজানি। বয়সত গোলাপ মাখনতকৈ অলপ ডাঙৰ।

কিন্তু মনে মনে মাখনে ঠিক কৰিলে যে সম্বন্ধ যেই হওক, জোনা-নামটো বেয়া নহয়— জোনাক সি ভনী বুলিব। এৰা, তাইক ভনী বুলিহে ভাল লাগিব।

## চৈধ্য

কথাটো ৰাষ্ট্ৰ হৈ পৰিল পুৰা আঠমান বজাত। প্ৰথমতে কথাটো কাৰো মনত নেখেলাইছিল। জোনা সিখন গাঁৱলৈ যাব পায়, পুখুৰীলৈ যাব পায়, কিবা অসুখ-বিসুখ হৈ ঘৰৰ ভিতৰতে সোমাই থাকিব পায়। কিন্তু জোনা কেঁচুৱা ছোৱালী নহয়, নেহেৰায়।

তাতে জোনাৰ ঘৰ এমূৰীয়া, বিশেষ দৰকাৰ নেথাকিলে সেইফালে সকলো নেযায়। কিন্তু সদায় থকা কুকুৰ এটাও তিনি দিন নোহোৱা হ'লে মানুহে বিচাৰ-খোচাৰ কৰে। ঘৰত জোনা কেইদিন যে নাই কোনেও ক'বই নোৱাৰে।

প্ৰেমধৰ ঘৰলৈ আহি জোনা আহিব বুলি দুঘণ্টামান বহি থকাৰ পিছত নহা দেখি যেতিয়া গাঁৱৰ ফালে খবৰ কৰিবলৈ গ'ল, আৰু কেইবাঘৰতো সুধিও ক'তো জোনা কেনি গৈছে বা ক'লৈ গৈছে তাৰ কোনো শুং-সূত্ৰ নেপালে, তেতিয়া হঠাৎ কোনোবাই এটাই ক'লে— "হেৰ, মাষ্টৰ আছে নে নাই, মাষ্টৰকো কেইবাদিনো যেন দেখা নাই।"

খৰ-খেদা কৰি মাষ্টৰৰ ঘৰলৈ গৈ দেখা গ'ল, দুৱাৰখন হেঁচামাৰি মৰা আছে, ভিতৰত সোমাই চালে— কোনো নাই, একো নাই। মাষ্টৰৰ যঁতৰটো আৰু অলপমান কপাহ পৰি আছে।

মুৰে-কপালে হাত দি প্ৰেমধৰ বহি পৰিল। আৰম্ভ হ'ল নানা তৰহৰ উষ্ণ মন্তব্য ঃ

"গাভৰু মানুহজনী অকলে এৰি চাৰি-পাঁচ মাহৰ কেনো মতা মানুহটো আঁতৰি থাকিব লাগে নে? ..."

"আৰু মাষ্টৰনো কি দেৱতাটো যে তাৰ ওপৰতে ভৰসা কৰি মানুহজনী থাকিবলৈ দিলে? ... "

"মাষ্টৰক আমি জানো, ভাল মানুহ— পিছে জোনা কেনেজনী ছোৱালী কোনে নেজানে, ইমান দিনে যে নপলোৱাকৈ আছিল সেইটোহে আচৰিত। ..."

"থ, থ, মতাটো হৈ কান্দিবলৈ থ। থানালৈ যা। উঃ, দেখিছা নে সদৌ গাওঁখনৰ চকুত ধূলি দি হালেই পলাল, তেও আমাৰ গঞাখনে টেৰকে নেপালে। হেৰ' এইবোৰ তিৰোতাবে ঘৰ কৰাতকৈ খালৰ যখিনী আনিবি। ..."

নানা সমালোচনা, নানা মন্তব্য হ'ল। কোনোৱে গোলাপ মাষ্টৰক, কোনোৱে জোনাক, কোনোৱে প্ৰেমধৰক আৰু কোনোবাই সমগ্ৰ নাৰী জাতিক দোষাৰোপ কৰি প্ৰেমধৰৰ দুখত সমবেদনা জনালে।

আৰু দুটা গাঁৱৰ ডেকা লগত লৈ যেতিয়া প্ৰেমধৰে থানাৰ ইন্‌চাৰ্জৰ আগত তাৰ দুখৰ কাহিনী বৰ্ণাই এজাহাৰ দিলেহি, তেতিয়া ইন্‌চাৰ্জে আৰু ওচৰতে থকা কনষ্টেবল দুটায়ো প্ৰেমধৰকহে উপহাস কৰিলে।

"কি হ'ল, ঘৈণীয়েৰ পলাল। অ' সেই জেল-ফেৰত গোলাপৰ লগত! আমি কি কৰিম, নিজৰ ঘৈণীয়েৰজনী ৰাখি খাব নোৱাৰ, পুলিচে কি কৰিব?"

অৱশ্যে অনুনয়-বিনয় কৰি ইন্‌চাৰ্জৰ মেজৰ ওপৰত টকা পঁচিশটা থোৱাৰ পিছত ইন্‌চাৰ্জে গহীনকৈ ক'লে, "যুদ্ধৰ দিন, তাইবা কাৰ লগত পলাই গ'ল, কি ঠিক। হয়তো অকলে থকা গম পাই, কোনোবা মিলিটাৰীয়েও ধৰি নিব পাৰে। বাৰু মই যি পাৰোঁ কৰিম। গাঁৱত ক'তো নাইতো?"

"নাই, এই অঞ্চলত তাই নায়েই? সিহঁত দুয়োটা ক'ৰবালৈ পলাল।"

"আৰু কিনো গাওঁ ! তিনিদিনকৈ গাঁৱৰ বোৱাৰী এজনী নাই, অথচ কোনেও ক'ব নোৱাৰে?"

ভৰ্ৎসনা-গঞ্জনা সকলোখিনি নিজৰ প্ৰাপ্য বুলি ধৰি লৈ সকলো ভাৰসা ইন্‌চাৰ্জৰ ওপৰত এৰি প্ৰেমধৰহঁত থানাৰ পৰা গুচি আহিল।

তাৰ পিছত ওঠৰ দিন প্ৰেমধৰ আৰু জোনাৰ সম্পৰ্কীয় কেইজনমানে ওচৰ-পাঁজৰৰ সকলো গাঁৱৰ উপৰিও, গোলাপৰ গাঁৱতো গোপনে-প্ৰকাশ্যে জোনাহঁতক বিচাৰিলে, কিন্তু ক'তো সিহঁতৰ সম্ভেদ পোৱা নগ'ল।

পুলিচেও কিছু তৎপৰতাৰেই বিচাৰ কৰিলে। চি. আই. ডি.ও লগোৱা হ'ল। কিন্তু গোলাপ আৰু জোনা যে ক'ত অন্তৰ্দ্ধান হ'ল, কোনেও থিৰাং বতৰা উলিয়াব নোৱাৰিলে।

যুদ্ধৰ দিন। বহুত মিলিটাৰী-ঠিকাদাৰেই ঠিক পোৱাৰ আশাত নাইবা একেখন বিলৰ পাঁচবাৰমান টকা আদায় কৰাৰ আশাত, ছোৱালী নি মিলিটাৰী অফিচাৰক উপহাৰ দিছিল। বেচিছিল। গাঁৱৰ বেছিভাগেই এই সিদ্ধান্ত কৰিলে যে গোলাপে নি জোনাক কোনোবা মিলিটাৰীক বেচি টকা লৈ পলাল কিন্তু জোনাৰ ওপৰত মোহ থকা ডেকাকেইটামানে দৃঢ়ভাৱে অভিমত প্ৰকাশ কৰিলে যে জোনাৰ নিচিনা ছোৱালী এজনী গোলাপে কেতিয়াও মিলিটাৰীক নেবেচে। সি নিজেই তাইক লৈ পলাইছে। আগৰে পৰা সিহঁতৰ হাট-বাট আছিল।

ইন্‌চাৰ্জেও সকলোবোৰ থানালৈকে ৰিপ'ৰ্ট পঠিয়ালে, আৰু জোনা আৰু গোলাপক যাতে পোৱা মাত্ৰে বন্দী কৰা হয় তাৰ নিৰ্দেশ দিলে। সিহঁত দুয়োটাৰে ওপৰত জামিনহীন গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰিলে। লগে লগে এখন ৱাৰেণ্ট প্ৰেমধৰৰ হাততো দিলে যাতে সি জোনাহঁতৰ কোনো সন্ধেদ পালেই স্থানীয় থানাৰ সহায়ত সিহঁতক এৰেষ্ট কৰাব পাৰে।

গাঁৱৰ প্ৰায় সকলোৱেই প্ৰেমধৰক কৰ্কৰ্থনা কৰিব ধৰিলে– সি এটা অমানুহ, এটা অপদাৰ্থ। তিৰোতাকনো কোনোবাই বিশ্বাস কৰে নে? আৰু গাঁৱৰ মাজত অচিনাকি মানুহক ঠাই দিয়াই সকলোৰে ভুল হৈছে। কিহৰ সঁজাত আছে? আজিকালি সকলো ভণ্ড, সকলো ঠগ।

প্ৰেমধৰে জোনা নোহোৱা শুদা ঘৰটোত সোমাই মাথোন তাৰ নিজৰ ভাগ্যকে দোষাৰোপ কৰিলে। লাজ, দুখ, বেজাৰত সি মৰাৰ নিচিনা হ'ল। সকলোৰে ওপৰত তাৰ খং উঠিল। সি তাৰ নেপালী খুকুৰিখন বলিয়াৰ দৰে ধৰাব ধৰিলে। য'তেই পাম, সিহঁত হালকে কাটিম। কিন্তু লগে লগে সন্দেহো হ'ল, কিজানিবা গোলাপে নিয়া নাই, মিলিটাৰীয়ে নিলে। সি বিবশ হৈ পৰিল।

জীৱনত ডাঙৰ আঘাত সি পোৱা নাছিল। এনে ধৰণৰ ডাঙৰ আঘাত কোনো দিনেই সি পোৱাও নাছিল, আশাও কৰা নাছিল। সেয়ে তাৰ অসহ্য লাগিল। কিবা এটা অসম্ভৱ প্ৰতিজ্ঞা কৰি পেলাবৰ মন গ'ল তাৰ। কিন্তু কি কৰিব, সি নিজেই ভাবি নেপালে। কিন্তু বাৰে বাৰে সি নিজকে ক'লে, "ময়েই দায়ী, মই অপদাৰ্থ, মই পিতৃ হোৱাৰ শক্তি হেৰুৱাই পেলাইছোঁ। জোনাক এটা সন্তান লাগে। হয়তো সেই সন্তান লাভৰ আশাতে– কিন্তু সেই বুলি তাই ইমান ডাঙৰ বিশ্বাসঘাতকতা কৰিলে! ইমান ডাঙৰ বিশ্বাসঘাতকতা কৰিব পাৰিলে! ইমান চঞ্চল নাৰী জাতি!"

## পোন্ধৰ

জোনা যদিও পুৱা সোনকালে শুই উঠিল, মাখন আৰু গোলাপ দুয়োটা বহুত পৰলৈকে শুলে। মাখনৰ টোপনি পলমকৈ আহিছিল। গোলাপৰ বহুত দিনৰ ভাগৰ আজি ৰাতিহে যেন অলপ পাতলিল।

শুই উঠি দেখে শেষ-ৰাতিৰ পৰা বৰষুণ দিছে। চোতালত পানী। আজি দিনটো হয়তো বৰষুণ দিব।

এনেকুৱা বৰষুণ-বতৰ হ'লে অন্যদিনা মাখনে কিতাপ পঢ়ি পঢ়ি, শুই শুই দিনটো কটাই দিয়ে। আজি কিন্তু তাৰ ঘৰত আলহী। অকল গোলাপ হোৱা হ'লে বিশেষ ভাবিবলগীয়া নহ'লহেঁতেন, অলপ সমস্যাৰ উদ্ভৱ হ'ল জোনাক লৈ।

ডঙুৱা মানুহৰ ঘৰ, গাঁৱলীয়া ঠাই। বাৰীত চকোৱা নাই, খিৰিকীতো পৰ্দা নাই। মুঠতে এজনী ছোৱালী থাকিবৰ কাৰণে যিখিনি সাধাৰণ আৱৰণৰ প্ৰয়োজন তাৰ একোৱেই নাই মাখনৰ ঘৰত।

নদীখনো তাৰ ঘৰৰ পৰা অলপ আঁতৰত। অকলশৰে নদীলৈ গৈ গা ধোৱাটোও জোনাৰ কাৰণে অশোভনীয়, আৰু মাখনৰ কাৰণে অবাঞ্ছিত কথা।

অলপ অসুবিধাতে পৰা গ'ল। মাখনে সাম্প্ৰতিকে সৰু ল'ৰাৰ হতুৱাই জোনাই গা ধুবলৈ ৰান্ধনি-ঘৰৰ মূৰতে দুবাল্টি পানী থোৱালে। সিফালে চাম-শলখ আৰু কেঁইজোপামান বগুলী এৰাৰ গছ আছে, অলপ আঁৰ হয়। অৱশ্যে এফালে মুকলি হৈয়ে থাকে।

কিন্তু বিশেষ সঙ্কোচ নকৰাকৈ বৰং অলপ তৃপ্তিৰেই যেন জোনাই গা ধুলে। গা ধুই উঠি নতুন কাপোৰ-কানি পিন্ধাৰ পিছত যেতিয়া শুকাবৰ কাৰণে দীঘল, ক'লা চুলিখিনি মেলি দি জোনা পাছফালৰ বাৰাণ্ডাডোখৰত বহিল, তাইৰ ৰূপ যেন দহগুণ হৈ উজলি উঠিল। মাখনে গোলাপৰ নিৰ্বাচন আৰু ভাগ্যক অভিনন্দন জনালে। বিয়া কৰালে এনেকুৱা ৰূপহীকে বিয়া কৰাব লাগে। জোনাৰ নিচিনা এজনী ছোৱালীয়ে এটা ডেকাৰ জীৱনক সাৰ্থক কৰি দিব পাৰে, ধন্য কৰি দিব পাৰে।

জোনাই বুজি পাইছিল যে মাখনে ইটো-সিটো কৰাৰ লগে লগে ঘূৰি ঘূৰি তাইকেই চাইছে। তাই নিজকে আৰু কমনীয় কৰি তুলিবৰ কাৰণে এনেয়ে যেন মুখৰ হাঁহিটো বিৰিঙাই ৰাখিলে। তিতা চুলিৰ ওপৰত ওৰণি লোৱাৰ কোনো অৰ্থ নহয়। চুটি হাতৰ চোলাটোৰ পৰা মুক্ত বাহু দুটা তেজাল আৰু পুৰঠ। আৰু জোনাৰ শৰীৰৰ গঠন ইমান গঢ়িত যে এনে এজনী ছোৱালী মাখনে আগেয়ে ক'তো দেখা নাই যেনেই অনুভৱ কৰিলে।

মাখনে ভাবিলে যে জোনাৰ পৰিচয় বিচৰা এটা একেবেলিয়ে অপ্ৰয়োজনীয় কথা হ'ব। জোনাক গোলাপে বিয়া কৰাইছে, জোনা তাৰ বন্ধু-পত্নী, তদুপৰি জোনা তাৰ ঘৰত আলহী। আলহীৰ আঁতি-গুৰি মাৰি চিনাকি বিচৰা অশোভন।

বৰষুণ ধাৰাসাৰে দি আছে, আজি এৰাৰ কোনো সম্ভাৱনা নাই, নতুন বাৰিষা আৰম্ভ হৈছে। মাখনৰ ঘৰৰ বাহিৰলৈ ওলাই যাবৰ কোনো উপায় নাই।

দুপৰীয়া ভাত খাই উঠি বিছনাত এনেই কাতি হওঁতে জোনা সেইপিনেই টোপনি গ'ল। পাছফালৰ বাৰাণ্ডাডোখৰতে, বাহিৰৰ বৰষুণজাকৰ ফালে চাই চাই মাখন আৰু গোলাপ বহি থাকিল।

কিন্তু মাখনৰ নিজৰ ক'বলগীয়া একো নাছিল। গোলাপহঁতৰ কাহিনীহে তাৰ শুনিবৰ মন গ'ল। অৱশ্যে গোলাপে যে কিমান সঁচা কথা ক'ব সেই বিষয়ে মাখনৰ সন্দেহ আছিল। কাৰণ গোলাপক সি সৰু কালৰে পৰা জানে। সাজি কোৱা কথাবোৰো সি সঁচা কথাৰ নিশ্চয়তা দি কয়। তথাপি গোলাপৰ ৰহস্যময় কথাবোৰ মাখনে কাণপাতি শুনি গ'ল। "... তাৰ পিছত আমি দুয়ো দেখিলোঁ যে আমি তাৰ পৰা আঁতৰি অহাৰ বাহিৰে আৰু অন্য উপায় নাই। মোৰ সিমান ইচ্ছা নাছিল, কিন্তু জোনাই আৰু এদিনো নেথাকোঁ বুলি ধৰিলে।

আৰু প্ৰেমধৰৰ লগতনো কোন ছোৱালী থাকিব। সদায় পুৱা-গধূলি মাৰ-পিট কৰিব, ৰাতি ঘৰৰ পৰা বাহিৰত উলিয়াই দুৱাৰ বন্ধ কৰি থ'ব। কেইদিন তাই আহি ৰাতি-দুপৰত মোক মাতি নিছেহি দ্বন্দ্ব ভাঙিবলৈ। তাৰ উপৰি আৰু কি কৰিছিল জান? জোনাৰ ল'ৰা-ছোৱালী নাই কাৰণে সি পামত থকা মানুহ এঘৰৰ ময়না নামৰ ছোৱালী এজনীক বিয়া কৰাবৰ বন্দৱস্তও কৰিছিল। জোনাক বেচিবৰ কাৰণে কেইটামান মিলিটাৰীও ঘৰলৈ আনি জোনাৰ হতুৱাই চাহপানী দিয়াইছিল –"

মাখনৰ সন্মুখত অমাৰ্জনীয় দোষত অপৰাধী এটা ক্ৰুদ্ধ মানুহৰ ছবি ভাহি উঠিল। গোলাপে কোৱা কথা কিমানখিনি সঁচা জুখি চাবৰ প্ৰয়োজন সি বোধ নকৰিলে। বেছ উৎসাহিতভাৱে গোলাপে কৈ গ'ল ঃ "এদিন আৰু জোনাক মিলিটাৰী এটালৈ বেচি দিবৰ কাৰণে সকলো দিহা কৰিয়ে পেলালে। ভাগ্যে সেই দিনা মই গাঁৱৰ বাহিৰলৈ ওলাই গৈছিলোঁ। বাটতে মিলিটাৰী এটাই প্ৰেমধৰৰ ঘৰ কোনফালে বুলি সোধাত ময়ো তাক সুধিলোঁ, প্ৰেমধৰৰ ঘৰৰ ঠিকনা তাক কেলেই? তেতিয়া মিলিটাৰীটোৱে মোক এখন দহ-টকীয়া নোট উলিয়াই দিলে আৰু ক'লে ঃ 'আমি প্ৰেমধৰৰ মাইকীজনী তিনিশ টকাত কিনি লৈছোঁ। আজি ৰাতি গাড়ী আনি লৈ যামহি! অলপ সহায় কৰি দিব লাগে।' মই টকাকেইটা লৈ তাক সহায় কৰিম বুলি কৈ ঘূৰাই পঠিয়ালোঁ।"

স্বাভাৱিক সুৰত কথাবোৰ গোলাপে কৈ গৈছে। মাখনে মনতে ভাবিলে প্ৰেমধৰতকৈ ডাঙৰ আৰু অধম জীৱ এটা পৃথিৱীত কোনোকালে নহ'ব।

"সেইদিনাই, অলপ আন্ধাৰ হোৱাৰ লগে লগে আমি পলালোঁ। মোৰতো তেনেকুৱা বয়-বস্তু একো নাছিল, জোনায়ো তাইৰ কাপোৰ-কানিৰ টোপোলাটো আৰু আ-অলঙ্কাৰ কেইডোখৰহে আনিলে।"

মাখনে যেন অলপ সকাহ পালে। বাস্তৱিকতে গোলাপটো বেয়া মানুহ হ'লেও, তাৰ মনুষ্যত্ব স্থান আছে। সি এজনী ছোৱালীৰ প্ৰাণ-মান-সন্মান ৰক্ষা কৰিবৰ কাৰণে কম দুঃসাহসৰ কাম কৰা নাই!

বৰঘুণজাক দি আছে। হয়তো ইতিমধ্যে জোনাৰ টোপনি ভাগিছিল, কিন্তু আলোচনাৰ বিষয়টো কাণত পৰিয়ে হয়তো জোনাই চকু নেমেলাকৈ টোপনি অহাৰ দৰে বিছনাতে পৰি থাকিল। সামান্যভাৱে গাৰ পৰা নামি অহা চাদৰখন যেন জানি-শুনিয়েই থাকিবলৈ এৰি দিলে।

"তাৰ পিছত তহঁতে কি কৰিলি?"

"বৰপদুমণিৰ পৰা চাৰে চাৰি মাইল আঁতৰত ৰেল-ষ্টেচন নহয়; আমি ক'লৈ যাম একো ঠিক কৰিব নোৱাৰি তালৈকো গ'লোঁ। ষ্টেচনত অলপ পৰ ৰোৱাৰ পিছতে ৰেল আহিল। আমি ৰেলত উঠি গুচি আহিলোঁ। বৰ ভয় লাগিছিল, গাঁৱৰ কোনোবাই লগ পায় বুলি। পিছে কপাল ভাল আমাক কোনোৱে নেপালে।

আজি এমাহেই হ'ল, পলায়ে ফুৰিছোঁ বুলিব লাগে ।ৰাতিটো য'তে-ত'তে কটাওঁ, দিনতহে অসুবিধা হয়।"

"পিছে মানুহক কি বুলি চিনাকি দিয়?"

"কি বুলি দিম আৰু। যিদৰে আছোঁ, সেই বুলি।"

দুয়োটা মনে মনে থাকিল। জোনাক গোলাপে বিয়া কৰোৱা নাই। লোকৰ বিবাহিতা তিৰোতা এজনী সিনো কেনেকৈ বিয়া কৰাব? আইন-সমাজ সকলোৱে তাক নধৰিব নে? আৰু আইনতকৈ সমাজহে বেছি চোকা। প্ৰেমধৰে মানি ল'লেও সমাজে মানিব কিয়?

"পিছে ক'ৰবাত যদি ধৰা পৰি যাৱ?"

"সেই ভয়তেতো পলাই পলাই, বিচাৰি বিচাৰি তোৰ ইয়াত ওলাইছোঁহি। উঃ কি কষ্টেৰে যে আহিলোঁ! খোৱাৰ ঠিক নাই, শোৱাৰ ঠিক নাই, জোনাজনীয়ে যে খোজকে কাঢ়িব নোৱাৰিব যেন দেখিছিলোঁ আৰু।"

গোলাপে অবাঞ্ছিতভাৱে জোনাৰ জীৱনৰ দায়িত্ব লৈছে। জোনা লোকৰ তিৰোতা, লোকৰ তিৰোতা এজনীক লৈ সি সংসাৰ আৰম্ভ কৰিব খুজিছে। হয়তো জোনাৰ দুৰ্ভগীয়া জীৱনটোৰ প্ৰতি তাৰ মৰমৰ অনুভূতিবোৰেই তাক এই কাম কৰিবলৈ বাধ্য কৰিছে।

বিয়া নকৰোৱাকৈয়ে জোনা আৰু সি একেলগে আছে। উচিত হৈছে জানো? কিন্তু জোনাক উদ্ধাৰ কৰিবৰ কাৰণে অন্য পথ আছিল জানো?

মাখনে নানা কথা চিন্তা কৰিলে। জোনায়ো যদি গোলাপক ভাল নেপালেহেঁতেন, তেন্তে এনে দুঃসাহসৰ কাম কৰিলেহেঁতেন কেনেকৈ? তায়োতো তাৰ লগতে কম কষ্ট ভোগ কৰা নাই। ৰাতি ৰাতি, পলাই পলাই আজি প্ৰায় এমাহে তাই গোলাপৰ লগে লগে অনিৰ্দিষ্টভাৱে ঘূৰি ফুৰিছে। খোৱাৰ ঠিক নাই, শোৱাৰ ঠিক নাই, গভীৰভাৱে গোলাপক ভাল নেপালে, একান্তভাৱে তাৰ ওপৰত বিশ্বাস স্থাপন কৰিব নোৱাৰিলে, জোনাই এনে এটা কাম নিশ্চয় কৰিব নোৱাৰিলেহেঁতেন।

ইতিমধ্যে জোনাৰ ঘুমটি ভাগিল। কাপোৰ-কানি ভাল কৰি লৈ জোনা বিছনাতে বহিল আৰু এনেই অকাৰণতে ধুনীয়াকৈ হাঁহিলে। মাখনৰ টোপনিৰ পৰা উঠা জোনাজনীক দেখি ভাল লাগিল। যেন কোনোবা এজনী তাৰ বহুত দিনৰ পৰিচিত ছোৱালী তাৰ বিছনাৰ ওপৰত বহি আছে।

বৰষুণ এবাৰ সম্ভাৱনা নাই। বহি থাকি মাখনৰ আমনি লাগিল। কিবা দুআষাৰমান কথা জোনাৰ লগত পাতিবৰ মন গ'ল তাৰ। কালিৰ পৰা যেন সি তাইক একাষৰীয়া কৰি থৈছে। কিন্তু কি কথা পাতিব? পাতিবলগীয়া কথা সি গোলাপৰ লগত পাতিলেই। আৰু নিজ মুখে সিহঁতে কথাবোৰ ক'বলগীয়া হ'লে জোনাই হয়তো অস্বস্তিয়েই অনুভৱ কৰিব।

চিন্তাৰ সোঁতত বাধা জন্মাই গোলাপে ক'লে, "আহিবৰ সময়ত পইচা-পাই বিশেষ একো আনিব নোৱাৰিলোঁ। সময়কে কৰিব নোৱাৰিলোঁ। আৰু গাঁৱৰ মানুহে ধাৰে নিয়া যি পইচা পাবলগীয়া আছিল, সেইবোৰো বিচাৰিবলৈ নহ'ল। বিচৰা হ'লে হয়তো সন্দেহ কৰিলেহেঁতেন।"

"ভালেই কৰিলি –" এনেই মাখনে ক'লে।

"এৰা, পিছে এতিয়া এপাক গৈ দুটামান পইচা লৈ নাহিলে অসুবিধা হ'ব।"

"তইচোন এতিয়াই সেইবোৰ চিন্তা কৰিব নেলাগে। দুদিনমান ইয়াতে থিত ল। তাৰ পিছত পইচা বিচাৰি যাবি। আৰু সেই ঠাইৰ মানুহৰো তহঁতৰ ওপৰত খং উঠি থাকিব পায়।"

"নহয়, মই তালৈ এতিয়া নেযাওঁ। ধৰা পৰিব লাগিলে বিপদহে আছে। এইফালে এটা মানুহৰ পৰা মই টকা দুশ পাবলগীয়া আছে –"

মাখনে গোলাপৰ প্ৰস্তাৱটো বৰ ভাল নেপালে। গোলাপ আৰু জোনাক, তাৰ ল'ৰাকালৰ বন্ধু আৰু এজনী ধুনীয়া ছোৱালীক সি নিশ্চয় কিছুদিন নিজৰ আৰ্জনেৰেই খুৱাব পাৰিব। সিহঁতে যদি তাক ইমান নিচলা বুলি ভাবিছিলেই, তেন্তে সিহঁত ইমান কষ্ট কৰি ইমান ঘূৰি-পকি তাৰ ঘৰত ওলালহি কিয়?

জোনাই দুয়োটাৰ কথাৰ মাজতে যোগ দি সৰুকৈ ক'লে, "আপুনি খুৱাব নোৱাৰে বুলি পইচা বিচাৰি যাবলৈ কোৱা নাই। পাবলগীয়া পইচা নিবিচাৰিলে আৰু এতিয়াই হাতত দুটামান পইচা গোটাই নল'লে সদায় চলিব জানো?"

মাখনে মনে মনে থাকিল। জোনাৰ কথাৰ প্ৰতিবাদ কৰাৰ কোনো প্ৰয়োজন নাই ! সি এবাৰ জোনাৰ মুখলৈ চাই তলমূৰ কৰিলে।

গোলাপ আৰু জোনা– দুয়োটাই ইটোৱে সিটোক গভীৰভাৱে ভাল পায়, নহ'লে ইহঁতে এনে মৰ-সাহ কৰি ঘৰ-বাৰী সকলো এৰি এইদৰে পথত ভৰি দিব কিয়? আজি সিহঁতৰ একো নাই। ঘৰ নাই, সমাজ নাই, ধন-পইচা নাই, মাত্ৰ দুয়োটাৰে জীয়াই থকাৰ সম্বল আছে– গভীৰ প্ৰেম। এই প্ৰেমেৰেহে সিহঁতে জীয়াই থকাৰ সঙ্কল্প লৈছে। এই প্ৰেমকে অৱলম্বন কৰি সিহঁতে জীৱনৰ নতুন নীড় ৰচনা কৰিবলৈ লৈছে। প্ৰেমৰ ওপৰত সিহঁত দুটাৰ কিমান গভীৰ আস্থা! সিহঁতৰ জীয়াই থকা আৰু প্ৰেম দুয়োটাই বিপদ-সঙ্কুল!

মাখনে উপন্যাসত পঢ়া কোনোবা কাহিনীৰ লগত ইহঁতৰ ৰিজনি বিচাৰিলে। ইহঁতে ভাল পাবলৈ শিকিলে যেতিয়া জীয়াই থাকিবলৈও শিকিব পাৰিব!

বৰষুণ দিয়া দুটা দিন আৰু দুটা ৰাতি পাৰ হৈ গ'ল। জোনা মাখনৰ ওচৰত সহজ হৈ পৰিছে। সঙ্কোচ আছে, কিন্তু মাখনৰ ভিতৰত সহজ মানুহটোক তাই যেন প্ৰথম দেখাতে চিনি লৈছে।

মাখনৰ ভিতৰত আদৰ্শবাদী কবি মানুহটোৱে ইহঁতহালক কেন্দ্ৰ কৰি নানা কথাকে ভাবি পেলালে। অন্তৰভৰি সি গোলাপক অব্যক্ত অভিনন্দন জনালে– জীৱনত সি জয়ী হৈছে। জোনা যে এজনী আনৰ লগত বিবাহিতা তিৰোতা, তাইৰ যে আন এটা সুকীয়া পৰিচয় আছে, এই কথা জানিও যেন মাখনে তাক মানি লোৱাৰ কোনো প্ৰয়োজন বোধ নকৰিলে। জোনা গোলাপৰ কাৰণে অকণো পুৰণি হোৱা নাই।

জোনা আৰু গোলাপৰ লগত মাখনে বহুত কথা পাতিলে। দুটা বৰষুণ দিয়া দিন সিহঁতৰ কাহিনী শুনি সি কটাই দিলে। অৱশেষত মাখনে অনুভৱ কৰিলে যে জোনাহঁতে ঠিক সিদ্ধান্তকে কৰিছে। কিছুদিনৰ কাৰণে জোনাহঁত তাৰ এই ঘৰতে থাকিব। মাখন নিজে অকলশৰীয়া মানুহ, তাতে সি প্ৰায়ে টাউনলৈ নগ'লেও নচলে, মফচললৈও যাব লাগে। গতিকে সি থাকিলে জোনাহঁতৰ, বা জোনাহঁত থাকিলে তাৰ কোনো অসুবিধা নহ'ব। গোলাপৰ দুই-তিনি ঠাইত টকা পাবলগীয়া আছে। সি কষ্টৰ ওপৰতে কষ্ট কৰি পইচাখিনি গোটাই আনিব, তাৰ পিছত সিহঁতৰ ইচ্ছা মতে সিহঁতে এখন সংসাৰ ৰচনা কৰিব– প্ৰেম আৰু শান্তিৰ এখন নতুন সৰু জগত। ইহঁতহালক সহায় নকৰিবৰ সি কোনো কাৰণ নেদেখিলে। নিশ্চয়, প্ৰেমিক-প্ৰেমিকাৰ বহুত শত্ৰু। কিন্তু মাখনে সিহঁতৰ শত্ৰুতা নকৰে।

গোলাপ এসময়ত বেয়া ল'ৰা আছিল। কিন্তু তাৰ বহুত পৰিৱৰ্তন হৈছে। তাৰ ভিতৰত শুই থকা ভাল মানুহটো সাৰ পাই উঠিছে। আৰু তাৰ কাৰণে দায়ী এই জোনা নামৰ ধুনীয়া, সৰল গাঁৱলীয়া ছোৱালীজনী। তাই গোলাপৰ ভিতৰত এটা নতুন মানুহৰ, এটা প্ৰেমিকৰ জন্ম দিছে!

মাখনে জোনাৰ প্ৰতিটো কথা, প্ৰতিটো কামক সমৰ্থন কৰাৰ প্ৰয়োজন অনুভৱ কৰিলে। জোনাৰ জন্ম হৈছিল গোলাপৰ কাৰণে– প্ৰেমধৰৰ কাৰণে নহয়।

তাৰ পিছত জোনাই যেতিয়া সহজভাৱেই মাখনক ককাইদেউ বুলি মাতিলে, তেতিয়া গোলাপৰ লগত থকা তাৰ অন্য সম্পৰ্ক পাহৰি গৈয়ে সি জোনাক মাতিলে ভনী বুলি। এৰা, জোনা মোৰ ভনী।

## যোল্ল

প্ৰথম বাৰিষাৰ বৰষুণ নেৰে। চোতালৰ ধূলিবোৰ কোমল বোকা হয়। মনলৈ সজীৱতা আহে। কিন্তু বাহিৰলৈ ওলাবৰ সুবিধা নাই। বাট-পথত বোকা।

তথাপি ডিউটি কৰিব লাগে। মাখনৰো ডিউটি আছে। ৰাতি শুই শুই মাখনে কৰিবলগীয়া কামৰ কথাকে ভাবিছিল, অপ্রিয় হ'লেও জীৱিকাৰ কাৰণে কৰিবলগীয়া কাম নকৰিলে আমাৰ নচলে। ৰ'দ-বৰষুণ জীৱনৰ বাহিৰত নহয়, জীৱনৰ নিশ্বাসৰ লগত সেইবোৰ অঙ্গাঙ্গীভাৱে মিলি আছে। প্রকৃতিৰ হেজাৰ বৈচিত্র্যৰ মাজেদিয়ে জীৱনৰ বিকাশ।

গোলাপ আৰু জোনাৰ কথাত সন্দেহৰ কোনো অৱকাশ নাই নে? মাখনে ঘূৰাই ঘূৰাই চিন্তা কৰিব ধৰিলে। গোলাপে হয়তো সকলো সঁচা কথা কোৱা নাই। কিন্তু জোনাই? জোনায়ো জানো তাৰ আগত মিছা কথা কৈছে? কিন্তু তাৰ আগত মিছা কৈ সিহঁতৰ কি লাভ হ'ব? সিতো সিহঁতৰ জীৱনৰ সুখ-দুখৰ ভাগ ল'বলৈ নেযায়।

তথাপি মাখনে অনুভৱ কৰিলে যে গোলাপ আৰু জোনা আহি তাৰ ঘৰত লুকাই থকাৰ কথা (লুকাই থকা জানো?) সেই ঠাইৰ বহুতেই জানিছে যেতিয়া, কথাটোত ৰহস্য ৰাখি থোৱা জ্ঞানীৰ কাম নহ'ব।

পিছদিনা পুৱা চাহ খাই উঠি মাখন ওলাই গ'ল। গোটেই ৰাতিটো বৰষুণ দি পুৱালৈ অলপ থামিছে।

ইন্‌চার্জ গোস্বামীয়ে হাঁহি নির্ভয় দি ক'লে, "এৰা, কোনো কোনোৱে মোক সুধিছে প্রকৃত ঘটনাটো কি? আপুনিও অহা নাই, ময়ো আপোনাৰ ঘৰত আলহী দেখি যাবলৈ ভাল পোৱা নাই, তাতে যি নেৰানেপেৰা বৰষুণ –"

"এৰা, বৰষুণৰ কাৰণেই ময়ো আহোঁ আহোঁ কৰিও আহিব পৰা নাছিলোঁ। পিছে মই কিবা কৰিব লাগিব নেকি?"

"আপুনি কি কৰিব লাগিছে! ছোৱালীজনী নহ'লেও ল'ৰাটোতো আপোনাৰ চিনাকি?"

"আমি একেখন গাঁৱৰে ল'ৰা। সৰুৰে পৰা একে লগেই ডাঙৰ-দীঘল হোৱা। সি সৰুতে পঢ়া-শুনা এৰি দিলে শুনেছে –"

"বাৰু, মইতো গম পালোঁৱেই। আপুনি এটা কাম কৰিব –" অলপ অফিচিয়েল গাম্ভীর্যৰে ইন্‌চার্জে ক'লে, "যিকেইদিন আছে থাকক, সিহঁত যদি ক'ৰবালৈ যায়, তেন্তে আপুনি মোক খবৰটো দিব। কিবা যদি গণ্ডগোল আছে, মই বাৰু সিহঁতৰ থানালৈও এটা খবৰ পঠিয়াম।"

"আপুনি এবাৰ মোৰ ঘৰলৈ যাব নোৱাৰিব নে?"

"দৰকাৰ হ'লে পাৰিম, কিয়নো?"

"সিহঁত দুটাক থানালৈ পঠাই দিব পাৰিলোহেঁতেন। পিছে, তেনে কৰিলে সিহঁতে জানো মনতে বেয়া নাপাব। পলাই আহিলেও সিহঁত এতিয়া মোৰ আলহী –"

"ময়ে যাম, ময়ে যাম। সিহঁতক পঠিয়াব নেলাগে। হাজাৰ হওক আলহী যেতিয়া থানালৈ পঠিয়াই দিলে নিশ্চয় বেয়া পাব।"

সেইদিনা আবেলিয়ে ইন্‌চাৰ্জ গোস্বামী, ডাক্তৰ আৰু শৰ্মা মাখনৰ ঘৰলৈ আহিল। অন্যান্য কথা-বতৰা হোৱাৰ ছলেৰে ইন্‌চাৰ্জে জোনাৰ লগত আৱশ্যকীয় দুই-চাৰিটা কথা পাতিলে— পুলিচ বিভাগৰ আৱশ্যকীয় প্ৰশ্ন। উত্তৰ দিবৰ সময়ত অকণো অপ্ৰস্তুত নোহোৱাকৈ জোনাই উত্তৰ দি গ'ল।

মাজতে ইন্‌চাৰ্জে সুধিলে, "এখেতক আগৰে পৰা চিনি পোৱা নহয়?"

"নেপাওঁ। পিছে তেখেতে (গোলাপে) কেতিয়াবা এখেতৰ কথা কয়।"

"কি কয়নো?"

"কয় যে, এখেতে ডাঙৰ কাম কৰে। বিপদে-আপদে আমি সহায় পাম। আৰু আমি ঘৰৰ পৰা আহিবৰ পিছতো ক'লৈ যাম কোনো ঠিক নাছিল কাৰণে, বহুত ভাবি-চিন্তি ইয়ালৈকে অহা ঠিক কৰিলে।"

"পিছে ইয়াতে এতিয়া সদায় থাকিবা নে?"

"ক'ৰবাত ঘৰ এটাৰ দিহা কৰিব পাৰিলেই আমি যামগৈ। ইয়াত এখেতৰ বহুত অসুবিধা নহয়।"

ইন্‌চাৰ্জহঁত অহাৰ আগতে গোলাপ কোনোবা ফালে ওলাই গৈছিল।

"গোলাপ কোনফালে গ'ল জোনা?" মাখনে সুধিলে।

"জানো, কোনোবাফালে গৈছে।"

"বাৰু, একো কথা নাই। পিছে ইয়াত থাকি কিবা বেয়া পাইছা নেকি?"

"একো বেয়া পোৱা নাই।"

"অ' বাৰু বাৰু –"

মাখন আশ্বস্ত হ'ল। গোস্বামী পুলিচ হ'লেও মানুহ। আৰু জোনায়ো কোনো মিছা কথা কোৱা নাই।

নাই, জোনাই গোলাপকো ভাল মানুহ কৰি পেলাইছে।

ৰাতি অলপ পলমকৈ ক'ৰবাৰ পৰা গোলাপ ওলালহি।

"ক'লৈ গৈছিলানো?" ফুচফুচাই অলপ অভিযোগৰ সুৰত জোনাই গোলাপক সুধিলে।

"অলপ ওলাই গৈছিলোঁ, কি হ'ল?"

"পুলিচ আহিছিল –"

"পিছে কি ক'লে –"

মাখনে আৰু সিহঁতৰ কথালৈ কাণ নিদিলে। কালিলৈ পুৱা সি দিনটোৰ কাৰণে কামত ওলাই যাব লাগিব। গতিকে এতিয়া সোনকালে শুই থকাই ভাল।

সৰু ল'ৰাক মাতি সি ক'লে যে খুব সোনকালে সি ওলাই যাব। গতিকে জোনা আৰু গোলাপৰ যেন কোনো ৰকমৰ অসুবিধা নহয়।

গোলাপ আহি সুধিলে, "তই কাইলৈ কোনোবা ফালে যাবি নেকি?"

"যাব লাগিব। এইকেইদিন বৰষুণৰ পৰা কেনিও ওলাবই পৰা নাই নহয়। চৰকাৰী চাকৰি জানো এনেকৈ চলিব?"

"এৰা, বৰষুণৰ কাৰণেই ময়ো কেনিও ওলাব নোৱাৰা হ'লোঁ।" গোলাপে ক'লে।

গোলাপ আৰু জোনা এতিয়া আৰু তাৰ ঘৰত গোপনে লুকাই থকা নাই। পুলিচেও গম পাইছে। ডাক্তৰহঁতে জানিছে। গতিকে সিহঁত দুটাক তাৰ ঘৰত এৰি যোৱাত বিশেষ কোনো দুৰ্ভাৱনাৰ কাৰণ নাই। কোনোবা এখন সমাজত সিহঁতৰ ঠাই নহ'ল বুলি যে ইয়াতো নহ'ব, তাৰ কোনো অৰ্থ নাই।

গোলাপ আৰু জোনা শুলে। মাখনেও শোৱাৰ আয়োজন কৰিলে।

মাখন বিছনাত পৰিছিল, এনেতে জোনা উঠি আহি তাৰ কাষ পালেহি।

"কি হ'ল জোনা?"

"একো হোৱা নাই।" অলপ ৰৈ জোনাই সুধিলে, "পুলিচে বাৰু কিবা কৰিব নেকি?"

"কি যে আঁকৰী! পুলিচে আকৌ কি কৰিব!"

"আমাৰ তাৰ থানালৈ যে খবৰ পঠিয়াম বুলিছে?"

"ও,খবৰ পঠিয়াবতো, তেতিয়াহে তোমালোক একেবাৰে নিৰ্ভয় হ'বা। তেতিয়া আৰু কোনোৱে তোমালোক পলাই ফুৰিছা বুলি ভাবিব নোৱাৰিব।"

"তেনেহ'লে একো ভয় নাই?"

"এতিয়া শুই থাকাগে যোৱা, কিবা থাকিলে অথনি দাৰোগাই ক'লেহেঁতেন নহয় –"

জোনা গুচি গ'ল। মাখনে মনে মনে হাঁহিলে। গাঁৱলীয়া ছোৱালী, পুলিচ বুলিলে ভয় খাবই।

কিন্তু বিছনাত পৰি মাখনে ভাবিলে– ইহঁত দুটাৰ এতিয়াও ইমান ভয় আৰু সন্দেহ আছে কিয়? এতিয়াও ইহঁতে কিবা তাৰ পৰা লুকুৱাই ৰাখিছে নেকি? যদি ৰাখিছে তাৰ বাবে কিন্তু সি দায়ী নহয়।

মাখন শুলে। কালিলৈ পুৱাতে সি যাব লাগিব।

জোনা আৰু গোলাপৰ নিজৰ সুকীয়া সমস্যা কিবা থাকিব পাৰে, তাৰ বাবে মাখনৰ টোপনি খতি কৰাৰ দৰকাৰ নাই। এই দূৰণীয়া ঠাইত সিহঁত তিনিওটা আলহী। সময় হ'লে, নিজৰ নিজৰ বাটত গুচি যাব। জোনা আৰু গোলাপো তাৰ আলহী। সিহঁতৰ নিজৰ ঘৰৰ সন্ধানত সিহঁত এদিন গুচি যাব। নেথাকে।

## সোতৰ

প্ৰেমধৰৰ কান্দোন-কাতোনৰ কাৰণে নহ'লেও, নিজৰ কৰ্তব্য বুলিয়ে দাৰোগাই জোনাক লৈ গোলাপ পলাই যোৱাৰ তদন্তৰ কাৰণে আৱশ্যকীয় ব্যৱস্থা কৰিলে।

অসমৰ সকলো থানালৈ ৰিপ'ৰ্ট পঠিয়ালে। আৰু সিহঁত দুটাক য'তে পোৱা যায় ত'তে এৰেষ্ট কৰিবৰ কাৰণে ৱাৰেণ্ট দিয়ালে।

. যিটো কথা প্ৰেমধৰৰ কাৰণে জীৱন-মৰণৰ কথা, সেইটো থানাৰ ইনচাৰ্জৰ কাৰণে মাত্ৰ এটা গতানুগতিক ৰুটিনৰ কথা। পুলিচ-বিষয়া তাত উদ্বিগ্ন বা অধৈৰ্য হ'বৰ কোনো প্ৰয়োজন নাই। তথাপি সাধাৰণ এহাল গাঁৱলীয়া ল'ৰা-ছোৱালীয়ে সকলোৰে চকুত ধূলি মাৰি ঘূৰি ফুৰিব পৰা দেখি ইন্‌চাৰ্জৰো অলপ খং উঠা স্বাভাৱিক। অৱশ্যে বাহিৰত সি প্ৰকাশ নেপালে। গহীন হৈ তেওঁ মাথোন মন্তব্য কৰিলে ঃ “ক'লৈ সাৰিব?”

এদিন পুলিচৰ গোপন বাতৰি-যোগনিয়াৰ এটাই এটা খবৰ দিলেহি যে ঘাটেয়ে কিছুদিনৰ আগতে এহাল ডেকা-গাভৰু নাৱেৰে নদী পাৰ হৈ গৈছে বুলি কৈছে, সিহঁতহালেই গোলাপ আৰু জোনা হ'ব পাৰে।

“সিহঁত ক'লৈ গ'ল ঘাটেয়ে নেজানে?”

“ক'লৈ গ'ল নেজানে। উত্তৰলৈ গৈছে।”

ইন্‌চাৰ্জে মানুহটোক বিদায় দি কনষ্টেবলক মাতি ক'লে, “প্ৰেমধৰৰ ঘৰ চিনি পাৱ নহয়।”

“ওঁ –”

“আৰু কোন আছে?”

“মাধৰাম।”

“তহঁত এতিয়াই যা আৰু প্ৰেমধৰক মই থানালৈ মতা বুলি ক'গৈ –”

কনষ্টেবলকেইটা যোৱাৰ পিছত থানাৰ ইন্‌চাৰ্জে কিবা এটা লিখাত মনোযোগ দিলে।

প্ৰেমধৰ পিছদিনা পুৱাহে আহিল।

“কি হ'ল? ঘৈণীয়েৰৰ কিবা খবৰ পালি?”

“নাই দেউতা, একো খবৰ নাই –”

“বিচাৰিছ জানো?”

“নিবিচাৰিনো আৰু কি কৰিছোঁ? কিন্তু সিহঁত দুটানো ক'ত লুকাল –”

“হেৰ, বিচাৰিবলৈ এৰ আৰু। তাইতো তোক এৰি গ'লেই। বিচাৰি পালিয়েই জানিবা, তাইক লৈ আৰু কি ঘৰ কৰিবি? আৰু তাইক ৰাখিব পাৰিবি জানো?”

“তাই নিজে যোৱা নাই দেউতা। সকলো সেই মাষ্টৰৰ কাম।”

“থ, থ, তোৰ ঘৈণীয়েৰ ভাল হোৱা হ'লে, অন্যৰ পলুৱাই নিবৰ সাহ আছে।”

“যেই হওক দেউতা, তথাপি মই তাইক বিচাৰি উলিয়াম। মই সুধিম তাই কিয় গুচি গৈছিল।”

ইন্‌চাৰ্জে হাঁহিলে। লগত যোৱা ডেকাটোৱে চিকুটি সোঁৱৰাই দিয়া মতে প্ৰেমধৰে জেপৰ পৰা ৰূপ পোন্ধৰ টকা উলিয়াই মেজত থ'লে।

ইন্‌চাৰ্জে কেৰাহিকৈ চাই টকাকেইটা জেপত ভৰালে, তাৰ পিছত ক'লে, "হেৰ, আমি থাকোঁতে ঘৈণীয়েৰ ক'লৈ পলাই সাৰিব? ওলাব বুজিছ?"

"হয় দেউতা –"

"তহঁত কোনোবা দুটা উত্তৰ পাৰলৈ যাব লাগিব। লগত মই আমাৰ চিপাহী দিম।"

"উত্তৰ পাৰলৈ দেউতা। তাই তেনেহ'লে?"

"ওঁ, সিহঁতহাল উত্তৰ পাৰতে কেনিবা লুকাই আছে। তাৰ পুলিচলৈ মই লিখিছোঁ দুই-এদিনতে গম পাম। পিছে তাৰ পুলিচৰ আগত তাই চিনাকি নিদিব পাৰে। গতিকে ইয়াৰ মানুহ যাব লাগিব।

"যাম দেউতা –"

"বাৰু এতিয়া যা। মই সময়মতে জনাম। তহঁত সাজু থাকিবি। আৰু সদায় যে শুদা হাতে আহ, মাষ্টৰক খুওৱাৰ লগৰ হাঁহ-পাৰবোৰ শেষ হ'ল নেকি?"

"দুখীয়া মানুহ দেউতা। বাৰু দেউতা। বাৰু দেউতা, আপুনি চিন্তা নকৰিব।"

প্ৰেমধৰ ঘৰলৈ আহিল। তাৰ মনৰ মাজত ক্ষীণ আশাৰ ৰেঙণি পৰিল। হয়তো তাৰ জোনাক সি ঘূৰাই পাব।

ইন্‌চাৰ্জে হয়তো সিহঁতৰ কিবা সম্ভেদ পাইছে। অলপ সৰহকৈ ধন খাবলৈ বিচাৰিছে। এৰা, ধন নোখোৱা পুলিচ ক'ত আছে? তাতে এইজন ধন খোৱাৰ যম। পাঁচোটা মানুহ কাটি চোতালত পেলাই থৈছে বুলি খবৰ দিলেও টকা নহ'লে এওঁ চাবলৈ নাহে। ফৰিয়াদীৰ ধন আগেয়ে হাত পাতি নোলোৱাকৈ আচামীৰ ধন নোচোৱেই। দদায়েক এজন হেনো মুনচিফ্। ঈশ্বৰে আৰু টকা দিলে পুলিচকহে। যেনিয়ে যায় তেনিয়ে টকা।

গাঁৱৰ কেইবাটাও মানুহ উত্তৰ পাৰলৈ যাবলৈ ওলাল। জোনাৰ বৰ বাপেকৰ পুতেক মহেশ্বৰ, আগেয়ে জোনালৈ আশা কৰা দেবেন্দ্ৰ, আৰু প্ৰেমধৰৰ মোমায়েকৰ পুতেক অকণো ওলাল। ব্যৱস্থা হ'ল যে প্ৰেমধৰ নিজে নেযায়– যোৱাৰ অসুবিধা আছে।

মহেশ্বৰ অলপ নগৰ-চহৰ, উকীল-হাকিম দেখা মানুহ। সি পৰামৰ্শ দিলে, "মই কৈছোঁ নহয়, সিহঁত ক'ত সাৰিব? পিছে এটা কথা। পা-পৰাচিতিৰ কথা বাদেই দিছোঁ, সিহঁতক কিন্তু এনেই এৰিব নোৱাৰি। এশিকন শিকাব লাগিব। সেই মাষ্টৰ, সিটো এবাৰ ফাটেক খোৱা মানুহ, পিছে এইবাৰ কমেও বাৰ বছৰ খুৱাব লাগিব। লোকৰ তিৰোতা পলুৱাই নিছে, 'চুচন' কে'চ হ'ব।"

প্ৰেমধৰে মোকৰ্দমালৈ অলপ ভয় কৰে। সি ক'লে, "মোকৰ্দমা পিছত হ'ব। পুলিচে যি কৰে কৰিব। এতিয়া তাইক বিচাৰি উলিয়াব পাৰিলেই হয়।"

"থ, থ, তাইক বিচাৰি পালেই হয়। হেৰ, মৰি যা, মতা হৈছিলি কিয়? তাই যাব ক'লৈ? আৰু তাই তিৰীমতি মানুহ, তাইৰ গাত কি জগৰ, সকলোৰে গুৰি হ'ল সেই মাষ্টৰ। দেখিছ, সি কেনেকৈ চকুতে বালি মাৰিলে। সদৌ গঞাখনক মুখত লঠিয়াই সি বাৰু কি কাণ্ডখন কৰিলে।"

দেবেন্দ্ৰই ক'লে, "মনে মনে নিমিলিলেই এইবোৰ হয়। তাইৰ বা মন আছিল ক'ত, বিয়া সোমাল ক'ত? তিৰী-জাতিৰ মন বিধাতায়ো বুজি নেপায়।"

অকণে বিশেষ চিন্তা নকৰাকৈয়ে ক'লে, "এৰা গাওঁখনত জানো তাই বিয়া হোৱাৰ অগতে কম উৎপাতখন লগাইছিল। গাঁৱৰ ডেকা ল'ৰাবোৰক জানো তাই চলক্-ভলক্ কৰি বলিয়া কৰা নাছিল !"

নিৰুপায়ৰ দৰে প্ৰেমধৰে ক'লে, "বিয়াৰ পিছত হ'লে তাই ভালেই আছিল। মাষ্টৰ আহিহে এইবোৰ লগালেহি। মাষ্টৰকো কিন্তু শুদাই নেৰিছোঁ।"

"অকল মাষ্টৰক কৰিলে কি হ'ব? সিহঁতৰ পৰিয়ালৰ গোটেইখনকে সাঙুৰিব লাগিব, তেহে। মই হোৱা হ'ল পুলিচলৈ বাট নেচাওঁ, ঢলিয়াই গলোহেঁতেন, এফালৰ পৰা। এতিয়াও ধৰা পৰিবলৈ দে, চাবি তাৰ কি গতি কৰোঁ।

## ওঠৰ

আবেলি আকৌ বৰষুণ আৰম্ভ হ'ল। ডাঙৰ বৰষুণ। বৰষুণতে তিতি আহি মাখন যেতিয়া ঘৰ সোমালহি, তেতিয়া অলপ ৰাতিয়েই হৈছে। বোকাত লুটি-পুটি হোৱা চাইকেলখন আগফালৰ বাৰাণ্ডাতে থৈ মাখন ভিতৰ সোমাই আহিল। তাৰ চোলা-কাপোৰবোৰ গাতে লিপিত খাই লাগি ধৰিছে।

মাখনৰ মেজখনৰ কাষতে জোনা বহি আছিল। মাখনে যেতিয়া সৰু ল'ৰাক মাতিলে ততাতৈয়াকৈ হাতত লেমটো লৈ জোনা ওলাই আহিল।

"ইস্, দেখোন তেনেই তিতিল –"

"এৰা, বৰষুণ এৰক বুলি ৰওঁতে ৰওঁতে বেছিহে হ'ল। সৰু ল'ৰা কেনি গ'ল?"

"দোকানলৈ যাব পায়। অলপ আগতে আছিল –"

তিতা গাৰেই কোঠালৈ সোমাব খোজা দেখি সহজভাৱে জোনাই ক'লে "ভিতৰলৈ নেলাগে আহিব। তাতে ৰওক, মই দিছোঁ কাপোৰ।"

কিন্তু কাপোৰ দিয়াৰ পৰিবৰ্তে জোনা কোঠাৰ পৰা ওলাই ৰান্ধনি ঘৰলৈ গ'ল। আৰু পানী দুবাল্টি আনি বাৰাণ্ডাতে ৰাখিলে।

"গাটো ধুই লওক –"

"এৰা, বহুত বোকা লাগিল।"

জোনাই গা-ধোৱা চাবোনডোখৰ আনি থলেহি।

মাখনে গা ধোৱাত লাগিল। জোনাই গামোচা-কাপোৰ বিচাৰি ওচৰতে থ'লে, তাৰ পিছত ৰান্ধনি-শালত সোমাল।

জীয়াই থকাৰ এটা নিয়ম আছে। কোনোবা আত্মীয় অপৰিচিতায়ো আমাক জীয়াই ৰখাৰ নিয়ম শিকাব পাৰে। কিন্তু সৰু ল'ৰাই এই নিয়ম বুজি নেপায়। সকলো কথাৰ কাৰণে, সকলো কামৰ কাৰণে তাক চিঞৰি মাতিব লাগিব, চিঞৰি ক'ব লাগে।

জোনাক নেলাগে!

মাখনে মূৰ ফণিয়াবলৈ ধৰিছিল, জোনাই চাহ-পিয়লা মেজত থৈ সৰুকৈ ক'লে, "চাহটোপা খাই লওক। আৰু কিবা খাব জানো?"

মাখনে তৃপ্তি পালে। হয়তো সি নিজেই বুজা নাছিল যে ঠিক এইটো মুহূৰ্তত তাৰ প্ৰয়োজন আছিল ঠিক এনেকুৱা এপিয়লা গৰম চাহৰ। কিন্তু তাৰ প্ৰয়োজনটোৰ কথা, নোকোৱাকৈয়ে জোনাই বুজি পালে!

"আজিনো দিনটো ক'লৈ গৈছিল?" জোনাই সুধিলে।

মাখনে জোনালৈ চালে। এইকেইদিনৰ ভিতৰতে জোনাজনী আগতকৈ ধুনীয়া আৰু প্ৰফুল্ল হৈ পৰিছে।

"গোলাপ ক'লৈ গ'ল। সি নাই নেকি?"

"ক'লৈনো যাব, আছে।" সৰুকৈ জোনাই হাঁহিলে।

"সৰু ল'ৰা –"

"কি লাগেনো, মোকে কওকচোন –"

"একো নেলাগে, পিছে ইমান পৰে সিনো গ'ল কেনি?"

"ভাত এতিয়াই খাব নে, পিছত খাব।"

"ভাত? খাম অলপ পিছত। পিছে সৰু ল'ৰাটো ক'লৈ গ'ল?"

"সৰু ল'ৰা নায়েই জানিবা। মই দিলে নেখাব জানো?"

মাখনে হাঁহিলে। তৃপ্তিৰ হাঁহি।

মাখন এনেয়ে বিছনাত পৰিল। তাৰ ভাগৰ লাগিছিল। দিনটোত বহুত চাইকেল মৰা হ'ল। কিন্তু তাৰ ঘৰটোৰ ভিতৰত আজি সি এটা নতুন পূৰ্ণতা অনুভৱ কৰিলে। জোনাই তাৰ কাৰণে ভাত ৰান্ধিছে, ভাত বাঢ়িবলৈ গৈছে। আজি বহুত দিনৰ মূৰত এজনী ছোৱালীয়ে তাক ভাত ৰান্ধি-বাঢ়ি খুৱাব।

কিন্তু ভাত খাবলৈ বহি তাৰ অস্বস্তি লাগিল। গোলাপ আৰু সৰু ল'ৰা দুয়োটা এতিয়াও অহা নাই।

"খাই লওকচোন বাৰু, সকলো কম।"

মাখনে জোনাৰ কথাৰ ৰহস্য উদ্‌ঘাটন কৰিব নোৱাৰিলে?

ভাত-পানী বাঢ়ি আনি জোনাই হাতত বাচন এখন লৈ ক'লে, "ময়ো লগতে খাই ল'লে বেয়া পাব নেকি?"

"কিয় বেয়া পাম, খোৰা –"

"এৰা, পিছত অকলে খাবৰ মনকে নেযাব।" জোনাও ভাত খাবলৈ বহিল। মাখনে বিশেষ একো নেভাবিলে।

এনেতে কোনোবা এটাই দুৱাৰ মেলিলে।

"কোন অ'?" মাখনে খোৰা ঠাইৰ পৰা মাতিলে।

"মই হে –"

"ক'লৈ গৈছিলি, সৰু ল'ৰা?"

"পঠিয়ালতহে গৈছিলোঁ –" তাৰ পিছত আৰু সৰু ল'ৰাৰ মাত পাবলৈ নাই।

মাখনে জোনাৰ মুখলৈ চালে। জোনাই হাঁহি থকা চকু দুটাৰে তাৰ চকুলৈ চালে। মুখখনত এমোকোৰা হাঁহি।

ভাত খাই উঠি মাখনে পাছফালৰ বাৰাণ্ডালৈ আহিল। বতৰটোৰ ওপৰত তাৰ বৰ খং উঠিল। কিমাননো বৰষুণ দিয়ে আৰু। মনবোৰ একেবাৰে সেমেকা হৈ গৈছে।

বটাটোত তামোলখন আগবঢ়াই দি বাৰাণ্ডাৰ পাতল আন্ধাৰতে ৰৈ জোনাই সুধিলে– "খং উঠিছে নেকি?"

"তামোল ক'ত পালা?"

"সৰু ল'ৰাৰ হতুৱাই অনাইছিলোঁ।"

"সৰু ল'ৰা –"

"কি কৈছে?"

"গোলাপ কোনফালে গৈছে অ'?"

"কেলেই দক্ষিণপাৰলৈ যোৱা নাই? মই পাৰ কৰি থৈ আহোঁতেহে ইমান পলম হ'ল!"

"কি?"

"মই কওঁ। সৰু ল'ৰাইনো কিটো জানে –" জোনাই ক'লে।

"কথাবোৰ লুকুৱাইছা কিয় জোনা? গোলাপ ক'লৈ গৈছে?"

"ক'লৈকো যোৱা নাই। কালিলৈ বা পৰহিলৈ আহিব। হাতত পা-পইচা নহ'লেতো সদায় এনেকৈ চলিব নোৱাৰি।"

"তাৰ মানে গোলাপ ক'ৰবালৈ গৈছে!"

"ক'ৰবালৈনো ক'লৈ যাব। পাবলগীয়া টকা দুটামান বিচাৰি আনিবলৈ গৈছে। মই মাত লগাই যাবলৈ কৈছিলোঁ। ক'লে, বোল পলম কৰিলে অসুবিধা আছে। আৰু বোলে– ককায়েকৰৰ ঘৰত থাকিবি, তোৰনো কিহৰ ভয় –"

-মাখনে জোনাৰ মুখলৈ বিস্ময় আৰু মৰমেৰে চালে।

অলপ বুজি নোপোৱাৰ দৰে মাখনে সুধিলে, "তেনেহ'লে সি এতিয়া নাই?"

জোনাই একো নক'লে।

মাখনৰ হয়তো বৰ ভাগৰ লাগিছিল, হয়তো সকলো কথা তাৰ বৰ অবোধ্য লাগিছিল।

"কোনোবা এজনী অচিনাকি ছোৱালীক ভনী বুলি মাতিলেই ভনী হৈ যায় নেকি? জোনাৰ লগত মোৰ সম্পৰ্ক কি?"

ছিঃ। মাখনৰ নিজৰ ওপৰতে এটা অশ্ৰদ্ধাৰ ভাব হ'ল। গোলাপৰ নিচিনা এটা মানুহে তাৰ ওপৰত আস্থা ৰাখি তাৰ নিজৰ তিৰোতাজনী নিৰ্ভয়ে এৰি থৈ যাব পাৰিলে, আৰু সি – এটা শিক্ষিত দায়িত্বশীল ডেকা হৈ নিজৰ ওপৰত বিশ্বাস বিচাৰি নোপোৱা হৈছে। কি লাজৰ কথা।

'ভনী' হ'বৰ কাৰণে অন্য কোনো বিবেচনাৰ প্ৰয়োজন নাই। যি ছোৱালীয়ে মোক ককাইদেউ বুলি মাতিব পাৰে, তাই মোৰ ভনী নহ'বৰ কোনো যুক্তি নাই।

"ভনী –" সি ডাঙৰকৈ মাতিলে।

"হোঁ –" মাতটো পিঠিৰ পাছৰ পৰাই আহিল। সি আন্ধাৰতে ঘূৰি চালে। জোনা তাৰ পাছতে মনে মনে থিয় দি আছে। সি গমেই পোৱা নাই।

"অ' তুমি শুলা বুলি ভাবিছিলোঁ –"

"নাই শোৱা। আজিনো মই ক'ত শুম –?"

"কিয়?"

"তাত মোৰ অকলে শুবলৈ ভয় লাগিব।"

"একো ভয় নাই।"

অলপ ভাবি মাখনে ক'লে, "অ' বাৰু, ভয় কৰা যদি তুমি মাজৰ কোঠালিত মোৰ বিছনাখনতে শুবা। ভিতৰৰ পৰা দুৱাৰ বন্ধ কৰি ৰাখিবা।"

জোনা মনে মনে থাকিল। মাখনো মনে মনে থাকিল।

ৰান্ধনি-ঘৰৰ দুৱাৰ বন্ধ কৰি সৰু ল'ৰাই লগতে থকা তাৰ কোঠাটোত সোমাল।

"ভাত খালি নে সৰু ল'ৰা?"

"খালোঁ –" সৰু ল'ৰাই দুৱাৰ বন্ধ কৰি ভিতৰ সোমাল।

এনেয়ে মাখন বহি থাকিল।

বৰষুণ দিছে, পৃথিবীৰ মানুহবোৰ শুইছে। ঘৰৰ চালৰ পৰা জিৰ্‌জিৰ কৰি বৰষুণৰ পানীবোৰ সৰি পৰিছে। বিজুলী-ঢেৰেকণি নাই, কেৱল বৰষুণ। মনটো অলপ উদাস লাগে।

জীৱনৰ বাটত কোনোবাই ছন্দময় কান্দোনৰ কৰুণ মিনতি জনায়। ৰসসিক্ত মাটিৰ কোমল বুকুত মেঘৰ আশীৰ্বাদ নামি আহে।

পৃথিৱীৰ মানুহবোৰ শুইছে। কিন্তু সাৰ পাই আছে সিহঁতৰ নিযুত স্বপ্ন, সিহঁতৰ অব্যক্ত কামনা।

গোলাপ ক'লৈ গৈছে? জোনাৰ উৰণীয়া মনটোৰ পাখিত কিহৰ অকথিত স্বপ্ন? সৰু ল'ৰাৰ শব্দহীন নিঃশ্বাসত মানুহৰ আদিম ক্লান্তিৰ প্ৰতিধ্বনি। জীৱনৰ গভীৰতম প্ৰদেশত কিহৰ উৎকণ্ঠা? বহুত হেজাৰ বছৰৰ আগতে মানুহে ৰাতিক নিজৰ আপোন কৰি ল'লে। ৰাতিৰ কাণত মুখ ৰাখি অন্তৰৰ গোপন কথা প্ৰকাশি ক'লে, আৰু তাৰ বিনিময়তে ৰাতিয়ে দিলে হেজাৰ মধুৰ স্বপ্ন। ৰাতিৰ স্বপ্ন – প্ৰেমতকৈও গভীৰ সি, চিৰক্ৰন্দসী পৃথিৱীৰ বুকুত প্ৰথম বৰ্ষাৰ জলধাৰাতকৈও বেছি আপোন সি।

"মই তেনেহ'লে শোওঁগৈ?"

মাখন তাৰ পিঠিৰ ফালৰ পৰা অহা এই অস্পষ্ট মাতষাৰত উচাপ্ খাই নুঠিল। সি জানে, জোনা শোৱা নাই। সি জানে, শুলেও জোনাই সাৰ পাই থাকিব, এটা অবুজ হেঁপাহৰ অৰ্থ বিচাৰিব। আৰু তেতিয়া জোনাৰ দেহ আৰু মন শুই পৰিব, তেতিয়াও তাইৰ আলহী আত্মাটোৱে কোনোবা ৰ'দ-বগা সাগৰৰ উপকণ্ঠত মুক্তি বিচাৰিব, বিস্তাৰ বিচাৰিব, অবোধ্য অকথ্য এটা প্ৰশ্নৰ উত্তৰ বিচাৰিব – মোৰ প্ৰেমৰ জগতত মাখন নামৰ ডেকাটোৰ ঠাই ক'ত?

"অ' তুমি শোৱাগৈ যোৱা ভনী, বহুত ৰাতি হ'ল।"

মিছা কথা, জোনাক তাৰ বিবেকে ভনী বুলিলেও অনুভূতিয়ে নোবোলে। তাৰ অনুভূতিয়ে চিঞৰি কয়,"তুমি শুব নেলাগে, নাৰীৰূপে তুমি মোৰ কাষতে থিয় দি থাকা, সমস্ত ৰাতি, সমগ্ৰ জীৱন।"

অলপ পৰৰ পিছত মাখন বহাৰ পৰা উঠিল। অতপৰে সি কলমটিয়াই আছিল। তাৰ বাস্তৱটোৱে সপোনৰ স্নিগ্ধতা লৈ তাক অন্য এখন জগতলৈ লৈ গৈছিল। সি দুৰ্বল হৈ পৰিছিল।

জোনা শুইছে। তাইৰ ধুনীয়া চকুৰ পাহি দুটাই কোমলকৈ চকু দুটাক ঢাকি ধৰিছে। তাইৰ জীৱন্ত ওঁঠ দুটাত এটা তৃপ্তি আৰু নিৰ্ভাৱনাৰ কোমল হাঁহি লাগি আছে– জোনাকৰ দৰে শান্ত। তাইৰ গাৰ পাতল চাদৰখনৰ তলত দুপাহ পদুমৰ অনাহত কঁপনি।

"শুলা ভনী?"

জোনাৰ মাত নাই। হয়তো জোনা সাৰেই আছে। হয়তো জোনাৰ দেহাটোৰ টোপনি আহিছে। আৰু এটা প্ৰচিন স্বপ্নই তাইৰ আত্মাক ক'ৰবালৈ লৈ গৈছে।

অতি সৰুকৈ নিজকে কোৱাদি দি সি ক'লে, "আঁঠুৱাখন পেলাই নল'লা?"

তাৰ পিছত চাৰিওফালে খুঁচি সি আঁঠুৱাখন তৰি দিলে। জোনাৰ হাত এখন লেউ-সেউ হৈ ওলমি আহিছিল। সি হাতখন জোনাৰ বুকুৰ ওপৰত তুলি দিলে। আকৌ এবাৰ জোনাৰ মুখখন চালে। তাৰ পিছত ওলাই আহিল।

জোনাৰ কোঠাৰ দুৱাৰখন সি বাহিৰৰ পৰা ভালকৈ বন্ধ কৰিলে। নিজৰ নাম নোহোৱা এটা দুৰ্বলতাৰ পৰা নিজক ৰক্ষা কৰিবৰ কাৰণেই যেন সি দুৱাৰখন খুব ভালকৈ বন্ধ কৰিলে।

তাৰ পিছত আহি সি নিজৰ বিছনাত পৰিলহি।

মাজত এখন বেৰ– চালেকে লগা। দুৰ্লঙ্ঘ্য। দুফালে দুটা প্ৰাণী– সিহঁতৰ অন্তৰৰ আন্ধাৰ গুহাত আদিম বন্য মানুহৰ চিৰজাগ্ৰত হুতাহ। মানুহৰ মাজত বেৰ নথকা যুগৰ আদিম আকাঙ্ক্ষা। এফালে শুই আছে গ্ৰাম্য, সহজ জীৱনৰ নিঃশঙ্ক স্বপ্ন, আনফালে সাৰ পাই আছে বিশ্ববিদ্যালয়ৰ হেজাৰ কবিতাৰ মাজেদি, সভ্যতা-সংস্কৃতিৰ হেজাৰ সংস্কাৰৰ মাজেদি বাচি থকা, গঢ়ি উঠা আতুৰ মানৱতা।

"মই বিশ্বাসঘাতকতা কৰিব নোৱাৰোঁ –" মাখনে নিজকে বহুতবাৰ ক'লে।

## উনৈশ

ৰাতিপুৱাৰ পৃথিৱীখন এখন বেলেগ পৃথিৱী। জীৱনৰ কোলাহলেৰে মুখৰিত, জীৱন-সংগ্ৰামৰ ব্যস্ততাৰে উৎকণ্ঠিত এখন বাস্তৱ পৃথিৱী। বৰষুণ থাকক তথাপি মানুহে ঘৰৰ বাহিৰলৈ যাব লাগিব। দিনৰ পোহৰত একো গোপনীয় নাই। জাগ্ৰত, জীৱন্ত এখন পৃথিৱী।

মাখনে অনুভৱ কৰি আনন্দ পালে যে তাৰ মনত অকাৰণতে উদ্ভৱ হোৱা ৰাতিৰ দুৰ্বলতাখিনি একেবাৰে নোহোৱা হৈছে। আৰু তাৰ ঠাইত তাৰ মনৰ মাজত সি উপলব্ধি কৰিছে এটা নতুন উদ্যম– কৰ্তব্যৰ কাৰণে। জোনাৰ প্ৰতি তাৰ কোনো মোহ নাই, কোনো আসক্তি নাই, আছে কৰ্তব্য? ক'ৰবাৰ এজনী অচিনাকি ছোৱালী আহিল, তাৰ ঘৰত দুদিনৰ কাৰণে আলহী হ'ল, আশ্ৰয় বিচাৰিলে তাক সকলোখিনি আস্থা আৰু বিশ্বাসেৰে ককাইদেউ বুলি মাতিলে, তাৰ পিছত ক'ৰবালৈ গুচি গ'ল।

ভনীৰ প্ৰতি তাৰ এটা সহজ কৰ্তব্যৰ বাহিৰে একো থাকিব নোৱাৰে।

কিন্তু মাখনৰ চৌহদৰ বাহিৰত থকা জগতখনে ইয়াৰ একো বুজিব নোৱাৰে। পৰস্পৰৰ মাজত যি জল্পনা-কল্পনা হৈছে, তাৰ পৰা সকলোৰে মনত মাথোন একেটা সন্দেহেই হৈছে ঃ "চৰকাৰী চাকৰিয়াল মাখনে অন্যায় কৰিছে। ক'ৰবাৰ পলাতকা ছোৱালীক নিজৰ ঘৰত লুকাই ৰাখিছে। সিহঁতৰ মাজত কোনো স্বাভাৱিক বা সুস্থ সম্পৰ্ক নাই। মাখনে সমাজৰ সন্মান লাঘৱ কৰিছে।"

তিনিকুঠলীয়া এটা ঘৰত দুটা সম্পৰ্কহীন ডেকা-গাভৰু একেলগে থকাৰ কোনো দ্বিতীয় ব্যাখ্যাৰ অৱকাশ নাই।

মাখনেও এই কথা নুবুজা নহয়। হয়তো জোনায়ো নুবুজা নহয়। কিন্তু মাখনে নিজকে আশ্বস্ত কৰিলে এই ভাবি যে সি নিজে যেতিয়ালৈকে কোনো ভুল নকৰে, তেতিয়ালৈকে পৃথিৱীৰ বিৰূপ মন্তব্যই তাৰ কোনো হানি নকৰে।

আবেলি ৰ'দ দিলে। ভালেমান দিন একেলেথাৰিয়ে বৰষুণ দিয়াৰ পিছত এজাক ধুনীয়া, ফটফটীয়া বগা ৰ'দ। মনবোৰ ফৰকাল লাগিল। বন-পাতবোৰ সজীৱ হৈ উঠিল। বোকাবোৰে চটহা মাৰি টান হ'বলৈ আৰম্ভ কৰিলে।

"গোলাপ আজি ওলাবহি, নহয় নে জোনা?"

"ওলাবহি লাগেচোন। বতৰ ভাল হৈছে।"

"এৰা, সি সোনকালে ওলালেহিয়েই হয়, নহ'লে বৰ অসুবিধা হ'ব। পৰহিলৈ মই টাউনলৈ যাব লাগিব, নগ'লেই নহ'ব। এটা মোকৰ্দমাৰ তাৰিখ আছে।"

অলপ পৰ মনে মনে থকাৰ পিছত জোনাই ক'লে, "পৰহিলৈ? নাই, ইমান দিন নকৰে। আৰু যদি পৰহিলৈও নোলায়হি –"

জোনা ৰ'ল। কিবা এটা চিন্তা কৰিলে, তাৰ পিছত ক'লে, "পৰহিলৈ যদি নোলায়হি, তেন্তে মই কি কৰিম?"

"এৰা, ময়ো তাকে ভাবিছোঁ।"

"টাউনত কেইদিন হ'ব?"

"হ'ব এসপ্তাহমান। ভনী –"

"হোঁ।"

"যদি সি নোলায়হি, তুমি ডাক্তৰৰ ঘৰতে থাকিব পাৰিবা নহয়?"

"ওহোঁ। মই অন্য কাৰো ঘৰত নেথাকোঁ। কৈ যোৱা নাই নহয়। আৰু ক'লেও মই য'তে-ত'তে নেথাকোঁ। আপুনি মোক লগত লৈ যাব।"

"মোৰ লগত? পাগল নেকি? এই ছাব্বিশ-সাতাইস মাইল বাট তুমি যাবা কেনেকৈ? খোজ কঢ়াৰ বাহিৰেতো অন্য উপায় নাই!"

"বাটত ক'ৰবাত থাকিব পৰা নহ'ব জানো?"

"বাটত? সেই নৈৰ পাৰৰ ডাক-বঙলাটো আছে। কিন্তু সেইটো বৰ জয়াৰ। ৰাতি তাত হেনো কোনো নেথাকে।"

"অকলেহে নেথাকে। আমি দুজন থাকিব নোৱাৰিম জানো?"

মাখনে এবাৰ তাৰ পৰা টাউনলৈ যোৱা দীঘল, আপদীয়া বাটটোৰ কথা ভাবিলে। অসম্ভৱ— আহিব পাৰিলে যদিও, জোনাই কষ্ট কেতিয়াও সহ্য কৰিব নোৱাৰিব! আৰু নৈৰ পাৰৰ সেই ডাক-বঙলাটো— নাই, নাই তাত বোলে ৰাতি কিবা-কিবি ওলায়। কোনো মানুহ তাত ৰাতি কি দিনতে নেথাকে। সেই জন-প্ৰাণীহীন জয়াৰ ঘৰটোত জোনা আৰু সি কেনেকৈ থাকিব? নাই, নাই, গোলাপ আহি পাবহি। আৰু জোনাক গোলাপৰ লগত এৰি সি তাৰ ডিউটিত নগৰলৈ ওলাই যাব?

ৰ'দ-বগা বাহিৰটোৰ মোহনীয়া আকৰ্ষণটোক মাখনে উপেক্ষা কৰিব নোৱাৰিলে। ডাৱৰবোৰ দূৰলৈ আঁতৰি গৈছে, কেইবাদিনৰো মূৰত নীলা আকাশখন ওলাই পৰিছে। প্ৰকৃতি সজীৱ আৰু নিৰ্মল হৈ পৰিছে।

অলপ সঙ্কোচেৰে হ'লেও মাখনৰ লগত জোনা ওলাই গ'ল অলপ ফুৰিবৰ কাৰণে। ঠিক ঘৰৰ কোঠালিকেইটাৰ বাহিৰেও এখন মুকলি জগত আছে!

এখিনি নতুন লাজত জোনাৰ গাল-মুখবোৰ তেজ যেন ৰঙা পৰিল। মাখনে কিন্তু বিশেষ কোনো সঙ্কোচবোধ নকৰিলে, ভনীক লগত লৈ, এজনী ধুনীয়া ছোৱালীক লগত লৈ, নৈৰ পাৰত আবেলি অলপ ফুৰিলে পৃথিৱীৰ কোনো হানি নহয়।

ভাল এজাক বতাহ মাৰিছে। নদীৰ পানীবোৰ ঘোলা হৈছে। ঝাঁওবনবোৰৰ পাতবোৰ ঘন সেউজেৰে ভৰা। আকাশৰ বুকুৰ ডাৱৰবোৰ হঠাৎ নোহোৱা হৈছে। নিৰ্মল নীলা আকাশ এখনত কিছুমান বগা আনন্দ ওপঙি ফুৰিছে। প্ৰকৃতিৰ গাত হেজাৰ শতিকা পূৰ্বৰ আদিম মোহন ৰূপৰ নতুন ঐশ্বৰ্য। কোনোকালে পুৰণি নহয়।

বিশেষ কথা-বতৰা নেপাতি দুয়ো ভালেমান পৰ ফুৰিলে। নৈৰ পাৰে পাৰে গৈ দুয়ো গাঁৱৰ মাজৰ আলিবাটত উঠিল। ভালেমান মানুহক সিহঁতে লগ পালে– চিনাকি, অচিনাকি, নিৰ্বিকাৰ, সন্দিগ্ধ। নতুন নতুন সঙ্কোচে জোনাক বেছি ৰাঙলী কৰি তুলিলে। মানুহৰ সমাজে হয়তো বহুত কথা বুজিব পাৰে। জন্ম-মৃত্যু, ঈশ্বৰ। কিন্তু বুজিব নোৱাৰে মাখন আৰু জোনাৰ মাজত কি সম্পৰ্ক। পুৰুষ আৰু নাৰীৰ মাজত মানুহে এটা সম্পৰ্ককে মাথোন বুজি পায়।

নিৰ্ভাৱ মাখনে আলিবাটৰ দুয়োকাষৰ পুৰণি সমাজখনৰ সন্দিগ্ধ চাৱনিৰ কোনো অৰ্থ নিবিচাৰিলেও, জোনাই যেন অনুভৱ কৰিছিল যে জনচক্ষুত সিহঁতৰ কাৰণে নিষ্পাপ আৰু অকুণ্ঠ সমৰ্থন নাই। এইদৰে এহাল ৰক্ত-সম্পৰ্কহীন ককাই-ভনী অকুণ্ঠভাৱে সমাজত দেখা দিয়াটো যেন সমাজৰ বাঞ্ছিত নহয়। ক'ৰবাত পাপ হ'লেও, ভুল হ'লেও সমাজৰ চকু আঁৰকৈ গোপনে ৰাখিব পাৰিলে সমাজে বেয়া নেপায়। কিন্তু নিঃশঙ্ক আৰু নিষ্পাপ এহাল ডেকা-গাভৰু মানুহৰ সহজ পৰিচয় লৈ সমাজৰ চোতালত থিয় দিয়াটো সমাজৰ কাৰণে অমাৰ্জনীয় অপৰাধ।

জোনাই বুজে।

মাখনে নুবুজে।

সন্ধিয়া লাগি ভাগিলত দুয়ো ঘৰ সোমালহি?

"বৰ ধুনীয়া বতৰ হৈছে, নহয় নে ভনী –?"

"আজি পূৰ্ণিমা কিজানি –" পূবফালে দেখা দিয়া সোণবৰণীয়া জোনটোৰ ফালে চাই জোনাই ক'লে।

পাছফালৰ চোতালখনতে দুয়ো বহিল। নৈৰ ফালৰ সদায় অহা কোমল বতাহজাক আকৌ নতুনকৈ আহি সিহঁত দুয়োটাকে চুই গ'ল।

অলপপৰ মনে মনে থকাৰ পিছত জোনাই ক'লে, "আমি দিনতে ফুৰিবলৈ নোযোৱাহে ভাল আছিল।

"কি?"

"এৰা –"

"কিয়?"

"মানুহবোৰে কেনেকৈ চাইছিল –"

"তুমি একো নুবুজা ভনী। মানুহেতো তেনেকৈ চায়েই। তোমাক নতুন দেখিছে নহয় –"

জোনাই কি অনুভৱ কৰিছিল সেই কথা স্পষ্টকৈ বুজাই ক'বলৈ ভাষা বিচাৰি নেপালে। এখন আওপুৰণি পৃথিৱীত– সৰু, ঠেক পৃথিৱীত মাখন এটা নতুন মানুহ। তাৰ ভিতৰত মানুহটোৰ জন্ম এই পুৰণি, ঠেক পৃথিৱীখনত নহয়, কোনোবা এখন সূৰ্যোলোক-স্নাত, বহল, মুকলি নতুন পৃথিৱীত। জোনাৰ সৰল মাখনটোলৈ মৰম লাগিল। বি. এ. পাছ কৰিলেই মানুহে জীৱনৰ সকলো কথা শিকি নেযায়। নিজৰ মনটোৰ পোহৰেৰে পৃথিৱীক চালে নহয়, বাহিৰ পৃথিৱীৰ পোহৰেৰে নিজক চাব লাগে।

ভয় লাগে। নীতি-নিয়ম, আইন-আদালতৰ জটিল পৃথিৱীখনত ভয় কৰিবলগীয়া বহুত কথা আছে। অথচ মাখনটোৱে ভয় কৰিবকে নেজানে।

জোনাই অনুভৱ কৰিলে যেন মাখনৰ ওচৰত থাকিলে তাইৰো ভয় নকৰিলেই চলিব।

শান্তভাৱে কিবা চিন্তা কৰি বহি থকা মাখনৰ মনত হঠাৎ কিবা এটা খেলালে। সি জোনাৰ ফালে ঘূৰি তীব্ৰভাৱে জোনাৰ মুখলৈ চালে। তাৰ চকুত এনে তীব্ৰ, অবোধ্য চাৱনি জোনাই এদিনো দেখা নাছিল, তায়ো চালে। চোতালখনত কিছুমান কেঁচা জোনাক বাগৰি ফুৰিছে।

অলপ পৰৰ পিছত জোনাই হঠাৎ হাঁহি দিলে। বিব্ৰত হৈ মাখনে ক'লে, "অলপ পৰ অকলে থাকিব পাৰিবা নহয় ভনী?"

"ওঁ। কিয়?"

"মই অলপ এইখিনিৰ পৰা আহোঁ। বেগেতে আহিম।"

মাখন ওলাই গ'ল।

জোনা চোতালতে বহি থাকিল। কিছুমান অবোধ্য অনুভূতি। মাখন অলপ চঞ্চল হোৱা নাই নে?

মনে মনে জোনাৰ ভাল লাগিল, জীৱনত বহুতকে তাই চঞ্চল কৰিছে, মাখনক কৰিব পৰাত তাইৰেই, তাইৰ ৰূপৰেই কৃতিত্বৰ পৰিচয় প্ৰকাশ পাইছে। কিন্তু মাখনে জোনাৰ সহজ দুৰ্বলতাৰ কোনো সুযোগ ল'বলৈ বিচৰা নাই। 'ভনী'– তাই জানো মাখনৰ ভনী? কত ডেকা মানুহক তাই লগ পাইছে, কিন্তু কোনোৱেতো তাইক ভনী বুলি ভবা নাই। গোলাপৰ লগত তাইৰ সম্পৰ্কটোৱেই তাইক মাখনৰ ভনী কৰি পেলালে?

মাখনক তাই নুবুজা যেন লাগিল। কিছু সময়ৰ পিছত ঘূৰি আহি মাখনে দেখিলে পাছফালৰ চোতালতে চকীখনত আঁউজি জোনা চকু মুদি পৰি আছে। বান্ধনিশালত সৰু ল'ৰাই নীৰৱে কিবা কৰি আছে। এখন নিস্তব্ধ পৃথিৱী।

একো নকৈ সি জোনাৰ সম্মুখলৈ গ'ল। জোনাৰ হয়তো সঁচাকৈয়ে টোপনি। ধুনীয়া চকু দুটা ক্লান্তভাৱে মুদ খোৱা, ওঁঠত জোনাকৰ নিচিনা কোমল এটা স্পষ্ট মিচিকিৰ অস্পষ্ট ৰেখা, কিছুমান জোনাক আহি জোনাৰ গাৰ পৰা কোলাত খহি পৰা

চাদৰখনৰ মাজত আশ্ৰয় লৈছেহি। জোনাৰ সৰু, পুষ্ট, ধুনীয়া বুকুখনত অজস্ৰ উন্মাদনাৰ তন্ময়তা। টান ব্লাউজটোৰ ফিটফিটীয়া হৈ থকা ভাঁজবোৰৰ মাজত অকুণ্ঠ যৌবনৰ মুক্ত সমাৰোহ। ব্লাউজটোৰ মাজৰ বুটাম এটা হয়তো ছিগি পৰিছে। আৰু এখিনি সোণবৰণীয়া জোনাকে দুয়ো বুকুৰ মাজৰ জোনাৰ দেহাটোৰ মাজত অদৃশ্য হাতৰ পৰম বুলাইছে। এইটো মুহূৰ্তত মাখনে অনুভৱ কৰিলে— এই পৃথিৱীত জোনা একেবাৰে নতুন। তাই প্ৰেমধৰক চিনি নেপায়, গোলাপক চিনি নেপায়, কোনো ডেকাক, কোনো পুৰুষক চিনি নেপায়। হেজাৰ যৌবনৰ পূৰ্ণ সম্ভাৰ লৈ তাই আহি থিয় দিছে মাখনৰ হৃদয়ৰ দুৱাৰ-ডলিত। একেবাৰে নতুন, একেবাৰে কেঁচা।

জোনাৰ চুলিবোৰৰ মাজত জোনাকৰ অজস্ৰ সোণালী ঢৌ।

"ভাত উলিয়াম নে ককাইদেউ —" সৰু ল'ৰাই মাখনৰ স্বপ্নৰ জগতখন জোকাৰি দিলে।

"ভনী, অ' ভনী —"

সৰুকৈ মাখনে জোনাক মাতিলে। জোনাৰ টোপনি ভাগিছে, কিন্তু সাৰ পোৱা নাই।

মাখনৰ মন গ'ল জোনাৰ পুৰঠ বাহু দুটাত ধৰি লাহে লাহে জোনাক জগাই দিব। কিন্তু একো নকৰি সি আকৌ জোনাক মাতিলে, "ভনী, ভাত নোখোৱা নেকি? উঠা আকৌ —"

জোনা সাৰ পালে।

"হোঁ? ওঁ? – ভাত"

চকু নেমেলাকৈয়ে জোনাই হাত দুখন মূৰৰ ওপৰলৈ তুলি এটা এঙামুৰি মাৰিলে। জোনাৰ শুদা বুকুখনৰ অপূৰ্ব ছন্দৰ মাদকতাই জোনাকবোৰক চঞ্চল কৰি তুলিলে।

চকু মেলি চাই সন্মুখত মাখনক দেখি যেন জোনাই বৰ লাজ পালে। তাই মাটিলৈ খহি পৰা চাদৰখন বিচাৰি লৈ গাটো ঢাকিলে। মাখনে অনুভৱ কৰিলে যেন এই সহজ সঙ্কোচত কোনো দুৰভিসন্ধি নাই। আৰু ইয়াতোকৈ বেছি মুক্ত হোৱাতো জোনাৰ কোনো অপৰাধ নাই।

ভাত খাই থাকোঁতে জোনাই সুধিলে, "কোনফালেনো গৈছিল?"

মাখনে ব্যাখ্যা কৰিলে। পৰহিলৈ সি টাউনলৈ যাব লাগিব। জোনাকো যদি লগত লৈ যায় কিবা অসুবিধা হ'ব নেকি তাকে ইন্‌চাৰ্জ গোস্বামীক সুধি আহিল।

"কি ক'লে পিছে?"

"কাৰ্লিলৰ ভিতৰত বা পৰহি পুৱাতে যদি গোলাপ আহি নেপায়হি, তেন্তে লৈ যাবলৈকে কৈছে!"

"আৰু যদি পায়হি।"

"পালেহিতো সকলোৰে ভাল। তোমালোক থাকিবা। মই যামগৈ।"

"আৰু নেপালেহি তেনেহ'লে মোকো টাউনলৈ লৈ যাব?"

"নহ'লে কি কৰিম? তুমি জানো অকলে থাকিব পাৰিবা?"

"একেদিনাই যাব পৰা হ'বনে বাৰু!"

"অসম্ভৱ। ইপিনে এইকেইদিন বৰষুণ দি মাজে মাজে বাটটো ছিগিছে। চাৰি-পাঁচ ঠাইত নাৱেৰে পাৰ হ'ব লাগিব কিজানি। তদুপৰি, কিছুমান ঠাইত নাৱো পাৰলৈ নাই। সেইবোৰ ঠাইত পানী বুকুৱা, কঁকলুৱা হ'লে নামি পাৰ হৈ যাব লাগিব, বেছি হ'লে সাঁতুৰিব লাগিব?"

"কিনো ঠাইত জানো আছে! পৃথিৱীত কিজানি এনেকুৱাঠাই ক'তো নাই আৰু –" জোনাই অভিযোগৰ সুৰতে ক'লে।

"এৰা, ইয়াৰ পৰা কেতিয়াকৈ ওলাই যাব পাৰোঁ ময়ো তাকে ভাবিছোঁ। পিছে কিবা এটা নকৰিলে চলিম কেনেকৈ!"

"এৰা, আমিনো কেনেকৈ চলিম সেইটোও ভাবিবলগীয়া কথা। মাষ্টৰে আকৌ কয়, চাকৰি-বাকৰি নকৰিও হেনো চলিব পাৰি। কেনেকৈ চলিম বাৰু?"

মাখনে জোনাৰ প্ৰশ্নটো উৰাই দিয়াৰ সুৰত ক'লে, "তোমাৰ মাষ্টৰ পিছে গ'ল ক'লৈ? এতিয়া মই তোমাকে ৰখিম নে চাকৰিকে কৰিম?"

চকুত হাঁহি লৈ জোনাই ক'লে, "মোকনো ৰখিবলৈ কোনে মাতিছে। চাকৰিকে কৰক। নিলেও নিব মোক বাঘে-ঘোঙে।"

মাখনে ডাঙৰকৈ হাঁহিলে।

বাহিৰত অজস্ৰ জোনাক। আকাশ আৰু পৃথিৱীৰ মাজত শুভ্ৰ আলোকৰ শান্ত উৎসৱ– জীৱনৰ দৰে মধুৰ, প্ৰেমৰ দৰে গভীৰ, কল্পনাৰ দৰে দিগন্ত-বিয়পা।

সৰু ল'ৰাৰ কাৰণে জোনাকৰ কোনো অৰ্থ নাই, সি শুলে।

ভাত খাই উঠি মাখন আৰু জোনা চোতালৰ জোনাকবোৰৰ মাজত বহিলহি। অলপ সেমেকি থকা চোতালৰ বালিবোৰৰ পৰা এটা নমনীয় বাষ্প উঠিছে। নদীৰ পাৰৰ পৰা বিজাক বতাহ আহিছে তাত প্ৰকৃতিৰ আদিম গোন্ধ – কেঁচা, জীৱন্ত, ৰসাল।

মাখনৰ কাষত জোনা!

জীৱনৰ হেজাৰ সপোনৰ বিনিময়ত পোৱা এটা ৰাতি, জীৱনৰ হেজাৰ ৰাতিৰ বিনিময়ত পোৱা এটা স্বপ্ন। জোনাক, যৌৱন আৰু অব্যক্ত পৰিচয়, প্ৰাচীন নীল আকাশ আৰু প্ৰাচীন সেউজী পৃথিৱী। মাখনৰ বুকুত নাম পাহৰি যোৱা বহুত কবিৰ অস্পষ্ট কলগুঞ্জন। এবুকু উৎকণ্ঠা, এবুকু আৱেগ আৰু এবুকু নেলেখা কবিতা!

জোনা তাৰ একো নহয়।

আৰু জোনা? জোনা মাটিৰ মানুহ। জোনাৰ প্ৰাণত সেই দেৱতাৰ পদধ্বনি যি দেৱতাই ৰসাল মাটিৰ বুকুত বীজ জীয়াই ৰাখে, বীজৰ বুকুত অঙ্কুৰৰ জন্ম দিয়ে, অঙ্কুৰৰ ক্ষুদ্ৰ প্ৰাণত মহীৰুহৰ সম্ভাৱনা জগাই তোলে।

জোনাৰ নিৰ্বাক চকুহালৰ আধা-মেলা চাৱনিত হয়তো অন্য এখন জোনাকী চোতালৰ, অন্য এটা মিলনাতুৰ ৰাতিৰ স্মৃতিৰ স্বপ্ন। বহুত আশাৰে বোলোৱা কিছুমান সাৰ্থক ৰাতিৰ ছায়া। এই ৰাতিৰ জোনাকৰ দৰে সাৰ পাই থকা মানুহৰ আদিম, অস্পষ্ট কামনা। সেইবোৰ জোনাৰ চিনাকি স্বপ্ন, চিনাকি কামনা। জোনাৰ কেঁচা দেহাৰ অঙ্গে অঙ্গে জড়িত আছে তাৰ সাৰ্থক পৰশ।

এখন সঁচা পৃথিৱীক মাখনৰ মনটোৱে পাহৰি যাবলৈ বিচাৰিলে।

আৰু বহুত ডেকা-হিয়াক আজিৰ ৰাতিয়ে উন্মাদ কৰিছে। নদীৰ পাৰত, হয়তো সিপাৰে কোনোবাই বাঁহী বজাইছে। ভাষা সৃষ্টিৰ পূৰ্বে হয়তো মানুহৰ মনৰ অনুভূতিবোৰক এইদৰে সুৰৰ মাজেদি পৃথিৱীৰ বুকুত সিঁচি দিছিল।

আৰু বুজোঁতাই বুজিছিল?

আজিও বাঁহীৰ ভাষাহীন সুৰত মানুহৰ প্ৰাণৰ অব্যক্ত কান্দোনৰ প্ৰতিধ্বনি আছে।

কথা পাতিবৰ কি প্ৰয়োজন?

দূৰৰ এখন গাওঁ— গাঁৱলীয়া স্বামী, সহজ মানুহ প্ৰেমধৰ, পলাতক গোলাপ, দাৰোগা আৰু সমাজ— এখন সঁচা পৃথিৱী। কিন্তু আজি ৰাতি মাখনৰ আৰু জোনাৰ জীৱনৰ মাজৰ পৰা সিহঁত একেবাৰে নিশ্চিহ্ন হৈ শেষ হৈ গৈছে। বননিৰ কেঁচা গোন্ধ, জোনাকৰ বগা পোহৰ, ৰাতিৰ গভীৰ নীৰৱতা বাঁহীৰ অৰ্থহীন সুৰ আৰু দুখন সৰু, অচিনাকি হিয়াৰ আকুল, উন্মান নিশ্বাস।

"টোপনি আহিছে নেকি জোনা?"

ভনী নহয়, জোনা।

হয়তো জোনাই নুশুনে— ইমান সৰুকৈ, ইমান গভীৰকৈ ওলায় মাখনৰ মাতটো। বহি থকা চকীখনতে জোনা যেন নিঃসাৰ হৈ গৈছে।

কথা ক'বৰ প্ৰয়োজন নাই। জোনাকবোৰে কথা কৈছে। ৰাতিটোৱে হেজাৰ কথা কৈছে। মাখনে মনে মনে থাকিল। জোনাৰ সৰু বুকুখনে বহুত কথা কৈছে। কিন্তু মাখনে নুবুজে।

হেজাৰ স্বপ্নৰ বিনিময়ত পোৱা এটা ৰাতি, হেজাৰ ৰাতিৰ বিনিময়ত পোৱা এটা স্বপ্ন।

কি দুঃসাহসত জোনাৰ নিচিনা এজনী ছোৱালী চকু মুদি বহি আছে?

মাখনে এবাৰ উঠি ভিতৰলৈ গ'ল, আকৌ আহিল। গোলাপ যদি জোনাৰ কাষলৈ আৰু কোনোদিনেই ঘূৰি নাহে, তথাপি সি বেয়া নেপায়। তাৰ জীৱনৰ জোনাকত নীৰৱে বহি বহি জোনা নিজৈ টোপনি যাব— হেজাৰ হেজাৰ বছৰ।

বাঁহী বজোৱা ডেকাটো কেনিবা গুচি গৈছে। বাঁহীৰ সুৰ নাই, আছে সুৰৰ প্ৰতিধ্বনি। জোনটো আগবাঢ়ি আহি আহি মাখনহঁতৰ মূৰৰ ওপৰত ৰৈছেহি। জোনত কলঙ্ক আছে, জোনাকত নাই। জোনাৰ সৰু জীৱনটোৰ এটা ডাঙৰ ইতিহাস আছে,

কিন্তু জোনাৰ– জোনাজনীৰ, নবীজনীৰ কোনো ইতিহাস নাই। সি নতুন, বহাগৰ এখিলা কেঁচা বনপাতৰ নিচিনা নতুন, এটা শিশুৰ প্ৰথম নিশ্বাসটোৰ নিচিনা নতুন– সজীৱ।

ইন্‌চাৰ্জ গোস্বামী বহুত দূৰৰ এটা পুৰণি উঁই-হাঁফলু। থানাত মানুহ নেথাকে, থাকে কিছুমান উঁই-পৰুৱা।

এখন সৰু, অখ্যাত নদীৰ পাৰত মানুহৰ জীৱনৰ আদিম অনুভূতিয়ে ভাষা বিচাৰে।

"জোনা, ভনী– অ' জোনা –"

জোনাৰ ধুনীয়া মূৰটো এফালে কান্ধৰ ওপৰত ওলমি পৰিছে। মাখনে দেখিলে তাৰ সন্মুখত এজনী অসাৱধান সৰু ছোৱালী– এখন জোনাক-ৰঙা গাল, একোছা ঘন ক'লা চুলি, দুটা অলসভাৱে ওলমি পৰা পুষ্ট বাহু।

হঠাৎ মাখনৰ জোনালে বৰ মৰম লাগিল। ইমান নিঃশঙ্কভাৱে, ইমান নিশ্চিতভাৱে এজনী অচিনাকি গাভৰু ছোৱালী টোপনি যাব পাৰে কোন প্ৰত্যয়ত? পশুৰ আগতে নে দেৱতাৰ আগত টোপনি গৈছে জোনা? প্ৰণয়ৰ কণ্টকিত পথৰ ক্লান্ত যাত্ৰী। তাইৰ সৰু আত্মাটোৱে হয়তো সপোন দেখিছে দুঃসাহসী গোলাপৰ, তাইৰ জীৱন-সৰ্বস্ব গোলাপৰ। সেই কাৰণেই তাই ইমান নিঃসঙ্কোচ।

টোপনি আহিলে জোনাকত বহি থকাৰ কোনো অৰ্থ নাই।

আকৌ মাখনে সৰুকৈ, মৰম লগাকৈ মাতিলে, "জোনা, বহুত ৰাতি হ'ল। উঠা, ভিতৰত শোৱাগৈ।"

জোনাৰ কিন্তু সঁচাকৈয়ে গভীৰ টোপনি। সি লাহে লাহে বাহুত ধৰি জোনাক জগালে, কিন্তু জোনা আৰু অলসভাৱে ঢলি পৰিব খুজিলে। মাখনে জোনাক জগাবৰ আৰু চেষ্টা নকৰিলে। এজনী সৰু ছোৱালী জোনা। সি তাইক কোলাত তুলি ল'লে। ওলমি পৰা বাওঁহাতখন তাৰ ডিঙিত মেৰিয়াই ল'লে, আৰু যেন জোনাৰ টোপনি নেভাঙিবৰ মনেৰেই জোনাৰ অলস দেহাটো বুকুৰ কাষলৈ চপাই লৈ বিছনাত শুৱাই দিলে। মাখনে অনুভৱ কৰিলে যেন, সাৰ পাই আছে যদিও, জোনাৰ দেহাৰ ইমান কম সহজ সান্নিধ্যক অস্বীকাৰ নকৰাত তাৰ কোনো অপৰাধ নালাগে।

বাহিৰত এটা প্ৰাচীন ৰাতিৰ বুকুত বগা জোনাকৰ নীৰৱ তন্ময়তা।

শান্ত জোনাক আৰু ৰাতিৰ কোমল বতাহজাকে টোপনি যোৱা পৃথিৱীৰ কাণত মুখ থাৰি সি কথা কয়, তাৰ অৰ্থ জীৱনৰ দৰে গভীৰ।

ক'ৰবাৰ পৰা সোঁতত উঠি অহা, চাৰিকড়িয়াৰ বুকুৰ দুখিলা সৰা-পাত কোনোবা এটা সোণ-চেঁকুৰীয়া বলুকাত লাগি ৰৈ যায়।

ৰূপালী দিগন্তত নিযুত শতিকাৰ বিস্ময়– অপ্সৰাৰ হাঁহিৰ দৰেই দুৰ্বোধ্য।

নিযুত ৰাতিৰ বিনিময়ত পোৱা এটা জোনালী স্বপ্ন।

## বিশ

অৰুণ, দেবেন্দ্ৰ আৰু মহেশ্বৰ তিনিও গোলাপ মাষ্টৰ আৰু জোনাৰ সন্ধানত উত্তৰ পাৰলৈ যাত্ৰা কৰিলে। থানাৰ ইন্‌চাৰ্জে ইতিমধ্যে জোনাহঁত গৈ চাৰিকড়িয়াত থকাৰ বাতৰি তাৰ ইন্‌চাৰ্জৰ পৰা পালে। এটা সন্ধানৰ ওৰ পৰিল। সিহঁত ধৰা নপৰি ক'লৈ যাব? পুলিচৰ হাতৰ পৰা সিহঁত ক'ত পলাই সাৰিব?

প্ৰেমধৰ সিহঁতৰ লগত নোযোৱাই ঠিক হ'ল। সি গ'লে, তাৰ যোৱাৰ গম পালে হয়তো সিহঁতহাল আকৌ পলাব। ইপিনে সি গ'লে তাৰ ঘৰখনো একেবাৰে উদি হৈ যায়।

সিহঁতহালৰ সন্ধান পোৱা গৈছে বুলি গাঁৱত বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে, হঠাৎ গাঁৱৰ মানুহৰ অভিমতৰ পৰিৱৰ্তন ঘটিল। অতদিনে সকলোৱে জোনা আৰু গোলাপক দোষাৰোপ কৰিছিল, আৰু প্ৰেমধৰক সমবেদনা জনাইছিল। কিন্তু হঠাৎ যেন সকলোৰে প্ৰেমধৰৰ প্ৰতি সমবেদনাৰ ঠাইত ঈৰ্ষাই ঠাই ল'লে। জোনা তাৰ কাষলৈ আকৌ ঘূৰি অহাটো যেন কোনোৰে ভাল পোৱা নাই। আনকি জোনাৰ কাৰ্য সমৰ্থন কৰিবৰ যুক্তিও যেন দুই-চাৰিয়ে বিচাৰি পালে। "পাৰোঁতে জানো নিজৰ মতাটো এৰি অন্যৰ লগত পলাই গৈছে – ।" এনেকুৱা এষাৰ মন্তব্যৰ বহুত ৰকমৰ অৰ্থ কৰিব পাৰি হয়তো।

প্ৰেমধৰ অলপ বিমোৰত পৰিল। জোনাক বিচাৰি পোৱাতকৈ, বিচাৰি নোপোৱাই যেন ভাল আছিল। এতিয়া নানা নতুন সমস্যাৰ সন্মুখীন হ'ব লাগিব সি। জোনাক বিচাৰি পোৱাই শেষ কথা নহয়, সামাজিকভাৱে উদ্ধাৰৰ সমস্যাটোৱেই ডাঙৰ সমস্যা। অথচ জোনাক সি জীৱনৰ পৰা বাদ দি দিবও নোৱাৰে। দায়ী কৰিবলৈ প্ৰেমধৰে জোনাৰ গাত কোনো দায় বিচাৰি নেপালে, য'ত দায় সকলো সেই গোলাপ মাষ্টৰৰ। ভণ্ড, কপটীয়া– এটা চৰিত্ৰহীন, লম্পট ক'ৰবাৰ।

গাঁৱৰ বাইজে কিন্তু দোষাৰোপ কৰা আৰম্ভ কৰিলে জোনাক। মাষ্টৰৰ নিচিনা ভাল মানুহ এটাক তায়েই লটি-ঘটি কৰি লৈ ফুৰাইছে। গোলাপ মাষ্টৰ কেতিয়াও বেয়া মানুহ নাছিল। যত অনৰ্থৰ মূল এই চৰিত্ৰহীনা জোনা। তাই গোটেই গাওঁখনৰ, গোটেই সমাজখনৰ মুখত কলঙ্ক সানিলে। জোনাৰ অপৰাধ ক্ষমাৰ বাহিৰ।

গাঁৱৰ ডেকাইতে কিন্তু গোলাপৰ ওপৰত ঘোৰ প্ৰতিশোধ লোৱাৰ সঙ্কল্প কৰিলে। ক'ৰ লম্পট এটা হঠাৎ আহিল, আৰু গাওঁখনৰ মান-মৰ্যাদা নষ্ট কৰিলে। গাঁৱৰ এজনী বোৱাৰী পলুৱাই লৈ যায়– কম সাহতো নহয়। বাৰু ধৰা পৰক– পোতক তোলা হ'ব। জোনাৰ নিচিনা ছোৱালী এজনীক সদৌ গাওঁখনৰ চকুত ধূলি মাৰি পলুৱাই লৈ যায়– বাৰু সাহ? বাৰু মইমতালি!

ইন্‌চাৰ্জে কিন্তু ঠিক নকৰিলে। অৰুণ জোনাক ধৰি আনিবৰ কাৰণেহে ৱাৰেণ্ট দি পঠিয়াইছে অৰুণহঁতৰ হাতত। মাষ্টৰক ধৰিবলৈকো দিব লাগিছিল। চেঙেলী বদি সাৰি যায়।

ইন্‌চাৰ্জে আকৌ ক'লে, "নেলাগেচোন দিয়া, তাই ধৰা পৰিলে সি নপৰাকৈ নেথাকে। আৰু গোলাপেই পলুৱাই নিছে নে, কোনোবা মিলিটাৰীয়েই নিছে কি ঠিক। জোনাক ধৰা পেলোৱাহে কথা, তাইক পালে বাকীবোৰ আপুনি ধৰা পৰিব?"

জানো, পুলিচৰ কথা বুজিব নোৱাৰি। ৱাৰেণ্ট দিব লাগিছিল গোলাপৰ ওপৰতহে।

গাঁৱৰ ডেকাইঁতে নানা ৰকমৰ বিচাৰ আৰু সমালোচনা কৰিলে। বাৰু, তায়েই ধৰা পৰক, তাৰ পিছত চোৱা যাব।

দেবেন্দ্ৰ, মহেশ্বৰহঁত প্ৰায় নিৰ্বিকাৰ। গাঁৱৰ বাইজে আৰু থানাৰ দাৰোগাই পঠিয়াইছে– সিহঁত আহিছে। পুলিচে যদি বিচাৰি উলিয়াই জোনাক সিহঁতৰ হাতত গতাই দিয়ে সিহঁতে লৈ আহিব।

"সমাজখনত এজনী বেয়া ছোৱালী হ'লে, গোটেই গাওঁখনক লটি-ঘটি কৰে। সকলোৰে নাক-কাণ কটায়"– দেবেন্দ্ৰহঁতে মন্তব্য কৰিলে। "এতিয়া সাত চহৰ মাৰি যা পলৰীক বিচাৰি। দেখা-শুনায়ো ছিঃ ছিঃ কৰিব! দিব পায় এৰি, য'লৈ যায় যাওক। তাইক লৈ কোন ভাল মানুহে ঘৰ কৰি খাব পাৰিব? আকৌ কাৰোবাক ঘৈয়াব।"

উত্তৰ পাৰলে যোৱা বাটৰ কাষৰ দোকানী-বেপাৰীক, ঘাটে-নাৱৰীয়াক সিহঁতে সুধিলে– এহাল এনে-তেনে ধৰণৰ ল'ৰা-ছোৱালী সেই বাটে যোৱা দেখিছিলে নে? পাৰঘাটৰ ঘাটেয়ে দৃঢ়ভাৱে ক'লে, সি নিজেই পাৰ কৰি দিছে মতা-তিৰোতা এহাল– আজি এপষেকমান হ'ল। উত্তৰলৈকে ক'ৰবালৈ গৈছে। মানুহজনৰ পেহীয়েকৰ নে জেঠায়েকৰ ঘৰ দেখুৱাই আনিবলৈ নিছে বোলে ছোৱালীজনীক।

বাটত অকলশৰীয়া হলত অকণে মাধোন মন্তব্য কৰিলে, "এনেবোৰ আপদক বিচাৰি নহাই ভাল আছিল কিজানি!"

## ঐকেশ

" ... বেচেৰা মাখনটো ... পঢ়িলে, শুনিলে, চৰকাৰী চাকৰি পালে, ভাল মানুহ হ'ল, তেওঁ সি সেই ল'ৰাকালৰ মাখনটোৱেই হৈ আছে। অন্য হোৱাহ'লে জানো আমাক ঘৰত ঠাই দিলেহেঁতেন! তাৰ ভয়ো নাই, চিন্তাও নাই। আনকি আজিলৈকে আচল কথাটোনো কি নুসুধিলেই।" – গোলাপে মাখনৰ কথাকে ভাবি বাবলৈ ধৰিছিল।

আমি নপঢ়িলোঁ, নুশুনিলোঁ, সেইবুলি সি জানো আমাক অইন চকুৰে চায়? সেইবুলি কিন্তু তাক বেছি আমনি দিয়া ঠিক নহ'ব। এহাল মানুহক সি কেনেকৈ সদায় পুহি থাকিব। যেনে তেনে অলপ পা-পইচা, কাপোৰ-কানি যোগাৰ কৰি লব লাগিব।

গোলাপৰ চিন্তাই হ'ল। কোনে তাক পইচা দিব? সি জোনো আৰু মাখন দুয়োটাকে মিছা কথা কৈ আহিছে। ক'ত তাৰ পইচা পাবলগীয়া আছে? বুদ্ধৰ দিন,

হয়তো কিছুদিনৰ কাৰণে কেনিবা কিবা এটা কৰিব পৰা হ'লে দুপইচা ওলালহেঁতেন! কিন্তু জোনাক সি ক'ত লৈ ফুৰাব? মাখনেই বা কিমান দিন জোনাক লুকুৱাই-পিন্ধাই ৰখি থাকিব? আৰু মানুহৰ চকুহে— কোনেবা কি ভাবি পেলায়, কি কৈ পেলায়! তেতিয়া মাখনটোৱে কম বেয়া পাব নে? তাতে সি চৰকাৰী চাকৰিয়াল।

দূৰে দূৰে গোলাপৰ যি দুই-চাৰিজন সম্পৰ্কীয় বা চিনাকি মানুহ আছিল, সেইবিলাকৰ দুৱাৰত সি থিয় দিলেগৈ। বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ কথা ক'লে, সকলোৱে তাক দুই-চাৰি টকাকৈ দি সহায় কৰিলে। ক'তো এক মুহূৰ্তও অপচয় নকৰি সি ঘূৰিব ধৰিলে। অন্ততঃ মাখনৰ গাতে আঁউজি যদি ছমাহমান কোনোমতে চলি যাব পাৰে, ইতিমধ্যে হয়তো সকলো গণ্ডগোলেই শাম কাটিব, জোনাক নিবিচৰা হ'ব। আৰু তাৰ পিছত সিহঁত দুটাই দূৰণিৰ কোনোবা এখন নিৰাপদ ঠাইত এখন সৰু, নতুন সংসাৰ পাতিব— জোনা আৰু সি। তাৰ চোতালত জেঠৰ ৰ'দ পৰিব, তাৰ ঘৰৰ চালত কাতিৰ নিয়ৰ পৰিব, তাৰ দুৱাৰত ফাগুনৰ বতাহৰ কোমল আঘাত পৰিব। আৰু তাৰ জীৱনত পৰিব জোনাৰ চেনেহৰ অফুৰন্ত জোনাক।

কল্পনা কৰি তাৰ ভাল লাগিল। হঠাৎ ক'ৰ পৰা কি হৈ গ'ল। জোনাৰ নিচিনা এজনী ছোৱালীক লৈ ঘৰ কৰাৰ কথা সি জীৱনত কোনোদিন ভবা নাছিল। অথচ এই ছোৱালীজনীয়ে আজি তাৰ কাৰণে কি অসম্ভৱ কষ্ট সহ্য কৰিছে। তাৰ লগে লগে কত ৰাতি উজাগৰে কটালে, কত দিন অচিনাকি মানুহৰ ঘৰত একো নোখোৱা-নোবোৱাকৈ লুকাই থাকিল। কত ভয়, কত ভাবনা লৈও তাই তাৰ লগে লগে অনিশ্চিত পথত খোজ আগবঢ়ালে। প্ৰেমধৰৰ সকলো মৰম, এখন ভৰা গৃহস্থালি, পা-পৰিয়াল ভৰা এখন গাওঁ— সকলো এৰি আহিল জোনাই, তাৰ নিচিনা এটা কপৰ্দকহীন, উটি ফুৰা মানুহৰ কাৰণে। কিহৰ আশাত? কিহৰ মোহত? জোনাক দিব পৰা একোতো তাৰ নাই।

ঘূৰি ঘূৰি গোলাপে অলপ পইচা সংগ্ৰহ কৰিলে। অতি সামান্য, কিন্তু তাকে হাতত লৈ সিহঁতে এখন নতুন সংসাৰ আৰম্ভ কৰিব পাৰিব, আৰু সিহঁতৰ কাৰণে আছে মাখন— বেচেৰা মাখন!

গোলাপে জোনা-মাখনক ফাকি দি আহিছে। চাৰিকড়িয়াৰ পৰা দক্ষিণলৈ পাৰ হৈ টকা-পইচা বিচাৰি লৈ একেদিনে ঘূৰি যোৱা অসম্ভৱ কথা। জোনাই নুবুজিলেও, মাখনে বুজে। তিনি দিন হৈয়ে গ'ল, আৰু বেছি পলম কৰিলে নেজানো জোনাহঁতৰ কি বিপদ ঘটিব পাৰে।

গোলাপ ঘূৰিল। মাখন চৰকাৰী চাকৰিয়াল, তাৰ কত দায়িত্ব, কত কাম। সদায় জোনাক ৰাখি থাকিলে কেনেকৈ চলিব? হঠাৎ কেতিয়াবা ক'লৈ লৰ মাৰিবলগীয়া হয়— যখনতখনেকো যাবলগীয়া হ'ব পাৰে! নাই আৰু পলম কৰা নেযায়।

পুলিচেতো সকলো জানিছেই। আৰু লুকাই থাকিব নোৱাৰি, থকাৰ দৰকাৰো নাই। কোনেনো আৰু সিহঁতক সাত জুহৰ সিপাৰৰ পৰা বিচাৰি আনিব? মাখনক

লগত লৈ গোলাপ আৰু জোনা হাকিমৰ ওচৰলৈ যাব, আৰু তাতে গৈ হাকিমৰ আগত শপত খাই দুয়ো খালাচ ল'ব। তেতিয়া সিহঁত নিৰ্ভয় হ'ব। এৰা, ঘূৰি গৈ সি দুই-এদিনতে কাছাৰীলৈ যাবহি।

নগৰৰ পৰা সাত মাইল দূৰৰ জাৰণি গাঁৱত গোলাপৰ দূৰ-সম্পৰ্কীয়া জেঠায়েক এজনী আছে। বিশেষ দৰকাৰ হ'লে সিহঁত কেইদিনমান তাতে থাকিব।

গোলাপৰ বহুত পৰিকল্পনা। সি জোনাক প্ৰেমধৰ্তকৈ হেজাৰ গুণ সুখত ৰাখিব। সি মিলিটাৰীত চাকৰি কৰিব। মাত্ৰ জোনাক ৰখাৰ ভাল এটা দিহা কৰিব পাৰিলেই হ'ল। এৰা, মাখনৰ তাতে জোনা থকাৰ এটা ভাল দিহা কৰি সি জীৱিকাৰ বাট বিচাৰিব। যুদ্ধৰ দিন, ঘৰ এৰিব পাৰিলে টকাৰ অভাৱ নহয়।

সাধাৰণ অৱস্থাত যি কাম কৰিবলৈ এমাহ লাগিলহেঁতেন, সেই কাম গোলাপে পাঁচ দিনত কৰিলে। ৰাতি ৰাতি ত্ৰিশ-পঁইত্ৰিশ মাইল খোজকাঢ়ি সি গাওঁ ওলালগৈ। অলপ কাপোৰ-কানি আৰু পইচা-পাতি বিচাৰি ল'লে। আৰু তাৰ নিজৰ আৰু জোনাৰ বিষয়ে কাকো বিশেষ একো জানিবলৈ নিদি আকৌ ঘূৰি আহিল।

পিঠিত এটা কাপোৰ-কানিৰ টোপোলা, জেপত অলপমান টকা আৰু মনত এবুকু কল্পনা। সি প্ৰায় নিৰ্ভয় হৈ পৰিছে। অন্য বাটেদি সি আহিছে, গা ঢাকি ফুৰিবৰ দৰকাৰ নাই। মিলিটাৰীৰ দিনত পুলিচৰ গুৰুত্ব বহুত কমি গৈছে। আৰু অকলে আহিছে যেতিয়া এনেয়ে কোনোৱে তাক সন্দেহ কৰাৰ ভয় নাই।

ঘূৰি যোৱাত পলম হোৱাৰ কাৰণে চাঁগে জোনা আৰু মাখন দুয়োটাই চিন্তা কৰি থাকিব পায়।

সি অলপ উদ্বিগ্ন অনুভৱ কৰিলে। তাৰ খোজবোৰ খৰ হ'বলৈ ধৰিলে। যিমান সোনকালে হয়, সি মাখনহঁতৰ আগত দেখা দিব খোজে। বাট যেন নুটুটিব! সি ঠিক বাটেই আহিছেতো? মাজে মাজে সি অলপ নিৰীহ ধৰণৰ দুই-এজনক সুধিলেও— সেইটোৱেই তাৰ নিৰ্ভুল বাট হয় নে? সি আশ্বস্ত হ'ল। তাৰ ভুল হোৱা নাই, কিন্তু সি অলপ ক্লান্ত হৈছে। কেইবাদিনো দিনে-ৰাতিয়ে সি খোজ কাঢ়িছে, আহাৰ আৰু বিশ্ৰাম দুয়োটাতে সি অনিয়মীয়া হৈছে। কিন্তু লক্ষ্যস্থল কাষত থাকিলে আহাৰ পথশ্ৰান্তিয়ে অৱসাদ আনিলেও বিৰক্তি নানে। জোনাই বাট চাই আছে— মাখনে তাৰ প্ৰতীক্ষা কৰিছে, এটা ধুনীয়া ভৱিষ্যতে দুৱাৰ মুকলি কৰি সিহঁতলৈ অপেক্ষা কৰিছে। খোজ অবাধ।

## বাইশ

নৈৰ পাৰৰ নিৰ্জন ডাক-বাংলাটোৰ বনগজা-চোতালখনত যেতিয়া মাখন আৰু জোনা বলগে, তেতিয়া আবেলি আঢ়ৈ বাজিছে। মাখনৰ কোনো কুসংস্কাৰ নাছিল, তথাপি আজিৰ দুৰ্যোগৰ কথা চিন্তা কৰি মাখনে অনুভৱ কৰিলে যেন শনিবাৰৰ

পশ্চিম-মুৱা যাত্রা বৰ শুভ নহয়। হয়তো আজিৰ দিনটোও সিহঁতে গোলাপৰ কাৰণে ঘৰতে বাট চাব পাৰিলেহেঁতেন। কালিলৈ দেওবাৰ। সোমবাৰে অৱশ্যে মাখন নগৰত নেথাকিলে নহয়, কাছাৰীত তাৰ উপস্থিতি অপৰিহাৰ্য। কিন্তু দেওবাৰে পুৱাতে খোজ দিয়া হ'লেও গধূলি গধূলি সি নগৰ পালেগৈহেঁতেন। কিন্তু জোনাই নিশ্চয় একেদিনে ছাব্বিশ-সাতাইশ মাইল খোজ কাঢ়িব নোৱাৰিলেহেঁতেন! বেচেৰী জোনাজনী, তাইৰ জীৱন পথৰ বিঘিনিবোৰৰ অৱসান হ'বলৈ আৰু বা কিমান দিন বাকী?

জোনা আৰু মাখন দুয়ো কেঁউফালে চালে। ডাক-বাংলাটোৰ চাৰিওফালে ওখ হাবি। অলপ আঁতৰত নৈখন — নতুন পানীৰে ভৰা। নৈৰ সিপাৰে কিছুমান সৰু সৰু ঘৰ। দূৰণিত কোনোবাই কিবা চিঞৰি চিঞৰি কৈছে— তাৰ প্ৰতিধ্বনি নৈখন পাৰ হৈ আহি নিৰ্জন ডাক-বাংলাটোৰ বেৰত খুন্দা খাইছেহি। ডাক-বাংলাৰ চকীদাৰৰ সৰু ঘৰটোৰ দুৱাৰখন বন্ধ। বেৰৰ মাটিবোৰ এৰাই গৈছে। হয়তো চকীদাৰ নায়েই। এই ডাক-বাংলাটোত সাধাৰণতে কোনোৱেই ৰাতি নেথাকে। ঠাইডোখৰ জয়াৰ। আধা মাইলমান দূৰত বাটৰ দাঁতিত এখন দোকান আছে— কেৰাচিন, নিমখ আৰু কল-কুঁহিয়াৰ বেচে। কেতিয়াবা তাৰ পৰা মাখনে কল নাইবা জুইশলা কিনে। কিন্তু এই আধা-মাইলৰ ভিতৰত কোনো নাই, একো নাই।

মাখনে ডাক-বাংলাৰ কাঠৰ চাং-মজিয়াখনলৈ উঠি গ'ল। জোনাকো মাতিলে। বাৰাণ্ডাৰ ৰেলিংবোৰ বহুত দিন চাফা কৰা নাই, ধূলিৰ চামনি পৰিছে। হয়তো কোনোবা ফাগুনতে ক'ৰবাৰ পৰা বতাহত উৰি অহা ধূলি। তক্তাৰ বাৰাণ্ডাখনতো ধূলি-বালি, গছ-পাত পৰি আছে, হয়তো কোনোবা গৰখীয়া ল'ৰাই গৰু এৰি দি এই বাৰাণ্ডাতে বহি কিবা খেলে।

দুৱাৰখন এনেয়ে বন্ধ কৰা আছে, তলাও নাই, শলখাও নাই। হেঁচা মাৰি মাখনে দুৱাৰ এখন মেলিলে আৰু ভিতৰ সোমাই গ'ল।

"ভিতৰলৈকে আহা —"

জোনা ভিতৰলৈ সোমাই আহিল। ইমানপৰে মাখনে জোনাৰ ফালে চাবৰ অবসৰ পোৱা নাছিল। এবাৰ সি জোনালৈ চালে, দলা-পিটা বৰষুণত তিতি জোনা শেঁতা পৰি গৈছে। গাৰ কাপোৰবোৰ তিতি গাতে লাগি ধৰিছে।

মাখন অলপ অপ্ৰস্তুত হ'ল, দুঃখিতও হ'ল। আজিৰ নিচিনা এটা আপদীয়া আগাগোমা বতৰত সিহঁত ওলাই অহাই হয়তো ডাঙৰ ভুল হৈছে। সৰু ল'ৰাটোৱে জোনাৰ কাপোৰ-কানিৰ গধুৰ টোপোলাটো আৰু মাখনৰো বেগটো লৈ হেঁকেৰ-পেঁকেৰ কৰি আহোঁতে হয়তো বহুত পাছ পৰি গৈছে। হয়তো হুৰুহুৰ্ কৰে অহা বৰষুণজাকৰ পৰা ৰক্ষা পাবৰ কাৰণে সি বাটতে ক'ৰবাত সোমাই বহি আছে।

মাখনে নিৰুপায় অনুভৱ কৰিলে। সিও মূৰৰ পৰা ভৰিলৈকে তিতিছে। কিন্তু সলাবলৈ কাপোৰ নাই। তাৰ যেই হওক, তিতা কাপোৰবোৰৰ মাজত কুঁচি-মুচি থকা জোনাজনীলৈহে তাৰ বেয়া লাগিল। বেচেৰীয়ে আপাততঃ কষ্ট কৰিছে। সেই

ৰাতিপুৱাৰ পৰা তাৰ পাছে পাছে দুৰ্গম বাটেদি চৈধ্য মাইল খোজ কাঢ়িছে— বাটত অকণো জিৰোৱা নাই, দুখন তামোলৰ বাহিৰে আন আহাৰ এটা মুখত দিয়া নাই, তাৰ উপৰি এঘণ্টাতকৈও বেছি বহাগৰ ধল বৰষুণত তিতিছে!

সক ল'ৰা ওলোৱাহি নাই। কাপোৰ সলাবৰ কোনো উপায় নাই। তথাপি মাধনে ক'লে, "তুমি এটা কাম কৰা জোনা। সক ল'ৰা বা কিমান পাছ পৰিছে, ঠিক নাই, তিতা কাপোৰেৰে এনেকৈ কিমান থাকিবা। তুমি কাপোৰবোৰ অলপ চেপি-মেলি লোৱা। মই ডাক-বঙলাৰ চকীদাৰটো কেনি গৈছে অলপ বিচাৰি আহোঁ ! ভয় কৰিবা নেকি?"

"ইয়াত অন্য কোনোবা আছে নেকি?"

"কোনো নাই, আৰু অন্য কোনো অহাৰ আশাও নাই।"

দুৱাৰখন বন্ধ কৰি মাধন ডাক-বঙলাৰ পৰা নামি ওলাই আহিল। ভিতৰৰ পৰা দুৱাৰখন আকৌ বন্ধ কৰি জোনাই গাৰ কাপোৰবোৰ খহাই চেপি-মেলি অলপ শুকাবৰ চেষ্টা কৰিলে। ...

***

আশা কৰা মতে গোলাপ আহি নোলালহি। মাধন চৰকাৰী চাকৰিয়াল। এজনী ছোৱালীৰ কাৰণে সি তাৰ কৰ্তব্যক অবহেলা কৰিব নোৱাৰে। নগৰলৈ সি যাব লাগিব। তদুপৰি আশ-পাশৰ সমালোচনাবোৰো বৰ উপভোগ্য নহয়। ক্ৰমে বাইজৰ মাজত অস্পষ্ট হ'লেও এটা সামাজিক বিস্ফোৰণৰ মনোভাৱে ঠাই লৈছে। ইন্‌চাৰ্জ গোস্বামীয়ে সহজ মাধনটোক বুজি পায়, তথাপি সতৰ্ক কৰি দিয়া মনেৰেই ক'লে, "গোলাপ বোলা ল'ৰাটো দেখোন আজিও নোলালহি। অকলশৰীয়া ছোৱালীজনীক আপোনাৰ ঘৰতে আৰু কিমান দিন ৰাখিব!"

"এৰা, গোলাপে মোক বিপদতহে পেলালে দেখিছোঁ। ছোৱালীজনীক লৈ কি কৰিম মই ভাবনাতহে পৰিছোঁ।"

"নগৰৰ ওচৰত কোনোবা পেহীয়েক নে জেঠায়েকৰ ঘৰ আছে বুলিছিল নহয়। ছোৱালীজনী নি আপুনি কেইদিনমানৰ কাৰণে তেওঁলোকৰ তাতে ৰাখকগৈ।"

"এৰা, তাকেহে কৰিব লাগিব। পিছে তেওঁলোকে বা ৰাখে নে নেৰাখে —"

"নেৰাখিব কিয়? আপুনি ক'লে নিশ্চয় ৰাখিব। ইয়াত আপুনি ছোৱালীজনী ৰাখি থোৱাটো ভাল হোৱা নাই।"

গোস্বামীৰ শেষৰ কথাষৰত মাধনে ৰাইজৰ কণ্ঠস্বৰ শুনিবলৈ পালে। সিও চিন্তিত হৈ পৰিল।

গোলাপ নোলালহি। শেষ পৰ্যন্ত বাট চায়ো জোনা আৰু মাধন দুয়ো হতাশ হ'ল। জোনাই কিন্তু দৃঢ়ভাৱেই ক'লে, "মোক এনেকৈ এৰি তেওঁ কেতিয়াও নহাকৈ নেথাকে। ক'ৰবাত কিবা এটা নিশ্চয় হৈছে। নহ'লে একো নহ'লেও শুদা মানুহটোৱেই ওলালহিহেঁতেন।"

"এৰা, পিছে কিজানি তাক ক'ৰবাত পুলিচে-তুলিচে আটক কৰিছে, তেতিয়াতো সোনকালে আহি ওলোৱাৰ আশা নাই।"

একো নকৈ জোনাই মাত্ৰ এটা অসহায়ৰ হুমুনিয়াহ কাঢ়িলে, হয়তো মাখনে নুশুনিলে।

মাখন মনে মনে গোলাপৰ ওপৰত বিৰক্ত হ'ল। তাৰ জানো অকণো বিচাৰ-বুদ্ধি আৰু দায়িত্বজ্ঞান নাই! জোনাজনীক অকলে এৰি দি সি আজি ছয়-সাত দিন ঘূৰি ফুৰিছে। সঁচাকৈয়ে সি জানো ঘূৰি আহিব? কিজানিবা আত্মৰক্ষাৰ কাৰণে তাৰ বোজাটো মাখনৰ কান্ধত জাপি সি নিৰুদ্দেশ হ'ল। তেতিয়াতো মহা কেলেংকাৰী হ'ব। জোনাক সি কি কৰিব? কাক গতাই দিব?

নাই, গোলাপে মাখনক বিশ্বাসঘাতকতা নকৰে। সি বহুত পৰিবৰ্তন হৈছে। গোলাপ মাষ্টৰ এটা বেলেগ মানুহ।

কিন্তু সি কাৰণতেই নহওক, শুকুৰবাৰৰ ৰাতি বাৰ বজালৈকে বাট চায়ো যেতিয়া মাখনহঁতে গোলাপৰ আহি পোৱাৰ কোনো সম্ভাৱনা নেদেখিলে, সিহঁতে পিছদিনা আগ-বেলাতে নগৰলৈ যোৱা ঠিক কৰিলে।

ৰাতিটো সিহঁতে অস্বস্তি আৰু উদ্বিগ্নতাৰে কটালে। পৰিস্থিতিটোক যিমান সহজ বুলি ভবা হৈছিল সিমান সহজ নহয়, যথেষ্ট জটিল হৈ পৰিছে যে ক্ৰমে?

ৰতৰ বৰ বেয়া। পিছ-ৰাতিৰ পৰা আকৌ বৰষুণ আৰম্ভ হৈছে। ডাৱৰীয়া ৰতৰে হয়তো মানুহৰ মন আৰু বুদ্ধিকো কিছু আচ্ছন্ন কৰি পেলায়। মাখনে বেছি তীব্ৰভাৱে অনুভৱ কৰিব ধৰিলে যেন জোনা আৰু সি ইয়াত আৰু এটা মুহূৰ্তও থকা উচিত নহয়। ৰ'দ হওক, বৰষুণ হওক, জোনাক সি ইয়াৰ পৰা আঁতৰাই নি অন্য ক'ৰবাত (কিন্তু ক'ত?) থ'বগে লাগিব। ইয়াৰ পৰা টাউন, টাউনৰ পৰা সাত মাইল দূৰত গোলাপৰ জেঠায়েকৰ ঘৰ— তাত! এৰা, গোলাপ আহি নোলালহি মানে সি জোনাক নি তাতে ৰাখিবগে। ইয়াৰ মানুহবোৰে তাক অকণো বুজা নাই!

শনিবাৰে পুৱা সোনকালে ভাত এমুঠি খাই সিহঁত নগৰ বুলি ওলাল। যোৱাৰ আগতে মাখনে পাক মাৰি থানাৰ ইনচাৰ্জ গোস্বামী আৰু ডাক্তৰকো কথাষাৰ জনালে।

গাওঁখন পাৰ নোহোৱালৈকে মাখনে জোনাৰ লগত এষাৰ কথাও নেপাতিলে। কিছুদূৰ লগে লগেই আহি থকাৰ পিছত সক ল'ৰা ক্ৰমে পাছ পৰি আহিব ধৰিলে। তাৰ কান্ধত টোপোলাৰ বোজা।

ৰতৰ বেয়া। আকাশখনৰ বুকুত বহুত গধুৰ মেঘ। মাজে মাজে একোবাৰ আকাশখনৰ ফালে চাই মাখনে দেখে দক্ষিণ-পশ্চিম ফালে ডাৱৰবোৰ ক্ৰমে ঘন হৈ আহিছে। মনটো অলপ বিমৰ্ষ লাগে। তাতে তাৰ বেগাই খোজ কাঢ়িবলৈকো বেয়া লাগে, জোনাৰ কষ্ট হ'ব।

জোনা কিন্তু সহজ আৰু নিৰ্বিকাৰ। মুকলি পথাৰ, বিৰিণানি, সৰু হাবি, জান আৰু নৈ! বহুত দূৰে দূৰে মানুহ দুই-এঘৰ। বাটটো প্ৰায় জনশূন্য। ম'হখুঁটিবোৰৰ

আশে-পাশে শ শ ম'হৰ জাক। কোনটো হিংস্র, কোনটো শান্ত বুজিব নোৱাৰি। বিৰিণানিৰ মাজত সিহঁতৰ ডিঙিৰ টিলিঙাৰ মাতবোৰ জুন্‌জুন্‌কৈ বাজে! বাটৰ কাষৰ লেঙা চেতিয়নাডালৰ ওখ ফেৰেঙণি এটাৰ ওপৰত এটা শগুণৰ বাহ। দুটা পোৱালি জগিছে। সিহঁতে কিৰ্‌কিৰাই মাতে!

লোকেল ব'ৰ্ডৰ বাট। বাট নাই, বাটৰ চিনটো আছে। কোনো দিন লৰী-মটৰ নাহে। মানুহ আহে খোজকাঢ়ি, নাইবা ঘূৰি-পকি নাৰেৰে। সেইদেখি আলিৰ দাঁতিতকৈ নৈৰ কাষতেই মানুহ আছে বেছি।

মাখনে অৱশ্যে এই বাটেদিয়ে বহুবাৰ অহা-যোৱা কৰিছে। তাৰ ভয় নেলাগে। ফাগুন-চ'তমহীয়া অকলশৰে বা লগত পিয়ন এটা লৈ চাইকেল মাৰি আহি তাৰ ভালেই লাগে। মুক্ত আকাশ আৰু নিবিড় অৰণ্যৰ মাজেদি জনহীন বাটেদি অহাত সি মুক্ত আনন্দ উপলব্ধি কৰে। গতিৰ এটা মাদকতা অনুভৱ কৰে।

আজি কিন্তু বাটটো বোকা। মাজে মাজে পানীৰ ডোঙা। মাজে মাজে বোকাৰ ঘূলি। যিবোৰ ঠাইত আলি ছিগিছে, সেইবোৰ ঠাইত কঁকলুৱা, বুকুৱা পানী। নাও নাই, সাঁকো নাই, নামি পাৰ হোৱাৰ বাহিৰে অন্য উপায় নাই, চাৰি-পাঁচ হাত বহল এই ছিগাবোৰ পাৰ হ'বৰ সময়তে মাখন বিব্ৰত হৈ পৰে আটাইতকৈ বেছি। কাপোৰ-কানি নিতিতাকৈ ৰাখিবলৈ চেষ্টা কৰা হাস্যকৰ। কাপোৰ-কানিয়ে গোটা মানুহটো নামি দিয়াৰ বাহিৰে উপায় নাই।

এনে ছিগা পালে প্ৰথমে মাখনে খুপি খুপি নামি যায়, তাৰ পিছত কিমান দ আছে বুজি, হাতত ধৰি জোনাক নমাই নিয়ে। জোনা তিতে, আঁঠুলৈকে, কঁকাললৈকে, বুকুলৈকে, তাৰো ওপৰলৈ। বেছি দ যেন পালে মাখনে জোনাক অলপ কোলাত লোৱাৰ দৰে তুলি লয়; পানীত জোনাজনী এজনী সৰু ছোৱালীৰ নিচিনা পাতল হৈ পৰে। সহজে জোনাই মাখনৰ ওপৰত নিৰ্ভৰ কৰি সিফালৰ মাটিত ভৰি দিয়ে। অলপ ৰয়, তিতা কাপোৰবোৰ ভাল কৰি লয়, তাৰ পিছত আকৌ লাহে লাহে খোজ দিয়ে।

কিছুমান অবোধ্য অনুভূতিয়ে মাখনক অলপ সময়ৰ কাৰণে বিবুদ্ধি কৰি পেলায়। তাৰ কষ্ট হৈছে নে আনন্দ হৈছে, তাৰ নুমুজা যেন লাগে। জীৱনত অপ্ৰত্যাশিত আৰু অভাৱনীয় অভিজ্ঞতাৰ মুহূৰ্তবোৰ কোন বাটেদি কেতিয়া আহি আমাৰ সন্মুখত থিয় হয়হি আমি নেজানো। যিজনী ছোৱালীৰ বিষয়ে আজিও সি সকলো কথা নেজানে, সেই ছোৱালীজনী আজি তাৰ নিচেই কাষত, তাৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰশীল, আনকি তাৰ বাহিৰে আজি তাইৰ কোনোৱেই নাই। আৰু সি নজনাকৈয়ে স্বীকাৰ কৰি লৈছে যে ছোৱালীজনীৰ বৰ্তমান মুহূৰ্তৰ সকলো দায়িত্ব আজি সি নিজে বহন কৰাৰ বাহিৰে গত্যন্তৰ নাই। অবোধ্য পৃথিৱী, অবোধ্য জীৱনৰ গতিপথৰ বৈচিত্ৰ্য।

সৰু ল'ৰাৰ সম্পৰ্ক হয়তো বাটৰ ধূলি-বোকাৰ লগত। নুসুধিলে সি কোনো দিনেই একো কথা নকয়, আপোনমনে সি তাৰ সৰু কামবোৰ কৰি যায়। আজিও সি আহি আছে মাখন আৰু জোনাৰ পাছে পাছে আঁতৰে আঁতৰে। সি শান্ত। মাখন আৰু জোনাৰ অন্তৰ্জগতৰ অচিনাকি ধুমুহাৰ সৰু কঁপনি এটায়ো হয়তো তাৰ অন্তৰ চোৱাঁগে নাই। নিৰ্বিকাৰভাৱে বাটৰ বন-বোকাৰ লগত মনৰ চিনাকি ৰাখি ৰাখি সি মাখোন খোজ কাঢ়িছে!

বহাগৰ আকাশে কান্দে, ধৰণীৰ ধূলি উতলা হয়, বনবোৰৰ বুকুৰ পৰা এটা সজীৱ কেঁচা গোন্ধ ওলায়। বতাহজাকৰ বুকুত আশ্ৰয় বিচাৰি বিৰিণানিবোৰ ঢলি পৰিব খোজে। কিন্তু এটা প্ৰচিন চিনাকিৰ সোঁ-সোঁৱনি বিৰিণানিখনৰ বুকুৰ পৰা আহি নৈখনৰ বুকুত হেৰাই যায়।

মাখন আৰু জোনাৰ বুকুৰ মাজত জীৱন্ত হৈ উঠা এটা প্ৰাচীন, অচিনাকি অনুভূতিয়ে ভাষা বিচাৰি ভাগৰি পৰে, নীৰৱ হৈ যায়। তাৰ পৰশে দুয়োৰে চকু সলজ্জ কৰি তোলে।

মাজে মাজে আলিৰ দুয়োকাষ পানীৰে চপ্‌চপীয়া হৈ পৰিছে। বহল, বগা পানী।

"জোনা –"

"হোঁ –?"

"তোমাৰ বৰ ভাগৰ লাগিছে, নহয়?"

"সেইদিনাৰ সমান নাই লগা –"

সেইদিনা মানে গোলাপৰ লগত মাখনৰ ঘৰ বিচাৰি তাই যিদিনা এই বাটেৰেই গৈছিল।

মাখন মনে মনে থাকে। সিহঁত অহাৰ দিনা হয়তো বাটটো আজিৰ নিচিনা নাছিল, অলপ শুকান আছিল। অথচ আজি বোকা। মাইলৰ পাছত মাইল বোকাত খুপি খুপি খোজকঢ়াটো জানো সঁচাকৈয়ে জোনাৰ কষ্ট হোৱা নাই।

সিহঁত আহি নৈৰ পাৰত উঠিলহি। এইখিনিত আলিবাট নাই। নৈৰ পাৰটো ওখ, মথাউৰিৰ নিচিনা, অৱশ্যে আপুনি হোৱা। প্ৰায় পাঁচ মাইল নৈৰ পাৰে পাৰেই গৈ থাকিব লাগিব।

মাখনৰ আলপ ভাল লাগিল। সোঁফালে বহল নৈখন আৰু বাওঁফালে বন, ঝাও আৰু বিৰিণানি!

এহাল মানুহ!

"আৰু কিমান দূৰ আছে?"

"বেছি দূৰ নাই আৰু। ডাক-বঙলা পালে আৰু কিজানি পাঁচ-ছয় মাইলমানহে আছে।"

"বেলি বা কিমান হ'ল?"

"দুইমান বাজিব পায়।"

বৰ বেগেৰে নৈখন বৈছে। বুকুত বহুত নতুন পানী। জাবৰ-কুটাও বহুত উঠি গৈছে। মাখন আৰু জোনাৰ খোজ শান্ত আৰু ধীৰ। সিহঁতৰ গাৰে তিতা কাপোৰবোৰ গাতে শুকাইছে।

"জোনা –"

"কি হৈছে –"

"গোলাপৰ জেঠায়েকৰ ঘৰ যে আছে, তাতে তুমি কেইদিনমান থাকিব পাৰিবা নহয় –"

"নহ'লেনো আৰু ক'ত থাকিম!"

"এৰা, গোলাপটো যে ক'লৈ গ'লগৈ –"

"মই আৰু তেওঁৰ কথা ভাবিবলৈকে এৰি দিছোঁ –"

দুয়ো আকৌ আগবাঢ়িল – নীৰৱে।

গোলাপৰ কথা ভাবিবলৈ এৰি দিলে জোনাৰ চলিব জানো? তেন্তে তাইনো কাৰ কথা ভাবিছে? কাৰ কথা ভাবিব?

ক'লা ডাৱৰবোৰ তললৈ নামি আহিছে– বেগেৰে। পূব- হিমালয়ৰ কোনোবা মালভূমিৰ যেন আকুল নিমন্ত্ৰণ পাইছে! নৈখনে মাতিছে নেকি?

"আকৌ বৰষুণহে আহিব কিজানি –" আকাশৰ ডাৱৰবোৰৰ ফালে চাই মাখনে ক'লে।

"এইডোখৰত আৰু আলি-ছিগা আছে নে নাই?"

"আগেয়ে নাছিল, পিছে কি ঠিক এতিয়া ক'ৰবাত ছিগিছেই কিজানি– তোমাৰ ভয় লাগে নহয় –"

জোনাই অস্পষ্টকৈ হাঁহিলে। মাখনে নেদেখিলে।

"ভয় নেলাগে, ভালহে লাগে। পিছে –"

মাখনে জোনাৰ মুখলৈ চালে। সঁচাই জোনাই মুখ টিপি হাঁহিছে!

"হাঁহিছা দেখোন জোনা !"

"আপোনাৰ কোলাত উঠি পানী পাৰ হ'বলৈ খুব ভাল লাগে –"

"ধুৎ!" মাখনেও হাঁহিলে। তাৰো জানো ভাল নেলাগে, তাৰ সবল বাহুৰ মাজত এজনী পানীত তিতা ছোৱালীৰ তপত গাটোৰ কোমল পৰশ ! ৰহস্যময় অনুভূতি !

আৰু যদি দ আলি-ছিগা পায়, মাখনে এইবাৰ জোনাক এডোখৰ নি মাজতে পানীৰ মাজত এৰি দিব– তাই কৰ্কৰকাই আহি ডিঙিত সাবটি ধৰিবহি। এৰা।

বৰষুণ নামি আহিল– একেবাৰে কলহৰ কাণে ঢলা হৰ্হৰীয়া বৰষুণ। আমলখীয়া টোপালবোৰ জোনা আৰু মাখনৰ মূৰে-গায়ে পৰিব ধৰিলে। নৈখনৰ বুকু ধূঁৱলি-কুঁৱলী হৈ পৰিল।

"জোনা –"

"হোঁ –"

"ছাতিৰ তললৈ আহা ডাঙৰ বৰষুণ আহিছে –"

এটা ছাতি, দুটা মানুহ– দবা-পিটা বৰষুণ।

দুয়ো কাষৰ গছজোপাৰ তললৈ গ'ল। গছৰ পাতবোৰে দুয়োকে বৰষুণৰ শকত টোপালবোৰৰ পৰা অলপ ৰক্ষা কৰিব।

উত্ৰাৱল গতিৰে নৈখন নাচি নাচি বৈ যায়। বিজুলী-ঢেৰেকণিৰে হুলস্থূল কৰি আকাশৰ বুকুৰ পৰা উদ্দাম ধাৰাত বৰ্ষা বাগৰি আহে। মাজে মাজে এজোকাক ফেৰফেৰীয়া বতাহ। নৈৰ বুকুত তাৰ সোঁ-সোঁৱনি।

বৰষুণৰ সিপাৰে সক ল'ৰা ক'ৰবাত পাছ পৰি বৈ গৈছে।

মাখনৰ একেবাৰে গাৰ কাষত জোনা।

"বৰ ডাঙৰ বৰষুণ দিছে জোনা –"

"এৰা –"

কিন্তু জোনাই যেন অকণো অস্বাভাৱিক যেন অনুভৱ কৰা নাই। জীৱনৰ বাটত বহুত ধুমুহা, বৰষুণ আহে। তাত অভিযোগ কৰিবৰ একো নাই!

বৰ্ষামুখৰ এখন বন্য প্ৰচিন পৃথিৱীত, জনশূন্য এখন উত্ৰাৱল নদীৰ পাৰত, অনাত্মীয় এজোপা বনৰীয়া গছৰ আশ্ৰয়ত দুটা উত্তপ্ত নিশ্বাস। মাখনৰ চকু দুটা ডাঙৰকৈ মেলা, জোনাৰ চকু দুটা আধা-মুদা। জোনাই যেন তাই গাতে লাগি থকা মাখনৰ বুকুৰ ভিতৰখনৰ অবোধ্য ধুমুহাজাকৰ অৰ্থ বুজিবৰ চেষ্টা কৰিছে, আৰু মাখনে চেষ্টা কৰিছে বাহিৰ পৃথিৱীৰ সমগ্ৰ পৰিবেশটোৰ বুজিব নোৱাৰা ৰহস্যটো।

"বৰকৈ তিতিছা নেকি জোনা –" মাখনে জোনাৰ পিঠিটোত হাত দি চায়। নিতিতবৰ কোনো কাৰণ নাই। পিঠিটো জোনাই বৰষণৰ ফালে এৰি দিয়ে। তাই মাখনৰ আৰু কাষ চাপি আহে। তাইৰ কোমল বুকুখন মাখনৰ বুকুৰ একেবাৰে কাষ চাপে।

"পিঠিটো তিতিছে, তিতক দিয়ক।" একপ্ৰকাৰ আনন্দেৰেই জোনাই কয়।

বাওঁহাতখনেৰে মাখনে জোনাক গাৰ কাষ চপাই ধৰি থাকে– হয়তো বৰষুণৰ পৰা ৰক্ষা পৰিবৰ কাৰণে, হয়তো বাহিৰৰ গোটেই পৃথিৱীখনৰ পৰা ৰক্ষা কৰিবৰ কাৰণে। একেবাৰে সহজভাৱে জোনাই মাখনৰ তপত বুকুখনৰ কাষত আশ্ৰয় লয়।

আকাশৰ অজস্ৰ ধাৰা পৃথিৱীৰ বুকুত থহি পৰে। নদীখন বলিয়া হৈ নাচে।

প্ৰায় এঘণ্টাৰ মূৰত বৰষুণজাক কিছু পাতলি আহিলত সিহঁতে খোজ ল'লে। মাখনে অনুভৱ কৰিলে যেন বহুত যুগ, বহুত শতাব্দী এটা কোমল উত্তাপৰ মাজত সি শুই আছিল– আৰু আজি তাৰ পৰা সাৰ পাই সি বৰ তৃপ্তিৰে ঘূৰি আহিছে– এটা নতুন অচিনাকি বাটেদি। হয়তো নাৰীদেহৰ কোমল উত্তাপতকৈ মধুৰ আৰু কোনো উত্তাপ পৃথিৱীত নাই।

চাৰিমান বজাত সিহঁত ডাক-বঙলা পালেহি ...।

ডাক-বঙলাৰ চকীদাৰ আৰু সৰু ল'ৰা লগ লাগি ৰাতিটো থাকিবৰ কাৰণে তাৰ কোঠা এটা অলপ চাফা কৰিলে, সন্ধিয়াৰ লগে লগে বৰষুণ এৰিলে। পৰিবেশটো অলপ গৰম। এইডোখৰত হয়তো বৰষুণজাক নৈৰ পাৰৰ সমান ডাঙৰ নাছিল।

আধা-তিতা বিছনাখন জোনাৰ কাৰণে সৰু ল'ৰাই ঠিক কৰি দিলে। চকীদাৰ আৰু সৰু ল'ৰাই দুটামান ভাত ৰান্ধিলে, আৰু ডাক-বাংলাতে আনি দিলে।

মাখন আৰু জোনা দুয়ো খালে। ভাত খাই থাকোঁতে চকীদাৰে নিজৰ অনুপস্থিতিৰ কাৰণ স্বৰূপে ক'লে, "আজি দুবছৰমান ছাৰ ইয়াত কোনো থকাই নাই। থাকিবলৈ ভয় কৰে। ৰাতি হেনো কিবাকিবি ওলায়! পিছে একো নেভাবিব। মযোচোন অতদিন আছোঁ, আমি একো লগ পোৱা নাই। আজি ময়ো থাকিম। কিবা দৰকাৰ হ'লে ক'ব ছাৰ –"

সৰু ল'ৰাই চকীদাৰৰ লগতে শোৱাৰ যোগাৰ কৰি ল'লে।

ৰাতি ভাত খাই উঠি বেতৰ হেলনীয়া চকীখন বাৰাণ্ডালৈ টানি আনি মাখন বহিল। পূবৰ আকাশখন অলপ পোহৰ যেন হৈছে। হয়তো আৰু কিছু পৰৰ মূৰত জোন ওলাব। কৃষ্ণপক্ষৰ জোন।

ভাগৰ লাগিলেও মাখনৰ টোপনি নহা যেন লাগিল। হয়তো বহি বহি সি ৰাতিটো কটাব লাগিব। তাৰ বিছনা নাই। বহাৰ পৰাই সি সৰুকৈ ক'লে– "তুমি শুই থাকা জোনা। একো ভয় নাই।"

## তেইশ

যিজাক বৰষুণত তিতি মাখন আৰু জোনাই নৈ-পৰীয়া ডাক-বঙলাত আশ্ৰয় ল'ব লগা হ'ল, সেই একেজাক বৰষুণতে তিতি, আশ্ৰয় বা বিশ্ৰামৰ কোনো চেষ্টা বা চিন্তা নকৰি গোলাপ আগবাঢ়িল মাখনৰ ঘৰলৈ– ৰাতিৰ সেমেকা আন্ধাৰৰ মাজে মাজে। সি সম্পূৰ্ণ তিতিছে। দিনৰ দিনটো বোকাই বোকাই খোজকাঢ়ি তাৰ ভৰিবোৰত বিষ উঠিছিল। তাৰ পিঠিত অনা টোপোলাটোও তিতি গধুৰ হৈ পৰিছিল। কিন্তু এটা নতুন কল্পনা লৈ ক'তো নোৰোৱাকৈ সি আগবাঢ়িব ধৰিলে।

মাখন আৰু জোনা সি ইমানদিন ঘূৰি নহাৰ কাৰণে নিশ্চয় তাৰ ওপৰত অসন্তুষ্ট হৈছে। এদিনতে ঘূৰি অহাৰ কথা কৈ সি ওলাই গৈছিল, কিন্তু ঘূৰি আহোঁতে তাৰ আজি এসপ্তাহেই হ'ল। কি যে নেভাবিছে চাগে সিহঁতে! হয়তো মাখনে ভাবিছে কিজানি ট্ৰি ক'ৰবালৈ পলালহে। জোনাক এৰিনো মই পলাব পাৰোঁনে? আৰু এতিয়া পলাবৰেই বা প্ৰয়োজন কি? মাখনৰ ঘৰত থকাৰ কথা পুলিচকো জনোৱা হৈ গৈছে। তদুপৰি জোনা তাৰ জীৱনৰ লগত এনেদৰে মিলি পৰিছে যে এতিয়া আৰু অন্য আশঙ্কা কৰিবৰ কোনো প্ৰয়োজন নোহোৱা হৈ গৈছে! অৱশ্যে মাখনে এতিয়াও আটাইবোৰ কথা নেজানে। কিন্তু আটাইবোৰ কথা জানো সকলোকে জনাই দিব পাৰি?

মাখনক মই ঠগিবলৈ নিবিচাৰোঁ, জোনাকো ঠগিবলৈ বিচৰা নাই। প্ৰেমৰ ধৰে হয়তো অলপ ঠগ খালে, কিন্তু সি জোনাক বিয়া কৰোৱাই ভুল হৈছিল। জোনাৰ লগত সি একেবাৰে নিমিলে। জোনাক কোনোবাই তাৰ কাৰণে পঠিয়াইছিল– অন্যৰ কাষত ৰ'ব কিয়?

বেচেৰা মাখনটো, পঢ়া-শুনা কৰি ডাঙৰ মানুহ হ'ল, চৰকাৰী কামত সোমাল, দৰমহাও পায় ভালেখিনি– তথাপি আমাক খেদাই নিদিলে! এৰা, সিয়ে আমাক আশ্ৰয় নিদিয়া হ'লে– ! মই বাৰু ল'ৰাকালৰে চিনাকি, একে গাঁৱৰে ল'ৰা। কিন্তু জোনাক যে সি অকণো ঘিণ-ঘাণ নকৰিলে। নুসুধিলেহ ক'ৰ পৰানো আহিছে! অইনে হোৱা হ'লে কত কি কথা হয়তো পেৰেনিয়ালেহেঁতেন। আৰু জোনাজনীও লিখা-পঢ়া একো নজনা, নগৰ-চহৰ একো নেদেখা ছোৱালী এজনীয়ে বি. এ. পাছ মানুহ এটাৰ লগত ইমান ঘপ্‌কৰে চিনাকি হৈ পৰিল, আপোন হৈ পৰিল! তাই যেন ক'ৰবাৰ স্কুলে-কলেজে পঢ়া নগৰীয়া ছোৱালীহে। একেলগে চকীত বহি মেজত ভাত খাবলৈও আহুকাল নেপালে। মোৰেহে লাজ লাগিছিল– মাখনৰ ঘৰ বুলিহে।

বৰষুণৰ কথা গোলাপে প্ৰায় পাহৰিয়ে গৈছে। তাৰ মনটোৰ ভিতৰত বহুত মোহনীয় স্মৃতি আৰু কমনীয় কল্পনা। মাখনকে আশ্ৰয় কৰি, ইয়াৰে ক'ৰবাত সি আৰু জোনাই এখনি সৰু সংসাৰ গঢ়ি তুলিব। এনেকুৱা বৰষুণ দিয়া সন্ধিয়া সিহঁত দুটা মুখামুখিকৈ বহি বহুত কিবা ধুনীয়া কথা পাতিব– মাজে মাজে মাখন ওলাবহি আলহী হৈ– জোনাত তাক আদৰ-সাদৰ কৰি বহুৱাব– নিজ ককায়েকৰ দৰে মৰম কৰিব। সিহঁতৰ শান্ত, সৰু জীৱনটো বহুত মধুৰ অভিজ্ঞতাৰে ভৰি থাকিব! ...

মাখনৰ পাছফালৰ চোতালত যেতিয়া গোলাপ আহি ৰ'লহি, উৎকণ্ঠা আৰু আনন্দত তাৰ বুকুখন টিপ্‌টিপাই উঠিল। তাৰ বৰষুণত তিতি থকা মুখখন সি হাতৰ তলুৱাৰেহে মোহাৰিলে। গাটো চুই চালে– একেবাৰে তিতা। তথাপি তাৰ জাৰ লগা নাই। তাৰ বুকুৰ ভিতৰত বহুত, বহুত আনন্দ আৰু বহুত উত্তেজনা জমা হৈছে।

নিস্তব্ধ।

ঘৰটোৰ ভিতৰত কোনো লেম-চাকি জ্বলি থকা নাই, ইমান ৰাতি জ্বলি নথকাই স্বাভাৱিক। সি বাৰাণ্ডালৈ উঠিল, টোপোলাটো বাৰাণ্ডাত থকা বেঞ্চখনতে শব্দ নোহোৱাকৈ থ'লে, তাৰ পিছত অলপ-পৰ অস্থিৰ অনিশ্চয়তাত এনেয়ে থিয় দি থাকিল। বাহিৰত জোনাক আছে, কিন্তু অতি ক্ষীণ, ক'লা মেঘে জোনাকবোৰ ঢাকি ৰাখিছে। বাৰাণ্ডাখনত বহুত আন্ধাৰ, আৰু খিৰিকী-দুৱাৰ বন্ধ ঘৰটোৰ ভিতৰত আৰু বেছি আন্ধাৰ।

এইটো কোঠা– ইয়াতে জোনাই শুইছে। গভীৰ টোপনি নিশ্চয়, আৰু এইটো কোঠাত শুইছে মাখন– বেচেৰাই ক'বই নোৱাৰে যে মই আহি বাৰাণ্ডাত থিয় হৈ আছোঁহি। টোপনি আহিলে মানুহবোৰৰ একো গম নেথাকে।

গোলাপ অলপ বিমোৰত পৰিল। ইমান ৰাতি মাখনহঁতৰ টোপনি ভঙা জানো উচিত হ'ব? চিঞৰি দিলে হঠাৎ জোনাহঁতে উচাপ খাই উঠিব। কথাটো ভাল হ'ব জানো। ৰাতিতো বৰ বেছি নাই। খুব বেছি দুঘণ্টা বা তিনি ঘণ্টা। সেইকণ সময় সি বেঞ্চখনতে শুই নেথাকে কিয়? ৰাতিপুৱা উঠি তাক বাৰাণ্ডাৰ বেঞ্চত শুই থকা দেখিলে নিশ্চয় সিহঁত দুটাই আমোদ পাব, আচৰিতো হ'ব, হয়তো তাক মৃদু তিৰস্কাৰো কৰিব।

কিন্তু নিজেই গোলাপে ক'ব নোৱাৰিলে কেতিয়ানো সি জোনা শোৱা কোঠাটোৰ সন্মুখত ৰৈ অস্পষ্ট মাতেৰে চিঞৰ আৰম্ভ কৰিছে– "জোনা, অ' জোনা –"

কোনো সাৰ-সঁহাৰি নাই। সি অলপ ৰল। মনে মনে থাকি ভিতৰত কোনোবাই সাৰ পাইছে নে নাই কাণ দিলে, তাৰ পিছত আকৌ মাতিলে– "জোনা –"

এইবাৰ তাৰ মাতটো স্পষ্ট।

ক্রমাৎ তাৰ মাত ডাঙৰ হৈ আহিল! "মাখন, অ' মাখন! জোনা, অ' জোনা! সৰু ল'ৰা, এই সৰু ল'ৰা – ইমান টোপনি নে ইহঁতৰ! জোনা, জোনা –"

আকৌ সি মনে মনে ৰ'ল।

ক'লা ডাৱৰবোৰৰ বুকুৰ পৰা মুক্ত হৈ অলপ সময়ৰ কাৰণে জোনাক অলপমান চোতালখনলৈ নামি আহিল। গোলাপে চালে এখন শূন্য চোতাল, এটা আন্ধাৰ ঘৰ আৰু চাৰিওফালে আকাশৰ পৰা পৃথিৱীলৈকে বিয়পি আছে এটা নীৰৱ মৌনতা। পৃথিৱীখন যেন কাহানিবাই মৰি নিঃসাৰ হৈ পৰিছে। এতিয়াও পাতলকৈ দি থকা বৰষুণজাকে নিস্তব্ধ ৰাতিটোক আৰু গভীৰ কৰি তুলিছে।

গোলাপৰ অলপ-ভয় লগা যেন লাগিল। নহয় মাখনৰ ঘৰ হ'লেও, এইদৰে ৰাতি দুপৰত বাৰাণ্ডাত বহি থকা ভাল কথা নহয়। হঠাৎ অন্য কোনোবা কেনেবাকৈ আহি দেখিলে কি ভাবিব।

এইবাৰ সি জোনা শোৱা কোঠাটোৰ একেবাৰে দুৱাৰ মুখত থিয় হ'ল আৰু অলপ ডাঙৰকৈ মাতিলে– "জোনা, অ' জোনা" কাৰো মাত নাই!

হঠাৎ তাৰ মনৰ মাজেদি এক মুহূর্তৰ পূর্বলৈকে কেতিয়াও মনলৈ নহা সন্দেহ এটাই ভূমুকি মাৰিলে। অতি অশ্লীল আৰু নিষ্ঠুৰ সেই সন্দেহ। কিজানি কোঠাত জোনা অকলে শুই থকা নাই, কিজানি জোনা, কিজানি অন্য কাৰোবাৰ– মাখনৰ– ছিঃ, অসম্ভৱ– কিজানি মাখনৰ– বাহুৰ মাজত– নহয়, নহয়– কি নিষ্ঠুৰ, কি নির্লজ্জ কথা ভাবিছোঁ– মাখন কিজানি– নাই, নাই– মাখন কিজানি– জোনাৰ লগত –!!

গোলাপে ডাঙৰকৈ চিঞৰি দিলে, "জোনা –"

ৰাতিটোৰ নিকত্তাপ মৌনতাৰ বুকুৰ পৰা এটা শুকান প্রতিধ্বনি আহিল,'ও-না-না–'

গোলাপ অলপ অতিষ্ঠ আৰু অধৈর্য্য হৈ উঠিল। মুহূর্ততে সি ভাবি পেলালে– যিজনী জোনাই প্রেমধৰক, নিজৰ স্বামীক এৰি আহিল তাৰ কাৰণে, তাই যদি মাখনৰ লগত তাক এৰি– অসম্ভৱতো নহয়। মাখনো এটা ডেকা মানুহ!

আকৌ এবাৰ চিঞৰি মাতি গোলাপে বিশেষ একো চিন্তা নকৰি কোঠাটোৰ দুৱাৰখনত হেঁচা দিলে। দুৱাৰখন বন্ধ। হাতেৰে খেপিয়াই চালে– শিকলি আৰু তলা লগাই দুৱাৰখন বাহিৰৰ পৰা বন্ধ কৰা আছে।

তেন্তে কি জোনা তাই আগেয়ে শোৱা কোঠাটোত শোৱা নাই?

তেন্তে ক'ত? একে কোবেই গোলাপ আহি মাখন শোৱা কোঠাটোৰ দুৱাৰমুখত ৰ'লহি আৰু ডাঙৰকৈ চিঞৰিলে, "মাখন, অ' মাখন– জোনা –"

নিৰুত্তৰ অশ্লীল নিস্তব্ধতা।

ক্ৰমে এই নীৰৱতাৰ ৰহস্যই গোলাপক আৰু অধৈৰ্য কৰি তুলিলে। সি দুৱাৰখন হেঁচিলে। এইখন দুৱাৰতো বাহিৰৰ পৰা তলা লগোৱা! তাৰ মানে– ভিতৰৰ দুয়োটা কোঠাত কোনোৱেই নাই। তেন্তে জোনা আৰু মাখন ক'লৈ গ'ল। গোলাপ ৰান্ধনিশাললৈ আহিল।

"সৰু ল'ৰা, অ' সৰু ল'ৰা –"

হঠাৎ গোলাপে অনুভৱ কৰিলে যে সি বৰ ক্লান্ত আৰু তাৰ হাত-ভৰিবোৰ বৰকৈ কঁপিছে। থিয় হৈ থকাৰ কাৰণে অসম্ভৱ যেন লাগিল। তাৰ গাটো জাৰত শিয়ৰি উঠিল। যোৱা কেইদিনৰ ভিতৰত দিনে ত্ৰিশ-পঁইত্ৰিশ মাইলকৈ খোজকঢ়াৰ ভাগৰখিনিয়ে যেন তাক হেঁচি ধৰিলে। তাৰ মূৰটো ঘূৰাবলৈ ধৰিলে। চেষ্টা কৰি আকৌ এবাৰ সি এইটো আগৰ মাখনৰ ঘৰটো হয় নে নহয় চালে। কোনো ভুল নাই, এইটোৱেই সি এৰি যোৱা মাখনৰ ঘৰ।

বেঞ্চখনতে সি অৱশ হৈ বহি পৰিল। এনে অবোধ্য ৰহস্যময়, এনে নিৰুপায় অৱস্থাত সি কোনো দিন পৰা নাই। জোনা বিশ্বাসঘাতক হ'ব পাৰে, কিন্তু মাখন– শিক্ষিত মাখন, বি. এ. পাছ মাখন, চৰকাৰী চাকৰিয়াল মাখন, আৰু সাহিত্য লেখা মাখন– সিও তাক বিশ্বাসঘাতকতা কৰিলে নে? কৰিব পাৰিলে নে? নিশ্চয় কিবা এটা ঘটিছে। হয়তো পুলিচে জোনা, মাখন, সৰু ল'ৰা সকলোকে এৰেষ্ট কৰি লৈ গৈছে।

কি মাৰাত্মক কথা! মাখন-জোনাহঁত কিজানি এতিয়া ক'ৰবাৰ থানাৰ লক্-আপত, হয়তো কোনো জেলত! ছিঃ ছিঃ, সি বেচেৰা মাখনটোক কি বিপদত পেলাই দিলে।

নদীখনৰ সিপাৰে সদায় দিয়াৰ দৰে বন-কুকুৰাই ডাক দিছে। অলপতে ইয়াৰ মানুহবোৰ সাৰ পাব, কালি যাক ঘৰৰ ভিতৰত দেখিছিল, আজি ৰাতিপুৱাও তাক দেখি এটা আনন্দৰ হাঁহি মাৰিব। ৰাতিটোৰ ভিতৰতে তাৰ দৰে কাৰো জীৱন ওলট-পালট্ হৈ যোৱা নাই। সি হঠাৎ সকলো হেৰুৱাই পেলাইছে। সি এটা সৰ্বহাৰা হৈ পৰিছে!

গোলাপে নিজকে বৰ নিঃসহায় অনুভৱ কৰিলে।

বৰষুণ প্ৰায় এৰিছে, জোনাকবোৰ পানীত পৰি মৰা শিশুৰ শেঁতা মুখখনৰ দৰে শীতল হৈ পৰিছে। পূব আকাশ কাহিলি পোহৰ হৈ আহিছে। চাৰিকড়িয়াৰ দক্ষিণ

পাৰৰ পৰা উঠি আহিছে এজাক ধীৰ শান্ত বতাহ। গোলাপৰ অন্তৰত হেজাৰ বৰদৈচিলাৰ বা-মাৰলী থাকিলেও, বাহিৰ জগতখন শান্ত। বৰষুণে ধুই নিকা কৰা এখন সেউজীয়া নিমজ পৃথিৱী। চোতালৰ বনবোৰত মাটিৰ জীপাল গোন্ধ।

কিবাকিবি কিছুমান নাম-নোহোৱা চৰায়ে কিৰীলি আৰম্ভ কৰি দিছে। এটা ৰাতিৰ বিশ্ৰামৰ শেষত আকৌ জীৱনৰ পূজাৰ আয়োজন আৰম্ভ হৈছে।

চকুত দুৰ্বোধ্য অস্পষ্টতা লৈ গোলাপ বেঞ্চখনৰ পৰা উঠি আহিল। "অলপ টোপনি আহিছিল নেকি? অলপ শুইছিলোঁ নেকি?" সি জোনা শোৱা কোঠাটোৰ দুৱাৰমুখলৈ আহি আৰু দুৱাৰৰ ফুটা এটাইদি ভিতৰলৈ জুমি চালে। ভিতৰত তেতিয়াও আন্ধাৰ। তথাপি কাহিলি পোহৰৰ মাজেদি সি দেখিলে ভিতৰখন শূন্য। জোনা নাই, কোনো নাই। কিছুমান অৰ্থহীন নীৰৱতা এতিয়াও বিছনাৰ তক্তা-পোচখনৰ ওপৰত দীঘল দি শুই আছে। কোঠাৰ ভিতৰৰ শূন্যখিনি যেন তাৰ বুকুৰ ভিতৰৰ শূন্যখিনিৰেই প্ৰতিৰূপ!

জোনা, মাখন, সৰু ল'ৰা কোনো নাই। ঘৰটোৰ সকলো দুৱাৰত তলা মৰা। কিন্তু ভিতৰত মাখনৰ চাইকেলখন আছে। এটা চুটকেচো আছে। আৰু আল্‌নাডালত আছে কেইখনমান পিন্ধি সোলোকাই থোৱা কাপোৰ। তেন্তে মাখনহঁতে এই ঘৰ একেবাৰে এৰি যোৱা নাই। সি অলপ সাহস পোৱা যেন অনুভৱ কৰিলে।

ৰাতি পুৱাই আহিল। গোলাপে লেখ কৰি চালে, কালি শনিবাৰ হৈ গ'ল, আজি দেওবাৰ!

সি আগফাললৈ গ'ল। দেখিলে হাস্পতালৰ চকীদাৰ শুই উঠি থিয় দিছেহি। অকণো অপেক্ষা নকৰি সি আগবাঢ়ি গ'ল আৰু কোনো ভূমিকা নকৰাকৈ সুধিলে, "এখেতসকল ক'লৈ গ'ল কিবা জানা নে?" চকীদাৰে চকু তুলি চালে, "অ', তুমি! কিয় তেওঁলোক সকলো টাউনলৈ গ'ল নহয়, কালি পুৱাই গ'ল দেখোন –"

"কালি পুৱাই! আৰু ছোৱালীজনী?"

"ছোৱালীজনী ক'ত এৰি যাব! তাইকো লৈ গৈছে। তুমিনো ইমান দিন ক'ত আছিলাগৈ?"

চকীদাৰৰ কথাৰ উত্তৰ নিদি গোলাপে সুধিলে, "কালিয়ে তেওঁলোক টাউন পালেগৈ নে চাগৈ?"

"কালিতো গোটেই দিনটো বৰষুণ। খোজকাঢ়ি যোৱা কথা, পাইছেগৈ যদিও ৰাতি বহুতত হে পাৰিগৈ পায়।"

গোলাপ ঘূৰি আহিল। তাৰ ভোক আৰু ভাগৰ দুয়োটাকে মাখনৰ শূন্য চোতালখনত এৰি সি তাৰ টোপোলাটো পিঠিত ল'লে আৰু নগৰমুখে খোজ আৰম্ভ কৰিলে।

গাঁৱৰ সকলো মানুহ এতিয়াও উঠা নাই। বাটটোত বৰষুণৰ পানীবোৰ ডোঙা বান্ধি আছে। কিন্তু কেইবাদিনো বৰষুণৰ পাছত আজি পুৱাটো উজ্জ্বল আৰু ফৰকাল হৈ পৰিছে।

আকৌ কিছুমান ধুনীয়া নতুন আশা প্ৰথম সূৰ্যৰ ৰাঙলী পোহৰবোৰৰ দৰেই তাৰ মনৰ মাজত উদয় হ'বলৈ ধৰিলে। মাখনৰ ওচৰত সি ক্ষমা বিচাৰিব। তাৰ আৰু জোনাৰ কাৰণেই মাখনটোৱে অকাৰণতে বহুত কষ্ট সহ্য কৰিবলগীয়া হৈছে। তাৰ খোজ খৰ হ'বলৈ ধৰিলে। কালি জোনাইঁত গৈছে— এই বাটেই।

## চৌবিশ

" ... আমাৰ চিনি পোৱা পৃথিৱীখনক আমি অকণো নিচিনো। আমাৰ বুজি পোৱা জগতখনক আমি অকণো বুজি নেপাওঁ। প্ৰতিটো মুহূৰ্তত জীৱনৰ বিৰুদ্ধে মৃত্যুৱে ষড়যন্ত্ৰ কৰিছে— জীৱনৰ মাজত বৈ আমি জীৱনকেই দেখিছোঁ, মৃত্যুক দেখা নেপাওঁ! আমাৰ চাৰিওফালে এখন অবিশ্বাস্য, অবোধ্য প্ৰতিকূল পৃথিৱী – ৰাতিৰ দৰে অস্পষ্ট, অৰণ্যৰ দৰে বিচিত্ৰ সম্ভাৱনাৰে পূৰ্ণ।

আৰু মানুহৰ সৰু বুকুখনৰ মাজত কিমান অযুত অবুজ প্ৰশ্নৰ বুদ্‌বুদ! সমাধান ক'ত? প্ৰশ্নবোৰকেই বা চিনিলোঁ ক'ত?

জোনা শুইছে। শোৱা নাই। চকু মুদি পৰি আছে। আমাৰ কাৰণে কোন অচিন ঘৰৰ অচিন মজিয়াত টোপনিয়ে বাট চাই আছে আমি জানো বুজি পাওঁ?

জোনাই জীৱনৰ মাজলৈ কি বিচাৰি আহিছিল? আৰু কি পাইছে? কি পোৱাৰ সম্ভাৱনাৰ পাৰত বৈ জোনাই জীৱনৰ নতুন নতুন খোজবোৰ দি গৈছে?

বাৰাণ্ডাত বহি বহি বহুত কল্পনা আৰু বহুত চিন্তাৰে ভৰা মাখনৰ মনটোৱে আঁতি-গুৰি নোহোৱা কথাবোৰ ভাবি যায়।

ডাক-বঙলাৰ নিৰ্জন নিস্তব্ধতা, ৰাতিৰ মৰম-কোমল আবেষ্টন, যৌৱনৰ শান্ত-ধীৰ কল্লোল, আৰু জীৱনৰ অবোধ্য জটিলতা! ভালেমান দিনৰ মূৰত আজি মাখনৰ ভিতৰত কবি মানুহটোৱে সাৰ পোৱাৰ অৱকাশ বিচাৰিছে।

অতি প্ৰাচীন এখন চিনাকি আকাশ— বতাহত প্ৰাচীন বন্য মাদকতা আৰু মাখনক ঘেৰি সৃষ্টিৰ প্ৰথম প্ৰস্তাৱনাৰ প্ৰাচীনতাৰে ভৰা শান্ত নীৰৱতা।

সৰু ল'ৰা আৰু ডাক-বঙলাৰ চকীদাৰ শুলে— সিহঁতে জীৱনৰ বাহিৰত জীৱনৰ অৰ্থ বিচাৰিব নেজানে। হয়তো সিহঁত সুখী।

দূৰত, বহুত দূৰত জোনটো ওলাইছে। কেইদিনমানৰ আগতে সি পূৰ আছিল, আজি তাৰ ভালেমান ডোখৰ ক্ষয় গৈছে। জোনৰ বুকুৰ বুঢ়াটোৰ বৰশীত সি ধৰিব খোজা মাছটো কোনদিনা ধৰা পৰিব?

তক্তাৰ বাৰাণ্ডাখনত বহি আছে অকলশৰীয়া মাখন। বেৰখনৰ সিপাৰে বিছনাখনত পৰি আছে জোনা— এজনী গাভৰু ছোৱালী। হয়তো অলপমান জোনাক গৈ জোনাৰ মূৰৰ ওচৰত, মুখৰ সন্মুখত মনে মনে ৰৈ আছেগৈ। জোনাই গম নেপায়।

ঘূৰি চাবৰ দৰকাৰ নাই। বাট পালে জোনাকৰ পোহৰ ভিতৰ সোমাবহি।

. মাখন শান্ত। মনটো ফৰকাল লাগিছে। এজনী অচিনাকি গাভৰু ছোৱালী তাৰ ওপৰত একান্ত বিশ্বাস ৰাখি শান্তভাৱে পৰি আছে— বহুত স্মৃতি আৰু বহুত কল্পনা লৈ। গোলাপ নামে অন্য এটা ডেকা মানুহৰ কথা হয়তো তাই এতিয়া ভবা নাই।

ক'ৰবাত মাৰাত্মক যুদ্ধ লাগিছে, ক'ৰবাত নগৰ জ্বলিছে, চহৰ জ্বলিছে, মানুহৰ জীৱন জ্বলিছে। কোনোবা বিপ্লৱী দেশপ্ৰেমিকে জেলৰ ভিতৰৰ চেঁচা পকাত শুই দেশৰ আৰু নিজৰ মুক্তিৰ সপোন দেখিছে আৰু কোনোবা ঐশ্বৰ্যশালী নগৰৰ উপকণ্ঠত চলিছে প্ৰণয়ী-প্ৰণয়িনীৰ গোপন অভিসাৰ।

-সেইখন পৃথিৱীৰ পৰা বহু আঁতৰত, সমাজ আৰু নিয়মৰ পৰা ভালেমান দূৰত, সভ্যতাৰ কৰ-বন্ধনৰ বাহিৰত, ৰাতিৰ আন্ধাৰত বহি আছে সভ্যতাৰ সকলো সোৱাদ পোৱা, চিভিলাইজেশ্যন বুজি পোৱা এটা শিক্ষিত ডেকা মাখন— এটা আত্মস্থ মন লৈ, এটা শান্ত অনুভূতি লৈ— এটা প্ৰশ্ন বুজিবৰ চেষ্টা কৰি : "জোনা বোলা এই কাষৰ ছোৱালীজনী— যি গোলাপৰ কাষত মৰমৰ সপোন বিচাৰি নিজৰ স্বামী, ঘৰ-বাৰী, নিজৰ সকলো পৰিচয় এৰি গুচি আহিল— তাইক, এই জোনাক যদি মোৰ ভাল লাগে, তাঁহিলে যদি মোৰ এটা মোহ ওপজে, তাইক যদি মোৰ নিবিড়ভাৱে মৰম কৰিবৰ মন যায়, তাৰ-বাবে মই জীৱনৰ ওপৰত জগৰীয়া হম নে? গোলাপৰ ওচৰত বিশ্বাসঘাতক হম নে? মানৱতাৰ ওচৰত অপৰাধী হম নে? আৰু জোনাৰ ওচৰত অসভ্য বুলি পৰিচিত হম নে?'

জটিল, অবোধ্য প্ৰশ্ন। কোনোদিন মাখন এনে প্ৰশ্নৰ সন্মুখীন হোৱা নাছিল, এনে পৰিস্থিতিৰ মেৰপাকত পৰা নাছিল।

ৰাতিটো অতি লাহে লাহে আগবাঢ়িছে, জোনাক ধীৰে ধীৰে ওপৰলৈ উঠি আহিছে, নিস্তব্ধতা আৰু গভীৰ, আৰু কৰুণ হৈছে। পূবৰ অস্পষ্ট দিগন্তটো কিছুমান পৰিচয়হীন, অশৰীৰি ছায়াৰে ভৰি পৰিছে, সেইবোৰ কি মানুহৰ আত্মা। সেইবোৰ কি মানুহৰ প্ৰাণৰ অবোধ্য প্ৰাৰ্থনা?

সিটো কোঠাত আৰু এখন চাৰপাই আছে, কিন্তু আৰু বিছনা নাই। তিতা কাপোৰবোৰেৰে বিছনা কৰি শুবৰ চেষ্টা কৰা পাগলামি।

আৰু জোনাই অকলে শুবলৈ ভয় কৰিব।

জয়াৰ, নৈ-পাৰত পৰি থকা পুৰণি ডাক-বঙলা, হয়তো চিকা, চুঙা-বাদুলি এটা গ'লেও কিবা ভূত বুলি জোনা উচাপ্ খাই উঠিব। আজি দিনটো বহু কষ্টৰ মাজেদি গ'ল জোনাৰ। অলপ নিৰ্ভয় আৰু শান্তিৰে শোৱক।

আজিৰ এটি চুটি ৰাতি মাখনে এই বাৰাণ্ডাতে বহি আকাশ আৰু অৰণ্যৰ বিচিত্ৰ ৰূপ চাই, ৰাতি আৰু অনুভূতিৰ ৰহস্য অনুধাৱন কৰি সহজে কটাই দিব! হয়তো জীৱনত মনত ৰৈ যাব যে, এনে এটা ৰাতিৰ লগত মাখনৰ পৰিচয় আছে যিটো ৰাতিৰ প্ৰতিটো মুহূৰ্তই হেজাৰ যুগৰ সমস্যাক উপহাস কৰিব পাৰে! তাৰ সাক্ষী ক্ষয়িষ্ণু এটা শেঁতা জোন আৰু কিছুমান বনৰীয়া কেঁচা ঘাঁহ।

কিছু সময় মাখন বহি থাকিল। তাৰ পিছত বহাৰ পৰা উঠি জোনাৰ কাষলৈ আহিল। ই-কি, জোনাই তাৰ ফালৈকে চাই বিছনাখনতে বহি আছে।

"তুমি শোৱা নাই জোনা –?" ওচৰলৈ আহি মাখনে মৰমেৰে সুধিলে।

"টোপনি অহা নাই।"

"কিয়?"

"এনেয়ে।"

"ভয় কৰিছা নেকি?"

জোনাৰ ওঁঠ আৰু চকুৰ ওপৰেদি এটা অৰ্থ বুজিব নোৱাৰা অস্পষ্ট হাঁহি বাগৰি গ'ল।

"ভয় কৰিছা নহয় –?"

"কিয় ভয় কৰিম। টোপনিহে অহা নাই –"

"কিবা ভাবি আছা –?"

"কিটোনো ভাবিম! আপুনিয়ে অলপ শোৱকহি, মই অলপ বহি থাকোঁ?" জোনাই বিছনাৰ পৰা উঠিবৰ চেষ্টা কৰিলে।

জোনাৰ কান্ধত হাতেৰে কোমলকৈ হেঁচি ধৰি মাখনে ক'লে, "মোৰ কথা ভাবিব নেলাগে। তুমি শোৱা। যদি ভয় কৰিছা, মই চকীখন এইখিনিলৈকে আনি লওঁ!"

জোনাক তাৰ মৰম কৰিবৰ মন গ'ল। সি লাহে লাহে জোনাৰ মূৰত হাত ফুৰাই ক'লে, "আজি তোমাৰ বহুত কষ্ট হৈছে। শোৱা, শুলে টোপনি আহিব। মই ওচৰতে থাকিম, তুমি অকণো ভয় নকৰিবা –"

জোনাই একো নেমাতিলে। কিছু সময় তাই তেনেকৈয়ে বহি থাকিল, তাই যেন চুলিৰ ওপৰত মাখনৰ মৰমৰ হাত-বুলনি আৰু তাৰ গাৰ উষ্ণ সান্নিধ্যত এটা তৃপ্তি অনুভৱ কৰিছিল। তাৰ পিছত তাই লাহে লাহে বিছনাত দীঘল দিলে। যেন সঁচাকৈয়ে তাইৰ টোপনি আহিব খুজিছে। মাখনে বুজিলে জোনাই অকলে শুবলৈ ভয় কৰিছে। চকীখন বাৰাণ্ডাৰ পৰা ভিতৰলৈ আনি লৈ দুৱাৰখন বন্ধ কৰি সি জোনাৰ কাষতে বহি থকাটোকে ঠিক কৰিলে।

জোনাৰ কাষৰ পৰা সি বাহিৰলৈ যাব খুজিছিল। ওপৰলৈ মুখকৈ শুই থকা জোনাজনীয়ে সৰু ছোৱালী এজনীৰ দৰে ক'লে, "চাওঁ, আপোনাৰ হাতখন দিয়কচোন!"

জোনাই মাখনৰ সোঁহাতখন নিজৰ হাতৰ মাজত লৈ ক'লে, "চকীখন নেলাগে আনিব। এইখিনিতে থাকক। অ' দুৱাৰখনকে বন্ধ কৰি আহক।"

মাখনে দুৱাৰখন বন্ধ কৰিলে। তাৰ পিছত আহি বিছনাখনৰ এটা কাষতে বহিল আৰু ক'লে, "মই ওচৰতে আছোঁ। তুমি ভয় নকৰিবা জোনা।"

জোনাই তাৰ হাতখন আকৌ নিজৰ হাতত ল'লে আৰু মৰমসনা মাতেৰে লাহে লাহে ক'লে, "এতিয়া আৰু ভয় নেলাগে।"

নৈখনৰ সিপাৰত কিবা বনৰীয়া চৰাই এটাই বহুত পৰৰ পৰা চিঞৰি আছে। সদায়েই সি এইদৰে চিঞৰে নেকি? মজিয়াখনত ডাল-শলীয়া কিছুমানে অবাধে দৌৰা-দৌৰি কৰিছে। মানুহৰ অনুভূতিৰ লগত সিহঁতৰ কোনো সম্পৰ্ক নাই। অনিশ্চিত জোনাকবোৰ কেতিয়াবা উজ্জ্বল হৈছে, আকৌ কেতিয়াবা মেঘৰ মাজত লুকাই পৰিছে! কোঠাটোৰ লেম নোহোৱা ভিতৰখন সম্পূৰ্ণ আন্ধাৰ হৈ গৈছে। এতিয়া খৰ বেগে বৈ যোৱা নৈখনৰ শব্দ ভালকৈ শুনি— সি যেন ৰাতিৰ নিজৰ সুৰ।

"জোনা —"

"হোঁ —"

"টোপনি আহিছে?"

"ওঁ —"

জোনাই কাতি হয় আৰু মাখনৰ হাতৰ তলুৱাখনত গালখন দি পৰি ৰয়— নীৰৱে।

## পঁচিশ

টাউনৰ মাখনৰ পুৰণি চিনাকি থানাৰ ইন্‌চাৰ্জ যাদৱ হাজৰিকাৰ ঘৰলৈ গৈ মাখনে গোলাপ আৰু জোনা সম্পৰ্কীয় আৱশ্যকীয় কথাখিনি ক'লে।

"তাত আপুনি পুলিচক জনাইছিল নহয়?"

"ওঁ, ইন্‌চাৰ্জ গোস্বামীয়ে নিজে ছোৱালীজনীৰ পৰা জবানবন্দী লৈ গৈছে। আৰু ইয়ালৈ আহিবৰ সময়তো জনাই আহিছোঁ।"

"এৰা ভালেই কৰিলে। এতিয়া ছোৱালীজনীৰ – কি নাম বুলিলে? জোনা? তাইক ক'ত ৰাখিছে?"

"মাজৰ গাঁৱত গোলাপৰ জেঠায়েকৰ ঘৰ। তাতে আছে এতিয়া।"

"পালেহি কেতিয়া?"

"কালি দেওবাৰ নহয়? কালি গধূলি।"

"অ' বাৰু আপুনি কোনো চিন্তা নকৰিব। ছোৱালীজনী তাতে থাকক বৰ্তমান। আজি কালিতে তাইৰ গিৰিয়েক নিশ্চয় ওলাবহি ঃ সি আহি পালে দুয়োটাকে এবাৰ থানালৈ পঠাই দিব।"

"এৰা, মন্নো চাৰিকড়িয়ালে দুই-এদিনতে ঘূৰি নগ'লে নহয়। সি আহি পোৱা মাত্ৰকে মই আপোনাৰ ওচৰলৈকে পঠিয়াই দিম। পিছে গোলাপে হাকিমৰ ওচৰলৈ গৈ কিবা খালাচ হোৱাৰ কথা কৈছিল।"

"বাৰু, সেইটো হ'ব। কিবা গণ্ডগোলতো থাকিব পাৰে, আপুনি এইবোৰত বৰকৈ নোসোমোৱাই ভাল হ'ব।"

"এৰা –"

হাজৰিকাৰ লগত আৰু দুই-চাৰি আষাৰ কথা পাতি মাখন গুচি আহিল। হাজৰিকাই মাখনৰ ফালে চাই এটা কুটিল হাঁহি মাৰিলে। মানুহ ইমান সহজ হ'লে আজিৰ দুনিয়াত নচলে।

মাখন ওলাই যোৱাৰ পিছতে হাজৰিকা পুলিচ ইন্‌স্পেক্টৰ বৰাৰ তালৈ গ'ল। ইন্‌স্পেক্টৰ বয়সীয়া মানুহ, ধাৰ্মিক নহ'লেও অলপ নৈষ্ঠিক। তেওঁ গা ধুই উঠি আহিছিল।

"কি হ'ল হাজৰিকা?"

"ভাল খবৰেই।"

বৰাই হাজৰিকাৰ মুখলৈ চালে।

"ছোৱালীজনীক মাখনে লগত লৈ আহিছে। মাজৰ গাঁৱতে আছেহি।"

"সঁচা?"

"এইমাত্ৰ মাখনে নিজে আহি মোক জনাই গ'লহি।"

"সেইজনী ছোৱালীয়েই হয়তো?"

"নহে আৰু কোন হ'ব। ইমান সহজে ধৰা পৰি যাব বুলি ভবাই নাছিলোঁ।"

"গোস্বামীয়ে পঠোৱা ৰিপ'ৰ্টটো আছে নহয়।"

"ওঁ। আৰু তাইৰ গিৰিয়েক প্ৰেমধৰে সিহঁতৰ থানাত দিয়া এজাহাৰৰ কপি এটাও পোৱা গৈছে।"

"ক'ত পালে?"

"ছোৱালীজনীৰ কোনোবা কেইটামান যে আহিছে, সিহঁতেই ৱাৰেণ্টখন আৰু এজাহাৰৰ কপি লৈ আহিছে।"

"সিহঁত ক'ত আছে?"

"ফুকনৰ ঘৰত হ্বলা।"

"বাৰু, অলপ পিছতে মই থানালৈ যাম। আপুনি এক কাম কৰক। এচ. ডি. অ'.ৰ পেছকাৰ ৰহমানক কৈ আহক যেন সেই গোলাপ আৰু জোনা বোলা মানুহহালে কাছৰীত খালাচ ল'বলৈ গ'লে সিহঁতৰ কেঁচটো পিছুৱাই থয়। এচ. ডি. অ'. হে যি লাগিলে অন্য একো সোধ-পোছ নকৰাকৈ ৰেকৰ্ড কৰি পেলাব।"

হাজৰিকা গুচি আহিল। চিকাৰ ধৰা পৰিল। হাজৰিকাৰ মনত আনন্দ।

নিজৰ কোৱাৰ্টাৰ পাই হাজৰিকাই দেখিলে দেৱেন্দ্ৰহঁত তেওঁৰ দুৱাৰমুখতে তেওঁলৈকে বাট চাই ৰৈ আছে।

গহীন হৈ সুধিলে, "কি লাগে?"

"ছাৰ, কোৱা শুনিছোঁ —"

"বেগাই কোৱা, মোৰ কাম আছে।"

"তাইক বোলে চাৰিকড়িয়াৰ পৰা কোনোবা এজনে এইফালৈকে আনি মাজৰ গাওঁ নে কোনোবা এঠাইত লুকুৱাই ৰাখিছে।"

"কোনে ক'লে?"

"কালি সন্ধিয়া পৰত বোলে এইপিনে নগৰৰ মাজেদিয়েই তাইক নিয়া বহুতে দেখিছে।"

"কাৰ লগত বা কোন গৈছে। সেইদৰে যাৰে তাৰে কথালৈ কাণ নিদিবা। তাইক জানো টাউনৰ কোনোবাই চিনি পায়?"

মানুহকেইটা মনে মনে থাকিল। একেই গহীনভাৱে হাজৰিকাই ক'লে, "বাৰু সেইবোৰ তোমালোকে চিন্তা কৰিব নেলাগে। আবেলি-বেলা বাৰু তোমালোক থানালৈ আহিবা। অ' ছোৱালীজনী ক'ৰবাত পোৱা গ'লে তোমালোকৰ কোনোবাই জামিন ল'ব পাৰিবা জানো?"

"জামিন ছাৰ?"

"ওঁ, নহ'লে তাইক লক্-আপত বন্ধ কৰি জেললৈ পঠাই দিব লাগিব।"

"তাই জানো পাইছে ছাৰ?"

"আমি থাকোঁতে তাই ধৰা নপৰি ক'লৈ যাব? বাৰু, ইয়াৰে কোনোবা এজন ভাল মানুহক কৈ থবা, দৰকাৰ হ'লে যাতে জামিন হয়।"

হাজৰিকা সোমাই গ'ল। দেৱেন্দ্ৰহঁতে বিশেষ একো বুজিব নোৱাৰিলে। তাই যদি ধৰা পৰে, তাইক সিহঁতৰ হাতত গতাই দিলেই হ'ল। 'লক্-আপত' বা জেলত ভৰাব লাগে কিয়?

ফুকনকেইই কৈ থ'ব লাগিব জামিন হ'বৰ কাৰণে।

"কিজানি তাইক পাই থৈছে। আলপ টকা-সিকা দিলে কিজানি উলিয়াই দিয়ে —"

"আঢৈ কুৰিতো দিয়া হ'ল। আৰু যোৱাৰ খৰচটোহে আছে, দিবলৈ ক'ৰ টকা পাব?

"এৰা, মই একো বুজিব পৰা নাই। বনৰীয়া ছোৱালী, য'লৈ যায় যাবলৈ এৰি দিব লাগিছিল, মিছাতে আমি কাম-বন খতি কৰি খপ্জপাই মৰিছোঁ।"

"আৰু দুই-এদিন বাট চাওঁ। একো যদি নহয়, মই হ'লে আৰু থাকিব নোৱাৰোঁ —" অকণে ক'লে।

ইন্‌চাৰ্জ হাজৰিকাৰ ঘৰৰ আগৰ পৰা গৈ সিহঁতে পৱন নামৰ কনষ্টেবলটোৰ বহাত বহি বিড়ি হোপাত লাগিল।

পুলিচৰ আজৰি নাই। বিপ্লৱীবোৰে ডাক-বঙলা, ডাকঘৰ, চৰকাৰী স্কুল আদিত জুই দিছে, দলং ভাঙিছে, ৰেলৰ আলি ভাঙিছে। কোনো কোনো গাঁৱত পাইকাৰী জৰিমনা বহুওৱা হৈছে আৰু জৰিমনা আদায় কৰিবৰ কাৰণে সশস্ত্ৰ পুলিচ, বন্দুক-ৰাইফল লৈ থানাৰ বিষয়াসকল ঘূৰিবলগীয়া হৈছে! ক্ৰুদ্ধ পুলিচৰ ভৰি-গচকত শান্ত গাঁৱৰ চিৰকলীয়া শ্ৰীলতা আৰু সম্মান শেষ হৈ গৈছে।

এই মাত্ৰ হাজৰিকাই বাতৰি পালে যে আজি ৰাতি পুৱাবৰ সময়ত কোনোবাই আগ-ৰাতি মাখন আৰু জোনা থাকি অহা ডাক-বঙলাটো পুৰি ধূলিসাৎ কৰি পেলাইছে। তালৈ সহজে যাব পৰা নহয়– দুৰ্গম বাট, তথাপি খবৰ কৰি ৰিপ'ৰ্ট নিদিলে নহয়।

কাছাৰী-ঘৰৰ পৰা ওলাই আহোঁতে হাজৰিকাই বাটতে লগ পালে মাখনক।

"কোনফালে যায় হাজৰিকা?"

"অ' অকণমান লগ পাওঁচোন।"

দুয়ো ওচৰ চাপিল।

"যোৱাৰাতিৰ আগ-ৰাতি জানো আপোনালোক ডাক-বঙলাত থকা নাছিল?"

অপ্ৰত্যাশিত প্ৰশ্নটোত মাখন সামান্যভাৱে অপ্ৰস্তুত হ'ল।

"আছিলোঁ অৱশ্যে, কিয় সুধিলেনো?"

"যোৱা ৰাতি বোলে কোনোবাই সেইটো জুই দি পুৰি ছাই কৰিছে।"

"ডাক-বঙলাতো জুই দিছে! তাতেতো একো নাই, কোনো নেথাকে?"

"সেইটো ভাবি চাবৰ কাৰোবাৰ আজৰি আছে জানো? বাৰুকে কালি ৰাতি আপোনালোক তাত নেথাকিলে।"

"এৰা, কিবা কপাল ভাল, নহ'লে জীয়াই জীয়াই পোৰা গলোহেঁতেন।"

অলপ কুটিল এটা হাঁহি মাৰি হাজৰিকা নিজৰ বাটত আগবাঢ়িল।

পৰহি যিটো ডাক-বঙলাৰ নিৰ্জন মজিয়াত মাখনে এটা ধুনীয়া ৰাতি কটাইছিল, আজি তাত পৰি আছে অলপমান ক'লা ছাই। মৰম, বিশ্বাস, অবোধ্য বেদনাৰ আনন্দ, স্বপ্ন আৰু স্মৃতিৰ সকলো পৰিচয় জুইৰ বুকুত জাহ গৈছে। মানুহৰ স্মৃতিৰ অৱলম্বন কিমান ক্ষণস্থায়ী, ভঙ্গুৰ!

মাখনৰ বৰ বেয়া লাগিল, কথাষাৰ শুনিলে জোনাৰো নিশ্চয় বেয়া লাগিব।

কিন্তু মাখনে সন্ধিয়া লাগি ভগাৰ পিছত এজনৰ চাইকেলেৰে আহি যেতিয়া দেখিলে জোনাৰ কাষত বহি গোলাপে তাৰ জেঠায়েকৰ আগ-চ'ৰাত কথা পাতি আছে এটা আনন্দত তাৰ মনটো ভৰি উঠিল।

## ছাব্বিশ

মঙ্গলবাৰ।

আজি কাছাৰীৰ কামখিনি শেষ কৰি মাখন আকৌ চাৰিকড়িয়ালৈ যাবগৈ। থাকিবৰ প্ৰয়োজন নেথাকিলে তাৰ নগৰত এনেই থকাৰ কোনো উপায় নাই। তদুপৰি গোলাপ ঘূৰি আহিছে। হয়তো এদিন আগত আহি পোৱা হ'লে জোনাই ইমান দূৰ খোজ কাঢ়িব নেলাগিলেহেঁতেন।

কিন্তু সেই বাবে গোলাপৰ ওপৰত বিৰক্ত হোৱাৰ কোনো হেতু মাখনে বিচাৰি নেপালে। অদ্ভুত সেই যাত্ৰা, বিচিত্ৰ সেই যাত্ৰা-পথৰ অভিজ্ঞতা। বহুত সহজ অভিজ্ঞতাৰ পৰিৱৰ্তে এনে এদিনৰ এটা জটিল অভিজ্ঞতা লাভ কৰাত কোনো অনুশোচনা কৰিবলগীয়া নাই বুলিয়ে মাখনে ভাবিলে।

ৰাতিটো মাখনো গোলাপৰ জেঠায়েকৰ ঘৰতে থাকিল। গোলাপে বহুত কথা তাক কৈফিয়ৎ স্বৰূপে ক'ব খুজিছিল যদিও সি শুনাৰ কোনো আগ্ৰহ নেদেখুৱালে। ৰাতিপুৱা চকু মেলিয়ে মাখনে দেখিলে দুৱাৰ-মুখত জোনা তাৰ ফালে চাই ৰৈ আছে।

সি বিছনাতে বহিল। জোনা তাৰ অলপ কাষ চাপি আহিল।

"কি হ'ল জোনা?"

খোকাথুকি মাতেৰে জোনাই ক'লে, "আপুনি আমাক খুব বেয়া পাইছে?"

"তোমাক কোনে ক'লে?"

"মই বুজিছোঁ নহয়। কালিৰ পৰা মোক ভালকৈ মতাই নাই —"

"চাওঁ, এইপিনে আহা —" জোনাক সি তাৰ কাষলৈ মাতিলে। জোনা আহি তাৰ কাষত বলহি।

তাইৰ মুখলৈ চাই মাখনে ধেমালিৰ সুৰত ক'লে, "গোলাপ আহি পালেহি যেতিয়া মইনো আৰু কি কম, মই বোলো তাৰ চাগে কত কথা ক'বলগীয়া আছে।"

অভিমানৰ সুৰত জোনাই ক'লে, "মই সকলো জানিছোঁ। এইকেইদিন বহুত আমনি দিলোঁ নহয়, তাৰে —"

"বাৰু হ'ল। মই আজি যাবগৈ লাগিব। তোমালোক দুয়ো ওলোৱা। কাছাৰীত খালাচ নে কি ল'ব খুজিছা, আজিয়েই লৈ পেলোৱাগৈ, সি আহিল যেতিয়া আৰু পলম কৰিব নেলাগে।"

"তাৰ পিছত আমি ক'লৈ যাম?"

"কিয়? মোৰ তালৈ! আৰু ক'লৈ যাবা?" অলপ ৰৈ সি ক'লে, "গোলাপে যদি অন্য ক'ৰবাত দিহা কৰি আহিছে তেতিয়া হ'লে বেলেগ ব্যৱস্থা হ'ব।"

গোলাপো সোমাই আহিল।

"তই মোৰ ওপৰত খং কৰিছ কিজানি —" গোলাপে ক'বলৈ আৰম্ভ কৰিছিল —

মাখনে তাক বাধা দি ক'লে, "বাৰু খং-চং পিছত কৰিম, এতিয়া তহঁত টাউনলৈ যা। আজিয়ে কি কৰিবলগীয়া আছে শেষ কৰি কিবা এটা নিগাজি দিহা কৰ।"

"এৰা, তাকে কৰোঁ বুলি ভাবিছোঁ। যদি পাৰ তই আজি থাক। কাইলৈ আটাইকেইটা একেলগে যামগে –"

মাখনে কিবা এটা ভাবিলে, তাৰ পিছত জোনাৰ মুখলৈ চাই ক'লে, "সেই নৈ-পাৰৰ ডাক-বঙলাটো যোৱা ৰাতি কোনোবাই জুই দি পুৰি পেলালে হেনো।"

জোনাই বিষাদ আৰু বিস্ময়েৰে এবাৰ মাখনৰ মুখলৈ চালে। তাৰ পিছত লাহে লাহে ক'লে, "আজিৰ দিনটো আপুনি থাকিব নোৱাৰিব নে? মোৰ একো ভাল লগা নাই –"

মাখনে ক'লে, "বাৰু, দৰকাৰ হ'লে মই আজি থাকিম। মোৰ কাৰণে ভাবিব নেলাগে।"

গোলাপে ক'লে, "তই কেইদিনমান ইয়াতে থকাহে ভাল হ'ব কিজানি। তহঁত আহোঁতে জানো কেনেকুৱা আছিল। এতিয়া গোটেই বাটটোত পানী। নৈয়ে পাৰ ভাঙিছে, আলিটো ডোখৰা-ডোখৰ হৈ ছিগিছে, মই সৰহভাগ সাঁতুৰিহে আহিলোঁ। ঠায়ে ঠায়ে পানী বুকুৱা, ডিঙীয়া, কোনো কোনো ঠাইত থাউনিকে পাবলৈ নাই।

"চৰকাৰী নাও আছে নহয়, বাৰু মোৰ হ'ব। তহঁতৰ এটা দিহা হৈ গ'লেই হয়।"

জোনাই শেষ মন্তব্য কৰিলে, "আমি অহা বাটটো পানীয়ে ছিঙিলে। নৈপাৰৰ ডাক-বঙলাটোও পুৰি পেলালে। তালৈ ঘূৰি যাব পাৰিম জানো আকৌ?"

কোনেও একো নক'লে।

দুৱাৰৰ বাহিৰত বৈ আছে এটা ফট্‌ফটীয়া উজ্জ্বল দিন! আকাশত অকণো মেঘ নাই। মাজ-বহাগৰ এটা স্বচ্ছ পোহৰ চাৰিওফালে উৰি ফুৰিছে।

"মই আহিছোঁ দেই জোনা –" চাহ খাই উঠি মাখনে জোনাক মাত লগালে।

"আমিও অলপ পিছতে গৈছোঁ।" গোলাপে ক'লে।

"ওঁ, সোনকালে আহ। মোৰ কাম আছে, দৰকাৰ হ'লে মোক বিচাৰি লগ ধৰিবি।"

জোনাই একো নৈকে মাত্ৰ চাইকেলত উঠিব ধৰা মাখনক এবাৰ চালে। তাৰ পিছত ভিতৰ সোমাই গ'ল। তাইৰ এনেয়ে মনত লাগিল যেন তাইৰ চিনাকি এখন জগতৰ পৰা মাখন হঠাৎ বহুত দূৰণিৰ এখন অচিনাকি জগতৰ বুকুলৈ সোমাই গ'ল– অকস্মাতে।

তাইৰ মুখৰ বিমৰ্ষতা লক্ষ্য কৰিয়ে হয়তো গোলাপে ক'লে, "মই ইমান চেষ্টা কৰিছিলোঁ। সোনকালে ঘূৰি আহিবলৈ, পিছে কোনো মতেই নোৱাৰিলোঁ। সেই দিনা ৰাতি আহি যেতিয়া ঘৰত কাকো নেদেখিলোঁ, মোৰ যে কেনেকুৱা লাগিছিল। মাখনৰ

যে ইয়ালৈ, টাউনলৈ আহিবলগীয়া আছিল, মই পাহৰিয়ে গৈছিলোঁ। আমাৰ কাৰণেই বেচেৰাৰো বৰ কষ্ট হ'ল।"

জোনা কিছুপৰ মনে মনে থাকিল। তাৰ পিছত লাহে লাহে ক'লে, "এৰা, আৰু বা কিমান কি হ'বলগীয়া আছে।"

গোলাপে একো নেমাতিলে।

## সাতাইশ

কাছাৰীতে এবাৰ মাখনক একাষৰীয়াকৈ লগ ধৰি গোলাপে জনালে, "আজি আৰু 'খালাচ' লোৱা নহ'ব। পেছকাৰক কলত আজি বহুত কাম আছে, কাইলৈ আহিবা বুলিহে ক'লে।"

"তেনেহ'লে ৰৈ থাকি কি কৰিবি। আকৌ মাজৰ গাঁৱলৈকে যাগৈ। মোৰো কাম আজি শেষ নহ'ল। মই টাউনতে থাকিম। তহঁত বাৰু লাহে লাহে বল।"

কাছাৰী-ঘৰত চাৰিওফালে ৰহস্যজনক গুণ্‌গুণনি। উকীলখানাত, কেৰাণীৰ মহলত, টেকেলা-পিয়াদাৰ মাজত এটা উষ্ণ আলোচনা ঃ

"এই ল'ৰা-ছোৱালীহাল ক'ৰ হে?"

"ছোৱালীজনী বৰ ধুনীয়া হে –"

"ল'ৰাটো বোলে মাখনবাবুৰ কিবা হয়।"

"দুয়োটা এব্‌চ্‌কণ্ডাৰ হেনো –"

"কিছুদিন বোলে মাখনবাবুৰ তাতে পলাই আছিল। খালাচ ল'বলৈ আহিছে।"

"ৰ'বা হে, ছোৱালীজনী এবাৰ ভালকৈ চাই লওঁ। বৰ ধুনীয়াহে সঁচাকৈ –"

"কাইলৈ আকৌ আহিব, তেতিয়া চাবা –"

"কাইলৈ আহে যদি মাতি তামোল এখন খুৱাব লাগিব। বৰ কপালহে ল'ৰাটোৰ –"

কাছাৰীৰ কাম শেষ কৰি মাখন ওলাই আহিছিল। কোনোবা ফালৰ পৰা ওলাই ইন্‌চাৰ্জ হাজৰিকাই লগ ধৰিলে।

"হাজৰিকা নেকি?"

"অ' আপুনি?"

হাজৰিকা চাইকেলৰ পৰা নামিল।

"অ' সেই ল'ৰা-ছোৱালীহালৰ কি হ'ল।" বিশেষ আগ্ৰহ নথকাৰ দৰে হাজৰিকাই সুধিলে।

"আজি বোলে খালাচ লোৱা নহ'ল।"

"সিহঁত পিছে ক'লৈ গ'ল?"

দূৰৈলে আলিবাটলৈ দেখুৱাই মাখনে ক'লে, "সৌহাল, সিহঁত মাজৰ গাঁৱলৈ যাবলৈ গৈছেগৈ হ'বলা।"

"অ' এটা কাম কৰিব নোৱাৰে নে? সিহঁত দুটাক অলপ থানালৈ পঠিয়াই দিব নোৱাৰেনে?"

"থানালৈ? কিয়নো?"

"অকণমান কাম আছিল। তাৰ ইন্‌চাৰ্জ গোস্বামীয়ে এটা ৰিপ'ৰ্ট পঠিয়াইছে।"

"আপুনি জানো এতিয়া থানালৈকে নেযাব?"

"মই থানালৈকে যাম। আমাৰ জানো ছুটী আছে— এই কাছাৰী, এই থানা— দেখিছে নহয় —"

"তেন্তে আপুনি সিহঁতহালক থানালৈ মাতি লৈ যাওক। মই বাৰু অলপ পিছতে পাৰিলে যাম।"

"অ' এৰা, আপুনিও পাৰিলে থানালৈ সোনকালে পাক এটা মাৰিব। নহ'লে সিহঁতে আকৌ ভয়েই খাব।"

"বাৰু, বাৰু, চাহ এটোপা খাই মই গৈছোঁ। সিহঁত খোজকাঢ়ি গৈছে। মই বাৰু চাইকেলেৰে সিহঁতৰ পিছতে ওলামগৈ।"

"মই আহিছোঁ তেন্তে —" হাজৰিকা চাইকেলত উঠিল।

দূৰত জোনা আৰু গোলাপৰ ফালে চাই আহোঁতে মাখনে এটা উজুটি খালে। কোনোমতেহে সি নপৰাকৈ ৰ'ল।

আবেলিটো ধুনীয়া হৈছে। ৰ'দবোৰ অস্বাভাৱিকভাৱে ৰাঙলী হৈছে! মাখনৰ মনটো বৰ প্ৰফুল্ল লাগিল। আকৌ এবাৰ সি জোনাহঁতৰ ফালে চালে, দুয়োটা আবেলিৰ আলি-বাটৰ মানুহৰ মাজত অদৃশ্য হৈ গৈছে।

চাইকেলখন থানাৰ আগৰ বৰগছজোপাত আওজাই থৈ মাখন থানালৈ সোমাই গ'ল।

কনষ্টেবল এটাই এটা ধোঁৱালগা চিম্‌নিৰ লণ্ঠন জ্বলাই ইন্‌চাৰ্জৰ মেজখনত থ'লে। সন্ধিয়া লাগিছে, থানাৰ ভিতৰত আন্ধাৰ হৈছে।

বিশেষ সৌজন্য নকৰাকৈ চকী এখনৰ ফালে দেখুৱাই ইন্‌স্পেক্টৰ বৰাই ক'লে, "আপুনি বহক।"

মাখন বহিল। পৰিস্থিতিটো বৰ অস্বাভাৱিক যেন লাগিল তাৰ। থানাত বহুত মানুহ। টাউনৰ ফুকনকে প্ৰমুখ্য কৰি কেইবাজনো ভদ্ৰলোক। কেইটামান গাঁৱলীয়া মানুহ, ইন্‌চাৰ্জ হাজৰিকা, চেকেণ্ড অফিচাৰ মকবুল আৰু এদল কন্‌ষ্টেবল!

ইন্‌স্পেক্টৰৰ হাতত এটা শকত ফাইল।

"তাইক এইখিনিলৈ আন —" ৰূঢ়, কঠিন মাতেৰে ইন্‌স্পেক্টৰে ক'লে।

জোনা আহি ইন্‌স্পেক্টৰৰ অলপ আঁতৰতে থিয় হ'লহি, আৰু তললৈমূৰ কৰি এবাৰ কেৰাহিকৈ মাখনলৈ চালে।

"প্ৰেমধৰ তোৰ কি হয়?"

"একো নহয় –" জোনাৰ দৃঢ় মাত।

মাখনে মূৰ তুলি জোনালৈ চালে।

"তই গোলাপৰ লগত পলাই আহিলি কিয়?"

"ল'ৰা-ছোৱালী নাই কাৰণে মোক মিলিটাৰীক বেচিব খুজিছিল। সেই দেখি মই গুচি আহিলোঁ। পলাই অহা নাই।"

"গোলাপৰ লগত আহিলি যে অন্যৰ লগত নগলি কিয়?"

"আৰু কাৰ লগত যাম? মাষ্টৰে মোক বচাম বুলি আনিলে।"

মাখনৰ ফালে চাই ইন্‌স্পেক্টৰে অলপ বিৰক্তিৰে ক'লে, "You see, she is a first rate–"

"মই একো বুজিব পৰা নাই –" মাখনে ক'লে।

"ইহঁতক ঠাই দিয়া আপোনাৰ ডাঙৰ ভুল হৈছে। They are absconders. সিহঁতৰ against- এ ৱাৰেণ্ট আছে –They have to be arrested ।"

"কিন্তু সিহঁতৰ যে বিয়া হৈ গ'ল বুলি মোক কৈছিল।" মাখনে অসহায়ৰ দৰে ক'লে।

"All fake, বিয়া হ'ব পাৰে কেনেকৈ? আৰু বিয়া হ'লে পলাই ফুৰিব কিয়?"

মাখনে একো বুজি নোপোৱাৰ দৰে কেউফালে চালে। সন্ধিয়াৰ আন্ধাৰৰ মাজত সকলোৰে চকুবোৰ বিস্ময়ত উজ্জ্বল হৈ জিলিকিছে।

ইন্‌স্পেক্টৰে ফাইলটো মেজৰ ওপৰত মেলি ধৰি ক'লে, "চাওক, ইহঁতৰ ওপৰত আজি ডেৰ-দুই মাহৰ পৰা গ্ৰেপ্তাৰী পৰোৱানা জাৰি হৈ আছে। ইহঁতে পলাই ফুৰিছে –and have been leading an immoral life all along । আপুনি তাত থানাত নজনোৱা হ'লে, হয়তো সিহঁতক ধৰা পেলোৱাই টান হ'লহেঁতেন। চাওঁ দেবেন্দ্ৰ –"

একাষে বহি থকাৰ পৰা উঠি আহি দেবেন্দ্ৰই ইন্‌স্পেক্টৰক চালাম কৰিলে। মাখনে দেবেন্দ্ৰৰ মুখলৈ চালে– সি চিনি নোপোৱা এটা গাঁৱলীয়া মানুহ।

ইন্‌স্পেক্টৰে জোনালৈ চাই ক'লে, "এওঁ তোক নিবলৈ আহিছে। এওঁক চিনি পাৱ নহয়?"

দেবেন্দ্ৰৰ ফালে নোচোৱাকৈয়ে জোনাই ক'লে, "নেপাওঁ।"

"চাচোন, চাই ক –"

"মই কাকো চিনি নেপাওঁ –"

"আৰু এওঁলোকক –" অকণহঁতক ওচৰলৈ মাতি ইন্‌স্পেক্টৰে সুধিলে।

"মই কাকোৱেই চিনি নেপাওঁ।"

"কেলেই এওঁ তোৰ ককায়েৰ দেবেন আৰু এওঁ তহঁতৰ গাঁৱৰ অকণ নহয়?"

দৃঢ়ভাৱে জোনাই ক'লে, "ইয়াত মোৰ ক'ৰ ককাই-ভাইবোৰ গুলাইছেহি। মই কাকো চিনি নেপাওঁ –"

ইন্‌স্পেক্টৰৰ উঠি অহা খংটো অলপ দমাই কুটিল এটা হাঁহি মাৰি ক'লে, "আৰু এখেতক চিনি পাব নে নেপাব?"

জোনাই মাখনৰ চকুলৈ চালে– আৰু শান্তভাৱে ক'লে, "পাওঁ।"

"তোৰ কি হয়?"

"ককাইদেউ হয়?"

ইন্‌স্পেক্টৰৰ উগ্ৰ খং উঠিল – "সৰযু সিং –"

কনষ্টেবল এটাই চালাম কৰিলে–

"এইক লক্-আপত ভৰাই থ। Put her in lock-up হাজৰিকা –"

হাজৰিকাই ইন্‌স্পেক্টৰৰ মুখলৈ চালে।

" Non bailable ৱাৰেণ্ট। Be stiff," ইন্‌স্পেক্টৰ বহাৰ পৰা উঠিল? মাখনো থিয় হ'ল। কঠিন নিষ্ঠুৰ মাতেৰে ইন্‌স্পেক্টৰে আদেশ দিলে, "ক্যা দেখ্‌তা হেই সৰযু সিং, ইচ্‌কু লে যাওঁ – এইক লক্-আপত ভৰাই ৰাখ।"

হঠাৎ অপ্ৰত্যাশিতভাৱে জোনাই মাখনক সাবট মাৰি ধৰি চিঞৰি উঠিল, "মোক ইয়াত এৰি থৈ নেযাবা ককাইদেউ। ইহঁতে মোক মাৰি পেলাব – ককাইদেউ –" জোনাই গাৰ বলেৰে মাখনক সাবটি ধৰি ৰাউচি জুৰিলে।

মাখন বিব্ৰত হ'ল। পৃথিৱীখন খুব বেগাই ঘূৰিছে– মাখনৰ মূৰ ঘূৰাইছে। লণ্ঠনৰ পোহৰটোৱে ভূতৰ দৰে নাচিছে।

মাখনে জোনাক তাৰ বুকুৰ পৰা লাহে লাহে এৰুৱাবৰ চেষ্টা কৰি ইন্‌স্পেক্টৰৰ ফালে চাই ক'লে, "যদি bailত –"

ইন্‌স্পেক্টৰে একেই দৃঢ়তাৰে ক'লে, "Please don't middle in their affairs. Save your own skin. যা, যা কান্দি দেখুৱাব নেলাগে- পলৰী-বেশ্যা।"

শেষৰ শব্দটোত মাখন উচাপ্ খাই উঠিল। তাৰ আগতে জোনাৰ ইমান এটা অপমান হোৱাটো সি সহ্য কৰিবলৈ টান পালে।

জোনাই আৰু দৃঢ়ভাৱে মাখনক সাবটি ধৰি চিঞৰি উঠিল।

মাখন তলমূৰ কৰি এক মুহূৰ্ত ৰ'ল, তাৰ পিছত সকলোৰে সম্মুখতে জোনাৰ আউলী-বাউলী হোৱা চুলিবোৰত হাত ফুৰাই ক'লে, তুমি ভয় নকৰিবা ভনী, তোমাক একো নকৰে। ৱাৰেণ্ট আছে কাৰণে এৰেষ্ট কৰিছে। তোমাক একো নকৰে, একো কৰিব নোৱাৰে।"

ইন্‌স্পেক্টৰে হাজৰিকালৈ চকুৰে কিবা এটা ইঙ্গিত দি ওলাই গ'ল।

জোনাই মাখনৰ বুকুৰ মাজত মুখ লুকুৱাই হুকহুকাই কান্দিছে– "মোক ইহঁতে মাৰি পেলাব ককাইদেউ, মোক মাৰি পেলাব –"

"জোনাক এৰি দিয়ক, মোকে এৰেষ্ট কৰক –" অতপৰ নিৰ্বাক হতভম্বভাৱে চাই থকা গোলাপে হঠাৎ কৈ দিলে।

"তোক, তোকতো এৰেষ্ট কৰিবই লাগিব।"

"তেন্তে জোনাক এৰি দিয়ক ছাৰ –"

মাখনৰ হাজৰিকাক কিবা এটা ক'বৰ ইচ্ছা হৈছিল, কিন্তু এই সময়ত পুলিচ বিভাগৰ কোনো বিষয়াক অনুৰোধ কৰাৰ ধৈৰ্য মাখনৰ নাছিল।

"মোক ইয়াত এৰি নেযাবা ককাইদেউ –" ইমান কাতৰ আৰু নিঃসহায় জোনাৰ মাতটো! অন্ধকাৰবোৰ অস্থিৰভাৱে কঁপিছে।

বেছ শান্ত মাতেৰে হাজৰিকাই ক'লে, "ছিঃ জোনা, তুমি তেখেতক তেনেকৈ আমনি কৰিছা কিয়? তেখেতক এৰি দিয়া। একো ভয় নাই নহয়, তেখেততো থাকিবই। চাওঁ, আপুনি অলপ এইফালে আহকচোন –"

হাজৰিকাৰ মিঠা কথাত যেন জোনাৰ অলপ প্ৰত্যয় হ'ল। আকৌ এবাৰ সকলো দুৰ্বলতা, সকলো মৰম আৰু গাৰ সকলোখিনি অস্থিৰ উত্তাপেৰে জোনাই মাখনক সাবটি ধৰি ক'লে, "তুমি মোক এৰি নেযাবা,ককাইদেউ –"

"মই আছোঁ, মই আছোঁ নহয় জোনা –" মাখনে ক'লে, আৰু হাত দুখনত ধৰি জোনাক নিজৰ পৰা আঁতৰাই হাজৰিকাৰ ওচৰলৈ, থানাৰ বাৰাণ্ডালৈ ওলাই আহিল।

থানাৰ বাহিৰত সন্ধিয়াৰ বিষণ্ণ, সন্দিগ্ধ, আন্ধাৰবোৰে ভূতৰ দৰে নাচিছে। বেৰৰ পকা ইটাবোৰৰ ৰঙা ৰংটোৰ ওপৰত ক'লা আন্ধাৰবোৰ অসহ্য গৰম হৈ উঠিছে। থিয় হৈ থকা কনষ্টেবল দুটাৰ সৰু সৰু চকুকেইটাত নিলাজ কৌতূহলৰ চাৱনি – সিহঁতে যেন জোনা নামৰ গাভৰু ছোৱালী এজনীক উলঙ্গ কৰি অট্টহাস্য কৰিছে!

ভয়াবহ, অবিশ্বাস্য এখন আবহাৱা পৃথিৱী। উত্তপ্ত আন্ধাৰ, অস্থিৰ নীৰৱতা– কেউপিনে যেন কিছুমান অদৃশ্য মানুহে ফিচ্‌ফিচ্‌কৈ কিবা কৈছে! হিঃ হিঃ হিঃ – অদ্ভুত স্তব্ধ হাঁহি।

হঠাৎ মাখনে অনুভৱ কৰিলে সি অতিকৈ দুৰ্বল, অতিকৈ অক্ষম। পুলিচৰ হাতৰ পৰা সি কোনোমতে জোনাক ৰক্ষা কৰিব নোৱাৰিলে। আইনৰ নিষ্ঠুৰ কবলৰ পৰা জোনাৰ দৰে এজনী অসহায় ছোৱালীক উদ্ধাৰ কৰাৰ তাৰ এতিলো শক্তি নাই।

"বল, বল কান্দিব নেলাগে। কান্দিলে কোনোবাই এইৰ মুখ চাই এৰি দিব।" কনষ্টেবলৰ ৰাঢ়, নিষ্ঠুৰ ভৰ্ৎসনাভৰা মাত! নহয়, নহয়, মাখনে একো বুজি পোৱা নাই।

"আপুনি নেজানে, কে'চটো বৰ কম্‌প্লিকেটেড্‌। ছোৱালীজনীক আপুনি যি বুলি ভাবিছে তাই তেনেকুৱা নহয় – She is a–"

নাই, মাখনে একো শুনা নাই! ধুমুহা এজাকৰ মাজত সি বৈ আছে– তাৰ কাণত প্ৰবল ধুমুহাৰ সোঁ-সোঁৱনি।

"মই কাকো চিনি নেপাওঁ ..."

"এখেত মোৰ ককাইদেউ হয় ..."

"পলৰী ... বেশ্যা ..."

"মোক এৰি নেযাবা ককাইদেউ, ইহঁতে মোক মাৰি পেলাব।"

"হিঃ হিঃ হিঃ ..."

মাখনৰ আৰু থানাৰ ভিতৰলৈ ঘূৰি চাবৰ শক্তি নহ'ল। সি বাহিৰলৈ চালে– দেখিলে ইন্‌স্পেক্টৰৰ ওচৰত অনুনয়-বিনয় কৰি গোলাপে কিবা এটা কাতৰ অনুৰোধ কৰিছে আৰু ইন্‌স্পেক্টৰে তাক ভালে-বেয়াই ধমকি দি আঁতৰাই দিছে!

"মানুহৰ অনুভূতিতকৈ আইন বহুত বেছি শক্তিশালী! নিস্তাৰ নাই– গোলাপ দোষী, জোনা দোষী– Save your own skin আৰু ময়ো- ময়ো দোষী কিজানি! পানীত যি থাকে সকলোৱেই মাছ?"

ভয়, লাজ, সন্দেহ, সমবেদনা, দুখ, অভিমান সকলোবোৰ অনুভূতিয়ে মাখনক বিব্ৰত কৰি তুলিছে। হঠাৎ যেন তাৰ চিনাকি পৃথিৱীখন ৰৈ গৈছে, আৰু এখন আচৰিত, আচহুৱা পৃথিৱী তাৰ চাৰিওফালে নাচি ঘূৰিছে, ঘূৰি ঘূৰি নাচিছে!

লাহে লাহে মাখন থানাৰ পৰা ওলাই আহিল! অপমানিত পৌৰুষ লৈ অধোমুখ হৈ সি লাহে লাহে খোজ দিলে– জোনাক সি এৰি আহিছে পুলিচৰ হাতত, আইনৰ হাতত, থানাৰ লক্-আপৰ দুৰ্গন্ধময়, আন্ধাৰ গহ্বৰত। তাই দুৰ্বল, অসহায় কান্দোনতো সি অচল হৈ ৰ'ল।

"জোনাই মোক কি ভাবিছে? গোলাপে মোক কি ভাবিছে। আৰু বাহিৰৰ সমাজখনে মোক আজি কি ভাবিব?" আত্মগ্লানিত মাখনৰ আন্ধাৰৰ মাজত ক'ৰবাত লুকাই পৰিবৰ মন গ'ল! কি এখন অবাধ্য, কদাকাৰ, দুঃসহ পৃথিৱী!

"শুনক –"

মাখন ৰৈ গ'ল। এটা চিনাকি মাত তাৰ কাণত পৰিল।

"ছোৱালীজনী পুলিচৰ হাতত এৰি অহা ঠিক নহ'ল –"

মাখনে চকু তুলি চালে, ডাক্তৰ বৰা।

"কিন্তু জামিনত যে নিদিয়ে।"

"নিদিবৰ কি মানে আছে? আৰু লোকৰ তিৰোতা এজনী থানাৰ লক্-আপত সুমাই ৰাখিবৰ পুলিচৰ ৰাইট আছে নেকি?"

মদৰ ৰাগিত কোৱা নাইতো? ডাক্তৰ বৰাই বৰ বেছি মদ খায় বুলি এটা অপবাদ আছে। আন্ধাৰৰ মাজেদিয়ে মাখনে ডাক্তৰৰ মুখলৈ তীব্ৰভাবে চালে!

"মইতো কৈছিলোঁ।" অসহায়ভাৱে মাখনে ক'লে।

"আপোনাক নিদিয়ে, কিয় দিব! আপোনাকো পেলাবলৈহে চাব। আহকচোন বাৰু, জামাল উকীলৰ লগত পৰামৰ্শ কৰি চাওঁ।"

উকীলৰ আৰু ডাক্তৰৰ, মানুহৰ অনুভূতিৰ লগত কোনো সম্পৰ্ক নাই কিজানি। একেবাৰে নিস্পৃহভাৱে উকীলে ঘটনাটো আদ্যোপান্ত শুনিলে, তাৰ পিছত একেবাৰে নিৰুদ্বেগভাৱে ক'লে, "কোনোবা ৰিলায়েব্‌ল্‌ জামিন ওলালে দিব লাগে দেখোন, "Particularly because the accused is a woman. Ýhose guilt has yet to be proved".

অৱশ্যে ব্যৱসায়ী সুৰত কথা ক'লেও জামাল উকীলে consultationৰ কাৰণে ফীজ হিচাপে আগবঢ়োৱা টকা দহোটা নেৰাখি ওলোটাই দিলে।

বৰা প্ৰাইভেট ডাক্তৰ। টকা-পইচা থকা মানুহ, ডাক্তৰ হিচাপে বেয়া নহয়। অৱশ্যে অত্যন্ত বেছি মদ খোৱা বুলি ৰটনা আছে, তদুপৰি নাৰীৰ সম্পৰ্কত চৰিত্ৰ বৰ নিৰ্ভৰযোগ্য নহয় বুলিও বহুতে কয়।

অনাহূতভাৱে ডাক্তৰে জোনাক জামিনত আনিবৰ চেষ্টা চলোৱা দেখি হঠাৎ মাখনৰ মনত হ'ল যেন ডাক্তৰৰ কিবা এটা নীচ অভিসন্ধি আছে! তদুপৰি ডাক্তৰ বৰা আৰু ইন্‌চাৰ্জ হাজৰিকা দুয়ো মদৰ বটলৰ বন্ধু। কিজানিবা হাজৰিকাৰো কিবা ইঙ্গিত আছে! হয়তো বৰাক জামিনদাৰ কৰি জোনাক গতাই দি হাজৰিকা আৰু বৰা দুয়ো জোনাৰ অসহায় অৱস্থাৰ সুযোগ ল'বৰ ষড়যন্ত্ৰ কৰিছে!

মাখন নিৰুৎসাহ হৈ পৰিল, চৰিত্ৰহীন দুটা ভদ্ৰ পশুতকৈ লক্‌-আপৰ নিৰ্জন আশ্ৰয়েই জোনাৰ কাৰণে বেছি বাঞ্ছনীয় হ'ব।

তথাপি মনৰ অস্থিৰ অনিশ্চয়তাৰ মাজেদিয়ে ডাক্তৰৰ পাছে পাছে আহি মাখন আকৌ থানা পালেহি।

খট্‌খটীত ভৰি দিয়াৰ লগে লগে তাৰ গাৰ নোমবোৰ শিয়ৰি উঠিল। হয়তো সকলো ভৰ্ৎসনা লৈ জোনাই তালৈ চাব– তাৰ অক্ষম পৌৰুষক অপমান কৰিব।

কিন্তু থানা খালী। লণ্ঠনটো মেজখনৰ ওপৰতে কোনো মতে জ্বলি আছে। চিম্‌নিটো ধোঁৱাৰে ক'লা।

কনষ্টেবল এটা তুলখনতে বহি আছিল, ডাক্তৰহঁতক যোৱা দেখি উঠিল। মাখনে সন্তৰ্পণে লক্‌-আপৰ ভিতৰলৈ চালে– কোনো নাই। জোনা ক'লৈ গ'ল? জোনাক সিহঁতে মাৰি পেলোৱা নাইতো?

"ইন্‌চাৰ্জ নাই নেকি?" গম্ভীৰভাৱে ডাক্তৰে সুধিলে।

"নাই ছাৰ।"

"ক'লৈ গ'ল?"

"চিভিল চাৰ্জনৰ ঘৰলৈ –"

"কেলেই?"

"ছোৱালী এজনী যে এৰেষ্ট কৰিছিল, তাইকে পৰীক্ষা কৰিবলৈ লৈ গৈছে।"

ডাক্তৰ ঘূৰিল। সৰুকৈ,, কিন্তু স্পষ্টভাৱে ক'লে, "Nonsense!"

গোলাপে একো বুজা নাই। জোনা এতিয়া আইনৰ হাতৰ পুতলা, তাইক ডাক্তৰে পৰীক্ষা কৰিব, উকীলে জেৰা কৰিব, হাকিমে বিচাৰ কৰিব, ৰাইজে-পঞ্চায়তে সোধ কৰিব!!

ভোৰভোৰাই ডাক্তৰে ক'লে, "Nonsense! তিনি-চাৰি বছৰ আগতে বিয়া হোৱা মানুহজনীৰ মেডিকেল এক্জামিনেচন কৰাৰ কি অৰ্থ আছে। A pack of shameless brutes!"

মাখনে অনুভৱ কৰিলে এতিয়ামানে হয়তো জোনাই লজ্জা বোলা কথাষাৰৰ পৰা বহুত দূৰ আঁতৰি গৈ চিভিল-চাৰ্জন, ইন্‌চাৰ্জ, নাৰ্চ, আৰ্ডালী আৰু বা কিমান পুৰুষৰ হুতাশনীয়া কামুক চকুৰ সন্মুখত পৰীক্ষাৰ সামগ্ৰী হৈ পৰি আছে— এজনী অসহায়, বাধ্য, অপৰাধী ছোৱালী।

আইন চিৰজীৱী হওক!

## আঠাইশ

মাখনে শুবৰ চেষ্টা কৰিলে! মাত্ৰ কেইটামান দিন —! কিন্তু তাৰ মনত লাগিল যেন বহু বছৰৰ আগতে তাৰ একেবাৰে চিনাকি জোনা নামৰ এজনী ছোৱালী তাৰ ঘৰত আলহী হৈছিলহি। তাৰ ঘৰখনকে ঘৰ বুলি থাকিবৰ কাৰণে আয়োজন কৰিছিল, কিন্তু হঠাৎ ক'ৰবাৰ এজাক ধুমুহা আহিল, আৰু তাইৰ সকলো কল্পনাক থান্‌বান্ কৰি দিলে। তাই আহি তাৰ জীৱনৰ প্ৰতিটো ৰাতি বিস্ময়, ৰহস্য, আনন্দ আৰু কৌতূহলেৰে হঠাৎ ভৰাই তুলিলে। দিনৰ ৰ'দক তাই নতুন উত্তাপ দিলে, ৰাতিৰ জোনাকক নতুন উন্মাদনা দিলে, নীৰৱতাক তাই নোকোৱা কথাৰ অমৃত সুৰেৰে মুখৰ কৰিলে। কথাবোৰ তাই নীৰৱতাৰ মৌনতাৰে অৰ্থপূৰ্ণ কৰি তুলিলে। মাখনৰ উকা মজিয়াখন আকাশ আৰু অৰণ্যৰ সকলো মায়া আনি তাই— এই অজলা, ধুনীয়া ছোৱালীজনীয়ে ভৰাই তুলিলে। মুহূৰ্তৰ কাৰণে মাখনে প্ৰকৃতিৰ বুকুৰ সকলো অলিখিত কাব্যৰ যেন সহজ অৰ্থ বিচাৰি পালে।

অথচ সি প্ৰেম নহয়, মোহ নহয়, মায়া নহয়। মাখনৰ এই অনুভূতিৰ হয়তো কোনো সাৰ্থক নাম নাই। হয়তো ই আছিল এটা অননুভূত মৰমৰ মাদকতা, যাৰ উপলব্ধি আছে— পৰিণতি নাই!

কিন্তু আজি— এতিয়া— জোনাই মোক কি ভাবিছে? জোনাইতো মোক ভুলও বুজিব পাৰে।

মোৰ ঘৰত সিহঁতে আশ্ৰয় ল'লে— মই পুলিচত জাননী দিলোঁ! কিয়, পলাতক হ'লেও মইতো সিহঁতক গোপন আশ্ৰয় দিয়াত অসুবিধা নাছিল!

গোলাপ সময়মতে আহি নোলালহি! সেই কাৰণে জানো মই জোনাক মোৰ লগত নগৰলৈ নৈ নাহি নোৱাৰিলোহেঁতেন! আৰু এদিন গোলাপৰ কাৰণে অপেক্ষা কৰিব নোৱাৰিলোহেঁতেন নে?

ইয়ালে আহিওতো অহাৰ কথা পুলিচক নজনাই পাৰিলোহেঁতেন! কিয় জনালোঁ। পুলিচতো মোৰ বন্ধু নহয়! সিহঁতেতো মোক অকণো বিশ্বাস নকৰে, মই সিহঁতক বিশ্বাস কৰিলোঁ কিয়?

সিহঁত থানালৈ গ'ল কিয়? জোনাক মই লক্-আপৰ পৰা উলিয়াই আনিব নোৱাৰিলোঁ কিয়? জোনাই জানো বিশ্বাস কৰিব যে মই আনিব নোৱাৰিলোঁ? তাই হয়তো ভাবি চাইছে যে মই ইচ্ছা কৰিয়ে তাইক পুলিচৰ হাতত এৰি দিলোঁ, ইচ্ছা কৰিয়ে তাইক মোকলাই নানিলোঁ!"

"ককাইদেউ, ইহঁতে মোক মাৰি পেলাব –" মাখনৰ গাৰ নোম শিয়ৰি উঠিল। ৰাতিৰ আন্ধাৰত অসহায় জোনাজনীক যদি সিহঁতে মাৰি পেলায়! তাই কি কৰিব। যদি মাৰি পেলোৱাতকৈও দুঃসহ, বৰ্বৰ কিবা এটা কৰে, তাইক কোনে ৰক্ষা কৰিব? তাই নিজেইবা পশুহঁতৰ কবলৰ পৰা কেনেকৈ নিজক ৰক্ষা কৰিব? নাই, নাই, আইন আছে। মদ খালেও হাজৰিকাৰ আইনলৈ ভয় আছে। হাজৰিকাই জোনাৰ নিচিনা এজনী ভাল ছোৱালীক অত্যাচাৰ নকৰে? আৰু কিবা কৰিবৰ চেষ্টা কৰিলেও জোনাই আত্মৰক্ষা কৰিব জানে। প্ৰেমধৰৰ ঘৰত তাই বহুতদিন অকলেই আছিল।

বিছনা এৰি মাখন বাহিৰলৈ ওলাই আহিল। বৰ গৰম পৰিছে। আঁঠুৰাৰ তলত উক্মুকনি উঠে, উশাহ বন্ধ হ'ব খোজে।

পূবফালে ভালেমান ডোখৰ ক্ষয় যোৱা বিবৰ্ণ জোনটো ওলাইছে! তাৰ কাষত মাখনৰ কাৰণে কোনো আশাৰ প্ৰতিশ্ৰুতিও নাই। এই জোনটোক তাৰ একেবাৰে অচিনাকি যেন লাগিল। যিটো ধুনীয়া জোনে তাৰ চাৰিকড়িয়াৰ ঘৰৰ চোতালত ৰূপালী জোনাক ঢালিছিল, যিটো জোনে বহুত ৰহস্য আৰু মাদকতা লৈ নিঃসঙ্গ ডাক-বঙলাৰ নীৰৱ বাৰাণ্ডাত সিহঁতক অভ্যৰ্থনা জনাইছিল, সেই জোনটো এইটো নহয়। এইটো জোন শুকান, বিবৰ্ণ, ক্ষয়ৰোগ হোৱা এটা আদ্-বয়সীয়া ডেকাৰ নিচিনা। তাৰ বুকুত কোনো উন্মাদনা নাই, উদ্দীপনা নাই। এটা বেমাৰী জোন!

বুকুৰ ভিতৰখনত মাখনে এটা অসহ্য অস্থিৰতা অনুভৱ কৰিলে। "কি হৈ গ'ল? জোনাৰ জীৱনৰ গতি নিৰ্ণয়ত মই কেনেকৈ সোমাই পৰিলোঁ। যি হৈ গ'ল, তাৰ বাবে কোন দায়ী? অদৃশ্য নিয়তি? গোলাপ? জোনা? পুলিচ? নে মই?

মই? কিন্তু মইতো সিহঁতৰ প্ৰেম আৰু জীৱনৰ বাট সহজ কৰি দিবৰ চেষ্টাকেই কৰিছিলোঁ! সকলো অভাৱনীয়ভাৱে ওলট্-পালট্ হৈ গ'ল!"

আকাশত ক'তো মেঘ নাই। কিন্তু মাখনৰ মনটো ক'ৰ যেন সাত শাওণৰ ক'লা মেঘ আহি ঢাকি ধৰিছেহি! "Try to save your own skin" পুলিচ ইন্স্পেক্টৰ ৰবাৰ্ট মাত যেন অদৃশ্য নিয়তিৰ! সিতো কোনো অনিয়ম কৰা নাই! হয়তো অলপ অনিয়ম কৰিবৰ চেষ্টা কৰা হ'লেই আজি ঘটনাটোৱে এনে গতি নল'লেহেঁতেন! আইনক বিশ্বাসঘাতকতা কৰা হ'লেই, আইনে বিশ্বাসঘাতকতা কৰিবৰ সুযোগ

নেপালেহঁতেন! সি অকাৰণতে সৱল হৈ দিলে কিয়? অনিষ্ট হ'ব্বতো কোনো প্ৰয়োজন নাছিল।

"পৃথিবীখনক মই বুজিব পৰা নাই, নে মোক নিজকে বুজিব পৰা নাই? কিন্তু ক'তোতো অস্পষ্টতা নাই, সকলো যে স্পষ্ট তথাপি ইমান অবোধ্য লাগিছে!"

তিনিপৰ ৰাতি। সকলো মানুহৰ গভীৰ টোপনি। জোনাৰ বাৰু টোপনি আহিছে নে? ক'ত আছে জোনা? লক্-আপত নাই, জেলত? ওহোঁ। হাজোতত ৰাখিবলৈ হাকিমৰ অনুমতি লাগিব! তেন্তে ক'ত? হাজৰিকাৰ ঘৰত? চিভিল চাৰ্জনৰ ঘৰত!

এটা নিষ্ফল বিক্ষোভত মাখন অতিষ্ঠ হৈ উঠিল। – "ইহঁতে মোক মাৰি পেলাব ককাইদেউ।" জোনাই কেনেকৈ জানিলে যে সিহঁতে তাইক মাৰি পেলাব! কিয় মাৰি পেলাব? তাইতো কাকো কোনো জগৰ লগোৱা নাই! জোনাৰ সৰু আত্মাটোৱে কাৰোবাৰ মৰমৰ দেশত নিজক চিনি পাবৰ হাবিয়াস কৰিছিল; আইন, সমাজ, পুলিচ, সকলো লগ লাগি তাৰ পথ ৰুদ্ধ কৰি দিলে কিয়? এজনী ছোৱালীয়ে নিজৰ মৰমক চিনি পাবৰ চেষ্টা কৰাটো জগৰৰ কথা নেকি?

হঠাৎ মাখনে দেখিলে, কিবা এটা যেন গুজুং গুজুং কৰি তাৰ ফাললৈকে আগবাঢ়ি আহিছে! তাৰ ভয় লগা নাই। কিন্তু এই তিনিপৰ ৰাতি তাৰ ওচৰলৈ কোন মানুহ আহিব? কোনোবাই তাক হত্যা কৰিবলৈ অহা নাইতো? কোন? জোনাক বিচাৰি অহা ককায়েক নেকি? কিন্তু সি মাখনক হত্যা কৰিব কিয়? মাখনে অলপ ভালকৈ চালে। মানুহটো তাৰ ফাললৈকে আহিছে।

"তই শোৱাহি নাই নেকি?" সৰু শুন-নুশুন মাতেৰে গোলাপে ক'লে।

"গোলাপ? তই!"

"ওঁ, আৰু কোনোবা আছে নেকি?"

"নাই, মইহে আছোঁ, কি হ'ল?"

"কি হ'ল বুজা নাই জানো? এতিয়া ৰক্ষা পৰিলেহে পৰা –"

"কিয়?"

"তই একো নেজান! তোক সকলো কথা ক'বলৈও নহ'ল। বাৰু সেইবোৰ যাবলৈ দে। মোৰ বি হয় হ'ব, তই বাচিলেই হয় –"

"তাৰ মানে?"

"মোকতো সিহঁতে বিচাৰি নেপায়। মোক ধৰিবলৈ ৱাৰেণ্ট নাছিল, অকল জোনাৰ ওপৰতহে ৱাৰেণ্ট আছিল। মই পলাম –"

"কি?"

"ওঁ, মই পলাবই লাগিব। মোক সিহঁতে ক'তো বিচাৰি নেপায়। ক'ৰবাত মিলিটাৰী কামত সোমাই যাম –"

"পিছে জোনাৰ কি হ'ব?"

"জোনকতো ককায়েকহঁতে লগত লৈ যাবই। ঘৰ পাই তাই কি কৰে, কাক সাঙোৰে কি ঠিক। সেই দেখি –"

"তই এইবোৰ কি কৈছ, গোলাপ?"

"মই জানো, তই এইবোৰ একো বুজি নেপাৱ। সেই দেখিহে মই আহিলোঁ।"

"এৰা, মই একো বুজিব পৰা নাই! পিছে জোনাক এৰি পলোৱাটো জানো তোৰ ঠিক হ'ব?"

"মোৰ হাতৰ পৰা এৰাই গ'ল যেতিয়া আৰু পলোৱাৰ বাহিৰে অইন উপায় নাই। এতিয়া নিজক বচাব লাগিব –"

গোলাপৰ কথাষাৰ শুনি মাখনৰ হঠাৎ তাৰ ওপৰত অলপ খং উঠি গ'ল। যিজনী ছোৱালীয়ে তাৰ লগত ইমানবোৰ কষ্ট ভোগ কৰিলে, এতিয়া তাইক বিপদত পেলাই নিজক বচাবৰ কাৰণে ই পলাবলৈ ওলাইছে! ঠগ, প্ৰৱঞ্চক!!

মাখনে একো নেমাতিলে। বেচেৰী জোনাজনী, তাই যাক সোণ বুলি সাবটি লৈছিল, সিও পিতল!

"তোৰ চাকৰিটোৰ কিবা গণ্ডগোল লাগে বুলিহে মোৰ বেয়া লাগিছে। মিছাতে আমাৰ কাৰণে তোৰ কিবা নহ'লেই হয়। আৰু তাই যে তোক পেলাই নিদিব, তাৰনো কি ঠিক আছে –"

ইমান স্থিৰভাৱে, ইমান সাধাৰণভাৱে কথাবোৰ কোৱা দেখি মাখনৰ গোলাপৰ ওপৰত ভীষণ ঘৃণা হ'ল। জোনাৰ উদ্ধাৰৰ কথা নেভাবি সি ভাবিছে আত্মৰক্ষাৰ কথা। ইমান স্বাৰ্থপৰ গোলাপটো! এটা অমানুহ, এটা পশু, a cold-blooded seducer of an innocent soul!

কিছুপৰ দুয়ো মনে মনে থাকিল। তাৰ পিছত হঠাৎ মাখনে ক'লে, "মোৰ কথা ভাবিব নেলাগে, মোৰ চাকৰি নেযায় আৰু গ'লেও মই নেখাই নমৰোঁ। কিন্তু জোনাক আনি, এনেকৈ বিপদত পেলাই পলাই যোৱাটো অন্যায় নহ'ব নে?"

"তোক বচাবৰ কাৰণেহে পলাব খুজিছোঁ, অন্যেও কৈছে! পুলিচে, প্ৰেমধৰে, উকীলে শিকাই-মেলি তাইৰ হতুৱাই হাকিমৰ আগত কি জবানবন্দী দিয়ায় ক'ব নোৱাৰি। মই ধৰা দিলে, বা মই ধৰা পৰিলে, তোৰ ঘৰত জোনা কেনেকৈ ওলালগৈ, সেই কথা ক'লেও অইনে বিশ্বাস নকৰিব। হয়তো ক'ব তইহে বুদ্ধি কৰি, মোৰ হতুৱাই –"

মানুহ ইমান নীচ নহয়, ইমান নীচ হ'ব নোৱাৰে। আৰু গোলাপৰ নিচিনা উদ্ভট কল্পনা অন্য কোনো মানুহে নকৰে, কৰিবও নোৱাৰে।

"বাৰু, মই যি কৰোঁ কৰিম, তই কিন্তু পলোৱাটো ঠিক নহ'ব। আৰু পলাইনো ক'ত থাকিবি? কিমান দিন থাকিবি?" বিৰক্তিৰে, নিৰাসক্তভাৱে মাখনে ক'লে।

"মোৰনো কি? ঘৰ-বাৰী নায়েই। যামগৈ ক'ৰবালৈ, থাকিম ক'ৰবাত, তই পিছে এটা কাম কৰিবি।"

মাখন মনে মনে থাকিল।

"পুলিচে সুধিলে জোনা কোনোদিন তোৰ লগত অকলে থকা নাই বুলি কবি –"

"তাৰ মানে?"

গোলাপে মাখনক অপমান কৰা নাইতো?

"মানে যেই হওক, কবি যে তোৰ ঘৰত থকা কেইদিন আৰু ইয়ালৈ আহোঁতেও মই জোনাৰ লগত সদায় আছিলোঁ। নহ'লে বিপদ হ'ব। মই যাওঁ, তই চিন্তা নকৰিবি। জোনাৰ কথা এতিয়া ভাবিবৰ দৰকাৰ নাই। নিজকে বচোৱাৰ চিন্তা কৰ।"

গোলাপ অকণমান পৰ থিয় দি ৰ'ল। তাৰ পিছত এবাৰ সৰল মাখনটোৰ মুখলৈ চাই তলমূৰ কৰি লাহে লাহে আঁতৰি গ'ল। হয়তো সংসাৰৰ মেৰপাক বুজি নোপোৱা মাখনটোক পুতৌৰে চাই গ'ল!

লাহে লাহে শেঁতা জোনাকৰ মাজেদি গোলাপ দূৰলৈ আৰু দূৰলৈ আঁতৰি গৈছে। হয়তো তাৰ খোজবোৰ ক্ৰমে বেছি খৰ হৈছে, সি পলাইছে।

জোনাক লগত লৈও সি পলাইছিল, তেতিয়া হয়তো তাৰ চকুত আছিল স্বপ্ন, প্ৰাণত আছিল উদাৰতা!

আজিও সি পলাইছে, আজি সি অকলশৰে পলাইছে, তাৰ স্বপ্ন মোহ কাটি গৈছে, আছে শঙ্কা আৰু ভয়, আৰু বুকুৰ মাজত আত্মৰক্ষাৰ সঙ্কীৰ্ণ স্বাৰ্থ!

আকৌ এবাৰ অস্পষ্ট মাতেৰে মাখনে ক'লে, "sheepish brute, cold-blooded seducer"

"নিজক বচোৱাৰ চিন্তা কৰ।" "Save your own skin." নিৰ্লজ্জ, স্বাৰ্থপৰ পৃথিৱী, প্ৰেমৰ কাৰণেও যদি মানুহে ত্যাগ কৰিব নোৱাৰে, মানুহে ত্যাগ কৰিব কেতিয়া? ...

মাখন আকৌ বিছনাত পৰিলহি। কোঠাটোৰ ভিতৰত আন্ধাৰৰ কাঁড় কিছুমান চুলিসাপ যেন হৈ উৰি ফুৰিছে! আন্ধাৰৰ কাঁড়বোৰ সাপৰ নিচিনা চেঁচা! চাঙৰ ওপৰত জেঠীটোৱে টিক্‌টিকাইছে— হয়তো মাখনক বুজাই ক'ব খুজিছে— 'নিৰ্বোধ-নিৰ্বোধ।' জীৱনত যুক্তিহীন কাব্যৰ ঠাই নাই। জীৱনৰ খোজে খোজে অদৃশ্য অভাৱনীয়ৰ বেহু! নিস্তাৰ নাই! প্ৰেমৰ মুকলি পথৰ শেষত বৈ আছে নিষ্ঠুৰ লক্-আপ— লৌহ-কপাট; বীভৎস দানৱীয় অট্টহাস্য!

একো নেভাবি মাখনে টোপনি যাবৰ চেষ্টা কৰিলে।

চকুবোৰ কেনেকৈ জিলিকিছে। ইন্‌স্পেক্টৰ বৰাৰ কুটিল চকুকেইটা— বিষাক্ত, ৰূঢ়, নিষ্ঠুৰ! সৌ দুটা ইন্‌চাৰ্জ হাজৰিকাৰ চকু-সাপৰ চকুৰ নিচিনা তিৰ্‌বিৰীয়া, কিন্তু কিমান কপট লুকাই আছে তাৰ আঁৰত! আৰু সৌ দুটা ধুনীয়া চকু— অসহায় কৰুণ

মিনতিভৰা! তাত ভৰি আছে আঘোণৰ নিৰ্মেঘ আকাশৰ গাঢ় নীলা, তাত জিলিকি উঠিছে অকুণ্ঠ প্ৰেমৰ পোহৰ। "তুমি মোক এৰি নেযাবা ককাইদেউ—"

ইমান তীব্ৰ, ইমান শান্ত জোনাৰ চকু দুটা! কান্দিবৰ কাৰণে সিহঁতৰ সৃষ্টি হোৱা নাছিল। সিহঁতৰ সৃষ্টি হৈছিল কাৰোবাৰ এখন মৰম-কোমল হৃদয় প্ৰতিবিম্বিত কৰিবৰ কাৰণে, সাগৰৰ গভীৰতাৰে, আকাশৰ উদাৰতাৰে, ৰাতিৰ শান্তি আৰু দিনৰ মুখৰতাৰে হৃদয়ৰ সুপ্ত দেৱতাক জগাই তুলিবৰ কাৰণে।

চাৰিওফালৰ পৰা নানা ৰকমৰ চকুবোৰে মাখনৰ চাৰিওফালে নাচিছে।

"বৰষুণত তিতিছা নেকি জোনা? ..."

"মই বাৰাণ্ডাতে আছোঁ, অকলে শুব পাৰিবা নহয়? ..."

"মোক ইয়াত এৰি নেযাবা ককাইদেউ —"

বহুত মানুহৰ সম্মুখতে গাৰ সকলো অধীৰ আবেগ দি এজনী ছোৱালীয়ে মাখনক সাবটি ধৰিছে। আৰু সি সকলোৰে চকুৰ আগতে ছোৱালীজনীৰ মূৰত হাত ফুৰাই ফুৰাই কৈছে, "মই আছোঁ নহয়, ভনী —"

মাখনে অনুভৱ কৰিলে তাৰ বুকুৰ কাষত এটা অধীৰ নাৰীদেহৰ কোমল উত্তাপ!

আন্ধাৰৰ কাঁড়-জোঙা চুলি সাপবোৰ উৰি ফুৰিছে। কোঠাটোৰ ভিতৰত কাৰোবাৰ কিছুমান চিনাকি নিশ্বাসৰ কঁপনি। উষ্ণ, তপত নিশ্বাস, সিহঁতে মাখনৰ কাণে কাণে কিবা ক'বলৈ বিচাৰিছে!

বহুত দূৰণিত ক'ৰবাত কুকুৰাই ডাক দিয়া আৰম্ভ কৰিছে। এটা বনৰীয়া চৰাই সাৰ পাই আকাশৰ বুকুত কাৰোবাক বিচাৰি উৰি গৈছে! তাৰ পাখি, ভৰিৰ শব্দ প্ৰভাতৰ বতাহত ওপঙি আহিছে— শান্ত ধীৰ।

## উণত্ৰিশ

সময়ে সকলো কথা সহজ কৰি আনে। প্ৰেমধৰৰ বুকুৰ প্ৰথম আঘাতৰ বেদনা ক্ৰমে পাতল হৈ আহিল। মনে মনে তাৰ শূন্য ঘৰটোৰ অকলশৰীয়া বিছনাখনত শুই শুই সি সকলো দুৰ্যোগ আৰু অপমানৰ কাৰণে জোনাক দোষী কৰাৰ যুক্তি বিচাৰিলে। জোনা চঞ্চলমতি, চৰিত্ৰহীনা, বিশ্বাসঘাতক। জোনাৰ ধুনীয়া মুখখন তাৰ চকুৰ আগত ভাহি উঠিল। মনত পৰিল তাইৰ সোণ-বৰণীয়া কেঁচা গাটোৰ কথা! নাই, নাই, জোনাৰ গাত কোনো দোষ নাই। তাইৰ বুভুক্ষু দেহা, তাইৰ স্বাভাৱিক সন্তান-কামনা, তাইৰ সৌন্দৰ্যৰ মূল্য— এইবোৰৰ দাবী তাই অস্বীকাৰ কৰিব কিয়? তাৰেই ভুল হৈছিল, সি তাইক বুজি পাব লাগিছিল, তাইক নিজৰ মতে চলিবলৈ এৰি দিব লাগিছিল। তাইৰ ইচ্ছা-আকাঙ্ক্ষাক সমৰ্থন কৰিব লাগিছিল।

তাই গোলাপৰ লগত এনেয়ে গুচি যোৱা নাই। গ'লেই যেতিয়া মিছাকৈয়ে পুলিচ লগাই ঘূৰাই আনি তাৰ বা তাইৰ কি লাভ হ'ব? গ'লেই যেতিয়া তাইক যাবলৈকে এৰি দিব লাগিছিল। অৱশ্যে তাই তাক অপমান কৰি গ'ল। অমানুহ কৰি গ'ল।

জীৱনৰ বাকীকেইটা দিন সি অকলেই কটাব লাগিব। অন্য কোনো ছোৱালী আৰু তাৰ ঘৰ কৰিবলৈ নাহে, আহিলেও অন্য এজনী ছোৱালী লৈ ঘৰ কৰি খোৱাৰ কথা সি ভাবিবই নোৱাৰে।

প্ৰেমধৰে ঘৰখনকে ৰাখি-মেলি খোৱাত মনোযোগ দিলে। পাৰত খেতি কৰিবলৈ এৰি দিয়াকে ঠিক কৰিলে। ইয়াৰখিনিকে চপাব পাৰিলেও তাৰ কাৰণে বহুত, খাওতাই নাই দেখোন। সি এটা মানুহ, তাকনো কিমান লাগিছে?

উদাসীনভাৱে এটা ব্যৰ্থ জীৱনকে স্বীকাৰ কৰি ল'বৰ কাৰণে সি প্ৰস্তুত হৈছিল। হাঁহৰ সজা এটা বৈ সি বহি আছিল। মূৰ তুলি চাই দেখে দেবেন্দ্ৰ আৰু অৰুণ।

উৎকণ্ঠা আৰু আগ্ৰহেৰে সি সিহঁতলৈ চালে!

"তহঁত কেতিয়া পালিহি?"

দেবেনহঁত বহিল। উৎকণ্ঠাৰ যেন কোনো কাৰণ নাই।

"কি কৰিছ?"

"দেখিছই নহয় –" অলপ দবি গৈ প্ৰেমধৰে ক'লে। "পিছে কি হ'লগৈ?" আশা-নিৰাশাৰ জুমুৰি বুকুত সাবটি প্ৰেমধৰে শান্তভাৱে সুধিলে।

"তাইক লৈ আহিলোঁ।"

"কি?"

"ওঁ, কৈছিলোঁ নহয় তাই ক'ত সাৰিব?"

"ক'ত পালিগৈনো?"

"ক'লে এখন মহাভাৰত হ'ব। ভবিবও নোৱাৰা কথা! সেই যে মাখন –"

"ওঁ মাখন, মোহনপুৰ গাঁৱৰ – চৰকাৰী কাম কৰে, তাৰ কি হ'ল?"

"সিয়ে সকলোৰে ঘাই। লিখা-পঢ়া কৰিলে কি হ'ব। চৰকাৰী চাকৰি কৰিলে কি হ'ল। যি গুণ্ডা, সি গুণ্ডাই।"

"সি উত্তৰপাৰে চাবিকড়িয়াত নে ক'তহে থাকে!"

'থাকিল কি হ'ল। তাৰ পৰাই হাঁকুটি লগালে। মাষ্টৰলৈ চিঠি লিখি, এইক পলুৱাই নিলে –"

"এহ্ কিবোৰ কৈছ! মাখনেনো এইক দেখিলে ক'ত? এইৰ কথা জানিবই বা কেনেকৈ?"

দেবেন অলপ দবি গ'ল।

অৰুণে ক'লে, "কোন কেতিয়া ক'ত ঘূৰি ফুৰে, তই কিবা চাই থাক নে? দেখিলে কেতিয়াবা ক'ৰবাত। আৰু জানো কম– অচিনাকি মানুহৰ আগতে গা নচুৱাই ফুৰিব! কাকনো দায় দিবি!"

"বাৰু, আচল কথাটো কচোন –"

প্ৰেমধৰে হয়তো জোনাৰ সমালোচনা বৰ ভাল পোৱা নাছিল।

"সেই মাখনৰ ঘৰতে তাইক পলুৱাই ৰাখিছিল। পিছে পুলিচৰ চকুহে, জীয়া মানুহ এজনী ক'ত পেৰাত সুমুৱাই থ'ব। পুলিচে ধৰি পেলালে!"

"মাষ্টৰ পিছে ক'লৈ গ'ল?"

"মাষ্টৰ! সি মাখনৰ ওচৰত তাইক এৰি থৈ পলাল।"

"পাঁচ শ টকা খালে হেনো –"

"মই শুনিলোঁ মাখনে হেনো তাৰ ঘৰতে ইহঁতহালক ৰাখিব খুজিছিল। টকা-পইচা দি দুয়োটাকে হেনো থাকিবলৈ নিজৰ ঘৰটোৰে এফাল এৰি দিছিল। পিছে সেইবোৰ ফাকতিহে। গোলাপক চাকৰ-বাকৰ কৰি ৰাখি এইক পাটৰাণী কৰি লোৱাৰ মতলব আছিল। পিছে বাপুৰ সকলো ফন্দি ধৰা পৰি গ'ল। তাত ৰক্ষা নোপোৱা যেন দেখি নগৰৰত পলুৱাই ৰাখিব খুজিছিল। মাজৰগাঁৱত এদিন নে দুদিন লুকুৱায়ো ৰাখিলে বোলে।"

"পিছে তহঁতে পালিগৈ ক'ত?"

"পুলিচ থানাত। আমিও গৈ সেইদিনা আবেলি থানা ওলাইছোঁগৈ, তাইকো লৈ সেই দিনাই হাকিমৰ ওচৰত খালাচ লোৱাৰ ফিকিৰ পাতিছিল। পিছে একো নহ'ল। ইনচাৰ্জে বুদ্ধি কৰি তিনিওটাকে থানালৈ আনি তাইক জব্দ কৰি পেলালে।"

"তাই একো কোৱা নাছিল নে পিছে?"

"নাই কোৱাহে হয়। আমাক হেনো তাই চিনিকে নেপায়। আমি হেনো তাইৰ একোৰেই নহওঁ। মাখনৰ ডিঙিত 'ওলমি তাইৰ যি ৰাউচি জুৰি কান্দোন। সি হেনো তাইৰ ককাইদেৰেক।"

"পিছত?"

"পিছে কান্দিলে কি হ'ব? মাখন মুখেৰে তাইক এনেই অলপ নিচুকাই হাঁহি হাঁহি ইন্‌চাৰ্জৰ লগত ওলাই গ'ল।"

"আৰু মাষ্টৰ?"

"সি হ'লে বেচেৰাই বৰ কাকুতি কৰিছিল– 'তাইক এৰি দিয়ক, মোকে সুমুৱাই থওক, তাইক এৰি নিদিলে বুকুত ছুৰী দি মৰিম।' সঁচাকৈয়ে তাঁলে বেয়াই লাগিছিল। পিছে পুলিচৰ আৰু কি বেয়া লাগিব, ডাবি-ধমকি দি তাক থানাৰ বাহিৰ কৰি খেদাই পঠিয়ালে।"

কিছুপৰ প্ৰেমধৰ মনে মনে থাকিল। বুজি পোৱা কথাবোৰৰ অৰ্থও তাৰ নুবুজা যেন লাগিল। জোনাৰ লগত মাখন। মিছা কথা, বি. এ. পাছ চৰকাৰী কাম কৰা মানুহ এটা আৰু জোনাৰ নিচিনা মানুহ এজনীৰ কাৰণে এইবোৰ কৰিবলৈ নেযায়।

অলপ পৰ মনে মনে থকাৰ পিছত প্ৰেমধৰে সুধিলে, "এতিয়া পিছে তাই ক'লৈ গ'ল?"

"টাউনৰ গোসাঁই উকীলৰ ঘৰত আছে। তাই আমাক কম লটি-ঘটি কৰিলে নেকি? আমাক জামিন নেমানে, আমাৰ লগত নাহে, সুধিলে একো নকয়। কত ফুচুলালোঁ, কত ডাবি-হুকি দিলোঁ, কত বুদ্ধি-ফন্দি কৰিলোঁ, তথাপি পুলিচ দুটা লগত নিদিয়ালৈকে তাই আমাৰ লগত আহিবলৈ মান্তি নহ'ল।"

"মাখনে তাইক কিবা যাদু কৰিলে। গোলাপৰ নামেই নাই, খালী মাখন ককাইদেউ, মাখন ককাইদেউ। এইজনীও জানো আমাৰ গাঁৱত কি উপজিছিল। সকলোৰে নাক-কাণ কাটিলে।"

"পিছে এতিয়া কি হ'ব?" হতভম্ব প্ৰেমধৰে সুধিলে।

"গোসাঁই উকীলৰ তাত এৰি আহিছোঁ। কি কৰিব লাগে, কি জবানবন্দী দিব লাগে, সকলো তেৱেঁই শিকাই দিব। কাইলে কাছাৰীলৈ যাবি, হাকিমৰ আগত জাৰি কৰা হৈ গ'লে, যেনে-তেনে তাইক লৈ আহিব লাগিব।"

"যদি নাহোঁ বোলে?"

"বাৰু, তাৰ বাবে তই ভাবিব নেলাগে।"

## ত্ৰিশ

কিছুপৰ জোনা দুৱাৰ মুখতে থিয় হৈ থাকিল। তাইক পদূলি-মূৰতে এৰি প্ৰেমধৰ পুখুৰীত ভৰি-হাত ধুবলৈ গ'ল। কেউপিনে চাই জোনাই দেখিলে সকলোবোৰ আগৰ দৰেই আছে, চোতালখনত বনবোৰ অলপ বেছিকৈ গজিছে, তাইৰ মৰমৰ সদায় লিপি ৰখা পিৰালিটোত কিছু ধূলি গোট খাইছে।

মনে মনে তাই হিচাপ কৰিলে– তাই ঘৰৰ পৰা ওলাই যাবৰ দুমাহো পূৰ হোৱা নাই। অথচ তাইৰ মনত লাগিল যেন বহুত বছৰৰ মূৰত তাই ক'ৰবাৰ পৰা ঘৰলৈ ঘূৰি আহিছে। তাই কিন্তু ক'তো কোনো বিশেষ ধৰণৰ পৰিৱৰ্তন নেদেখিলে।

তাইৰ আগেদিয়ে প্ৰেমধৰ ঘৰৰ ভিতৰলৈ সোমাই গ'ল। তাৰ মুখত কোনো মাত-বোল নাই। সন্ধিয়া লাগি আহিছিল। লেমটো বিচাৰি লৈ, জেপৰ পৰা জুইশলাইটো উলিয়াই সি টিনৰ চাকিটো জ্বলালে। একো কথা নোকোৱাকৈ জোনাই তাৰ ফালে চাই থাকিল।

এনেতে পাতি-হাঁহকেইটা টাঁক্ টাঁক্ কৰি ক'ৰবাৰ পৰা আহি চোতালত ঘূৰি ফুৰিব ধৰিলে। যেন ভালেমান দিনৰ মূৰত জোনাক দেখি সিহঁতে আনন্দত নাচিব খুজিছে। সন্ধিয়াৰ কামছায়াৰ মাজেদি চাই জোনাই দেখিলে হাঁহকেইটা তাইৰ ফাললৈ চাই কিবা চিঞৰিছে।

জোনা আৰু ৰ'ব নোৱাৰিলে। তাই কাষলতিৰ তলৰ সৰু টোপোলাটো পিৰালিতে থৈ হাঁহজাকৰ মাজলৈ, চোতাললৈ নামি গ'ল। হাঁহজাকে তাইক বেঢ়ি ধৰিলে।

তাই হাঁহকেইটা লেখ কৰি চালে। এজনী হাঁহ নাই। কেঁউপিনে চালে– নাই।

"ক'লা হাঁহজনী নাই দেখোন– ক'লৈ গ'ল?"

"শিয়ালে নিলে –" ভিতৰৰ পৰা প্ৰেমধৰে উত্তৰ দিলে।

গোটেই দিনটোৰ মৌনতাৰ পিছত এই প্ৰথম জোনাই কথা ক'লে। গোসাঁই উকীলৰ ঘৰৰ পৰা অহাৰ পৰা প্ৰেমধৰে জোনাক কত কথা সুধিলে, কিন্তু জোনাই এষাৰ কথাৰো উত্তৰ তাক নিদি তাৰ আগে আগে আহি থাকিল মাত্ৰ।

আৰু একো কথা নকৈ জোনাই হাঁহজাক গড়ালত বান্ধিলে, তাৰ পিছত পুখুৰীত হাত-ভৰি ধুই আহিলগৈ।

জুইকুৰা ধৰি চাহপানী এবাটি বাকি প্ৰেমধৰে মাতিলে, "বাহিৰত কি কৰিছ? ভিতৰলৈ নাহ কেলেই।"

উত্তৰ নাই।

অলপ পৰ জোনা দুৱাৰ মুখতে ৰৈ থাকিল। ঘৰটোৰ ভিতৰ সোমাবলৈ, প্ৰেমধৰৰ আগত বহি চাহপানী খাবলৈ যেন তাইৰ এটা সঙ্কোচ লাগিল।

তাই অলপ সহজ হ'বৰ চেষ্টা কৰিলে। তাৰ পিছত ভিতৰলৈ সোমাই আহিল।

তাইৰ চিনাকি মজিয়া, তাইৰ চিনাকি বেৰ, তাইৰ চিনাকি ঘৰৰ ভিতৰৰ এটা পুৰণি গোন্ধ!

মূৰ তললৈ থাকিয়ে প্ৰেমধৰে চাহ-বাটি তাইৰ ফালে আগবঢ়াই দি সৰুকৈ ক'লে, "চাহ –"

জোনাই বাটিটো ওচৰ চপাই আনিলে। প্ৰেমধৰ উঠি গ'ল। সি গোহালিৰ গৰুকেইটা চালেগৈ, পদূলিৰ জপনাখন মাৰিলে, তাৰ পিছত ভঁৰালৰ আগৰ চাংখনৰ পৰা আলুকেইটামান নমাই লৈ আকৌ ভিতৰলৈ আহিল।

"ভাত খাবলৈ মাছ-শাক একো নাই –" জোনাকে কোৱাৰ দৰে সি নিজকে ক'লে, "আজি এমাহমান মাছ-তাছ খোৱা নাই।"

একো কথা নুশুনাৰ দৰে জোনাই চাহ খাই যাব ধৰিলে। প্ৰেমধৰটো মানুহ নেকি?

জোনাৰ ভাগৰ লাগিছিল। এদিনৰ ভাগৰ নহয়, এমাহৰ ভাগৰ নহয়, সাগৰৰ জোৱাৰত উটি গৈ অকলে সাঁতুৰি পাৰলৈ অহাৰ ভাগৰ। কিন্তু সাগৰৰ পাৰ কি অবিচিত্ৰ, সাধাৰণ! চাঞ্চল্য নাই, অস্থিৰতা নাই, তাত গা-মনৰ সকলো শক্তি, সাহস মুহূৰ্ততে নোহোৱা হয়, তাৰ ঠাইত দেহ-মন জুৰি আহে অৱশ, ক্লান্তি!

জোনাই বৰ অৱসন্ন অনুভৱ কৰিলে। ইয়াত, এই ঘৰটোৰ মজিয়াত জীৱনৰ কোনো গতি নাই, প্ৰাণৰ কোনো বিস্তাৰ নাই, অনুভূতিৰ কোনো আস্বাদ নাই। ইয়াত আছে স্থাৱৰ অনুভূতিৰ অন্তহীন ক্লান্তি!

"মোৰ বৰ ভাগৰ লাগিছে –" জোনাই নিজকে ক'লে।

প্ৰেমধৰে অনুভৱ কৰিলে এটা উদাসীন আনন্দ! জোনা ঘূৰি আহিছে। কিন্তু এইজনী জোনা তাৰ সেই আগৰ জোনা। তাই যে পতিতা হৈছে, বহু কলঙ্কৰ চেকা লৈ তাই হয়তো আশ্ৰয় বিচাৰি তাৰ মজিয়ালৈ ঘূৰি আহিছে। তাই আগৰ জোনাজনীয়েই আছে যদিও, আগৰ জোনা হৈ থকা নাই। তাই ব্যভিচাৰিণী। ব্যক্তিগতভাৱে প্ৰেমধৰৰ বিশেষ কোনো অভিযোগ নাই, কিন্তু জীৱন্ত এখন শুচি সমাজে পতিতাক সহজে গ্ৰহণ নকৰিব, কৰিব নোৱাৰে। পৰাচিতৰ দিহা কৰিব লাগিব!

এৰা, পৰাচিত নহ'লে জোনাৰ লগত এটা মুহূৰ্ত্তও প্ৰেমধৰ থাকিব নোৱাৰে। জোনাৰ মুখলৈ চালে তাৰ সত নগ'ল। সি অনুভৱ কৰিলে যেন জোনাৰ কলঙ্কৰ কাৰণে সিয়েই জগৰীয়া। জোনা নহয়, সিহে যেন পৰাচিত হোৱা দৰকাৰ।

ভাতত দিয়া আলু সনাৰে প্ৰেমধৰে দুগৰাহমান ভাত খালে। তাৰ ভাগৰ লাগিছিল। ভোকো লাগিছিল। তাৰ পিছত কাঁহী এখনত জোনাৰ ভাত বাঢ়ি দি ক'লে, "ভাত দুটামান খাই শুবি, মই অকণমান এইখিনিৰ পৰা আহোঁ।"

জোনা বহি থাকিল। তাই একো নক'লে, মুখখন মচি, গামোচাখন কান্ধত পেলাই প্ৰেমধৰ ঘৰৰ পৰা ওলাই গ'ল।

ভালেমান পৰ জোনা বহা ঠাইতে বহি থাকিল। জগতখন নিস্তব্ধ। ভালেমান দূৰেদি কোনোবা এটাই চিঞৰি চিঞৰি কিবা গীত এটা গাই গৈছে— মাতটো সিমান মিঠা নহয়। গৰম ভাতৰ কাঁহীৰ পৰা পাতল ধোঁৱা অলপ লাহে লাহে ওপৰলৈ উৰি গৈছে। জুইকুৰা নুমাই গৈছে। ছাইবোৰৰ মাজত দুই-এটা সৰু ফিৰিঙতি আছে। সিহঁতে লাহে লাহে নুমাই আহিব।

নীৰৱে বহি আছে জোনা, আৰু নীৰৱে বহি আছে এটা আন্ধাৰ ৰাতি : দুয়ো একেলগে এটা অনিশ্চিত ভৱিষ্যতৰ গোপন গৰ্ভলৈ সোমাই গৈছে। ৰাতিটো আগবাঢ়িছে পুৱাৰ সম্ভাবনাৰ প্ৰতিশ্ৰুতিত, আৰু জোনা— তাই একো নেজানে, হয়তো তাইৰ জীৱনৰ যি কাল-ৰাতিৰ সূচনা হৈছে আৰু তাৰ শেষ নহ'ব। তাই অনিশ্চিত কাল-পথৰ যাত্ৰী, তাই অকলশৰীয়া— প্ৰেমধৰ তাইৰ ঘৰত থাকিব পাৰে, তাই প্ৰেমধৰৰ ঘৰত থাকিব পাৰে, কিন্তু তাইৰ মনৰ মাজৰ পৰা প্ৰেমধৰৰ ঠাই একেবাৰে মচ খাই গৈছে। সেই কাৰণেই এই ব্যথিত মানুহটোৰ কাৰণে তাই অকণো বেদনা অনুভৱ কৰা নাই। তাই বুজিব নোৱাৰাকৈয়ে হয়তো তাইৰ মনটোৱে অসাধাৰণ কিবা এটা তাইৰ জীৱনত ঘটাৰ প্ৰতীক্ষা কৰিছে।

ভোক লাগিছিল যদিও জোনাৰ ভাত খাবৰ মন নগ'ল। তথাপি বাঢ়ি থোৱা ভাতখিনি এনেই পেলাই দিয়াতকৈ তাই দুগৰাহমান খালে। তাৰ পিছত হাত-মুখ ধুই তাই অলপ পৰৰ কাৰণে দুৱাৰ মুখলৈ ওলাই আহিল।

এইটো ঘৰৰ মজিয়ালৈ আৰু ঘূৰি নাহিম বুলি তাই ওলাই গৈছিল। প্ৰেমধৰৰ লগৰ নিঃস্বাদ জীৱনটোৰ মাজলৈ আৰু ঘূৰি নাহিম বুলিয়ে তাই গৈছিল। কিন্তু সকলো ব্যৰ্থ হৈ গ'ল। এইবাৰে জানো কাৰোবাক জগৰীয়া কৰা যায়। 'মাষ্টৰে' তাইক লৈ

এখন নতুন সংসাৰ পতাৰ কল্পনা সঁচা-সঁচিকৈয়ে কৰিছিল। আৰু মাখনে সঁচাকৈয়ে সিহঁতৰ সেই কল্পনা কাৰ্যকৰী হোৱাত সহায় কৰিছিল। তাইৰ সকলো কল্পনা ব্যৰ্থ কৰি দিলে– এই প্ৰেমধৰে। দেবেনহঁতক পঠিয়াই দি পুলিচৰ হতুৱাই তাইক ধৰাই আনিলে, ঘূৰাই আনিলে। কিন্তু তাৰ পৰা জানো প্ৰেমধৰৰ কিব লাভ হ'ব? "মোৰ পৰা প্ৰেমধৰে কি পাব, গঞা ৰাইজেই বা মোক ঘূৰাই আনি কি ফল পাব?"

এতিয়াই, এই মুহূৰ্ততে মই আকৌ গুচি যাব পাৰোঁ। মোক কোনোৱে বাধা দিব নোৱাৰে। গোসাঁই উকীলে যিমানেই শিকাওক, মই সঁচা কথা কৈ দিব পাৰোঁ। পৃথিৱীৰ কোনো পুলিচ, কোনো হাকিমে মোক ধৰি ৰাখিব নোৱাৰে। কিন্তু মই যাম ক'লৈ? মাষ্টৰ ক'লৈ গ'ল ঠিক নাই? হয়তো ক'ৰবাত ঘূৰি ফুৰিছে– অকলে অকলে। আৰু মাষ্টৰৰ বন্ধু মাখন– বেচেৰাই মোৰ কাৰণে কম কষ্ট আৰু অপমান পাইছে নে। হয়তো তেওঁৰ ওচৰলৈ গ'লে এতিয়াও মোক ঠাই দিব, কিন্তু কি পৰিচয় লৈ মই তেওঁৰ কাষলৈ যাম? কি পৰিচয় লৈ মই তেওঁৰ আশ্ৰয়ত থাকিম? মোৰ কাৰণেই তেওঁৰ বহু কষ্ট হৈছে, আৰু নহয়।

মইনো বাচি থাকি কি লাভ? কলঙ্ক ললোঁৱেই, মোৰ কলঙ্কৰ লগত আৰু কেইজনমানক সাঙুৰি তললৈ নামি যোৱাৰ কি সাৰ্থকতা আছে! নাই নাই মৰিব নোৱাৰি, চোৱা যাওক কি হয়; কিন্তু প্ৰেমধৰৰ লগত জীয়াই থকা– অসম্ভৱ।

জোনা ভিতৰলৈ গুচি আহিল। দুৱাৰখন মেলাই থাকিল। তাই এবাৰ তাইৰ আগৰ বিছনাখনলৈ চালে। আজিকালি তাত প্ৰেমধৰে শুবলৈ লৈছে। হয়তো আজিও প্ৰেমধৰ তাতে শুব।

মাটিতে পাটী এটা পাৰি জোনাই শুবৰ চেষ্টা কৰিলে ...।

"এজন বামুণ আহিব! গাঁৱৰ ৰাইজ আহিব। ল'ৰা-ছোৱালীবোৰ গোট খাব। মোক পৰাচিত কৰিব। কি হ'ব পৰাচিত কৰি? বামুণে মন্ত্ৰ মাতিলে মই শুদ্ধ হম কেনেকৈ?

মাখনে জানো মোৰ ঘৰ চিনি পায়? কেনেকৈ চিনি পাব? আৰু চিনি পালেও তেওঁ মোক বিচাৰি কিয় আহিব? তেওঁ চাকৰি কৰা মানুহ– ডাঙৰ মানুহ। ইঃ মোক ইমান মৰম কৰিলে ...।

সেই আদহীয়া চিভিল চাৰ্জনটো, ছিঃ মোৰ মৰি যাম যেন লাগিছিল। ডাক্তৰ হ'ল বুলি ইমান নিলাজ হ'ব লাগে নে? ইমান-বেয়া কথা সুধিছিল। ইমান লাজ লগা কথা! আৰু তাৰ পিছত ... ছিঃ ছিঃ ডাক্তৰবোৰৰ একো নাই, একো নাই! কিজানি কাগজত কি লিখিলে। লিখিবৰ সময়ত কেনেকৈ মুচুক মুচুক হাঁহি আছিল। নিলাজ কথাবোৰ ...।

আৰু বুঢ়া গোসাঁই উকীল। তেওঁ যে কি বেয়া কথাবোৰ শিকাই দিছে। নাই, নাই, মৰিলেও সেইবোৰ কথা মই হাকিমৰ আগত ক'ব নোৱাৰোঁ, যি হয় হ'ব, কাছাৰীত ইমান বেয়া কথা মানুহে ক'ব নোৱাৰে? মই মৰি যাম ...।

জোনাকবোৰ আহি গাতে পৰিছিলহি। মই চকু মুদি পৰি আছিলোঁ। মোৰ টোপনি অহা নাছিল। তেওঁ ভাবিছিল মোৰ টোপনি আহিছে। মোক তেওঁ নজগালে। লাহে লাহে কোলাত তুলি লৈ বিছনাত শুৱাই দিলে। মই চকু মুদিয়ে থাকিলোঁ! কিমান মৰম। ...”

উঁইচিৰিঙাহালে চি-চিয়াই চিঞৰিছে। হয়তো ঘৰলৈ জোনা ঘূৰি অহা কাৰণেই চিঞৰিছে। সিহঁত দুটাৰ মাত জোনাই চিনি পায়। দুই-এটা মহে কুনকুনাইছে। ৰাতি বহুত হ'ল নেকি? প্ৰেমধৰ ঘূৰি নাহিব নেকি? হঠাৎ তাইৰ ওপৰত ইমান বিশ্বাস হৈ গ'ল নে? তাইতো আকৌ পলাই যাব পাৰে।

চোতালত কোনোবাই কাহিছে। তাইৰ অলপ ভয় লাগিল, দুৱাৰখন মেলাই আছে। কোনোবা যদি সোমাই আহে। অলপ পৰৰ পিছত কাহৰ মাত নোহোৱা হ'ল। তাইৰ আৰু ভয় লাগিল। ইমান ৰাতি তাইৰ চোতালত কাৰ কাহ? তাই বহি দিলে। লেমটো কেতিয়াবাই নুমাইছে। তাই আকৌ কাণ দিলে। চোতালত কোনোবা এটা আছে।

সন্দিগ্ধ নীৰৱতা! তাইৰ বুকুখন ধুক্ ধুক্ কৰে বাজিছে। আগেয়েতো তাইৰ ভয় নেলাগে। তাই সাহস বিচাৰি ল'বৰ চেষ্টা কৰিলে। 'কোনোবা আহিলে কাটি দিম' — তাই মনতে থিৰ কৰিলে।

কিজানি মাষ্টৰ আহিছে কেনেবাকৈ? মাষ্টৰ যদি, তাই কিন্তু এক মুহূৰ্তও আৰু ইয়াত নেথাকে। আকৌ তাই মাষ্টৰৰ লগত গুচি যাব— এইবাৰ দেখাদেখিকৈয়ে যাব।

কোনো নাই। তাই কিবাহে শুনিলে। তাইৰ কিন্তু শোৱা-পাটীৰ পৰা উঠি আহিবলৈ ভয় লাগিল। চোৰ-ডকাইত কত কি হ'ব পাৰে! তাই আকৌ ভয়ে ভয়ে টোপনি যাবৰ চেষ্টা কৰিলে। “প্ৰেমধৰটোনো ইমান ৰাতিলৈকে ক'লৈ গ'ল। মই নাইকিয়া হ'লত ক'ৰবাত ৰাতি গাওঁ ফুৰিবলৈ লৈছে নেকি? যাওক য'লৈ যায়। মই শোওঁ।” অলপ পৰৰ পিছত তাইৰ চিল্মিলকৈ টোপনি আহিছিল, চিনাকি কাহ এটা মাৰি প্ৰেমধৰ সোমাই আহিল। আহি সি লেমটো লগালে, আৰু বহি লৈ বিড়ি এটা জ্বলাই হুপিবলৈ ধৰিলে।

সি কিবা এটা ভাবিছে। জোনা শুই আছে পাটীটোত। তাইৰ ধুনীয়া গাটো আগৰ নিচিনা ধুনীয়া হৈয়ে আছে। ঘূৰি-ফুৰি হয়তো মুখখন অলপ ক'লা পৰিছে। তাইৰ লনি ধুনীয়া মুখখন এতিয়াও ধুনীয়া হৈ আছে।

“টোপনি গলি নেকি?” সৰুকৈ প্ৰেমধৰে মাতিলে।

জোনা মনে মনে পৰি থাকিল।

প্ৰেমধৰে উঠি গৈ দুৱাৰখন বন্ধ কৰিলে, তাৰ পিছত আহি লেমটো নুমুৱাই বিছনাত দীঘল দিলে। তাৰো বৰ ভাগৰ লাগিছিল। ৰাতিও ভালেমান হ'ল। ৰাতিপুৱাতে উঠি গঞা-ৰাইজ চপাই পৰাচিতৰ ব্যৱস্থা কৰিব লাগিব। অলপ নুশুলে আৰু দেহা নবয়। জোনাজনী যে ঘূৰি আহিল!

## একত্ৰিশ

যুদ্ধই ভীষণ ৰূপ ধাৰণ কৰিছে। অসমৰ প্ৰায় সকলো ঠাই যুদ্ধক্ষেত্ৰলৈ পৰিবৰ্তিত হৈছে। '৪২ ৰ বিপ্লৱ শান্ত হৈ পৰিছে। মণিপুৰত ভীষণ যুদ্ধ লগাৰ ভয়াবহ বাতৰিয়ে অসমৰ বুকুত আতঙ্কৰ সৃষ্টি কৰিছে। অতি ক্ষণস্থায়ী আৰু অপ্ৰিয় হ'লেও যুদ্ধখনে অসমৰ ডেকা দলৰ নিবনুৱা সমস্যা কিছু সমাধান কৰিছে।

গোলাপ মাষ্টৰে আত্মগোপন কৰি থাকি জীৱিকা অৰ্জন কৰি থকাৰ ব্যৱস্থাৰূপে এজন পাঞ্জাবী মিলিটাৰী ঠিকাদাৰৰ লগত মহৰী সোমাল। দৰমহা নৱৈ টকা। তাৰ টকাৰ বিশেষ দৰকাৰ নাই, নিজক লুকাই ৰাখিব পাৰিলেই যথেষ্ট। সৈন্য শিবিৰত ঘৰ সজাৰ কাম চাব লাগে। গতিকে তাৰ এখন পুলিচ চাৰ্টিফিকেটৰ প্ৰয়োজন। মিলিটাৰী কাম এৰি যোৱা ডেকা এটাৰ চাৰ্টিফিকেট এখন যোগাৰ কৰি সি নতুন নাম আৰু চিনাকিৰে কাম কৰি যাবলৈ ধৰিলে।

গোলাপে জীৱনৰ এটা বেলেগ ৰূপ ইয়াত দেখা পালে। বে'ছ-কেম্পৰ পৰা প্ৰতিদিন যিবোৰ ডেকা সৈন্য ওলাই যায়, সেইবোৰ আৰু কোনোদিনে ঘূৰি নাহে। লৰীয়ে লৰীয়ে আহত সৈন্য ঘূৰি আহে— সিহঁতক বে'ছ-হাস্পতালত এৰি থৈ যায়, কিছুমান মৰে, কিছুমান ক্ষতঅঙ্গ, অন্ধ, পঙ্গু, বিকলাঙ্গ হৈ হাস্পতালৰ পৰা বিলিজ হৈ, পৰিয়ালৰ বোজা হৈ নিজ ঘৰলৈ ঘূৰি যায়। হয়তো মৰাই সিহঁতৰ কাৰণে ভাল আছিল, কিন্তু সিহঁত নমৰে, আধামৰা হৈ জীয়াই থাকে।

যুদ্ধক্ষেত্ৰৰ হাঁহিবোৰ বিকট, নৈৰাশ্যভৰা, আনন্দবোৰ ক্ষণস্থায়ী, নিষ্প্ৰাণ। কিন্তু গোলাপে দেখিলে প্ৰায় কোনো সৈনিকৰেই বেজাৰ কৰিবৰ অৱকাশ নাই, সকলো ডেছ্‌পাৰেট— উদন্ত।

সিহঁতৰ মাজত তাৰ মনটোও অলপ গতিশীল হয়। সিও হাঁহিবৰ চেষ্টা কৰে। কিন্তু কিবা এটাই যেন তাক টানি ধৰি থাকে, সি মন-খুলি হাঁহিব নোৱাৰে। কেতিয়াবা মিলিটাৰী পুলিচ দেখিও সি চক খাই উঠে! সিহঁতে তাক চিনি পাই যোৱা নাইতো? সিহঁতে তাক বিচাৰি ফুৰা নাইতো? সিহঁতে তাক সন্দেহ কৰা নাইতো? মিলিটাৰী পুলিচ আঁতৰি যায়। তাৰ বুকুখন আকৌ ডাঠ হয়। সি কামত ধৰে।

জোনাৰ কি হ'ল, তাইৰ কোনো বাতৰি সি নেপায়। বাতৰি লোৱাৰো কোনো উপায় নাই। সি পলাতক। নাম সলাই কাম কৰিছে। তাৰ এই নামত তাঁলৈ কোনোৱে চিঠি নিদিয়ে, সিও চিঠি দিবলৈ কোনো নাই।

মাখনলৈ সি এখন চিঠি লিখিব পাৰে। কিন্তু মাখনৰ বা এতিয়া কি হৈছে কোনে জানে? সি চৰকাৰী চাকৰিয়াল, গাওঁখনৰ ভিতৰত এটা ভাল মানুহ, ইতিমধ্যেই তাৰ বহুত অপমান হৈছে, আৰু তাক আমনি কৰা অন্যায় হ'ব। বেচেৰাই সংসাৰৰ মেৰপাক একো নুবুজে। আইন জানিও সি আইন বুজি নেপায়। যি কোনো মানুহক সন্দেহ কৰিবলৈ নিশিকিলে, সি পৃথিৱীখন চিনি পাব কেনেকৈ?

গোলাপ অকলশৰে থাকিবলৈ নেপায়। তাৰ লগৰ অন্যান্য মহৰী, কেৰাণী আৰু এদল থাকে। প্ৰায় সকলোবোৰে বঙালী। এই কাৰণে তাৰ ভালেই লাগে। সিহঁতৰ লগত সি বৰ বেছি কথা নেপাতিলেও চলে।

মিলিটাৰী অফিচাৰৰ কেম্পলৈ মাজে মাজে অসমীয়া, বঙালী দুই-এজনী ছোৱালী ক'ৰবাৰ পৰা আহে। সিহঁতক কোনোবা ঠিকাদাৰে আনি কোনোবা অফিচাৰক ভেটি দিয়ে। এৰাতি বা দুৰাতিৰ পিছত সিহঁত অদৃশ্য হয়।

গোলাপৰ কোনো লগ নাই। এদিন বজাৰ কৰিবলৈ যাওঁতে সি অসমীয়া কথা শুনি ঘূৰি চাই দেখিলে এটা অসমীয়া ডেকা ল'ৰা। সাৱধানে সি তাৰ ফাল চালে। তাক সি চিনি নেপায়।

বাটত সি অকলশৰে ল'ৰাটোক লগ ধৰিলে।

"ক'ত থাকা?"

"বে'ছ হাস্পতালত –"

"কি কৰা?"

"চকীদাৰ –"

"ঘৰ ক'ত?"

"মধুপুৰত?"

"মধুপুৰনো ক'ত?"

গোলাপে জানি ভাল পালে যে ল'ৰাটোৰ তাক চিনি পাবৰ কোনো উপায় নাই। তাৰ ঘৰ গোলাপৰ ঘৰৰ পৰা বহুত দূৰত অন্য এখন জিলাত।

গোলাপেও নিজৰ চিনাকি দিলে– কি কৰে, কোন কেম্পত থাকে। অৱশ্যে সি তাৰ এতিয়াৰ নাম-ঠিকনাকে দিলে– এতিয়া তাৰ নাম নাহৰ হাজৰিকা। ল'ৰাটোক তাৰ ভালেই লাগিল। ক'লে, "সময় পালে মাজে মাজে আহিবাচোন, কথা-বতৰা হ'ম।"

কথা নপতাকৈ মানুহ থাকিব নোৱাৰে। নানা দুশ্চিন্তা, দুৰ্ভাবনাই যেতিয়া মন আগুৰি ৰাখে, তেতিয়া মনৰ কথাবোৰ ক'বৰ কাৰণে এজন বিশ্বাসযোগ্য শুনোতাৰ দৰকাৰ। বে'ছ-হাস্পতালৰ কীদাৰ কুহমক পাই, সেই দেখি গোলাপে অলপ ভাল পালে।

আজি তিনি-চাৰি মাহমানৰ বিষণ্ণতা আৰু গধুৰ চিন্তাবোৰ আজি অলপ পাতল হোৱা যেন অনুভৱ কৰিলে সি। অৱশ্যে সি বৰ বেছিকৈ জোনাৰ কথা ভবা নাছিল, তাৰ চিন্তা লাগিছিল মাখনক লৈ। সি ভালেমান যুক্তি একেটাই কৰি সি সিদ্ধান্তত উপনীত হ'বৰ চেষ্টা কৰিলে– যে আচলতে জোনা ছোৱালীজনী যৰ ভাল ছোৱালী নহয়। কিন্তু এই ভাব তাৰ জন্মিল, সি নিজেও নেজানে। হয়তো তাৰ কাষত জোনাই সহজভাৱে ধৰা দিয়াৰ কাৰণেই। ক্ৰমে সি ভাবিব ধৰিলে যে তাৰ হাতৰ পৰা এবাই গ'ল যেতিয়া, জোনাৰ কথা বৰ বেছি চিন্তা নকৰিলেও চলিব।

লাহে লাহে তাৰ মনত লাগিল যে জোনাক সি বিচৰা নাছিল। জোনাক লৈ আজীৱন ঘৰ-সংসাৰ কৰি থকাৰ কল্পনা তাৰ মাত্ৰ এটা সাময়িক দুৰ্বল খেয়াল আছিল। তাৰ কোনো স্থায়ী ভিত্তি নাছিল।

গভীৰ অনুভূতিৰ লগত বেছি পৰিচয় তাৰ কোনোদিনেই নাছিল। সেইদেখি জোনাৰ স্মৃতিয়ে তাক বেদনা দিলেও অধৈৰ্য কৰিব নোৱাৰিলে। আজি কুহুমৰ লগত চিনাকি হৈ তাৰ মনটো আৰু ফৰকাল লাগিল।

সি ঘৰ সোমাওতে ৰাতিয়েই হ'ল; গছ-তলীয়া কেম্প, ব্লেক-আউটৰ আন্ধাৰ, ৰাতিৰ মিলিটাৰী কেম্পত শ্মশানৰ গভীৰতা, তাৰ কেম্পৰ দুৱাৰমুখ পাই হঠাৎ সি থমকি ৰ'ল। আন্ধাৰতে দেখিলে কোনোবা দুটা মানুহ থিয় দি আছে।

"কোন?"

"আমি হে –"

অসমীয়া মানুহৰ মাত, তাৰ বুকুখন ধিপ্‌ধিপাই উঠিল। তাৰ ঘৰ চিনি পালে কেনেকৈ?

যাহওক, সহজ হ'বৰ চেষ্টা কৰি সি দুৱাৰখন মেলি ভিতৰ সোমাই গ'ল আৰু লণ্ঠনটো জ্বলালে।

"ভিতৰলৈ আহা –" সিহঁতৰ ফালে নোচোৱাকৈয়ে সি ক'লে।

মানুহহাল ভিতৰ সোমাই আহিল। সিহঁতৰ ফালে চাই সি দেখিলে এটা অলপ বয়সীয়া মানুহ আৰু এজনী বাইশ-তেইশ বছৰীয়া ছোৱালী।

সি উচাপ্ খাই উঠিল।

"তো – তো আপোনালোকে কাক বিচাৰি আহিছে?"

"আপুনিয়ে নাহৰ হাজৰিকা নহয় জানো?"

"হয়, হয়?" সি গহীন হ'ল। মানুহ দুটাক বহিবলৈ দিব নে নিদিয়ে ভাবিলে।

"অ' ভালেই হ'ল, আপোনাক লগ নেপাম বুলিহে ভাবিছিলোঁ।"

"আমাৰ কথা নুসুধিব। বহুত দূৰৰ পৰা আহিছোঁ। অকণমান বহোঁনে?"

"অ' বহক, বহক –" গোলাপে দুয়োকো বহিবৰ কাৰণে দুটা কাঠৰ বাকচ আগবঢ়াই দিলে। মানুহটো বহিল, ছোৱালীজনী থিয় দি থাকিল। গোলাপে কেম্পৰ দুৱাৰখন বন্ধ কৰি দিলে।

সি ছোৱালীজনীলৈ চালে, অলপ মিঠা-বৰণীয়া স্বাস্থ্যৱতী ছোৱালী এজনী। কিন্তু মুখখন শুকান।

"আপুনি হৰদয়াল সিং ঠিকাদাৰৰ লগত কাম কৰে নহয়?"

গোলাপে মূৰ দুপিয়ালে। মানুহটোৰ উদ্দেশ্য কি?

"মই শৰ্মা ঠিকাদাৰৰ লগত কাম কৰোঁ।"

"অ' –" কিছুপৰৰ নিস্তব্ধতা।

"শৰ্মা ঠিকাদাৰৰনো এতিয়া ক'ত কাম হৈছে?"

"কিন্তত, বৰ ডাঙৰ ঠিকা পাইছে এইবাৰ। দুই লাখ টকাৰ। তাৰে আধামান কাম হ'লেই।"

"অ' ভালেই তেন্তে, আপুনি কি কৰে?"

"মই? মইনো কিটো কৰোঁ, অলপ হিচাপ-পত্র ৰাখোঁ, মিলিটাৰী কামৰ কিনো হিচাপ!"

গোলাপে একো নক'লে। আকৌ সি ছোৱালীজনীলৈ চালে। ছোৱালীজনীয়ে তাৰ ফালৈলেকে চাই আছে।

"সত্তৰ হাজাৰ টকাৰ বিল পৰি আছে। এতিয়ালৈকে পোৱাৰ কি কুৰিবাৰ আহিলোঁ। অ' আপোনাৰ কোনোবা লা-লগুৱা আছে জানো?"

"নাই। মই অকলেই থাকোঁ।"

"এ, যাচোন তেনে মইনা, বৰ পিয়াহ লাগিছে, চাহপানী এটোপাকে কৰগে। ৰান্ধনিশাল বা কোনফালে?"

"নেলাগে, আপোনালোক বহক, ময়ে কৰোঁ।"

"এ, নেলাগে নেলাগে, এই ভাল চাহ কৰে। যা মইনা, কি চাই আছ? কত ডাঙৰ ডাঙৰ অফিচাৰক চাহ কৰি খুৱাইছ, ইয়াত নোৱাৰিবি নে?"

গোলাপে অলপ অস্বস্তি বোধ কৰিলে। তথাপি সি পাছফালৰ চালিখনৰ তললৈ গ'ল। আৰু সক টিপ-চাকিটো জ্বলালে। ছোৱালীজনীও তালৈ সোমাৱা দেখি গোলাপ ওলাই আহিল?

"জানেই নহয়, বিল এখন পাছ কৰাই নিয়া কিমান টান। তাতে সৰহ টকাৰ বিল হ'লে, কেৰাণী, একাউনণ্টেণ্ট, সকলোকে শই শই নুখুৱালে নহয়। তথাপি এতিয়া যিটো অফিচাৰ আহিল, তাক যে দেখিলেই ভয় লাগে। চৌবিশ ঘণ্টা মদৰ নিচাতে থাকে। কোনেও ওচৰ চাপিবলৈ সাহ নকৰে।"

"ময়ো শুনিছোঁ!"

"পিছে আপোনাৰ ঠিকাদাৰৰ লগত বোলে বৰ মিল।"

কথাটোত যেন গৰ্ব অনুভৱ কৰিবলগীয়া কিবা এটা আছিল। গহীন হৈ গোলাপে ক'লে, "মিল আছে অৱশ্যে।"

মানুহটোৱে গোলাপৰ মুখ-চকুলৈ ভালকৈ চালে।

"শৰ্মায়েই পঠিয়াই দিলে, আপোনালোকৰ ঠিকাদাৰৰ যোগেদিয়ে বিলখন পাছ কৰাই ল'ব নোৱাৰিলে বৰ অসুবিধাই হৈছে।"

"টিংটোতে চাহ পাত আছে —" গোলাপে অলপ চিঞৰি ক'লে, তাৰ পিছত সুধিলে, "ছোৱালীজনী কোন?"

"গাঁৱৰ। অলপ খুঁত লগা ছোৱালী আছিল। আঁকৰা এটাই বিয়া কৰাইছিল, পিছে তাৰ একোডাল নাই, গোহপাল দিব নোৱাৰি ঘৰ এৰি ক'ৰবালৈ পলাল।"

"আপোনাৰ কিবা হয় —"

"হওতে মোৰ একোৱেই নহয়। পিছে গাওঁখনে এৰি দিলে বুলি মইনো কেনেকৈ এৰি দিওঁ। শৰ্মাৰ ওচৰত সহায় বিচাৰি আহে– শৰ্মায়ো দিয়ে মাজে মাজে দহ-পোন্ধৰ টকা। পিছে শৰ্মাৰ নিজৰ ল'ৰা-ছোৱালী আছে। মানুহে বেয়া বোলে –"

এনেতে ছোৱালীজনীয়ে ভিতৰৰ পৰা মাত লগালে– "চেনি ক'ত আছে?"

"অ' ৰবা, চেনি ইয়াতহে আছে –" গোলাপ উঠি বিছনা-তলৰ পৰা বাকচটো খুলি চিগাৰেটৰ টিঙত থোৱা চেনিখিনি দি আহিল।

আকৌ মানুহটোৱেই আৰম্ভ কৰিলে, "মোৰো অৱস্থা ভাল নহয়। আজিকালিৰ দিনতনো কোনে কাক খুৱাব পাৰে?"

"এৰা –" গহীন হৈ গোলাপে ক'লে।

ছোৱালীজনীয়ে মগ দুটাত আধা মগকৈ চাহ বাকি আনি দুয়োৰো আগত থলেহি। গোলাপে বিছনা-তলৰ বাকচটোৰ পৰা দুডোখৰ কটা, কেইডোখৰমান শুকান নাচপতি আৰু দুটামান কিচমিচ উলিয়াই কাগজ এখনতে মানুহটোক দিলে আৰু অলপ, কাগজ এখনত ছোৱালীজনীক দিলে। লৈ ছোৱালীজনী ভিতৰলৈ গ'ল।

"কি কৰিব। তাই তো কিবা এটা কৰি চলিব লাগিব। শৰ্মাই ক'লে, কোনোবা ভাল অফিচাৰ, ঠিকাদাৰ হ'লে মন ভাল লগাব পাৰিলে, এশ, ডেৰশকৈও দিয়ে। আমাৰো বিল পাছ কৰাবলৈ সুবিধা হয়– আৰু –"

গোলাপ বহাৰ পৰা উঠি দুৱাৰখন মেলি বাহিৰত কোনোবা আছে নেকি চালে, কোনো নাই। ব্লেক-আউট, আন্ধাৰৰ ৰাজত্ব। সি আকৌ সোমাই আহিল।

ছোৱালীজনী ৰান্ধনিশালতে সোমাই আছে।

"পিছে মোৰ ইয়ালৈ যে আহিল?"

"এৰা, নহ'লেনো কি উপায়? আপোনাৰ ঠিকাদাৰক মই চিনি নেপাওঁ। শৰ্মাৰ লগত অৱশ্যে তেওঁৰ চিনাকি আছে। মইনাক লৈ আহিলোঁ। আগে তায়ে শৰ্মাক কেইবাখনো বিল পাছ কৰাই দিয়াইছে। তাই অফিচাৰ-তফিচাৰৰ মন ভাল লগাব জানে। তাইৰো ৰোজগাৰ হয়, আমাৰো কাম হয় –"

গোলাপে মনে মনে থাকিল। অলপ পৰ সি কিবা ভাবিলে, তাৰ পিছত ক'লে, "মই এইবোৰ একো নেজানো, এইবোৰ কামত মই একো কৰিব নোৱাৰোঁ।"

"নেজানিবতো, আৰু আপুনি একো কৰিবও নেলাগে। আমাক এবাৰ আপোনাৰ ঠিকাদাৰৰ লগত চিনাকি কৰি দিয়ক, বছ। বাকী মই পাৰিম আৰু।"

"চিনাকি আপুনি নিজেই হ'ব পাৰিব। আমাৰ ঠিকাদাৰ ভাল মানুহ –"

"তেওঁ বুলি খপ্‌কৰে এইবোৰ কথা উলিয়াবলৈ অসুবিধা। বাৰু কাইলৈ কি কৰে কৰিব, আজি আৰু আমি ইয়াতেহে পৰি থাকিব লাগিব। মইনা, ভাত এমুঠিও ৰান্ধ। নেখালে হ'ব জানো?"

গোলাপে অলপ বিৰক্তি অনুভৱ কৰিলে। এইবোৰ মানুহ তাৰ ওচৰ পালেহি কেনেকৈ? সি ইয়াত থকাৰ কথা জানিলে কেনেকৈ? ছেঃ, বিপদৰ পৰা বিমানে সি গা এৰা দি ফুৰিবৰ চেষ্টা কৰিছে, সিমানে চাৰিওকালৰ পৰা বিপদে তাক ঘেৰি আনিছে!

তথাপি সি মনৰ ভাব খুলি একো ক'ব নোৱাৰিলে। মিলিটাৰী অফিচৰৰ মন যোগাই ফুৰা পতিতা, ভ্ৰষ্টা ছোৱালী এজনী তাৰ ৰান্ধনিশালত সোমাই আছে, তাক চাহ কৰি খুৱালে, এতিয়া আকৌ ভাত ৰান্ধি খুৱাব! কি লেতেৰা কথা!

মানুহটোলে তাৰ ঘিণ লাগিল। মানুহটো ছোৱালীজনীৰ বাপেকৰ বয়সৰ। হয়তো নিজৰ ল'ৰা-ছোৱালীক ভাত-কাপোৰ দিবৰ কাৰণে সি জীয়েকৰ বয়সীয়া ছোৱালী এজনীৰ হতুৱাই বেশ্যাবৃত্তি কৰাই এইদৰে ঘূৰি ফুৰিছে।

তথাপি সি মানুটোক এপেকেট চিগাৰেট উলিয়াই দিলে। আৰু নিৰ্বিকাৰভাৱে মানুহটোৱে হুপিব ধৰিলে।

গোলাপ ৰান্ধনি-চালিখনৰ তলৈলে গ'ল আৰু ক'লে, "তোমালোক বহাঁগে যোৱা, ভাত ময়ে ৰান্ধিম।"

"এ নেলাগে আপুনি আহক, দুআষাৰ কথাকে পাতোঁ। তাই খুব ভাল জানে, মুঠেই চাউল-পাত দেখুৱাই দিয়ক— তাই সকলো পাৰিব। তইনো ভাতমুঠি ৰান্ধিব নোৱাৰিবিনে মইনা?" বহাৰ পৰাই মানুহটোৱে চিঞৰি ক'লে। মানুহটোৰ সুৰটো যেন অকাট্য।

"এয়া চাউল, দাইল, এই চচ্‌পেনটোত বনাওঁ, এয়া আলু আৰু পিয়াঁজ। এইটো মাছৰ টিং —" দেখুৱাই দি গোলাপ ওলাই আহিল। কিন্তু মানহুটোৰ লগত তাৰ কথা পাতিবৰ সমূলি মন নগ'ল। চিগাৰেট এটা হুপি সি বহি থাকিল।

কিন্তু মানুহটো মনে মনে থকা বিধৰ নহয়। গোলাপ বহাৰ লগে লগে সি কৈ উঠিল— "ছোৱালীজনী বৰ ভাল। ৰন্ধা-বঢ়াত, সোধ-পোছত কোনেও পেলাব নোৱাৰে। পিছে আপোনাৰ ঘৰত —?"

গোলাপে নেমাতিলে। "মানুহটোৱে চোৰাংচোৱাগিৰি কৰিবলৈ অহা নাই তো? মোৰ ঘৰত যেই নেথাকক তাক কেলেই।"

"এৰা আমি ঘৰ-সংসাৰ লগা মানুহ, ঘৰৰ চিন্তা মনৰ পৰা নেযায়েই। আপোনালোকৰ মন ডাঠ। নেভাবিও পাৰে! কামত সোমাবৰ কিমান দিন হ'ল?"

"হ'ল কিছুদিন —" নিৰ্লিপ্তভাৱে গোলাপে ক'লে।

"হওক হওক এই চেয়তে দুপইচা কৰি লওক। বিয়া-বাৰু কৰালে নহয়?"

"হু বিয়া – না – নাই কৰোৱা।"

"এ বেয়া নেপাব, মই কৰালে বুলিহে ভাবিছিলোঁ। আজিকালি ওবাবৰ দিনত বিয়ানো কি কৰাব। হেৰ' মইনা চাওঁ, জুই এডোখৰ দি যা —"

ছোৱালীজনীয়ে জ্বলা খৰি এডাল লৈ ওলাই আহিল। চিগাৰেটটো জ্বলাবৰ কাৰণে হুপি হুপি মানুহটোৱে ক'লে, "এখেত বোপাই বিয়া কৰোৱাই নাই। দুপইচা খটি একেবাৰে গৈ বিয়া কৰাম বুলি ভাবিছে। পায়ো নহয় চাগে অলপ –"

গোলাপে একো নেমাতিলে। মইনা আকৌ ভিতৰলৈ গ'ল।

বহুত সময় গোলাপ মনে মনে বহি থাকিল। মানুহটোৱেও তাক হয়তো আমনি কৰিবলৈ সাহ নকৰিলে। গোলাপক বুজিবলৈ তাৰ অলপ টান লাগিল। গোলাপে মনে মনে চিন্তা কৰিছিল তাৰ সক ঘৰটোত– ঘৰ তো নহয় অক'মান জুপুৰি এটা– ইহঁত দুটাক ক'ত শুৱঁলৈ দিয়া যায়। আৰু, আজি আৰু ইহঁত যে অন্য কেনিও নেযায় সিও ঠিক। সি বৰ অস্বস্তি বোধ কৰিলে। আৰু ছোৱালীজনীৰ অহাৰ উদ্দেশ্য যেতিয়াই সি বুজিয়েই পাইছে, কাইলৈ ৰাতিপুৱা যেতিয়া তাই তাৰ ঘৰৰ পৰা ওলাই যাব আৰু তাৰ ঠিকাদাৰে গ'ম পাব যে ৰাতি তাই তাৰ ঘৰতে আছিল, ঠিকাদাৰেই বা কি ভাবিব? অন্য ঠাইত শুৱঁলেও, মিলিটাৰী কেম্পত ঠাই ক'ত? সি বিমোৰতে পৰিল।

ভাত খোৱাৰ পিছত গোলাপে ক'বলৈ নৌপাওঁতেই মানুহটোৱেই ক'লে, "আপুনি আমাৰ শোৱাৰ কাৰণে চিন্তা কৰিছে নহয়? আপুনি আপোনাৰ বিছনাত শোৱক, আমাৰ কাপোৰ-কানি আছে, আমি শুম –"

"পিছে ঠাই যে বৰ ঠেক –"

"হ'ব হ'ব। মইনা কোনোমতে শুব পাৰিলেই হ'ল। মই লাগিলে বাহিৰতে শুম। গৰমকালি দিন, বৰষুণ দিব নেকি? আপুনি নেভাবিব, কৰ মইনা, কি চাই আছ, এইখিনিতে ঢাৰি পাটি কৰ, এৰা ভালেই হ'ব, মই বাহিৰতে শুম। আপুনি একো নেভাবিবই।"

গোলাপে হঠাৎ তীব্ৰভাৱে মানুহটোলৈ চালে। ল'ৰা-ছোৱালী, পৰিয়াল থকা এটা মানুহ ইমান নীচ হ'বলৈ ক'ত শিকিলে? এই ছোৱালীজনীৰ যোগেদি তাক জব্দ কৰাৰ ষড়যন্ত্ৰ কৰা নাই নে ই।

কাৰোকালে নেচাই ছোৱালীজনীয়ে সক টোপোলাটো মেলি ছকটীয়া কাপোৰ এখন উলিয়ালে। সেইখনেই তাইৰ বিছনা!

"আৰু কিবা কাপোৰ-কানি আছে নে নাই?" গোলাপে সুধিলে।

"আৰু একো নাই –"

"হ'ব হ'ব, ৰাতি এপৰ গ'লেই।" মানুহটোৱে ক'লে, তাৰ পিছতে এটা কদাকাৰ হাঁহিৰ আয়োজন কৰি তামোলৰ পিকেৰে মলিন হোৱা দাঁতকেইটা উলিয়াই ক'লে, "এই কাপোৰখনো যোৰ হে। তাইকনো বিছনা কেলেই? ব'লেকে যায়, তাতে তাই ভালকৈ শুৱঁলে পায় –। হেঃ হেঃ হেঃ ..."

তাৰ কথাবাৰৰ শেষৰ শাৰী ইমান জঘন্য আৰু অশ্লীল আছিল যে গোলাপৰ মানুহটোক শকত চৰ এটা শোধাই দিবৰ মন গৈছিল। কিন্তু সি মনে মনে থাকিল। আৰু ছোৱালীজনীৰ নিষ্প্ৰাণ নিশ্চল ব্যৱহাৰত সি অতিষ্ঠ হোৱাতকৈ আতঙ্কিত হ'ল

বেছি। বেয়া ছোৱালী বহুত আছে। মিলিটাৰী কেম্পতো সি দেখিছে, লগ পাইছে, কিন্তু সিহঁত ইমান উদাসীন নহয়। সিহঁতে পুৰুষক আকৃষ্ট কৰিবৰ কাৰণে নানা উপায় অৱলম্বন কৰে। সিহঁতৰ সেইবোৰ দেখি পুতৌ জন্মিলেও, তাৰ স্বাভাৱিক প্ৰয়োজন স্বীকাৰ নকৰি নোৱাৰি। এইজনী যেন এজনী জীৱন্ত ছোৱালী নহয়! এডোখৰ শুকান কাঠ। সি মইনালেও তীব্ৰভাৱে চালে। তাই তলমূৰ কৰি আছে, ওঁঠকেইটা শেঁতা, মুখখন শুকান, চকুহাল আৰু শুকান। এইজনী ছোৱালীৰ গাত কামুক পুৰুষক ভুলাব পৰা কোনো আকৰ্ষণেই নাই হয়তো। শৰ্মাৰ বিল পাছ কৰাবৰ কাৰণে তাই কোনোবা এটা আড্ডাত অপৰিচিত মদপীৰ লগত অত্যাচাৰ সহ্য কৰি ৰাতি কটাব লাগিব। তাইৰ নিজৰ বিছনাৰ দৰকাৰ নাই– তাই সকলোৰে অঙ্কশায়িনী।

গোলাপৰ ছোৱালীজনীলৈ অকণো মৰম নেলাগিল। তাৰ লাগিল ঘিণ। ক্ৰমে সি অনুভৱ কৰিলে যে ইহঁত দুয়োটাৰে ওপৰত তাৰ খং উঠি আহিছে। কঠোৰভাৱে, ছোৱালীজনীৰ ফালে চাই সি ক'লে, "তুমি এইবোৰ কেলেই কৰিছা?"

ছোৱালীজনীয়ে হয়তো তাৰ মাতৰ কঠোৰতাত ভয় খালে। এবাৰ ভয়েৰে তাই তাৰ মুখলৈ চাই তলমূৰ কৰি মনে মনে থাকিল। একো উত্তৰ নিদিলে।

"আৰু আপুনি ল'ৰা-ছোৱালী থকা ঘৰ-বাৰী থকা মানুহ। আপুনি এই ছোৱালীজনীক এইদৰে লৈ ফুৰাইছে কিয়?"

গোলাপৰ মাতৰ কঠোৰতাত এবাৰ মানুহটোৱেও অলপ ভয় খালে। সি দেখিলে গোলাপ অবিবাহিত হ'লেও অলপ বেলেগ ধৰণৰ ডেকা। মইনাই তাৰ মনত কোনো প্ৰলোভন সৃষ্টি কৰিব পৰা নাই। নম্ৰভাৱে সি ক'লে, "কি কৰিম! এইবোৰ কৰাৰ কাৰণেই ডাঙৰ ল'ৰাটো ঘৰ এৰি গুচি গ'ল। সি বোলে মোৰ আৰ্জন নেখায়।"

"ওঁ –"

"তই শুই থাক মইনা। তোৰ ভাগৰ লাগিব পায়। এৰা, কি কৰিব! প্ৰথমে শৰ্মাৰ তলতে কিবা কাম এটা বিচাৰি গলোঁ– নহ'লে যুদ্ধৰ দিনত ঘৰখন পোহোঁ কেনেকৈ? তেওঁৰ ঘৰতে থকা নেপালী চকীদাৰটোৱে ক'লে, "অকলে আহিলে একো লাভ নহ'ব– বিবি লৈ আহিবা –" এইবো চলিবৰ উপায় নাছিল, অকলে থাকে, মিলিটাৰী, টিপাহীলেও ভয়। এইক আনি শৰ্মাৰ ঘৰত দিলোঁ, মোক কামটো দিলে। পিছে তেওঁলোক ডাঙৰ মানুহ, কেইদিনমানতে এইক নলগা হ'ল, পিছে এৰি নিদিলে। বিল-চিল পাছ কৰাব লাগিলে –"

গোলাপৰ এই মানুহটোৰ সহজ নিৰ্লজ্জতাত খং আৰু বেছি হৈছিল। সি প্ৰায় অধৈৰ্য হোৱাৰ দৰে ক'লে, "কিন্তু তোমালোক, তোমালোকৰ নিচিনা মানুহ মোৰ ইয়ালৈ কিয় আহিলা। মানুহে শুনিলে, আমাৰ ঠিকাদৰে শুনিলে মোক কি বুলিব!"

ছোৱালীজনী তেতিয়াও নিশ্চল। তাই যেন এই মানুহ দুটাৰ কথা এআৰো বুজা নাই! সিহঁতে যেন এটা অবোধ্য ভাষাত কথা কৈছে! গোলাপৰ আচৰিত লাগিল।

মানুহটো কিন্তু নিৰস্ত্ৰ নহ'ল। সি সহজভাৱেই ক'লে, "আপোনাক আমনি নকৰিলোঁৱেইহেঁতেন। পিছে আহি পাওতেই গধূলি হ'ল। অ'ত-ত'ত সুধি আপুনি এজন আমাৰ মানুহ আছে বুলি জানিহে আহিলোঁ। তাই অকল হোৱা হ'লে কথা নাছিল। য'তে-ত'তে ৰাতিটো কটাবলৈ তাই ঠাই পালেহেঁতেন, পিছে ময়ো থাকিবলগীয়া হ'ল কাৰণেহে আপোনাৰ ইয়াত সোমালোঁহি। তই নোশোৱ কিয় মইনা –"

অপ্ৰত্যাশিতভাৱে এইবাৰ ছোৱালীজনীয়ে মাত লগালে ঃ "তেখেতে জানো শুবলৈ কৈছে?"

গোলাপে তীব্ৰভাৱে মইনাৰ মুখলৈ চালে। দৃঢ়ভাৱে ছোৱালীজনী থিয় দি আছে। গোলাপে তাৰ মনৰ ভিতৰত বিচাৰি চালে। ছোৱালীজনীৰ প্ৰতি এতিল অনুকম্পাও তাৰ ভিতৰত সি বিচাৰি নেপালে?

কিছুপৰ তিনিও মনে মনে ৰৈ থাকিল। তাৰ পিছত লাহে লাহে মানুহটোৱে ক'লে, "এৰা মইনা, তেখেতে বেয়া পাইছে। সেই আমি আহোঁতে যে হাত-বাউল দি মাতিছিল, সেই চিপাহীটো থাকিব পায়। তই তাৰ তাতে ৰাতিটো থাকিব পাৰিবি।"

মইনাই গোলাপৰ মুখলৈ চালে। গোলাপেও হঠাৎ চাই দিলে। সি দেখি আচৰিত হ'ল, ছোৱালীজনীৰ দুয়োটা চকুৰ পৰা দুধাৰ পানী গালৰ ওপৰেদি বাগৰি আহিছে, তাই ফেঁকুৰি কান্দিছে!

গোলাপ অলপ অপ্ৰতিভ হ'ল। যেই হওক ছোৱালীজনীয়ে যেতিয়া ৰাতিটোৰ কাৰণে মজিয়াত আশ্ৰয় বিচাৰিছে, সি ইমান অভদ্ৰভাৱে নিষ্ঠুৰ ব্যৱহাৰ কৰা অন্যায় হৈছে। সি খেদাই দিলে ছোৱালীজনীয়ে গৈ হয়তো কোনোবা মিলিটাৰী চিপাহীৰ লগত ৰাতিটো কটাব লাগিব! কি জঘন্য!

গোলাপে একো নেমাতিলে, তাৰ বিছনাৰ তলত থকা টিনৰ চুটকেছটো সি খুলিলে আৰু এখন কাপোৰ উলিয়ালে, ঘৰৰ চুকত এখন ফটা সৰু টাৰ্পলিন পৰি আছিল। দুয়োখন লৈ ৰান্ধনি-চালিখনৰ ভাঁলে গ'ল আৰু তাতে বাচন-বৰ্তনকেইটা একাষৰীয়াকৈ থৈ সি এখন বিছনা কৰি ওলাই আহিল।

নিশ্চয় হৈ ছোৱালীজনী থিয় হৈ আছে। তাইৰ চকুপানীবোৰ আপোনা-আপুনি নিগৰি আহিছে। তাইৰ কাৰণে পৃথিৱীৰ ক'তো এটা ৰাতি শান্তিৰে কটাবৰো ঠাই নাই, তাই দৰিদ্ৰ, তাই আশ্ৰয়হীনা– এজনী বেশ্যা।

গোলাপে আকৌ এবাৰ তাইৰ মুখলৈ চালে, তাৰ পিছত তাৰ নিজৰ বিছনাখন দেখুৱাই ক'লে, "তুমি ইয়াতে শুই থাকা।"

তাৰ মাতটোত ছোৱালীজনীয়ে চকু তুলি তাৰ মুখলৈ চালে, তাই তাৰ কথা বুজি পোৱা নাই।

"তলখন এন্দুৰেৰে ভৰা, ৰাতি মাটিত শুলে অকণো টোপনি নাহিব, তুমি মোৰ বিছনাতে শোৱা –"

মানুহটোৱে যেন বৰ ভাল পালে। "এৰা, এৰা তেখেতৰ বিছনা এখন এৰি দিছে, তই তাতে শো, মই বাৰু বাহিৰত শুইছোঁ– তই নেভাবিবি।"

মানুহটোৱে কি ভাল কথা একো ভাবিবই নেজানে?

কৰ্কশভাৱে গোলাপে ক'লে, "বাহিৰত শুব নেলাগে, আপুনি ইয়াতে শোৱক।"

"আৰু আপুনি পিছে?"

"মই ৰান্ধনিশালত বিছনা কৰিছোঁ, মই শুম বাৰু।"

সৰু কুটিল চকুকেইটাৰে মানুহটোৱে এবাৰ তাৰ মুখলৈ আৰু এবাৰ মইনাৰ মুখলৈ ৰহস্যপূৰ্ণভাৱে চাই ক'লে, "এৰা, বৰ ভাগৰ ধৰিছে। মইনা, তইঁত শুবি, মই আৰু শুলোঁ হে।"

মাটিতে কাপোৰখন পাৰি মানুহটো দীঘল দিলে। গোলাপে একো নেমাতিলে।

সি দুৱাৰখন বন্ধ কৰিলে, তাৰ পিছত মইনাৰ বিছনাখনৰ কাষত বৈ সুধিলে, "আৰু একো নেলাগে নহয়?"

"একো নেলাগে। আপুনি ক'ত শুব –?"

"মই শুম, বিছনা কৰিছোঁ, তুমি তেন্তে শুই থাকা।"

"লেমটো লৈ যাওক, নহ'লে মোৰ টোপনি নাহে।"

লেমটো লৈ গোলাপ ৰান্ধনিশাললৈ সোমাই গ'ল।

মাটিত কৰি লোৱা বিছনাখনত বহি বহি সি বহুত ৰাতিলৈকে কেইবাটাও চিগাৰেট পুৰি শেষ কৰিলে, তাৰ ভাববোৰ খেলি-মেলি হৈ যাবলৈ ধৰিলে। তাৰ জীৱনলৈ কিবা এটা নতুন বিপদ আহিছে নেকি? এই ছোৱালীজনী তাৰ ঘৰ ওলালহি কিয়? টোপনি আহোঁতে তাৰ বহুত ৰাতি হ'ল।

## বত্ৰিশ

ছোৱালীজনী তাৰ ঘৰতে থাকিল। প্ৰায় ৯ বজাত মানুহটোক নি গোলাপে তাৰ ঠিকাদাৰৰ লগত চিনাকি কৰি দিলে। তাৰ পিছত সি নিজৰ কামলৈ গুচি গ'ল। মানুহটোক সি ক'লে, "ছোৱালীজনীক ঘ'লৈ নিৱা, বি কৰা, ৰাতি নিবা। দিনত তাইক মোৰ ঘৰৰ পৰা উলিয়াই নানিবা। মানুহে দেখিলে মোৰ বৰ বদনাম হ'ব।"

কুজ্ঝটভাৱে তালৈ চাই মানুহটোৱে হাঁহিলে।

দুপৰীয়া অন্য দিনৰ দৰে ভাত খাবলৈ আহি গোলাপে দেখে, ছোৱালীজনীয়ে ভাত-পানী ৰান্ধি তালৈকে বাট চাই আছে। একো নমতাকৈ সি ভিতৰ সোমাই গ'ল। আৰু চাবোন, গামোচা লৈ গা ধুবৰ কাৰণে পানী কলটোৰ কাষত বহিলগৈ। ভালেমান মানুহে গা ধুবৰ কাৰণে তাত বাট চাই বহি আছে।

আহিন সোমাল হ'বলা, ব'দজাক অলপ ভাল লাগিছে। পৰি থকা কাঠৰ মূঢ়া এডোখৰৰ ওপৰত বহি গোলাপে এবাৰ ভাবিলে, আহিন যদি সোমালেই জোনাক এৰি থৈ আহিবৰ চাবি মাহবো বেছি হ'ল। জোনাজনী বা এতিয়া ক'ত আছে, কি কৰিছে? কিজানি সকলো থাপথূপ দিলে। দিলেই বৰ ভাল হয়। হঠাৎনো মোক কিহে পাইছিল?. মোৰ লগৰ অন্য মানুহে জেলৰ পৰা ওলাই আহি দেশৰ কত কাম কৰিছেহি, আৰু মই কৰিলোঁ কি? কিন্তু জোনাজনীৰ মোহ এৰাবৰ উপায় জানো আছিল? তাইতো নিজেই ঘৰ এৰি মোৰ লগত ওলাই আহিছিল? এতিয়া জানো মিছা কথা কৈ তাই মোক ধৰা পেলাই দিব? তিৰোতা মানুহৰ কথা— কি ঠিক!

আকৌ এটা নতুন বিপদ, এই ছোৱালীজনী, একেবাৰে বেয়া-ছোৱালী। তাই আকৌ আহি মোৰ ঘৰতহে সোমাবলৈ পালেহি। আৰু কি এটা জঘন্য মানুহৰ লগত তাই এইদৰে মিলিটাৰী কেম্পে কেম্পে ঘূৰি ফুৰিছে! এজনী মানুহ চলিবৰ আৰু অন্য উপায় নেথাকলে নে?

ছোৱালীজনীৰ ওপৰত এটা বিৰক্তি লৈয়ে গোলাপ আহি ঘৰ সোমালহি। আজি তাৰ গা যোৱাও বৰ ঠিক নহ'ল, কিবা খেলি-মেলিবোৰ আৰম্ভ হৈছে তাৰ জীৱনত। মিলিটাৰী কামত সোমায়ো সি ৰক্ষা পোৱা নাই।

ছোৱালীজনীয়ে সুধিলে, "ভাত উলিয়াওঁ নে?"

"ওঁ —" তাইলে নোচোৱাকৈয়ে গোলাপে ক'লে।

নীৰবে ছোৱালীজনীয়ে ভাত বাঢ়ি দিলে, সি খাবলৈ বহিল।

তাৰ পাছফালে থিয় দি ছোৱালীজনীয়ে সুধিলে, "তেওঁ ক'লৈ গ'ল?"

"আমাৰ ঠিকাদাৰৰ তাত থাকিব পায়।"

আকৌ গোলাপে মনে মনে ভাত খাই যাব ধৰিলে।

"আপুনি ঘৰলৈ একেবাৰে নেযায়েই নেকি?" ছোৱালীজনীয়ে সুধিলে।

"ঘৰ মোৰ নায়েই —" গোলাপে ক'লে।

"কিয়?"

"কাহানিবাই ঘৰ এৰি আহিলোঁ। আৰু নেযাওঁ বুলিয়ে আহিলোঁ।" তাৰ মাতটো কোমল নহয়।

"মোৰো ঘৰ নাই —" মইনাই ক'লে।

"কিয় —?"

"নিজৰ কোনো নাই। জেঠাই এজনীয়ে তুলি লৈছিল, আপোন জেঠাই নহয়।"

"ওঁ, তাৰ পিছত?"

"জেঠাইৰ পুতেক এটা আছিল, মোতকৈ দহ বছৰমান ডাঙৰ —"

"ওঁ —"

"সি সদায় দিগদাৰি কৰি থকাৰ কাৰণে তাৰ পৰা পলাই গুচি আহিছিলোঁ।"

"এওঁ কি হয়? কি নাম এওঁৰ?"

"ধনাই।"

আকৌ গোলাপে মনে মনে ভাত খাই যাব ধৰিলে। ছোৱালীজনীয়ে বাহিৰৰ ফালে চালে, ধনাই অহা নাই।

"আশ্ৰয় বিচাৰি এওঁৰ ঘৰতে সোমালোঁহি। এওঁৰ ল'ৰা-ছোৱালী কেইবাটাও, ঘৈণীয়েক বেমাৰী –"

গোলাপৰ ভাত খোৱা হ'ল। দাইলখিনি তাৰ ভাল লাগিছিল। বাকী থকা দাইলকণ সি বাটিটোৰ পৰা পি খাই সুধিলে, "অ' হয় নেকি?"

"পিছে এওঁ বৰ বেয়া মানুহ, ক'লে, মোৰ ইয়াত থাক যদি মোৰ কথা শুনিব লাগিব।"

গোলাপ বহাৰ পৰা উঠিল। "এই বেয়া কথাবোৰ ছোৱালীজনীয়ে মোক কিয় কৈছে।" কিন্তু ছোৱালীজনী নীৰৱ নহ'ল। এই কথাবোৰ ক'ৰৰ কাৰণে যেন ছোৱালীজনীয়ে বহুত দিনৰ পৰা বাট চাই আছিল।

"মোৰ ল'ৰা হৈছিল। মোক পেটতে মৰা বুলি ক'লে, পিছে টেঁটু চেপি মাৰিলে যেনহে লাগে। তাক মই দেখিবলৈকে নেপালোঁ। তিনি দিন মই অজ্ঞান হৈ আছিলোঁ। পিছে নমৰিলোঁ!"

কথাবোৰ শুনি গোলাপৰ মইনাক সৰ্বান্তঃকৰণে ঘৃণা কৰিবৰ মন গ'ল। ইমান বেয়া ছোৱালীও থাকে নে?

"মোক কিবা কিবি বহুত দাৰাই খুৱালে। মই ভাল হ'লোঁ। এদিন এটা দাৰাই দি এওঁ ক'লে, "এইটো খাই দে?' খোৱাৰ পিছত ক'লে, "আৰু ভয় নাই, তোৰ আৰু ল'ৰা-ছোৱালী নহয় –"

বাহিৰৰ পৰা গল-খেকেৰিয়াই ধনাই সোমাই আহিল।

"মইনা, ভাত এমুঠি উলিয়া। বৰ ভোক লাগিছে পায়।"

মইনা নীৰৱ হ'ল।

"অ' আপুনি আহিল, মই বোলো অহাই নাই হ'বলা। ভাত দিলি নে এখেতক।"

গোলাপে একো নেমাতিলে।

"চাওঁ, গামোচাখন দেচোন, গাটো ধুই আহোঁ। ধূলিয়ে-মাকতিয়ে একাকাৰ হ'লোঁ।"

গামোচাখন লৈ ধনাই পানী-কললৈ ওলাই গ'ল।

অতপৰে গোলাপে মইনাৰ কথাবোৰ শুনি গৈছিল, একো কোৱা নাছিল। এতিয়া সি সুধিলে, "এতিয়া ক'ত থাকা –"

"আঁকৰা এটা আছিল, মাতিব-বুলিব নেজানে, তাৰ একো নাই, পঁজা-ঘৰ এটা আছিল। তাকে মোলৈ চপাই ল'লে।"

"তাৰ পিছত –"

"কিছুদিনৰ পিছত অঁকৰাৰ ঘৰলৈকে মোক পঠিয়াই দিলে। পিছে নিতৌ গধূলি ঘঁৰ-তঁৰ মানুহবোৰ এওঁ মোৰ ওচৰলৈ লৈ আহে। অঁকৰাক দুটকা-এটকা দিয়েও হ'বলা। আৰু মোকো দুই-চাৰি টকা দিয়ে। মইনো কি কৰিম। ভাল ভাল মানুহৰ ল'ৰাও আহে, গুণ্ডা-দগাবাজো আহে।"

গোলাপ বাহিৰলৈ ওলাই আহিল। তাইৰ কথাবোৰ তাৰ অসম্ভৱভাৱে অশ্লীল যেন লাগিছিল।

"আকৌ যাবৰ হ'লেই নেকি?" চোতালত ৰৈ ধনায়ে সুধিলে, লগে লগে চিঞৰিলে, "ভাতমুঠি উলিয়া মইনা –"

গোলাপে ক'লে, "ওঁ যাম, অলপ সময় আছে।"

"আহক ভিতৰলৈকে, দুআষাৰ কথাকে পাতোঁ। গধূলিকৈ আমি যামগৈ নহয়।"

"তুমি ভাত খোৱাগৈ –" গোলাপে প্ৰায় আদেশৰ সুৰত ক'লে, আৰু এই হীন মানুহটোক কিমান সোনকালে ঘৰৰ পৰা উলিয়াই পঠিয়াব পাৰে তাকেই ভাবিব ধৰিলে।

মাজতে দুৱাৰ মুখলৈ আহি মইনাই মাতিলে, "অকণমান শুনকচোন –"

গোলাপ সোমাই আহিল।

ধনায়ে প্ৰায় আনন্দৰ সুৰত ক'লে, "আপোনাৰ ঠিকাদাৰজন বৰ ভাল মানুহ। সকলো কথা বুজাই ক'লোঁ। বেছ ভাল মানুহ। মদ দুবটল দিলোঁ, তাতেই সন্তুষ্ট হ'ল। মইনাক অফিচাৰৰ গাড়ীয়ে আহি লৈ যাবহি।

"ওঁ, যি কৰে কৰক। মোৰ ঘৰত আৰু আপোনালোকে থাকিব নোৱাৰে। তুমি ইমান বেয়া মানুহ বুজি জনাহেঁতেন মই কেতিয়াও ৰাতি থাকিবলৈ নিদিলোহেঁতেন। আপুনি আৰু মোৰ ইয়ালৈ নাহিব।"

গোলাপৰ খং আৰু বিৰক্তিয়ে চৰম সীমা পাইছিলগৈ। আপুনি-তুমিৰ পাৰ্থক্য নোহোৱা হৈ পৰিছিল?

ভাতৰ পাতৰ পৰা উঠি নিৰ্বিকাৰভাৱে মানুহটোৱে ক'লে, "জানিছো, এইক লৈ আহি আপোনাৰ ঘৰত সোমোৱাৰ কাৰণে আপুনি বেয়া পাইছে। পিছে অকল ময়ে নহয়, বহুতে যুদ্ধৰ দিনত এই ৰকমেই চলিছে। এইবোৰতো ভালেই, শুনিলোঁ বোলে কোনোবা জেলখোৱা ভলণ্টিয়াৰ এটাই কাৰোবাৰ বিয়া হোৱা ঘৈণীয়েক এজনী পলুৱাই নি কোনোবা চৰকাৰী কাম কৰা মানুহ এটাক যোচ দিছিলগৈ। ধৰা পৰিল গুণে হে –"

প্ৰথমে তাৰ কথালৈ গোলাপে কাণ দিয়া নাছিল। শেষৰ কথাষাৰত সি উচাপ্ খাই উঠিল।

"কি?"

"এৰা, ছোৱালীজনীক পুলিচে এৰেষ্ট কৰাৰ লগে লগে বোলে পলুৱাই নিয়া মানুহটো পলাল। আজি কালি কোনে কাক বিচাৰি পায়। ক'ৰবাত মিলিটাৰীয়ে চিলিটাৰীয়ে সোমাল চাগে।"

"কি হ'ল?"

"হয়াত থাকে, এইবোৰ কথা গম নেপায়। আজিকালি ওৱাৰৰ দিনত কত কি ঘটিছে। চৰকাৰী চাকৰি কৰে, হাকিম মানুহ, লোকৰ তিৰোতা পলুৱাই নিয়াই তিৰোতা কৰি ৰাখিছিল, মানুহে সুধিলে কয়, 'ভনী'। পিছে জগতখনৰ চকুত কি ধূলি দিব! ধৰা পৰিল, কামৰ পৰাও চাচ্‌পেণ্ড কৰিলে। এতিয়া আচলটোতো পলাল, বপুৰাৰ মজা ওলাইছে।"

হঠাৎ গোলাপে সুধিলে, "কি হৈছে? চাচ্‌পেণ্ড?"

"ওঁ, চৰকাৰী চাকৰিয়াল নহয়! প্ৰথমে চাচ্‌পেণ্ডহে কৰে, পিছে আৰু কাম পোৱাটি হৈছে। জেল বা কেইবছৰ খায় কোনে জানিছে, সিদিনা হেনো পুলিচ গৈছিল এৰেষ্ট কৰি আনিবলৈ। বৰ স্বৰ দেখি এৰি আহিল।"

অলপ উত্তেজিত হৈ গোলাপে সুধিলে, "এইবোৰ তুমি ক'ত শুনিলা?"

"এ, সকলোৱে শুনিছো। গোটেইখন বজনজনা হৈ গৈছে। সৰু কথা নে কিবা। পৰৰ তিৰোতা এজনী এটাই নি অন্য এটাক বেচি দিয়া। পাঁচ হেজাৰ নে কিমান খালে হেনো!"

গোলাপ বহি পৰিল। তাৰ ডিঙি-ওঁঠ শুকাই যোৱা যেন লাগিল। সি একো মাতিব নোৱাৰিলে। তাৰ দৃঢ় প্ৰত্যক্ষ হ'ল – মাখন আৰু জোনাৰ কথাকে কৈছে– ধনায়ে! কি জঘন্য অন্যায়। সি পলাই ফুৰিছে, আৰু চাচ্‌পেণ্ড হৈ মাখন আহি ঘৰত পৰি আছেহি– পুলিচে তাক এৰেষ্ট কৰিব! মাখনক এৰেষ্ট কৰিব! এৰেষ্ট কৰিব!

## তেত্ৰিশ

কাৰোবাৰ জীৱনৰ শিল্প-সাহিত্যৰ সুকুমাৰ অনুভূতিবোৰ সাম্প্ৰতিক। কোনোবা এটা প্ৰেৰণাৰ মুহূৰ্তত তাৰ মনত সুকুমাৰ অনুভূতিয়ে জন্ম লয়। সুযোগ হ'লে সি প্ৰকাশ কৰে, তাৰ পিছত সেই অনুভূতিৰ ঠাইত অন্য সাধাৰণ সংসাৰী অনুভূতিয়ে ঠাই লয়। কল্পলোকৰ পৰা সি ধূলিৰ পৃথিৱীলৈ নামি আহে। সেই আবেগৰ মুহূৰ্তটোৰ সাৰ্থকতাৰ স্মৃতিয়েই তাৰ কাৰণে যথেষ্ট।

কিন্তু অনুভূতিপ্ৰৱণ আন এদল মানুহৰ কাৰণে সুকুমাৰ অনুভূতিৰ জগতখনেই নিত্য আৰু স্থায়ী জগত। তাৰ বান্ধোনৰ পৰা সি কাচিংহে মুক্ত হ'ব পাৰে। তাৰ কাৰণে বাস্তৱৰ পৃথিৱীখনলৈ নামি অহাৰ মুহূৰ্তটো সাম্প্ৰতিক, স্থায়ী নহয়। প্ৰতিটো মুহূৰ্তত তাৰ অন্তৰত নতুন নতুন আবেগে জন্ম লয়, ৰূপ গ্ৰহণ কৰে, তাৰ আসনত

নতুন নতুন জগতৰ ৰূপ-ছবি দাঙি ধৰে। তাৰ ইম'চনৰ শেষ নাই। ইম'চনৰ আবেগৰ জগতখনেই তাৰ সত্য আৰু নিত্য জগত।

যৌৱনৰ ৰাজআলিয়েদি খোজ দি যাওঁতে মাখনে এই আবেগৰ বাসন্তী সূৰ্যৰ উত্তাপকে প্ৰতিটো মুহূৰ্তত অনুভৱ কৰিছিল। তাৰ বুকুৰ মাজৰ কেঁচা কবিতাৰ জগতখন অপ্ৰত্যাশিতভাৱে জোনা নামৰ ছোৱালীজনী আহি হেজাৰবুলীয়া ৰং-ৰহণেৰে হঠাৎ ভৰাই তুলিলে। বাস্তৱৰ জগতখনক অসত্য যেন লাগিল তাৰ। ৰূপৰ তৃষ্ণাত আকুল হোৱা ডেকা চকুৰে যেতিয়া নীল আকাশ আৰু ঘন অৰণ্যৰ মাজত, ডাৱৰ আৰু ধূলিৰ মাজত ৰূপৰ অৰ্থ বিচাৰি উন্মুখ হৈ উঠিছিল, সেই সময়তে অভাৱনীয়ভাৱে এবোজা কেঁচা ৰূপৰ সৰস মাধুৰিমা লৈ তাৰ নিৰ্বাক জগতখনত সোমাই পৰিল ৰূপহী জোনা। তাৰ কল্পনাপ্ৰৱণ মনটোৱে জোনাৰ ৰূপৰ মাজত অদেহী ৰূপৰ বিশাল ইঙ্গিত বিচাৰিলে। সি প্ৰত্যয় যাবৰ প্ৰয়াস পালে যেন তাৰ সকলো লিখিত-অলিখিত কাব্যৰ নাম নোহোৱা নায়িকা এই জোনা।

কিন্তু সমাজ আৰু সংসাৰে, আইন আৰু নীতিয়ে মুহূৰ্ততে তাৰ কবিতাৰ জগতখন, মোহ আৰু মোহাতীত উপলব্ধিৰ জগতখন চুৰমাৰ কৰি দিলে। সি বুজিবই নোৱাৰিলে। এটা সৰু ল'ৰাই যিদৰে বায়েকৰ বিয়া হ'ব বুলি সকলো উৎকণ্ঠা আৰু উত্তেজনা লৈ ইটো-সিটো কৰি থাকোঁতেই বিয়াখন শেষ হৈ যায়, আৰু বিয়াখন কেতিয়ানো হ'ল তাক ভালকৈ বুজিবৰ অৱসৰকে নেপায়। সেইদৰে মাখনেও যেন একো বুজিব নোৱাৰাকৈয়ে হঠাৎ এখন পৃথিৱীৰ জন্ম হ'ল, আৰু চাই থাকোঁতেই আকৌ পৃথিৱীখন খান্‌খান্‌ হৈ গ'ল!

সি ভাবিবৰ চেষ্টা কৰিছিল যে আমাৰ পৃথিৱীখন ৰূপৰ পৃথিৱী, প্ৰেমৰ পৃথিৱী, সৌন্দৰ্য্য আৰু মৰমৰ পৃথিৱী। পৃথিৱীৰ প্ৰতিটো ধূলিকণাই মৰমৰ কথাই কয়। আকাশৰ দিশে দিশে দিগন্তৰ পৰা দিগন্তলৈ যেন নমনীয় উদাৰ সৌন্দৰ্যৰ বিপুল ব্যাপ্তি। আৰু মানুহৰ অন্তৰে অন্তৰে স্বৰ্গীয় দেৱ-শিশুৰ নিষ্কলুষ কলনাদ!

কিন্তু সি হঠাৎ দেখিলে আমাৰ চৌদিশৰ প্ৰচীন পৃথিৱীখন ঘৃণা, সন্দেহ আৰু কলুষৰ পৃথিৱী, অকাট্য আইন আৰু স্থৱিৰ নীতিৰ পৃথিৱী। তাত মানুহৰ শাশ্বত অনুভূতিৰ কোনো ঠাই নাই। সৌন্দৰ্যৰ, আবেগৰ, মৰমৰ, প্ৰেমৰ কোনো দাম নাই। মানুহ জীয়াই আছে কিছুমান আইন, কিছুমান নীতিৰ কাৰণে। আইনৰ বাহিৰত মানুহৰ জীয়াই থাকিবৰ কোনো অধিকাৰ নাই। এই আইনৰ জোঙা হাতোৰা মানুহৰ অন্তৰৰো অন্তৰপ্ৰদেশতে সোমাই সকলোকে ক্ষত-বিক্ষত কৰি পেলাইছে।

কিন্তু তথাপি আইনৰ বাহিৰৰ এখন পৃথিৱী এতিয়াও আছে। ৰাজ-বন্দীৰ চকুত যিখন মুকলি আকাশে কাৰা-প্ৰাচীৰৰ জলঙাইদি হাঁহে, তাত আইনৰ আৰু নীতিৰ কোনো গন্ধ নাই। তাত আছে নৱজাতৰ চকুৰ নিঃশঙ্ক জ্যোতি।

কেইবাটাও উদ্বিগ্ন মাহ পাৰ হৈ গ'ল। মাখনে অনুভৱ কৰিলে যেন ইতিমধ্যে তাৰ কেইবাটাও জন্ম পাৰ হৈ গ'ল! চাৰিকৰিয়াদি সি ঘূৰি গৈছিল, কিন্তু তাৰ

পৰিচিত-অপৰিচিত সকলোৰে সন্দিগ্ধ চাৱনি তাৰ অসহ্য লাগিল। সি ছুটী লৈ তাৰ ঘৰলৈ গুচি আহিল।

অসম্ভৱ! কোনেও মুখ খুলি একো নকয়, কিন্তু সকলোৱে যেন তালৈ কিয়া হীন অৰ্থপূৰ্ণ চাৱনিৰে চাই আঙুলিয়ায়, তাক যেন উপহাস কৰিবলৈ বিচাৰে। তাক যেন নীতি-নিষ্ঠাৰ সমাজখনৰ পৰা এৰৰীয়া কৰিবৰ ষড়যন্ত্ৰ কৰিছে!

সি গুচি আহিল। কিন্তু ঘৰতো সি শান্তি নেপালে। হঠাৎ সি ছুটী লৈ অহাৰ নানাজনে নানা কাৰণ বিচাৰি পালে।

"ছুটী লৈ অহিছে। আকৌ যাব –"

"ক'ত ছুটী লৈ আহিছে, চাচ্‌পেণ্ড কৰিছে। কেতিয়া যাব পাৰিব কোনে জানিছে!"

"কিহৰ চাচ্‌পেণ্ড, এনেকুৱা মানুহক কামত ৰাখিব কেলেই। কামৰ পৰা খেদালে।"

"এৰা পঢ়িলে-শুনিলে কি হ'ব। আমাৰ গাঁৱলীয়া ল'ৰা এটাই ৰাক সেইবোৰ কৰিব নে? আমাৰ নাক-কাণ কটালে আৰু –"

"আজিকালিনো কাৰ বাছ-বিচাৰ আছে। লোকৰ তিৰোতাজনী– হ'লেই লাগিলে অপেচৰীজনী, তাইত চকু দিব লাগে নে?"

সমালোচনাবোৰে মাধৱক অতিষ্ঠ কৰে, অধৈৰ্য কৰে। জীৱনৰ ওচৰত সি কোনো অপৰাধ লগোৱা নাই। তাৰ অকলশৰীয়া জগতখনত দুদিনৰ কাৰণে সি ৰূপক আশ্ৰয় দিছিল, প্ৰেমক আশ্ৰয় দিছিল– দিছিল অবোধ্য মৰমৰ আশ্ৰয়। কিন্তু সেয়ে নিয়মৰ পুৰণি জগতখনক বিব্ৰত কৰি তুলিলে। সমাজত তোলপাৰ লাগিল। যেন মুক্ত মৰমৰ কাষত নিৰাশ্ৰয় মৰমে ক্ষন্তেক আশ্ৰয় পোৱাতকৈ ডাঙৰ অপৰাধৰ কথা আৰু নাই।

জোনাক তাৰ ঘৰত আশ্ৰয় দি সি যেন এটা ৰৰ নকৰিবলগীয়া কাম কৰিলে। বৰ লজ্জাকৰ কিবা এটা কৰিলে! তাৰ দুখ লাগিল। পৃথিৱীখন ইমান সঙ্কীৰ্ণ হৈ আছে কিয়। মানুহক পশুতকৈ উৰ্ধত ৰাখি চাবলৈ পৃথিৱীখনে আজিও নিশিকিলে কিয়? মানুহৰ হৃদয়ৰ সনাতন অনুভূতিবোৰক চিনিবৰ চেষ্টা নকৰি কেৱল পশু-প্ৰবৃত্তিবোৰকে আগ-ঠাই দি থাকিল কিয়? নীতিৰ জগতত মৰম-চেনেহবোৰ কি চিৰদিন অলাগতিয়াল আবৰ্জনাই হৈ থাকিব?

ৰাতি মাধৱৰ টোপনি নাহে। জোনাৰ শঙ্কিত চকু দুটাৰ জ্যোতি ম্লান কৰি দি হঠাৎ পুলিচ ইন্‌স্পেক্টৰ বৰাৰ কুটিল চকুকেইটা ভাহি উঠে। তাৰ চোতালৰ বগা জোনাকবোৰ পুলিচ-থানাৰ কাদাকাৰ আন্ধাৰৰ বুকুত অদৃশ্য হৈ যায়।

পৃথিৱীত সত্য নাই নেকি? ন্যায় নাই নে আৰু? মানুহৰ কোনটো পৰিচয়ত দেৱত্বৰ আভাস আছে? মানুহৰ নীতি-নিয়মে মানুহক পশু হিচাপে বিচাৰ নকৰিবলৈ কেতিয়াবা শিকিব নে?

অধৈর্য হৈ মাখনে মনে মনে ঘৰৰ পৰা ওলাই যায়। বাহিৰৰ পৃথিৱীখনত বেদনাহত অনাবিল শান্তি। হেমন্তৰ আকাশখনত ৰাতিৰ মৌন মাদকতা! জোনাকবোৰে কুঁৱলীক কিবা এটা কাণে কাণে কয়। কুঁৱলীবোৰে জোনাকৰ বগা কণাবোৰ বুকুত সানি লয়। পকা ধাননিৰ বুকুৰ পৰা, বননিৰ পৰা মাটিৰ গোন্ধ ওপঙি আহে।

গভীৰ ৰাতি! ক'তো আইন নাই, নীতি নাই, দিগন্তৰ পৰা দিগন্তলৈ অন্তহীন শান্তি। প্ৰাচীন, উদাৰ, অসীম! মানুহৰ আইন কিমান ক্ষুদ্ৰ! মানুহে আজিও আকাশৰ ভাষা বুজি নেপালে। মানুহে আজিও প্ৰাণ খুলি হেমন্তৰ কুঁৱলী-কোমল ৰাতিক প্ৰাণৰ কথা উজাৰ কৰি ক'বলৈ নিশিকিলে। মানুহ সোমাই থাকিল নিয়মৰ ঠেক চাৰি ঢাপৰ মাজত। তাৰ আত্মাক মুক্ত আকাশৰ নিঃশ্বাস ল'বলৈ নিদিলে। আৰু যি আত্মাক মুক্ত ৰাখিলে, মুক্ত ৰাখিবৰ সামান্য চেষ্টা কৰিলে, সি হ'ল অপৰাধী! বিচিত্ৰ মানুহৰ এই ঠেক পৃথিৱীখন।

নিষ্প্ৰভ ভাষাবোৰে কি কয় বাৰু? পগীয়াতৰাটো সঁচাকৈ পগীয়া নে বাৰু? আকাশৰ বুকুত সি এনে কি অমাৰ্জনীয় পাপ কৰিলে যাৰ কাৰণে সি খহি আহিল। কিন্তু খহি আহিলেও তাৰ জ্যোতি অন্য তৰাতকৈ বহুত বেছি। সি নিয়মভঙ্গৰ অপৰাধত অপৰাধী নেকি?

নাই, নাই তৰাবোৰৰ সমাজত মানুহৰ আইন নাই, মাটিৰ মানুহৰ সঙ্কীৰ্ণ নিয়মে উদাৰ আকাশক কোনোদিন কলুষিত কৰিব নোৱাৰে। মাখনৰ মনটোৱে শান্তি নেপায়। জোনা আকৌ ঘূৰি গৈছে প্ৰেমধৰৰ কাষলৈ! বিনা প্ৰতিবাদে প্ৰেমধৰে তাইক তাৰ কাষত ঠাই দিছে। তাই অপমানিত কৰি এৰি যোৱা স্বামিত্বৰ উদাৰতাৰে সি তাইক আকৌ গ্ৰহণ কৰিছে। প্ৰেমৰ জগতৰ পৰা ঘূৰি গৈ জোনা সোমাই পৰিছে পত্নিত্বৰ জগতত— অতি সাধাৰণ, অতি অবিচিত্ৰ এই জগত। কৰ্তব্যবোধ আৰু নীতিৰ জগত।

গোলাপ পলাতক। আত্মৰক্ষাৰ কাৰণে সি পলাইছে। প্ৰেমৰ জগতখনৰ পৰা নিজক সকৰাই নি সি একেবাৰে সক এখন স্বাৰ্থৰ জগতত সোমাই পৰিছে। যিমান সহজভাৱে জোনাক সি লৈ আহিছিল, সিমান সহজভাৱেই সি জোনাক এৰি পলাল। এটা অমানুহ, নীচ, প্ৰৱঞ্চক। জোনাক উদ্ধাৰ কৰিবৰ কাৰণে সি একোকে নকৰিলে, একো কৰাৰ প্ৰয়োজন বোধ নকৰিলে। ইমান স্বাৰ্থপৰ এটা মানুহৰ ওপৰত কিহৰ আকৰ্ষণত জোনাই সকলোখিনি অৰ্পণ কৰি দিছিল? কেৱল তাৰ সবল, স্বাস্থ্যবান দেহাটোৰ! জোনাও ইমান সাধাৰণ নে?

বহুত ৰাতিলৈকে মাখন বাহিৰত বহি থাকে। গছৰ পাতৰ পৰা নিয়ৰৰ টোপালবোৰ সৰে। কুঁৱলীবোৰ ডাঠ হয়। গছৰ ডালত কিবা চৰাই এটাই পাখি ডাবি মাৰে, কিন্তু সি নিচিঞৰে। মাটিৰ সেমেকা গোন্ধটো হমুনিয়াহৰ দৰে গধুৰ হয়।

মাখনৰ গাৰ ভিতৰত কিছুমান উত্তেজিত উত্তাপেৰে ভৰি পৰে।

কাম সি এৰি দিছে। চাচ্‌পেণ্ড নকৰা হ'লেও কাম সি এৰিলেইহেঁতেন। আৰু আত্মাটোৰ মুক্ত বিস্তাৰৰ বাটত জীৱনৰ প্ৰয়োজনে ইমানবোৰ বাধাৰ সৃষ্টি কৰাটো সি সহ্য কৰিব নোৱাৰে।

জোনা— জোনাৰ কথা বেছিকৈ চিন্তা কৰাটো যেন তাৰ কাৰণে এটা ভয়াবহ কথা হৈ পৰিছে। তাৰ যৌৱনৰ ৰাজআলিত জোনা আছিল হঠাৎ মেঘৰ মাজৰ পৰা ওলোৱা এচেৰেঙা মিঠা ৰ'দ। অলপ সময়ৰ কাৰণে পোহৰ আৰু উত্তাপ দি পুনৰ ডাৱৰৰ মাজত সোমাই পৰিছে। সেই কম পোহৰ আৰু উত্তাপৰ হয়তো সাৰ্থকতা আছিল, কিন্তু এতিয়া তাৰ কোনো দাম নোহোৱা হৈ পৰিছে। সঁচা জানো?

মাখন ঘৰৰ ভিতৰলৈ গুচি আহে। কোঠাৰ ভিতৰৰ আন্ধাৰবোৰে কিবাকিবি কথা কয়। ৰাতিটো কঁপে। তাৰ গাৰুৰ তলত শুই থকা টোপনিখিনি গৈ খিৰিকীখনৰ কাষত থিয় দি ৰৈ থাকে।

মাখনে একো নুবুজা হয়। কল্পনাৰ জগতখনৰ বহুত কথা সি বুজি পায়, তাৰ সকলো মানুহ, সকলো দৃশ্য তাৰ চিনাকি। কিন্তু বাস্তৱৰ এই জগতখন— একেবাৰে অবোধ্য, তাৰ সকলো কথা গোলমলীয়া। তাৰ একো উৎৰাদিহ সি পোৱা নাই, নেপায়।

পুলিচ আহিছিল তাক এৰেষ্ট কৰি নিবলৈ— তাৰ জ্বৰ দেখি এৰি গ'ল, কিন্তু জ্বৰ এৰিলে আকৌ এদিন সিহঁত আহিব, তাক এৰেষ্ট কৰি নিব। বহুত মানুহৰ চকুৰ আগেদি, হাত-কেৰেয়া দি এডাল ৰছী লগাই তাক ঘৰৰ পৰা উলিয়াই নিব। তাৰ অপৰাধ? অসম্ভৱ! তাৰ অপৰাধৰ ভাষা তাৰ মুখত নুফুটে। সি বন্দী হ'ব ৩৭৬ ধাৰাৰ কবলত। ৩৭৬ ধাৰা— আইন, মানুহতকৈ বহুত শক্তিশালী আইন। মাখনে নিজেই কপালত হাত দি চায়। তাৰ গাত যথেষ্ট উত্তাপ আছে। তাৰ জ্বৰ, ঘৰৰ সকলো ব্যস্ত হৈ পৰিছে। ডাক্তৰ অনাব লাগে— মাখনৰ বৰ টান জ্বৰ। আৰ নিজৰ কিন্তু টান যেন লগা নাই। কিছুমান অবোধ্য উত্তেজনাই তাৰ গাটো তপত কৰি তুলিছে। অধৈৰ্য হৈ সি কিবা প্ৰলাপ বকা নাইতো?

ভয়ৰ কোনো কাৰণ নাই, ডাক্তৰে কৈ গ'ল। মাখনেও জানে এই জ্বৰৰ তাৰ শৰীৰৰ ওপৰত কোনো শক্তিয়েই নাই। এটা অস্থিৰ মানসিক উত্তেজনাই তাক অধৈৰ্য কৰি তুলিছে। হয়তো এই অস্থিৰতাই তাৰ মনৰ ভিতৰত থকা এটা কল্পনাপ্ৰৱণ ডেকাক সমূলে শেষ কৰি মাৰি পেলাব, এটা আদৰ্শবাদী কবিহৃদয় ডেকাৰ অপমৃত্যু ঘটাব। তাক এৰেষ্ট কৰিব কিয়? তাৰ অক্ষমতাৰ কাৰণে, তাৰ দুৰ্বলতাৰ কাৰণে জোনাই তাক অপমান কৰিবৰ চেষ্টা কৰিছে নেকি? নাই, জোনাৰ নিচিনা এজনী ছোৱালী ইমান অকৃতজ্ঞ হ'ব নোৱাৰে, কিন্তু এই অহৰ্নিশ সমালোচনা আৰু সন্দেহৰ জগতখনত আৰু বেছি দিন থকা তাৰ কাৰণে অসম্ভৱ। সি ঘৰ এৰিব লাগিব। সি ঘৰ এৰিব।

"জ্বৰ এৰক, গাটো অলপ ভাল পালেই কেনিবাদি ওলাই যাম। আৰু এনেকৈ অনুতাপ-অনুশোচনা কৰি থাকিও লাভ নাই। নিষ্কৰ্মা হৈ বহি থাকিলেও নচলে।" সি

শিক্ষিত, কাৰ্যক্ষম। আজি যদি সি কাম বিচাৰি যায়, মিলিটাৰীত সি ভাল কাম পাব। কিন্তু সি মিলিটাৰীত কাম কৰিব কিয়? এই যুদ্ধ যে ভাৰতীৰ স্বাৰ্থ বিৰোধী। অসম্ভৱ! খাবলৈ নেপাই মৰিলেও সি যুদ্ধৰ চাকৰি কৰিব নোৱাৰে। জানি-শুনি সি তাৰ আদৰ্শৰ অপমৃত্যু হ'বলৈ দিব নোৱাৰে। জীৱিকাৰ তাগিদাত অন্যে চৰকাৰী চাকৰি এৰি দিয়াৰ সময়তো সি চাকৰি কৰি থাকিয়ে অন্যায় কৰিছে, তাৰ পিছত যদি সি মিলিটাৰী কামত সোমায়, সেয়ে হ'ব আটাইতকৈ হীন বিশ্বাসঘাতকতা। তথাপি সি ক'ৰবালৈ নগ'লে ঘৰতে সোমাই থকা অসম্ভৱ।

## চৌত্ৰিশ

জাৰকালিৰ চুটি দিনবোৰ সহজেই পাৰ হৈ যায়। জাৰকালি কুমলি আহে। সমাগত ফাগুনৰ নিশ্বাসৰ মাজ-মাঘৰ মিঠা ৰ'দত ওপঙি আহে। ভোগালী পৃথিৱীখন শান্ত আৰু ধুনীয়া হৈ পৰিছে। উকা পথাৰত পৰি থকা হালধীয়া নৰাবোৰ ক্ৰমে জহি আহিছে। শাকনি-বাৰীত লাই-মূলা-ধনিয়া শাকবোৰে ফুল ধৰিছে– ভাল গোন্ধোৱা, নানা বৰণৰ সৰু সৰু ফুল।

গাঁৱৰ মানুহৰ আজৰি। কোনো-কোনোৱে ৰাতিপুৱা কুঁহিয়াৰতলি চহায়, কোনোৱে মৰণাৰ খেৰৰ ওপৰত বহি পাচি-খৰাহিৰ কঠী তুলায়। প্ৰায় মানুহৰে মৰণা মাৰাও শেষ হৈছে। গাঁৱৰ প্ৰায়বোৰ ডেকাই কোনোবা ফিল্ডত, কোনোবা মিলিটাৰী কেম্পত কাম বিচাৰি গৈছে। ঘৰৰ জীয়াৰী-বোৱাৰীহঁতে অলপ আজৰি পাইছে– এতিয়া ধান খুন্দা, চাউল কঢ়া আৰু তাঁত বোৱাৰ বাহিৰে অন্য কাম বিশেষ নাই। গাভৰুহঁতৰ মুখবোৰ তেজ-ৰাঙলী হৈছে। চকুবোৰ বেছি গাঢ় আৰু ধুনীয়া হৈছে। মাঘ মাহ ভোগৰ মাহ, সকলোৱে একোমুঠি ন'ধানৰ ভাত খাইছে– শাক-মাছো যথেষ্ট ওলাইছে।

জোনাইহঁতে ভালে ভালেই ধানখিনি চপালে। অৱশ্যে ৰোৱা-তোলাৰ দিনত জোনা নথকাৰ কাৰণে এইবাৰ প্ৰেমধৰে আগৰ দৰে ভালকৈ মাটি কৰ নোৱাৰিলে। ৰোৱনী-তোলনী বিচাৰি যি ৰোৱালে, তাকো তাৰ মন ভাল নথকাৰ কাৰণে, সি ভালকৈ চোৱা-মেলাও কৰিব নোৱাৰিলে। অৱশ্যে তাৰ হঠাৎ হোৱা দুৰৱস্থা দেখি গাঁৱৰ বহুতেই তাক সহায় কৰি দিছিল।

বেলি লহিয়াইছিল। চোতালত ঢৰা এখনতে বহি প্ৰেমধৰে বাঁহৰ কঠীৰ লাহনী এখন বৈছিল। তাৰ মনত কি ভাব আছিল, সি নিজেই বুজা নাছিল। একান্তমনে সি মাথোন বৈ গৈছিল।

ভিতৰত জোনাই সৰু আৰ্চিখনৰ আগত বৈ নিজৰ মুখখন চাইছিল। "অলপ শেঁতা পৰিছোঁ নেকি? চকুৰ গুৰিবোৰ অলপ ক'লা পৰা নাই নে?" তাই গাটোলৈ চালে– "নাই, গাটো ঠিকেই আছে, অলপ গধুৰ গধুৰ লাগিছে। লাগিবৰ কথাই।"

তাই বুকুৰ তললৈ চাবলৈ ভাল নেপালে। পেটটো বেয়া ৰকমে ওলমি পৰিছে! হাত দিলেই তাই উমান পায় তাইৰ গাটোৰ মাজডোখৰ বৰ শকত হৈ পৰিছে। বেয়াই লাগে— মানুহ-দুনুহৰ আগত ওলাই ফুৰিবলৈ।

আকৌ তাই তাইৰ মুখখন চালে— নাই, শেঁতা পৰা নাই। অতবোৰ ৰঙা তেজ থুপ খাই আছে— গাল দুখনত। তাই ভালেমান পৰ নিজৰ মুখখন চাই থাকিল, আৰু পিছত বুকুখনৰ ওপৰত হাত ফুৰাই চাই আৰ্চিখন থৈ দিলে। ঘৰত থাকিলে তাই চোলা নিপিন্ধেই।

অহা সপ্তাহত আকৌ মোকৰ্দমাৰ তাৰিখ আছে! কি মোকৰ্দমাখন লগাই ল'লে জানো? যি হ'ল হৈ গ'ল। য'ৰ মানুহ তাই ত'লৈ ঘূৰি আহিল। পা-পৰাচিত হ'ল। এতিয়ানো মোকৰ্দমা কৰি থাকি কাৰ লাভ হ'ব, কি লাভ হ'ব?

প্ৰেমধৰবো কাছাৰীলৈ অহা-যোৱা কৰি কৰি আমনি লাগিছে। কাছাৰীৰ সকলোৰে সিহঁতক চিনি পোৱা হৈ গৈছে। বহুতেই তাইক দেখিলে কৌতূহলেৰে তাইলৈ চাই থাকে। তাইৰ বৰ অসুবিধা লাগে, তাতে এতিয়া লাজো লাগে।

জোনাৰ ঘৰৰ পৰা ওলাবৰ মন নেযায় আজিকালি। কাৰ ঘৰলৈনো যাব? আৰু গাঁৱৰ মানুহবো জানো তাইৰ লগত পাতিবলৈ অন্য কথা আছে। অৱশ্যে তাইৰ অৱস্থা ৰহ্‌ৰহীয়া, ভঁৰালত ধানমুঠি আছে, প্ৰেমধৰৰ হাতত দুটা পইচাও আছে। গতিকে অভাৱগ্ৰস্ত কোনো কোনো তাইৰ ওচৰলৈ আহে। সিহঁতে অৱশ্যে নিজৰ দুখ-দাৰিদ্ৰ্যৰ কথাহে উলিয়ায়, জোনাৰ কথা নোসোধে।

অৱশ্যে কোনোবাই সুধিলেও তাই নিঃসঙ্কোচেই কৈ দিয়ে, "কিনো হ'ল, অলপ ফুৰি-মেলি আহিলোঁগৈয়ে জানিবা। কিনো বৰ জগৰটো লাগিল।"

তাইৰ এনে উত্তৰত অন্যে আৰু নতুন প্ৰশ্ন উত্থাপন কৰিবৰ সুবিধা নেপায়। তায়ো পেটে পেটে ভাল পায়।

কিন্তু প্ৰেমধৰে এবাৰো, এদিনো তাইক এৰাৰ কথাও নুসুধিলে। যেন একোৱেই ঘটা নাই, তাই গোলাপৰ লগত গৈ নানা কেলেঙ্কাৰীৰ সৃষ্টি কৰি ঘূৰি অহাটো যেন কোনো কথাই নহয়। প্ৰেমধৰ অৱশ্যে আগতকৈ অলপ গহীন হ'ল। উদাসীন হ'ল নেকি? কিন্তু মুখ খুলি সি কাকো একো নক'লে। মাজে মাজে জোনাই আশা কৰে যেন প্ৰেমধৰে তাইক কিবা এটা সোধক, কিন্তু সি একো নোসোধে। আজিকালি কথা সি অতি কমেই কয়, আৰু কথাবোৰো একেবাৰে চুটি চুটি আৰু নিৰস।

ভাবি-হুকি সি দিবই নেজানে। দুটা মানুহ থকা ঘৰখনত মাজে মাজে এটা মানুহো নাই যেন লাগে। ইমান নিৰ্জন, নিস্তব্ধ ঘৰটো। মাজে মাজে সি কেতিয়াবা জোনাৰ গাটোলৈ চায়, কিন্তু একো নকয়, একো নোসোধে। তাই ঘূৰি আহিবৰ ন মাহমানেই হ'ল কিজানি। ঘূৰি আহোঁতে তাই যোৱাৰ সময়ত যেনেকুৱা আছিল, তেনেকুৱায়ে ঘূৰি আহিছিল, এতিয়া-কিন্তু তাই বেলেগ হৈ পৰিছে।

প্ৰেমধৰেও ভাবে মোকৰ্দমাখন কিবা কৰি শেষ কৰি পেলোৱা হ'লেই ভাল আছিল। প্ৰথম প্ৰথম সকলোৱে বা-বিচাৰ লৈছিল, দিহা-পৰামৰ্শ দিছিল, দুই-এবাৰ তাৰ লগত নগৰৰ কাছাৰীলৈকো গৈছিল। লাহে লাহে কোনোৱেই খবৰ নকৰা হৈ আহিছে। অহা-যোৱা কৰোঁতে, উকীলক দিওতে তাৰ ভালেমান ধন ভাগিছে। সি কেইবাবাৰো মনতে পাঙিছিল যে যেনে তেনে মোকৰ্দমাখন শেষ কৰি পেলাবৰ কাৰণে সি গোসাঁই উকীলক এবাৰ কৈ চাব কিন্তু কোৱা তাৰ নহ'ল। উকীলক দেখিলেই তাৰ সকলো সঙ্কল্প হেৰাই যায়। উকীলেও গহীন হৈ কয়, "তই জিকিবি, চিন্তাই নকৰিবি, চাওঁ আজি টকা কুৰিটামান দেচোন।" একো নকৈ সি টকা উলিয়াই দিয়ে। এই মোকৰ্দমাত জিকাৰ কোনো অৰ্থ সি বুজি নেপায়। জোনা গৈছিল, ঘূৰি আহিল, মাষ্টৰ পলাল, মাখনৰ চাকৰি শেষ হ'ল, আৰুনো কি জিকা-হৰা আছে! তদুপৰি আজি আঠ-ন মাহে কেৱল দিন আছে, মোকৰ্দমাৰ একো ওলোৱাই নাই। গোলাপক নেপায় মানে মোকৰ্দমাখন তৰাই টান হৈছে।

অৱশ্যে অহা তাৰিখত গোলাপ নোহোৱাকৈয়ে অকল মাখনকে আচামী দি মোকৰ্দমা কজু কৰাৰ কথা আছে। এৰা, কিবা এটা হৈ গ'লেই হয়। হৰা-জিকাৰ কথা নেলাগে, মোকৰ্দমাখন শেষ হ'লেই হয়। কিমান আৰু কাছাৰীলৈ অহা-যোৱা কৰি ধন পানী কৰিম।

জোনাই চাহপানী কৰি চোতালতে প্ৰেমধৰক এবাটি দিলেহি। কঠীটো বোৱা শেষ কৰি প্ৰেমধৰে চাহ-বাটিত মুখ দিলে। কোনো মাত-বোল নাই, সি কেৰাহিকৈ এবাৰ জোনাৰ গাঁলৈ চালে।

"এইবেলি ময়ো যাব লাগিব নেকি?" অলপ পৰৰ নীৰৱতাৰ পিছত জোনাই সুধিলে।

"ওঁ –"

"মইনো কি কৰিমগৈ? নগ'লে নহয় নে?"

জোনাৰ লগত সি কোনোদিন মোকৰ্দমাৰ প্ৰসঙ্গটো আলোচনা কৰা নাই, তাৰ বৰ টান লাগে। কোনোমতে সি ক'লে, "উকীলে যাবলৈ কৈছে।"

"তাৰ পিছত আৰু নগ'লেও হ'ব নে যাৰু?"

"জানো, কেনেকৈ জানিম!"

দুয়োটাই অনুভৱ কৰে যে মোকৰ্দমাখন উকীল আৰু হাকিমে তৰিছে, সিহঁত দুয়োটা সাক্ষী। সাক্ষী নগ'লে নহয়!

অলপ পৰ মনে মনে থকাৰ পিছত জোনাই ক'লে, "এইবেলিৰ পিছত আৰু মই যাব নোৱাৰোঁ।"

প্ৰেমধৰে তাইলৈ চকু তুলি চালে। তাই ঠিকেই কৈছে। এই সময়ত নগৰলৈ অহা-যোৱা কৰাটো আৰু ভাল নহ'ব। সি একো নক'লে। উকীলক বুজাই-মেলি ক'লে হয়তো তাই নোযোৱাকৈয়ে হোৱাৰ কিবা এটা কৰি দিব।

বাটিটো লৈ জোনা ভিতৰলৈ গুচি গ'ল। ভিতৰৰ পৰা হঠাৎ মনত পৰি জোনাই ক'লে, "চন্দ্ৰহঁতৰ ঘৰত বৰী-জালুক আছে নহয়?"

"হোঁ, কি?"

"জালুক। সেইপিনে গ'লে এপোৱা লৈ আহিবাচোন –"

সি একো নেমাতিলে। চন্দ্ৰহঁতৰ ঘৰৰ পৰা বৰী-জালুক সি কেনেকৈ আনিব। কেলেই বুলি সুধিলে সি কি ক'ব? তাতকৈ দোকানৰ পৰাই আনিব। বঙালী জালুকো বেয়া নহয়।

"নেপাহৰিবা আকৌ –" জোনাই ক'লে।

"ওঁ –"

বেলি পৰি আহিল। জাৰ নামি আহিল, উদং গৰুকেইটাও চৰি চৰি আহি সিহঁতৰ চোতালৰ মুখ পালেহি। হাঁহকেইটাৰ কিন্তু মনতেই নাই, সিহঁতে এতিয়াও পুখুৰীতে খেলি-মেলি আছে।

দিনতে সিজোৱা মোৱা-আলু এটাৰ বাকলি গুচাই গুচাই জোনাই কিবাকিবি অসংলগ্ন কথা কিছুমান চিন্তা কৰি যাব ধৰিছে। তাইৰ মনত এটা অহেতুক আনন্দ, এটা বুজিব নোৱাৰা প্ৰফুল্লতা।

"যি হয় হ'ব, এইবেলিৰ পিছত আৰু কাছাৰীলৈ নেযাওঁ। যি ক'ব লাগে, যি কৰিব লাগে, এইবেলিয়েই কৰি আহিম। গোসাঁই উকীলে শিকাই দিয়া কথাবোৰ কৈ দিম– যি হয় হ'ব !"

গোসাঁই উকীলে শিকাই দিয়া কথাবোৰৰ কথা মনত পৰি তাইৰ কাণ-মূৰ ৰঙা পৰি উঠিল। "উকীলে, পেছকাৰে, সাক্ষীয়ে-বদীয়ে ভৰি থকা এজলাচখনত সেইবোৰ কথা কেনেকৈ ক'ম? ইমান বেয়া কথা ক'বলৈ কৈছে। ছিঃ ছিঃ।"

তাই লেমটো জ্বলালে। প্ৰেমধৰ ভিতৰ সোমাই আহিল, লাহনীখন বাও নবন্ধাকৈ সি চাঙত তুলি থলে। তাৰ পিছত কাপোৰখন লৈ ক'লে, "মই চন্দ্ৰহঁতৰ ঘৰৰ ফালৰ পৰা আহোঁ।"

সি ওলাই গ'ল।

ইমান বাধ্য এই প্ৰেমধৰটো। তাই কোনো কথা নেপেলায়। আজিলৈকে পেলোৱা নাই। কিন্তু ইমান মনে মনে থাকে। দুআষাৰ কথা পাতিলেনো কি হানি হয়। ঘৰটোৰ ভিতৰত সি যেন নায়েই, ক'ৰবাতহে আছে।

... অহাবাৰত কাছাৰীলৈ মাথনো আহিব। ভালেমান দিন দেখা নাই। জ্বৰ হৈছিল বোলে। থানাত যে ইনচাৰ্জটোৰ লগত ওলাই গ'ল আৰু নাহিল কিয় বাৰু? মোৰ কি হ'ল এবাৰো খবৰ কৰিব নেপায় নে? মোক খুব বো পায়! ঘৰত এবাৰ খবৰ কৰিবলৈ যাব পৰা হ'লে, কি যে সৰু ল'ৰাৰ নিচিনা মানুহ! সংসাৰৰ একো কথাকে নেজানে। এইবাৰ দুআষাৰমান কথা পাতিম। ইমান মৰম লগাকৈ ভনী বুলি মাতে। ইমান মৰম কৰিছিল মোক!!

## পঁইত্ৰিশ

এটা বৰ ডাঙৰ ভুঁইকঁপ হৈছে। আকাশ-পৃথিৱী সকলোবোৰ থৰ্ থৰ্ কৰি কঁপিছে! দিনতে আকাশৰ বুকুৰ পৰা নিস্তেজ তৰাবোৰ খহি পৰিছে! চকী-মেজবোৰ কেনেকৈ ঘূৰিছে! সো-সো-সো – ইমান ডাঙৰ ধুমুহা আহিছে। আলিবাটটোৰে কেনেকৈ ঢলং-পলং কৰি নাচিছে!

আৰু এই মানুহবোৰৰ কি হ'ল? সিহঁতে ইমান ভূতৰ দৰে ঢলং-পলং কৰি নাচিছে! সিহঁতে মূৰবোৰ ডিঙিৰ পৰা সোলোকাই হাতত লৈ ঘূৰি ঘূৰি নাচিছে! সকলোবোৰ বলিয়া হ'ল নেকি? সকলোৱে বৰ বেছিকৈ মদ খালে নেকি? মানুহবোৰৰ চকুবোৰ দেখোন নাই!! ইমানবোৰ ক'লা ক'লা সাপ! আয়ৌ এইটো গাতে উঠিলহি। ধৰা, ধৰা, কামিজৰ তলত, এইপিনে, চেঁচা সাপটো কাষলতি তলত সোমাল !

"ঢেৰেকণিয়ে কাণতাল মাৰি ধৰে। আকাশখন ভাগি গ'ল হ'বলা! ইমান থৰক-বৰককৈ কঁপিছে! হঠাৎ ইমান ঘন খিটমিটীয়া আন্ধাৰবোৰ ক'ৰ পৰা ওলাই আহিল। সৌবোৰ মানুহ নে? কাৰো গাত কাপোৰ-কানি নাই, সকলো উলঙ্গ! সিহঁতে ইমান বলিয়াৰ দৰে নাচিছে কিয়? সিহঁত বৰই পৰা নাই। ছিঃ ছিঃ, আন্ধাৰত সিহঁতৰ বগা, ডাঙৰ ডাঙৰ দাঁতবোৰ কেনেকৈ জিলিকিছে। উলঙ্গ মানুহবোৰে লিক্‌লিকীয়া দীঘল সাপবোৰ গাত মেৰিয়াই লৈছে! সাপ, মানুহ, চকী-মেজ সকলোৱে ঢলংপলং কৰি নাচিছে! আৰু আটাইখনে ইমান কোঢ়াল কৰিছে! সো-সো-সো– কিৰ্ কিৰ্ কিৰ্ ... ইমান চিঞৰ-বাখৰ! ধৰা, ধৰা, আলমাৰিটো গাত পৰিব এতিয়া! হাঃ হাঃ হাঃ, হিঃ হিঃ হিঃ আয়ৌ আয়ৌ ...

চুপ্! হঠাৎ সকলো গণ্ডগোল এক মুহূৰ্ততে স্তব্ধ হৈ গ'ল। কিন্তু উলঙ্গ নৃত্য চলি আছে। সাপবোৰ উৰি উৰি আহিছে! মানুহৰ তিৰ্‌বিৰীয়া চকুবোৰ আকাশৰ বুকুত ওলমি আছে। কিন্তু সকলো চুপ!

"ককাইদেউ ..."

চুপ্ চুপ্ কোনোবাই ফুচফুচাই মাতিছে! কোন সেইজনী উলঙ্গ তিৰোতা! উঃ তাইৰ বুকুৰে-পিঠিয়ে ক'লা ক'লা সাপবোৰ কেনেকৈ বগাই ফুৰিছে ...

"ককাইদেউ –"

ক'ৰ পৰা আহিছে এই মাত! মাটিৰ তলৰ পৰা? আকাশৰ বুকুৰ পৰা? ইঃ সেই উলঙ্গ তিৰোতাজনী কেনেকৈ থৰ্থৰ্ কৰি কঁপিছে! তাই পৰি যাব এতিয়া! সাপবোৰে তাইক গোটেই গাটো মেৰাই ধৰিছে।

"মোক এৰি নেযাবা ককাইদেউ– ইহঁতে মোক মাৰি পেলাব ককাইদেউ, মাৰি পেলাব।"

ইঃ লিক্‌লিকীয়া সৰু সাপটো তাইৰ নাকেদি ভিতৰলৈ সোমাই গ'ল!

সকলোবোৰ ঘূৰিছে। সাপ, আন্ধাৰ, ধুমুহা, ক'লা মেঘ, আৰ্ত তিৰোতাৰ চিৎকাৰ।

"মই দুঃখিত। জোনাই যি অভিযোগ আনিছে, আৰু পৰীক্ষা কৰা ডাক্তৰৰ যি ৰিপ'ৰ্ট পোৱা গৈছে, তাৰ পৰা ক'ৰ্টে আপোনাক দণ্ডবিধিৰ ৩৭৬ ধাৰা আৰু অপহৰণ কৰি নিয়া পৰস্ত্ৰীক পলুৱাই ৰখাত সহায় কৰাৰ অপৰাধত দণ্ডবিধিৰ ৩১৪ ধাৰামতে দোষী সাব্যস্ত কৰা হৈছে। জোনাৰ ইচ্ছাৰ বিৰুদ্ধে গোলাপক খেদাই দি জোনাক আপোনাৰ ঘৰত ৰখা হৈছিল বুলি, আৰু তাইৰ ওপৰত বলাৎকাৰ কৰা হৈছিল বুলি জোনাই অভিযোগ কৰিছে। এই গোচৰৰ বিচাৰ এই আদালতে নকৰে। চেচনচ্ ক'ৰ্টে কৰিব।

মই দুঃখিত যে উপৰোক্ত ধাৰাত অভিযুক্ত সাব্যস্ত হোৱাৰ কাৰণে আপোনাক জামিনত দিব পৰা নেযাব। ডিষ্ট্ৰিক্ট জজৰ পৰা জামিনত খালাচ হৈ যাব পাৰিব। আচামীক হাজোতত বিচাৰাধীন বন্দী হিচাপে ৰাখিবলৈ নিৰ্দেশ দিয়া হ'ল।"

চকুবোৰ নাচিছে! হাকিমৰ টুপীটো বতাহজাকে ক'লৈ উৰাই লৈ গৈছে! সাপবোৰ সকলোতে লিক্‌লিকাই ফুৰিছে! এজ্‌লাচ ঘৰৰ চূণসনা বেৰবোৰৰ ওপৰত ক'লা ক'লা আক্কাতবাবোৰ সানি দিলে কোনে? "মোক ইহঁতে মাৰি পেলাব ককাইদেউ– মাৰি পেলাব।"

"আপুনি আহক –" কনষ্টেবল এটাই ক'লে। মাখন আচামীৰ কাঠ-গড়াৰ পৰা ওলাই আহিল। তাৰ মূৰটো খুব ঘূৰাইছে। অতপৰে কি হৈছিল একো সি বুজিব পৰা নাছিল।

দেখিয়ে সি জোনাক চিনি পালে। অৱশ্যে তাই শকত হৈছে! জোনাই তাঁলে চাই দূৰৰ পৰা এটা অৰ্থহীন মিচিকি হাঁহি মাৰিলে। সি তলমূৰ কৰিলে, তাৰ মনত লাগিল, আজিয়ে এই মোকৰ্দমা শেষ হৈ যাব। জোনাই আজি হাকিমৰ আগত স্পষ্ট কথা কৈ দিব! কৈ দিব যে গোলাপ নিৰ্দোষ, মাখন নিৰ্দোষ, আৰু তাম্ৰো নিৰ্দোষ! আনন্দ মনেৰেই, অৱশ্যে অসীম লাজেৰে সি আচামীৰ কাঠ-গড়াত থিয় হ'ল। কিন্তু যেতিয়া সি জোনাই কোৱা শুনিলে –

কিন্তু তাইৰ সকলো কথা শুনিবলৈ তাৰ মানসিক শক্তি নাছিল। সি অনুভৱ কৰিলে যে তাৰ পৃথিৱীখন হঠাৎ খহি, ভাগি ক'ৰবাৰ অতলৰ তললৈ লুটিবাগৰ খাই সো-সোৱাই খহি পৰিছে। আৰু তাৰ লগতে সিও খহি পৰিছে, কোনোবা এটা পৰ্বতৰ ওখ শৃঙ্গৰ পৰা বহুত তলত চকুৰে মনিব নোৱাৰা এটা অতল গহ্বৰলৈ। ক'তো ধৰি ৰ'বৰ উপায় নাই! সি খহি গৈছে। তাৰ পৃথিৱীখন খহি গৈছে। ক'ৰবাৰ পৰা ক'লা ক'লা সাপবোৰ ওলাই আহিছে। কিছুমান উলঙ্গ মানুহে ঢলং-পলং কৰি নাচিছে। ...

কোনোমতে সি থিয় হৈ থাকিল। তাৰ মূৰ ঘূৰাইছিল, চকুৰে সি ধুঁৱলি-কুৱঁলী দেখিছিল। হাকিমজনৰ মুখখন গম্ভীৰ। গোসাঁই উকীলৰ শেঁটেৰা পৰা সোলা মুখখনত এটা বীভৎস কদাকাৰ হাঁহি। আৰু জোনা– তাই আচৰিত হৈ মাখনৰ মুখলৈ চাই

আছে! হয়তো হাকিমৰ আগত কি ক'লে তাই নিজেই একো ক'ব নোৱাৰে, আৰু তাৰ প্ৰতিক্ৰিয়া কি হ'ব পাৰে তাৰ চিন্তাও তাই কৰা নাই।

কনষ্টেবল দুটাই মাখনক হাকিমৰ আগৰ পৰা ক'ৰ্ট ইন্‌সপেক্টৰৰ ওচৰলৈ লৈ গ'ল। গহীন ক'ৰ্ট ইনস্পেক্টৰে ক'লে, "আৰু কোনোবা আচামী আছে নেকি?"

"আৰু নাই –" কনষ্টেবল এটাই ক'লে।

"এওঁক লৈ যা –"

কনষ্টেবল এটাই হেণ্ডকাপ্ এডাল উলিয়ালে। অলপ কিবা ভাবি দাৰোগাই ক'লে, "বাৰু হেণ্ডকাপ্ লগাব নেলাগে। এনেয়ে লৈ যাব। আপুনি এওঁলোকৰ লগতে যাওক।"

দাৰোগা বহাৰ পৰা উঠিল, তাৰ পিছত মাখনৰ একেবাৰে বিবৰ্ণ হৈ যোৱা মুখখন দেখিয়ে হয়তো ক'লে, "আপুনি বিশেষ চিন্তা নকৰিব। Non-bailable case নহ'লে কথাই নাছিল। দুদিন বা তিনিদিন under trial prisoner হিচাপে জেল-হাজোতত থাকিব লাগিব।"

"ক'ত?" আশ্চৰ্য হৈ মাখনে সুধিলে। তাক ক'লৈ পঠিয়াইছে অতপৰে সি ভবাই নাছিল।

"সোনকালে Bail petition move কৰাওক। District Judges -এ bail দিব পাৰে, ইয়াৰ Magistrate এ নোৱাৰে।"

তললৈ মূৰ কৰি কনষ্টেবল দুটাৰ লগত মাখন কাছাৰী ঘৰৰ প্ৰাঙ্গনৰ পৰা জেলৰ ফালে খোজ ল'লে, হয়তো তাৰ লগত অহা কোনোবাই কান্দিছিল, কোনোবাই হুমুনিয়াহ কাঢ়িছিল, কোনোবাই কিবা ক'ব খুজিছিল। তাৰ কিন্তু কাৰো মুখলৈ চাবৰ শক্তি নাই। মাটিৰ লগত মিলি যাবৰ ইচ্ছা হৈছিল তাৰ। সি যেন দৌৰি যাব আৰু জেলত সোমাই জোৰেৰে দুৱাৰখন বন্ধ কৰি ক'ৰবাত লুকাই পৰিব!

"তই চিন্তা নকৰিবি। কালি-পৰহিৰ ভিতৰতে জামিনত খালাচ কৰি লৈ যামহি।"

বলিয়া বকিছে কোনোবাই।

"আজি ৰাতিয়েই আমি ডিষ্ট্ৰিক্ট জজৰ তালৈ যাম।"

"কি দৰকাৰ! মই জেললৈ যাওঁ। তহঁত য'লৈ যাব যা।"

সি এবাৰ আকাশৰ ফালে চালে। বেলি পৰি আহিছে।

পশ্চিমৰ গোটেই আকাশখন ৰঙা হৈ উঠিছে। ক'ৰবাত পশ্চিম আকাশৰ বুকুত জুই লাগিছে। আকাশ-পৃথিৱীজোৰা ৰঙা জুই— তীব্ৰ উজ্জ্বল, বেদনাময়। জুই লাগিছে ডাৱৰৰ পাহে পাহে, পৰ্বতৰ টিঙে টিঙে, বননিৰ শিৰে শিৰে। বলিয়া বনজুই গোটেই দিগন্তত লকলকাই জ্বলি উঠিছে আৰু এফালৰ পৰা সকলো পুৰি ছাই কৰি নিছে। জুয়ে পুৰি এৰি যোৱা ঠাইত ছাই পৰি গৈছে – ডাঠ ক'লা ছাই।

সি আহি জেলৰ লোহাৰ জপনাৰ মুখত ৰলহি। আকৌ এবাৰ সি বাহিৰ জগতখনলৈ চালে, আকাশৰ বুকুৰ জুইবোৰ শেষ হৈছে। পৰ্বতৰ টিঙত, গছৰ আগত, মেঘৰ বুকুত ৰাতিৰ আন্ধাৰ ছাঁ নামি আহিছে। ঘন কুঁৱলীয়ে পৃথিৱীখন সৰু কৰি পেলাইছে। তথাপি বাহিৰৰ এই পৃথিৱীখন ধুনীয়া। ইয়াৰ সেমেকা বায়ুত মুক্তিৰ নিশ্বাস আছে।

মাখন ঘূৰিল। তাৰ সন্মুখৰ লোৰ দুৱাৰখন মেল খালে। কোনেও একো নোকোৱাকৈ সি নিজেই ভিতৰ সোমাই গ'ল। নিষ্পাপ, নিষ্কলুষ পৃথিৱীখনক ৰক্ষা কৰিবৰ কাৰণে প্ৰতিষ্ঠা কৰা এই পশুশালাত সি নীৰৱে আশ্ৰয় ল'লে।

## ছয়ত্ৰিশ

ঘৰৰ ওচৰ পাওঁ পাওঁ হওতে প্ৰায় সমগ্ৰ দিনটোৰ নিস্তব্ধতা ভঙ্গ কৰি জোনাই প্ৰেমধৰক সুধিলে, "ইয়াৰ পিছত আৰু আহিব নেলাগে নহয়।"

"হোঁ? ওঁ। ইয়ালৈ আৰু নেলাগে। পিছে জজৰ ক'টলৈ লাগিব।"

"কেতিয়াকৈ যাব লাগিব?"

"চাৰিমাহ- ছমাহৰ পিছত –"

"ইমান দিন লাগিব নে?"

"ওঁ, জজ ঘূৰি ফুৰে। আহিলেহে মোকৰ্দমা লয়।"

আকৌ দুয়ো নীৰৱে আগবাঢ়িল। ৰাতি হৈ আহিল। কুঁৱলীও পৰিছে। ভাগৰে ধৰিছে, কাৰো কথা ক'বৰ মন নেযায়।

"তেখেতক পিছে ক'লৈ পঠিয়ালে?"

"কাক?"

"মাখনক –"

"জেল হাজোতলৈ –"

"কি, কি কৈছা?"

"কি কৈছোঁ আৰু। তই জানো দেখা নাই। পুলিচে লৈ গৈছে!"

"জেললৈ – ফাটেকলৈ নিছে?"

প্ৰেমধৰে একো নেমাতিলে।

"কিন্তু গোসাঁই উকীলে যে মোক কৈছিল এইদৰে ক'লে তেওঁৰ একো নহয়, মাষ্টৰৰহে দায় হ'ব!"

"ওঁ –"

হঠাৎ তাই ৰৈ গ'ল।

"বল, কি হ'ল?"

"মই তোমাৰ লগত নেযাওঁ –"

"কি?"

"তোমালোকে, সকলোৱে কেলেই মোক মিছা কথা ক'লা – তেওঁক কেলেই ফাটেকলৈ নিলে?"

"বল, বল ৰাতিখন বাটত চিঞৰ-বাখৰ কৰিব নেলাগে। তই নিজমুখে কৈছ। তোৰ কথা মতেহে –"

"মোৰ কথা মতে –। মোৰ কথাতো কোৱা নাই, গোসাঁই উকীলে যি কৈছে, যি শিকাই দিছে –"

"এতিয়া আৰু সেইবোৰ গালে কি হ'ব। হাকিমে তই কোৱা কথা সকলো লিখি লৈহে ৰায় দিছে।"

জোনা বহি দিলে!

"গাটো বেয়া লাগিছে নেকি?"

ক্রুদ্ধ জোনাই আন্ধাৰৰ মাজেদিয়ে তালৈ তীব্রভাৱে চালে। সি চুপ্ হৈ গ'ল। জোনাৰ মনৰ অৱস্থা বুজিবৰ চেষ্টা প্রেমধৰে কৰা নাই। তাইৰ দেহাৰ অৱস্থা লৈহে সি চিন্তিত! অলপ ভয়ে ভয়ে সি ক'লে, "ৰাতি হৈ আহিছে, ব'ল, উঠ।"

"মই নেযাওঁ – যোৱা –" তাইৰ মাতটো স্থিৰ। প্রেমধৰ অলপ বিব্রত হৈ পৰিল। অলপ ভয়ো খালে পেটে পেটে। হঠাৎ তাইৰ কি হ'ল আকৌ?

"নগৈ বাটতে বহি থাকিবি নে এতিয়া?"

তাই একো নেমাতিলে। খণ্ডত তাই ফোপাইছে। তাই কান্দিলেও নেকি?

নিৰুপায়ৰ দৰে মিনতিৰ সুৰত প্রেমধৰে ক'লে, "যি হৈছে হৈছে। এনেকুৱা গাৰে ৰাতিৰ কাল এনেকৈ বাটত বহি থকা ভাল নহয়। উঠ আকৌ –"

আন্ধাৰৰ মাজেদিয়ে জোনাই আকৌ এবাৰ তাৰ ফালে চালে। অলপ পৰ নিশ্চল হৈ বহি থাকিল। তাৰ পিছত লাহে লাহে বহাৰ পৰা উঠিল।

বাকী বাটডোখৰত কোনেও এষাৰ কথাও নক'লে। নীৰৱে আহি দুয়ো ঘৰ সোমালহি। লেমৰ পোহৰত ভয়ে ভয়ে এবাৰ জোনাৰ মুখলৈ চাই প্রেমধৰে দেখিলে, তাইৰ চকুৱে-মুখে খং আৰু বিৰক্তি ফুটি উঠিছে। কথা ক'বলৈ তাৰ ভয় লাগিল।

গা ধুই আহি সি দেখিলে, গাৰুত মূৰ গুজি তললৈ মূৰকৈ জোনা শুই আছে আৰু ফোপাইছে! একো নকৈ সি জুইকুৰা ধৰিলে, তাৰ পিছত এটোপা চাহপানী তপতালে।

গৰুকেইটা নবন্ধাকৈ আছিল। সিহঁতক দি এবাৰ চাই আহিল। তাৰ বৰ চিন্তা লাগিল। জোনাজনীৰ আজি আকৌ কি হ'ল? তাই ভালহে পাব লাগিছিল। গোলাপ পলাই ফুৰিছে। মাখন ধৰা পৰিছে। ইয়াত খং খাবলগীয়া কি আছে। মাখন পৰিছে যেতিয়া গোলাপো পৰিব পাৰে। ক'তনো সাৰিব? কিমান দিন পলাই থাকিব?

সি ভিতৰলৈ আহি জোনাক আগৰ দৰেই পৰি থকা দেখি পিঠিত হাতখন দি মাতিলে, "বহচোন, চাহপানী এটোপা খা।"

তাই তাৰ হাতখন এচাৰ মাৰি গাৰ পৰা আঁতৰালে, আৰু চিঞৰিয়ে ক'লে, "মই একো নেখাওঁ। মই ইয়াত নেথাকোঁ। মই গুচি যাম। য'লকে-তল'কে গুচি যাম। ইহঁতে মোক মাৰি পেলাব। উঃ!"

তাইক কথা কৈ থাকিবলৈ দি প্ৰেমধৰে এবাটি চাহ বাকিলে, আৰু তাইলৈ আগবঢ়াই দি ক'লে, "পানীটোপা খাই ল –"

জোনাই প্ৰেমধৰলৈ চালে। এই অদ্ভুত, সহজ মানুহটোলৈ হয়তো তাইৰ অলপ মৰম লাগিল। একো নকৈ তাই চাহ-বাটি পি খাব ধৰিলে।

প্ৰেমধৰ যেন অলপ আশ্বস্ত হ'ল। সি ভাত ৰান্ধিবৰ আয়োজন কৰিলে।

জোনাই আকৌ বিছনাত দীঘল দিলে। তাই একো ভাবিব পৰা নাই। কাছাৰী-ঘৰৰ মানুহে ঠাহ খাই খেটি থকা এজ্‌লাচখনত হাকিম-উকীল, পেছকাৰ সকলোৰে আগত থিয় হৈ আজি তাই নিজ মুখেৰে এনেকুৱা অশ্লীল কিছুমান কথা কৈ দিলে, যিবোৰ কথা তাই পৃথিৱীৰ কোনো মানুহক ডিঙি কাটি দিলেও ক'ব নোৱাৰে।

"মই কি হৈ গ'লো! মোক পশু কৰি পেলালে। সেই চুচুক-চামাৰকৈ হাঁহি থকা নিলাজ ডাক্তৰটো। বগা কাপোৰ পিন্ধা ছোৱালীজনী আগতে থিয় হৈ আছিল। সেই ঠেক বিছনাখনতে মোক শুৱাই দিলে। তাৰ পিছত – ছিঃ ছিঃ ডাক্তৰ হ'লে ইমান নিলাজ হ'ব পায় নে? একেবাৰে নিলাজ।

আৰু সেই সোলা বুঢ়া উকীল। তেওঁৰ কোঠালিটোত বহুৱাই লৈ মোক ইমান বেয়া কথাবোৰ ক'বলৈ শিকাই দিলে। ইমান লাজ লগা, ইমান জঘন্য বেয়া কথা!

আৰু সেইবোৰ কথাকে মই হাকিমৰ আগত কৈ দিলোঁ নে? কেনেকৈ ক'লোঁ। কোন মুখে ক'লোঁ? মোক মানুহবোৰে কি ভাবিছিল? তেখেতে কি ভাবিছিল?

সকলো মিছা কথা! একেবাৰে সাজি কোৱা কথা! তেখেতক পুলিচ দুটাই জেললৈ লৈ গ'ল– জেললৈ।

জোনা বহি দিলে। ভাতৰ চৰুৰ তলৰ জুইকুৰা বঢ়াই দি প্ৰেমধৰ বহি আছে, চিন্তিতভাৱে। অপ্ৰত্যাশিতভাৱে তাই সুধিলে, "তেখেত তাতেই থাকিব নেকি?"

"হোঁ – কি?" অলপ উচাপ্ খাই প্ৰেমধৰে জোনালৈ চালে। জোনাই একেথৰে তাৰ মুখলৈ চাই থাকিল। প্ৰেমধৰ বহি আছে– এটা অমানুহ, এটা একেবাৰে সাধাৰণ প্ৰাণী! হয়তো প্ৰেমধৰৰ অনুভূতি শক্তি, বিবেচনা শক্তি একোৱেই নাই। যাঃ, এইটো মানুহৰ লগতনো কোনোবাই ঘৰ কৰি থাকে নে?

জোনাই মূৰৰ ওপৰৰ বৰ-চাংখনৰ ফালে চালে। এলাণ্ডুৱা চাংখন! তাইৰ অলপ বিমৰ্ষ লাগিল। নিজকে তাই ক'লে, "নাই নাই, ইয়াত মই কেতিয়াও থাকিব নোৱাৰোঁ। মই ক'ৰবালৈ গুচি যাম, ক'ৰবাত থাকিমগৈ। ইয়াত নেথাকোঁ, ইয়াত থাকিব নোৱাৰোঁ। উঃ –"

"কি হ'ল? কি হৈছে?" অলপ উদ্বিগ্নভাৱে কাষলৈ আহি প্ৰেমধৰে সুধিলে।

"একো হোৱা নাই। তুমি সিকোঠালিৰ ওপৰত চাণ্ডত পঘা এডাল বান্ধি দিয়াচোন —"

প্ৰেমধৰ ব্যস্ত হৈ উঠিল, "কি?"

"একো নহয়— আইকণকে, দেবেনৰ মাককে মাতি আনাগৈচোন —"

প্ৰেমধৰ বিব্ৰত আৰু ব্যস্ত হৈ পৰিল। সি বেগাবেগীকৈ ঘৰৰ পৰা ওলাই গ'ল।

## সাতত্ৰিশ

"আকৌ আপোনালোক ইয়ালৈ আহিব নহয়?" ষ্টেচনৰ প্লেটফৰ্মৰ একাষত ৰৈ গোলাপে মইনা আৰু ধনাইৰ মধ্যস্থাতে সুধিলে।

"নাহিলে ৰক্ষা আছে নে? আপুনি কিন্তু আমাক বহুত সহায় কৰিলে। শৰ্মাৰো বৰ উপকাৰ কৰিলে। পঞ্চাশ হেজাৰ টকাৰ বিল পাছ কৰাই ল'লোঁ। তোক কিবা দিলে নে? কিমান দিলে মইনা?"

ধনায়ে মইনাৰ ফালে চালে। একো নেমাতি মইনাই তলমূৰ কৰিলে।

গোলাপে পোনপটীয়াভাৱেই দুয়োলৈকে চাই ক'লে, "তুমি এইবোৰ এৰি দিয়া মইনা! এইৰকমে হ'লে তুমি বেছিদিন বাচি নেথাকিবা। অন্য কিবা কৰি খোৱা —"

মইনাই ক'বলৈ নৌপাওতেই ধনায়ে ক'লে, "এৰা ময়ো কওঁ, মইনাই এইবোৰ এৰি পেলোৱাহে ভাল। পিছে এৰি দিলে চলিবৰে উপায় নাই নহয়। আৰু এতিয়া তাইক কোনোৱে ঠায়ো নিদিয়ে।"

"আমাৰ লগত আপুনি ভালেমান দূৰ আহিল। আপুনি যাওকগৈ —" মইনাই ক'লে।

"এৰা যাওঁ। এইদৰে মিলিটাৰী কেম্পলৈ আৰু তুমি নাহিবা মইনা —" উপদেশ দিয়াৰ সুৰত গোলাপে ক'লে।

মইনাই আকৌ তলমূৰ কৰিলে। মিলিটাৰী কেম্পতে খাকী কাপোৰ পিন্ধি থাকিলেও কিছুমান মানুহ একেবাৰে মিলিটাৰী নহয়। কিছুমান মিলিটাৰী মানুহে দূৰেদি কোনোবা ছোৱালী যোৱা দেখিলেও অসভ্যভাৱে চিঞৰে, অশ্লীল কথা কয়, হাত-বাউল দিয়ে, কেনেবাকৈ এজনী ছোৱালী সিহঁতৰ মাজত আহি ওলালে উত্ৰাৱল হয়, উচ্ছৃংখল হয়, কিন্তু এই নাহৰ হাজৰিকা একেবাৰে বেলেগ মানুহ। সি কঠিনভাৱে ধনাই আৰু মইনাক খেদাই দিব পাৰিলে, ধনাইক টান কথা শুনাব পাৰিলে, মইনাকো অন্য পথ ল'বলৈ ক'ব পাৰিলে। মইনাৰ বিষয়ে জানিও তাইৰ অৱস্থাৰ সুযোগ গ্ৰহণ কৰিবৰ চেষ্টা নকৰি, সি কঠিন হৈ দিব পাৰিলে। মইনাৰ তাৰ প্ৰতি শ্ৰদ্ধা হৈছিল। মইনাই তাৰ মুখলৈ চালে, তাৰ পিছত সুধিলে, "আপুনি ঘৰলৈ কেতিয়া যাব?"

"ক'লৈ? ঘৰলৈ? ঘৰলৈ যাবলৈ মোৰ ঘৰেই নাই। আৰু —"

সিহঁতে কথা পাতিবলৈ লোৱা দেখি ধনাই অলপ আঁতৰি গ'ল। ৰেল আহিবলৈ এতিয়াও অলপ পলম আছে। ৰাতি চাৰে দহ বজাতহে ৰেলখন আহি পাবহি। যুদ্ধৰ দিনত ৰেলৰ সময় ৰক্ষাৰ কোনো নিয়ম নোহোৱা হৈছে।

মইনাই তাৰ কথালৈ কাণ দিলে।

"আৰু মোৰ কোনো নায়ো –"

"কোনো নাই?"

"এৰা, কোনোবা আছে যদিও মই আৰু সিহঁতৰ ওচৰলৈ যাব নোৱাৰোঁ।"

মইনা মনে মনে থাকিল। এইবোৰ কথাৰ ভাগ তাই নিবিচৰাই ভাল। অচিনাকি হ'লেও আৰু অবাঞ্ছিত হ'লেও সি তাইক দুবাৰ আশ্ৰয় দিছে। এইবাৰ আহোঁতে তাই ভয় কৰি আহিছিল, কিজানি তাইক আৰু ধনাইক দেখি গোলাপে দুৱাৰ বন্ধ কৰি দিয়ে। হয়তো কৰিলেওহেঁতেন, কিন্তু তাই দেখিয়ে নকৰিলে।

দুয়ো কিছুপৰ মনে মনে থাকিল। ভালেমান আঁতৰত গৈ নিৰ্বিকাৰভাৱে ধনায়ে চিগাৰেট হুপিছে।

হঠাৎ গোলাপৰ মনত জানো কি খেলালে। সি ক'লে, "তুমি নগ'লে নহয় নে?"

গোলাপৰ কথাখিনি মইনাই যেন একো বুজা নাই। তাইক দেখিয়েই খেদাই দিব খোজা মানুহটো হঠাৎ পৰিবৰ্তন হৈ গ'ল নে? অসম্ভৱ!

"কি কৈছে?"

সহজভাৱে আৰু গহীনকৈ গোলাপে ক'লে, "তুমি আজি ৰাতিটো থাকি যোৱা।"

বিস্ময়েৰে তাই তাৰ মুখলৈ চালে। টিমিক-ঢামাককৈ জ্বলা ব্ৰেক-আউটৰ শ্বে'ড দি থোৱা প্লেটফৰ্মৰ লাইটৰ পোহৰত তাই দেখিলে গোলাপৰ গহীন আৰু চিন্তাশীল মুখখন।

বহুতেই তাইক ৰাতিটো থাকি যাবলৈ কয়। বহুতেই তাইক ৰাতিটো ৰাখে। তাই তাত কোনো বিশেষত্ব দেখা নেপায়। কিন্তু গোলাপেও তাইক কিয় ক'লে সেইদৰে? হয়তো নিঃসঙ্গ মনৰ সাময়িক দুৰ্বলতা।

মইনাই দূৰত চিগাৰেট হুপি থকা ধনাইৰ ফালে চালে। সেই চয়তানটোৰ কোনো অভিসন্ধি নহয়তো। যেই হওক তাইৰ নাহকক ধ্বংসৰ পথৰ পৰা ৰক্ষা কৰিব।

দৃঢ় মাতেৰে তলমূৰ কৰি মইনাই ক'লে, "মই বৰ বেয়া ছোৱালী ককাইদেউ ..."

অকণো অপ্ৰস্তুত নহৈ গোলাপে ক'লে, "সেই কাৰণে নহয় –"

লাজ পাব নজনা হৈ আহিছে যদিও যেন নিজৰ নীচ মনোবৃত্তিৰ কাৰণে মইনাই ভীষণ লাজ পালে। তাৰ নিশ্চয় অন্য কিবা উদ্দেশ্য আছে। তাই চেষ্টা কৰি সহজ হ'ল আৰু ক'লে, "কি কথানো ৰাক?"

"বহুত কথা, ইয়াত সেইবোৰ ক'ব নোৱাৰোঁ। আৰু দেখিছা নে আমি ইয়াত কথা পতা দেখি মানুহবোৰে আমালৈ কেনেকৈ চাই আছে!"

"যদি সঁচাকৈয়ে কিবা দৰকাৰ আছে, তেন্তে থাকিম বাৰু। পিছে ধনাই –"

"তাক পঠিয়াই দিম –"

"কিন্তু মোক এৰি থৈ সি কেতিয়াও নেযায়।"

গোলাপে একো নক'লে। ৰেল অহাৰ ঘণ্টা বাজিল। ধনাই কাষ চাপি আহিল।

"চাওক –" গোলাপে ধনাইক মাতিলে।

"মই কিজানি সোনকালে ইয়াৰ পৰা যাম। ক'লৈ যাওঁ ঠিক নাই। গতিকে ইয়াৰ পিছত আহিলে আপোনালোকে মোক নেপাবহিও পাৰে।"

আজি ৰাতি থাকি যাবলৈ কোৱাৰ কোনো উল্লেখ নকৰা দেখি মইনাই অলপ ৰহস্য অনুভৱ কৰিলে। হয়তো গোলাপৰ বাহুৰ মাজত ধৰা দি তাই আনন্দই পাব। কিন্তু তাই দৃঢ়-প্ৰতিজ্ঞ– গোলাপক তাই বাধা দিব, তাক অন্যাৰ স্তৰলৈ নামি যাবলৈ তাই নিদিয়ে।

ৰেল আহি প্লেটফৰ্মত ৰ'লহি। গোলাপে ক'লে, "বেছি সময় নৰয়। উঠা মইনা ৰেলত উঠা –" তাৰ কথাত মইনা আৰু বেছি বিস্মিত আৰু হতাশ হ'ল। নাহৰৰ আজি মতিভ্ৰম হৈছে নেকি? নে তাইক এনেয়ে জুখি চালে?

মইনা ৰেলত উঠিল। লগে লগে ধনায়ো উঠিল। কম্পাৰ্টমেণ্টটো মানুহেৰে ঠাহ খোৱা। থিয় হ'বৰে ঠাই নাই।

গোলাপে উঠি চালে। নাই, ইয়াত মানুহ যাব কেনেকৈ? "অন্য ক'ৰবাত ঠাই আছে নে চাওঁ ৰ'বা। ইয়াত কেনেকৈ যাবা?"

"নামি যাওঁ নেকি?" ধনায়ে সুধিলে।

"আহাচোন বাৰু, আহা মইনা –"

সিহঁতে অলপ খালী কম্পাৰ্টমেণ্ট বিচাৰিবলৈ ধৰিলে। এটা অলপ খালী যেন দেখি গোলাপে ধনাইক ক'লে, "এইটোত ঠাই থাকিব পায়, উঠাচোন –"

ধনাই উঠি কম্পাৰ্টমেণ্টটোৰ ভিতৰলৈ সোমাল। তাতো মানুহ ঠাহ খোৱা। ঠাই বিচাৰি কুৰুকি কুৰুকি সি মাজ পালেগৈ। তাতে অকমান ঠাই আছে।

গোলাপ আৰু মইনা মাটিতে ৰৈ থাকিল।

হঠাৎ ৰেলখনে এটা হুইচেল দিলে। লগে লগে গাড়ী এৰি দিলে। ধনায়ে গাড়ীৰ ভিতৰৰ পৰাই মানুহৰ মাজৰ পৰাই বিকট চিঞৰ মাৰিলে, "মইনা, মইনা –"

ৰেলৰ গতি খৰ হ'ল, ইঞ্জিনৰ শব্দ বেছি, হ'ল, পেচেঞ্জাৰৰ কোৰালৰ মাজত ধনাই ডিঙিৰ মাত অস্পষ্ট হৈ আহিল।

অলপ পৰ গুচি যোৱা ৰেলখনৰ ফালে চাই থাকি গোলাপ আৰু মইনা লাহে লাহে ষ্টেচন এৰি তাৰ কেম্পলৈ নীৰৱে খোজ ল'লে। ডেৰ মাইল যাব লাগিব।

কেউপিনে ব্ৰেক-আউটৰ আন্ধাৰ। দিনটো পৰিশ্ৰম কৰি ক্লান্ত হোৱা মানুহবোৰ হয়তো কেম্পে কেম্পে শুই পৰিছে। ক'তো লেম-চাকিৰ পোহৰ নাই।

গোলাপৰ পিছে পিছে আহি মইনা তাৰ ঘৰ সোমালহি। গোলাপে দুৱাৰখন বন্ধ কৰিলে। তাৰ পিছত লেমটো জ্বলালে। লণ্ঠনৰ চিম্‌নিটো ময়লা হৈ আছে। পোহৰবোৰ বৰ দুৰ্বল।

মইনা অলপ বিস্ময় আৰু সঙ্কোচেৰে থিয় দি থকা দেখি গোলাপে তাইলৈ নোচোৱাকৈয়ে ক'লে, "বিছনাতে বহা –"

মইনাই একো নক'লে। তাই মাথোন বুজিব নোৱাৰা চাৱনিৰে তাৰ গম্ভীৰ মুখখনলৈ চাই থাকিল। বুজিবৰ চেষ্টা কৰিলে, আজি তাৰ এইবোৰ কৰাৰ উদ্দেশ্য কি?

সি ৰান্ধনি-চালিখনৰ তললৈ গ'ল আৰু কিবা ঘুটুং-ঘাটাং কৰিব ধৰিলে। মইনাও তাৰ পিছতে গৈ ৰান্ধনি-ঘৰৰ দুৱাৰ মুখত থিয় হ'ল।

দুয়ো লগ লাগি ভাত ৰান্ধিলে আৰু নীৰৱে খালে। মইনাই ভয়ো খোৱা নাছিল, কিন্তু তাই অনুভৱ কৰিছিল এটা বিস্ময় আৰু কৌতূহল। গোলাপ আজি অসম্ভৱ ৰকমে মনে মনে আছে। তাৰ মুখখন দেখি বুজিব নোৱাৰি তাৰ মনৰ ভাব কি। খং উঠিবৰতো কোনো কাৰণ নাই। আজি ৰাতিটোৰ ভিতৰত ধনাই ঘূৰি আহি ওলাবহি নোৱাৰে। হয়তো কাইলৈ তাইক বিচাৰি ওলাবহি। আজি ৰাতি তাই গোলাপৰ ঘৰতে থাকিব। গোলাপৰ লগতে থাকিব। গোলাপে বিচাৰিলে তাইৰ নিদিবলগীয়া একো নাই। তাইৰ বাধা দিবৰ শক্তিও নাই, প্ৰয়োজনো নাই। তথাপি গোলাপটো ইমান গহীন হৈ আছে কিয়?

ভাত খাই উঠি আহি দুয়ো বহিলহি। মইনা গোলাপৰ চাপৰ বিছনাখনতে বহিল। গোলাপ বহিল তাৰ চকী কৰি লোৱা কাঠৰ বাকচটোৰ ওপৰত। একাষে লেমটো দুৰ্বলভাৱে জ্বলি আছে। দুয়ো যেন কিবা এটা ক'ব খুজিছে, কিন্তু ক'ব পৰা নাই। কিছুপৰৰ অস্বস্তিকৰ নীৰৱতাৰ পিছত গোলাপে ক'লে, "মইনা –"

"কি?"

"ধনায়ে তোমাক বিচাৰি আহিব নহয়?"

"আহিব কিজানি। পিছে আজি আৰু নোলায়হি।"

"সি আহিলে তুমি গুচি যাব লাগিব নহয়?"

"নহ'লেনো কি কৰিম। সিয়ে লৈ ফুৰাইছে। তাৰ লগতে আছোঁ আৰু –"

অলপ পৰৰ নিস্তব্ধতা।

"তুমি যে এই ৰকমে ফুৰিছা, তোমাৰ বেয়া নেলাগে নে?"

মইনাই তলমূৰ কৰিলে।

অলপ পৰৰ মূৰত তাই ক'লে, "প্ৰথমতে মোৰ মৰি যাম যেন লাগিছিল, আজিকালি একো নেলাগে, একো অনুভৱ নকৰোঁ।"

"একো অনুভৱ নকৰা?" গোলাপে তাইৰ মুখলৈ চালে।

"কিটোনো অনুভৱ কৰিম, আৰু মোৰ অনুভৱ কৰালেনো কোনে কাণ দিব?"

"এনেকৈ থাকিলে তুমি যদি মৰি যোৱা?"

"মৰিম আৰু –"

ভালেমান পৰ দুয়ো মনে মনে থাকিল। মইনাই বুজিবৰ চেষ্টা কৰিলে, এই কথাবোৰ গোলাপে তাইক কিয় সুধিছে। সিতো এইবোৰ কথা এনেয়ে বুজি পায়। এইদৰে মিলিটাৰী কেম্পে কেম্পে অচিনাকি মিলিটাৰী চিপাহীৰ ভোগৰ আহুতি হৈ হৈ এদিন তাই ধ্বংস হৈ যাব। এতিয়াও তাইৰ গোটেই গাত বিষ, তাইৰ মূৰ ঘূৰায়, তাইৰ হাড়বোৰ জোৰাই জোৰাই কণ্‌কণীয়া বিষ। মাজে মাজে তাইৰ বুকুৰ ভিতৰখন বিষায়। তথাপি ৰক্ষা নাই। নমৰা পৰ্যন্ত তাই নিজৰ দেহাটো বেচি বেচি জীয়াই থাকিব লাগিব। কোনো কোনো মিলিটাৰী অফিচাৰে তাইক একোগিলাচ মদ খাবলৈ দিয়ে। কিন্তু সদায় মদ খাবলৈ তাইৰ পইচা নাই। হয়তো, মদ খাব পাৰিলে গাৰ বিষ কিছু কম হ'লহেঁতেন !

হঠাৎ গোলাপে সুধিলে, "তোমাৰ হাতত কিমান পইচা আছে –?"

"পইচা? জানো ডেৰশমান টকা থাকিব পায়।"

গোলাপ বহাৰ পৰা উঠিল আৰু বিছনাৰ তলৰ পৰা তাৰ চুটকেচটো টানি উলিয়ালে। চুটকেছটো খুলি সি চিগাৰেট-টিং এটা উলিয়াই মইনালৈ দলি মাৰি দিলে।

"কি আছে চোৱাচোন –"

একো নকৰি মইনাই টিংটো হাততে লৈ থাকিল।

গোলাপে টিংটো খুলিলে। তাৰ ভিতৰত ভালেকেইখন দহ-টকীয়া ন'ট ভাঁজ কৰি সুমুৱাই থোৱা আছে।

মইনাই তাৰ চকুলৈ অবুজভাৱে চালে। গোলাপে তাইক পইচা দিব খুজিছে নেকি? পৃথিৱীৰ সকলোৰে পৰা পইচা ল'লেও তাই গোলাপৰ পৰা পইচা ল'ব নোৱাৰে।

এইবোৰ সি মইনাৰ আগতে বিছনাতে দলি মাৰি থলে।

"সেয়া মোৰ দৰমহাৰ পইচা। ইয়াত মোৰ এক পইচাও খৰচ নহয়। ৰেশ্যন পাওঁ কাপোৰ-কানিও দিছে আৰু মই ক'লৈকো নেযাওঁ।"

মইনাই শুনি গ'ল।

"তোমাৰ টোপনি আহিছে নেকি?"

"অলপ অলপ আহিব খুজিছে। কেইবাদিনো ভালকৈ শুবলৈ পোৱা নাই নহয়?"

"তেন্তে শুই থাকা। অ' ৰবা।"

গোলাপে বিছনাত পৰি থকা ন'টবোৰ বুটলি ল'লে, তাৰ পিছত ক'লে, "এই টকাবোৰ তুমি লৈ যোৱা।"

"মই লৈ যাম? কিয়?"

"মোৰ পইচাৰ কোনো দৰকাৰ নাই।"

"পইচাৰ দৰকাৰ নাই?"

"ওঁ, মোৰ কোনো খৰচো নাই, দিবলৈও কোনো নাই। তোমাৰ পইচাৰ বহুত দৰকাৰ, এইখিনি লৈ যাবা। সাতশমান টকা আছে –"

নিৰ্বাক বিস্ময়ত মইনাই তাৰ মুখলৈ চালে। তাইৰ তাক একেবাৰে নুবুজা যেন লাগিল। গোলাপে তলমূৰ কৰি কিবা ভাবিছে।

"তোমাৰ পইচাখিনি মোক কিয় দি দিছা?" মইনাৰ যেন গোলাপলৈ মৰম লাগিল। তাই তাক 'তুমি' বুলি মতাত কোনো অপৰাধ নহ'ব বুলি অনুভৱ কৰিলে।

"কালিলৈ তুমি যাবাগৈ। ধনায়ে বিচাৰি নাহিলেও ৰেলত তুলি দিলে তুমি যাব পাৰিবা নহয়?"

মইনাই শুনি গ'ল।

"কাইলৈ ময়ো ইয়াৰ পৰা যামগৈ।"

"কিয়?"

"এনেয়ে। ইয়াত থাকি আৰু ভাল লগা নাই –"

"ক'লৈ যাবা?"

"অন্য কোনোবা কেম্পলৈ, অন্য ঠাইলৈ –"

মইনাই ক'বলৈ একো বিচাৰি নেপালে।

"মইনা –?"

"কি?"

"তোমালৈ যদি কোনোবাই এনেয়ে মাহে পঞ্চাশ টকাকৈ ৰূপ পঠিয়াই থাকে, তুমি ভালকৈ চলিব পাৰিবা নহয়?"

"কুৰি টকামানেই মোৰ এমাহ যায়।"

"তুমি ক'ৰবাত অকলে থাকিব নোৱাৰা নে? মানে ধনাইৰ পৰা দূৰত?"

"কাৰ লগতনো থাকিম?"

"ওঁ –"

আকৌ ভালেমান পৰৰ নিস্তব্ধতা। ৰাতিটো গভীৰ হৈছে। বাহিৰৰ জগতখনত আন্ধাৰবোৰ ডাঠ হৈ পৰিছে। বন্দুকধাৰী চেন্ট্ৰী কিছুমানৰ বাহিৰে আৰু কোনো সাৰ পাই থকা নাই।

হঠাৎ যেন গোলাপে সাৰ পালে। "অ' বহুত ৰাতি হ'ল, তুমি শোৱা।"

"আৰু তুমি?"

"মোৰ হ'ব বাৰু।"

মইনাই তাৰ চকুলৈ চালে। অৰ পিছত লাহে লাহে ক'লে, "তুমি কি কৰিছা, কি কৈছা আজি মই একো বুজিবই পৰা নাই।"

"বুজিব নাই পৰা, নহয়?"

"ওহোঁ –"

"চোৱা মইনা, এষাৰ কথা ক'বৰ কাৰণে মই আজি তোমাক ৰাখিলোঁ।"

"কি কথানো?"

"শুনিবা জানো?"

"কিয় নুশুনিম –!"

"জানা মইনা, ময়ো তোমাৰে নিচিনা –"

"জানো কি কৈছা?"

"মোৰ নাম নাহৰ নহয় –"

"কি?"

"ওঁ, মোৰ নাম গোলাপ।"

"গোলাপ? তেন্তে নাহৰ হ'ল কেনেকৈ?"

"বহুত কথা, বাৰু কওঁ শুনা –"

মইনাই নীৰৱে শুনি গ'ল, লাহে লাহে গোলাপে কৈ গ'ল। বহুত কথা, জোনাৰ কথা, মাখনৰ কথা, পুলিচৰ কথা। সি ইয়াত ছদ্মনামে পলাই থকাৰ কথা।

তাৰ কথা শেষ হলত অজস্ৰ বিস্ময় লৈ মইনাই তাৰ চকুলৈ চালে। সি সৰুকৈ হাঁহিলে।

তাৰ পিছত ক'লে, "নহয় জানো ময়ো তোমাৰে নিচিনা?"

"পিছে এতিয়া কি কৰিবা?"

"এতিয়া কি কৰিম, মই ঠিক কৰি পেলাইছোঁ। মই খবৰ পাইছোঁ মাখনক তিনি দিন হাজোতত থকাৰ পিছত জামিনত নিলে। চেচন্চ কে'চ হৈছে। পিছে অলপ দিন লাগিব। হয়তো অহা জেঠমানতে হে হ'ব।"

"আৰু তুমি কি কৰিবা?"

"ধৰা দিম। মাখনৰ অবাৱতে বহুত লটি-ঘটি আৰু অপমান হ'ল। মই পলাই নুফুৰা হ'লে তাৰ একো নহ'লহেঁতেন! মোক ধৰা পেলাব নোৱাৰি তাকেই আচামী কৰিছে।"

"তোমাৰ কথাবোৰ মোৰ বুজিব নোৱাৰা যেন লাগিছে। এতিয়া পিছে তুমি ধৰা দিলে কি লাভ হ'ব?"

"মাখন বাচি যাব, জোনাৰো হয়তো মনটো ঘূৰি যাব। নুঘূৰিব নে বাৰু?"

এতিয়াও জোনাৰ ওপৰত থকা তাৰ আস্থাখিনিৰ কাৰণে হয়তো তাইৰ তাঁলৈ পুতৌ জন্মিছিল। তাই মনে মনে থাকিল। গোলাপো বহুত পৰ মনে মনে থাকিল। তললৈ মূৰ কৰি কি জানো ভাবিছে গোলাপটোৱে। তাৰ মুখখন বেদনাক্লিষ্ট, কৰুণ!

এইবাৰ মইনাই ক'লে, "ককাইদেউ –"

"হোঁ –"

"তোমাৰ টোপনি আহিছে নেকি?"

"ওঁ – নাই অহা –"

"আহিছে, আহিছে, আৰু তুমি বৰঁকে কিবাবোৰ ভাবি আছা আজি, আহা শুই থাকাহি।"

"যদি জোনাই অন্য ৰকম কথা কয়, তেন্তে মোক জেল দিব। দহ বছৰমান দিব কিজানি! বেছিও দিব পাৰে, কমো দিব পাৰে। সাত শ টকাৰে দহ বছৰ চলিব জানো? মাহে ৫০ টকাকৈ পঠিয়াই থাকিব পৰা হ'লে– কিন্তু জেলত থাকিলে ক'ৰ পৰা পইচা পঠিয়াম?"

তেনেই সৰু মাতেৰে, তলমূৰ কৰি নিজকে কোৰাদি গোলাপে গুণ্‌গুণাই কৈ গ'ল–

"ময়ো তোমাৰ নিচিনা, সকৰে পৰা বহুত অন্যায় কৰি ফুৰিছোঁ, বহুত পাপ কৰিছোঁ। জোনাই কিন্তু মোক ভাল পাইছিল। মোৰ লগতে তাই বহুত কষ্ট কৰিলে। মাখনটোই আকৌ মিছাতে অপমান পাইছে, সি অদ্ভুত ল'ৰা –।"

ক্ৰমে গোলাপৰ কথাবোৰ অস্পষ্ট আৰু সৰু হৈ আহিল। তাৰ টোপনি আহিছে কিজানি।

মইনা বিছনাখনৰ পৰা নামি আহিল। তাৰ কাষত ৰ'ল আৰু মাতিলে, "ককাইদেউ –"

"হোঁ, কি?"

"উঠা, তুমি শুই থাকা, তোমাৰ ইমান টোপনি আহিছে!"

"এৰা মোৰ বৰ টোপনি আহিছে। মই বাৰু শুম, তুমি শুই থাকা মইনা। তোমাৰ বহুত দিন টোপনি নাই –"

"আৰু তোমাৰোতো বহুত দিন টোপনি নাই, তুমি শোৱা, আহা –"

সি মূৰ দাঙি তাৰ কাষত থিয় দি থকা মইনাৰ মুখখনলৈ চালে। তাৰ চকু দুটা টোপনিত আধা-মুদ খোৱা। মইনাই তালৈ একেথৰে চাই আছে। তাইৰ চকুত বহুত কোমল চেনেহ– তাই দেখিবলৈ বৰ ধুনীয়া। তাই শান্ত, ক্লান্ত মুখখনত ভৰি আছে বহুত বেদনাৰ স্বাক্ষৰ। আজি ৰাতি তাই বাৰাঙ্গনা নহয়, তাই এজনী ভনী, এজনী বাই, এজনী মহীয়সী নাৰী।

গোলাপ বহাৰ পৰা উঠিল আৰু ক'লে, "মই বাৰু ইয়াতে বিছনা কৰি শুম, তুমি মোৰ বিছনাতে শুই থাকা– বাৰু মইনা?"

"হোঁ?"

"জেল যদি দিয়ে, কেইবছৰমান দিব বাৰু?"

মইনাই গোলাপৰ হাত দুখন সাবটি ধৰিলে।

"ককাইদেউ –"

"কি?"

"এষাৰ কথা কওঁ শুনিবা?"

"কি?"

"তুমি ধৰা দিব নেলাগে –"

"নহয়, নহয়, সেইটো ডাঙৰ অন্যায় হ'ব। মই দোষ কৰিছোঁ, মই পাপ কৰিছোঁ, তাৰ কাৰণে জানি-শুনিও অন্যক শাস্তি ভুগিবলৈ এৰি দিলে ডাঙৰ পাপ হ'ব।"

মইনাই একো নক'লে।

গোলাপ বিছনাতে বহিল। তাৰ পিছত ক'লে, "মোৰ মনেৰে দহ বছৰৰ বেছি জেল নিদিয়ে। তুমি এটা কাম কৰিবা। মোৰ টকাখিনি লৈ যোৱা। মোৰ পইচাৰ কোনো দৰকাৰ নাই, জেলত আকৌ পইচা কেলেই? ধনাইৰ ওচৰত নেথাকিবা। ক'ৰবাত অন্য ঠাইত থাকাগে। কিবা এটা ভাল কাজ-কাৰবাৰ কৰি খাবা। এইবোৰ বেয়া কাম কৰিব নেলাগে আৰু। আৰু মই যদি সোনকালে জেলৰ পৰা ওলাই আহোঁ তেন্তে –"

মাটিত আঁঠুকাঢ়ি বহি মইনাই গোলাপৰ ভৰি দুখনত সাবটি ধৰি আঁঠু দুটাৰ মাজত মূৰটো মুৰাই দিলে।

গোলাপে তাইক বাহুত ধৰি তুলি আনিলে। তাইৰ চকুলৈ চালে। তাইৰ দুয়ো চকুৰ পৰা দুধাৰি চকুলো বাগৰি আহিছে।

মইনাৰ চুলিবোৰৰ ওপৰত মৰমেৰে হাত ফুৰাই ফুৰাই গোলাপে মাতিলে, "মইনা –"

মইনাই চকু তুলি তাৰ চকুলৈ চালে। গোলাপৰ চকু দুটাও অশ্রুসিক্ত হৈ পৰিছে।

লণ্ঠনটোৰ পোহৰটো যেন হঠাৎ উজ্জ্বল হৈ উঠিল। গোলাপৰ অকণমান কোঠাটো যেন বৰ বহল –!

মইনাই কিবা এটা ক'ব খুজিছিল, কিন্তু একো ক'ব নোৱাৰিলে। এই পৃথিৱীলৈ তাই যেন এই প্ৰথম আহিছে আৰু আহিয়েই লগ পালে অকলশৰীয়া এটা মানুহ – তাৰ নাম নাহৰ নহয়, তাৰ নাম গোলাপ। তাৰ চকুত আছে বহুত মৰম, বুকুত আছে বহুত বেথা, আৰু শকত দুটা বাহুত আছে বহুত আশ্রয়, বহুত নিৰ্ভয়, বহুত প্ৰত্যয়।

গোলাপ কিন্তু বেছি ভাবপ্ৰৱণ নহয়। সি অলপ পৰৰ অপাৰ্থিৱ নিস্তব্ধতাৰ পিছত লাহে লাহে ক'লে, "তই এতিয়া শুই থাক মইনা– ৰাতি বহুত হ'ল।"

একো নকৈ, বাধ্যৰ দৰে মইনা তাৰ বিছনাখনত উঠিল, তাৰ পিছত লাহে লাহে ক'লে, "মই ইয়াতে শোওঁ, তুমি এখন বিছনা কৰি লোৱা –"

মইনা বিছনাত কাতি হৈ পৰিল। বহুত যুগৰ ক্লান্তিয়ে যেন তাইক অৱশ কৰি পেলাইছিল। লাহে লাহে তাইৰ চকু দুটা মুদ খাই আহিল।

গোলাপে বিছনাৰ একাষে পৰি থকা ন'টবোৰ এখন-দুখনকৈ জাপিলে, তাৰ পিছত ওলমি থকা মইনাৰ চাদৰখনৰ আগতে বান্ধিলে। বিছনাৰ তলৰ পৰা উলিয়াই তাৰ চুটকেছটো খুলিলে আৰু দুটামান কাপোৰ-কানি উলিয়াই এটা সৰু টোপোলা বান্ধিলে।

মইনাক তাৰ এবাৰ ভালকৈ চাবৰ মন গ'ল। পানীত উটি যোৱা অচিনাকি ছোৱালী এজনী উটি উটি আহি তাৰ জীৱনৰ বালি-চৰত লাগিলহি। সি তাইক বুটলি আনিলে, পাৰলৈ তুলিলে, বচাবৰ চেষ্টা কৰিলে। হয়তো তাই বাচিব, ভাগৰ লাগি তাত শুই পৰিছে! এতিয়ালৈকে তাৰ তাইক চাবৰ অৱসৰেই হোৱা নাই। সি এবাৰ তাইক চাই ল'ব, তাইক চিনি থব।

এইবাৰ তাৰ বালি-গৰা উটাই নিবৰ কাৰণে ক'ৰবাৰ বলিয়া বান আহিছে। হয়তো তাৰ পাম উটাই নিব আৰু হয়তো তাকো উটাই নিব। তাৰ আগতে সি এবাৰ মইনাক চাব। হয়তো তাইক আৰু সি কোনোদিন লগ নেপাব, হয়তো দূৰণিৰ কোনোবা অচিনাকি বলুকাত, কোনোবা গৰাখহা ঘাটত সিহঁতৰ দেখাদেখি হ'ব, কিন্তু কেতিয়া হ'ব কোনে জানে?

সোঁতে সোঁতে উটি-বাগৰি আহোঁতে আহোঁতে তাইৰ গাত বহুত বোকা লাগিছে, বহুত মল লাগিছে। বহুত খুন্দা খাই ক্লান্ত হৈ আহিছে তাই। এইবাৰ আৰু তাই এৰি অহা নৈৰ পাৰলৈ ঘূৰি নেযায়। তাই ক'ৰবাত নতুন পাম পাতিব।

গোলাপে লণ্ঠনটো অলপ বঢ়ালে। কিন্তু ধোঁৱালগা চিম্‌নিটো ভেদ কৰি পোহৰটো বেছি উজ্জ্বল নহ'ল।

টিলাকৈ বান্ধি থোৱা খোপাটো সুলকি গৈছে। একোছা ঘন ক'লা দীঘল চুলি বিছনাখনত সিঁচৰি পৰিছে। মুদখোৱা চকু দুটাৰ ওপৰত পাতল চেলাউৰিবোৰ ওলাই পৰিছে। তাইৰ কপালখন সৰু, চুটি, চুটি চুলি কেইডালমান কপালৰ ওপৰত পৰি আছে। দুটা শুকান-শান্ত ওঁঠ, এটা সৰু ধুনীয়া থুঁতৰি। মইনা দেখিবলৈ বেয়া নহয়। চকুৰ তলত গাল দুখনৰ ওপৰত চকুপানীৰ দাগ লাগি আছে।

তাই নিৰ্ভয়ে শুইছে, হয়তো বহুত দিনৰ মূৰত আজিয়েই তাই নিৰ্ভয়ে শুব পাৰিব বুলি সাহস কৰিছে।

গোলাপে একেথৰে তাইৰ ফালে চাই থাকিল। মইনা কম-বয়সীয়া ছোৱালী— তাই বহুত অত্যাচাৰ অতিক্ৰম কৰি আহিছে, কিন্তু এতিয়াও তাইৰ দেহাত ভাঙন ধৰা নাই। বহুত সবল পুৰুষৰ দুৰ্বলতাৰ পৰিচয় তাই পাইছে। বহুত দেৱতাৰ পশুত্বক তাই নিৰ্বিকাৰ আশ্ৰয় দিছে, তাইৰ কোনো জাতি-ধৰ্ম নাই, ঘৰ পৰ নাই। দেহাৰ ধৰ্মই তাইৰ ধৰ্ম। দেহাই তাইৰ জীৱন।

বাওঁ হাতত লৈ থকা লণ্ঠনটোৰ ক্ষীণ পোহৰটোলৈ সি চালে, তেল কম থকাৰ কাৰণে লণ্ঠনটো বৰ দুৰ্বলভাৱে জ্বলিছে। হয়তো আৰু বেছিপৰ সি আৰু নজ্বলিব। আকৌ এবাৰ সি মইনাৰ মুখখনৰ ফালে চালে, গালৰ ওপৰৰ কেঁচা, তপত চকুপানী

দুখাবৰ দাগ দুটা তাৰ বৰ অসহ্য লাগিল। বিশেষ একো নেভাবি সি মইনাৰ কাষতে বিছনাখনতে বহিল, আৰু লাহে লাহে সি মইনাৰ শুকান চকুপানীৰ দাগবোৰ মোহাৰি দিলে।

তাৰ সৰু ভনীয়েকজনী ভালেমান পৰ কান্দি কান্দি লাল কাল দি শুই পৰিছে। তাই জানে ককায়েকে তাইক মৰম কৰি তাইৰ চকুপানী মোহাৰি দিব।

মইনাই হয়তো সাৰ পাইছিল। হয়তো তাই অভ্যস্ত শঙ্কাটোৰে তাই অলপ ভয় খাইছিল। কিন্তু তাই নিশ্চলভাৱে গভীৰ টোপনিত থকাৰ দৰে পৰি থাকিল। বহুত পুৰুষকে তাইৰ কাষত দুৰ্বল হোৱা তাই পাইছে। গোলাপো যদি দুৰ্বল হৈ পৰে, তাইৰ তাত আচৰিত হ'বলগীয়া একো নাই, তাইৰ কোনো নতুন ক্ষতি নহয়।

কিন্তু কিছুপৰ তাইৰ চকুপানীবোৰ মোহাৰি দিয়াৰ পিছত গোলাপ তাইৰ কাষৰ পৰা উঠি গ'ল। শঙ্কিতভাৱে কিছুপৰ মইনাই অপেক্ষা কৰিলে গোলাপৰ হাতৰ স্পৰ্শ। কিন্তু উঠি গৈ গোলাপে মাটিতে এখন সৰু বিছনা কৰিলে। দুৱাৰখন ভালকৈ বন্ধ কৰিলে, আকৌ এবাৰ মইনাক চালে, তাৰ পিছত শুই পৰিল।

লণ্ঠনটোৰ ক্ষীণ পোহৰত বহুত ৰাতিৰ মাজৰ এটা নিবিড় শান্ত ৰাতি পবিত্ৰতাৰ প্ৰতিশ্ৰুতি লৈ পৰি থাকিল, এটা নতুন পুৱাৰ প্ৰতীক্ষাত। কিছুমান ঘন নীলা বেদনা পৃথিৱীৰ বুকুৰ পৰা আকাশৰ বুকুলৈ উৰি গ'ল— এটা প্ৰাচিন প্ৰাৰ্থনাৰ দৰে।

## আঠত্ৰিশ

চাপৰিলে মেঘ নিশ্চয় নেৰায়। কিন্তু হঠাৎ কেতিয়াবা মুকলি ৰাজবাটেদি গৈ থাকোঁতে যদি হৰ্ হৰ্ কৰে বৰষুণ আহি আমাক তিয়াই দিয়ে, তেতিয়া ৰাজহাড় বেঁকা নকৰাকৈ আশ্ৰয়ৰ বা ৰক্ষা পোৱাৰ চেষ্টা নকৰি বৰষুণৰ মাজেদিয়েই গৈ থকাৰ বাহিৰে আন উপায় নাই। তিয়াম বুলিয়েই যিজাক আৱতৰীয়া বৰষুণ মাজ-বাটত হুৰহুৰাই নামি আহিল, তাৰ বিৰুদ্ধে সংগ্ৰাম কৰি কি লাভ?

কিতাপখন পঢ়ি মাখন অলপ নিৰ্বিকাৰ হৈ পৰিছিল। উপন্যাসবোৰ জীৱন নহয়, লিখকে মনেৰে সজা জীৱনৰ এখন ছবি— বাস্তৱে কঠিন কৰা, কল্পনাই মধুৰ কৰা, অনুভূতিয়ে গধুৰ কৰা। নহ'লেই বা সঁচা। আমাৰ জীৱনটোত সঁচাৰ ঠাই কিমানকণ? সত্য এটা আদৰ্শ মাত্ৰ,an unrealised dream । অসাৰ্থক স্বপ্ন। তথাপি যদি এখন উপন্যাসৰ কাহিনী আমাৰ ভাল লাগে তাত অশান্তি বোধ কৰিবৰ একো নাই। হয়তো জীৱনৰ মূলত আছে সত্য, সুন্দৰ— ন্যায়, মানৱতা। কিন্তু আমাৰ সমাজ-জীৱনত যিটো জীৱনে ৰূপ লয়, বিকাশ লাভ কৰে, যিটো জীৱনক মানুহৰ এখিন্ন আৰু ন্যায়বোধে নিয়ন্ত্ৰণ কৰে, তাত সত্য নাই, ন্যায় নাই, সৌন্দৰ্য নাই, মানৱতা নাই।

সি ৩৭৬ ধাৰাৰ অপৰাধী হৈ জেল হাজোতৰ পৰা ওলাই আহিছে। এতিয়া সি চেচন্চ ক'ৰ্টৰ বিচাৰাধীন আচামী। হাতত আইন লৈ নৈতিক সমাজে তাৰ বিচাৰ

কৰিব, হয়তো সি পৃথিৱীৰ জঘন্যতম অপৰাধত অপৰাধী বুলি সহজেই প্ৰমাণ হৈ যাব– সি জেললৈ যাব, দহ বা বাৰ বছৰৰ সশ্ৰম কাৰাদণ্ডৰ মূৰত ম্যাদ শেষ কৰি যেতিয়া সি ওলাই আহিব, তেতিয়া আৰু তাৰ একো নেথাকে। তাক দেখিলে বাটৰ কাষৰ মানুহে সিফালে মূৰ কৰিব, গাওঁ-নগৰৰ জীয়াৰী-বোৱাৰীয়ে থুই পেলাব। তাৰ প্ৰসঙ্গ ওলালেই সকলোৱে তাক সৰ্বান্তঃ কৰণে অভিশাপ দিব। তাৰ চিনাকি সমাজখনৰ সি হৈ পৰিব লজ্জা আৰু ভয়ৰ এটা ঘৃণ্য প্ৰতিমূৰ্তি।

কিন্তু এইবোৰ নোহোৱা কৰিবৰোতো কোনো উপায় নাই। পৃথিৱীত সকলোৱে মিছা কথা ক'ব পাৰে– গোলাপে পাৰে, সৰু ল'ৰাই পাৰে, মাখনে পাৰে, ডাক বঙলাৰ চকীদাৰে পাৰে, সকলোৱেই মিছা ক'ব পাৰে। মিছা কয়, কিন্তু মিছা নকয় জোনাই। সিমান জঘন্য কথা উকীলে শিকাই দিলেই তাই ক'ব নোৱাৰে। জোনাই সঁচা কথা কৈছে– মাখন নিকৃষ্ট অপৰাধত অপৰাধী।

কিতাপৰ পাতত এনেই চকু দুটা থৈ মাখনে সৰ্কৰে হাঁহিলে। এজনী ছোৱালীৰ মুখৰ এষাৰ মাথোন কথাই মাখনৰ নিচিনা এটা শিক্ষিত, সম্মানিত ডেকাৰ গোটেই জীৱনটোৰ পৰিচয় কলঙ্কিত কৰি দিলে। তাৰ বৰ্তমানক নৰক-কুণ্ডত পৰিণত কৰিলে, তাৰ ভৱিষ্যতক অসন্মানৰ গেৰেকতি পুতি পেলালে। কাব্য আৰু কল্পনাভৰা, অনুভূতি আৰু আবেগভৰা এটা ডেকাক হঠাৎ এটা কয়দী, ফাটেকিয়াল, আচামী, অপৰাধীলৈ পৰিবৰ্তন কৰি পেলালে। তাৰ কল্পনাপ্ৰৱণ, কেঁচা মনটোক এটা চিন্তাশীল অথৰ্ব বুঢ়া মনলৈ ৰূপান্তৰ কৰিলে। – কি অবোধ্য, কি ৰহস্যময়!

দুখ কৰা পাগলামি।

মাখনৰ হাঁহি উঠিল।

এখন আওপুৰণি পৃথিৱী, কিছুমান আওপুৰণি মানুহ, কিছুমান ঠেক পুৰণি মন! মানুহ মানুহৰ মাজত, পুৰুষ আৰু নাৰীৰ মাজত আদিম বন্য সম্পৰ্ক। ইয়াৰ মাজত নতুন মানুহৰ ঠাই নাই, নতুন মনৰ ঠাই নাই, এটা মাৰ্জিত সভ্য সম্পৰ্কৰ বাচি থকাৰ কোনো অৱকাশ নাই। কাব্য, মানৱধৰ্ম, বিবেক-বুদ্ধি সেইবোৰৰ জন্ম এই পৃথিৱীত এতিয়াও হোৱা নাই। মানুহৰ অসুস্থ, পঙ্কিল মনত নতুন সম্পৰ্কৰ পোহৰ পৰিবৰ বাট এতিয়াও মুকলি হোৱা নাই। বহুত শ্বেলিৰ স্বপ্ন, বহুত ডাণ্টেৰ সাধনা, বহুত কালিদাসৰ আকাশমুখী কল্পনা কোনোবা বুঢ়া উকীলৰ ওকালতিত ব্যৰ্থ হৈ গৈছে।

মাখনে আকৌ কিতাপখন পঢ়িবৰ চেষ্টা কৰিলে। কিতাপৰ পাতে পাতে যুগ যুগৰ মানুহৰ অকথিত বেদনাৰ স্বাক্ষৰ। মানুহৰ ব্যৰ্থতাৰ ভিত্তিত গঢ়ি উঠিছে জীৱনৰ জেতুকাবুলীয়া সৌধ। তাৰ ভাল লগা কল্পনাবিলাসী বিদ্ৰোহী কবি শ্বেলীলৈ আজিও মাখনৰ মনত পৰিল, " miserable men are wrought into poetry by wrong. They learn in suffering what they teach in song." বহুত পুৰণি কথা। পৃথিৱীৰ সকলো কাব্যৰ মূলত কি দুৰ্দশাগ্ৰস্ত মানুহৰ বেদনাৰ হুমুনিয়াহেই আছে! অবোধ্য ৰহস্যময়!

বেদনাৰ মাজেদিহে জীৱনক চিনি পোৱা যায় নেকি? কিন্তু অহেতুক, অসাৰ্থক বেদনাৰ মাজেদি জীৱনক চিনি নেপালেই জানো আমাৰ জীৱনৰ উপলব্ধি অপূৰ্ণ হৈ যাব? বেদনাৰ পৰা বেদনালৈ, ব্যৰ্থতাৰ পৰা ব্যৰ্থতালৈ, অপূৰ্ণতাৰ পৰা অপূৰ্ণতালৈ, সেয়ে জানো মানুহৰ জীৱনৰ যাত্ৰাপথৰ গোপন ইতিহাস? তেন্তে বনৰীয়া ফুল ফুলে কিয়? তৰা ওলায় কিয়? মানুহৰ প্ৰাণত যৌৱনে পূৰ্ণতাৰ স্বপ্ন আনি দিয়ে কিয়?

বেদনাৰ পৰা বেদনা, ব্যৰ্থতাৰ পৰা ব্যৰ্থতা –!

মীৰাই মাখনক নম্ৰভাৱে জনাই দিছে, যে যদিও ঘৰত তাই বিয়াৰ সকলো ঠিক-ঠিকনা একপ্ৰকাৰ হৈয়ে আছে, তথাপি বৰ্তমানে তাই আকৌ পঢ়িবলৈ যোৱাকে ঠিক কৰিছে। তাই বেনাৰচলৈ যাব আৰু এম. এ.ত নাম লগাব।

অৰ্থাৎ মীৰাই মাখনৰ লগত জীৱনৰ সকলো মধুৰ সম্পৰ্ক ছিন্ন কৰি পেলোৱাৰ সঙ্কল্প লৈছে! মীৰাই তাক স্বামীৰূপে বৰণ কৰিবলৈ আৰু প্ৰস্তুত নহয়।

এষাৰ কথাত মীৰাই তাক প্ৰত্যাখ্যান কৰিছে।

কাৰণ– সি এটা চৰিত্ৰহীন, লম্পট। কাকো প্ৰমাণ সুধিবৰ প্ৰয়োজন নাই, আইনে সেই কথা প্ৰমাণ কৰিছে।

মাখনে মীৰাৰ চিঠিখন পঢ়ি হাঁহিলে। ইয়াৰ বাহিৰে আৰু কি কৰা যায়? সি মীৰালৈ সকলো জনাই এখন দীঘলীয়া চিঠি লিখিব পাৰে, মীৰাই চিঠিখন পঢ়ি চাই ক'ব, “মোৰ লগত এই কবিত্ব নকৰিলেও চলিব এতিয়া, বহুত সাধুকথা আগেয়েও শুনলোঁ, কিন্তু গোটেইখন জীৱন সাধুকথাৰ জুমুঠিৰে ৰচিব নোৱাৰি।” হয়তো তাতোকৈয়ো কঠিন কথা ক'ব! নাৰীয়ে প্ৰেমৰ ক্ষেত্ৰত প্ৰতিদ্বন্দ্বিতা সহ্য কৰিব নোৱাৰে। প্ৰেমে আঘাত সহিব পাৰে, কিন্তু অৱহেলা, অপমান সহিব নোৱাৰে।

মাখনৰ কোনো বন্ধু নোহোৱা হৈছে। কথা নোকোৱা কিতাপবোৰৰ লগতে সি দিনটো কটাই দিয়ে। ৰাতিৰো এভাগ। কিতাপবোৰে তাক প্ৰশ্ন নকৰে, তাৰ মতৰ প্ৰতিবাদ নকৰে।

মীৰাৰ ওপৰত অভিযোগ ৰখাৰ কোনো হেতু নাই। মীৰা কিয়, আত্মসন্মান থকা যেই কোনো ছোৱালীয়ে তাৰ নিচিনা এটা চৰিত্ৰহীনক প্ৰত্যাখ্যান কৰিব। নকৰাটো দুৰ্বলতা।

অৱশ্যে মীৰাক সি ভাল পায়, আৰু সেই ভালপোৱাক স্থায়ী কৰাৰ মানসেৰেই সকলোৰে সন্মতি আৰু আনন্দৰ মাজেদি মীৰাৰ লগত তাৰ বিয়াৰ ঠিক কৰা হৈছিল। স্মৃতি আৰু স্বপ্নৰ এখন মনোৰম জগতত দুটা প্ৰাণৰ অবাধ বিস্তাৰৰ সম্ভাৱনাত সিহঁত দুয়ো অধীৰ হৈছিল, উত্তেজিত হৈছিল। অৱশ্যে বাহিৰত এই উত্তেজনাৰ কোনো প্ৰকাশ নাছিল। প্ৰতীক্ষাৰ মধুৰতাই মুহূৰ্তবোৰ পূৰ্ণ কৰি ৰাখিছিল সিহঁতৰ।

আৰু আজি মীৰাই লিখিছে, “মই দুঃখিত হোৱা নাই, আচৰিত হৈছোঁ। বিবেকে নোৱাৰিলে যদিও প্ৰেমে জানো আপোনাক ভুলৰ পথৰ পৰা ঘূৰাই আনিব নোৱাৰিলে। হয়তো নিশ্চয় পাৰিলেহেঁতেন, যদি মোৰ প্ৰতি আপোনাৰ ভালপোৱা

মোহৰ বলুকাত ফুলা ৰজনীগন্ধা নহে, প্ৰেমৰ ফুলনিত ফুলা সূৰ্যমুখী হ'লহেঁতেন। কি যে মাৰাত্মক ভুলবোৰ আমি কৰোঁ! আজি ভাবিও মোৰ কেনেবা লাগে যে এনে এটা ভুলকে বুকুত বান্ধি অতদিন কটাই দিলোঁ।

আপোনাক কিহে সুখী কৰিব নেজানো। মই কিন্তু প্ৰেম আৰু সুখ দুয়োটাকে আকাশৰ তৰা বুলি দূৰতে প্ৰণাম জনাই, ধূলিৰ বুকুত জ্ঞান সন্ধান কৰাৰ কথা ভাবিছোঁ। যদি জীৱনৰ মাজত বৈ যোৱা সপোন কিছুমানৰ কৰুণ অৱশেষ বুকুৰ মাজৰ কোনোবা এখিনিত ৰৈ যায়, তাৰ বাবে মই আপোনাক জগৰীয়া নকৰিম বুলিয়ে ভাবিছোঁ। হওক ভূতৰ জুই, তাৰ পোহৰতেতো জীৱনৰ বহুত বাট আহিলোঁ।

অভিমান, আক্ৰোশ, তিক্ততাভৰা মীৰাৰ সহজ চিঠিখন পাওতে মাখনৰ কাণ-মূৰ ৰঙা পৰিছিল, মুখখন শুকাই বিৱৰ্ণ হৈ গৈছিল। ঘৰৰ বেৰবোৰে নচা যেন দেখিছিল, কিন্তু আজি আকৌ সেই চিঠিখন পঢ়ি তাৰ বৰ স্বাভাৱিক যেন লাগিল।

পৃথিৱীৰ পৰা অপমানৰ বাহিৰে অন্য একো তাৰ পাবলগীয়া নাই।

সি হাঁহিলে।

চ'তৰ মুকলি পৃথিৱী। উদাস, নীলা আকাশখনত ইমান ব্যাপ্ত উদাৰতা। দিগন্তৰ নীলা আঁৰত লুকাই কোনোবা ভাষাহীন সন্ন্যাসীয়ে বৰ্ষা শেষৰ গীত গায়। কুলিজনীৰ আৰু অন্য কাম নাই। দিনটো তাই মাথোন গছ-বন খলকনি লগাই চিঞৰি ফুৰিছে। মাটিৰ শুকান ওঁঠত আকণ্ঠ তৃষ্ণা, একেথৰে আকাশখনৰ ফালে চাই আছে। লাহে লাহে বলি থকা বতাহজাকত শুকান সৰা পাতবোৰ উৰি উৰি ক'ৰবাৰ পৰা ক'ৰবালৈ যায়। এজাক নতুন বৰষুণৰ প্ৰতীক্ষাত গছৰ লঠৰা ডালবোৰত কুঁহিবোৰ শুই থাকে, মুখখন উলিয়াব নোৱাৰে।

এখন নদী আছিল, শুকাই বালি হৈ গৈছে। কিছুমান সেউজীয়া ঝাঁওবন আছিল, শুকাই জহি গৈছে। এচোতাল জোনাক আছিল, এতিয়া আছে দিগন্তজোৰা আঁউসিৰ চুলি-ক'লা আন্ধাৰ।

এজনী ছোৱালী, তাই নাইকিয়া হৈছে!

মাখনে অনুভৱ কৰিলে যেন তাৰ প্ৰাণৰ মাজৰ এটা উদাসীন আত্মাৰ কাতৰ প্ৰাৰ্থনাই চ'তৰ পৃথিৱীখনক গৈৰিক বৈৰাগীৰ সাজ পিন্ধাই দিছে! আকাশৰ নীলাৰ লগত তাৰ বুকুৰ বেদনাবোৰ একাকাৰ হৈ মিলি গৈছে। মানুহবোৰ যদি অনুভূতিহীন প্ৰাণী হ'লহেঁতেন। সি যদি আকাশ-পৃথিৱীৰ লগত তাৰ সম্পৰ্ক বুজি নেপালেহেঁতেন!

মীৰাক সি লগ পাবলৈ নিবিচাৰে। তাৰ এই পৰিচয় লৈ সি মীৰাৰ আগত দেখা দিব নোৱাৰে। মীৰাৰ ধুনীয়া চকু দুটা যেতিয়া অকথিত ভৰ্ৎসনাৰ ফিৰিঙতিৰে ৰাঙলী হৈ উঠিব, তাৰ সন্মুখত সি থিৰেৰে থাকিব নোৱাৰিব। সি ভস্ম হৈ যাব!

"আৰু জোনাক যদি এবাৰ লগ পাব পাৰিলোহেঁতেন! কিন্তু কিয়? জোনাৰ লগত মোৰ সম্পৰ্ক কি? এদিন হিংস্ৰ নেউলৰ পৰা ৰক্ষা পাবৰ কাৰণে ধুনীয়া এটা সাপ আহি মোৰ ওচৰত আশ্ৰয় লৈছিলহি। তাৰ তিৰবিৰীয়া চকুৰ কাতৰতাত, তাৰ

ছালৰ নানা বৰণীয়া ৰূপত ভোল গৈ অকণমান কাষ চপাই আনিছিলোঁ। তাৰ পিছত সাপ গুচি গ'ল। যাবৰ সময়ত আশ্ৰয়দানৰ প্ৰতিদান হিচাপে দি গল অলপ হলাহল, তাৰ জীৱনৰ বাকীকেইটা দিন বিষাক্ত কৰি তুলিবৰ কাৰণে! ক'তো অকণো ভুল হোৱা নাই। সাপে মাত্ৰ একৰকমেই কৃতজ্ঞতা জনাব জানে। অকণমান বিহ। সিয়েই জীৱনৰ সমগ্ৰ পথটো বিষাক্ত কৰি তোলে।"

মাখনে বহুত চিন্তা কৰি চায়— জোনাৰ অতীত আৰু তাইৰ বৰ্তমান, ক'তো সি কোনো উচ্চ আদৰ্শৰ পৰিচয় নেদেখে, কিন্তু জোনাৰ সমগ্ৰ মানুহজনীত ঘৃণা কৰিবলগীয়াও একোকে সি বিচাৰি নেপায়। তাই জানো সঁচাকৈয়ে বেয়া? যি ভাল পাব জানে, সি ভালপোৱাৰ মৰ্যাদা ৰক্ষাৰ কাৰণে হেজাৰ বিপদৰ লগত অকলে যুঁজিবলৈ দৃঢ়-সঙ্কল্প ল'ব পাৰে, তাই জানো কেতিয়াবা বেয়া হ'ব পাৰে? জোনাই যদি গোলাপক ভালেই নেপাইছিল, তেন্তে তাই কণ্টকিত পথত ভৰি দিবৰ সাহস আহৰণ কৰিছিল ক'ৰ পৰা?

কিন্তু বিজনী ছোৱালীক হেজাৰজনে বেয়া বুলি দোষাৰোপ কৰিছে, তাইক যদি মাখনে সৰ্বান্তঃকৰণে বেয়া বুলি, আনকি নিজৰ ওচৰতে প্ৰমাণ কৰিবৰ যুক্তি বিচাৰি পোৱা নাই, তাৰ বাবে জানো তাৰ নিজৰ দুৰ্বলতাই দায়ী নহয়?

অবোধ্য, ৰহস্যময়!

বৰ জটিল মানুহৰ এই পৃথিৱীখন!

বিচাৰৰ ফলাফল সম্পৰ্কে মাখন নিৰ্বিকাৰ হৈ পৰিছে। বিচাৰৰ ফলাফলে তাৰ নিজক বুজাত অকণো সহায় নকৰে। কোনো কোনোৱে কেতিয়াবা সঙ্কোচেৰে সেই সম্পৰ্কে সোধে, সি হাঁহি পাতলাই দিয়ে। যেন সি এটা প্ৰধান অপৰাধী, যেন বিচাৰৰ আচামী হৈ হৈয়েই তাৰ দিন গৈছে। যেন বিচাৰৰ ফলাফল কি হ'ব সি খুব ভালকৈয়ে জানে! সোধোঁতাসকল নিৰুৎসাহ হৈ পৰে। মাখনে নিজেই যেতিয়া একো চিন্তা কৰা নাই, আমাৰ চিন্তা কৰি কি লাভ? মৰক, যেয়ে য'তে মৰে!

ইতিমধ্যে অৱশ্যে মাখনৰ চাকৰিটো গৈছে। তাৰ বাবে তাৰ কোনো অনুশোচনা নাই। চাচপেণ্ড কৰিছিল প্ৰথমে, কিন্তু লগে লগেই অদ্ভুত কিছুমান যুক্তি দেখুৱাই সি কামটো বিজাইন দিলে। আজি প্ৰায় এক বছৰৰ মূৰত তাৰ চাকৰিৰ ইস্তফা গ্ৰহণ কৰা হৈছে। অলাগতিয়াল কৈফিয়ৎ দি চাকৰিত বাহাল থকাৰ অপমানৰ পৰা সি ৰক্ষা পৰিছে।

কিন্তু তাৰ দিনবোৰৰ দাম আছে। চ'তত যি ডালৰ পাত সৰি গ'ল, বহাগত তাত নতুন কুঁহি মেলিব। কিন্তু যিটো দিন তাৰ জীৱনৰ মাজৰ পৰা সৰা পাত সৰাদি সৰি গ'ল, তাক আৰু ঘূৰাই পোৱাৰ কোনো উপায় নাই। অসাৰ্থক দিনবোৰক মনে মনে গুচি যাবলৈ দিয়াত দুৰ্বলতাৰ বাহিৰে আৰু একো নাই।

কিন্তু একো কৰিবৰো মন নেযায় মাখনৰ। এদিন জৰ্জ ক'ৰ্টৰ উকীলৰ ওচৰলৈ গৈছিল, সি, বৰ অপদস্থ অনুভৱ কৰিলে সি। তাক এনে কিছুমান কথা সুধিলে,

যিবোৰ একেবাৰে অবান্তৰ যেন লাগিল তাৰ। উকীলে যেন তাক এটা সৰু ল'ৰা বুলিহে ভাবিলে, আৰু বিদায় ল'বৰ সময়ত মুৰব্বীয়ানাৰ সুৰত ক'লে, "Go and take rest. এইটোও এটা কে'চ নে?"

এজন জজ বহিব, জুৰিৰ ভদ্ৰলোকসকল বহিব, উকীল থাকিব, দাৰোগা-পুলিচ থাকিব– কেচ নহয় কি?

মাখন গুচি আহিল নীৰবে। আলিবাটত উঠি সি অকলেই হাঁহিলে। "এইটো কেচ নহ'ব পাৰে, কিন্তু এয়েই জীৱন। মানুহৰ জীৱনৰ গতি আইনৰ দ্বাৰা এটা নিৰ্দেশত নিয়ন্ত্ৰিত হয়, আৰু মইতো তোমাৰ ওচৰলৈ মানুহ হিচাপে অহা নাই, আহিছোঁ, আচামী হিচাপে –।" মাখনে এনেয়ে ক'লে।

## উনচল্লিশ

ল'ৰাটোৰ কান্দোন শুনি ৰবীৰ পাছফালে ঢাপ মাৰি থকা প্ৰেমধৰে কোৰ পেলাই উধাতু খাই আহিল। কেঁচুৰাটোৱে ইমান কান্দিছে তাই শুনা নাই নে? কি যে আওকণীয়া হৈ থাকে মানুহজনী। আহি চোতালত দেখে এটা পুলিচৰ লগত জোনাই কথা পাতিছে। সি অলপ থতমত খাই গল। মাটি লাগি থকা হাত দুখন টিকাৰ চুৰিয়াত মোহাৰি সি লাহে লাহে কাষ চাপি আহিল। এবাৰ জোনাৰ মুখলৈ আৰু এবাৰ পুলিচটোৰ মুখলৈ চালে।

হাতত লৈ থকা হালধীয়া কাগজখন দেখুৱাই সাধাৰণভাৱে জোনাই ক'লে, "কেচৰ তাৰিখ দিছে।"

পুলিচটোৱে বিদায় ল'লে।

কেঁচুৰাটোৱে কান্দিছে। কাগজখন প্ৰেমধৰক দি জোনাই তিনিমহীয়া ল'ৰাটো কোঁচত ল'লে আৰু পীৰাখনতে বহি তাক গাখীৰ দিয়াত লাগিল। মাকৰ বুকুত মুখ দি ল'ৰাটো শাঁত হ'ল। "মই বোলো আপদখন শেষ হ'ল হ'বলা –" বিৰক্তিৰে জোনাই ক'লে আৰু প্ৰেমধৰলৈ চালে।

"এৰা –!" চুটিকৈ প্ৰেমধৰে ক'লে। 'জজৰ ক'ৰ্টৰ বিচাৰ, জুৰিৰ ৰায়, ডাঙৰ ডাঙৰ উকীল। সদৰত জজৰ চেচন্চ ক'ৰ্ট– লাগে বা কেইদিন, হয়বা কি? জেঠৰ শেষত দিন পৰিছে, সোনকালে হৈ গ'লে ভালেই– নহ'লে কঠীয়া পাৰিবলৈ পলম হৈ যাব।"

"আৰু এমাহ আছে নহয়?"

"ওঁ, এমাহমানেই আছে।"

"দুদিনমানৰ আগতে যাব লাগিব কিজানি –"

"লাগিবতো আকৌ, উকীল-মুক্তিয়াৰ ধৰিবলৈগৈহে হ'ব।"

"থাকিবাগৈনো ক'ত?"

"এৰা, তিনিটাকে মানুহ –!" প্ৰেমধৰে মাকৰ গাখীৰ খাই থকা ধুনীয়া, অকণমান কেঁচুৱাটোলৈ চাই ক'লে। জোনাই কেঁচুৱাটোৰ মুখত ইটো বুকু দি ক'লে, "এৰা, সোণক নো ক'ত এৰি যাম। মোকৰ্দমা লাগিলে যেই হওক, মই কিন্তু সোণক ক'তো এৰি যাব নোৱাৰোঁ।"

চেনেহৰ এমোকোৰা চাৱনি লৈ জোনাই সোণলৈ চালে– কি যে লোঠোৰা আৰু ধুনীয়াটো হৈছে। হাত-ভৰিবোৰ লোহোৰা-লোহোৰ– গঢ়টোও সোণাৰী গঢ়িত। চালে চাই থাকিবৰ মন যায়।

একো নেমাতি প্ৰেমধৰ ভিতৰলৈ গ'ল, আৰু বিড়ি এটা জ্বলাই লৈ ওলাই আহিল।

তন্ময় হৈ জোনাই তাইৰ কোলাত সোমাই গাখীৰ খাই থকা সোণৰ ফালে চাই থাকিল। তাৰ ঘন মিহি ক'লা চুলিবোৰত হাত ফুৰালে, তাৰ পিছত যেতিয়া দেখিলে প্ৰেমধৰেও তাইৰ ফাললৈকে চাই আছে, তাই যেন অলপ অসাৱধান হৈ পৰিল।

"মই অলপ দেবেনহঁতৰ ঘৰৰ পৰা আহোঁ।"

"এতিয়াই?"

"এৰা, কথা-বতৰাবোৰ সুধি-মেলি আহোঁ। উকীল-চুকীল ধৰিব লাগে জানোচা, সাক্ষীও দিব লাগে নেকি আকৌ।"

"এতিয়াই নেলাগে যাব। এমাহ দিন আছে, অন্য সময়তে যাবা। চাওঁ সোণক অকণ ৰাখা, মই বেগেতে চাউলকেইটা উ‍ঁৰি লওঁ।"

ল'ৰাটোক চকুৰ আগলৈ দুয়োহাতে তুলি লৈ জোনাই তাৰ মুখলৈ চালে। হয়তো মাকৰ তৃপ্তিভৰা মুখখন দেখিয়ে কেঁচুৱাটোৱেও অকমান হহাঁৰ নিচিনা কৰিলে। জোনাই তাক গালে-মুখে চুমা খালে, তাইৰ নাকটো তাৰ নাকটোত লগাই হেঁচি ধৰিলে, তাৰ পিছত প্ৰেমধৰলৈ আগবঢ়াই দিলে।

প্ৰেমধৰে সোণক আথ-বেথকৈ কোঁচত ল'লে। সোণক কোঁচত লৈ ওলমাই থাকিবলৈ পালে, প্ৰেমধৰক আৰু একো নেলাগে। তেতিয়া তাক ভাত খাবলৈও চিঞৰিহে থাকিব লাগে। কিন্তু জোনাই সোণক বৰকৈ তাৰ কোলাত এৰি নিদিয়ে। যেন তাইৰ বুকুৰ সকলোখিনি মৰমেৰে তাই তাক আৱৰি ৰাখিব। প্ৰেমধৰে জোনাৰ পৰা কাঢ়ি নিজৰ কোলালৈ ল'বলৈ যেন অলপ ভয় কৰে। কিজানিবা জোনাই নিদিয়ে, কিজানিবা খং উঠি জোনাই কৈ দিয়ে, "নিদিওঁ যোৱা। সোণ কিবা তোমাৰ ল'ৰা নে? সোণ মোৰহে ল'ৰা।" এনে ধৰণৰ কিবা নিষ্ঠুৰ কথা জোনাৰ পৰা শুনিব লাগিব বুলি ভয় কৰিয়ে জোনাৰ কোলাতে বা শুৱাই থোৱাতে আটি-মুটি কৰি সি সোণক মৰম কৰে। হয়তো আঁতৰৰ পৰা কেৰাহিকৈ চাই জোনাই তাৰ অৱস্থাটোক উপভোগ কৰে।

বাঢ়নি মাৰিৰে বঢ়াই দি দি জোনাই অকলে অকলেই ঢেঁকী দি চাউল কঁঢ়াত লাগিল।

লোদোৰ-পোদোৰ তিনি মহীয়া সোণটো। সি অহাৰ দিন ধৰি যেন প্ৰেমধৰৰ মজিয়াখন উজ্জ্বল হৈ উঠিল। এই সুন্দৰ দেৱশিশুটোৱে ক'ৰবাৰ পৰা আহি সিহঁতৰ আত্মাৰ জীৱন দুটা হঠাৎ পোহৰাই তুলিলেহি। সি লৈ আহিল হাঁহি, আনিলে আনন্দ, আনিলে এচেৰেঙা কেঁচা পোহৰ।

সক মুঢ়াটোতে বহি প্ৰেমধৰে সোণক ওমলোৱাত লাগিল। তাৰ সোলা মুখখনত হাঁহি ফুটিবলৈ আৰম্ভ কৰিছে। তাৰ নীলা, ধুনীয়া চকু দুটাক পৃথিৱীক চিনি পোৱাৰ নিৰ্বাক জিজ্ঞাসাৰ পোহৰ, তাৰ বুকুত বাজি থকা হৃৎপিণ্ডটোত ধ্বনিত হৈছে গতিশীল দৃষ্টিৰ অমৰ প্ৰতিধ্বনি– জীৱনৰ জয়যাত্ৰাৰ প্ৰথম নিশ্বাস!

প্ৰেমধৰলৈ সোণে চাই থাকে– শান্ত, অবুজ চাৱনি। প্ৰেমধৰেও চাই থাকে। দুয়োৰে চকুত দুটা বিভিন্ন বিস্ময়! হয়তো চিনাকি প্ৰেমধৰৰ উদাৰ মৰমখিনি গ্ৰহণ কৰিবৰ সময়ত সোণৰ অনভিজ্ঞ সক মনটোৱে সোধে– "তুমি কোন? তুমি মোক কিয় মৰম কৰিছা?"

আৰু সোণৰ সাগৰ-নীলা চকু দুটালৈ চাই থাকি প্ৰেমধৰেও হয়তো নিজৰ মনকে প্ৰশ্ন কৰে– "ই কোন? ইয়াক মই কিয় মৰম কৰিছোঁ? ইয়াৰ লগত মোৰ কি সম্পৰ্ক?" সমিধানহীন নিৰ্বাক জিজ্ঞাসা, ভাষাহীন নিৰুত্তৰ কৌতূহল।

হয়তো সিহঁত দুয়োটাৰে প্ৰশ্নৰ সহজ উত্তৰ জোনাই জানে। কিন্তু প্ৰেমধৰে জোনাৰ কাষত এই প্ৰশ্নৰ উত্তৰ বিচাৰিবৰ মনোবল বিচাৰি নেপায়।

প্ৰেমধৰলৈ চাই থাকি সোণৰ সক চকু দুটা আৰু সৰু হৈ আহে। কোমল চকুৰ পাহি জাপ খাই থাকে। হয়তো স্বপ্নময় কিবা গভীৰ ধ্যানৰ মাজত সোণে প্ৰেমধৰৰ পৰিচয় বিচাৰে। "যাৰ বাহুত ইমান নিবিড় মৰম আছে, যাৰ চকুত ইমান গভীৰ আশ্বাস আছে, যাৰ নিঃশ্বাসত ইমান নিৰ্বাক বেদনা আছে, যাৰ কোলাৰ মৰমৰ উত্তাপত মই টোপনি গৈছোঁ– তেওঁ কোন? তুমি কোন? মোৰ জীৱনৰ ফেঁহুজালিৰ স্বপ্নৰ মাজত কোন তুমি মোৰ মৰমৰ অংশ বিচাৰি আহিছা।"

সোণ শুই পৰিছে। কিন্তু সেই কথা জোনাক নজনায়। শুই থকা সোণক সি কোমলকৈ বুকুত সাবটি ধৰি থাকে। তাৰ বৰ মৰম লাগে এই অকণমান সোণটোলৈ। কত যুগৰ সঞ্চিত মৰম যেন সি সোণৰ কাষত ঢালি নিঃশেষ কৰি দি সৰ্বস্বান্ত হৈ যাবলৈ বিচাৰে। এই শিশুটো তাৰ মজিয়ালৈ তাৰ বিনা অনুমতিত অহাৰ কাৰণে যেন সি ক্ষমাৰ প্ৰতীক্ষা নকৰে। বৰং প্ৰেমধৰে অনুভৱ কৰে যেন সিহে কিবা দোষত এই শিশুটোৰ ওচৰত অপৰাধী। তাৰ অহাৰ পথত সি যেন অবাঞ্ছিত প্ৰতিবন্ধকৰূপে থিয় দি আছিল।

খুব গভীৰ মৰমেৰে সোণক প্ৰেমধৰে বুকুত লৈ থাকে। সোণ হোৱাৰ পিছৰ পৰা জোনাজনীও শান্ত হৈ পৰিছে, ঘৰুৱা হৈ পৰিছে– আগে যেন তাই কিবা উৰণীয়া আছিল, বন্য আছিল, প্ৰেমধৰৰ মৰমৰ সীমাই তাইক ধৰি ৰাখিব নোৱাৰিছিল। হঠাৎ বহুত চঞ্চলতাৰ শেষত জোনা যেন অভাৱনীয়ভাৱে শান্ত হৈ পৰিছে।

ঢেঁকীশালৰ পৰা চাউল-খৰাহি লৈ জোনা ওলাই আহিল। বহি থকাৰে পৰা প্ৰেমধৰে তাইৰ নিপোটল পৃৰঠ গাটোলৈ চালে, তাই আগতকৈ ধুনীয়াজনীহে হৈছে। এতিয়াহে যেন তাইৰ শৰীৰৰ সকলো অঙ্গ আহ-পাহ মেলি পূৰ্ণ হৈ উঠিছে। ইমানখিনি ৰূপক ধৰি ৰাখিবৰ শক্তি জানো তাৰ আছে? ইমান উজ্জ্বল সৌন্দৰ্য জানো তাৰ সৰু ঘৰটোত ধৰি ৰখা যায়! প্ৰেমধৰৰ মনৰ গোপন ভয়টোক গাৰ আৰু মনৰ সকলো শক্তি দি লুকাই ৰাখি সি এনেয়ে সুধিলে—

"তোৰ হ'ল নেকি?"

"ওঁ। সোণ টোপনি গ'ল নেকি?"

"ওঁ।"

"চাওঁ, তাক মোক দিয়া। ইঃ, ইমান গৰমত তাক কেনেকৈ হেঁচা মাৰি ধৰি আছে —"

আলফুলকৈ প্ৰেমধৰৰ কোলাৰ পৰা সোণক নিজৰ কোলালৈ লৈ জোনাই ক'লে, "আজি সি অসময়ত শুলে, ৰাতি আমনি নকৰিলেই হয়।"

প্ৰেমধৰ বহাৰ পৰা উঠিল।

বেলি লহিয়াইছে। শেষ-চ'তৰ ফৰকাল আকাশত দূৰে দূৰে সৰু সৰু ডাৱৰৰ টুকুৰাবোৰ ওপঙি ফুৰিছে। বতাহজাক শুকান। প্ৰেমধৰ আৰু জোনা দুয়োৰো মাতবোল নাই। দুয়োৰো মনত হেজাৰ বৰ্বদেচিলাৰ সোঁ-সোঁৱনি থাকিলেও বাহিৰত মৰিশালিৰ নীৰৱতা। হয়তো এই নীৰৱতা দুয়োৰেই কাৰণে অসহ্য, তথাপি ইয়াক ভাঙিবৰ উপায় নাই। মানুহৰ আত্মাৰ অকথ্য বেদনাৰ কোনো ভাষা নাই। সেয়ে সি মৰ্মদাহী।

আজি তিনিমাহে নিজকে বহুত প্ৰশ্ন কৰিও এটা কথাৰ কোনো সমিধান প্ৰেমধৰে বিচাৰি পোৱা নাই — "এই যে অকণমান শিশুটো — সোণ— তাক যে মই মৰম কৰিছোঁ, তাৰে যে মোৰ এটা মৰম সোমাই মোক দুৰ্বল কৰি পেলাইছে, ই কাৰ স্বাৰ্থত? সোণৰ স্বাৰ্থত! জোনাৰ স্বাৰ্থত? নে মোৰ নিজস্ব স্বাৰ্থত? সোণ আৰু জোনা অভিন্ন, সেই কাৰণেই কি জোনাৰ মৰম পাবৰ কাৰণে মই সোণক মৰম কৰিছোঁ? ই জানো মৰম? ই জানো ভয়? ই জানো স্বাৰ্থ?"

প্ৰেমধৰে একো বুজিব পৰা নাই।

এষাৰ কথা মাত্ৰ সি উপলব্ধি কৰিছে— আজি আৰু সি কোনো মতেই জোনা আৰু সোণৰ পৰা আঁতৰি থাকিব নোৱাৰে। জোনা তাৰ নহ'ব পাৰে, তাৰ হৈ নেথাকিব পাৰে, সোণ তাৰ নহ'ব পাৰে, তাৰ হৈ নেথাকিব পাৰে, কিন্তু সি সদায়ে সিহঁতৰে হৈ থাকিবলৈ বিচাৰে। তাৰ জীৱনত নিজৰ কাৰণে সি অতি অলপ ঠায়েই ৰাখিছে।

জোনাক সি অন্য কথা সোধাৰ দৰেই সুধিব পাৰে, সোণ কাৰ সন্তান? তাৰ আচল পিতা কোন? কিন্তু সোধাৰ কোনো প্ৰয়োজন সি অনুভৱ নকৰে। জোনা নৈত

গা ধুৰঁলৈ গৈছিল। নৈৰ সোঁতে তাইক উটাই লৈ গৈছিল। উটি গৈ কোনোবা এটা অচিনাকি বালি-বলুকাত লাগি ৰ'ল, বোকাৰে লুটি-পুটি হৈ। ক'ৰবাৰ এখন উজনীয়া নাও পাই, তাই আকৌ উলটি আহিল, তাইৰ আগৰ কাপোৰ-কানি নৈৰ সোঁতত উটি গ'ল। বোকাৰে গা ঢাকি তাই গুচি আহিল, কিন্তু শুদা হাতে নহয়। সেই বোকাৰ মাজতে তাই পালে এটা পদুমৰ কলি। তাক তাই বুকুত সাবটি লৈ আহিল।

ইয়াত জানো পদুম-কলিৰ পৰিচয় বিচৰাৰ প্ৰয়োজন আছে!

হয়তো জোনাক সুধিলে তাই নিৰ্বিকাৰভাৱে কৈ দিব– "চিনিৰ পৰা নাই নে? নাকে-মুখে সোণটো কাৰ নিচিনা!" হয়তো তাৰ পিছত কৈ দিব এটা চিনাকি নাম– একেই নিৰ্বিকাৰভাৱে। জোনাৰ একো নহয়। কিন্তু প্ৰেমধৰে তাৰ মজিয়াত অবাঞ্ছিত কাৰোবাৰ উত্তৰ-পুৰুষৰ উপস্থিতি হয়তো সহ্য কৰিব নোৱাৰিব।

সি যে সোণক সঁচাকৈয়ে ভাল পায়– প্ৰাণভৰি ভাল পায়। এই ভালপোৱাৰ মাজেদিয়ে সি সোণক তাৰ নিজৰ কৰি ল'ব।

কিন্তু প্ৰেমধৰৰ মাজে মাজে ভয় হয়– কিজানি কোনোবাদিনা সোণৰ ওঁঠত প্ৰশ্ন জীৱন্ত হৈ উঠে ঃ "তোমাকতো মই নিচিনো– তুমি কোন?" প্ৰেমধৰ বৰ অধৈৰ্য হৈ পৰে। সি বৰ অসহায় অনুভৱ কৰে। এই অপমান সহ্য কৰিবৰ শক্তি নাই বুলি সি অনুভৱ কৰে।

ভালেমান পৰ অস্বস্তিকৰ নীৰৱতা ভঙ্গ কৰি জোনাই ক'লে, "বহিয়ে থাকিলা দেখোন?"

"হোঁ– ওঁ –" প্ৰেমধৰে চক্‌মক্ খাই উঠিল।

"এটা কাম কৰিবাচোন –"

"কি?"

"মই আৰু সোণ নগ'লে নহ'ব নে, কথাটো বাৰু সুধিবাচোন –।"

"তই নগ'লে আকৌ হ'ব কেনেকৈ? তই ফৰিয়াদী, তই মোকৰ্দমা কৰিছ, তই নাযাবঁলৈ হ'লে কেচেই ডিচ্‌মিচ্ হ'ব।"

"হয় যদি ভালেই হে –"

বিস্ময়েৰে প্ৰেমধৰে জোনাৰ মুখঁলৈ চালে। "জানো তই কি কৈছ, মই বুজিবঁই পৰা নাই।"

জোনাই একো নেমাতি ৰহস্যপূৰ্ণভাৱে সৰু হাঁহি এটা ওঁঠেৰে কামুৰি পশ্চিমৰ ফালে চাই ৰ'ল। আবেলিৰ পৃথিৱীখন ইমান ধুনীয়া! তাইৰ মনৰ অকাৰণ আনন্দধ্বনিৰ নিচিনা ধুনীয়া। জীৱনটো তাইৰ মিঠা মিঠা লাগে। ক'ৰবাত যেন আপোন মানুহৰ ঘৰত বিয়া হৈছে। আৰু তাই ন' ৰিহা-মেখেলা পিন্ধি উলহ-মালহ কৰি যাবঁলৈ ওলাইছে। বহুত চিনাকি আপোন মানুহ লগ পাব তাই, তাই সিহঁতক বহুত কথা সুধিব, আৰু সিহঁতেও তাইক বহুত কথা সুধিব– "কাৰ লগত আহিলি জোনা?"

"সোণৰ লগত –" তাই মাতৃৰ সকলো গৰ্ব লৈ ক'ব।

"সোণটো আকৌ কোন?"

"কিয় মোৰ ল'ৰাটো –" সোণক চিনি নোপোৱাৰ কাৰণে সিহঁতক তাই সৰ্বান্তঃকৰণে পুতৌ কৰিব। সিহঁতৰ অজ্ঞতাত তাই প্ৰাণখুলি হাঁহিব। হয়তো সমনীয়া কোনোবাজনীয়ে ক'ব, "কিমাননো হাঁহ, অ' পাগলীজনী?"

তাই মনে মনে থাকিব। সিহঁতে কোনেও নুবুজে সোণ তাইৰ কিমান মৰমৰ, কিমান কষ্টেৰে তাই সোণক লাভ কৰিছে।

মানুহবোৰে সোণৰ কথা একো নেজানে। মানুহবোৰে একো নেজানে। মানুহবোৰ বৰ অঁকৰা!

"গোসাঁই উকীলে শিকাই দিলে, কৈ দিলোঁ, তাকেনো হাকিমজনে মানিব লাগে নে? তাতেনো তেখেতক জেললৈ পঠিয়াই দিব লাগে নে? মোক কিজানি খুব বেয়া পাব পায়। যাবৰ সময়ত তেওঁ মোলৈ নেচালেই। এইবাৰ কিন্তু দেখা পালে মাতবোল কৰিম। মই কথা পাতিলোঁ অন্যাৰ কি হ'ল? আৰু মাষ্টাৰটোৰো ইমান ভয়– পলাল সি পলালেই। কিহেনো কামুৰি খাব? এবাৰ মনে মনে ৰাতিও দেখোন আহি যাব পাৰে। এনে অঁকৰা মানুহটো। মোক থানাত এৰি ক'লৈ যে গুচি গ'ল, মুখখন কেনেকুৱা কান্দো কান্দো হৈছিল। এইবাৰ লগ পালে সকলো কথা কৈ দিম। সোণ হোৱাৰ কথা কিজানি তেখেতে ক'বই নোৱাৰে।

অস্পষ্ট সংকল্প কিছুমানেৰে জোনাৰ মনটো ভৰি পৰে। বুজিবৰ কাৰণে এটা সৰু শিশুৰ দৰে যেন তাই লাহে লাহে আগবাঢ়িছে।

## চল্লিশ

"ঘৰত কোন আছে?"

"কোন?" ভিতৰৰ পৰা মাত আহিল।

সাজ লাগি ভাগিছে। ষষ্ঠী কি সপ্তমীৰ পাতল জোনাক আছে আকাশত– কিন্তু নিৰ্মেঘ নহয়।

"অপমান হ'বলৈকে যেতিয়া আহিছোঁ, দ্বিধা-সঙ্কোচৰ প্ৰয়োজন কি? সহজ হোৱা বাঞ্ছনীয়।"

প'ৰ্টিকৰ লাইটৰ চুইচ্‌টো টিপি দি মীৰাই অভ্যাগতলৈ চালে। মাখনৰ চকুৱে চকুৱে পৰিল। বজ্ৰাহতৰ দৰে নিৰ্বাক বিৱৰ্ণ হৈ মীৰা ৰৈ গ'ল।

স্বাভাৱিক সহজ মাতেৰে মাখনে ক'লে, "এৰা, ময়ে মীৰা, চিনিব পৰা নাই কিজানি –"

একো নকৈ মাখন প'ৰ্টিকলৈ উঠিল।

"আহক –" আগবাঢ়ি, তাৰ ফালে নোচোৱাকৈ মীৰাই ক'লে।

"আৰু ক'লৈ যাব লাগে?"

দুয়ো মীৰাৰ কোঠাত সোমালহি।

"মই অলপ ভিতৰৰ পৰা আহিছোঁ। অকণমান পলম হ'ব। আপুনি ভিতৰৰ পৰা দুৱাৰখন বন্ধ কৰি দিয়ক।"

এইবাৰ মাখন বিস্মিত হ'ল। অপমান কৰিবৰ কাৰণে মীৰাই আগৰে পৰা কিবা ব্যৱস্থা কৰি থৈছে নেকি?

মীৰা কোঠাটোৰ পৰা ওলাই গ'ল। মীৰাই কোৱা মতেই সি ভিতৰৰ পৰা দুৱাৰৰ অৰ্গল লগাই বহি থাকিল।

মীৰাৰ কোঠাৰ সকলো পৰিপাটি। মেজখন ইমান ভালকৈ সজোৱা আছে। ফুলদানিটোত পুৱা দিয়া ফুলপাহ অলপ জঁই পৰিছে, কিন্তু ফুলপাহৰ পৰা এটা অতি কোমল গোন্ধ উৰি আহি কোঠাটো পূৰ্ণ কৰি তুলিছে।

এই ঘৰ, এই কোঠা, এই ফুলৰ গোন্ধ আৰু খিৰিকীৰ বাহিৰত বৈ থকা পাতল জোনাক— সকলো মাখনৰ বহু দিনৰ চিনাকি। ইয়াত বতাহতে মাখনে এদিন কবিতাৰ ছন্দৰ পদধ্বনি শুনিছিল, ইয়াৰ নীৰৱতাত এদিন মাখনে মূক মানৱাত্মাৰ অমৰ গীতৰ স্পন্দন অনুভৱ কৰিছিল। আৰু ইয়াতেই বহি মাখনে মীৰাৰ প্ৰাণৰ লগত সংযোগ থাপনা কৰি পলাশ-বুলীয়া প্ৰেমৰ জগতৰ স্বপ্ন দেখিছিল।

বেৰত ছবিবোৰ আজিও বন্ধাই থোৱা আছে। দুই-এষাৰি কাৰোবাৰ কবিতাও বন্ধাই থোৱা আছে ঃ মেজৰ ওপৰত সৰু ফ্ৰেম এটাত বন্ধোৱা আছে দুযাৰ কথা, হয়তো বিশ্বকবিৰ ৰচনা ঃ

"হোথা বিৰহিনী ও যে স্তব্ধ প্ৰতীক্ষায়,
দণ্ড পল গণি গণি মন্থৰ দিবস তাৰ যায়।
সম্মুখে চলাৰ পথ নাই,
ৰুদ্ধ কক্ষে তাই
আগন্তুক পান্থ লাগি ক্লান্তিভাৰে
ধুলিশায়ী আশা।
কবি তাৰে দেয় নাই, বিৰহেৰ
তীৰ্থগামী ভাষা –"

মীৰাৰ কবিতা পঢ়াৰ আৰু কবিতা ভালপোৱাৰ অৱস্থাটো এতিয়াও আছে! কিন্তু হেজাৰ কবিতাৰ মাজত এনেকুৱা বিৰহৰ কবিতাৰ আশ্ৰয় লোৱাৰ কোনো অৰ্থ নাই। মীৰা আগৰে পৰা অভিমানী ছোৱালী। অনুভূতিপ্ৰৱণো। কিন্তু মীৰা দুঃখবাদী নাছিল। জীৱনক হাঁহিমুখে ল'ব পৰা সাহস আৰু মনোবল মীৰাৰ আছিল, আৰু সেই দেখিয়েই হয়তো গাঁৱৰ ল'ৰা মাখনৰ জীৱনৰ লগত নিজৰ জীৱনটো মিলাই দিয়াৰ সঙ্কল্প লোৱাৰ সময়ত ভয় বা সঙ্কোচ কৰাৰ প্ৰয়োজন বোধ নকৰিছিল।

কিন্তু আজি যেন এটা অস্পষ্ট করুণ আবেষ্টনীৰ মাজত মীৰা সোমাই আছে, যেন কোঠাটোৰ পৰিচ্ছন্ন পৰিবেশটো ভৰি এটা ক্ষুণ্ণ মনৰ, এখন ভগ্ন হৃদয়ৰ গোপন বেদনা এটা ওপঙি ফুৰিছে।

তথাপি মাখন নিৰ্বিকাৰভাৱেই বহি ৰ'ল– পাঁচ মিনিট, দহ মিনিট, আধা ঘণ্টা – প্ৰতিটো মিনিট তাৰ কাৰণে বেছি ৰহস্যজনক লাগি আহিব ধৰিলে। তাক কোঠাটোৰ ভিতৰত এৰি মীৰা ক'লৈ গ'ল? বেদাৰ নিশ্বাস ওপঙি থকা এই কোঠাটোত অকলে দুৱাৰ মাৰি বহি থকাৰ কি সাৰ্থকতা আছে? "মই আচামী, কালিলৈ ৰাতিকৈ– ইমানপৰত মই বহি থাকিম এদল কয়দীৰ লগত, দুৰ্গন্ধভৰা এটা জেলৰ ভিতৰত– দহ বছৰৰ ম্যাদ ভুগিবলৈ লোৱা ফাটেকিয়াল হৈ। আজি আধা ঘণ্টা ইয়াত বহি থকাৰ নিৰ্লজ্জ বিলাসিতাখিনি তাৰ কাৰণে অনাৱশ্যকীয় সঞ্চয়।

দুৱাৰত খট্ খট্ সৰু শব্দ হ'ল। প্ৰথমে মাখনে অনুভৱ কৰিলে যেন কোনোবা ৰাতিৰ প্ৰহৰীয়ে বন্দীশালৰ লোহাৰ দুৱাৰ খুলিছে! সি ঘূৰি চালে, পিছ মুহূৰ্ততে উঠি গৈ সি দুৱাৰখন মেলি দিলে। এজনী উদ্ভ্ৰান্ত, বিৱৰ্ণ মীৰা সোমাই আহিল। এইবাৰ দুৱাৰখন মীৰাই নিজেই বন্ধ কৰিলে।

মাখনে মীৰাৰ মুখলৈ চালে। মীৰাৰ চকু দুটাত শঙ্কিত, ভয়াতুৰ চাৱনি।

"কাবোবাৰ কিবা হৈছে নেকি?"

মূৰ জোকাৰি মীৰাই ক'লে, "ওঁ –"

"কাৰ? কাৰ কি হৈছে?"

"অন্যৰ একো হোৱা নাই –"

"তেন্তে?"

কেইটামান মুহূৰ্তৰ অসহ্য নীৰৱতা।

হঠাৎ যেন মীৰা প্ৰকৃতিস্থ হ'ল। তাই হাঁহিবৰ চেষ্টা কৰিলে, কিন্তু হাঁহিটোৱে হাঁহিৰ ৰূপ নল'লে। একো নুবুজি মাখনে মাথোন মীৰাৰ মুখলৈ চাই থাকিল। লাইটৰ ধুনীয়া পোহৰ এখিনি আহি মীৰাৰ চকুত তিৰ্‌বিৰাই উঠিল।

লাহে লাহে মীৰাই ক'লে, "আপুনি কিয় আহিল?"

মীৰাৰ ওচৰলৈ মাখন কিয় আহে, হৃদয়ৰ ওচৰলৈ হৃদয় কিয় আহে, এই প্ৰশ্নতকৈ নিষ্ঠুৰ প্ৰশ্ন আৰু হয়তো নাই। নিৰুত্তৰ মাখনৰ ওঁঠ দুটা কঁপিল, সি একো ক'ব নোৱাৰিলে।

"মোৰ চিঠি পাইছিল?"

"পাইছিলোঁ –"

"কিন্তু মোৰ আৰু পঢ়িবলৈ যোৱা নহ'ল –"

"কিয়?"

আকৌ মীৰাই হাঁহিবৰ চেষ্টা কৰিলে।

"আপুনি বুজিব পৰা নাই, নহয়?"

"মই একোকে বুজিব পৰা নাই –"

প্ৰায় সহজ ভাষাৰেই মীৰাই ক'লে, "মোৰ বিয়া হ'ব!"

ধীৰ আৰু প্ৰকৃতিস্থ থাকিবৰ চেষ্টা কৰা সত্ত্বেও মাখনৰ মুখখন একেবাৰে শেঁতা পৰি গ'ল। সি তলমূৰ কৰি লাহে লাহে ক'লে–

"অ' –"

মীৰাই নেদেখাকৈ সি তাৰ শুকাই যোৱা ডিঙিটো তিয়াই ল'বৰ চেষ্টা কৰিলে। হাতৰ মুঠিত কি এটা মূল্যবান বস্তু সি লৈ আছিল। হঠাৎ হাতৰ মাজৰ পৰা ক'ৰবাত সৰি পৰিল, হেৰাই গ'ল। তাৰ হাতৰ মুঠিটো একেবাৰে শূন্য হৈ গ'ল।

মীৰাই কিছুমান কৰুণ উত্তেজনা হেঁচি ৰাখি খৰখৰকৈ ক'লে, "আজি মানুহ আহিছিল, মোক খুব ভাল দেখিলে। ছোৱালী মানুহ বেছি পটি কি হ'ব? বিয়াৰ সকলো ঠিক্‌ঠাক্ কৰি পেলালে। তেওঁলোক এতিয়াহে গৈছে, ভালেমান মানুহ আহিছিল –"

মীৰাৰ কথাবোৰৰ যেন সঙ্গতি হেৰাই গৈছে। তাই অসম্ভৱ ৰকমে ৰঙা পৰিছে, তাইৰ চকু দুটা উজ্জ্বল হৈ উঠিছে, তাই যেন ক'ৰবাত কাৰোবাৰ ঘৰত লগা দপ্‌দপীয়া জুই একুৰা নুমাই হেলাই-হেফাই আহিছে!

মাখনে নিজেই বুজিবলৈ টান পালে, আজি সি ইমান ধৈৰ্য ক'ৰ পৰা পাইছে। দোকানত কাপোৰৰ দাম হঠাৎ বাঢ়িছে বুলি কোৱাত যিদৰে মনত অস্বস্তি হ'লেও উত্তেজিত হ'বলগীয়া একো নেথাকে, তাৰ যেন মীৰাৰ বাতৰি শুনি আচৰিত বা দুঃখিত হ'বৰ কোনো কাৰণেই নাই।

লাহে লাহে মাখনে ক'লে, "অ' শুনি ভাল পাইছোঁ, মীৰা। তোমাৰ চিঠিখন পাই ভাবিছিলোঁ যে এনেয়ে হে তুমি তেনেকৈ লিখিছা। সেই দেখি তোমাৰ ভৱিষ্যৎ ভাবি মোৰ অলপ চিন্তা লাগিছিল?"

মীৰাই ফেনখন খুলি দিলে, আৰু ক'লে, "তেওঁলোক গৈছেগৈ, আমাৰ ঘৰৰ সকলো তেওঁলোকক ষ্টেচনত আগবঢ়াই থ'বলৈ গৈছে। আপুনি এপিয়লা চাহ খাব নে? কৰি আনো?"

"মই যাবেই মীৰা, এনেয়ে আহিলোঁ। কালিলৈ মোকৰ্দমা আছে– জজৰ আদালতত, দহ-বাৰ বছৰ জেল হ'ব হয়তো। সেই কাৰণে ভাবিলো তোমাক এবাৰ চাই যাওঁ। জেলৰ পৰা আহি হয়তো তোমালোকক, তোমাক দেখাকে নেপামহি –"

মীৰা খিৰিকীখনৰ কাষত থিয় হৈ আছে, বাহিৰত পাতল জোনাক। মেজৰ ওপৰৰ ঘড়ীটোৱে লাহে লাহে সময় পাৰ হৈ গৈ থকাৰ শান্ত জাননী দি গৈছে। ঘূৰি থকা ফেনখনৰ পৰা অহা সোঁ সোঁ শব্দটোৱে নীৰৱ কোঠাটো কিছুমান অশান্ত শব্দেৰে ভৰাই তুলিছে।

নীৰৱতাখিনি অসহ্য লাগিছিল মাখনৰ। সি যেন এটা কবৰৰ ভিতৰত সোমাই আছে, বহুত দিনৰ পৰা গোট খাই থকা কিছুমান বদ্ধ বায়ু যেন চাৰিওফালৰ পৰা

আহি তাৰ নাক-মুখ বন্ধ কৰি ধৰিছেহি। কাৰোবাৰ এখন নেদেখা নোমাল হাতে তাৰ বুকুখন হেঁচা মাৰি ধৰিছে।

মাখন থিয় হ'ল।

তাৰ বিদায় লোৱা হৈ গৈছে। মীৰাৰ তাক কোনো প্ৰশ্ন সুধিবলগীয়া নাই, আৰু তাৰো কোনো কথা ক'বলগীয়া নাই। ইয়াৰ পিছত, আজিৰ পিছত এই কোঠাটোত সোমাবৰ তাৰ কোনো অধিকাৰ নেথাকিব। মীৰাৰ মুখলৈ চকু তুলি চাবৰো কোনো অধিকাৰ তাৰ নেথাকিব। সি মীৰাৰ ফালে চালে, মীৰাই তেতিয়াও বাহিৰলৈ চাই আছে– যেন এটা প্ৰাণহীন শিলামূৰ্তি।

"মীৰা –"

মীৰাই ঘূৰি চালে।

"জানিছোঁ, মই নহা হ'লেই ভাল আছিল। কিন্তু মনটোৱে নেমানিলে। মোক ক্ষমা কৰিবা– এই কথা ক'বৰ শক্তি মোৰ নাই। অলপ আমনি কৰিলোঁ– যাওঁ –"

মীৰাই উদ্ভ্ৰান্তভাৱে কি যেন ভাবিছিল। তাই যেন কোনো কথাকে বুজিব পৰা নাই। সকলো ওলট্-পালট্ হৈ গৈছে। তাইৰ জীৱনত আৰু মাখনৰ ঠাই নাই। মাখনৰ পৰিচয় তাই পাহৰি যাব লাগিব। মাখনক তাই পাহৰি যাব লাগিব। তাইৰ কোনো অতীত নাই।

মীৰা ঘূৰিল, দুখ আৰু অভিমানত মীৰাৰ মুখখন জুই যেন ৰঙীন হৈছে। তাইৰ চকু দুটাৰ পৰা যেন জুইৰ ফিৰিঙতি ওলাইছে।

মাখনৰ বৰ পিয়াহ লাগিছিল। ডিঙি ওঁঠ তাৰ একেবাৰে শুকাই গৈছিল। তাৰ মীৰাক খুজি এগিলাচ পানী খাবৰ হেঁপাহ হৈছিল। কিন্তু তাৰ মুখৰ মাত নুফুটিল। কোনোমতে সি ক'লে, "মই যাওঁ মীৰা, তোমাৰ সময় নষ্ট হৈছে –"

তাৰ পিছত সি কাগজেৰে বান্ধি অনা কিতাপখন মীৰাৰ মেজখনত থৈ ক'লে, "এৰা, দুবছৰমানেই হ'ল কিজানি, তুমি যে বিচাৰিছিলা কিতাপখন, কিন্তু বজাৰত ক'তো নেপালোঁ। মোৰ কপিটোকে আনিলোঁ, তাকে পঢ়িবা –"

মীৰাই টান মাৰি কিতাপখন বান্ধি অনা কাগজখন একৰাই পেলালে। -লক্ষীধৰ শৰ্মাৰ– 'ব্যৰ্থতাৰ দান' এখন, ভালেমান পুৰণি।

মীৰাই এবাৰ মাখনলৈ চালে, তাই যেন কাকো দেখা নাই, একো বুজা নাই।

লাহে লাহে আৰু একো নকৈ মাখন কোঠাটোৰ পৰা ওলাই আহিল। তাৰ কাণত বাজিব ধৰিলে ফেনখনৰ সোঁ-সোঁ শব্দ। জোনাকবোৰত কাৰোবাৰ বুকুৰ কিছুমান তপত নিঃশ্বাস।

সি আৰু পাছলৈ ঘূৰি নেচালে। তাৰ মনটো একপ্ৰকাৰ পাতল লাগিল। মীৰাক একো দিব নোৱাৰিলেও এদিন তাই বিচৰা 'ব্যৰ্থতাৰ দান'খন দি আহিব পাৰিলে সি।

সি আহি ৰাতি থাকিবলৈ লোৱা হোটেলখনৰ মুখ পালেহি। সি ভিতৰলৈ সোমাই যাব ধৰিছিল– একাষৰ পৰা কোনোবাই তাক মাতিলে।

"মাখন –"

অলপ চিনাকি যেন মাতটো শুনি মাখনে ঘূৰি চালে– খাকী পোছাক পিন্ধা এটা মানুহ আৰু এজনী তিৰোতা –।

মানুহহাল মাখনৰ কাষ চাপি আহিল।

"মই হে মাখন, চিনিব পৰা নাই নে?"

"অ' গোলাপ –"

"এৰা –"

অকণমান সময় নীৰৱে থাকি দুয়োলৈকে এবাৰ চাই মাখনে ক'লে, "আহ, ভিতৰলৈকে আহ –"

এতিয়া তাৰ কোনো ভয নাই। সি এতিয়া পৃথিৱীৰ যেই কোনো পলাতকক সহজে আশ্ৰয দিব পাৰে। সি জীৱনৰ অনিশ্চিত পথৰ যাত্ৰী, তাৰ ঘৰ নাই, আৰু পথৰ আশ্ৰয় দিয়াত তাৰ ভয়ৰ কাৰণ কি?

তিনিও গৈ মাখনৰ কোঠাটো পালেগৈ। সৰু কোঠা, ৰাতিটো থাকিবৰ কাৰণে লোৱা, এখন সৰু মেজ আৰু এখন চকী। সিহঁত দুয়োটা বিছনাতে বহিল, মানুহজনী থিয় দি থাকিল।

"তুমি তাতে বহা –" চকীখনলৈ দেখুৱাই মাখনে ক'লে। যেন পৃথিৱীৰ সকলো একে আছে, ক'তো একো হোৱা নাই। আজি ইমান দিনৰ মূৰত গোলাপক এইদৰে লগ পোৱাটোত যেন আনন্দিত হ'বৰ, বিস্মিত হ'বৰ একো নাই।

গোলাপে শঙ্কিতভাৱে মাখনৰ মুখলৈ চালে– তাৰ খং উঠিছে নেকি? মাখন শান্ত।

মাখনে কলিং-বেলটো বজালে। বয়টোক ক'লে, "দুপিযলা চাহ, আৰু এগিলাচ ঠাণ্ডা পানী– মোৰ পিয়াহ লাগিছে –" গোলাপে ভয়ে ভয়ে কিন্তু আত্মীয়তাৰ সুৰত ক'লে, "কালিলৈ কে'চৰ তাৰিখ আছে?"

"ওঁ", নিৰ্বিকাৰভাবে মাখনে ক'লে।

"মই হঠাৎ খবৰটো পালোঁ, মিলিটাৰী কেম্পত আছিলোঁ –"

"অ' –" মাখনৰ মাতটোত কোনো অনুভূতি নাই।

মইনাই একেথৰে মাখনৰ মুখলৈ চাই ৰ'ল।

বয়টোৱে চাহ আৰু পানী দি গ'ল। মাখনে পানীগিলাচ পি খালে, আৰু দুয়োলৈকে চাহ দুপিয়লা আগবঢালে।

চাহ পিয়লা হাতত লৈ গোলাপে ক'লে, "ৰাতিপুৱাই পালোঁহি। উকীলৰ ওচৰলৈ গৈছিলোঁ। উকীলক সকলো কথা ক'লোঁ –"

মাখনে একো নেমাতিলে। কথা ক'বলৈ গোলাপৰো ভয় লাগিল। মাখনৰ তাৰ ওপৰত অকল খঙেই উঠা নাই, ঘিণো লাগিছে।

হঠাৎ মাখনে সুধিলে, "তহঁতে কিবা খালি নে?"

"ওঁ খাইছোঁ, খাইছোঁ! সেইবোৰ তই ভাবিব নেলাগে –"

"ৰাতি ক'ত থাকিবি?"

"থাকিম য'তে-ত'তে, আমাৰ কথা বাদ দে।"

আকৌ মাখন মনে মনে থাকিল। অলপ সাহস পাই গোলাপে ক'লে, "মোক ধৰিব নোৱাৰিহে তোক আচামী কৰিলে –"

মাখনে যেন এইবোৰ কথা ভবাই নাছিল। সি এবাৰ সিহঁত দুটাৰ মুখলৈ চালে, তাৰ পিছত কি যেন মনত খেলাই ক'লে, "মোৰ অলপ কাম আছে, ওলাই যাম। মই ভাত দিবলৈ কৈ যাম– ইয়ালৈকে পঠিয়াব। ৰাতি তহঁত ইয়াতে থাকিব পাৰিবি –"

মাখন উঠি দুৱাৰ মুখ পালেহি। এইবাৰ অপ্ৰত্যাশিতভাৱে মইনাই মাত লগালে– "শুনকচোন –"

মাখন ৰ'ল, কিন্তু ঘূৰি নেচালে।

"ময়ো আপোনাৰ ওচৰলৈকে আহিছোঁ –"

এইবাৰ মাখন ঘূৰিল আৰু তীব্ৰভাৱে মইনাৰ মুখলৈ চালে–

মইনাই ক'লে, "আমাৰ কাৰণে আপুনি বাহিৰ ওলাই যাব নেলাগে। আমি যামেই।"

ছোৱালীজনীৰ মাতটোত দৃঢ়তা আছে। মইনাৰ কথা শুনিবৰ কাৰণে মাখনে কাণ দিলে'

"মোক আপুনি চিনি নেপায়, কিন্তু মই আপোনালোকৰ কথা সকলো শুনিছোঁ। আপুনি কোনো চিন্তা নকৰিব। কালিলৈ আমি কাছাৰীলৈ যাম –"

ছোৱালীজনীৰ কথাত মাখনৰ হাঁহি উঠিব খুজিলে। কিন্তু নেহাঁহি সি ক'লে, "বাৰু, বাৰু, ভাত খাই তোমালোক শুই থাকা– মই আহিছোঁ।"

তাৰ কথাত মইনা আৰু গোলাপ অলপ বিস্মিত হ'ল। মাখনটোৱে ক'ৰবাত কিবা অঘটন ঘটাবলৈ যোৱা নাইতো?

মাখনে কিন্তু সিহঁতলৈ অপেক্ষা নকৰি কোঠাটোৰ পৰা ওলাই তললৈ নামি গ'ল।

সি ঘূৰি অহালৈ অপেক্ষা কৰি মইনা আৰু গোলাপ বহি থাকিল। গোলাপে কেৱল নিজকে কোৱাদি ক'লে, "সি সদায় তেনেকুৱা। কোনো কথা তাৰ গাত নেলাগে। পিছে মাখনটো বৰ খীণাল।"

## একচল্লিশ

চেচন্‌চ জজৰ এজ্‌লাচৰ মোকৰ্দমাবোৰ প্ৰায়ে অলপ চাঞ্চল্যকৰ হয়। মক্কেল নোহোৱা ডেকা উকীল, স্কুল-কলেজৰ ছাত্ৰ, কাছাৰীৰ কাম নথকা কেৰাণী, অন্য গোচৰৰ সম্পৰ্কত অহা মানুহ, জুৰীৰ মেম্বাৰ, পুলিচৰ বিষয়া, বাদী-ফৰিয়াদী, সাক্ষী

আৰু গুচৰীয়া-পদকীয়াৰ ইষ্ট-মিত্রেৰে জজ ক'ৰ্টৰ চাৰিওকাষ ভৰি পৰে। মাজে মাজে পুলিচ-টেকেলাৰ হতুৱাই মানুহ আঁতৰাব লগা হয়। তাতে যদি "ছোৱালী চুৰিৰ মামলা" হয়, আৰু ছোৱালীজনী জোনাৰ নিচিনা ধুনীয়া হয়, তেতিয়া কৌতূহল আৰু বাঢ়ে। উকীলৰ ব'-কলাৰ-চশমা বেছি খমখমীয়া হয়, হাকিমৰ মুখৰ গাম্ভীৰ্য আৰু বাঢ়ে। কনষ্টেবল-টেকেলাকেইটা তৎপৰ হৈ পৰে।

মাখনৰ মনে মনে আমোদ হৈছিল— সি ইয়ালৈ আহিব লাগিছিল জজ হৈ, হাকিম হৈ, আহিছে আচামী হৈ। জীৱনৰ সোঁতে কাৰোবাৰ নাও লগায় ঘাটত, কাৰোবাৰ শুকান বলুকাত আৰু কাৰোবাৰ জীৱনৰ নাও চাৰনৈয়াত টলং-ভটং কৰি তললৈ যায়।

সি যেন আজি লাজ পাব নজনা হৈ গৈছে। সকলো মানুহ বিস্ময় আৰু কৌতূহলেৰে তাৰ মুখলৈ চাইছে— এনেকুৱা এটা শিক্ষিত ডেকা আচামী হ'বলৈ গ'ল কিয়? জোনাৰ ফালে চাই কোনোৱে অৰ্থপূৰ্ণভাৱে মূৰ দুপিয়ালে – এনেকুৱা এজনী ছোৱালীৰ লগত পিছল খোৱা অসম্ভৱ নহয়।

"মই নিৰ্লজ্জৰ দৰে হাঁহিছোঁ নেকি? সেই বগা ধুনীয়া মানুহজনীয়ে মোৰ ফালে ইমান মৰমলগাকৈ চাইছে কিয়? আৰু চকুত দৃঢ়তা থকা এই ছোৱালীজনী– তাই আহিছে কিয়। নহয়, নহয়, উকীলে কিবা কথা সুধিছে। মই ভালকৈ থিয় হৈ থকা দৰকাৰ। জজে মোক কি ভাবিব, জুৰীৰ মানুহকেইজনে মৌলৈ পুতৌৰ চকুৰে চোৱা নাই নে?

গোলাপটো ক'ৰ পৰা আহিল। আঃ, সি দেখোন কিবা কৈছে। সি আকৌ আহিল কিয়?"

... "ঘৰত জোনাক লৈ থাকিবলৈ নিদিলে, অন্য কোনো ঠায়ো নাছিল। মাখন মোৰ ল'ৰাকালৰ বন্ধু – একে গাঁৱৰে। পলাই পলাই ফুৰোঁতে তাৰ কথা মনত পৰিল– সি চৰকাৰী চাকৰি কৰি চাৰিকড়িয়াত আছিল –"

"জোনাক লগে লগে লৈ ফুৰাইছিলি –?"

"হয় দেউতা, দিনটো ক'ৰবাত হাবিয়ে-বননিয়ে লুকাই থাকোঁ, ৰাতি ৰাতি পলাওঁ। সেইদৰে গৈ গৈ এদিন গধূলি মাখনৰ ঘৰ ওলালোঁগৈ –"

"কেনেকৈ চিনি পালি?"

"মানুহক সুধি সুধি পালোঁ।"

"মাখনৰ ঘৰত জোনাক থৈ ক'লৈ গ'লি? পলাইছিলি?"

"দুটা মানুহক মাখনে সদায় কিমান খুৱাব। দক্ষিণত অলপ পইচা পাবলগীয়া আছিল, বিচাৰি আনিবলৈ গৈছিলোঁ –"

"গৈ পিছে নহা হলি কিয়?"

"বৰ বৰষুণ আছিল সেইকেইদিন। তাতে দিনতে ওলাবলৈ ভয় লাগে। ঘূৰি গৈ পালত দেখিলোঁ জোনাক লৈ মাখন নগৰলৈ গৈছে। ময়ো ওলালোঁগৈ।"

“তইঁতক ধৰিবৰ কাৰণে ৱাৰেণ্ট থকাৰ কথা নেজানিছিলি?”

“জনা নাছিলোঁ। জোনা নিজৰ ইচ্ছামতে মোৰ লগত আহিছিল।”

“পিছে জোনাক পুলিচে ধৰিলত, তই পলাই গুচি গলি কিয়?”

“মোক ৰাখি জোনাক এৰি দিবলৈ পুলিচক বহুত কৈছিলোঁ, পিছে মোক নধৰিলে। মাখনৰ কোনো দোষ নাই হুজুৰ। সকলো জগৰ মোৰ।”

অলপ বিস্ময়েৰে মাখনে গোলপৰ মুখলৈ চালে। গোলাপে এইবোৰ কি অবান্তৰ কথা কৈছে। সি আকৌ জগৰীয়া হ'ব কিয়। জজ আৰু জুৰীয়ে তাৰ কথা কেতিয়াও বিশ্বাস নকৰে। পৃথিৱীৰ সকলোৱে জানে মাখন দোষী, মাখন জগৰীয়া।

“তোমাৰ নাম?”

“মইনা –”

“মইনা! কালি ৰাতি ছোৱালীজনীক ক'ৰবাত দেখিছিলোঁ নেকি? এই আকৌ ক'ৰ পৰা আহিল? কিয় আহিল? এই কি ক'ব? জোনাৰ নিৰ্চিনাকৈ মইনায়ো ক'ব নেকি যে মই তাইকো ...?”

গোটেই পৃথিৱীখনে তাৰ ব্যক্তিত্বৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছে! “মোৰ ফাঁচি হ'ব নেকি?”

“মিলিটাৰী কেম্পত কিয় আছিলা?”

“হুজুৰ মই পেশা [illegible]। চলিব মেলিবৰ [illegible] উপায় নথকাত মিলিটাৰী কেম্পত ঘূৰি ফুৰিছিলোঁ –”

“ A public woman” – কোনোবা এজন উকীলে মন্তব্য কৰিলে।

তাৰ পিছত জোনাৰ ফালে দেখুৱাই ক'লে, “এদিন গধূলি দেখিলোঁ দুটা মিলিটাৰীয়ে এওঁক এখন জীপৰ পৰা নমাইছে।” মইনাই এবাৰ জোনাৰ আৰু এবাৰ গোলাপৰ মুখলৈ চালে। এজলাচৰ সকলোৰে চকুত ৰহস্যভৰা কৌতূহল।

“গোলাপ ককাইদেৱে সেই কেম্পতে কাম কৰে। এওঁক আনি মিলিটাৰী এটাই মোৰ ওচৰত থৈ ক'লে, “এইক ৰাখিবি, আমি পিছত আহিম।”

“তাৰ পিছত?”

“এওঁক কথা-বতৰা সুধিলোঁ, ক'লে, ‘মোক মিলিটাৰীয়ে বাটৰ পৰা ধৰি আনিলে।’ তেতিয়া মই গোলাপ ককাইদেউক মাতি আনিলোঁ আৰু আমি তিনিওটা তেতিয়াই পলালোঁ –”

“এইবোৰ তই কি কৈছ মইনা –”

গোলাপক চুপ কৰি দি উকীলে ক'লে, “তাৰ পিছত?”

“এওঁলোকক কেম্পৰ বাহিৰ কৰি দি মই আকৌ ঘূৰি গ'লোঁ। মিলিটাৰীকেইটা মদ খাই ঘূৰি আহিল। মই ক'লো যে মানুহজনীক জোৰ কৰি কেইটামান অন্য মিলিটাৰীয়ে ধৰি লৈ গ'ল।”

হঠাৎ ফৰিয়াদী মঞ্চৰ পৰা জোনাই চিঞৰি উঠিল, "এইবোৰ তাই সাজি কৈছে হুজুৰ। মই এইক কোনোদিন দেখা নাই। মোক ক'ত মিলিটাৰীয়ে ধৰি নিছিল?"

মইনাই তাইৰ কথালৈ কাণ নিদি জজ আৰু জুৰীৰ ফালে চাই ক'লে, "হুজুৰ, মই গোলাপ ককাইদেউক চিনি পাওঁ। এওঁক চিনি নেপাওঁ। তথাপি আমাৰে ছোৱালী এজনী মিলিটাৰীয়ে নিয়া দেখি মই ককাইদেউৰ লগতে এওঁক সকৰাই পঠিয়াইছিলোঁ – তেওঁ নিৰ্দোষ হুজুৰ –"

এজলাচ নীৰৱ। জজে অলপ পৰ কিবা ভাবি গহীন হৈ ক'লে "আৰু কি জানা?"

"আৰু হুজুৰ, এখেত মাখন ককাইদেউ, একেবাৰে নিৰ্দোষ, আৰু দেৱতাৰ নিচিনা মানুহ।"

"এজনী বাৰাঙ্গনাই চাৰ্টিফিকেট দিছে মই নিৰ্দোষ, মই নিৰপৰাধ, মই দেৱতাৰ নিচিনা! তাই কেনেকৈ জানিলে! ক'ত তাই মোৰ দেৱত্বৰ প্ৰমাণ পালে' মীৰাইতো জানে মই অপৰাধী। আৰু জোনায়োতো জানে। এতিয়াই জোনাই কৈ দিব - মই জঘন্য দোষত দোষী, মই এটা পশু।"

"ডিফেন্সৰ কিবা ক'বলগীয়া আছে নেকি? এটা কথা মনত ৰাখিব– গোলাপৰ লগত জোনা যোৱা আৰু তাৰ লগত থকা-ফুৰাৰ বিষয়ে সকলো কথা জনা গৈছে! সেই সম্পৰ্কে কোনো প্ৰশ্ন কৰাৰ পৰিবৰ্তে আচামী মাখনৰ সম্পৰ্কে দৰকাৰ থাকিলে সুধিব পাৰে!"

" I shall cross examine complamant. জোনা –"

"Jana is not complamant, please."

" Right, এইটো মনত ৰাখিবলগীয়া কথা যে নিম্ন আদালতত হাজিৰ কৰাৰ পূৰ্বলৈকে জোনাই যি অভিযোগ কৰিছিল সেই অভিযোগ গোলাপ বা মাখনৰ বিৰুদ্ধে নাছিল, It was against her husband, Premdhar বাৰু জোনা –" উকীলে জোনাক সম্বোধন কৰাৰ লগে লগে সকলোৰে চকু জোনাৰ ওপৰত পৰিল। কোনোত এটা চাৰি মহীয়া কেঁচুৱা লৈ শান্ত, অবিচলভাৱে জোন থিয় দি আছে। জজে এবাৰ জোনাৰ মুখলৈ চাই তাৰ পিছত জুৰীৰ মেম্বাৰসকলৰ ফালে চালে– তাৰ পিছত উকীলক ক'লে ঃ

"আপুনি সুধিব পাৰে –"

"ঘটনাটো কি হৈছিল বাৰু জোনা –" উকীলৰ মাতত ঘৰুৱা সুৰ।

পৃথিৱীখন ঘূৰিছে। মানুহৰ চকুবোৰ কোটৰৰ পৰাই পলাই আহি কাছাৰীঘৰৰ চাৰিওফালে নাচিছে। বলি থকা বতাহজাক বন্ধ হৈ গ'ল। মৰিশালিৰ পৰা পলাই অহা শবোৰ কেনেকৈ বহি আছে! ৰঙা টিক্‌টিকীয়া শিশু এটা মাকৰ বুকুত মুখ লুকাই কিবা এৰাৰ বেয়া কথা নুশুনিবৰ চেষ্টা কৰিছে!

"মই কৈছিলোঁ, মই মিছা ক'ব নোৱাৰোঁ। পিছে পুলিচেও ক'লে, গোসাঁই উকীলেও ক'লে, আৰু এওঁলোকে গোসাঁই উকীলে শিকাই দিয়া মতে নক'লে মোক কাটি পেলাম বুলিলে, সেই দেখি ভয় লাগি শিকাই দিয়া মতেই ক'লোঁ।"

মানুহবোৰৰ মাজত অস্পষ্ট গুঞ্জন আৰম্ভ হ'ল।

"মাখনৰ ঘৰত তুমি আছিলা?"

"আছিলোঁ –"

"তেতিয়া গোলাপ নাছিল?"

"নাছিল –"

"মাখনৰ লগত নগৰৰ্লৈ আহি বাটতে এৰাতি ডাক-বঙলাত আছিলা?"

"আছিলোঁ।"

"তাত আৰু কোনো নাছিল?"

"নাছিল!"

অলপ পৰৰ অশ্লীল মৌনতা!

"মাখনৰ লগত তুমি কেনেকৈ আছিলা?"

"মই তেখেতক ককাইদেউ বুলি মাতিছিলোঁ, তেখেতে মোক ভনী বুলি মাতিছিল; আমি ককাই-ভনীৰ নিচিনাকৈ আছিলোঁ।"

"এইবোৰ কি কৈছা। তোমাৰ আগেয়ে কোৱা কথা সকলো লিখা আছে।" প্ৰেমধৰৰ উকীলে ক'লে।

"আগেয়ে মিছা কথা কৈছিলোঁ। গোসাঁই উকীলে শিকাই দিছিল! আৰু সেইদৰে ক'লে কাবো একো নহয় বুলি কৈছিল।"

"এইবাৰ পিছে কোনে শিকাই দিয়া কথা কৈছা?"

"কোনেও শিকাই দিয়া নাই। মোৰ কোলাত এইটো কেঁচুৱা আছে হুজুৰ, মই মিছা কথা কোৱা নাই। মাখন ককাইদেউ দেৱতাৰ নিচিনা মানুহ।"

জোনাই মাখনৰ চকুলৈ চালে। মাখনে একো দেখা নাই, একো শুনা নাই। পাখিলগা কবিতা কিছুমান আকাশৰ বুকুৰেদি উৰি গৈছে। সিহঁতৰ বগা পাখিবোৰত অকণো মলি নাই।

তাৰ পিছত কি হ'ল মাখনে বিশেষ একো বুজি নেপালে। উকীলে কিবা সুধিলে, পেছকাৰে বহুত কাগজ-পত্ৰ জজক দেখুৱালে, জুৰীৰ মানুহবোৰ উঠি গ'ল, দৰ্শকবোৰৰ কিছুমান আঁতৰি গ'ল, কিছুমান ৰৈ থাকিল– কৌতূহল লৈ।

বেলি পৰি আহিল। মাখনে এবাৰ চালে পশ্চিমৰ আকাশখন অপূৰ্ব ধুনীয়া হৈছে। জেতুকা-বুলীয়া আকাশখনত কোনোবা স্বপ্নলোকৰ ৰাঙলী প্ৰতিবিম্ব।

" In future don't shelter sin, you may go now youngman. Accused Makhan is not guilty. মাখন নিৰ্দোষ।" জজে গহীনকৈ ক'লে।

গোলাপৰ পাঁচ বছৰ সশ্ৰম কাৰাদণ্ড হ'ল। কাৰণ জোনাৰ ইচ্ছানুযায়ী হ'লেও পৰৰ তিৰোতাক পলুৱাই নিয়া দোষত সি দোষী।

হাতকেৰেয়া লগাই থকা অৱস্থাত গোলাপে ক'লে, "মোৰ কাৰণে অকণো নেভাবিবি। তই যে বাচিলি, তাৰ কাৰণে মোৰ বৰ ভাল লাগিছে। মইনাজনীক পাৰিলে

কিবা এটা দিহা কৰি দিবি। তাইৰ ক'তো কোনো নাই। তাইক আকৌ মিলিটাৰীৰ কেম্পলৈ ঘূৰি যাবলৈ নিদিবি।"

মাখনে একো ক'ব নোৱাৰিলে। সি কনষ্টেবলকেইটাৰ লগত পাছলৈ ঘূৰি ঘূৰি চাই জেললৈ খোজ লোৱা গোলাপৰ ফালে একেথৰে চাই থাকিল– ভালেমান পৰ।

হঠাৎ ঘূৰি চাই সি দেখে তাৰ পাছতে থিয় হৈ মইনায়ো গোলাপৰ ফাললৈকে চাই আছে। তাইৰ শেঁতা মুখখন একেবাৰে বিৱৰ্ণ আৰু শুকান হৈ গৈছে।

কাছাৰী ভাগিছে। পৃথিৱীখন ৰাঙলী হৈছে। শেষৰ ৰ'দচেৰেঙা আহি পৰিছেহি কাছাৰী-ঘৰৰ ৰঙা ইটাৰ বেৰকেইখনত, মইনাৰ মুখত, আৰু – সৌজনী কোন?

টুক্‌টুক্‌ কৰে ৰাঙলী এখন মুখ, কোমল হাঁহিভৰা দুটা চকু, কোলাত এটা লোদোৰ-পোদোৰ ধুনীয়া কেঁচুৱা। জোনাই কিবা এটা কওঁ কওঁ কৰি মাখনৰ ফালে চাই আছে। অলপ পৰ মাখনেও জোনাৰ মুখৰ ফালে স্বপ্নাৱিষ্টৰ দৰে চালে, তাৰ পিছত তলমূৰ কৰিলে।

কিছুমান অচিনাকি মানুহ আহি জোনাৰ ওচৰত ৰৈছেহি।

"ৰৈযে থাকিলি দেখোন জোনা– নেযাৱ নেকি?"

জোনাই একো নেমাতিলে। কি যেন এটা দৃঢ় সিদ্ধান্ত কৰি তাই থিয় দি আছে। ওচৰত থকা সকলো মানুহে তাইলৈ ভয় কৰিছে।

মাখনেও যেন কি কৰিব লাগে পাহৰি গৈ অলপ পৰ থিয় হোৱা ঠাইতে থিয় দি ৰৈ থাকিল।

কাইলৈকো ভ্ৰূক্ষেপ নকৰি সহজভাৱে জোনা এখোজ দুখোজকৈ মাখনৰ কাষ চাপি আহিল।

তাইৰ বুকুৰ মাজৰ পৰা শুন-নুশুন মাতেৰে এটা শব্দ ওলাই আহিল– "ককাইদেউ–"

মাখন অলপ উচাপ্‌ খাই উঠিল, কোলাত ধুনীয়া কেঁচুৱাটো লৈ জোনা তাৰ কাষত থিয় দি আছে।

সি মূৰ তুলি চালে, ধুনীয়া কেঁচুৱাটোৱে তাৰ সৰু ধুনীয়া চকু দুটাৰে অবোধ্য চাৱনিৰে যেন মাখনলৈ চাই আছে।

মাখনে এবাৰ ল'ৰাটোলৈ চালে, তাৰ পিছত জোনাৰ মুকলৈ চালে। জোনায়ো চকু দুটা তুলি মাখনৰ চকুলৈ চালে। মাখনে যেন হঠাৎ দেখিলে থানাত পুলিচৰ হাতত এৰি অহা সেই নিঃসহায় ছোৱালীজনী, তাইৰ চকু দুটাই যেন কৈছে, "মোক এৰি নাযাবা ককাইদেউ, ইহঁতে মোক মাৰি পেলাব।"

মাখনে দূৰত ৰৈ জোনাৰ ফালে অলপ উগ্ৰতা আৰু উদ্বিগ্নভাৱে চাই থকা মানুহকেইটালৈ চালে। সি অনুভৱ কৰিলে যেন আজি সি সিদিনাৰ দৰেই দুৰ্বল, আজি সি জোনাক উদ্ধাৰ কৰিবলৈ অক্ষম।

সি আকৌ এবাৰ জোনালৈ চালে, তাৰ পিছত তলমূৰ কৰি ঘূৰি লাহে লাহে আলিবাটৰ ফালে খোজ ল'লে।

থিয় দিয়া ঠাইতে অলপ পৰ বৈ থাকি জোনায়ো এখোজ-দুখোজকৈ গৈ প্ৰেমধৰ-দেবেনহঁতৰ লগ ধৰিলেগৈ।

সন্ধিয়াৰ আন্ধাৰে পৃথিৱীখন ঢাকি আনিছিল। ব্যৰ্থতা আৰু পৰাজয়গধুৰ বেদনা এখিনি বুকুত লৈ লাহে লাহে মাখন যাবলৈ ধৰিলে।

"আমি এতিয়া ক'লৈ যাম, ককাইদেউ –" মইনাই সুধিলে।

আন্ধাৰৰ মাজেদিয়ে মাখনে এবাৰ সৰ্বহাৰা মইনাজনীৰ ফালে চালে। সি একো মাতিব নোৱাৰিলে।

কিন্তু নিজৰ মনতে সি ক'লে, "যলৈকে নেযাওঁ লাগিলে, মীৰাহঁতৰ ঘৰলৈ যে নেযাওঁ– সেইটো ঠিক।"

ৰাজআলিৰ দাঁতিৰ চাকিটোৰ চাৰিওফালে তেতিয়া বহুত চগা উৰি ফুৰিছে।

"জোনা আৰু নমৰে। এতিয়া তাইৰ কোলাত আছে এটা শিশু –" এনেয়ে মাখনে ভাবিলে।



## এষাৰ কথা

বহুতে এই কাহিনীটো অবিশ্বাস্য বুলি ভাবিব পাৰে, কিয়নো এটা সত্য ঘটনাৰ অৱলম্বনত গল্পটো ৰচনা কৰা হৈছে।

বৰ্তমান আমাৰ জীৱনৰ বহুত সঁচা ঘটনাও বিশ্বাস কৰিবলৈ আমি ভয় কৰোঁ। আমি সভ্য মানুহ!

জীয়া-জুৰিৰ ঘাটিক উপন্যাস নুবুলি এটা দীঘল গল্প বুলিলেও আপত্তিৰ কোনো কাৰণ নাই।

— মালিক

## প্ৰস্তাৱনা

খোজবোৰ পিছলি পিছলি যায়।

– এখোজ, দুখোজ– এবেঁও, দুবেঁও!

শুকান বালিত শুদা ভৰিৰ গোৰোহা-পিছলা খোজ।

মৰা নদীৰ চেৰা-সুঁতিত যৌৱন-শঙ্কিত প্ৰাণৰ ভীতু খোজ।

আকাশত ফাগুনৰ হাঁহি।

মৰ্বনেৰ শুকান বালি-চাপৰিত শুকান চ'তৰ বুকু শুকাই নিয়া তাপ।

বালি-বলুকাত থিয় দি চালেহে চাৰিওফালে চালে– মৰি-সুঁতি, শুকান বালি, উদাসীন কাঁও-বননিৰ নিৰস বিননি।

আকাশত ফাগুনৰ হাঁহি।

– এখোজ, দুখোজ, এবেঁও, এহাত–

চালেহ আগবাঢ়িল।

তাৰ আগে আগে উৰি গ'ল এটা নাম নজনা অচিনাকি চৰাই– বগা পাখি, ৰঙা ঠোঁট।

চালেহ লাহে লাহে আগবাঢ়িল।

জীৱনৰ মৰা-নদীৰ বুকুত কেৱল শুকান বালি-চাপৰিৰ বিশ্ৰী উদাসীনতা।

চালেহৰ ভয় লাগিছিল।

আগে আগে চৰাইটো উৰি গৈছিল– কাঁও বননিৰ সিপাৰলৈ, মৰা-সুঁতিৰ বালি-চাপৰিৰ সিপাৰলৈ। হাঁহি থকা আকাশখনেৰে ভৰি থকা সেউজীয়া হাবিখনৰ ফালে।

পিছে পিছে চালেহে খোজ দিছিল।

তাৰ গাত এজাক কোমল বতাহ লাগিল। ভৰিৰ তলৰ বালিবোৰ অলপ জীপ থকা যেন লাগিল। কোমল যেন লাগিল। কাঁও বননিখন বেছি সেউজীয়া, বেছি সজীৱ যেন লাগিল।

চালেহে এবাৰ তললৈ চালে— ভৰিৰ ফালে। সি বিস্মিত হ'ল। কোনোবা মুহূৰ্তত নিজেই ক'ব নোৱাৰাকৈ সি মৰঁনৈৰ শুকান বালি-চাপৰি পাৰ হৈ আহিল। সি কেতিয়াবা অজানিতেই আহি জীয়া-জুৰিৰ ঘাট পাইছেহি।

জীয়া-জুৰিৰ ঘাট।

ফটিকাপানীৰ ধাৰ-নিছিগা সোঁত।

বালি-চাপৰি নহয়, বোৱঁতী সুঁতিৰ কল-কলনি। সি ওপৰলৈ চালে।

হাঁহি থকা আকাশখন পৃথিৱীলৈ নামি আহিছে। গছে-পাতে ফাগুনৰ মৰমী মৰ্মৰ ধ্বনি।

সি দূৰলৈ চালে। বগা পাখিৰ অকলশৰীয়া চৰাইটো দূৰলৈ উৰি উৰি গৈ আছে। চাই থাকি চালেহৰ বৰ ভাল লাগিল।

জীয়া-জুৰিৰ ঘাটত দুয়ো হাতেৰে সি একাঁজলি চেঁচা পানী খালে। সি তাৰ হিয়া-আমঠু ভেই নিয়া তৃষ্ণাৰ কথা পাহৰি গ'ল। সি মাথোন অনুভৱ কৰিলে আকাশ-বুকুৰ ফাগুনখিনিক দুয়ো হাতেৰে বুকুত সামৰি লোৱাৰ অমৰ-তৃষ্ণা।

জীয়া-জুৰিৰ ঘাটত পানীৰ অভাৱ নাই। দূৰলৈ উৰি যোৱা চৰাইটোৰ ফালে চাই চাই চালেহে হাঁহিলে— আনন্দতে।

মৰঁনৈৰ বালি-চাপৰিৰ আনটো পাৰতে জীয়া-জুৰিৰ ঘাট।

এই ঘাটতে গাটো তিয়াই ল'বৰ কাৰণে সি লাহে লাহে পানীলৈ নামি গ'ল।

জীয়া-জুৰিৰ পানীবোৰ শীতল, চেঁচা।

আকাশত ফাগুনৰ হাঁহি।

## এক

তেতিয়া চালেহ ঘৰত নাছিল।

জেহিৰ, কণমাই আৰু কাদিৰ বহি কথা-বতৰা পাতিছিল। বিশেষ কোনো এটা বিষয় লৈ কথা পতা নাছিল। তামোল আৰু চাহ-পানীৰ মাজে মাজে ৰসাল, নিৰস নানা কথা ওলাইছিল। কণমায়ে মাজে মাজে সক ল'ৰাটোৰে সাৰ পাইছে নেকি, একোবাৰ চাই আহি, আকৌ কথাৰ ভাগ লৈছিলহি। তাই নিজে মাজে মাজে এবাৰ-দুবাৰহে কৈছিল— মন্তব্য দিয়াৰ ধৰণে। কথা কৈছিল কাদিৰেই বেছি। বয়স বেছি হ'লে, কাম বেছি কৰিব নোৱাৰা হ'লে, মানুহে কথাকে বেছিকৈ কয়।

কাদিৰ জেহিৰৰ আপোন দদায়েক নহয়, ওচৰ সম্পৰ্কীয়। কিন্তু কাদিৰ আৰু জেহিৰৰ ঘৰ ঢাপে ঢাপে লগা; গতিকে কাদিৰ আপোন দদায়েকতকৈও বেছিহে হৈ পৰিছিল— জেহিৰহঁতৰ কাৰণে। আৰু এটা কথা— কণমাইৰ নিচিনা ভাল ছোৱালী এজনী জেহিৰলৈ চাই-মেলি আনি দিয়াৰ কাৰণেও জেহিৰ কাদিৰ দদায়েকৰ ওচৰত কৃতজ্ঞ।

কাদিৰৰ বয়স ৫৮ বছৰ, কিন্তু স্বাস্থ্যৱান মানুহ কাৰণে ৪৫ বছৰীয়াহে যেনহে দেখি। দাঁত দুটাহে সৰিছে, ডাড়ি বগা হৈ পকিল যদিও চুলি সকলো পকা নাই। কৰ্মঠ মাংসপেশীবোৰ সতেজ আৰু সবল হৈ আছে; তদুপৰি কাদিৰৰ চকু অকণো দুৰ্বল হোৱা নাই। ডেকাৰ চকুৰ নিচিনা তজবজীয়া হৈ আছে। এজনীৰ পিছত এজনীকৈ তিনিজনী বিয়া কৰাইছিল কাদিৰে, ল'ৰা-ছোৱালী ছৈয়টা হৈছিল, এযাৰটা এতিয়াও আছে। সৰু ছোৱালীজনীৰ বয়স হৈছে— সাত বছৰ। সৰু ঘৈণীয়েক এতিয়াও জীৱিত আছে। ছোৱালী দুজনীৰ বাহিৰে, আটাইকেইজনী উলিয়াই দিলে। ডাঙৰ পুতেকহঁতো বিয়া কৰোৱাৰ ডেৰ-দুই বছৰ পিছে পিছে বেলেগ হৈ গ'ল। এতিয়া বেলেগ সংসাৰ কৰি ভালেই খাইছে। কাদিৰ বুঢ়াৰ লগত সৰু পুতেক আৰু সৰু জীয়েক দুজনী আছে।

কাদিৰ বুঢ়াই আজিকালি পথাৰত নানামিলে চলে যদিও গোটেই জীৱনৰ অভ্যাসটো এৰি দিয়া নাই। এতিয়াও পুতেকহঁতে জলপান খাবলৈ বহোঁতে, হাল পাকচেৰেক বায়, আঘোণমহীয়া ডাঙৰী ভাৰো কেতিয়াবা আনে, মৰণাৰ গৰুও খেদায়।

কিন্তু কাম নথকা সৰহখিনি সময় কাদিৰে, ইযৰ-সিযৰ ফুৰি কটায়। লুঙীখন, কপাহী কুৰ্তাটো আৰু তেল-চিকটি লগা বগা কপাহী কাপোৰৰ টুপীটোৰে কাদিৰক গাওঁখনৰ ইঘৰ-সিঘৰৰ চোতাল-মাৰল ঘৰত সচৰাচৰ দেখা যায়।

আগেয়ে যি নহওক আজিকালি কাদিৰ বুঢ়াই অলপ ধৰ্ম-কামত ধৰিছে। শুকুৰবাৰে জুমা-নামাজ এদিনো খতি নকৰে, তাৰ উপৰি ৰক্তিয়া নামাজো প্ৰায় নিয়ম মতেই পঢ়ে। গাঁৱৰ সকলোৱেই কাদিৰক শ্ৰদ্ধা-ভক্তি কৰে। তেওঁৰ বুদ্ধি-পৰামৰ্শও সকলোৱে বিচাৰে, লয়। বয়স আৰু প্ৰতিপত্তিৰ দবীতে তেওঁৰ অলপ মুৰব্বীয়ানাৰ সুৰত কথা কোৱাৰ এটা অভ্যাস হৈ পৰিছে। তেওঁৰ কথা পেলাবৰ মনোবল সেই অঞ্চলত তেওঁতকৈ কম বয়সীয়াচামৰ কাৰোৱেই নাই।

কাদিৰে কৈছিল, "তইঁতে নুবুজ, আজিকালিৰ দেশকাল বৰ বেয়া। আমাৰ দিনত টকাত চাউল আছিল কুৰি সেৰ, এতিয়া হ'ল কিবা বোলে কিলোত চাৰি টকা। আগৰ দিনৰ নিচিনা ল'ৰা-ছোৱালীবোৰৰ লাজ-চৰম নোহোৱা হ'ল। পৰ্দাতো নায়েই— বিহে জীয়াঁ-পাখি যেন চোলা-কাপোৰ পিন্ধি মতা-মানুহৰ, আগতে জীয়াৰী, বোৱাৰীহঁতে গা নুচুৱাই ফুৰে, আল্লাইহে সকলোৰে চৰম বচাওতা।"

জেহিৰ আৰু কণমায়ে শুনি গৈছিল। প্ৰতিবাদ বা সমৰ্থন এটাৰো দৰকাৰ সিহঁতে অনুভৱ কৰা নাছিল।

"লাগ বুলিলেই ছোৱালী এজনী পায় নেকি? আৰু কাৰিৰৰ জীয়েকজনীতলো কিটো দেখে জানো! গাভৰু ছোৱালী দেখিলে ডেকা ল'ৰাবোৰ কথা মুৰ হ'বলা। বাপেক-মাক ৰখি-ৰাখিহে ছোৱালী চাই বুজি আনি দিব পাৰ, ল'ৰাই বিয়া কৰাব পাৰ। আজিকালিৰ ল'ৰাই ছোৱালী চাই ফুৰে, ছোৱালীয়ে ল'ৰা বাছি লয়। কিয়ামতৰ ওচৰ চাপি আহিছে —" কাদিৰৰ মুখ বন্ধ নহয়।

"আজিকালিৰ ল'ৰা, লাগে বুলিছে যেতিয়া— বাক মই সোধাই-মেলি চাওঁ। চালেইলৈকে নিদিনো ক'ৰ ৰজা-জমিদাৰৰ ঘৰলৈ দিব অ'? আৰু নিদিয়ে যদি নাই। দেশখনত আৰু তাৰ কাৰণে ছোৱালী এজনী নাপাম নে? অমুকা জীয়াই থাকেমানেচোন তহঁতে চিন্তা নকৰিবি –"

কাদিৰ বুঢ়াই পিক্‌দানটোত তামোলৰ পিক্‌খিনি পেলাই, ডাঢ়িত লাগি থকা পিক্‌খিনি হাতৰ তালুৰে মচি অলপ পৰ মনে মনে থাকিল।

অলপ ভয়ে ভয়ে কোৱাৰ দৰে জেহিৰে ক'লে, "এৰা দাইটি, পিছে তাৰ কাজ-কাম একো নাই, দেখিছাই। আমাৰো অৱস্থা দেখিছাই, কিমান কষ্টেৰে যে চলিছোঁ আমিহে বুজিছোঁ, হওতে তাৰ বয়স হ'ল, ছাব্বিশ-সাতাইশেই হ'ল হ'বলা –"

জেহিৰৰ কথা শেষ কৰিবলৈ নিদি কাদিৰে ক'লে, "হ'লতোন, আজিকালিৰ মানুহ জীয়াইনো থাকে কেইবছৰ। চৰি আহিব নে, পৰি আহিব? তহঁতে একো নাভাবিবি। খোদাৰ কাম খোদাই কৰাব আৰু গোট ডেকা মানুহটো— সি আৰু আৰুজন এটা কৰি খাব নোৱাৰিব নে? আল্লাই সকলো কৰাব, তহঁতে নাভাবিবি আৰু ময়ো লাগি-ভাগি চাওঁ।"

এইবাৰ কণমায়ে সৰু মাতেৰে মাত লগালে, "ময়ো তাকে কওঁ দাইটি, সৰু ডেকাৰ আমাৰ এওঁলোকতকৈ লিখা-পঢ়াও সৰহ, চেভেনলৈকে পঢ়িছিল, নগৰ-চহৰো দেখিছে। কত ডাঙৰ মানুহৰ লগত চা-চিনাকিও আছে, আজি নহয় কালিলৈ ক'ৰবাত কিবা এটা দিহা লাগিবই। বিয়াখন নোহোৱাৰ কাৰণে ঘৰত মন বহা নাই। বিয়া হৈ গ'লে, চাকৰি-বাকৰি নহ'লেও মাটি-বাৰী আছে, খেতি-বাতি কৰি খাব নোৱাৰিব নে কিবা; চাকৰিতনো আজিকালি কিটো আছে।"

"এৰাতোন আই, তয়ো লাগ, তাক অলপ বুজাই ক। পিছে তহঁতে জানো বদিৰৰ ছোৱালীজনীক ভাল দেখিছ?"

অলপ চিন্তা কৰি জেহিৰে ক'লে, "ছোৱালী বাক য'ৰে-ত'ৰে হ'ব। পিছে সৰুৰে পৰা সি বাহিৰে বাহিৰেই আছে, আমাৰ নিচিনাকে পথাৰে-সমাৰেও ফুৰিব নোৱাৰে। আৰু গাঁৱত যে তাৰ মন বহিব, মই আশা দেখা নাই। মই ভাবিছোঁ— আগেয়ে তাৰ ক'ৰবাত এটা কাম-কাজৰ দিহা হওক। বদিৰৰ জীয়েকক তাক লাগে বুলিছে! তোমাৰ আগত নকৈ কি দাইটি, ছোৱালীজনী মোৰ হ'লে পছন্দ হোৱা নাই। পিছে তাক লাগে বুলিছে যেতিয়া তুমি বাক সোধাই-মেলি চোৱা। তাত নহ'লে মই পিছে ভালহে পাওঁ।"

কণমায়ে ক'লে, "সৰু ডেকাক লাগে বুলিছে, অইনে নো আকৌ হকা-বধাখন কৰিছা কিয়? মনখোৱা ছোৱালীজনী নাপালে মানুহ সুখী হয় নেকি?"

অগত্যা মানি লোৱাৰ সুৰত কাদিৰে ক'লে, "হকা-বধানো আমি কেলেই কৰিবলৈ যাম? পিছে বদিৰ আজিকালি হৈছে নতুন ধনী, ঠিকাদাৰী কৰি হাজাৰ হাজাৰ

টকা কৰিছে। ল'ৰা-ছোৱালীয়ে ইসাজ সলাই, সিসাজ পিন্ধিছে, তেনে ঘৰত ছোৱালী ধৰি নাপালে আমাৰহে লাজ হ'ব। ককাইটি থকা হ'লে চিন্তাই কৰিবলগীয়া নহ'লহেঁতেন, তেওঁৰ কথা পেলাব পৰা আছিল কোন? এৰা, তইঁতো আকৌ হ্যল ছাল-ছিগা; আৰু সি অতদিন নগৰে-চহৰে ফুৰিও ক'ৰবাত ভাল কাম এটা যোগাৰ কৰি ল'ব নোৱাৰিলে। এতিয়া ন-ধনীৰ ঘৰৰ ছোৱালী লাগ বুলিলেই পোৱাটো সিমান সহজ বুলি নাভাবিবিচোন।"

জেহিৰ আৰু কণমাই মনে মনে থাকিল। ৰাতিও হৈ আহিছিল, অন্যৰ ঘৰৰ মানুহ সৰহভাগে ভাত-পানী খালে। কাদিৰ বুঢ়াৰো ভোক লগা যেন লাগিল। কণমায়ে বুঢ়াক ভাত খাবলৈ ক'ব খুজিছিল, কিন্তু কিনা চাউলৰ ভাত এসাজ খুওৱাটো সহজ কথা নহয়, তৰকাৰী বুলিবলৈও দুটা ভাতত দিয়া আলুগুটি সনাৰ বাহিৰে একো নাই। বুঢ়াৰ পেটলৈ ভাত নাযাব।

কাদিৰ বুঢ়া যাবলৈ উঠিল।

"যোৱাই নেকি দাইটি?" জেহিৰে ক'লে।

"এৰা, উঠোঁ আৰু, ৰাতি একেবা হ'ল হ'বলা। দিহাৰ নামাজৰ সময় হ'ল। হেৰা! তইঁতে নামাজত ধৰিছ নে? আজিকালিৰ ল'ৰা-ছোৱালীবোৰনো কি হ'ল, আল্লা-ৰচুল, নামাজ, ৰোজা সকলো পাহৰিলে। আল্লাইনো কেলেই চকু মেলি চাব!"

জেহিৰে অলপ অপৰাধীৰ সুৰত সৰুকৈ ক'লে, "মই নামাজ পঢ়োঁ। দাইটি ইহঁতবোৰেহে—"

"এৰা, বোপাইহঁত নামাজ নেৰিবি। বাপেৰক দেখা নাই? এদিনলৈও নামাজ, ৰোজা খতি নকৰিছিল। সেইবোৰহে মানুহ আছিল। কাৰো লগত হা-হুনা এটা নাই। আল্লাৰ নাম মুখত লৈ দুনিয়াৰ পৰা গ'ল, বাক আহিছোঁহে মাই —"

কাদিৰ বুঢ়া ওলাই গ'ল।

কণমাইলে বুঢ়াৰ বৰ মৰম। মাই বুলি মাতে, কণমায়েও নিজৰ বাপেকৰ নিচিনা শ্ৰদ্ধা-ভক্তি কৰে। আজি ছবছৰৰ আগতে মাজৰ গাঁৱৰ পৰা কাদিৰেই কণমাইক জেহিৰলৈ ধৰিছিলগৈ। নিজে দদাৰ অভিভাৱক হৈ বিয়া পাতি ছোৱালী আনিছিল; এতিয়াও দিনটোত কমেও এপাক মাৰি বুঢ়াই কণমাইৰ খবৰ নোলোৱাকৈ নাথাকে।

জেহিৰ পাঠশালা স্কুলৰ পণ্ডিত। বিকেইটা টকা পায়, তাৰে কোনোমতে চলাই টান। ল'ৰা-ছোৱালীও তিনিটা হ'ল, ইপিনে ইটো-সিটো অসুখ-বিসুখ আছেই। খেতিৰ মাটি সৰহ নাই। গৰু, নাঙল যোগাৰ কৰি নিজে খেতি কৰিব নোৱাৰে, আধি দিয়ে, ছমাহমানহে খাবলৈ ধানে জোৰে।

অৱশ্যে জেহিৰৰ সেইমানে বৰ এটি অভিযোগ নাই; অকল জেহিৰেই কোনো কথা নহয়, গাওঁখনেও একেমুখে কয়, জেহিৰৰ ঘৈণীয়েক কণমাই মানুহ নহয়— হীৰা, কণমাইক পাই জেহিৰৰ জীৱনটো পূৰ্ণ হৈ উঠিছে।

কণমায়ে লিখা-পঢ়া নাজানে বুলিলেও হয়। কিতাপৰ আখৰ পঢ়িব পাৰে, ভাল হাতৰ আখৰো অলপ চেষ্টা কৰিলে পঢ়িব পাৰে, কিন্তু নিজে লিখিব নাজানে— কোনোদিনে প্ৰয়োজন হোৱা নাই। নামাজ, ৰোজাৰ কথা অলপমান ঘৰতে শিকিছিল।

কণমাই সদায় প্ৰফুল্ল, সদায় সন্তুষ্ট। কোনোদিনে মন-মাৰি বেজাৰ কৰি বহি নাথাকে। জেহিৰৰ, সৰু ডেকাৰ (দেওৰেক চালেহক কণমায়ে 'সৰুডেকা' বুলি মাতে, নাম কাঢ়ি নামাতে) আৰু নিজৰ ল'ৰা-ছোৱালীকেইটাৰ সুখ-শান্তিৰ কাৰণে কণমায়ে হাঁহিমুখে নানা কষ্টৰ মাজেদি ঘৰখন চলাই যায়। শত অভাৱ সত্ত্বেও গাঁৱৰ মানুহে কোনোদিনে কণমাইৰ মুখত কাৰো বিৰুদ্ধে কোনো অভিযোগ শুনা নাই।

চিন্তাৰ হাত সাৰিব নোৱাৰে যদিও জেহিৰ সুখী। কণমায়ে জেহিৰৰ পৰা অভাৱবোৰ লুকুৱাই ৰাখিবৰ চেষ্টা কৰে। তিনি-চাৰি বছৰ কাম-কাজ নোহোৱাকৈ বহি বহি খাই থকা চালেহক নিজৰ বিষয়ে চিন্তা কৰিবলৈ সুবিধা নিদিয়ে।

তদুপৰি জেহিৰৰ দৰেই কণমায়ো আল্লাৰ কৰুণাৰ ওপৰত নিৰ্ভৰশীল। স্বামী-স্ত্ৰী দুয়ো একান্তভাৱে নিজক অসহায় বুলি ভাবে আৰু আল্লাইহে একমাত্ৰ ৰক্ষা-কৰ্তা বুলি নিতৌ পুৱা-গধূলি আল্লাৰ দয়াভিক্ষা কৰে।

এটা পবিত্ৰ পৰিবেশে জেহিৰ, কণমাই আৰু ল'ৰা-ছোৱালীকেইটাৰ জীৱনক শান্তিৰে আবৰি ৰাখে। অনাটন, দাৰিদ্ৰ্যৰ মাজত থাকিও জেহিৰ — সেইদেখি সুখী। আল্লাই যাক যেনেকৈ ৰাখে— তাতে সন্তুষ্ট থাকিব লাগে— প্ৰায়ে কণমায়ে জেহিৰক কয়, জেহিৰে সান্ত্বনা পায়; শান্তি পায়।

কণমাইৰ এবুকু মৰমৰ মাজত ল'ৰা-ছোৱালীকেইটাৰ হাঁহি-কিৰিলিৰ মাজত আৰু স্কুলৰ কণ-কণ ল'ৰা-ছোৱালীৰ লগত জেহিৰৰ দিনবোৰ শান্তিৰে কাটে। বাংঢালী কণমাইজনীয়ে নতুন আনন্দ আৰু প্ৰেৰণাৰ যোগান ধৰে।

তথাপি জেহিৰে পৰিপূৰ্ণ তৃপ্তিৰে আনন্দ উপভোগ কৰিব নোৱাৰে। তাতকৈ বয়সত আঠ বছৰ সৰু, ভায়েক চালেহৰ এতিয়াও কোনো সংস্থান হোৱা নাই। তাৰ বিয়াৰ বয়স হৈছে, কিন্তু সি নিজে একো আৰ্জিব পৰা নাই। আনহাতে তাৰ আকৌ চকু পৰিছে ন-চহকী বদিৰৰ জীয়েক আইছুৰ ওপৰত। কাম-কাজ নোহোৱা চালেহলৈ যে আইছুক দিব সেই বিষয়ে জেহিৰৰ সন্দেহ নোহোৱা নহয়।

তদুপৰি বদিৰৰ বিষয়ে জেহিৰে যি জানিছে, শুনিছে, তাতো জেহিৰ বৰ সন্তুষ্ট নহয়। বদিৰে বোলে বহুত বেয়া উপায়ে ধন কৰিছে। কেৱল ঘোচ-খাটলি দিয়াই নহয়, আৰু বহুত ঘৃণ্য আৰু লাজ লগা উপায়ো বোলে বদিৰে অৱলম্বন কৰিছে।

অৱশ্যে বদিৰৰ জীয়েক আইছুৰ বিৰুদ্ধে ক'বলৈ জেহিৰৰ বিশেষ নাই। ছোৱালীজনী বৰ ৰূপহী নহ'লেও ধনীৰ ছোৱালী, সাজি-কাচি দেখনিয়াৰ হৈ ঘূৰে। লিখা-পঢ়া বৰ বেছি নাই। বয়সো ওঠৰ-উনৈশ বছৰমান হ'ব। আগতে বদিৰৰ অৱস্থা সিমান ভাল নাছিল— ছোৱালীক স্কুললৈ পঠোৱাৰ কথা ভাবিবই নোৱাৰিছিল।

ছোৱালীজনী অৱশ্যে ধুনীয়া। পিছে চুলবুল কথা কোৱাটোৱেই আৰু সকলো

বদিৰৰ সম্পৰ্কে আৰু বেছি বেয়া কথা জেহিৰে শুনিছে যদিও বিশ্বাস নকৰে। বদিৰে বোলে আজিকালি মদতো ধৰিছে, আৰু –

নিজ চকুৰে নেদেখা কথা বিশ্বাস কৰিব নাপায়। আল্লাই সকলোকে ভাল পথলৈ আনক।...

আৰু এটা চিন্তা জেহিৰৰ আছে। মাজে মাজে কৈ-মেলিও জেহিৰে চালেহক নামাজ পঢ়োৱাত লগাব পৰা নাই। এইন সকলো কথাতে সি জেহিৰ আৰু বৌৱেকৰ বৰ বাধ্য। কিন্তু সি নামাজ নপঢ়ে। অন্য ধৰ্ম-কাৰ্যলৈও বৰ অনুৰক্তি নাই। অৱশ্যে কোনো বিৰোধ-প্ৰতিবাদো সি নকৰে। কিন্তু ধৰ্মকামৰ পৰা সি যেন ইচ্ছা কৰিয়ে অলপ ফালৰি কাটি ফুৰে।

কেতিয়াবা চালেহে শুনাকৈয়ে জেহিৰে কণমাইক কয়, “নামাজ-ৰোজা নাই, আল্লাই তাক কেনেকৈ মৰম কৰিব!”

কণমায়ে জেহিৰক মুখতে ধৰে ঃ “অন্যবোৰনো কি বৰ নামাজী, আল্লাইহে জানে কোনে কি কৰিছে আৰু সদায় নামাজ নপঢ়োঁ বুলিছে নে কিবা, বয়সত আপুনি দোঁ খাব। তুমি এনেই বকি নাথাকিবা।”

জেহিৰ মনে মনে থাকে। জেহিৰে ভাবে, কণমায়ে কোৱা হ'লে নিশ্চয় চালেহে নামাজ, ৰোজাত ধৰিলেহেঁতেন। সি বৰ বাধ্য, বৌৱেকৰ কথা কেতিয়াও নেপেলায়। কণমায়ে কিন্তু চালেহক সেইবোৰ একো নকয়। দেওৰ নহয় যেন আপোন ভাই। এনেদৰে মৰমৰ ডেউকাৰে সদায় আৱৰি ৰাখে। জেহিৰ নিৰস্ত্ৰ হয়।

## দুই

নগৰ কাষৰীয়া গাওঁ। আগেয়ে নগৰৰ পৰা চাৰে তিনি কিলোমিটাৰমান দূৰত আছিল। পিছে দিনে দিনে নগৰখন আগবাঢ়ি আহি আছে। এতিয়া দুই কিলোমিটাৰ গ'লেই নগৰ নগৰ যেন লাগে। ক্ৰমে দোকান-পোহাৰ আৰু মানুহৰ ঘৰবোৰ বেছি হৈ আহিছে। তথাপি জেহিৰৰ ঘৰৰ পৰা এতিয়াও নগৰলৈ তিনি কিলোমিটাৰমান যাব লাগে।

জেহিৰে নিজৰ গাঁৱৰ স্কুলতে আজি এবাৰ বছৰ কাম কৰি আছে। মাজে মাজে দুই-এবাৰ বদলি কৰাৰ কথা ওলায়, পিছে কাদিৰ-জেহিৰহঁতে নগৰলৈ গৈ ডি. আই.ক খাটি-লুটি বদলি নোহোৱাকৈ ৰাখে; জেহিৰ পণ্ডিতক সকলোৱে ভাল পায়। জেহিৰে পঢ়োৱা বহুত ল'ৰা এতিয়া ডাঙৰ মানুহ হৈছে— উল্লেখ কৰি জেহিৰে গৰ্ব অনুভৱ কৰে।

জেহিৰৰ ঘৰৰ পৰা প্ৰায় এক কিলোমিটাৰ দূৰত সদৰ ৰাস্তাৰ কাষতে নতুন মাটি কিনি বদিৰ ঠিকাদাৰে নতুন বঙলা সজাইছে। নগৰৰ আহোঁতে-যাওঁতে

সকলোৰে চকুত পৰে। জেহিৰ আৰু বদিৰৰ ঘৰৰ মাজভাগতে পুণ্যেশ্বৰৰ দোকান– জেহিৰৰ পৰা চল্লিশ মিটাৰমান আঁতৰতে।

পুণ্যেশ্বৰৰ দোকান স্থানীয় এদল ডেকাৰ দুপৰীয়া-গধূলিৰ ক্লাবঘৰ। এখন পুৰণি ক্ষয় যোৱা কেৰম্ ব'ৰ্ড আছে। তাৰ নীলা ষ্ট্ৰাইকাৰটো সেই অঞ্চলত বিখ্যাত। অৱশ্যে ঘঁহনি খাই খাই সি বৰ নিমজ হৈ পৰিছে যদিও– খহটা ব'ৰ্ডখনৰ লগত তাৰ অসহযোগ নোহোৱা নহয়। ষ্ট্ৰাইকাৰটোক প্ৰায় সকলোৱে ষ্টাইকা বোলে। তদুপৰি তাচো আছে দুযোৰ, কেইটামান পাত নোহোৱা হোৱাৰ কাৰণে অইন এযোৰৰ পাতত চিয়াঁহীৰে লিখি দিয়া হৈছে। খেলুঁৱৈহঁতৰ ভুল হ'বৰ ভয় নাই।

আৰু এটা আকৰ্ষণ আছে : পুণ্যেশ্বৰৰ নিজৰ এটা যুদ্ধৰ আগৰ ১৮ টকীয়া জাপানী গ্ৰামোফোন আছে। আৰু নতুন-পুৰণি ভালেকেখন ৰেকৰ্ডো আছে : 'তাহ মোৰ প্ৰিয়া পাৰ্নেশৈ'কে প্ৰমুখ্য কৰি কালু কাওৱালৰ কাৱালী, আঙুৰবালাৰ গান আৰু লতামঙ্গেশকৰৰ গীতো মাজে মাজে বাজে।

আৰু দুই-চাৰি ডেকাৰ কাৰণে অইন এটা আকৰ্ষণো আছে : পুণ্যেশ্বৰৰ দোকানৰ সম্মুখতে আলিৰ সিপাৰে থকা নাৰায়ণ তেলীৰ নকৈ বিয়া কৰাই অনা ধুনীয়া ঘৈণীয়েকজনী। আঁটিল, পুৰঠ গাৰে কলডিলীয়া মুখেৰে, বগা ধুনীয়া গাভৰুজনী। মাজে মাজে পুণ্যেশ্বৰৰ দোকানৰ ফালে চাই মিচিকাই হাঁহে আৰু ওৰণিখন টানি লয়।

নোচোৱাৰ ভাও ধৰি আটাইকেইটাই পুণ্যেশ্বৰৰ দোকানৰ পৰা তাইলৈ চায়। সিহঁত অলপ অসন্তুষ্ট হয় অকাৰণতে, যেন নাৰায়ণ তেলী ইমান ধুনীয়া গাভৰু এজনীৰ স্বামী হোৱাটো এটা মাৰাত্মক বেয়া কথা হৈছে। সিহঁতৰ বুকুবোৰ অলপ হুমহুমাই যায়। সিহঁতে গহীন হৈ থাকিবৰ চেষ্টা কৰে।

কেইটামানে চিঞৰ-বাখৰ কৰি কেৰম্ খেলিছিল। দোকানৰ বাৰাণ্ডাত বহি চালেহে কথা পাতিছিল ৰাজেনৰ লগত। ৰাজেনে উজাগৰ সিঙৰ মটৰৰ কাৰখানাত কাম কৰে, তাৰ ভাষাত মেকানিক। 'মেকানিক' বুলিলে অলপ গহীন গহীন লাগে।

ৰাজেনৰ বিষয়-বস্তুৰ সীমা নাই। দৈনিক ঘৰৰ পৰা পাঁচ কিলোমিটাৰ চাইকেলেৰে গৈ সি কাম কৰে। ঘৰৰ পৰা টাউনলৈ আঢ়ৈ কিলোমিটাৰ সেয়া পশ্চিমৰ পৰা পূৱলৈ। তাৰ পিছত টাউনৰ পৰা আঢ়ৈ কিলোমিটাৰ দক্ষিণত উজাগৰ সিঙৰ কাৰখানা। পুৱা আঠ বজাতে যায়। চাৰি বজাত কাৰখানাৰ পৰা আহে, বজাৰ কৰে, হোটেলত সোমাই এক চিংগোল চাহ আৰু এখন নিমকি বা এটা চিঙাৰা খায়। কেতিয়াবা শাক-পাচলিৰ লগতে দুই-এটকাৰ মিঠায়ো ভনীয়েকজনীলৈ আৰু মাকলৈ লৈ আহে। সি আশাবাদী, "কামটো ভালকৈ শিকি লওঁ বুজিছ, ডেৰশ টকা ধৰণতে গোঁটেই জীৱনটো কটোৱা মানুহ ৰাজেন নহয়। শিকি ল'ব পাৰিলেই কোনোবা ডাঙৰ ফেক্টৰীত কাম পাই নাযাবৰ কোনো কাৰণ নাই। আৰু অথো চিন্তা নকৰিবি চালেহ। অন্যত নহ'লেও আমাৰ কাৰখানাতে কাম এটা মই ঠিক কৰি দিম্ৰেই। তইতো লিখা-পঢ়াও জান। মই অকলে চহীটোহে কোনো মতে কৰিব পাৰোঁ।"

আশা কৰাত একো লাজ পাবলগীয়া নাই বুলিয়ে ভাবে চালেহে। ৰাজেনৰ আগত তাৰ মনৰ কথা সি খুলিয়ে কয়– "কাম-কাজ এটা সোনকালে নহ'লে কি হ'ব তই বুজিছই নহয়?"

ৰাজেনে বুজিছে। ভাল কাম এটা হ'লে চালেহে বদিৰৰ জীয়েক আইছাক পোৱাৰ সম্ভাৱনা সহজ হয়। পলম হ'লে আইছাক অইন কোনোবাই বিয়া কৰাই পেলাব। তেতিয়া তাৰ আশা ব্যৰ্থ হৈ যাব। সেইটো চালেহৰ কাৰণে মাৰাত্মক হ'ব।

দুয়ো দুটা বিড়ি জ্বলাই নিবিষ্টমনে হোপে– নিজৰ নিজৰ ভৱিষ্যতৰ কথা চিন্তা কৰে। আশা-নিৰাশাৰ নানা অস্পষ্ট ছবি সিহঁতৰ ডেকা চকুৰ আগত্তে ভাহে।

দাৰ্শনিকভাৱে ৰাজেনে কয়, "তই বেছি নেভাবিবি বুইছ চালেহ। চব্ ঠিক হৈ যাব।"

চালেহেও বিশ্বাস কৰে, এদিন চব্ ঠিক হৈ যাব– ভাগ্যৰ চকৰি ঘূৰিব।

কিন্তু কেতিয়া?

চালেহে ক্লাছ চেভেনত পঢ়িছিল। পঢ়া-শুনাত সি সিমান ভাল নাছিল; কিন্তু পঢ়ি থকা হ'লে মেট্ৰিকটো পাছ কৰিব পাৰিলেহেঁতেন। বাপেক ঢুকাই থাকিল। আৰু পঢ়ি থকা তাৰ কাৰণে অসম্ভৱ হৈ উঠিল। সি স্কুল এৰি দিলে। ককায়েকে আগতে এৰি হাল-কোৰত ধৰিছিল। বাপেক প্ৰায় দুবছৰেই বেমাৰত পৰি আছিল।

কিমান দিনৰ আগৰ কথা?

কিজানি চৈধ্য-পোন্ধৰ বছৰ হ'ল। চালেহৰ মনত লাগে যেন বহুত যুগৰ আগৰ কথা!

তাৰ পিছত কেইটামান বছৰ কি যে কষ্টত গ'ল! ভাতৰ অভাৱ, কাপোৰৰ অভাৱ, ঘৰবাৰীৰ অভাৱ – পুৰণি ঘৰ উঁৱলি গৈছিল– আৰু সহায়-সাৰথিৰ অভাৱ। অলপ সহায় কৰিছিল কাদিৰ বুঢ়াই। কিন্তু তেওঁৰো তেতিয়া নানা ঘৰুৱা বিপৰ্যয় চলিছিল।

সেই ভয়াবহ দিনবোৰৰ কথা মনত পৰিলে চালেহৰ চকু-পানী ওলায়, মনটো কোঁচ খায়। তেতিয়াই, ভাৰ্লকে নুবুজাকৈয়ে তাৰ মনটো আল্লা আৰু মানুহৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠিছিল। কোনোবা অদৃশ্য হাতে সিহঁতৰ পৰা সকলো সুখ-সমৃদ্ধি কাঢ়ি নিছে! যি আল্লাই দুটা অনাথ-অসহায় ল'ৰাক এইদৰে বিপদত পেলাই ৰং চাব পাৰে, তেওঁক বন্দনা কৰাৰ কোনো যুক্তি বিচাৰি নাপালে সি। মনে মনে সি বিদ্ৰোহী হৈ উঠিল। সি প্ৰতিজ্ঞা কৰিলে– যাঃ, কোনো দিন আল্লাৰ ওচৰত একো নিবিচাৰোঁ।

কিন্তু তাৰ বিদ্যা-বুদ্ধিৰে সি কোনো প্ৰকাশ্য বিদ্ৰোহ কৰিবৰ বাট বিচাৰি নাপালে। মনে মনে সি গুমৰি থাকিল।

ককায়েক জেহিৰৰ ওপৰত সি বিৰক্ত হ'ল। যিমানে দুখ-অনাটন বেছি হৈ আহিল, সিমানে আল্লাৰ ওপৰত আস্থা– গভীৰ হৈ আহিল, সি মনপুতি একান্ত নিষ্ঠাৰে নামাজ-ৰোজাত ধৰিলে।

কিছুদিনৰ মূৰত জেহিৰে গাঁৱৰে পাঠশালা স্কুলটোত পণ্ডিতৰ কাম পালে। কাদিৰ বুঢ়াই ক'লে, "আল্লাই চকু মেলি চালে। নাচাব কিয়, জেহিৰ ল'ৰাটো বৰ পৰ্হেজগাৰ, নামাজী-তুলাজী।"

চালেহ্ আৰু বেছি বিৰক্ত হ'ল। এদিন সি ককায়েকক মাত লগাই অনিৰ্দিষ্টভাৱে ঘৰৰ পৰা ওলাই গ'ল। ...

কথাবোৰ সুঁৱৰি আজিও চালেহৰ গা শিয়ঁৰি উঠিল। দুদিন এমুঠি ভাতো নোখোৱাকৈ সি ঘূৰিলে— কেৱল চেঁচা পানী খাই।

তাৰ পিছত মাহে বিশ টকা দৰমহাত সি ৰহমান হাকিমৰ ঘৰত ৰান্ধনি সোমাল! তাৰ ভাত মুঠিৰ যোগাৰ হ'ল। তেতিয়া তাৰ বয়স তেৰ কি চৈধ্য বছৰ।

সেই অবিচিত্ৰ দিনবোৰো তাৰ কাৰণে আছিল বিচিত্ৰ। ক্ৰমে সি নগৰীয়া হৈ পৰিল। ৰহমান হাকিমৰ দ্বিতীয় পক্ষৰ গাভৰু-পত্নীয়ে প্ৰথমে তাক কঢ়া শাসন কৰি, ডাবি-ধমকি দিলেও পিছলৈ সি ৰন্ধা-বঢ়া কামত পাৰ্গত হ'লত, তাক মৰম কৰিব ধৰিলে। ক্ৰমে তাৰ দৰমহাও বিশ টকাৰ পৰা ত্ৰিশ টকা হ'ল।

জেহিৰৰ বিয়াত সি দুশ টকা নগদ দিলে— তাৰ দৰমহাৰ সাঁচতীয়া টকা। বিয়াত তাক দেখি সকলোৱে মুখে মুখে কৈছিল— চালেহটো ডেকাই হ'ল। চেহেৰাটো মন কৰিছা নে ঃ এৰা, নগৰত হাকিমৰ লগত থাকে। কথা-বতৰা, চলন-ফুৰণেই বেলেগ হ'ল।

কথাবোৰ শুনি লাজত চালেহৰ কাণ-মূৰ ৰঙা পৰিছিল, ডেকা হোৱাটো কম লাজৰ কথা নে?

জেহিৰৰ বিয়াৰ পিছত তিনি দিন ঘৰত থাকি, সি আকৌ হাকিমৰ ঘৰলৈ গুচি আহিছিল। তাৰ সক কোঠাটোত সোমাই আৰ্চিখন চকুৰ আগত লৈ, নিজকে চাই থাকি সি সঁচাকৈয়ে ধুনীয়া দেখিলে। গালবোৰ পূৰঠ হৈ পৰিছে। নাকৰ তলত অলপ মোচ্ ওলাইছে। গালবোৰ ৰঙা হৈছে।

গজালটোত আঁৰি থোৱা নতুন কামিজটোলৈ এবাৰ চাই সি আচৰিত হৈ গৈছিল— ইমান দীঘল কামিজ মরে পিন্ধিছোঁ নে? সি যে ইতিমধ্যে ইমান ওখ হৈ গৈছে, তাৰ বিশ্বাস কৰিবলৈকে টান লাগিছিল।

কিন্তু সি নিজকে কৈছিল, মই ওখ আৰু শকত হৈছোঁ কিজানি, কিন্তু এতিয়াও ডেকা হোৱা নাই। তথাপি ডেকা হোৱাৰ এটা মাদকতা-ভৰা চেতনাই তাক লজ্জিত কৰি তুলিছিল। সি ডেকা হোৱা কথাষাৰ বিশ্বাস নকৰিবৰ চেষ্টা কৰিছিল।

বৰ ধুনীয়া আছিল সেই দিনবোৰ। মাজে মাজে সি এদিনৰ ছুটি লৈ ঘৰলৈ যায়। বৌয়েকে তাক মৰম কৰে। নিজৰ ঘৰখনলৈ তাৰ মৰম লাগি যায়। কিন্তু তাৰ লাজো লাগে। পণ্ডিতৰ ভায়েকে লোকৰ ঘৰত ৰান্ধনি কাম কৰাটোত নিশ্চয় তাৰ বয়সৰ, এটা যোল-সোতৰ বছৰীয়া ডেকাৰ লাজ লগা উচিত। তাৰো লাজ লাগে।

এবাৰ বৌৱেকক সি কৈয়ে দিছিল, "আৰু হাকিমৰ ঘৰত কাম নকৰিম কিজানি বৌ, অন্য কামহে বিচাৰ কৰিব লাগিব।"

আশ্বাসৰ সুৰত বৌৱেকে কৈছিল, "এৰা, এইন কাম আৰু নাপাবা নে, নাপালেও ককায়েৰে কাম কৰিছে সেয়ে হ'ব, তুমি গুচি আহাঁগে।"

চালেহেও ভাবিছিল, সি আৰু কিছুদিনৰ মূৰত যদি হয় দুই-তিনিশ মান টকা হাতত লৈ গুচি আহিব।

সঁচা কথা, সি ডেকা হৈছে। লাহে লাহে ডেকা হোৱা কথাষাৰত তাৰ লাজ নলগা হৈ আহিল।

তথাপি তাৰ সন্দেহ তেতিয়াও সম্পূর্ণ আঁতৰা নাছিল— মই জানো সঁচাই ডেকা হৈছোঁ?

কথাবোৰ স্পষ্টকৈ চালেহৰ মনত আছে ...

ৰহমান হাকিম তিনি দিনৰ কাৰণে মফস্বললৈ গৈছিল। লগত চপ্ৰাছিটো লৈ গৈছিল। হাকিমনী ঘৰত অকলে আছিল।

গধূলি বজাৰ কৰি আহি চালেহে দেখিলে, গাত কাপোৰ লৈ হাকিমনী শুই আছে। হাকিম যাবৰ সময়ত হাকিমনীৰ গা ভালেই আছিল। অসময়ত বিছনাত পৰা দেখি হাকিমনীৰ কিবা অসুখ হৈছে বুলি সন্দেহ কৰি কাষলৈ গৈ চালেহে সুধিলে, "আপোনাৰ কিবা অসুখ কৰিছে নেকি, এতিয়াই যে বিছনাত পৰিল?"

"গাটো অলপ বেয়া লাগিছে। তই ভাত-পানী বনাগৈ যা —"

ভাত বাঢ়ি চালেহে হাকিমনীক খাবলৈ মাতিবলৈ গৈ দেখে— হাকিমনীৰ টোপনি, তথাপি ভয়ে ভয়েই সি মাতিলে — "ভাত বাঢ়িছোঁ, আহক।"

হাকিমনীৰ টোপনি।

হাকিমনীৰ ভৰিত সামান্যভাৱে জোকাৰি দি চালেহে হাকিমনীক জগালে। আধা-টোপনিতে হাকিমনী উঠি আহি দুটামান ভাত খাই পুনঃ বিছনাত পৰিল।

বিছনাৰ পৰাই হাকিমনীয়ে তাক ক'লে, "ঘৰৰ দুৱাৰ-খিৰিকীবোৰ বন্ধ কৰিবি চালেহ। আৰু হাকিমৰ কোঠালিৰ মেজৰ ড্ৰয়াৰতে ভিক্সৰ বটলটো আছে, লৈ আহিবি।"

ভাত-পানী খাই, বাচন-বাটি সামৰি, দুৱাৰ-খিৰিকী মাৰি চালেহ হাকিমনীৰ কাষলৈ আহিল।

হাকিমনী চকু মুদি পৰি আছিল, সি ক'লে, "এয়া ভিক্স —"

চকু মেলি চাই হাকিমনীয়ে ক'লে, "দুৱাৰ-খিৰিকীবোৰ মৰা হ'ল নে?"

"হয় মাৰিলোঁ।"

"চাওঁ চালেহ, মোৰ গোটেই গাটো খুব বিষাইছে, মূৰটোও বৰ বিষাইছে, বহচোন ইয়াতে, মোৰ গাত অলপ ভিক্স ঘঁহি দে। লেমটোৰে বৰ চকুত ধৰিছে অলপ ঢাকি দেচোন।"

বৰ সঙ্কোচেৰে, বৰ অপ্ৰস্তুতভাৱে সি হাকিমনীৰ আদেশ পালন কৰিবৰ চেষ্টা কৰিলে। কিছু পৰৰ মূৰত হাকিমনীয়ে ভিক্তৰ বটল আঁতৰাই থ'লে, কিন্তু তাৰ হাত হাকিমনীৰ দেহৰ কোমল অঙ্গৰ পৰা আঁতৰি নগ'ল। আৰু হাকিমনীয়ে ...

পিছদিনা ৰাতিপুৱা তাৰ অকণো সন্দেহ নাথাকিল যে সি ডেকা হোৱা কথাটো মিছা নহয়।

কিন্তু এই অভিজ্ঞতাই হাকিমনীৰ-শ্ৰেণীৰ ভদ্ৰমহিলাৰ ওপৰত তাৰ ধাৰণা সলনি কৰি দিলে।

তিনি মাহৰ মূৰত হাকিম-হাকিমনী অন্য ঠাইলৈ বদলি হৈ গ'ল। হাকিমনীয়ে তাকো লগতে নিব খুজিছিল, কিয় জানো সি যাবলৈ অমান্তি হ'ল।

হাকিমনীৰ কথা তাৰ সদায় মনত পৰে। কেতিয়াবা সি ভাবে হয়তো সি হাকিমনীৰ লগত যোৱাই উচিত আছিল। তেতিয়া নিশ্চয় এতিয়াৰ দৰে অন্ততঃ ভাত-কাপোৰৰ চিন্তাত থাকিব নালাগিলহেঁতেন।

আৰু হাকিম বয়সীয়া মানুহ, হয়তো তাক আৰু হাকিমনীক কোনো দিনেই সন্দেহ নকৰিলেহেঁতেন। তাতে হাকিমনীলে তেওঁ ভয়ো কৰিছিল।

কিন্তু অইন ৰকমে থাকিলেও সদায় ভাত-ৰান্ধনি হৈ থাকিবলৈ চালেহৰ ভাল নালাগিল। সি ক্লাছ চেভেনলৈকে পঢ়া ল'ৰা, হাকিমে অন্য কামতো সুমুৱাই ল'ব পাৰিলেহেঁতেন, পিছে তাৰ কোনো আশা নাই। ভাল ৰান্ধনি এটা সতকাই ক'ত পায়? গতিকে তাক ৰান্ধনি গুচাই অন্য কামত নলয়।

আৰু হাকিমনী মানুহজনী আছিল বৰ সাঙ্ঘাতিক, অকণো ভয়-সঙ্কোচ নাই।...

ৰাজেনে ক'লে, "এইটো হ'লে ঠিক– এতিয়া তই বা মই খেতি কৰিলে কাৰো একো লাভ নহয়। তাকৰীয়া খেতি কৰি গা লেতেৰা কৰাহে হয়। সেইদেখি ক'ৰবাত অইন কাম কৰিবই লাগিব। তই কিন্তু ঘৰতে সোমাই থাকিলে নচলিব, অলপ নগৰে-চহৰে, ইফালে-সিফালে ঘূৰ, তেহে হ'ব।"

"এৰা", চমুকৈ চালেহে ক'লে।

কেৰম-ব'ৰ্ডৰ কাষৰ পৰা ৰামনাথ ওলাই আহিল বাৰাণ্ডালৈ। সি বৰ চট্‌ফটীয়া, হৈ-চৈ, চিঞৰ-বাখৰ কৰি ফুৰে, মুখৰ কথাৰ বৰ বেছি বাছ-বিচাৰ নাই।

"এই, তহঁত দুটাই কি ফুচ্‌ফুচীয়া কথা পাতি আছ?

"নাই অ' এনেয়ে বহি আছোঁ –"

"এনেই বহি আছ, ছোৱালীৰ কথা পতা নাই! মই চব্ জানো –"

ৰাজেনে ক'লে, "পাতিলোঁৱেই যেনিবা ছোৱালীৰ কথা, কি হ'ল! ডেকা ল'ৰাই ছোৱালীৰ কথা নাপাতি আৰু কানি-কাপোৰৰ কথা পাতিব নে?"

ৰামনাথে যেন ৰাজেনৰ কথাত এটা যুক্তি বিচাৰি পালে।

"ঠিক কৈছ ৰাজেন! চাকৰি-বাকৰি, টকা-পইচাৰ কথা ভাবিলে কি হ'ব? সেইবোৰৰ কিবা প্ৰাণ আছে নে? প্ৰাণ থকা মানুহে, প্ৰাণ থকা বস্তুৰ কথা ভাবিব লাগে।"

"তাৰ মানে ছোৱালীৰ কথা!" হাঁহি চালেহে ক'লে।

"জৰুৰ। চাকৰি এটা পাই গ'লে আৰু চাকৰিৰ পৰা নাভাবিলেও চলে, টকাৰ কথা ভাবি কি লাভ? চুবৰৰ বাচ্ছা টকা, টকা থকাৰ ওচৰলৈহে যায়। তোৰ-মোৰ ওচৰলৈ নাহেই, ভাবি কি লাভ? ছোৱালীৰ কথা ভাবিবি, মনটোও ভাল লাগিব, আৰু –"

ৰাজেনে মন্তব্য দিলে, "ভবাত লাভ-লোকচান একো নাই। নিজে নিজে বহি ভাবি থাকিবি – বচ।"

চালেহে ক'লে, "নিজে নিজে ভাবি থাকিলেই বচ্ নহয়। সিফালৰ পৰাও ভাবিব লাগে।"

"এ, তই যদি কাৰোবাৰ কথা ভাব, তোৰ কথাও কোনোবাই ভাবিব, সেইটো দুনিয়াৰ নিয়ম।"

আৰু বহুত কথা সিহঁতে পাতে। ছোৱালীৰ কথা, চিনেমাৰ কথা, কামৰ কথা, চাকৰি কৰি ধনী হোৱাৰ কথা। পুণ্যেশ্বৰ দোকানীয়ে বেয়া নাপায়, পুণ্যেশ্বৰো ডেকা মানুহ, পিছে পুণ্যেশ্বৰে নিজৰ মন্তব্য অতি কমেই দিয়ে। কোনো পক্ষ অবলম্বন কৰাত সি নাই। সেয়া তাৰ ব্যৱসায়-বুদ্ধি।

পুণ্যেশ্বৰৰ দোকানৰ আগেদিয়ে বদিৰৰ জীয়েক আইছা আবেলি ফুৰিবলৈ আহে। সময় মিলাই চালেহো দোকানৰ বাৰাণ্ডাত বহি থাকে। জিল্‌জিলীয়া নাইলনৰ ব্লাউজ আৰু সস্তীয়া ব্ৰেছিয়াৰীৰ আৱৰণ ভেদি আইছাৰ যৌৱনে আত্মপ্ৰকাশ কৰে। চালেহ মুগ্ধ হয়।

ৰাজেনে কিন্তু আইছাক ধুনীয়া নেদেখে, ছোৱালীজনী অলপ আত্মসচেতন কাৰণেই হয়তো ৰাজেনৰ তাইক ভাল নালাগে। তথাপি সি কোনো অবাঞ্ছনীয় মন্তব্য নকৰে। সি জানে চালেহৰ এই ছোৱালীজনীকে ভাল লাগিছে। চালেহৰ মন ভঙা অনুচিত।

কেতিয়াবা মাত্ৰ ৰাজেনে কয়, "চা চালেহ, মই জানো, তোৰ আগেদি আইছা অহা-যোৱা কৰি থাকে মানে, তই এই ঠাই এৰি দূৰণিত কাম কৰিবলৈ নাযাৱ। পিছে মই কৈছোঁ আগেয়ে তই কামৰ যোগাৰ কৰি ল, বদিৰৰ জীয়েক ক'লৈ যাবিব?"

চালেহে প্ৰতিবাদ কৰে, "নহয় ৰাজেন, কাম পালে যিমান দূৰ নহওক মই কাইলৈকে যাম। মোক ইমান দুৰ্বল বুলি ভাবিছা নেকি? বদিৰৰ জীয়েক নহ'লে মই মৰি নাযাওঁ, জানিছ –"

কথাখিনি জোৰ দি কৈ তাৰ মনত নতুন বল পোৱা যেন লাগে। ডেকা মানুহ, নতুন সবল আশাই তাক প্ৰফুল্ল কৰি তোলে, কাম নকৰি মাগি খোৱাবিধৰ ডেকো চালেহ নহয়– সি নিজকে কয়।

অপৰাজেয় যৌৱনে নিৰাশাক সদায় প্ৰশ্ৰয় নিদিয়ে। হাঁহি-উল্লাসৰ উচ্ছলতাৰে পুণ্যেশ্বৰৰ দোকানঘৰ জীৱন্ত হৈ উঠে। সৰু সৰু কথাবোৰো ৰহস্যময়, অৰ্থপূৰ্ণ হৈ উঠে। গাৰ বলেৰে সিহঁতে মনৰ নিৰানন্দক নিৰ্বাসন দিয়ে। সিহঁতে এনেয়ে কথা কয়, গান গায়, চিঞৰ-বাখৰ কৰে। জীৱনে পাৰ ভাঙে।

## তিনি

ভাত খাই উঠি চালেহে বিছনাত পৰিছিল। জেহিৰ তেতিয়াও স্কুলৰ পৰা অহা নাই৷ তামোলৰ বটাটো হাতত লৈ কণমাই সোমাই আহিল আৰু ওচৰৰ মূঢ়াটোতে বহিল।

চালেহ বিছনাতে বহিল।

"বৌ?"

"হোঁ?"

"এইদৰে সদায় বহি খাই মোৰ বৰ আমনি লাগিছে। কিছুদিনৰ কাৰণে কোনোবা ফালে ওলাই যাওঁ বুলি ভাবিছোঁ –" চালেহে বৌৱেকৰ মুখলৈ চালে।

তামোলৰ বটাটো আগবঢ়াই দি কণমায়ে ক'লে, "ঘৰত মন বহা নাই, নহয়? এৰা, গাৱঁতনো কি মন বহিব?"

"গাওঁ কাৰণে নহয় বৌ। কাম-কাজ এটা নাই। ঘৰত বহি বহি খাই থাকিবলৈ সদায় ক'ৰ পৰানো হ'ব?"

"সদায়নো একেটা কথাকে কেলেই ভাবি থাকা, ককায়েৰো দৰমহা আগতকৈ কেইটামান বাঢ়িছে। আল্লাই যাক যেনেকৈ ৰাখে, তেনেকৈয়ে থাকিব লাগে। আৰু আমাৰনো কি চলা নাই? তুমি মিছাকৈয়ে চিন্তা কৰি থাকা।"

"ককাইটিয়েনো সদায় কিমান খুৱাই থাকিব? ময়ো যদি কিবা এটা কৰি অকণমান সহায় কৰিব পাৰিলোহেঁতেন, ঘৰখন আৰু ভালকৈ চলিলহেঁতেন।"

"কাম-কাজ আৰু সদায় নাপাবা নে। আজি নহয় কালিলৈ পাবাই – চাই থাকিবা।" নিশ্চয়তাৰ সুৰত কণমায়ে ক'লে।

কাম কেনেকৈ পায়, কণমায়ে বৰ ভালকৈ নাজানে।

চালেহে ক'লে, "আজি তিনি-চাৰি বছৰে কত ঠাইত কত ৰকমে চেষ্টা কৰিলোঁ, লিখা-পঢ়া সৰহ নাই। ডাঙৰ কাম নাপাওঁ, তেওবুলি আইন কামো যে নোপোৱা হ'লোঁ বৌ। ককাইটিৰ নিচিনা কাম এটাও পোৱা হ'লে –"

কণমাই মনে মনে থাকিল। পৰা হ'লে কণমায়ে দেওবেকক এটা ডাঙৰ কামত সুমুৱাই দিলেহেঁতেন।

কণমায়ে চালেহৰ মুখলৈ আৰু গাটোলৈ চালে, এই হৃষ্ট-পুষ্ট, স্বাস্থ্যৱান ডেকা মানুহটোৱে বাৰু কাম এটা নাই পোৱা কিয়? লিখা-পঢ়া সৰহ নাই, হাকিম-মুনচুফৰ কাম কৰিব নোৱাৰিব। সেই বুলি স্কুলৰ পণ্ডিত, মণ্ডল, পিয়ন বা তেনেকুৱা আন কিবা কাম জানো কৰিব নোৱাৰিব? পুলিচ, মিলিটাৰীত হেনো কাম পায়। কিন্তু কণমায়ে– চালেহে সেইবোৰ কাম কৰাটো পছন্দ নকৰে। মিলিটাৰীত সোমালে আৰু ঘৰলৈ ক'ত আহিব পাৰিব, আৰু পুলিচ হ'লে মানুহবোৰ বেলেগ হৈ যায়।

কণমায়ে কিবা ভাবি সৰুকৈ হাঁহিলে।

"হাঁহিছা যে বৌ।"

"ওঁ, খবৰ পাইছা নে নাই?"

"কি?"

"কাদিৰ দাইটি বদিৰৰ ঘৰলৈ –"

"ছ্ ছ্– সৰুকৈ কোৱা বৌ, কোনোবাই শুনিব –" চালেহে বাহিৰৰ ফালে চালে।

"শুনিলেনো কি হ'ব। সকলোৱেই জনা কথা, দাইটি দুদিন নে এদিন বদিৰৰ ঘৰলৈ গৈছে –"

চালেহে চকুত প্ৰশ্ন লৈ কণমাইলৈ চালে।

"আগেয়ে মানুহঘৰৰ মনটো বুজি লৈহে আগবঢ়া ভাল। দাইটি টেঙৰ মানুহ, ঘপইকৈ কিবা এটা কৰি নেপেলায়।"

"এতিয়াই এইবোৰনো কেলেই কৰিছা বৌ?"

"নহ'লে জানো ঘৰত তোমাৰ মন বহিব? টোপোলা-টাপলি বান্ধি দেখোন ফকীৰ হৈ যাবলৈকে ওলালা!"

কণমায়ে হাঁহিলে।

চালেহেও হাঁহিলে।

"তুমি ভাবি-চিন্তি নাথাকিবা, জানিছা সৰুডেকা। ককায়েৰেও কৈছে, এই বছৰতে তোমাৰ বিয়াখন পাতি পেলাব লাগে। কিজানি লখিমীয়ে সুকীয়া কপাল লৈ আহে। চাবা– বিয়া হৈ যোৱাৰ লগে লগে তোমাৰ কাম-কাজ সকলো দিহা লাগি যাব।"

বিয়াৰ প্ৰসঙ্গ ওলালত চালেহৰ মনত আনন্দ লাগিল। হয়তো বৌৱে কোৱা কথা সঁচা, তলে তলে ককায়েক, বৌৱেকহঁতে ইমানখিনি আগবঢ়া বুলি গম পাই তাৰ আৰু ভাল লাগিল।

কণমায়ে সৰুকৈ ক'লে, "আইছা ছোৱালীজনী বেয়া নহয়, দেখাই-মেলাই বেছ ধুনীয়া; পিছে –"

"কি বৌ?"

"বদিৰ ঠিকাদাৰহে বোলে বৰ ঠিক মানুহ নহয়, কোৱাহে শুনিছোঁ; আৰু বাপেক যেই হওক, আমাৰ ছোৱালীজনী ভাল হ'লেই হ'ল –" কণমায়ে ক'লে।

চালেহে একো নামাতিলে। সঁচা কথা, ছোৱালীজনীৰ লগতহে সম্পৰ্ক। বাপেক যেনেকুৱাই নহওক, ছোৱালীজনী ভাল হ'লেই সকলো ঠিক হৈ যাব।

চালেহে মনে মনে থকা দেখি কণমায়ে ক'লে, "এতিয়া চাকৰিৰ কথা ভাবিব নালাগে। আইছাৰ কথা ভাবি পৰি থাকা, বাকীবোৰ আমি ভাবিম।"

কৈ কৈ কণমাই কোঠাটোৰ পৰা ওলাই গ'ল।

বহুত কথা ভাবিবলগীয়া আছে। বদিৰ ধনী মানুহ– নতুন ধনী।

আইছাক নিদিওঁ বুলিলে বৰ লাজ পাব লাগিব, কিন্তু নিদিওঁ বোলাত আচৰিত হ'বলগীয়া একো নাই। আৰু যদি দিওঁ বোলে, বিয়াৰ কথা পিছলৈকে থাকিল, আগতে জানো কমবোৰ খৰচ আছে! জোৰোণ দিবলৈ ছোৱালীজনীৰ কাৰণে নাই নাই বুলিও এটা গহীন অলঙ্কাৰ, এসাজ দামী কাপোৰোতো যোগাৰ কৰিবই লাগিব। আৰু এই ভগা ঘৰ-বাৰীলৈ বদিৰ ঠিকাদাৰৰ ঘৰৰ ছোৱালী অনাটো লাজৰ কথা নহ'ব নে? ঘৰ-বাৰীবোৰ অলপ নতুন কৰিবই লাগিব। ককাইটিৰ বিয়াতেই এইটো ঘৰ সজোৱা, খেৰৰ চাল উঁৱলি গৈছে। ককাইটিৰ পইচাকেইটাৰে ভাতকে খাবলৈ নোজোৰে? বৌ কাৰণেহে ঘৰখন কাণে-কাণমাৰিয়ে চলাই আছে। আজিকালিৰ দিনত এইকেইটা টকাৰে ছটা প্ৰাণীয়ে এমাহ খাব নোৱাৰে। বৌৰ গাত আজি তিনি-চাৰি বছৰে এটি নতুন চোলা, এখন নতুন মেখেলা পৰা নাই। এখন এখনকৈ সাঁচতীয়া কাপোৰ-কানি- কেডোখৰো পিন্ধি শেষ কৰিছে।

কি যে আচৰিত মানুহ এই বৌজনী! এদিনলৈও নিজৰ অভাৱৰ কথা চিন্তা নকৰে। এদিনলৈও কোনো কথাৰ কাৰণে দুখ নকৰে। যেন কোনো অভাৱ নাই, কোনো অনাটন নাই।

আৰু ককাইটিটো সন্ন্যাসী হৈ গৈছে দিনে দিনে। নামাজ, তচ্‌বিহ, স্কুল আৰু ঘৰ-বাৰীৰ কামৰ বাহিৰে আৰু অইন কোনো চিন্তাই নাই। এনে অৱস্থাত আকৌ চিন্তা কৰিছে মোৰ বিয়া পতাৰ! এতিয়া এটাক খুৱাইছে, বিয়াৰ পিছত দুটাক খুৱাব লাগিব। কেনেকৈ খুৱাব, ক'ৰ পৰা খুৱাব? খুৱাব লাগিব বৌৰ-ভাগৰ, ভতিজা ল'ৰা-ছোৱালীকেইটাৰ ভাগৰ। মই আৰ্জিব পৰা ডেকা মানুহটো হৈ কুটা এডালৰো সহায় কৰিব পৰা নাই। কেৱল বহি বহি খাইছোঁ, আৰু – ছিঃ লাজো নালাগে, বিয়া কৰোৱাৰ কথা ভাবিছোঁ!

চালেহ বিছনাৰ পৰা উঠি বৌয়েকৰ ওচৰলৈ গ'ল আৰু কোনো ভূমিকা নকৰাকৈ ক'লে, "বৌ, মোৰ কাম এটাৰ দিহা নোহোৱালৈকে তোমালোকে মোৰ বিয়া পতাৰ কথা নুলিয়াবা।"

হাঁহি হাঁহি কণমায়ে ক'লে, "বিয়া কৰোৱাটোও জানো এটা কাম নহয়? ভয় কৰিব নালাগেচোন বাৰু।"

## চাৰি

এমপ্লয়মেণ্ট অফিচৰ সন্মুখৰ বননিডোখৰত বহি থাকোঁতে চালেহৰ চিনাকি হয় ভোলাৰ লগত, শুকান মুখৰ খীণ– এটা তাৰে বয়সীয়া ডেকা। এটা আধাফটা কামিজ আৰু এটা পুৰণি পেণ্ট পিন্ধি আহিছে। পেণ্টটোৰ ওপৰত কামিজটো উলিয়াই লৈছে, কামিজটোৰ কলাবটো যথেষ্ট ময়লা, পেণ্টটোৰ পাতলিটো ফাটি এৰাই গৈছে। ভোলাৰ ভৰিত জোতা-চেণ্ডেল একো নাই।

"ক'ৰ পৰা আহিছা?" চালেহেই সুধিলে।

"ইয়াতেই থাকোঁ– টাউনতে" ভোলাই চমুকৈ ক'লে।

"ঘৰত আৰু কোন কোন আছে?"

"ঘৰ নায়েই, মই অত্-তত্ থাকোঁ আৰু –"

চালেহ আচৰিত নহ'ল, নগৰত ঘৰ নোহোৱা মানুহ বহুত আছে।

চালেহৰ বিষয়ে বেছি কথা ভোলাই নুসুধিলে, মাত্র দুয়ো দুয়োৰে নাম জানি ল'লে।

"কি কামনো বিচাৰিছা?" চালেহে সুধিলে।

"কেতিয়াবাই নাম ৰেজিষ্টাৰ কৰালোঁ, ডিগ্ৰীবেতো বোলে মানুহ ল'ব, ৰেলতো লোৱাৰ কথা আছে, লিখা-পঢ়া নাই বুলিলেই হয়, ক'ৰবাত কিবা এটা কৰি ভাতমুঠি যোগাৰ কৰিব পাৰিলেই আৰু একো নালাগে।"

"এতিয়া পিছে কেনেকৈ চলিছা?"

"বৰ কষ্ট, বাইটি এজনী আছে, তায়ে মাজে মাজে অলপ সহায় কৰে, পিছে তুমিনো কি কাম বিচাৰিছা?"

"মোৰো লিখা-পঢ়া বেছি নাই, যেই কোনো কাম হ'লেই হ'ল, এতিয়া লোকৰ আৰ্জনত খাই আছোঁ।"

দুয়ো আৰু দুই-চাৰি আষাৰ কথা পাতিলে, লুকুৱাবলগীয়া কাৰো একো নাছিল। চাকৰি লাগে, জীৱিকা লাগে।

ভোলাৰ শুকান মুখখন দেখিলে মৰম লাগে। তাৰ মুখৰ গঢ়-পিট ধুনীয়াই আছিল। খোৱা-শোৱাৰ অভাৱতে হয়তো ৰুক্ষ হৈ পৰিছে।

"এতিয়া একো নাই, পিছত খবৰ কৰিবা –" সদায় পাই থকা এই উত্তৰটোকে লৈ চালেহ আৰু ভোলা দুয়ো এমপ্লয়মেণ্ট অফিচৰ পৰা ওলাই আহিল।

বাটৰ কাষৰ হোটেল এখনৰ সন্মুখত ৰৈ চালেহে ক'লে, "এটোপা চাহ খাওঁ আহা, বৰ পিয়াহ লাগিছে।"

এখন এখন নিম্‌কি আৰু এপিয়লাকৈ চাহ লৈ দুয়ো এচুকত মুখামুখিকৈ বহিল। ভোলাই চাহটোপা খাই যেন নতুন উদ্যম ঘূৰাই পালে।

সি ক'লে, "ৰূপ এশ টকামান যোগাৰ কৰিব পৰা হ'লেই মই কাম এটা পালোহেঁতেন, সকলোৱে ঘোচ খাবলৈ বিচাৰে। ভাত খাবলৈকে টকা নাই, ঘোচ দিবলৈ টকা ক'ত পাম?"

চালেহে ক'লে, "এৰা, আজিকালি সকলোতে ঘোচ লাগে, ময়ো দুশমান টকা যোগাৰ কৰিব পৰা হ'লে ক'ৰবাত অইন ঠাইত চাকৰি বিচাৰি গ'লোহেঁতেন।" কিছুপৰ মনে মনে থকাৰ পিছত ভোলাই সৰ্ককৈ সুধিলে, "বিয়া-চিয়া কৰালা নেকি?"

"নাই ক'ত বিয়া কৰাবা, চলিবলৈকে উপায় নাই; আৰু তুমি?"

অনুশোচনাৰ সুৰত ভোলাই ক'লে, "মইনো কেনেকৈ বিয়া কৰাম? নিজে থাকিবলৈ ঘৰ এটা নাই, বজাৰৰ দোকানৰ বাৰাণ্ডাত শুই থাকোঁ, ভাত-কাপোৰো নাই, ছোৱালীনো কোনে দিব?"

চালেহে দেখিলে, ভোলাৰ অৱস্থা তাতকৈও বহুত বেয়া। তাৰ ঘৰ আছে, ককায়েক-বৌৱেক আছে, ঘৰখনত মৰম-চেনেহ আছে, ইয়াৰ কোনো নাই, কোনোৱেই নাই।

আলিবাটত উঠি অলপ উল্লসিতভাৱে ভোলাই ক'লে, "চিন্তা নকৰিবাহে, আমি ডেকা মানুহ, নাখাই নমৰোঁ। ৰ'বা, মই ক'ৰবাত কাম এটা পাই লওঁ, তোমাকো সুমুৱাই ল'ম।"

চালেহৰ এই কথাষাৰকে ভোলাক ক'বৰ মন গৈছিল, এদিনৰ চিনাকি যদিও ভোলা ল'ৰাটোলৈ চালেহৰ মৰম লাগি গৈছিল, তাৰ সংস্থান হোৱা হ'লে সি ভোলাক লগতে ৰাখিলেহেঁতেন।

এৰা-এৰি হ'বৰ সময়ত ভোলাই ক'লে, "আমি তিনিটা একেলগে থাকোঁ। সিহঁত দুটাৰো ঘৰ-বাৰী নাই, পিছে সিহঁতে ৰাতি চুৰ কৰিবলৈ যায়। মোৰ আকৌ চুৰি-ডকাইতিবোৰ বৰ ভাল নালাগে, ধৰা পৰিলে বৰ দিগদাৰি হ'ব। পিছে অলপ দিন বাট চাওঁ; নহ'লে সিহঁতৰ লগতে চুৰি-ডকাইতিতে ধৰিম বুলি ভাবিছোঁ।" কথাখিনি ইমান সহজ আৰু নিৰ্বিকাৰভাৱে ক'লে, ভোলাই যেন চুৰি-ডকাইতি কৰাটো ভাত-চাহ খোৱাৰ নিচিনা এটা সহজ কথা।

সেইবোৰ নকৰিবা— বুলি এটা উপদেশ দিবৰ মন গৈছিল চালেহৰ, কিন্তু সি মনে মনে থাকিল। তাৰো জানো, কেতিয়াবা অধৈৰ্য হৈ ক'ৰবাত ডকাইতি কৰিবৰ মন নাযায়? ভাৰতৰ কোনোবা এঠাইত হেনো হেজাৰ হেজাৰ মানুহে 'ভাত দিয়া, নহ'লে জেল দিয়া' বুলি চিঞৰি আন্দোলন কৰিছে। ভোলাক এনেয়ে জেললৈ নিনিয়ে, চুৰি-ডকাইতি কৰিলে নিশ্চয় নিব। তেতিয়া চাকৰি আৰু ভাত বিচাৰি ফুৰাৰ পৰা সি ৰক্ষা পৰিব, একো বেয়া নহয়।

ভোলাই ক'লে, "টাউনলৈ আহিলে কেতিয়াবা মোক লগ ধৰিবা দেই। চিন্তা নকৰিবা, কাম হ'লেই মই তোমাক খবৰ দিম ..."

চালেহে বিদায় ল'লে।

## পাঁচ

কাদিৰৰ প্ৰস্তাব বদিৰে প্ৰায় পোনপটীয়াভাৱেই প্ৰত্যাখ্যান কৰিলে। অৱশ্যে কাদিৰ বুঢ়াৰ বয়সৰ প্ৰতি শ্ৰদ্ধা ৰাখি বদিৰে অলপ বিনয়েৰেই ক'লে, "তুমিয়ে ভাবি চোৱাচোন পেহাটি, তাৰ চাকৰি-বাকৰি, কাম-কাজ নাই, জেহিৰৰ অৰ্জনেৰে সিহঁত কেনেকৈ চলিছে মই জানো খবৰ ৰখা নাই? সি ল'ৰাটো ভাল, পিছে মোৰ ছোৱালীজনী নগৰলৈ ধৰিছে। তোমালোকে বেয়া নাপাবা, ছোৱালী দিলেও তোমালোক আমাৰ আপোন, নিদিলেও আপোন, তোমালোকে শাও-শপনি নিদিবা।"

একো নকৈ খং আৰু অপমানত উত্তেজিত হৈ কাদিৰ গুচি আহিল। আজিলৈকে গাওঁখনৰ কোনোৱে কাদিৰৰ কথাত 'না' কৰা নাছিল, বদিৰৰ টকা হ'ল!

জেহিৰ আৰু কণমাইক কাদিৰে ক'লে, "তহঁতে চাই থাক, মই আহিনৰ ভিতৰতে যদি চালেহলৈ ছোৱালী বন্দৱস্ত কৰিব নোৱাৰোঁ, মই মানুহেই নহয়।"

শান্তভাৱে জেহিৰে ক'লে, "ইমান খৰখেদা কৰিবৰ নো কি দৰকাৰ পৰিছে দাইটি, চালেহৰ নো কি বয়স উকলি গৈছে। আল্লাৰ কাম আল্লাই কৰাব।"

কণমাই কিন্তু ক্ষুণ্ণ হ'ল। "বৰ গপ হ'ল বদিৰৰ, দুটামান টকাৰ মুখ দেখিলে, মানুহক মানুহ বুলিয়ে গণ্য নকৰা হ'ল, এৰা দাইটি আপুনি বদিৰৰ জীয়েকতকৈ ভাল ছোৱালী এজনী আৰু আমাৰ সকডেকোৰ কাৰণে নাপাব নে? মোৰ হাতৰ-কাণৰ বেচি হ'লেও বদিৰৰ জীয়েকক দিয়াৰ আগতে সৰুডেকাৰ বিয়া পাতিহে এৰিম। ইঃ, আমাৰ হাতত ধন নাই বুলি আমি যেন মানুহেই নহয়।"

এই স্বাভাৱিক অভিযোগৰ সহজ প্ৰতিকাৰ নাই, সেই কথা জেহিৰে বুজিছিল, জেহিৰে মাথোন ক'লে, "ডাঙৰ কথা ক'ব নাপায়, যাৰ য'ত আল্লাই জোৰা ৰাখিছে হ'বই। তুমি কেৱল চালেহক ক'বা, বদিৰৰ ঘৰৰ ছোৱালী নোহোৱাৰ কাৰণে সি যেন বেজাৰ নকৰে।"

কাদিৰে ক'লে, "ছোৱালীৰ নো কিমান আকাল পৰিছে চাওঁচোন, কাইলৈকে মই ওলাই যাম। ভাদ সোমালেই হ'বলা, এই আহিন-কাতিতে মই যদি চালেহৰ বিয়া পাতিব নোৱাৰোঁ মোৰ নাম তহঁতে সলাই মাতিবি।"

বদিৰৰ লগত যেন প্ৰতিযোগিতাতহে নামিছে কাদিৰে।

অৱশ্যে ছোৱালী নিশ্চয় পোৱা যাব, কিন্তু বিয়া কেনেকৈ পাতিব সেই চিন্তা নকৰিলে নচলিব, ঘৰখনত আ-অলঙ্কাৰ নাই, কাপোৰ-কানিও নাই, সাঁচতীয়া টকাও নাই। বিয়াখন বুলিলে বিয়াখন হয় নে?

কণমাই কিন্তু দৃঢ়প্ৰতিজ্ঞ। দেওৰেকৰ বিয়া পাতি বদিৰক দেখুৱাই দিব। জেহিৰ ঘৰত নাথাকোঁতে কণমায়ে চালেহক সকলো ক'লে। অৱশ্যে ইতিমধ্যে পুণ্যেশ্বৰৰ দোকানতে চালেহে উৰা-ভুৰাকৈ খবৰটো শুনিছিল। কণমায়ে ক'লে, "মতা মানুহৰ চকুও আৰু। তুমি বেয়া পোৱা বুলি মই কোৱা নাছিলোঁ, বদিৰৰ জীয়েকজনীৰনো কিটো আছে? ছালখন ঢেলা, গা দেখুৱাই ফুৰিলেই ছোৱালী ধুনীয়া হয় নেকি? তোমালোক মতা মানুহবোৰে মানুহ চিনি নোপোৱা।"

চালেহ মনে মনে থাকিল। আইছা ভাল হওক বা বেয়া হওক, সি যে আইছাহঁতৰ বিবেচনাত এটা অপদাৰ্থ সেই কথা অনুভৱ কৰি তাৰ বেজাৰ লাগিল, বদিৰৰ প্ৰত্যাখ্যানৰ কাৰণে সি নিজকে জগৰীয়া কৰিলে।

দৃঢ়ভাৱেই সি ক'লে, "বুজিছা বৌ, দুনিয়াত একো নালাগে, কেৱল টকা লাগে। বদিৰে যেনে-তেনে টকা কৰিছে, সেই দেখি আমাক এইদৰে লাজ দিব পাৰিলে। ময়ো যদি মতা হওঁ, টকা ঘটিব পাৰোঁ নে নোৱাৰোঁ চাম, জুৱা খেলি হ'লেও মই টকা কৰিমেই।"

কণমাই শান্ত হৈ গ'ল, ব্যৰ্থতা আৰু অপমানত চালেহে কিবা অঘটন ঘটাই নবহিলেই ৰক্ষা। চালেহক উত্তেজিত কৰি তোলা বেয়া হ'ব। ডেকা মানুহ, অলপতে উত্তেজিত হয়। চাকৰি-বাকৰি নাপাই, বিয়া কৰাবলৈ বিচৰা ছোৱালীজনী নাপাই, কিজানি বিপথে যায়! তাতে চালেহৰ আল্লা-ৰছুলৰ ফালেও বৰ বেছি চিন্তা নাই। কোনোবা বেয়া সঙ্গত পৰি জুৱা-মদত ধৰিবলৈ হ'লে সৰ্বনাশ হ'ব!

কণমাইৰ ভয়েই লাগিল। চালেহ নগৰত ডেকা হোৱা মানুহ, নগৰৰ ভাল-বেয়া, দা-দস্তুৰ সকলো দেখিছে, শুনিছে। নগৰত কত বেয়া মানুহ থাকে, জুৱা খেলে, মাৰপিট কৰে, ডকাইতি কৰে।

শঙ্কিত চকুৰে কণমায়ে চালেহৰ মুখলৈ চালে।

"মোৰ মূৰকে খোৱা সৰুডেকা, সেইবোৰ বেয়া কথা মুখত নানিবা, বদিৰৰ জীয়েকনো কি বৰ ৰূপহীজনী! চাবা, দাইটিয়ে তোমালৈ এনেকুৱা ছোৱালী আনিব, যাক দেখি বাটৰ বাটৰুৱায়ো থৰ লাগি চাই যাব।"

চালেহৰ বেয়া লাগিল, বৌৱেকে ভয়েই খাইছে সি কিবা অঘটন ঘটায় বুলি! সি দুৰ্বলভাৱে হাঁহি ক'লে, "দাইটিয়ে কি কৰে কৰক, পিছে বৌ, এতিয়া বিয়া-চিয়া পাতিবলৈ নল'বা, মই আগে দুপইচা আৰ্জনৰ দিহা কৰি লওঁ।

বৌৱেকে সাহস পালে।

"তুমি ক'লেই হ'ব নেকি? এই পূজাৰ বন্ধতে নহ'লেও অহা আঘোণত আমি তোমাৰ বিয়া পাতিমেই। এইবেলি ছোৱালী চাবলৈ মই নিজে যাম।"

চালেহ পুণ্যেশ্বৰৰ দোকানৰ ফালে ওলাই গ'ল, পৰিস্থিতিটোৱে তাক অলপ বিব্ৰত কৰি তুলিলে। সি জুৱা খেল একেবাৰে নজনা নহয়, ৰহমান হাকিমৰ ঘৰত থাকোঁতে লুকাই-চুৰকৈ সি এটকা-দুটকাৰ জুৱা খেলিছিল, কিন্তু প্ৰায়ে হাৰিছিল।

গতিকে জুৱাৰ ওপৰত তাৰ আস্থা নাছিল আৰু বিশ্বাসো কৰিছিল যে জুৱা এটা বেয়া বস্তু আৰু জুৱা খেলি কেতিয়াবা অলপ জিকিলেও মানুহ ধনী হ'ব নোৱাৰে।

কাদিৰ বুঢ়াৰ কথাৰ ইফাল-সিফাল নাই, সেই সপ্তাহৰ ভিতৰতে তেওঁ দহ কিলোমিটাৰমান দূৰৰ বৰচোমনি গাঁৱৰ ৰহিম মণ্ডলৰ জীয়েক চাৰাক চালেহলৈ খুজি আহিল।

মণ্ডলৰ ছোৱালী ছজনী। দুজনী দিছে, চাৰিজনীৰ তিনিজনী দিবলগীয়া হৈ আছে। ইমানবোৰ গাভৰু ছোৱালী ৰখি থকা সহজ কাম নহয়। জেহিৰ পণ্ডিতৰ ভায়েক চালেহৰ নিচিনা গ্ৰাহক পাই ভালেই পালে। তদুপৰি চাৰা— মণ্ডলৰ প্ৰথম পৰিবাৰৰ সন্তান, মাহীমাকৰ চকুৰ আগৰ পৰা সোনকালে আঁতৰাই পঠিয়াব পাৰিলে সকলোৰে মঙ্গল। চালেহৰ আৰ্জনৰ কথা বৰ বেছি চিন্তা কৰিবলগীয়া নাই। আজি নাই, কালিলৈ কিবা এটা দিহা হৈ যাব। আৰু যদি নহয়েই, মণ্ডলৰ মাটি যথেষ্ট আছে, ভালকৈ কৰিলে আজিকালি খেতিতো অলাভ নহয়।

চাৰা বাপেকৰ নিৰ্দেশ মতে কাদিৰৰ আগত ওলাল, কাদিৰে ভালকৈ চালে। এৰা, এইজনীহে ছোৱালী। ওঠৰ-উনৈশ বছৰমান হৈছে হ'বলা, কিন্তু কি ধুনীয়া! নাকে-মুখে, গায়ে-পায়ে, চেহেৰাই-পানীয়ে এনে এজনী ছোৱালী সাতখন গাঁৱতো বিচাৰিলে এজনী নোলায়।

দেখিয়ে কাদিৰ বুঢ়াৰ চাৰালৈ মৰম লাগি গ'ল। বৰ অজলা ছোৱালীজনী, তাতে লাজত ৰঙা পৰি কোনো মতে বুঢ়াৰ ওচৰত ৰৈ আছে। যি দুই-এষাৰ কথা ক'বলগীয়া হৈছে, তাতো লাজ আৰু সঙ্কোচৰ সুৰ।

এনেজনী ছোৱালী চালেহৰ কপালৰ গুণেহে হাতত পৰিছে। কাদিৰ বুঢ়াৰ হৰ্ষ আৰু আনন্দত বুকু ফুলি উঠিল। চাৰাক এবাৰ বোৱাৰী কৰি বদিৰৰ ঘৰত ফুৰাই আনিবৰ কাৰণে বুঢ়া তৎপৰ হৈ উঠিল। নিজৰ সফলতাত কাদিৰ বুঢ়াই পৰম আত্মপ্ৰসাদ লাভ কৰিলে।

পোন্ধৰ দিনৰ পিছত জেহিৰ আৰু কণমায়েও ছোৱালী চাই আহিলগৈ। কণমায়ে চাৰাক দেখি আনন্দতে সৰু ছোৱালী এজনীৰ দৰে সাবট মাৰি ধৰিলে। চাৰায়ো কণমাইৰ কথা-বতৰাত বৰ তৃপ্তি পালে। এনে এজনী বৌৱেকৰ লগত থাকি ঘৰ-সংসাৰ কৰিবলৈ তাইৰ ভয়-সঙ্কোচৰ কোনো কাৰণ নাথাকিব।

জেহিৰে অৱশ্যে কথাৰ লুক্-ঢাক্ নকৰি ক'লে, "আমি গৰীব মানুহ। আল্লাই যেনেকৈ চলাইছে চলিছোঁ আৰু, আমাৰ ঘৰত আৰু মৰম-চেনেহহে পাব, টকা-পইচা আমাৰ নাই।"

মণ্ডলে প্ৰতিবাদৰ সুৰত ক'লে, "আমিনো কি চহকী, দুয়ো হাতে আঁজুৰি কোনো মতে পেটে-ভাতে খাই আছোঁ। তাই এখন কপাল লৈ আহিছে, খোদাৰ মৰ্জি হ'লে সিহঁতে ৰাজৰাণী হৈ খাব।"

জেহিৰৰ ফালে চুৰকৈ চাই চাৰাই চালেহ মানুহটো সম্পৰ্কে এটা ধাৰণা কৰিলে— চালেহ বেয়া নহ'ব!

ঘৰলৈ ঘূৰি আহোঁতে বাটত কণমায়ে জেহিৰক সুধিলে, "বৰ ধুনীয়া ছোৱালীজনী নহয় নে?"

জেহিৰে ক'লে, "স্বভাৱ-চৰিত্ৰ ভাল হ'লেই হয়, দেখাত ছোৱালীজনী ভাল।"

হয়তো হ'ব খোজা বোৱাৰীজনীৰ ৰূপৰ প্ৰশংসা কৰা ভাল কথা নহ'ব বুলিয়ে ইয়াৰ বেছি আৰু জেহিৰে নক'লে।

পিছদিনাই গোটেইখন গাঁৱতে ৰজনজনাই গ'ল যে চালেহৰ কাৰণে বৰ ধুনীয়া ছোৱালী এজনী ঠিক কৰা হৈ গৈছে আৰু অলপ দিনৰ ভিতৰতে মহা ধুম্-ধামেৰে এখন বিয়া হৈ যাব।

পুণ্যেশ্বৰৰ দোকানত সমনীয়াহঁতে এই কথাকে লৈ চালেহক জোকালেও যথেষ্ট। এই অপ্ৰত্যাশিত অভিনন্দনত চালেহে লাজো পালে, আনন্দও পালে, মনে মনে বদিৰৰ ওপৰত প্ৰতিশোধ লোৱাৰ এটা উপায় হ'ল ভাবি অলপ হৰ্ষও অনুভৱ কৰিলে। বদিৰে বুজক, চালেহ একেবাৰে মূল্যহীন নহয়।

তদুপৰি বৌৱেকে চাৰা সম্পৰ্কে যিটো ছবি তাৰ আগত দাঙি ধৰিলে, সেয়ে তাক পুলকিত কৰি তুলিলে। "এবাৰ দেখিলে চাই থাকিবৰ মন যায়, জানা? আৰু ইমান শান্ত, অজলা ছোৱালীজনী, কথা এষাৰ ক'ব খুজিলেও ৰঙা-ছিঙা পৰে, চকুৰ পানী ওলায়।" বৌৱেকৰ কথাই তাক প্ৰলোভিত কৰি তুলিলে।

তথাপি নিজৰ ভাব লুকুৱাই সি কোনো মতে ক'লে, "বুজিলোঁ সকলো, পিছে বিয়া-পতা কিহেৰে? আৰু ছোৱালী আনিলেও খুৱাবা-পিন্ধাবা ক'ৰ পৰা?"

"খুওৱা-পিন্ধোৱাৰ চিন্তা তুমি কৰিব নালাগে, ৰহিম মণ্ডল বাজকানি নহয়, ডাঙৰ দুজনীৰ লগত এযুগ যোৰাকৈ ধন-সম্পত্তি দিছিল, চাৰাকো নিদি নেথাকে, আৰু নিদিলেও নালাগে, আমাৰ নিচিনা গাঁৱৰ ছোৱালীহে তেওঁ। খাব খেতি কৰি, ধান বানি। কাম কৰি খোৱাত লাজ পোৱা বিধৰ ছোৱালী চাৰা নহয়, তুমি চাবা।"

কেইদিনমানৰ মূৰত চালেহে বৌৱেকক ক'লে, "বৌ, আছে যদি টকা দহোটা দিব পাৰা? কাম এটাৰ খবৰ পাইছোঁ, যাওঁচোন কিজানিবা হয়েই।"

দ্বিতীয় কথা নকৈ আগদিনা জেহিৰে দৰমহা পাই আনি থোৱা টকাৰ পৰা দহটকীয়া ন'ট এখন আনি কণমায়ে চালেহৰ হাতত গুজি দিলে আৰু ক'লে, "এইবাৰ হৈ যাব, চাবা।"

## ছয়

কামটোৰ খবৰ চালেহক ভোলায়ে দিছিল। কেইদিনমানৰ আগতে চালেহ টাউনলৈ যাওতে ভোলাক লগ পাইছিল, ভোলাই অইন কোনো কথা নুসুধি প্ৰথমেই সুধিছিল, "ক'ৰবাত কামৰ যোগাৰ হৈছেগৈ নে?"

"নাই হোৱা, তোমাৰ একা?"

"মোৰটো বাৰু বাদ দিয়া, চেষ্টা কৰি আছোঁ। উজাগৰ সিঙৰ কাৰখানাত মানুহ এটা ল'ব। মই গৈছিলোঁ, পিছে অলপ ইংৰাজী জনা লাগে বোলে, চিক্স-চেভেনলৈ পঢ়া হ'লেও হ'ব। তুমি পাৰিলে পাক এটা মাৰি খবৰ এটা কৰি আহিবাচোন।"

তাৰ পিছত ভোলাই উজাগৰ সিঙৰ কাৰখানা কোনফালে, কিমান দূৰত আছে তাৰ এটা বিৱৰণ চালেহক দিলে।

"চেষ্টা কৰি চোৱা বুইছা, কিজানি হৈয়েই যায়।" আশা আৰু আশ্বাসেৰে ভোলাই ক'লে।

চালেহে চকুৰ আগত নতুন আশাৰ পোহৰ দেখা যেন পালে।

ভোলাই কিন্তু সাৱধান কৰি দিলে, "আজিকালি ঘোচ নিদিলে ক'তো কাম নাপায় জানিছা, তুমি পাৰিলে কেবেণীক কেইটামান টকা দিবা। পিছে কিছুমানে কাম দিব বুলি টকা খাই বহি থাকে। আগতে কাকো ঘোচ নিদিবা। ক'বা, কাম পালে দিম –"

ভোলাৰ সংসাৰজ্ঞান হৈছে।

চালেহেও বিশ্বাস কৰিলে। সকলোৱেই যেতিয়া কাম পাবলৈ ঘোচ দিয়ে, মই নিদিলে কেনেকৈ চলিব? কিবা এটা উপায় কৰিবই লাগিব।

কিন্তু টকা কোনে দিব? পূণ্যেশ্বৰ দোকানীক বিড়ি খোৱাৰ আৰু ব্লেড কিনাৰ অলপ পইচা দিবলৈকে আছে! বাকীকেইটাতো তাৰে নিচিনা, তাক কোনো পইচা ধাৰলৈ দিব?

নিবিচাৰোঁ বুলি কেইবাবাৰো থিৰাং কৰিও অৱশেষত সি বৌৱেকৰ পৰাই টকা দহটা ল'লে।

ভাদমাহৰ শেষ ভাগ। কেইদিমান বৰ টান ৰ'দ ওলাইছিল। বতাহ নাই। আলিবাটৰ পিচ্‌বোৰ ৰ'দত গলি গৈছিল। ঘৰখনত ছাতি আছিল এটা– তাকো জেহিৰে স্কুললৈ লৈ গ'ল।

সূদা মূৰেই চালেহ ওলাই গ'ল। ঘৰৰ পৰা উজাগৰ সিঙৰ কাৰখানালৈ দহ কিলোমিটাৰতকৈও অলপ বেছি হয়। দহটকীয়া ন'টখন জেপত ভৰাই চালেহে খোজ দিলে।

বৌৱেকে দুৱাৰমুখলৈ ওলাই আহি ক'লে, "বৰ টান ৰ'দ হৈছে। পোৱা যদি পুণ্যেশ্বৰৰ তাৰ পৰাই ছাতি এটা লৈ যাবাগৈ।"

চালেহে কেৱল ক'লে, "আহিছোঁ দেই বৌ –"

"ওঁ যোৱা। ঘূৰি আহিবা নহয়?"

"নাহি ক'ত থাকিম? আৰু নাহিলেও তোমালোকে বাট চাব নালাগে।"

চিঞৰি বৌৱেকে শেষত ক'লে, "ভাত-পানী নোখোৱাকৈ আকৌ নাথাকিবা।"

প্ৰায় তিনি বজাতে চালেহ উজাগৰৰ কাৰখানাৰ আগৰ গছজোপাৰ ছাঁতে বহি ৰ'ল। তিনি বজাৰ পিছতহে তাৰ লগত মেনেজাৰে দেখা কৰিব। তাৰ ভোক লাগিছিল, ৰ'দত কেইবা কিলোমিটাৰ খোজকাঢ়ি তাৰ ভাগৰো লাগিছিল, কিন্তু উঠি গৈ কিবা এটা খাবলৈ তাৰ সাহ নহ'ল, কিজানিবা সি নাথাকোঁতেই তাক বিচাৰে, কিজানিবা তাক নাপাই পিছত আৰু তাক আহিবলৈ নিদিয়া হয়।

তদুপৰি হাতত মাত্ৰ আছে দহটকীয়া ন'টখন, সেইখন ভঙাই কিবা এটা খালে পইচা কম পৰি যাব। কমেও দহ টকা ঘোচতো দিবই লাগিব। ভোকটোক সি দমাই ৰাখিবৰ চেষ্টা কৰিলে। এসাজ নাখালে একো নহয়।

মাজতে এবাৰ সি পুখুৰীত পানী খাই আহিলগৈ, পানীবোৰো ৰ'দত গৰম হৈ গৈছে।

ঘোচ দিবলৈ অনা টকা ভঙাই ভাত খোৱা অন্যায় হ'ব। কামটো পালে খাবলৈ বহুত পাম।

চাৰি বজাত কাৰখানা ছুটী হোৱাৰ পিছত মেনেজাৰে তাক মাতিলে। সি গৈ থিয় হ'ল। এবাৰ মেনেজাৰে তাৰ মূৰৰ পৰা ভৰিলৈকে চালে। চালেহৰ ইচ্ছা হৈছিল যেন এই সুযোগতে সি মেনেজাৰৰ হাতত দহটকীয়া ন'টখন গুজি দিব। কিন্তু মেনেজাৰৰ টেবুলৰ ওপৰত সি দেখিলে– থাকে থাকে শটকীয়া, দহটকীয়া আৰু দুটকীয়া ন'ট সজাই থোৱা আছে। তাৰ সাহস নহ'ল।

তদুপৰি ভোলাৰ কাথাষাৰ মনত পৰিল– বহুতে ঘোচ খাই বহি থাকে; কাম নিদিয়ে।

বিশেষ অইন ভূমিকা নকৰি মেনেজাৰে ক'লে, "এই মাহত আমাৰ মানুহ লোৱা নহয়। অহা মাহৰ পহিলা তাৰিখে খবৰ কৰিব পাৰা।"

মেনেজাৰে শটকীয়া ন'টৰ জাপ এটা তুলি লৈ হিচাপ কৰাত লাগিল। অলপ পৰ নিথৰভাৱে থিয় দি থাকি চালেহ লাহে লাহে ওলাই আহিল, তাৰ বেছি ক্লান্ত হোৱা যেন লাগিল।

ৰ'দজাক সমানে দি আছে। গৰমটো যেন এতিয়াহে বেছিকৈ উঠিছে। গছ-পাত এখিলাও লৰা নাই। বতাহৰ ক'তো গোন্ধ পাবলৈও নাই। প্ৰখৰ ভদীয়া ৰ'দ।

ঘৰমুৰা হৈ চালেহে খোজ ল'লে। সি বিমৰ্ষ হৈ পৰিছিল। ঘামবোৰ তাৰ বুকুৰে-পিঠিয়ে বৈ গৈছিল, ডিঙিটো তাৰ শুকাই গৈছিল। চকু দুটাও খুব পুৰিছিল। ভোক লাগি লাগি এতিয়া নলগা যেন লাগিছিল, কিন্তু তাৰ বৰ পিয়াহ লাগিছিল। ডিঙিটো শুকাই কাঠ মাৰি যোৱা যেন লাগিছিল। মাজে মাজে বাটৰ কাষৰ গছৰ ছাঁত অলপ বৈ ঘাম মচি সি আকৌ খোজ দিছিল। নগৰ পাই কিবা এটা সি খাব। ভোলাক লগ পালে হয়তো দহটকীয়া ন'টখন নভঙোৱাকৈ কোনোবা চিনাকি হোটেল এখনত দুটকামানৰ বাকীকৈয়ে খাব পাৰিব।

আৰু এমাহৰ মূৰত! তেতিয়াও যে কামটো দিব তাৰ কি ঠিক আছে? তথাপি এমাহৰ মূৰতো যদি হয়, বেয়া নহ'ব। অতদিন বাট চালোঁ আৰু এমাহ বাট চাব নোৱাৰিম নে? কিন্তু এমাহৰ মূৰতো যদি নিদিয়ে?

ন'টখন দি অহা হ'লেই ভাল আছিল– সি নিজকে এবাৰ ক'লে।

ৰ'দজাক ইমান টান– ক'ৰবাৰ পৰা বিচাৰি হ'লেও ছাতি এটা অনা উচিত আছিল– পিছে সময় মতে নাপায়হি বুলি সি আকৌ মিছাতে হুৰমূৰ কৰি ওলাই আহিল। লাহে-ধীৰে অহা হ'লেও কোনো হানি নহ'লহেঁতেন!

চালেহে আগলৈ আৰু বাটৰ দুয়োকাষে চালে। টাউনলৈ আৰু তিনি কিলোমিটাৰমান আছে। পিয়াহত তাৰ ডিঙিটো শুকাই খৰখৰীয়া হৈ গৈছে। অলপ আগবাঢ়ি সি বাওঁফালে চাই দেখিলে এটা চাপৰ, সৰু খেৰী ঘৰ। বিশেষ নাভাবি সি সদৰ ৰাস্তাৰ পৰা নামি ঘৰটোৰ দুৱাৰমুখ পালেগৈ।

ঘৰটোৰ দুৱাৰখন কাণি-দুৱৰীকৈ মেলা আছিল। দুৱাৰমুখত বৈ সি ভিতৰৰ ফালে চালে, এখন চাপৰ বিছনাত এজনী মানুহ শুই আছে। দিনৰ চাৰে চাৰি বজাতনো মানুহ শুই থাকে নে? মানুহজনীৰ কিবা অসুখ নেকি?

"ঘৰত কোন আছে?" শুকান ডিঙিটোৰে চালেহে কোনোমতে মাতিলে আৰু এবাৰ কেঁউফালে চালে। আলিবাটত মানুহ আছে, কিন্তু কোনো বৈ থকা নাই, আলিবাটৰ মানুহ বৈ নাথাকে। অলপ আঁতৰত থকা অইন ঘৰবিলাকো শান্ত।

আকৌ এবাৰ চালেহে মাতিলে আৰু ভিতৰৰ ফালে চালে, শুই থকা মানুহজনীৰ তেতিয়াও বৰ টোপনি।

চালেহে দেখিলে মানুহজনীৰ গাৰ কাপোৰ খহি গৈছে। ওপৰলৈ মুঁকে শুই থকা মানুহজনীৰ গাত এটা পাতল বদিজ্ নে বনিয়নহে আছে। গাটো প্ৰায় ওলায়ে আছে।

ভিতৰৰ পৰা এজনী বুঢ়ী মানুহ ওলাই আহিল। আৰু দুৱাৰমুখতে বৈ চালেহৰ মুখলৈ অলপ সময় চাই থাকিল। তাৰ পিছত এবাৰ শুই থকা মানুহজনীৰ ফালে সাধাৰণভাৱে চাই ক'লে, "বাৰু আহা –"

চালেহে কুঞ্চিত বুঢ়ীজনীৰ মুখলৈ অবোধ্য চাৱনিৰে চালে।

বুঢ়াজনীয়ে ক'লে, "বাহিৰত বৈ নাথাকিবা, ভিতৰলৈ আহা, এতিয়া কোনো নাই।"

বিশেষ নাভাবি চালেহ্ ভিতৰ সোমাই গ'ল। সি ভিতৰ সোমোৱাৰ লগে লগে বুঢ়ীয়ে দুৱাৰখন বন্ধ কৰি দিলে। আৰু বিচনী এখন আনি বহুত দিনৰ চিনাকিৰ দৰে চালেহক বিচিব ধৰিলে আৰু ক'লে, "বৰ গৰম আজি।"

বুঢ়ীৰ পৰা বিচনীখন নিজ হাতলৈ লৈ চালেহে ক'লে, "বৰ পিয়াহ লাগিছে, এগিলাচ পানী দিয়াচোন।"

অলপ ৰহস্য কৰাৰ দৰে বুঢ়ীয়ে দাঁতৰ আলু উলিয়াই হঁহাৰ নিচিনা কৰি ক'লে, "পানীহে দিম? নে অইন কিবা?"

চালেহে এবাৰ বুঢ়ীৰ মুখলৈ অবোধ্য চাৱনিৰে চাই ক'লে, "পানী দিয়া, আছে নে ভাল খোৱা পানী?"

বুঢ়ী চালেহৰ কাষৰ পৰা অলপ আঁতৰি গ'ল আৰু বেৰৰ কাষত থকা মেজখনৰ ওচৰত থিয় দি ৰ'ল। চালেহে মেজখনৰ ফালে চালে। মেজৰ ওপৰত কেইবাটাও বিলাতী মদৰ বটল আছে। কোনোটো খালী, কোনোটোত অলপ মদ আছে আৰু কেইটামান চ'ডাৰ বটলো আছে।

তাৰে এবটল চ'ডা খুজিবৰ মন গৈছিল চালেহৰ, কিন্তু শুদা পানী খুজি পেলালে যেতিয়া–

এনেতে শুই থকা মানুহজনীয়ে সাৰ পালে। এটা বাগৰ সলাই তাই বিছনাতে বহিল আৰু চকু ভালকৈ নেমেলাকৈয়ে এঙামুৰি দি হাত দুখন এবাৰ মূৰৰ ওপৰলৈ দাঙি নমাই আনিলে, তাই হয়তো সাৰ পায়ে আছিল।

সমুখত যেন কোনো নাই, এনে ধৰণে তাই নিজৰ প্ৰায় উন্মুক্ত বুকুখনৰ মাজত জমা হোৱা ঘামখিনি হাতৰ পিঠিৰে বৰ আয়াসত মচিলে, তাৰ পিছত এনেয়ে এটা সৰু হামি মাৰিলে। এনেতে ভিতৰৰ পৰা পানী এগিলাচ আনি চালেহৰ ফালে আগবঢ়াই দি বুঢ়ীয়ে ক'লে, "এয়া, পানী। –"

এতিয়াহে যেন চালেহ্ বহি থকা মানুহজনীৰ চকুত পৰিল।

"কোন আহিছে কান্তা?" মানুহজনীৰ মাতত সহজ গাম্ভীৰ্য।

চালেহে ভাবিলে, খিৰিকী নোহোৱা ঘৰটোৰ দুৱাৰ বন্ধ কৰি ৰখাত কিছু আন্ধাৰ হোৱাৰ কাৰণে মানুহজনীয়ে মোক দেখা নাই, তাতে তাই টোপনিৰ পৰা সাৰ পাইছে।

চালেহে নিজেই ক'লে, "মইহে। পিয়াহ লাগিছিল, এগিলাচ পানী খাবৰ কাৰণে সোমালোঁ।"

মানুহজনীৰ ওঁঠৰ চুকত এটা হাঁহি বিৰিঙি উঠিল। গাটো এটা বিশেষ ভাঁজত ৰাখি চালেহৰ ফালে অলপ হালি মানুহজনীয়ে ক'লে, "কি দিছ কান্তা?"

"অইন একো নাখায় বোলে, ঠাণ্ডা পানীহে দিছোঁ।"

অলপ ডাবি দিয়াৰ সুৰত মানুহজনীয়ে ক'লে, "পানী বুলিলেই আলহীক পানী দিব লাগে নেকি? এগিলাচ চৰ্বত দিব নাজান নেকি? নহ'লে অলপমান মিহলাই চ'ডা এগিলাচতো দিব পাৰ।"

কান্তাই ভয় খোৱা যেন দেখুৱালে।

চালেহে পোনপটীয়াকৈ মানুহজনীৰ ফালে চালে। তাইৰ গাটো আগতকৈ বেছি স্পষ্ট হৈ ওলাই পৰিছে। অলপ পৰ চাই থাকি সি তলমূৰ কৰিলে।

"যা, এগিলাচ চৰ্বত আনি দে'"– মানুহজনীয়ে ক'লে, আৰু বিছনাৰ পৰা ভৰি দুখন তললৈ নমাই নিলে যেন চেণ্ডেলযোৰ পিন্ধিব খুজিছে। মানুহজনীৰ কাপোৰখন টান খাই বগা কলাফুল দুটা প্ৰায় আঁঠুলৈকে ওলাই পৰিল।

চালেহে নাচাই নোৱাৰিলে।

"ৰ'দজাক বৰ টান, আজি বৰ গৰম পৰিছে –" মানুহজনীয়ে ক'লে।

"এৰা বৰ টান ৰ'দ– এতিয়াও আছেই –"

মানুহজনীয়ে চালেহৰ মুখলৈ চালে, নিভীক চাৱনি।

চালেহেও মানুহজনীৰ ফালে চালে, আটিল গাৰে এজনী চৌবিশ-পঁচিশ বছৰীয়া গাভৰু ছোৱালী। কিন্তু অইন কোনো নথকা ঘৰটোত মানুহজনী তাৰ আগতে এনে উদং গাৰে সহজভাৱে বহি থকাটো তাৰ বৰ ভাল নালাগিল। অৱশ্যে পানী বিচাৰোঁতে চৰ্বত দিবলৈ কোৱা মানুহজনী মৰমিয়াল যেনেই লাগিল তাৰ।

অলপ পৰ চালেহ এনেয়ে বহি থাকিল, তাৰ পিছত বহাৰ পৰা উঠিল।

"বহা, উঠিলা কিয়?"

"মই যাওঁ, আৰু ভালেমান দূৰ যাব লাগিব নহয়।"

"কিমান দূৰনো যাব লাগিব –" তাৰ ঘৰলৈ কিমান দূৰ জনাৰ দৰে মানুজনীয়ে ক'লে, "অলপ আৰু ঠাণ্ডা পৰক –"

মানুহজনী সঁচাই মৰমিয়াল, – চালেহে ভাবিলে।

চালেহ আকৌ বহি পৰিল – "এৰা –"

মানুহজনী এইবাৰ বিছনাৰ পৰা নামিল, এতিয়া চালেহে দেখিলে তাই কেৱল পেটিক'ট এটাহে পিন্ধি আছে। সি এনেয়ে অইন ফালে চালে।

দুৱাৰখন অলপ মেলি মানুহজনীয়ে বাহিৰৰ ফালে এনেয়ে চালে।

"বেলি পৰি আহিছে আৰু, পিছে ইমান গৰম –" কৈ মানুহজনীয়ে দুৱাৰখন বন্ধ কৰি চালেহৰ ওচৰলৈ আহিল। ভিতৰৰ ফালে চাই তাই মাতিলে, "কান্তা – চৰ্বত এগিলাচ মোকো দে, এনে যে কানীয়া এই কান্তাজনী।"

চালেহৰ ভাগৰ লাগিছিল। বহি থাকি তাৰ বেয়া লগা নাছিল, মানুহজনীও মৰমিয়াল। হঠাৎ অভাৱনীয়ভাৱে এনে এজনী মানুহক লগ পাই যোৱাত মনে মনে সি আনন্দ অনুভৱ কৰিলে।

চালেহৰ মূৰৰ চুলিৰ ওপৰত সৰি পৰা ঘৰৰ চালৰ কুটা এডাল হাতেৰে গুচাই দি মানুহজনীয়ে ক'লে, "বিয়া কৰালা?"

চালেহৰ অলপ লাজ লাগিল। পিছে বিশেষ সঙ্কোচ নকৰি ক'লে, "নাই হোৱা নাই এতিয়াও –"

"সঁচা?" মানুহজনীয়ে তাৰ থুঁতৰিত ধৰি মুখখন দাঙি দিলে। তাইৰ চকু দুটা তাৰ মুখৰ ওপৰত।

"বিয়া হ'ব, ছোৱালী বন্দবস্ত হৈ আছে। পূজাৰ বন্ধৰ ভিতৰতে হ'ব কিজানি।"

"এতিয়াও তিনি মাহ আছে –" খিল্ খিলাই হাঁহি মানুহজনীয়ে ক'লে। তাৰ মুখত লগা মানুহজনীৰ হাতৰ স্পৰ্শটো তাৰ বৰ আত্মীয় যেন লাগিল।

অলপ পৰৰ নীৰৱতাৰ পিছত চালেহে ক'লে, "অসময়ত যে শুই আছিলা, তোমাৰ গা ভাল নহয় নেকি?"

হাঁহি, একপ্ৰকাৰে তাৰ পিঠিৰ ওপৰতে হালি পৰি মানুহজনীয়ে ক'লে, "দিনতে অলপ নুশুলে আমাৰ শুবলৈ সময় ক'ত? ৰাতিতো অকণো শুবলৈ নাপাওঁ।"

তাৰ পিছত ভিতৰৰ ফালে চাই তাই কান্তাক এনেয়ে এবাৰ মাতিলে। কান্তাৰ চিনেই নাই। হয়তো কেনিবা ওলাই গ'ল।

তাৰ মুখৰ ওচৰলৈ মুখখন আনি মানুহজনীয়ে ক'লে, "এতিয়া আৰু মোৰ ইয়াৰ পৰা ওলাই নাযাবা, কোনোবা চিনাকি মানুহে দেখিব পাৰে।"

চালেহৰ মনত হঠাৎ কথা এটা খেলাই গ'ল। কোনোবা অবাঞ্ছনীয় ঘৰত সোমালোঁহি নেকি?

সি এবাৰ ভালকৈ মানুহজনীলৈ চালে, সি অনুভৱ কৰিলে যে কিবা এটা কথা বুজিব পাৰি সি দুৰ্বল হৈ পৰিছে।

কোনো মতে সি ক'লে, "মই ভালেমান দূৰ যাব লাগিব।"

"যাবা, অলপ ৰাতি হ'লে যাবা। তোমাৰ বিয়াতো এতিয়াও হোৱাই নাই, মোৰ ঘৰত থাকিবলৈনো ভয় কৰিছা কিয়? ভোক লাগিছে নেকি? কিবা খাবা?"

চালেহে এইবাৰ বুজিলে তাৰ ধাৰণা মিছা নহয়। মানুহজনী এজনী দেহোপজীৱিনী।

তথাপি মানুহজনীক তাৰ বেয়া নালাগিল। মানুহজনী গাভৰু, ধুনীয়াও আৰু সঁচাই এতিয়া যদি তাৰ চিনাকি কোনোবা মানুহে তাক ইয়াৰ পৰা ওলাই যোৱা দেখে, তেন্তে তাৰ অপযশ ফুটি-ফাটি যাব। হয়তো ককায়েক-বৌয়েকেও জানি যাব, কিজানি বদৰি ঠিকাদাৰেও জানি যাব।

তাৰ যে বিয়াৰ ঠিক হৈ আছে।

মানুহজনীয়ে যেন তাৰ মনৰ অৱস্থাটো বুজিলে! উচ্ছলভাৱে হাঁহি তাই ক'লে, "আজি যেতিয়া চিনাকি হ'লো, চিনাকিৰ চিন দিহে পঠিয়াম জানিছা।"

হয়তো সকলোকে তাই এনেদৰে সদায় কোৱা কথা।

তাই এনেয়ে চালেহৰ মুখৰ ওপৰত হাত ফুৰালে। তাৰ পিছত তাৰ কাষৰে মূঢ়াটোত বহিল।

"এইফালে ক'লৈ আহিছিলা?" এইবাৰ তাইৰ মাতত অইন এটা সুৰ।

"উজাগৰ সিঙৰ কাৰখানাত মানুহ ল'ব বুলি খবৰ পাই আহিছিলোঁ।"

"অ' তুমি কাম বিচাৰি আহিছিলা? কি হ'লগে পিছে?"

"নহ'বগে কিজানি, এমাহৰ মূৰত মাতিছে।"

"কেনেকুৱা মানুহ লাগেবা?"

"পঢ়া-শুনা জনা লাগে। মই চেভেনলৈকে পঢ়িছিলোঁ। বেছি পঢ়া কোনোবা ওলালে মোক ক'ত ল'ব কিজানি –"

চালেহক সমবেদনা জনোৱাৰ সুৰত মানুহজনীয়ে ক'লে, "সেইবোৰ একো নহয়, বুজিছা। উজাগৰ সিংনো কি পাছ? ঘোচ-ঘাচলি দিলে কামৰ আকাল নাই –"

"উজাগৰ সিঙক তুমি চিনি পোৱা নেকি?"

"কিয় চিনি নাপাম? মই চিনি নোপোৱানো কোন আছে? থাকাচোন ৰাতিলৈকে, দেখিবা নগৰৰ কিমান ওলাবহি। ইয়াত মদ খাই মোৰ ভৰিত পৰি থাকে, জানিছা –"

"উজাগৰ সিঙো আহে নে?"

"নাহি পাৰে নে? তাৰ বাপেক আহিব। চম্পা চম্পাকৈ চিঞৰি কোঢ়াল লগায়।"

"তোমাৰ নাম চম্পা নেকি?"

"ওঁ – মোৰ নামেই চম্পা।"

চালেহ মনে মনে থাকিল, চম্পা নামটো বেয়া নহয়। ছোৱালীজনীও বেয়া নহয়।

অলপ পৰৰ পিছত চম্পাই ক'লে, "ৰ'বাচোন, আজি ৰাতিও উজাগৰ সিং ওলাবহি পাৰে; মই ক'লে সি তোমাক কাম এটা দিবও পাৰে।"

চালেহে অনুভৱ কৰিলে চম্পাৰ কথাত বিশ্বাস কৰাত কোনো অসুবিধা নাই। তাৰ চকুৰ আগত এটা নতুন আশাৰ অস্পষ্ট পোহৰ জিলিকি উঠিল, চম্পাৰ যোগেদিয়ে যেন তাৰ জীৱনলৈ সৌভাগ্য নামি আহিব!

তাইৰ নাম চম্পা।

তাইৰ নামটো এনেয়ে মনত ৰাখিবৰ চেষ্টা কৰিলে সি।

আন্ধাৰ হৈ আহিল, চালেহৰ আকৌ এবাৰ মনত পৰিল যে তাৰ যথেষ্ট ভোক লাগিছে। কিন্তু কথাটো উলিয়াবলৈ তাৰ ভাল নালাগিল। পানী এগিলাচ খুজি খাইছেই।

কান্তাই অতপৰৰ মূৰত ভিতৰৰ পৰা হাতত লণ্ঠনটো লৈ ওলাই আহিল। লেমটো মেজৰ ওপৰত থৈ তাই এবাৰ চম্পাৰ আৰু এবাৰ চালেহৰ মুখলৈ চালে।

চম্পাই ক'লে, "কান্তা, দিনটো এওঁ একো খোৱা নাই। এওঁৰ কাৰণে এটোপা চাহকে কৰিগেচোন যা।"

. একো নকৈ বুঢ়ী ভিতৰ সোমাই গ'ল।

চালেহে ক'লে, "মই যাওঁৰেই– টাউনতে কিবা খামগৈ।"

এটা মৰম লগা হাঁহি মাৰি তাৰ কাষ চাপি আহি চম্পাই ক'লে, "যাবাচোন। ঘৰতনো তোমাৰ কোন আছে? ইয়াতে বাৰু চাহকে এটোপা খোৱা, ভয় কৰিছা নেকি?"

চালেহে ভয় কৰা নাছিল, তাৰ বেয়া লাগিছিল। অৱশ্যে চম্পা মানুহজনীক তাৰ ভালেই লাগিছিল, কিন্তু তাইৰ ঘৰত সোমাই চাহ-তাহ খাই বহি থকাটো তাৰ বৰ ভাল নালাগিল।

চম্পাই তাৰ হাতখনত ধৰিলে আৰু হাঁহি হাঁহি ক'লে, "ভিতৰলৈকে আহা। মোৰ আলহীবোৰ আহিবৰ হৈছে। চাহ এটোপা খাওঁ আহা।"

চালেহৰ যেন নিজস্ব ইচ্ছা শক্তি ক্ৰমে লোপ পাই আহিছিল। সি তাইৰ পিছে পিছে সিটো কোঠালৈ গ'ল।

চম্পাই ক'লে, "মই কাপোৰ-কানি পিন্ধো দেই, তুমি চকীতে বহা।"

অলপ অস্বস্তিৰে চালেহ চকীখনতে বহিল। কাষৰ মেজখনৰ ওপৰত দুটামান স্নো-পাউডাৰ-এচেন্স আদিৰ সস্তীয়া টেমা, বটল আদি আছিল, সিফালে অলপ বহল এখন আয়না।

একেবাৰে নিঃসংকোচে তাৰ চকুৰ আগতে তাই গাৰ কাপোৰবোৰ খুলি পেলাই আলনাডালৰ পৰা অইন কাপোৰ বিচাৰি ল'লে।

লগে লগে ক'লে, "এতিয়াই এদল ওলাবহি, টাউনৰ ডাঙৰ ডাঙৰ মানুহ। অলপ সাজি-কাচি নোলালে বেয়া পায়।"

চালেহে তাইৰ গাৰ ফালে চোৱা নাছিল, কিন্তু সন্মুখৰ আয়নাখনত তাইৰ গাটো স্পষ্টকৈ তাৰ চকুত পৰিছিল।

তাৰ তাইক একো কথা ক'বৰ মন যোৱা নাছিল।

আত্মীয়তাৰ সুৰত তায়ে পুনৰ ক'লে, "আজিকালি কাম-কাজ পোৱা বৰ টান বুজিছা! নানা ৰকমৰ ঘোচ দিব লাগে। তুমি জানো উজাগৰ সিঙক দিবলৈ টকা আনিছিলা?"

"দহ টকা আনিছিলো, পিছে দিবলৈ নহ'ল– কাম দিয়ে নে নিদিয়ে কি ঠিক।"

তাৰ ফালে ঘূৰি তাৰ মুখৰ আগত বৈ গুলপীয়া ৰঙৰ একেবাৰে পাতল ব্লাউজটোৰ বুটাম মাৰিবৰ চেষ্টা কৰি কৰি চম্পাই ক'লে, "নিদিলা ভাল কৰিলা। নগদ দিবা, নগদ ল'বা, নহ'লে সকলোৱে ঠগে।"

এনেতে কান্তাই কণী-ভজা আৰু দুচকলমান কটী আনি মেজৰ ওপৰত থ'লেহি।

চম্পাই ক'লে, "কান্তা, আজি এওঁ মোৰ ইয়াতে থাকিব। ৰাতি ভাত খাব।"

কান্তা বুঢ়ীৰ মুখত এটা বীভৎস হাঁহি বিৰিঙি গ'ল, চালেহৰ তাইৰ হাঁহিটো দেখি ভয় লাগি যোৱা যেন লাগিল।

চম্পাই ক'লে, "খোৱা।"

চালেহৰ ভোক যথেষ্ট লাগিছিল, এবাৰ সি চম্পাৰ মুখলৈ চাই কটী এডোখৰ মুখত ভৰালে। অলপ পিছত চাহপানী আহিল।

ইতিমধ্যে নানা অঙ্গি-ভঙ্গীৰে চম্পাই প্ৰসাধন কৰিবলৈ ধৰিলে, মুখত স্নো ঘঁহিলে, তাৰ ওপৰত পাউডাৰ লগালে। ওঁঠকেইটা ৰঙাকৈ বোলালে, তাৰ পিছত এচেন্সৰ সৰু বটলটোৰ পৰা অলপ এচেন্স গাৰ কাপোৰত ঢালি ল'লে।

এচেন্সৰ গোন্ধটো চালেহৰ বৰ তীব্ৰ যেন লাগিল।

চোতালত কেইটামান মানুহৰ মাত শুনা গ'ল।

চম্পাই এবাৰ আৰ্চিত নিজকে চালে, তাৰ পিছত চালেহৰ গাৰ কাষলৈ আহি অলপ কুঁজা হৈ তাৰ গালতে টপক্কৰে চুমা এটা খাই অকণো নৰৈ আগফাললৈ ওলাই গ'ল। অলপ সময় থৰ লাগি বহি লাহে লাহে চালেহো ওলাই আহিল। এবাৰ সি জেপত হাত দি চালে, ন'টখন আছে।

মানুহ তিনিটা আহিছে। তিনিওটাৰে পিন্ধা কাপোৰ-কানি লেতেৰা, নিশ্চয় কোনো কাৰখানাত কাম কৰা মানুহ। সিহঁতৰ ওচৰলৈ আহি চালেহৰ ফালে দেখুৱাই গৰ্বেৰে কোৱাদি চম্পাই ক'লে, "আজি মোৰ ঘৰত নগৰীয়া আলহী আছে।"

এটাই হি-হিকৈ হাঁহি কৈ উঠিল, "নগৰীয়া-চগৰীয়া নাজানো। যেয়ে এটোপা খুৱাব, সেয়ে ভাল মানুহ।"

অলপ শান্ত ধৰণৰ ডেকাটোৱে ক'লে, "নগৰীয়া মানুহ! কি কাম কৰে?"

চম্পাই ক'লে, "কাম কৰে! কাম তহঁতৰ নিচিনাবিলাকেহে কৰ, তেওঁ কাম নকৰে।"

হাঃ হাঃকৈ হাঁহি আনটোৱে ক'লে, "কাম নকৰে তেন্তে কি কৰে? ডকাইতি কৰে নে কানি বেপাৰ কৰে? কিমান টকা আনিছে।"

তিনিওটাই চালেহৰ মুখলৈ চালে, তিনিওটা খীণোৱা , মলিয়ন কাপোৰ পিন্ধা দুটাৰ মুখত কেইবা দিনৰো ডাঢ়ি।

চালেহে কিবা ক'ব খোজোঁতেই চম্পাই ক'লে, "তেওঁ কামো নকৰে, কানি বেপাৰো নকৰে, খেলে— তেওঁ খেলৰ ওস্তাদ।"

এটাই উচ্ছ্বাসেৰে চিঞৰি উঠিল— "আমিওতো খেলোঁ, পিছে সদায় হাৰোঁ, জুৱা খেলত জিকিব পাৰিলে চাকৰি কৰিবৰ কি গৰজ পৰিছে। এৰাতিতে হাজাৰ টকাৰ মালিক হ'ব পাৰি, চাকৰি কৰিলে মাহেকৰ মূৰত পাবি টকা তেৰশ বা দুশটা।"

চম্পাই এবাৰ চালেহৰ মুখলৈ চাই মানুহকেইটাক চকুৰে কিবা এটা ইঙ্গিত দিলে।

মানুহকেইটাই এযোৰ তাচ উলিয়াই জুৱা খেলা আৰম্ভ কৰি দিলে, চালেহে অলপ পৰ থিয় হৈ সিহঁতৰ ফালে চাই থাকিল। সি অনুভৱ কৰিলে তাৰ বাউসিত ধৰি চম্পাই তাক আগবঢ়াই দিছে জুৱা-খেলাত বহিবলৈ।

ভয়ে ভয়ে চালেহে এবাৰ চম্পাৰ মুখলৈ চালে।

ফুচ্‌ফুচীয়া মাতেৰে চম্পাই ক'লে, "জিকিবা খেলা –"

সৰুকৈ সি ক'লে, "মই ভালকৈ নাজানো।" অৱশেষত চালেহ জুৱা খেলিবলৈ বহিল। দহ পইচা, কুৰি পইচা, পঞ্চাশ পইচাৰ খেলা। তিনিবাৰমান খেলাৰ পিছত জুৱা খেলাৰ সহজ কাৰবাৰটো চালেহে বুজি ল'লে।

প্ৰায় এঘণ্টাৰ মূৰত আৰু দুটা আহি যোগ দিলেহি।

মাজতে চম্পাই কান্তাৰ হতুৱাই আটাইকেইটাকে অলপ অলপ মদ দিয়ালে। চালেহে নাখালে।

"তুমি নোখোৱা?" খেলাৰ মাজতে এটাই সুধিলে।

চালেহে মূৰ জোকাৰিলে– নেখায়।

চালেহ জিকিছে। মাজে মাজে দুই-এবাৰ হাৰিলেও, বেছিভাগ জিকিছে, চালেহৰ আগ্ৰহ বাঢ়ি গ'ল।

তাৰ গাৰ কাষতে বহি চম্পাই ক'লে, "মই কৈছোঁ নহয়, তুমি জিকিবা, মিছাকৈয়ে চাকৰি বিচাৰি ফুৰি কি লাভ? দেখিবা একেৰাতিয়ে তোমাৰ বেছ আৰ্জন হ'ব।"

ৰাতি ১১ বজালৈকে সিহঁতে জুৱা খেলিলে, বৰ বেছি চিএৰ-বাখৰ হোৱা নাছিল। পুলিচৰ ভয়তহে সিহঁতে অইন ঠাইত নেখেলি ইয়াত খেলেহি। মাজে মাজে চম্পাৰ ঘৰলৈ অহা পুলিচেও খেলাত যোগ দিয়ে, ইয়াত ভয় নাই। তাৰ পিছত চম্পাই কিবা এটা ইঙ্গিত দিলে। মানুহকেইটা এটা এটাকৈ ওলাই গ'ল, এটাই মাথোন চম্পাৰ কাষলৈ আহি সাবটি ধৰিব খুজিছিল, চম্পাই ক'লে, "আজি যাগৈ, মোৰ নগৰীয়া আলহী আছে। আৰু উজাগৰ সিঙো অহাৰ কথা আছে।"

মানুহকেইটা যোৱাৰ পিছত চম্পাই দুৱাৰখন ভালকৈ বন্ধ কৰিলে, তাৰ পিছত বিছনাখনতে বহিল আৰু চালেহকো ওচৰতে বহুৱাই লৈ ক'লে, "উজাগৰ সিং আজি নাহিব কিজানি, নাহিলেও চিন্তা নকৰিবা। চাকৰি কৰিলেনো কিমান পাবা, আজি দেখিলা প্ৰথম দিনা খেলিয়ে তোমাৰ কিমান জিত হ'ল।"

তাৰ পিছত তাই গৰম লগাৰ আপাহ দেখুৱাই শাৰীখন গাৰ পৰা খুলি পেলালে আৰু চালেহৰ মুখলৈ কেৰাহিকৈ চাই ক'লে, "আজি মোৰ ইয়াত সোমালা বুলিহে, চাওঁ বাৰু কিমান জিকিলা?"

বাধ্যৰ দৰে চালেহে জেপৰ পৰা পইচাখিনি উলিয়াই চম্পাৰ হাতত দিলে, লাহে লাহে চম্পাই পইচাখিনি হিচাপ কৰিলে— সাতত্ৰিশ টকা পইসত্তৰ পইচা হ'ল।

উল্লসিতভাৱে পইচাখিনি দেখুৱাই চম্পাই ক'লে, "দেখিছা, দহ টকা খেলি সাতাইশ টকাতকৈও বেছি লাভ হ'ল। অইন কিবা কাৰবাৰত ইমান লাভ হ'ব নে?"

চালেহ মনে মনে থাকিল, এই কাৰণেই মানুহে জুৱা খেলে নেকি? বেয়াতো নহয়।

এবাৰ অলপ সৰ্কৈকে চম্পাই কান্তাক মাতিলে— "কান্তা —"

কাৰো সাৰ-সুৰ নাই।

পইচাখিনি গাৰুৰ তলত থৈ চম্পাই চালেহৰ হাতখন নিজৰ হাতত ল'লে আৰু মৰম লগোৱা মাতেৰে ক'লে, "বিয়া কৰাবা হ'বলা? ছোৱালীজনী ধুনীয়া নে বাৰু?"

তাইৰ প্ৰশ্নৰ উত্তৰ নিদি চালেহে তাইৰ উদং গাটোলৈ চালে। চম্পা তাৰ গাৰ আৰু কাষ চাপি আহিল আৰু তাৰ ডিঙিত সাবটি ধৰিলে।

চালেহৰ তেতিয়া হঠাৎ অইন এটা ৰাতিৰ কথা মনত পৰিছিল— যিদিনা ৰহমানৰ পৰিবাৰ হাকিমনীৰ গাৰ বিষ হৈছিল আৰু হাকিমনীয়ে তাক এইদৰেই ডিঙিত সাবটি ধৰি গাৰ কাষলৈ টপাই নিছিল। আৰু ...

ৰাতিপুৱাৰ আগে আগে চম্পাই তাক জগাই দিলে।

লেম্পটো মেজৰ ওপৰতে ক্ষীণকৈ জ্বলি আছিল। সি চোলা-কাপোৰ পিন্ধিলে আৰু ভিতৰৰ কোঠালৈ গৈ আচীত এবাৰ মুখখন চাই চুলিখিনি ফণিয়াই ল'লে।

"বেগাই যোৱাগে, মানুহ উঠিবৰ হৈছে।" চম্পাই ক'লে আৰু তাৰ হাতলৈ অলপমান পইচা আগবঢ়াই দিলে। পইচাখিনি মুঠি মাৰি লৈ সি "যাওঁ" বুলি বেগাবেগীকৈ চম্পাৰ ঘৰৰ পৰা ওলাই গ'ল।

পূবৰ ফালে তেতিয়া অলপ পুহৰি পুহৰি হৈ আহিছিল। এজাক কোমল বতাহ বলিছিল। তাৰ অলপ ভাল লাগিল, কিন্তু টোপনি পূৰ নোহোৱাৰ কাৰণে তাৰ চকু দুটা পুৰিছিল।

সি অলপ বেগাই আগবাঢ়িল।

নগৰ পাওতে ৰাতি পুৱাইছে। সৰু সৰু ল'ৰা-ছোৱালী কিছুমানে হাতত কৰণি লৈ পূজাৰ ফুল বিচাৰি ফুৰিছে। হোটেলৰ দুৱাৰবোৰ মুকলি হৈছে।

পানীকল এটাৰ ওচৰলৈ গৈ সি মুখ-হাত ধুলে, গা ধুবৰ মন গৈছিল, কিন্তু সলাবলৈ তাৰ অইন কাপোৰ নাছিল। হাত-মুখ ধুই তাৰ ভাল লাগিল আৰু কিছু আগবাঢ়ি সি ভাবিলে, কোনোবা হোটেল এখনত সোমাই সি এটোপা চাহ খাই ল'ব। জেপৰ পৰা সি চম্পাই দি পঠোৱা পইচাখিনি উলিয়াই চকুৰ সন্মুখত লৈ চালে— ঠিক পইচা আশীটা মাত্ৰ। তাৰ মনটো দমি গ'ল, চম্পাই গোটেইখিনি পইচা ৰাখি থ'লে। জুৱা খেলি লাভ মোৰ নহ'ল, লাভ হ'ল চম্পাৰ। তাই লাভখিনি ৰাখি মোক দহটকীয়া ন'টখন ঘূৰাই দিলে হ'লেও!

কামিজৰ দুয়োটা জেপত আকৌ এবাৰ সি চালে, নাই আৰু এপইচাও নাই।

টান ৰ'দ ওলাই আহিছে ৰাতিপুৱাতে। এটোপা চাহ নাখালে নহয়, তাৰ ডিঙিটো শুকাই গৈছে, মূৰটোও টিং টিঙাই আহিছে।

আৰু কিছুদূৰ আগবাঢ়ি সি এখন সৰু হোটেললৈ সোমাই গ'ল।

হঠাৎ এষাৰ চিনাকি মাতে তাক সম্বোধন কৰা যেন শুনিলে, "তুমি ক'ৰ পৰা আহিলা চালেহ?"

অলপ থতমত খাই চালেহে ঘূৰি চালে, হোটেলৰ পকা বাৰাণ্ডাত কৰি লোৱা বিছনাখনতে বহি আছে ভোলা।

"ভোলা নেকি?" তাৰ ফালে ঘূৰি চালেহে ক'লে।

"এৰা, আজি কেইদিনমান ইয়াতে আছোঁ, কামো কৰিছোঁ।"

"কাম কৰিছা, কি কাম পালা?"

ইয়াতে, এইখন হোটেলত, হোটেল বয়ৰ কাম, আহা বহাহি।" তাৰ বিছনাখন দেখুৱাই ভোলাই ক'লে।

বিছনা বিশেষ নাই, এখন একেবাৰে মলিয়ন কাপোৰ পকাৰ ওপৰতে পাৰি লৈছে আৰু তাৰ চোলা-পেন্টকেইটাৰে এটা গাৰু কৰিছে।

চালেহ আহি তাৰ বিছনাতে বহিল।

"বেয়া নহয় জানিছা, ভাত-চাহ খাই দিনে তিনি টকা। পিছে অকণো জিৰণি নাই। এই যে উঠিলো, একেবাৰে ৰাতি দুপৰলৈকে টাকুৰি ঘূৰাদি ঘূৰিব লাগে। তোমাৰ পিছে ক'ৰবাত হৈছেগৈ নে? গৈছিলা উজাগৰ সিঙৰ তালৈ?"

"গৈছিলোঁ, এতিয়া নলয় বোলে, পিছতহে ল'ব। পিয়াহ লাগিছে, চাহ খামহে।" চালেহে ক'লে।

"খাবাতো চাহ, ৰ'বা এখোন, জুই ধৰিছেহে। মোক অথনিয়ে জগাই দিলে। পিছে অলপ টোপনিৰ ভাও ধৰি পৰি আছিলোঁ। এবাৰ উঠিলেতো আৰু বহিবলৈ নোপোৱা।"

ভোলা উঠিল, তাৰ বিছনাখনৰ এফাল মেৰিয়াই সামৰি থ'লে।

"তুমি অলপ ৰ'বা দেই, মই হাত-মুখ ধুই লওঁ। তোমাক চাহ খুৱাম।"

অলপ পৰৰ পিছতে ভোলা আহি তাক চাহ খাবলৈ ভিতৰলৈ মাতি নিলে, হোটেলখন যেন তাৰ নিজৰহে।

এইন কোনো গ্ৰাহক নাই। মেনেজাৰো অহা নাই। তেওঁ হোটেলৰ ওপৰ-মহলাতে শোৱে। মাত্ৰ বান্ধনিকেইটাহে আহি চিঙাৰা, নিমকি আৰু কিবা ভাজিছে আৰু আগদিনাৰ আৰু তাৰো আগদিনাৰ বাহী গজা, চিঙাৰা, নিমকিবোৰ তপতাইছে— সেইবোৰ এই ৰাতিপুৱা বনোৱা বুলি বিক্ৰী কৰিবৰ কাৰণে।

ভোলাই দুপিয়লা চাহ, দুটা ৰসগোল্লা আৰু দুখন গৰম নিমকি প্লেটত সজাই আনি চালেহৰ আগত দিলে।

চালেহে ক'লে, "মোৰ হাতত পইচা সৰহ নাই।"

"পইচা মই দিম, তুমি খোৱা। হোটেলত কাম কৰিলে এইটোৱেই ভাল বুজিছা— খাবলৈ পায়, পিছে —"

চালেহে ভোলাৰ মুখলৈ চালে, অলপ ইফালে-সিফালে চাই সৰুকৈ ফুচফুচাই ভোলাই ক'লে, "অকল চাহ-মিঠাই বেচি কি লাভ কৰিব? অইন কাৰবাৰহে চলে।"

চালেহে সপ্ৰশ্ন দৃষ্টিৰে সুধিলে, "অইন কি কাৰবাৰনো?"

"ৰাতি দেখিলেহে বুজিবা। মোক আকৌ সেইবোৰ কৰিবলৈ লগাইছে। সেইদেখি ইয়াত বেছি দিন কাম নকৰিম কিজানি।"

"অইন কি কামনো?"

ৰাতি চুৰকৈ মদতো বেচেই, পিছে সদায় ৰাতি ছোৱালী বিচাৰি আনি দিব লাগে। এতিয়াও দুজনীমান শুয়ে আছে কিজানি ওপৰত। নগৰৰ যত ধনী মানুহবোৰ ৰাতি আহে।"

ভোলাৰ মাতত বিৰক্তি আছিল।

চালেহে যেনে-তেনে চাহখিনি খাই শেষ কৰিলে।

দুৱাৰমুখলৈ ওলাই অহি ভোলাই ক'লে, "অইন কাম পালে গুচি যাম, মানুহক চাহ-ভাত খুওৱা কাম বেয়া নহয়, পিছে এইবোৰ জঘন্য কাম, মোৰ বৰ বেয়া লাগে।"

তাৰ পিছত সৰুকৈ ইফালে-সিফালে চাই ক'লে, "আৰু কি জানা? বিয়াত তুলি ছোৱালীবোৰক কেতিয়াবা ডাক্তৰৰ ওচৰলৈ নিব লাগে। কিছুমানৰ বৰ বেয়া বেমাৰ আছে। আৰু এইবোৰ ছোৱালীৰ বেমাৰ হয়েই।"

চালেহ হোটেলৰ পৰা ওলাই আহিল, কথা পাতি পাতি ভোলাও আহিল।

অলপ আঁতৰত এখন চাইনব'ৰ্ডৰ ফালে আঙুলিয়াই ভোলাই ক'লে, "ডাক্তৰ ফুকন ইয়াতে থাকে। তেওঁ বোলে এইবোৰ বেমাৰৰ বৰ ভাল ডাক্তৰ আৰু মানুহজনো বৰ মৰমিয়াল, ছোৱালীবোৰক সদায় সেইবোৰ কৰিবলৈ মানা কৰে। পিছে নকৰিলে চলিলেহে, সকলোবোৰ দুখীয়া, সেইবোৰকে কৰি চলে।"

চালেহে বিদায় ল'লে, ভোলাৰ কথাবোৰ তাৰ ভাল লগা নাছিল, তথাপি বিনা পইচাত চাহ-মিঠাইখিনি খুওৱাৰ কাৰণে ভোলাক তাৰ ভাল লাগিল।

সি ক'লে, "চাকৰি-বাকৰিৰ খবৰ ৰাখিবাচোন। এনেকৈ বৰ বেয়া লাগিছে আৰু।"

ভোলাই আশ্বাস দিলে, খবৰ পোৱা মাত্ৰে সি চালেহক জনাব।

"হে বাব বুজিছ্য, তুমি কোনো চিন্তা নকৰিবা। ময়ো ক'ৰবাত ভাল চাকৰি পালে এইবোৰ এৰিম, চৰকাৰী চাকৰিহে ভাল। ডাক্তৰ ফুকনকো এটা চকীদাৰ কাৰণে লাগি আছোঁ, তেওঁৰ কামেচি বৰ ডাঙৰ, পিছে মই ইংৰাজী নাজানো কাৰণেহে কিজানি হৈছে। পিছে এইবোৰ কথাতকৈ চৰকাৰী চাকৰি কৰাহে ভাল।"

অৱশেষত ভোলা ঘূৰি গ'ল, চালেহে ঘৰৰ ফালে আগবাঢ়িল।

এবাৰ জেপত হাত দি চাই চালেহে দেখিলে, কালি ঘৰৰ পৰা নিয়া ন'টখনৰ ঠাইত তাৰ জেপত মাত্র আশী পইচাহে আছে। এই পইচাকেইটা তাৰ নিজৰ নহয় যেন লাগিল।

এবাৰ সি চম্পাৰ কথা মনত পেলালে, মনত পৰি তাৰ বেয়া নালাগিল। কিন্তু দহটকীয়া ন'টখনৰ কথা ভাবি সি অলপ চিন্তিত হ'ল। শেষত সি নিজকে ক'লে, "বৌক ক'ম যে উজাগৰ সিঙক থোচ দিলোঁ; অহা মাহত চাকৰি দিব।" এই প্রথমবাৰৰ কাৰণে বৌৱেকৰ আগত মিছা কথা এষাৰ ক'বলগীয়া হ'ল ভাবি তাৰ বেয়া লাগিল।

## সাত

চালেহৰ লগত মণ্ডলৰ জীয়েক চাৰাৰ বিয়াৰ পকা বন্দবস্ত হৈ গ'ল। কণমাই নিজে গৈ ছোৱালীক আঙঠি পিন্ধাই আহিল। জোৰণ-বৰীয়াকে নিজৰ ডিঙিৰ সৰু নেক্‌লেচ্‌ডাল আৰু এটা আঙঠিও দি আহিল। কাদিৰ বুঢ়াই খৰখেদা লগালেও সকলো কথা চিন্তা কৰি আঘোণতহে বিয়াৰ দিন পেলোৱা হ'ল। তেতিয়া আধি হ'লেও ভঁৰাললৈ এমুঠি ধান আহিব। ৰাইজৰ হাত-মুখখন ধুৱাব পৰা হ'ব আৰু ইতিমধ্যে জা-যোগাৰ যি হয় অলপ কৰিব পৰা যাব। চালেহহঁতৰ কাৰণে ঘৰ একোঠালিও সজাব লাগিব— কাতিমহীয়া মানুহে খেৰ কাটিব, তেতিয়া ঘৰটো কম খৰচতে সজাব পাৰিব।

আৰু ধাৰে-খণে দুই-এপদ অলঙ্কাৰো ছোৱালীজনীৰ কাৰণে গঢ়াব লাগিব, এসাজ পাটৰ কাপোৰো অন্ততঃ দিব লাগিব। আৰু আজিকালিৰ দিনৰ বিয়া বুলিলে খৰচ অলপীয়া নহয়।

কাদিৰ বুঢ়াই অৱশ্যে সাহস দিলে : তইঁতে চিন্তা নকৰিবি। আল্লাৰ কাম আল্লাই কৰিব। লগতে চালেহকো অলপ টানকৈয়ে উপদেশ দিলে : অতদিনে যি কৰিলি-নকৰিলি, এতিয়া বিয়া কৰিবলৈ ওলাইছ, অলপ আল্লাৰ কামত ধৰ। নামাজ-ৰোজাত লাগ, এতিয়া আৰু সৰু ল'ৰা হৈ থকা নাই।

চালেহে অইন সকলো কৰিব পাৰিলেও ধৰ্ম-কৰ্ম কৰিবলৈ মনৰ মাজত কোনো আগ্রহ বিচাৰি নাপালে, মাজে মাজে অৱশ্যে সি অনুভৱ কৰে যে নামাজ-ৰোজাত ধৰা হ'লেই তাৰ কাম-কাজৰ দিহা হৈ গ'লহেঁতেন কিজানি, তথাপি কিন্তু তাৰ নামাজ পঢ়িবলৈ মন নাযায়।

চালেহে অৱশ্যে নিজেও বিয়াৰ কাৰণে যি পাৰে দুপইচ যি কোনো উপায়ে ঘটিওৱাৰ চেষ্টা কৰিলে। বাৰীত লম্বা ফল বেটি এবাৰ ৰুবি টকামান পাইছিল। তাৰ পিছতে ইষৰ-সিষৰৰ কলো থোকতে কিনি লৈ সি বেটি চাৰিকুৰিমান টকা গোটালে। ইতিমধ্যে এমাহ পাৰ হৈ যাবৰে হ'ল। আৰৌ এবাৰ সি উজাগৰ সিঙৰ ভাত খৰধৰ কৰি

আহিব আৰু ভোলাকো লগ ধৰি আহিব– সি কিজানি কিবা চাকৰিৰ যোগাৰ কৰিছেই। এইবাৰ সি ঠিক কৰিলে যে কাম পোৱাৰ সম্ভাৱনা যেন দেখিলে সি পঁচিশ টকামান ঘোচ দি দিব।

পুণ্যেশ্বৰৰ দোকানত আটাইকেইটাই বহি তাৰ বিয়াৰ চিন্তা কৰে। বাজেনে ক'লে যে সি পঞ্চাশ টকা ধাৰলৈ দিব। আৰু বিয়াৰ বাবদ কুৰি টকা এনেয়ে দিব। পুণ্যেশ্বৰ দোকানীয়ে পেট্ৰ'মাক্স লাইট দুটা এনেয়ে দিব, আনকি তেল আৰু মেণ্টলো দিব। আৰু দিব গ্ৰামোফোনটো আৰু ৰেকৰ্ড আৰু পিন। আনকেইটায়ো যথাশক্তি চালেহৰ বিয়াত সাহায্য দিয়াৰ আশ্বাস দিলে।

চালেহে অলপ সাহস পালে।

জেহিৰেও তলে তলে দুই-এঠাইত অলপ টকা ধাৰলৈ বিচাৰিলে, পোৱাৰ আশাও পালে। এটা ভায়েক, বিয়াখন ভালকৈ নাপাতিলে কাৰ নো ভাল লাগিব?

বৌৱেকে প্ৰায়ে চাৱাৰ ৰূপ-গুণৰ কথা কয়। শুনি শুনি চালেহৰো চাৱাজনীক এবাৰ চাবৰ মন যায়; কণমাইৰ মতে ৰূপত চাবাৰ লগত ফেৰ মাৰিব পৰা ছোৱালী এই অঞ্চলত নাই। নাক-মুখ সোণাৰি-গঢ়িত, ক'তো অকণ ক্ষতি-ক্ষুণ নাই। চাই থাকিলে, চাই থাকিবৰ মন যায়।

আৰু গুণত?

ঘৰৰ, বাহিৰৰ সকলো কাম-বন জানে। গাৰুৰ-গিলিপ, টেবুল-ক্লথত যে ফুল কৰি থৈছে, চালে চকু বৈ যায়। অথচ ইমান নম্ৰ, মুখৰ মাত এষাৰেই নাই। ছোৱালীজনী বৰ শান্ত, লাজুকী। ৰূপে-গুণে এনে এজনী ছোৱালী আল্লাই কিবা কপালৰ গুণেহে চালেহৰ কাৰণে মিলাইছে। চাবাৰ কথা কৈ কণমাইৰ ওৰ নপৰে। চালেহৰ কল্পনাত নতুন ৰহণ লাগে। বদিৰৰ জীয়েক আইছাৰ ছবি ক্ৰমে তাৰ স্মৃতিৰ পৰা মচ খাই আহে। বিয়াৰ কাৰণে খৰখেদা আয়োজন কৰাত তাৰ বেয়া নালাগে, সিও অলপ লাজ-মান কাটি কৰি ঘৰ-বাহিৰৰ ইটো-সিটো কৰাত লাগে। তাতে কাদিৰ দাইটিৰ তাগাদা আছেই। পুখুৰীৰ দলংকেইখন ভাল নকৰ কিয়? ঘৰৰ ভেটিটোত আৰু অলপ মাটি দেইত। চোতালখন বন-পাত চুৰুকি ভালকৈ উলিওৱা।

অথচ কাতি সোমোৱাই নাই।

মাজতে এবাৰ মণ্ডলো আহি মিতিৰৰ ঘৰৰ খবৰ কৰি গ'লহি : জা-যোগাৰ কেনে হৈছে। ভাবী শহুৰেক অহাৰ গম পাই চালেহ ঘৰৰ পৰা পলাল। লাজ নালাগে নেকি? কণমায়ে আখ-বেখ কৰি মণ্ডলক খুৱাই-ধুৱাই, আদৰ-সাদৰ কৰিলে আৰু ক'লে, "আমি গৰীব মানুহ দেখি আৰু' ঘিণ নকৰিব। চাবাই লখিমী হৈ আহিব নহয় –"

মণ্ডলে হাঁহি বিদায় ল'লে।

## আঠ

মাজতে নিজৰ টকা ত্ৰিশটা লগত লৈ চালেহ্ আকৌ এবাৰ কামৰ খবৰ কৰিবৰ কাৰণে টাউন হৈ উজাগৰ সিঙৰ কাৰখানালৈ গ'ল। আগৰবাৰৰ নিচিনাই উত্তৰ পালে : "এতিয়া মানুহ লোৱা নহয়।" এইবাৰো সি ঘোচ নিদিলে, কিন্তু এটা বুদ্ধি কৰিলে এইবাৰ, সি দুখন দহটকীয়া ন'ট পেণ্টৰ জেপত লুকুৱাই ৰাখিলে, বাকী দহ টকা কামিজৰ জেপত লৈ চম্পাৰ ঘৰত সোমাল। বিয়াৰ কথা ভাবি সি নোসোমাওঁ বুলিয়ে প্ৰথমে থিৰাং কৰিছিল; কিন্তু চম্পাৰ ঘৰৰ আগ পালত আপোনা-আপুনিয়ে তাৰ ভৰি দুখন তাইৰ দুৱাৰমুখলৈ আগবাঢ়ি গ'ল। এইবাৰ তাৰ আগৰ সঙ্কোচ বহুত কম হ'ল, চম্পাই তাক ৰাতি তাইৰ ঘৰতে ৰাখি মৰম-চৰম কৰি পঠিয়াই দিলে। এইবাৰ সি টকা দহোটা নিজেই তাইক দি আহিল। বিদায় দিবৰ সময়ত তাই ক'লে, "আহিবা দেই মাজে-সময়ে, বিয়া কৰালে আকৌ মোলৈ পাহৰি যাবা নেকি?"

চালেহে তৃপ্তিৰ হাঁহিৰে চকুলৈ এবাৰ চাই শেষ ৰাতিৰ আন্ধাৰৰ মাজেদি খোজ ল'লে, চম্পাৰ মৰমবোৰ তাৰ সঁচা ভাল পোৱা যেন লাগিল।

কিন্তু তাৰ কেইদিনমান পিছৰ পৰা চালেহ বিমৰ্ষ হৈ পৰিল, তাৰ মনটো হঠাৎ মৰি যোৱা যেন লাগিল, কিবা এটা ভয়ত সি শেঁতা পৰি যাব ধৰিলে।

কিন্তু কাকো সি একো নক'লে।

ক্ৰমে বিয়াৰ দিন ওচৰ চাপি আহিল, কিন্তু জেহিৰে লক্ষ্য কৰিলে যে চালেহটো এই কেইদিনৰ ভিতৰতে বৰ খীণাইছে। সি শেঁতাও পৰিছে, তাৰ মুখখনৰ আগৰ ৰংটো নোহোৱা হৈ গৈছে।

কথাটো জেহিৰে কণমাইক ক'লে। কণমায়ে ক'লে, "মন্নো মন কৰিছোঁ, কিবা গা-চা অসুখ নেকি, পিছে পৰি-মেলি থকাতো নাই। কি হৈছে বুজিছা— কিজানি ভাবিছে, বিয়া-চিয়া কৰাই কেনেকৈ চলিম— কাম-কাজৰ এতিয়াও দিহা নহ'ল।"

"এৰা, বিয়াৰ আগতে ক'ৰবাত মূৰটো সুমুৱাব পৰা হ'লে সি ইমান মনমৰা নহ'লহেঁতেন, তাক তুমি বুজাবাচোন।"

"বাৰু তুমি চিন্তা নকৰিবা, মই ইয়াৰ দাৱাই জানো, চৰাৰ কথা কৈ জোকালেই সকলো ঠিক হৈ যাব।"

"এৰা, এই সময়ত মন-চন মাৰি থাকিলে কাৰো ভাল নালাগে। তুমি তাক ক'বা, আমি এতিয়া যেনেকৈ এখৰ হৈ আছোঁ, তাৰ বিয়াৰ পিছতো আমি তেনেকৈয়ে থাকিম, তাক খুৱাব পাৰিলে আমি তাৰ পৰিয়ালটোকো খুৱাব পাৰিম, আল্লাই খুৱাব।"

"বাৰু হ'ব, ডেকা-ল'ৰাৰ মন বেয়া লগা এটা ফুকিতে নাইকিয়া হয়, মই বাৰু উপায় কৰিম।" কৈ কৈ কণমাই ওলাই গ'ল। জেহিৰে ওলাই যোৱা কণমাইৰ

গাটোলে চালে, সাত মাহ হ'ল হ'বলা। চালেহৰ বিয়াখন ভালে-কালে হৈ গ'লেই হয়, কামৰ সকলো যোজাতো কণমাইৰ ওপৰতে পৰিব, আল্লাই কণমাইৰ গাটো ভালে ৰাখিলেই হয়।

জেহিৰৰ অৱশ্যে অলপ চিন্তাও হ'ল। দিনে দিনে পৰিয়ালৰ সংখ্যা বাঢ়িব, অথচ আৰ্জন বঢ়া নাই। চাবা আহিব, চাবাৰো ল'ৰা-ছোৱালী হ'ব, সমস্যা আৰু কঠিন হ'ব।

আল্লাই যেনে-তেনে চলাব— জেহিৰে নিজকে ক'লে।

চালেহ অলপ বিমৰ্ষ আৰু মন মাৰি থকাটো ৰাজেনইতেও লক্ষ্য কৰিলে।

"তোৰনো কি হৈছে অ' চালেহ, কেলেই ইমান চিন্তা কৰি শুকাই-খীণাই গৈছ দিনে দিনে? গা ভাল নহয় নেকি?"

চালেহে হাঁহিবৰ চেষ্টা কৰি কয়, "বিয়াখন এতিয়া নপতাই ভাল আছিল অ' —"

"থ, থ, বিয়াখন আকৌ নাপাতিব কিয়? ডেকা মানুহ— বিয়া কৰাবলৈ ইমান ভয় নে?"

চালেহে আৰু একো নামাতে। কিবা এটা দুৰ্ভাৱনাই তাক বিষাদগ্ৰস্ত কৰি তোলে, তাৰ মুখৰ হাঁহি নোহোৱা হয়। বহু কষ্টে সি বিয়াৰ আয়োজনত তাৰ সহযোগিতা থকা যেন দেখুৱাবৰ চেষ্টা কৰিলে।

এদিন অৱশ্যে যথেষ্ট সাহস গোটাই সি বৌয়েকক ক'লে, "বৌ, সঁচাকৈ কৈছোঁ, বিয়াখন এতিয়া নাপাতিলে নহয় জানো?"

"কিয়? এতিয়া পাতিলেনো কি হয়? লোকৰ ছোৱালী আমালৈ ৰাখি থ'ব নেকি? আৰু এতিয়া জানিবা নাপাতিলোঁৱেই, তোমাৰ কাম-কাজ কেতিয়া হ'ব তাৰ জানো কিবা ঠিক আছে —"

"সেই কাৰণে নহয় বৌ —" ভয়ে ভয়ে চালেহে ক'লে।

"তেনেহ'লে বিয়া হোঁহকোৱাৰ আৰু কি কাৰণটো আছে? আমাক যদি বিশ্বাস কৰিব নোৱাৰা, আমি কি কৰিম। আমি কিবা তোমাৰ শত্ৰু নে? তোমালৈ য'ৰ-ত'ৰ কাণী-কুঁজী এজনী খুজি আনি দি আমাৰ গা সকবাৰ খোজা নাই, বদিৰৰ জীয়েকজনীকে চাবা কিমান ভাল দেখিলে বুজিবা নহয় —"

ইয়াৰ পিছত আৰু চালেহৰ কথা ক'বৰ উপায় নাছিল। সি মাথোন তলমূৰ কৰি কৰুণভাৱে হাঁহিলে— বৰ বিষাদৰ হাঁহি।

বিয়া হোঁহকাবলৈ কোৱাৰ কথা কাদিৰ বুঢ়াৰ কাণতো পৰিল, বুঢ়াই তৰ্জকাই উঠিল।

"বদিৰ বৰ মানুহ হ'ল, আমাৰ ল'ৰালৈ ছোৱালী নিদিয়ে, সাদিনতে বিজনী ছোৱালী থবিলোঁ, তাহঁৰ ভৰি ধুই পানী খাবৰো যোগ্যৰ নহয় বদিৰৰ জীয়েক। ইয়াৰ

আকৌ কি উদ্‌ফাই লাগিল। তাৰ কথামতেই আমি এতিয়া বিয়া হোঁহ্‌কাম? হেৰ' বদিৰক দেখুৱাবহে লাগে— চা, তোৰ জীয়েৰক নিদিলি বুলি আমি ছোৱালী নানি থাকিলোঁ নে? মই হোৱা হ'লে সাদিনতে ছোৱালী আনি ঘৰ সুমুৱালোঁহিহেঁতেন। তইঁতহে চোঁচোৰাই চোঁচোৰাই ইমান পলম কৰিলি, এতিয়া আকৌ তাৰ কথাতে বিয়া পিছুৱাব লাগে। তই কিবা বিয়া পাতিছ নে? আমি ছোৱালী খুজিছোঁ, আমি বিয়া পাতিম, তোৰ কথা আকৌ শুনিব কোনে?"

বুঢ়াৰ ভেকাহিত চালেহৰ মনৰ বল একেবাৰে শেষ হৈ গ'ল। সি বিয়া হোঁহ্‌কোৱাৰ কথা আৰু মুখত অনাৰ দৰকাৰ নেদেখিলে। যি আছে কপালত। ...

মনে মনে তাৰ নিজৰ ওপৰতে খং উঠিল। মোৰ এনেকুৱা হ'বই পায়। লিখা-পঢ়া নিশিকিলোঁ, হাকিমনীয়ে লগতে লৈ যাব খুজিছিল, নগ'লোঁ, আজি চাৰি-পাঁচ বছৰে জীৱিকাৰ বাট এটা বিচাৰি নাপালোঁ। আৰু এতিয়া –

তাৰ বৰ অস্বস্তি লাগিল। মোৰ দোষতেই সকলো হৈছে, হ'বই।

বহু চেষ্টা কৰি সি বিয়াৰ আয়োজনত লা-ধু কৰি দি সক্ৰিয় হোৱা যেন দেখুৱাবৰ চেষ্টা কৰিলে। জেহিৰ আৰু কণমায়ে তাৰ এই পৰিবৰ্তন দেখি ভাল পালে। ডেকা-ল'ৰাবোৰ কিবা— ইপিনে বিয়া বিয়া কৰি ফুৰিব আৰু বিয়াখন পাতিবলৈ ল'লে দৰাটো হৈ ছোৱালীজনী আনিবৰ সময়ত কৰিব হোঁহ্‌কা-পিছলা।

কিন্তু তথাপি চালেহৰ মুখখনত বিমৰ্ষতাৰ ছাঁ লাগি থকা দেখি বেছ আমোদেৰে কণমায়ে নিজকে ক'লে, "বদিৰৰ জীয়েকৰ চিন্তাটো এতিয়াও যোৱা নাই। বাৰু, চাৰাক আনি ঘৰ সুমুৱাওঁহি, তাৰ পিছত কাৰ কথা ভাবা চাম। এতিয়া থাকা মুখ ওন্দোলাই। বিয়াখন ভালে ভালে হৈ গ'লেই হয়।"

## ন

বিয়ালৈ আৰু সাত দিন আছিল। চালেহৰ হাতত কুৰি টকা এতিয়াও আছিল। পুণ্যেশ্বৰৰ পৰা আৰু দহ টকা ধাৰ সি ধাৰবৈলে ল'লে।

বৌৱেকক সি ক'লে যে অলপ দৰকাৰত টাউনলৈ যাব।

বৌৱেকে মুখ টিপি হাঁহিলে, চলেহে ন ছোৱালীৰ কাৰণে কিবাকিবি কিনি আনিবলৈ যায়, নগৰৰ সোণাৰিৰ হাতত আঙঠি-চাঙঠিও গঢ়াবলৈ দিব পায়, তলে তলে ল'ৰাই জো-যোগাৰ কৰিছে।

কণমায়ে সুধিলে, "টকা-পইচা অলপ নালাগিব জানো?"

"একো নালাগে বৌ, মোৰ হাতত আছে।"

"ক'ত পালানো? লাজ নকৰিবা, লাগে যদি টকা কেইটামান লৈ যোৱা।"

ফুলশয্যাৰ ৰাতি চাবাক দিবৰ কাৰণে কি কি আনিব লাগিব, সেই কথাও কৈ দিবৰ মন গৈছিল কণমাইৰ। কিন্তু নিজৰো লাজ লাগিল আৰু চালেহেও লাজ পাব বুলি নক'লে, কেৱল সুধিলে, "ঘূৰি আহিবাগে নহয়?"

"ওঁ, আহিমগে বৌ।"

চালেহ ওলাই গ'ল।

বহুত দুশ্চিন্তা আৰু দুৰ্ভাৱনাই চালেহক উদ্বিগ্ন আৰু অধৈৰ্য কৰি তুলিলে। মুখ খুলি বুজাই ক'ব নোৱাৰা এটা বোবা বেদনাই তাক অস্থিৰ কৰি তুলিলে। বিয়ালৈ মাত্ৰ সাত দিন আছে, অথচ –

তাৰ দুৰ্বল লাগিছিল, খোজবোৰ সি লাহে লাহে দিছিল। লগ পোৱা মানুহবোৰৰ পৰা যেন সি ফালৰি কাটি যাবলৈ বিচাৰিছিল, বাটত লগ পোৱা চিনাকি মানুহবিলাকৰ লগতো বেছি সময় কথা পাতিবলৈ তাৰ ভয় লাগিছিল।

পাঁচ কিলোমিটাৰ দূৰৰ টাউনখন পাওতে তাৰ দুঘণ্টাতো বেছি সময় লাগিল। সি মনে মনে আশা কৰিলে যেন নগৰৰ চিনাকি কোনো মানুহকে সি লগ নাপায়। সকলো মানুহে যেন সকলো কথা জনাৰ নিচিনাকৈ কৌতূহলেৰে তাৰ ফালে সন্দিগ্ধভাৱে চাইছে।

ভোলাই কেনেবাকৈ দেখে বুলি তাৰ আৰু বেছি ভয় হ'ল। ভোলাটো আজি নাথাকিলেহে হয়।

টাউন পাওতে এঘাৰ বাজি গ'ল। অলপ ইতস্ততঃ কৰি, ইফালে-সিফালে চাই সি ডাক্তৰ ফুকনৰ ফাৰ্মেচীলৈ সোমাই গ'ল।

ফুকনে মানুহ এটাক বিদায় দি ভাত খাবৰ কাৰণে ঘৰলৈ যাবলৈ ওলাইছিল।

চালেহে প্ৰণাম জনালে।

ব্যৱসায়ী মাতেৰে সুধিলে, "কি হ'ল?"

"ছাৰ –"

চালেহৰ ডিঙি শুকাই গ'ল, চকু ঢুলঢুলীয়া হ'ল। সি একো ক'ব নোৱাৰিলে।

ডাক্তৰ ফুকনে তাক ক্লিনিকৰ ভিতৰলৈ লৈ গ'ল।

প্ৰায় চল্লিশ মিনিটৰ পিছত ডাক্তৰৰ পিছে পিছে চালেহ ওলাই আহিল।

চালেহৰ মুখখন শুকাই ছাই হৈ গৈছিল। চকুৰে সি ধোঁৱা-কোঁৱা দেখিছিল।

ডাক্তৰে এখন প্ৰেছক্ৰিপচন লিখি দিলে আৰু গহীন হৈ ক'লে, "এতিয়া, এই ঔষধটোকে নি খোৱাগে, ইনজেক্চন ল'ব লাগিব। সোনকালে ভাল চিকিৎসা কৰিব লাগিব। ছয়-সাতশ টকা খৰচ পৰিব, তাৰ কমে নহ'ব।"

এটা বজ্ৰপাত পৰি থৰ হোৱা প্ৰৰা মানুহৰ দৰে চালেহ ৰৈ গ'ল, তাৰ চাৰিওপিনে যেন পৃথিৱীখন ঘূৰিছে। তাৰ মুখখন শেঁতা পৰি ক'লা হৈ গৈছে।

ছয়শ, সাতশ টকা! অথচ তাৰ বিয়াৰ খৰচৰ টকাই নাই।

সি যেন তাৰ চকুৰ আগত দেখিলে কিছুমান লিলিয়া সাপে তাক চাৰিওফালৰ পৰা খেদি আহিছে আৰু তাৰ সাৰিবৰ কোনো উপায় নাই।

ডাক্তৰ ফুকনে এবাৰ কেৰাহিকৈ তাৰ মুখলৈ চাই ক'লে, "ভয় খাবলগীয়া একো নাই। ভাল হ'বা, পিছে বৰ সংক্ৰামক বেমাৰ, তোমাৰ গাৰ পৰা সহজে আনৰ গালৈ যাব পাৰে। তুমি খোৱা, শোৱা বেলেগে কৰিব লাগিব।"

অলপ ৰৈ চিগাৰেটটো জ্বলাই ডাক্তৰে ক'লে, "তুমি এতিয়া যোৱাগৈ, কিন্তু চিকিৎসাৰ পলম নকৰিবা, যিমান সোনকালে পাৰা চিকিৎসা কৰোৱা —"

জেপৰ পৰা দহটকীয়া ন'ট এখন উলিয়াই চালেহে ডাক্তৰক দিলে আৰু ডাক্তৰৰ পিছে পিছে সি ওলাই আহি আলিবাটত উঠিল।

এটা ভয়ত, এটা অকথ্য উদ্বিগ্নতাত সি উদ্‌ভ্ৰান্তভাৱে আগবাঢ়িল। "সংক্ৰামক বেমাৰ! তোমাৰ গাৰ পৰা সহজে আনৰ গালৈ যাব পাৰে! খোৱা-শোৱা বেলেগে কৰিবা।"

আৰু সাত দিনৰ মূৰত তাৰ বিয়া। বিয়াত সি অকলশৰে থাকিব কেনেকৈ? তাৰ লগত বহুতে খাব, বহুতে উঠা-মেলা কৰিব, দৰা বুলি বহুতে তাৰ গাত গা ঘঁহাই ৰহিব।

আৰু ...?

সি ভাবিব নোৱাৰা হ'ল, আৰু সাত দিনৰ মূৰত তাৰ ঘৰলৈ এজনী ছোৱালী আহিব। এজনী একেবাৰে অচিনাকি নিৰোগী ছোৱালী।

তাইৰ পৰা সি আঁতৰি থাকিব লাগিব। ডাক্তৰে কৈছে, "সংক্ৰামক বেমাৰ।"

থতমত খাই চালেহ ৰৈ গ'ল, ক'ৰবাৰ পৰা ভোলা আহি তাৰ আগতে থিয় দিছে।

চালেহে চিনি নোপোৱাৰ দৰে ভোলাৰ মুখলৈ চালে।

"কোনফালে আহিছিলা? বৰ খীণাইছা দেখোন, গাটো ভাল নাই নেকি?"

সেপ ঢুকি কোনোমতে চালেহে ক'লে, "ভালেই, অলপ এইফালে আহিছিলোঁ।"

"কামৰ কাৰণে! ক'ৰবাত হৈছেগৈ নে?"

দুয়ো বাটৰ কাষৰ এখন সৰু হোটেলত সোমাল।

"বৰ পিয়াহ লাগিছে —" চালেহে ক'লে।

"এৰা, টান ৰ'দ ওলাইছে।" ভোলাই ঘামখিনি হাতৰ তলুৱাৰে কপালৰ পৰা এচাৰি পেলাই ক'লে।

হোটেলখনৰ ভিতৰত কেইবাটাও মানুহ বহি চাহ খাইছে।

চালেহ আৰু ভোলাও মুখামুখিকৈ এখন সৰু মেজৰ দুয়োফালে বহিল।

দুপিয়লা চাহ আৰু দুটা কচুৰি আনি বয় এটাই মেজৰ ওপৰত থ'লেহি।

হঠাৎ চালেহৰ গাৰ নোম শিয়ঁৰি উঠিল– একেলগে বহি খাইছো, কিজানি মোৰ গাৰ বেমাৰ ভোলাৰো হৈ যায়। "বৰ সংক্ৰামক বেমাৰ।" ডাক্তৰৰ কথাষাৰ তাৰ মনত পৰিল।

"খোৱা আকৌ, কি ভাবি আছা?" ভোলাই ক'লে।

অপ্ৰস্তুতভাৱে চালেহে ক'লে, "তুমি বাৰু আগেয়ে খোৱাচোন। চাহ ঠাণ্ডা হওক, মোৰ বৰ গৰম লাগিছে।"

ভোলাই আগেয়ে খাই ল'লে যেন আৰু সংক্ৰমণৰ ভয় নাথাকে।

"এ, খোৱা খোৱা, গৰমত গৰম চাহ খালেহে গৰম কাটে।"

এইবুলি কৈ ভোলাই চাহত শোহা মাৰিলে।

অগত্যা ভয় আৰু সঙ্কোচেৰে চালেহেও চাহৰ পিয়লাত মুখ দিলে, কিন্তু সন্তৰ্পণে– সি ভোলাৰ পৰা নিজক আঁতৰাই ৰখাৰ চেষ্টা কৰিলে।

মোৰ বেমাৰটো যে সংক্ৰামক। কেনেবাকৈ ভোলাৰো কিজানি হৈ যায়।

চাহ খাই থকাৰ মাজতে ভোলাই ক'লে, "তোমাৰ বিয়াখন পালেহিয়েই নহয়, সাত দিনমানহে আছে হ'বলা। এৰা, ভাল কৰিলা বিয়াখন পাতি পেলালা, মোৰো মনটো আছিল বিয়াখন পাতিবৰ, পিছে নাই টকা-পইচা, নাই ঘৰ-বাৰী, নাই ভাল চাকৰি-বাকৰি।"

চালেহে ভোলাৰ মুখলৈ চালে। হঠাৎ সি অনুভৱ কৰিলে যে এইটো মুহূৰ্তত তাৰ ভোলালৈ হিংসা হৈছে। ভোলা আৰু সি একেই দুখীয়া, কিন্তু ভোলাৰ স্বাস্থ্য অটুট আছে, সি নিৰোগী, আজি তাৰ পৰিবৰ্তে ভোলাইহে বিয়া কৰাব লাগিছিল।

তথাপি সি সৰ্বান্তঃকৰণে আশা কৰিলে– যেন ভোলাৰ তাৰ নিচিনা বেমাৰ নহওক, আজি নহয় কাইলৈ সি কিবা এটা ভাল আৰ্জনৰ বাট পাব, কিন্তু বেমাৰ হ'লে সি বিয়া কৰাব কেনেকৈ?

হোটেলৰ পৰা ওলাই দুয়ো কিছুদূৰ একেলগেই আহিল।

এৰা-এৰিৰ সময়ত চালেহে, নিৰুৎসাহভাৱে কোনোমতে ক'লে, "বিয়াখন যেনে-তেনে পাতিছোঁ আৰু, তুমি কিন্তু যাবা ভাই –"

ভোলাই ক'লে, "ক'ব নালাগেহে, যামেই।"

তাৰ পিছত আত্মপ্ৰসাদৰ সুৰত সি ক'লে, "তুমি জানো ক'ব পাৰা নে নাই, আজি এথাৰ দিন ডাক্তৰ ফুকনৰ ফাৰ্মেচীত কাম কৰিছোঁ, বৰ ভাল কাম নহয় পিছে, আমাৰনো আৰু কি, কোনো মতে ভাত-কাপোৰকেইটা উলিয়াব পাৰিলেই হয়। ডাঙৰ মানুহ, লাগি-মেলি কিজানি কেতিয়াবা ভাল চৰকাৰী কাম এটাত সুমুৱাই দিয়েই আৰু ডেৰমাহ নে দুমাহৰ পিছত কাছাৰীৰ নৰাম পিয়নে পেন্সন পাব, কিবা ৰকমে খাটি-লুটি সেইটো কামকে ল'ব পাৰিলে আৰু মোৰ চিন্তা নাথাকে। ফুকন ডাক্তৰৰে আৰু ডেপুটি কমিচনাৰৰে আকৌ বৰ মিল।"

সংক্ষেপে চালেহে ক'লে, "এৰা, সেইটো কাম পালে বেয়া নহ'ব, পিছে মই অলপ বজাৰ কৰোঁ দেই, ঘৰো পাবঁগে লাগিব নহয়।" চালেহে ক'লে।

ভোলাৰ লগত দুষাৰ সুখ-দুখৰ কথা পাতিবলৈ তাৰ বেয়া নালাগিলহেঁতেন, পিছে মনে মনে তাৰ ভয় লাগিছিল— কিজানিবা ভোলাৰ ওচৰত বেছি পৰ থাকিলে তাৰ গালৈ চালেহৰ গাৰ বেমাৰটো যায়, কথা পাতোঁতেও সি অলপ আঁতৰতে ৰৈছিল।

মুখ খুলি ভোলাক বুজাই ক'বৰ তাৰ উপায় নাই। কিন্তু ডাক্তৰে তাক কৈ নিদিয়েতো? সি যে আকৌ ডাক্তৰৰ তাতে কাম কৰিছে!

সি নিজকে আশ্বস্ত কৰিলে যে ডাক্তৰে নিশ্চয় ভোলাক তাৰ বেমাৰৰ কথা কৈ নিদিয়ে।

বজাৰৰ মূৰ পাই ভোলাই ক'লে, "ডাক্তৰ ভাল মানুহ। মই ক'লে, কিজানি টকা দহোটামান আগতীয়াকৈ দিব।"

তাঁৰ পিছত অলপ সৰ্ককৈ ক'লে, "ক'বলৈ লাজ কৰিলেনো কি হ'ব অ'? চোলা-কাপোৰ মুঠেই নাই। এই পিন্ধি থকা সাজেইহে। তোমাৰ বিয়ালৈ পাৰিলে নতুন কামিজ এটা কিনিম বুলি ভাবিছোঁ।"

চালেহ বজাৰলৈ সোমাল, কিন্তু কি কিনিব লাগে— সি পাহৰি গ'ল, পুলুং-পালাং কৰি সি দোকানবোৰত বস্তু চাই ফুৰিব ধৰিলে।

চাবাৰ কাৰণে কিবা এটা বস্তু কিনাৰ কথা সি মনে মনে ভাবিছিল, কিন্তু কি কিনিব— সি সিদ্ধান্ত কৰিব নোৱাৰিলে। জেপত পইচাও বেছি নাই কিজানি।

দুটকীয়া, তিনিটকীয়া কিবা-কিবি সৰু-সুৰা দুটামান বস্তু সি কিনিলে। হঠাৎ কাপোৰৰ খুচুৰা দোকান এখনত ওলোমাই থোৱা বস্তু এটালৈ তাৰ চকু গ'ল। তাৰ বস্তুটো দেখিয়ে লাজ লাগি গ'ল। ইফালে-সিফালে সি চালে, অইন মানুহ সেইখিনিত নাই।

"এইবিলাকৰ দাম কিমান?" হুঁটামুটাকৈ সি সুধিলে।

"কিমান চাইজ্ লাগিব?" এজাপ ব্ৰেছিয়াৰী দোকানীটোৱে তাৰ আগত উলিয়াই দিলে।

"এইটোৱেই হ'ব" বুলি খপজপ্‌কৈ এটা ব্ৰেছিয়াৰী কিনি দামটো দি সি বেগাই জেপত ভৰালে আৰু ঘৰলৈ খোজ ল'লে।

## দহ

বিয়াখন ভালেৰেই হৈ গ'ল। জেহিৰ, কাদিৰ, কৰমাই আৰু গাঁৱৰ অন্যান্য আপোন-পৰিয়াল লগ লাগি বৰ আড়ম্বৰপূৰ্ণ নহ'লেও বেছ আয়োজনেৰেই বিয়াখন পাতিলে। পুণ্যেশ্বৰ দোকানী, বাজেন আৰু অন্যান্য ডেকাইতেও যথেষ্ট সহায় কৰিলে।

বিয়াৰ কেইদিনৰ ধুমধামৰ মাজত চালেহেও আনন্দিত হ'বৰ যথেষ্ট প্ৰেৰণা বিচাৰি পালে। কিছুদিনৰ আগৰ বিমৰ্ষ-ভাব নোহোৱা যেন দেখি কণমাই, জেহিৰ, কাদিৰ দাইটি সকলোৱে আনন্দ পালে। এৰা, নিজৰ বিয়াখনত আৰু তাৰ ৰং নালাগি পাৰে নে? ছোৱালী আনি ঘৰ সুমুৱালে – তাৰ মুখৰ হাঁহিহে নুগুচিলেই। ডেকা ল'ৰাৰ মন, বদিৰৰ ছোৱালীজনীলৈ অলপ ভাব হৈছিল, পিছে সেই ভাব কেইদিন থাকিব?

হাতী আৰু গাড়ীৰে বিয়া হ'ল। চালেহৰ অৱশ্যে মটৰেৰে বিয়া পতাৰ ইচ্ছা আছিল, কিন্তু টকাৰ জোৰা নমবিলগে, দৰা হৈ হাতীত উঠিও তাৰ বেয়া নালাগিল, নিজকে বহুত ওপৰত যেন লাগে।

পালেং, চকী, ড্ৰেচিং-টেবুল, বাকচ-পত্ৰ বহুত বস্তু দিলে ছোৱালীৰ লগত। বিয়াখনতহে বুজা গ'ল যে– মণ্ডলৰ ৰস-পম আছে। ছোৱালীৰ লগত আঙঠি আঠোটা, বালা এযোৰ, নেক্‌লেচ এধাৰ দিয়াৰ উপৰিও দৰালৈও এটা ৰাখৰ খটোৱা আঙঠি দিলে। কাপোৰ-কানি দুবাকচ, তাৰ উপৰি নগদ টকাও দিলে– আঠশ নে এহেজাৰ। কোনো কোনোৱে ক'লে, নগদ বোলে ডেৰ নে দুহেজাৰ টকা দিছে। অৱশ্যে সকলো মাল-বস্তু দৰাৰ ককায়েক জেহিৰক চম্‌জাই দিলে– চালেহে লাজতে এইবোৰৰ খবৰ নকৰিলে। কাদিৰ বুঢ়ায়ো বোৱাৰী ছোৱালীৰ লগত দিয়া বস্তুৰ বুজ ল'বলৈ আমাৰ কি দৰকাৰ পৰিছে বুলি নিজৰ সন্মান অটুট ৰখাৰ ব্যৱস্থা কৰিলে।

কইনাঘৰীয়া মানুহে বৰ আদৰ-সাদৰো কৰিলে, বৰ ৰং-ৰহইচেৰে খুৱালে-বুৱালেও, কোনো কথাতে দৰাঘৰীয়া অসন্তুষ্ট হ'বৰ কোনো হেতু নাছিল।

সন্ধিয়াৰ পিছত বিয়া ঘূৰি আহি দৰাঘৰ পালেহি। জাৰকালিৰ দিন, মানুহবোৰ সোনকালে দিহাদিহি গ'ল, বেছি পৰ থাকিলে আৰু দৰাঘৰক আমনি কৰাহে হয়।

কিন্তু জীয়ৰী-বোৱাৰী যেয়ে কইনাক এবাৰ দেখিলে সেয়ে একমুখে স্বীকাৰ কৰিলে যে এনে এজনী ৰূপহী ছোৱালী চালেহৰ কপালৰ গুণেহে পালে। কি গোলাপ ফুল যেন মুখ, কি তিঁয়হৰ জালি যেন আঁহ-পাহ; দেখিলেই মৰম লাগে ছোৱালীজনীলৈ।

বদিৰৰ জীয়েক চিংগখিলাজনীও এজনী ছোৱালী নে?

কইনাৰ বয়সীয়া বিয়া নিদিয়া গাভৰুবোৰ চাৰাৰ ৰূপ দেখি অলপ জঁই পৰি গ'ল। বুঢ়ীইঁতে মন্তব্য কৰিলে– "কোনেনো তুলিছিল অ' এইজনীক, চেহেৰাটো মন কৰিলা নে? একুৰা জুইহে যেন জ্বলি আছে!"

চালেহৰ কাণত কিন্তু এইবোৰ মন্তব্যৰ এটাও পৰা নাছিল। দৰাৰ সাজ-পোছাক সলায়ে চালেহ ওলাই গ'ল– পুণ্যেশ্বৰৰ দোকানৰ ফালে। ঘৰত পালে সকলোৱে জোকাই তাক হাৰাশাস্তি নকৰি এৰিব নে।

কিন্তু পুণ্যেশ্বৰৰ দোকানতো সি ৰক্ষা নাপালে। ৰাজেনহঁতেই তাক নানা কথা কৈ জোকালে। সি মাথোন তলমূৰ কৰি বহি থাকিল। তাৰ লাজত কাণ-মূৰ ৰঙা পৰিছিল। ইতিমধ্যে ৰাজেনহঁতৰ মাজত কথাটো ৰাষ্ট্ৰ হৈ পৰিছিল যে চালেহে বিয়া

কৰোৱা ছোৱালীজনী বৰ ধুনীয়া! অইনৰ মুখত কথাষাৰ শুনি চালেহৰ গৰ্বও হ'ল আৰু লাজো লাগিল। সি বহু যত্নে সহজ হৈ থাকিবৰ চেষ্টা কৰিলে।

পুণ্যেশ্বৰৰ দোকান বন্ধ কৰিবৰ সময় হ'ল। জাৰকালি আৰু গ্ৰাহক অহাৰ আশা নাই। তদুপৰি চালেহৰ লগতে অইনকো বিয়াৰ ভাগৰে পাইছিল। জাৰত বহি থকাৰ কোনো মানে নাই।

কৃষ্ণপক্ষৰ মাজ ভাগ, আন্ধাৰ; ইপিনে ঘন কুঁৱলীও আছে। বাটৰ দুয়োকাষৰ মানুহ সকলো শুইছে, সকলোৰে হয়তো এতিয়াও টোপনি অহা নাই। কিন্তু দুৱাৰ-খিৰিকী মাৰি সকলোৱে ঘৰৰ ভিতৰ সোমাইছে।

ধীৰ খোজেৰে চালেহ ঘৰৰ ফালে আগবাঢ়িল। এজনী অচিনাকি, ধুনীয়া ছোৱালীয়ে হয়তো উৎকণ্ঠা লৈ তাৰ কাৰণে অপেক্ষা কৰিছে। পিছফালৰ দুৱাৰখন হয়তো কাণি-দুৱৰীকৈ মেলা আছে। চাৰা তাৰ কাৰণে ৰৈ আছে—

তাৰ অজানিতেই চালেহৰ খোজ অলপ খৰ হ'ল।

পদূলিয়েদি সন্তৰ্পণে সোমাই আহি সি কেঁউফালে চালে। যদিও ভিতৰৰ কোঠালিবিলাকত লেম জ্বলি আছে, কোনো মানুহ সাৰ পাই থকা নাই। বিয়াৰ ব্যস্ততাৰ শেষত সকলো ক্লান্ত হৈ শুই পৰিছে, নিঃসাৰ!

নতুনকৈ কিনা জোতাযোৰে অলপ শব্দ কৰিছিল, কিন্তু চোতালৰ ধূলিবোৰ নিয়ৰ পৰি সেমেকি আছিল আৰু সিয়ো বৰ সন্তৰ্পণে খোজ দিছিল— যাতে তাৰ অহাৰ কথা কোনোৱে গম নাপায়।

এবাৰ সি কামিজটোৰ জেপত হাত দি চালে— চাৰাক দিবৰ কাৰণে কিনা বস্তুকেইটা তাৰ জেপতে আছে। আজিয়ে দি দিব নে নিদিয়ে সি এবাৰ ভাবি চালে। আজিয়ে নিদি আৰু কেতিয়া দিব?

একেবাৰে নিঃশব্দে আহি চালেহ তাৰ শোৱা কোঠাৰ দুৱাৰমুখত ৰ'লহি। তাৰ বুকুখন অলপ খিপ্‌খিপাই উঠিল। সি এবাৰ ভয়-সঙ্কোচেৰে ভিতৰৰ ফালে চালে— মূৰত এখন ওৰণি লৈ এখন চক্‌লেট ৰঙৰ আলোৱান গাত লৈ এজনী ছোৱালী বিছনাখনতে বহি আছে। সি কমকৈ জ্বলি থকা লেমটোৰ পোহৰত ছোৱালীজনীৰ মুখখনৰ ফালে চালে। ছোৱালীজনীৰ লাজ-সঙ্কোচ মিহলি মুখখন দেখি চালেহৰ ডিঙিটো শুকাই যোৱা যেন লাগিল। ছোৱালীজনী বৰ ধুনীয়া, আৰু ইমান সৰল, অজলা— মৰম লগা মুখখন। সি যেন ক'ৰবাৰ এজনী অচিনাকি ছোৱালীলৈ বেৰৰ জলঙাইদি চুৰকৈ চাই আছে— এনেদৰেই বুকুত খিপ্‌খিপ্‌নি লৈ কিছুপৰ সি চাই ৰ'ল। কিবা এটা ভাবি ছোৱালীজনী বহি আছে। কোঠাটোৰ ভিতৰৰ পৰা এটা ভাল গোন্ধ ওলাই আহিছে।

আৰু অলপ পৰ চাৰালৈ চাই থাকি সি ভিতৰ সোমাই গ'ল, আৰু সোমায়ে দুৱাৰখন বন্ধ কৰি দিলে।

সি ভিতৰ সোমোৱাৰ শব্দ পাই, টোপনিৰ পৰা সাৰ পোৱাৰ দৰে চাৰা মৃদুভাৱে উচাপ্ খাই উঠিল। এবাৰ চকু দুটা তুলি তাৰ মুখলৈ চালে, তাৰ পিছত বিছনাৰ পৰা নামি কুঁজা হৈ তাৰ ভৰি চুই তচ্‌লিম কৰিলে।

চালেহে বাহুত হাত দি চাৰাক তুলি আনিলে। চাৰা তাৰ সন্মুখতে থিয় দি ৰ'ল, কিন্তু তলমূৰ কৰি থাকিল, তাইৰ বুকুখন থিপ্‌থিপাই কঁপি উঠিল। চাৰাৰ সোঁ-হাতখন নিজৰ হাতত লৈ সি জেপৰ পৰা উলিয়াই আঙঠিটো পিন্ধাই দিলে। আৰু চাৰাৰ মুখলৈ চালে– অতি ওচৰৰ পৰা। লাজ আৰু অপৰিসীম আনন্দত চাৰাৰ মুখখন ৰাঙলী হৈ উঠিল, সৰল সৌন্দৰ্যৰ সকলো মাধুৰী– এই মৰমী ছোৱালীজনীৰ চকু-মুখত থূপ খাইছেহি।

চালেহৰ চাৰাক গাৰ কাষলৈ চপাই ল'বৰ মন গ'ল। চাৰা লেউসেউ হৈ পৰিছে। তায়ো যেন চালেহৰ বুকুত আশ্ৰয় বিচাৰিব খুজিছে! আকৌ এবাৰ সি চাৰাৰ ধুনীয়া, কোমল মুখখনলৈ চালে। শঙ্কিত, শান্ত, অজলা এখন মুখ, এনেকুৱা মুখ, এনেকুৱা চকু সি জীৱনত কোনোদিনে দেখা নাই।

চাৰাৰ মুখলৈ চাই থাকি হঠাৎ তাৰ গাটো শিয়ৰি উঠিল। মূৰৰ পৰা ভৰিলৈকে তাৰ গাটো হিম হৈ গ'ল, সি থক্‌থক্‌কৈ কঁপিবলৈ ধৰিলে। যেন সি পৰিয়ে যাব এতিয়া।

চাৰাৰ ফালে আগবঢ়াব খোজা তাৰ হাতখন– আপুনিয়ে কোঁচ খাই আহিল। তাৰ চকু আপোনা-আপুনিয়ে মাটিলৈ নামি গ'ল। কাষতে ৰৈ থকা চাৰাই তাৰ মনৰ ভিতৰৰ পৰিবৰ্তনৰ কথা একোকে বুজিব নোৱাৰিলে।

চালেহৰ গাটো ঘামি উঠিল। সি যেন কাৰোবাক হত্যা কৰিবৰ কাৰণে উদ্যত হৈছে। আৰু যাক সি হত্যা কৰিব– তাই একো ক'বই নোৱাৰে, তাৰ সন্মুখত ডিঙি পাতি ৰৈ আছে– মৃত্যুৰ আঘাত সাদৰি ল'বৰ কাৰণে।

চালেহৰ মুখখন শেঁতা পৰি বগা হৈ গ'ল– যেন হত্যাৰ সকলো ষড়যন্ত্ৰৰ কথা হঠাৎ সকলোৱে জানি গ'ল, তাৰ মূৰটো ঘূৰোৱা যেন লাগিল।

কোঠাটোৰ চাৰিওফালৰ পৰা যেন এটা গুম্‌গুমণিৰ বোবা শব্দ ওলাই আহিছে : "তোমাৰ বেমাৰটো বৰ সংক্ৰামক– কাৰো লগত খোৱা-শোৱা নকৰিবা। তোমাৰ গাৰ পৰা অইনৰ গালৈ সহজে যাব পাৰে।" ...

অইনৰ গালৈ সহজে যাব পাৰে ...

অইনৰ গালৈ সহজে যাব পাৰে ...

তোমাৰ বেমাৰটো বৰ সংক্ৰামক ...

তাৰ চকু দুটা মুদ খাই অহা যেন লাগিল, গধুৰ শিল এছটাৰে যেন কোনোবাই তাক হেঁচি ধৰিছে। ভৰি দুখন তাৰ থক্‌থক্‌কৈ কঁপিছে।

কিছুপৰৰ মূৰত মনৰ সকলো বল একেঠাই কৰি সি শুকান, ফুচ্‌ফুচীয়া মাতেৰে শুনা-নুশুনাকৈ ক'লে, "তুমি শোৱা।"

চাৰাই এবাৰ চকু দুটা তুলি তাৰ চকুলৈ চালে, যেন তাৰ কথাষাৰৰ তাৎপৰ্য বুজিবৰ চেষ্টা কৰিলে।

এয়া জানো আত্মসমৰ্পণৰ কাৰণে মধুৰ প্ৰস্তুতিৰ আহ্বান?

অলপ পৰ ৰৈ থাকি চাৰা বিছনাতে বহিল, তাই আশা কৰিলে যে চালেহো এতিয়া তাইৰ কাষতে বহিব আৰু জীৱনৰ সকলো সঞ্চিত মৰম উজাৰ কৰি দি তাইক বুকুৰ মাজলৈ টানি ল'ব।

বিছনাখনত চালেহৰ কাৰণে ঠাই ৰাখি চাৰা একাষৰীয়া হৈ কুঁচি-মুচিকৈ শুলে। চালেহ কিছুপৰ থিয় হোৱা ঠাইতে থিয় দি থাকিল। তাৰ পিছত কি জানো ভাবি লণ্ঠনটো হাতত লৈ চাৰাৰ কাষলৈ গ'ল আৰু চাৰাৰ মুখখনৰ ফালে চাই থাকিল।

চাৰাই তাৰ চকুৰ চাৱনিটো সহ্য কৰিব নোৱাৰিম বুলিয়ে যেন চকু দুটা মুদি পৰি থাকিল।

লাহে লাহে চাৰাৰ কাষৰ পৰা আঁতৰি আহি চালেহে লণ্ঠনটো কমাই কমাই নুমাই পেলালে।

জাৰ আৰু আন্ধাৰৰ মাজতে সি কিছুপৰ থিয় দি থাকিল, তাৰ পিছত কোঠাটোৰ এচুকত থকা বিছনাৰ দ'মটোৰ ওপৰতে বহি পৰিল।

চালেহে জোৰ কৰি চকু দুটা মুদি দিলে। তাৰ মনত লাগিল— সি এটা অপৰাধী, এই নিৰ্দোষ, নিৰপৰাধ ছোৱালীজনীৰ ওচৰত সি এটা অক্ষমণীয় দোষত দোষী। আজিৰ পৰা এই ছোৱালীজনীৰ জীৱনৰ সকলো দায়িত্ব তাৰ ওপৰত। কিন্তু দাম্পত্য জীৱনৰ প্ৰথম দায়িত্ব পালন কৰিবলৈকো সি আজি অপাৰগ। সি সংক্ৰামক ৰোগত আক্ৰান্ত, তাৰ সংস্পৰ্শই ফুল যেন পবিত্ৰ এই কুমাৰী ছোৱালীজনীৰ জীৱনটো বিষাক্ত কৰি তুলিব। তাইৰ জীৱনটো ধ্বংস কৰি দিব। নাই নাই, মোৰ পাপৰ ভাগ এই নিৰ্দোষ, নিৰপৰাধ ছোৱালীজনীয়ে ল'ব কিয়?

চালেহে এবাৰ এনেয়ে চকু মেলিলে। কোঠাটোক ঘন আন্ধাৰে ছাটি পেলাইছে। একো নেদেখি, তথাপি তাৰ মাজেদিয়ে যেন চালেহে চাৰাৰ গোটেই মানুহজনীক স্পষ্টকৈ দেখিলে। জীৱনৰ পূৰ্ণতা বিচাৰি, যৌৱনৰ সাৰ্থকতা বিচাৰি, এই দেখিলেই মৰম লগা ছোৱালীজনীয়ে সকলো আশা, সকলো কামনা লৈ তাৰ বুকুৰ মাজত আশ্ৰয় বিচাৰি আহিছে।

সি শুনিলে বিছনাখনত চাৰাই অনিয়মীয়াভাৱে উশাহ লৈ পৰি আছে। চাৰাৰ নিশ্চয় টোপনি অহা নাই। তাই হয়তো প্ৰতিটো মুহূৰ্তত যৌৱনৰ মাদকতাৰ অনাস্বাদিত মহিমা বিচাৰি চঞ্চলভাৱে প্ৰতীক্ষা কৰিছে— চালেহৰ যৌৱনৰ অধীৰ উত্তাপ।

চালেহ অধৈৰ্য হৈ পৰিল। নিজৰ ওপৰতে তাৰ ধিক্কাৰ আহিল। নিজকে বৰ হীন যেন লাগিল। চাৰাই নিশ্চয় মোক এটা অমানুহ বুলি ভাবিব— কিন্তু মই নিৰুপায়। এই ৰূপহী ছোৱালীজনীৰ জীৱন-যৌৱন নষ্ট কৰি পেলাবৰ অধিকাৰ মোৰ নাই। মোৰ পাপস্পৰ্শৰ গ্লানিৰে চাৰাৰ জীৱন কলুষিত কৰি তুলিবৰ মোৰ কোনো অধিকাৰ নাই।

চাৰাই মোৰ ওচৰত— জীৱনৰ অমৃত বিচাৰি আহিছে। তাইক মৃত্যুৰ হলাহল দান দি মই মহাপাতকীৰ কাম কৰিব নোৱাৰোঁ।

চালেহৰ ভাববোৰ বিশৃঙ্খল হৈ পৰিল। সংক্ৰামক ৰোগত ব্যাধিগ্ৰস্ত হৈ সি কিয় বিয়া কৰাবলৈ সম্মতি দিলে? আজি সি চাৰাৰ ওচৰত কি কৈফিয়ৎ দিব? নিজৰ ওচৰত দিবলৈকে দেখোন তাৰ কোনো জবাব নাই।

একমাত্ৰ জবাব— সি এই ঘৃণ্য ৰোগৰ পৰা নিজক সম্পূৰ্ণ মুক্ত কৰিব লাগিব। সি নিৰোগ, স্বাস্থ্যৱতী চাৰাৰ কাৰণে নিজক স্বাস্থ্যৱান, নিৰোগ কৰি তুলিব লাগিব।

সাতশ, আঠশ টকাতে সি সম্পূৰ্ণ আৰোগ্য হৈ যাব। আজিকালিৰ দিনত আঠশ টকা কোনো কথা নহয়। সি যি কোনো উপায়ে এই টকা যোগাৰ কৰিব আৰু ফুকন ডাক্তৰৰ হাতত দি ক'ব— এয়া টকা লওক, মোক আৰোগ্য কৰি দিয়ক। তাৰ আগতে চাৰাই যদি মোক অমানুহ বুলিও ভাবে— উপায় নাই।

বহা ঠাইতে চালেহ টোপনি গ'ল।

## এঘাৰ

এদিন-দুদিনকৈ প্ৰায় দুমাহ পাৰ হৈ গ'ল। বহু কষ্টে চালেহে নিজক চাৰাৰ সংস্পৰ্শৰ পৰা আঁতৰাই ৰাখিলে। সি বুজিছিল তাৰ এই অস্বাভাৱিক নিৰ্লিপ্ততা আৰু উদাসীনতাৰ কোনো কাৰণ চাৰাই বুজিব পৰা নাই। একেটা কোঠাৰ ভিতৰতে স্বামী-স্ত্ৰী দুয়ো বেলেগে বেলেগে শোৱে— চাৰা আৰু চালেহৰ বাহিৰে পৃথিৱীৰ এইন কোনো প্ৰাণীয়ে আনকি স্বপ্নতো কল্পনা কৰিব নোৱাৰে। আৰু কেৱল চালেহৰ বাহিৰে, কিয় এনে এটা দুঃসহ অৱস্থাৰ মাজেদি সিহঁতে নিষ্ঠুৰ দিনবোৰ অতিবাহিত কৰিছে— তাকো কোনেও ক'ব নোৱাৰে। আনকি চাৰায়ো নাজানে।

অসহ্য পৰিস্থিতি, অব্যক্ত শাস্তি— মুক্তিহীন আত্মগ্লানি। চাৰাৰ ব্যৰ্থ প্ৰতীক্ষা, চালেহৰ বেদনাময় আত্মক্লেশ!

কিন্তু উপায় নাই!

বাহিৰত চাৰাই হাঁহি-মাতিয়ে কথা-বতৰা পাতে, কাম-বন কৰি যায়। কণমাইৰ হিয়াখোলা মৰমে চাৰাৰ নিৰস, শঙ্কিত ৰাতিবোৰৰ অস্বস্তিৰ কথা দিনটো পাহৰাই ৰাখে।

দুমাহতে চাৰা ঘৰখনত পুৰণি যেন হৈ গ'ল। জেহিৰে চাৰাৰ নিচিনা বোৱাৰী পাই বৰ আনন্দ পালে যদিও মুখেৰে কোনোদিন এই কথা কাৰো আগত কোৱা নাই। কাদিৰ দাইটিয়ে ৰাতি দুপৰ হ'লেও নিতৌ এবাৰ চাৰাক মাত এষাৰ লগাই নগ'লে শান্তি নেপায়। বুঢ়াৰ মৰমে চাৰাৰ নিজৰ বাপেকৰ মৰমৰ কথাও পাহৰাই ৰাখে।

কিন্তু চালেহ!

চাৰাৰ লগত কথা-বতৰা হ'বলগীয়া হ'লেই সি তলমূৰ কৰি সঙ্কুচিত হৈ পৰে। অৱশ্যে সি মৰমেৰেই চাৰাৰ লগত কথা-বতৰা পাতে। চকুত গভীৰ মৰম লৈ চাৰাৰ মুখলৈ, গালে চাই থাকে! চাৰাই সচেতনভাৱেই চালেহক নিজৰ ৰূপ-সৌন্দৰ্যৰ প্ৰতি আকৃষ্ট কৰিবৰ চেষ্টা কৰে, কিন্তু বিফল হয়। চালেহ দৃঢ়-প্ৰতিজ্ঞ, নিৰ্বিকাৰ।

চাৰাৰ এই উদাসীনতাৰ কাৰণ জানিবৰ মন যায়। কিন্তু পৃথিৱীৰ সকলো সঙ্কোচ আৰু লজ্জাই তাৰ ডিঙিত চেপি ধৰে। তেওঁ কিজানি কি ভাবি পেলাব? তাই নীৰৱে কোনোবা শুভদিনৰ স্বপ্ন দেখি আধাউজাগৰী ৰাতিবোৰ কটাই যায়। কেতিয়াবা খুব বেজাৰ লাগিলে কান্দে — তাৰ পিছত কোনোবাই কন্দা দেখে বুলি চক্‌মক্ খাই উঠি, চকু-মুখ ধুই কোঠাৰ ভিতৰৰ পৰা ওলাই গৈ কণমাইৰ লগত হাঁহি-ধেমালিত লাগেগৈ। চাৰাৰ মুখত হাঁহি দেখিলে আনন্দত কণমাইৰ হিয়া উপচি পৰে। কণমাইতকৈ যেন সুখী পৃথিৱীত আৰু কোনো নাই।

প্ৰায়ে চালেহ পুণ্যেশ্বৰৰ দোকানত বহি বা এনেয়ে উদ্দেশ্যহীনভাৱে ঘূৰি ফুৰি দিনটো কটাই ৰাতিহে ঘৰ সোমায়হি। তাৰ মুখৰ ভাব আৰু কথা-বতৰাৰ পৰা তাৰ মনৰ ভাব অকণো কোনেও বুজিব নোৱাৰে।

কিন্তু এটা কথা জেহিৰ, কণমাই, কাদিৰ, ৰাজেন, পুণ্যেশ্বৰ সকলোৰে চকুত নপৰি নাথাকিলে যে কিবা এটা অকথিত গোপন কাৰণত চালেহ দিনে দিনে বেছি বিমৰ্ষ হৈ গৈছে। সি খীণাই গৈছে, ক'লা পৰিছে আৰু বৰ মন মৰা হৈ গৈছে।

প্ৰথম প্ৰথম জেহিৰহঁতে কথাটো নজনাৰ ভাও জুৰিছিল, যেন চিন্তা কৰিবলগীয়া একোৱেই চালেহৰ হোৱা নাই। কিন্তু দিন যোৱাৰ লগে লগে চালেহৰ শুকান মুখখন সকলোৰে চকুত পৰিব ধৰিলে। চাৰাৰ নিচিনা এজনী ছোৱালী আৰু অতবোৰ মাল-সম্পত্তি পায়ে চালেহৰ বেজাৰৰ কি কাৰণ থাকিব পাৰে, কোনেও ধাৰণা কৰিব নোৱাৰিলে।

কণমায়ে কেতিয়াবা চাৰাক সোধে– "সৰুডেকাই কিবা ভাবি থাকে যেন দেখিছোঁ, নহয় নে বাৰু?"

অলপ সপ্ৰতিভভাৱে চাৰাই উত্তৰ দিয়ে, "কাম-কাজ নাই দেখি চিন্তা কৰি থাকে হ'বলা।"

কণমায়ে কয়, "কাম-কাজ নাই বুলি আৰু নোখোৱাকৈ আছে নে? দুখীৰ দুখী অৱস্থাৰে– আল্লাই বহুততকৈ এমুঠি ভালেই খুৱাইছে। তেও জানো কি চিন্তা কৰি থাকে!"

কণমায়ে জেহিৰক কথাটো কয়। জেহিৰে কয়, "এৰা, বিয়া-বাৰু কৰাই নিজে দুপইচা আৰ্জি তিৰোতাৰ হাতত দিবলৈ কাৰনো মন নাযায়। আৰু তাৰো জানো কি কপাল, অতদিনে ক'তো এটা দিহা নালাগিল আৰু –"

জেহিৰে কিন্তু কোনোদিনে চালেহক কোনো কথা সোধাৰ বা কোৱাৰ সাহস বিচাৰি নাপালে। সুধিলে হয়তো চালেহে ক'ব, কিন্তু যি ক'ব, সি হয়তো কাকোৱেঁই সন্তুষ্ট কৰিব নোৱাৰিব। আৰু সুধিবৰনো কি আছে? জেহিৰে জানো নাজানে?

এদিন ক'ৰবাত চালেহৰ এটা ভাল কামৰ দিহা হৈ যাব— তাৰ পিছত তাৰ মুখত হাঁহি বিৰিঙি উঠিব। নামাজ পঢ়ি জেহিৰে আল্লাৰ ওচৰত মুনাজাত কৰে, যেন চালেহৰ সোনকালে ক'ৰবাত এটা ভাল জীৱিকাৰ ব্যৱস্থা হৈ যায়।

অবাঞ্ছনীয় যদিও কণমায়ে কেতিয়াবা আন্ধাৰত লুকাই চাৰাইঁতৰ শোৱা-কোঠাৰ বেৰৰ কাষত কাণ দি শুনে— চাৰা আৰু চালেহৰ কিবা কাজিয়া বা মনোমালিন্য হোৱাৰ গম পায় নেকি? কিন্তু কণমায়ে অলপমান পৰ থাকিয়ে গুচি আহে। নাই, চালেহ আৰু চাৰাই বৰ আত্মীয়তাৰেঁই সৰু সৰুকৈ কথা পাতে। কোনো বিবাদ নাই। চালেহৰ বেজাৰৰ কাৰণ অইন কিবাহে।

হয়তো কাম নোহোৱাটোৱেঁই কাৰণ!

কুমাৰী চাৰাৰ জীৱনত দাম্পত্য সুখ আছিল— এটা অস্পষ্ট ৰামধেনুবুলীয়া স্বপ্ন। জীৱনৰ যুগ্ম-ৰূপ তাইৰ ধাৰণাত জীৱনৰ পূৰ্ণ-ৰূপ বুলি তাই কল্পনা কৰিছিল। বিবাহিত জীৱনৰ হাঁহি-অভিমানৰ সহজ কল্পনাক যৌৱনৰ নতুন উন্মাদনাই আকৰ্ষণীয় কৰি তুলিছিল। নতুন মোহ, নতুন বিস্ময়, নতুন মদিৰাই যদি নাই, তেন্তে মানুহে এটা মুক্ত জীৱনক বিয়াৰ বন্ধনত স্ব-ইচ্ছাৰে বন্দী কৰিবৰ কাৰণে উত্ৰাৱল হয় কিয়?

বিয়াৰ মাজত চাৰাই জীৱনৰ সকলো অনাস্বাদিত মাধুৰীৰ, সকলো অকথিত মাদকতাৰ স্বপ্ন দেখিছিল।

বিয়াৰ ডেৰ-দুমাহৰ পিছতো— সেই স্বপ্ন চাৰাৰ কাৰণে স্বপ্ন হৈয়ে বৈ গ'ল। কিয় এনে হৈছে— তাই অকণো বুজিব নোৱাৰিলে। চালেহৰ ভিতৰত অৱশ্যে জীৱনৰ প্ৰতি কোনো বিতৃষ্ণা বা বিৰাগ চাৰাই দেখা নাপালে। কিন্তু কিবা এটা অকথিত বেদনা আৰু এটা মৰ্মদাহী অভিযোগে চালেহৰ সমগ্ৰ পৌৰুষক হেঁচি ৰখাটো চাৰাই বুজিব পাৰিলে।

ইয়াৰ কাৰণ কি বদিবৰ জীয়েক আইছা? ইতিমধ্যে চাৰাই নানা ফালৰ পৰা জানিব পাৰিছে যে চালেহৰ আইছাক বিয়া কৰাবৰ ইচ্ছা আছিল, নাপালে। আইছাক নোপোৱাতহে চাৰাক বিয়া কৰালে। হয়তো চালেহে দেহে-মনে এতিয়াও আইছাকে কামনা কৰে। এতিয়াও হয়তো তাইৰ চিন্তা মনৰ পৰা যোৱা নাই।

চালেহৰ মন যদি আইছাৰ ভাব-চিন্তাতেঁই ভৰি আছে, তেন্তে সি চাৰাৰ চিন্তা কৰিব কেনেকৈ?

হয়তো এই কাৰণেই— লোকৰ কাৰণে, লোকৰ আদেশ-নিৰ্দেশত চালেহে সামাজিকভাৱে চাৰাক বিয়া কৰালেও ঘৰুৱা জীৱনত নিজক চাৰাৰ কাষৰ পৰা সন্তৰ্পণে নিলগাই ৰাখিছে।

বিয়াৰ পূৰ্বে চাৰাৰ ৰূপে ওচৰ-পাঁজৰৰ ডেকাহঁতৰ মনত প্ৰলোভনৰ সৃষ্টি নকৰা নহয়, আৰু আজলী হ'লেও চাৰাই সিমানখিনি বুজি নোপোৱা নহয়। চাৰাৰ মৰম পাবৰ আশাৰে– বহুতেই নানাভাৱে তাইৰ কাষ চাপিবৰ চেষ্টা কৰিছিল, অৱশ্যে মণ্ডলৰ সতৰ্ক চকু আৰু চাৰাৰো সংযমৰ ফলত, অবাঞ্ছনীয় কোনো পৰিণতি ঘটা নাছিল।

কোনো ৰূপহী গাভৰুৱেই পুৰুষৰ ওপৰত নাৰীৰ ৰূপৰ প্ৰভাৱৰ কথা বুজি নোপোৱা নহয়। চাৰায়ো বুজিছিল।

আৰু কুমাৰী জীৱনৰ সেই অভিজ্ঞতাৰেই চাৰাই ভাবিছিল, চালেহক আকৰ্ষণ কৰিবৰ কাৰণে তাইৰ ৰূপেই যথেষ্ট হ'ব।

তাৰ উপৰি এতিয়া তাই চালেহৰ পত্নী।

চালেহৰ নিৰ্বিকাৰ উদাসীনতাই চাৰাক বিব্ৰত কৰি তুলিলে। মাজে মাজে চাৰাই ভাবে ঃ "আইছাৰ প্ৰতি থকা গভীৰ আকৰ্ষণেই যদি এই উদাসীনতাৰ মূল, তেন্তে মোক বিয়া কৰাইছিল কিয়?" আনফালৰ পৰা চাই চাৰাই ভাবে– "এই অনাসক্তি চালেহৰ ব্যক্তিত্ব আৰু পৌৰুষৰেই চিন। আইছাৰ প্ৰতি থকা ভালপোৱাক চালেহে মোৰ ওচৰত ধৰা দি অপমান কৰিব খোজা নাই।" চাৰাই চালেহক শ্ৰদ্ধা কৰাৰ প্ৰয়োজন বোধ কৰিলে।

চাৰাই বদিৰৰ জীয়েকক দেখা নাই। কিন্তু জেহিৰ, কাদিৰ আৰু বিশেষকৈ কণমাইৰ পৰা চাৰাই জানিব পাৰিছে যে আইছা কেতিয়াও চাৰাতকৈ ধুনীয়া নহয়। চাৰাৰ তুলনাত আইছা বহুত তলতে থাকিব– সকলো বিবেচনাৰে। এই কথা জানি মনে মনে চাৰাৰ গৰ্ব হৈছিল।

কিন্তু চালেহৰ নিৰাসক্ত শিলাময় উদাসীনতাই চাৰাৰ গৰ্ব নিঃশেষ কৰি দিলে। চালেহৰ কাষত মোৰ ৰূপ-যৌৱনৰ কোনো মূল্যই নাই?

নিৰাশাত অতিষ্ঠ হৈ আৰু নিজৰ মৰ্মান্তিক বিফলতাৰ কথা কাৰো আগত প্ৰকাশ কৰিব নোৱাৰি, কেতিয়াবা আত্মগ্লানি আৰু বিৰক্তিত চাৰাই ভাবে– মোৰ বিয়া এটা নিৰ্জীৱ অমানুহৰ লগতহে হ'ল নেকি?

কিন্তু চালেহৰ নিচিনা ডেকা মানুহ কেনেকৈ অমানুহ, অপুৰুষ হ'ব– চাৰাৰ সীমাবদ্ধ অভিজ্ঞতা আৰু জ্ঞানেৰে বুজিব নোৱাৰিলে।

এটা অসহ্য, নিৰ্বাক, বোবা-বেদনা নীৰৱে বুকুৰ মাজত লুকুৱাই ৰাখি চাৰাই অইন বোৱাৰী ছোৱালীৰ দৰে ঘৰ-সংসাৰৰ কামত নিজক ব্যস্ত ৰাখিবৰ প্ৰয়াস কৰিলে।

নিজৰ মনোবেদনাৰ কথা তাই আনকি চালেহকো কোনো দিনে নজনালে।

মাত্ৰ এদিন অধৈৰ্য হৈ নিজৰ বিছনাখন পালেঙৰ পৰা মাটিত পাৰি লৈ আৰু চালেহৰ কোঠাৰ চকুত কৰি লোৱা বিছনাখন পালেঙত পাৰি দি চাৰাই তলত শুই থকাৰ ব্যৱস্থা কৰিলে।

ভালেমান ৰাতি চালেহে আহি দেখিলে— চাৰা মাটিৰ ওপৰৰ বিছনাখনতে শুই আছে।

সি অলপ বিস্মিত হ'ল, অলপ দুঃখিত হ'ল, চাৰাৰ মুখৰ কাষলৈ মুখখন নি সৰুকৈ সি ক'লে, "এইবোৰ আজি তুমি কি কৰিছা চাৰা?"

মাতটো তাৰ বেজাৰত গভীৰ হৈ ওলাইছিল।

গাৰুত মূৰ গুজি অভিমান আৰু দুখত চাৰাই হুক্‌হুকাই কান্দি উঠিল।

নিৰুপায় হৈ চালেহে দুখত সেমেকা মাতেৰে ক'লে, "উঠা পালেঙত তোমাৰ বিছনাত শোৱাগে।"

চাৰা নিঃসাৰ, নিশ্চল হৈ পৰি থাকিল। বহুত দুখে তাইক কণ্ঠৰুদ্ধ কৰি তুলিলে।

চকুপানীৰে চাৰাৰ গাৰু তিতি গ'ল।

চালেহৰ চকুৰ পৰাও দুধাৰ তপত লোতক নিঃশব্দে বাগৰি আহিল।

ব্যৰ্থ যৌৱনৰ অনিৰুদ্ধ হতাশাত দুখন হৃদয় ভাগি চূৰমাৰ হৈ গৈছিল; কিন্তু তাক প্ৰকাশ কৰিবৰ ভাষা আৰু শক্তি এটাৰো নাছিল।

হয়তো সেইদিনা ৰাতি চালেহতকৈ চাৰা বেছি দুঃখিত হৈছিল; কিন্তু চাৰাতকৈ চালেহেই কান্দিছিল বেছি।

## বাৰ

মাঘ-মাহ শেষ হৈছিল। জাৰ ঠেঁটুৰাই ধৰা হ'লেও সহ্য কৰি কৰি অভ্যাস হোৱাৰ কাৰণে সহ্য কৰিবলৈ টান নালাগে। তদুপৰি দিনৰ লেখেৰে শেষ নহ'লেও মাঘ যোৱাৰ লগে লগে জাৰকালি শেষ হোৱা বুলি সকলোৱে ধৰে। মনৰ জাৰহে আচল জাৰ। ফাগুন অহাৰ নিশ্চিত সম্ভাৱনাই— পোহৰ আৰু নতুন উত্তাপৰ আগলি ৰেঙণি মনে মনে আঁকি দিছিল।

পোহৰ আৰু উত্তাপ নাছিল চালেহৰ অন্তৰখনত।

চাৰিওফালে ঘন কুঁৱলী আছিল। কুঁৱলীবোৰলৈ চালেহৰ ঘিণ লাগিছিল। অন্তৰত হিম-শীতল নিৰুত্তাপ থাকিলেও এটা চঞ্চল দৈহিক উত্তাপত, এই শেষ মাঘৰ জাৰতো সি ঘামিছিল। ঘামবোৰ তাৰ কপালৰ পৰা চকুৰ চেলাউৰিৰ ওপৰলৈ নামি আহিছিল। ওঁঠ দুটা তাৰ শুকাই গৈছিল। ডিঙিটোও তাৰ শুকাই গৈছিল। কোনোবা এদিন ভাদ মাহৰ ভাটিবেলা ৰ'দত এনেকৈয়ে শুকাই গৈছিল তাৰ ডিঙি, ওঁঠ। কিন্তু এতিয়া শেষ মাঘৰ মাজ-ৰাতি।

তথাপি সি ঘামিছিল। কাণ-মূৰ তাৰ ৰঙা পৰি গৈছিল। গৰম হৈ গৈছিল।

গাত লোৱা পুৰণি এৰী কাপোৰখন তাৰ গধুৰ গধুৰ লাগিছিল। যদিও কাপোৰখন কুঁৱলীত সেমেকি গৈছিল, তথাপি তাৰ গাৰ উত্তাপেৰে কাপোৰখনো গৰম

হৈ উঠা যেন লাগিছিল তাৰ। ভৰিত তাৰ এযোৰ কেন্‌ভাচৰ জোতা, বাটৰ সেমেকা ধূলিত তাৰ জোতাই অকণো শব্দ কৰা নাছিল। মাত্ৰ ধূলিত দাগ ৰাখি ৰাখি গৈছিল ...।

যোৱা সপ্তাহত চালেহ বহি আছিল পুণ্যেশ্বৰৰ দোকানৰ বাৰাণ্ডাত। ৰাজেনহঁতো আছিল। নানা অদৰকাৰী কথাৰ মাজতে কথা ওলাইছিল— কোনোবা এটা নৃশংস হত্যাকাণ্ডৰ। ৫০ টকা ৰূপৰ কাৰণে এটা মানুহে তাৰ এজন বন্ধুক দাৰে ঘপিয়াই হত্যা কৰিলে। সকলোৱে একেমুখে মানুহটোক— যদিও সি ক'ৰবাৰ অচিনাকি মানুহ— গৰিহণা দিছিল, ৫০ টকা ৰূপৰ কাৰণে তাৰ বন্ধুক হত্যা কৰাৰ কাৰণে।

পোন্ধৰ হাজাৰমান টকাৰ কাৰণে হত্যা কৰা হ'লে, হয়তো ইমান বেয়া কোনেও নাপালেহেঁতেন!

অইনৰ লগত চালেহেও কৈছিল, আজিকালিৰ মানুহবোৰ কিবা হ'ল। টকাৰ কাৰণে মানুহৰ ডিঙি কাটিলে আৰু জীয়াই থকাই টান হ'ল।

কিন্তু ৰাতি পুণ্যেশ্বৰৰ দোকানৰ পৰা ঘৰলৈ ঘূৰি আহোঁতে হঠাৎ চালেহৰ মনত কথা এটা খেলাই গ'ল— টকাৰ কাৰণে বন্ধুক হত্যা কৰিলে। কিয় নকৰিব? পৃথিৱীত আটাইতকৈ ডাঙৰ বস্তু টকা। আজি মোকো টকা লাগে। সাতশ, আঠশ বা এহেজাৰ। সাত-আঠশ টকাই মোক অমানুহৰ পৰা মানুহ কৰি দিব। সাত-আঠশ। টকাই চাৰা আৰু মোৰ দাম্পত্য জীৱনক, মিলনৰ তৃপ্তিৰে মধুৰ কৰি দিব। মোক খুলি খুলি খাই থকা আত্মক্লেশ আৰু আত্মগ্লানিৰ পৰা লজ্জা, সঙ্কোচ আৰু অপৌৰুষৰ অৱমাননাৰ পৰা উদ্ধাৰ কৰিব। সাত-আঠশ টকাই বেচাৰী চাৰাক অন্তৰ্দাহী বেদনাৰ পৰা মুক্তি দিব। ককাইটি আৰু বৌৰ মুখলৈ আনন্দৰ হাঁহি নমাই আনিব।

সাত-আঠশ টকাই ক্ষণে ক্ষণে ধ্বংসৰ ফালে আগবঢ়া মোৰ দেহটোক নতুন স্বাস্থ্যৰ ঐশ্বৰ্যৰে সমৃদ্ধ কৰি তুলিব।

কিন্তু এই সাত-আঠশ টকা পাবৰ কোনো সহজ পথ মোৰ নাই; শৰীৰৰ শ্ৰম দি— এই টকা পাবৰ যোগ্যতা মোৰ নাই।

তেন্তে অইন কি উপায় আছে? মোৰ ভাগ্য পৰিবৰ্তন কৰিবৰ কাৰণে লগা— এই সাতশ বা আঠশ টকাৰ কাৰণে ময়ো কাৰোবাক হত্যা নকৰোঁ কিয়?

কিন্তু কাক হত্যা কৰিলে মই এই সাত-আঠশ টকা পাম? কোনোবা ধনী মহাজনক? কিন্তু যদি কেনেবাকৈ ধৰা পৰি যাওঁ, পৃথিৱীয়ে মোক এটা হত্যাকাৰী বুলি ভাবিব। আৰু তাৰ বাবে ধৰা পৰি যদি মোৰ ফাঁচি হয়, তেন্তে মৰিলেও চাৰাই মোক ক্ষমা নকৰিব! এতিয়াই মই চাৰাৰ ক্ষমাৰ অধিকাৰ হেৰুৱাইছোঁ। মোৰ হত্যাকাৰী পৰিচয়ত চাৰাই মোক, মোৰ স্মৃতিক গৰিহণা দিব, অভিশাপ দিব ...।

চালেহে টকাৰ কাৰণে কাক হত্যা কৰিব মনে মনে এবাৰ চিন্তা কৰি চালে। নগৰৰ কোনো ধনী মহাজনক হত্যা কৰি— সাত-আঠশ কিয় বহু হেজাৰ টকাও হয়তো পোৱা যাব। কিন্তু যি উদ্দেশ্যে হত্যা কৰা— ধৰা পৰি গ'লে সেই উদ্দেশ্যই বে ব্যৰ্থ

হৈ যাব। মোক টকা লাগে জীয়াই থাকিবৰ কাৰণে; হত্যাকাৰী ধৰা পৰিলে মৃত্যুদণ্ড হয়। মৰিবৰ কাৰণে অহিনক মৰাৰ কোনো যুক্তি নাই।

কিন্তু টকা নহ'লে চালেহৰ জীৱন ৰক্ষা নপৰে, চাৰাৰ যৌৱন ৰক্ষা নপৰে। যি কোনো উপায়ে টকা লাগে, কেইশমান নগদ টকা। সিয়ে তাক মৃত্যুৰ পৰা ৰক্ষা কৰিব। পলম কৰি থাকিলেও নচলে— তাৰ অসুখ দিনে দিনে বেছি হৈ গৈছে। ক্ষয়কাৰী উপদংশই তাৰ স্বাস্থ্য, আৰু যৌবনক ভাঙন নমাই আনিছে, এইদৰে থাকিলে ধ্বংস অৱশ্যম্ভাৱী।

কিন্তু কোন এনে আছে যাক হত্যা কৰিলে টকাও পোৱা যাব, ধৰা পৰাৰো ভয় নাই?

ভাবি ভাবি চালেহ আগবাঢ়িছিল। তাৰ মনত বদ্ধমূল এটা বিশ্বাসে ঠাই ল'লে— যেন সি কাৰোবাক হত্যা কৰিবই লাগিব।

বৰ্তমানত সেইটোৱেই তাৰ কৰ্তব্য। কাৰোবাক হত্যা কৰাটো ভাল নে বেয়া সেইটো ভাবিবলগীয়া নহয়। কাক হত্যা কৰিব সেইটোহে তাৰ প্ৰধান কথা।

হঠাৎ আকস্মিকভাৱে তাৰ চকুৰ আগত ভাঁহি উঠিল চম্পাৰ মুখখন, সি এটা আনন্দৰ শিহৰণ অনুভৱ কৰিলে। ইমান পৰে কিয় চম্পাৰ কথা তাৰ মনত খেলোৱা নাছিল, ভাবি তাৰ নিজৰে আচৰিত লাগিল। চিকাৰীয়ে চিকাৰৰ সন্ধান পালে লগা আনন্দৰ নিচিনা আনন্দ লাগিল চালেহৰ।

চম্পা অকলে থাকে, তাইৰ কেও নাই, ক'ৰবাত এটা ভায়েক আছে হেনো— থাকিবও পাৰে, নাথাকিবও পাৰে আৰু সি ক'ৰবাত থাকিলেও বায়েকৰ খবৰ সি নকৰে। এজনী বেশ্যাক হত্যা কৰিলে কাৰো কোনো ক্ষতি নহয়। কোনোৱে তাইৰ কাৰণে দুখ নকৰে!

আৰু চম্পাৰ নিশ্চয় বহুত টকা আছে। নিশ্চয় বহুত হাজাৰ টকা। সদায় ৰাতি তাই কমবোৰ টকা পায় জানো? উজাগৰ সিঙৰ নিচিনা ধনী মানুহ যায়, নগৰৰ বিলাসী-চহকী মানুহ যায়। ৰাতিটোতে চাঁগে শ শ টকা তাই আৰ্জে! তাই জানো টকাবোৰ বেঙ্কত থৈছে? নাই, সকলো তাইৰ শোৱা কোঠাৰ সেই টিনৰ বাকচটোতে ৰাখিছে।

চালেহে যেন চকুৰ আগত চম্পাৰ বাকচটো মেল খোৱা দেখা পালে। আৰু তাৰ ভিতৰত দেখা পালে জাপে জাপে শটকীয়া ন'ট, চক্‌চকীয়া ৰূপৰ টকা, আঙঠি, মণি-অলঙ্কাৰ। এনেই থাকোঁতেই দেখোন তাই বহুত খাৰু-মণি পিন্ধি থাকে!

চালেহৰ ভাল লাগি গ'ল। ইমান দিনে এই সহজ কথাটোৱেই তাৰ মনত খেলোৱা নাছিল কিয়— আচৰিত!

চালেহ আহি আহি ঘৰৰ ওচৰ পাইছিলহি। মনৰ ভিতৰত সি এটা অশ্লীল উল্লাস অনুভৱ কৰিলে। সি তাৰ মুক্তিৰ পথ দেখা পাইছে। চালেহে চম্পাক হত্যা কৰিব!

অকাৰণত উত্তেজিত হোৱা তাৰ মুখখনলৈ চাই, চাৰা অলপ বিস্মিত হ'ল। তাই চালেহৰ মুখত আগেয়ে কোনোদিনে নেদেখা এটা প্ৰফুল্লতা দেখা পালে। চালেহৰ চকু-মুখ যেন হঠাৎ প্ৰসন্ন হৈ উঠিছে।

তাইৰ মনৰ শুকাই যোৱা আশাবোৰ মুহূৰ্ততে সাৰ পাই উঠিল। হয়তো আজি তাইৰ বিফল প্ৰতীক্ষাই সাৰ্থকতা লাভ কৰিব।

নম্ৰভাৱে হাঁহি তাই অইন একো সুধিবলৈ বিচাৰি নাপাই ক'লে— "কোন ফালেনো গৈছিলা?"

অবোধ্য চাৱনিৰে চাৰাৰ মুখলৈ চাই অলপ পৰ নীৰৱে থাকি চালেহে ক'লে, "পঞ্চাশ টকাৰ কাৰণে মানুহ এটাই তাৰ বন্ধুৱেকক কাটিলে।"

চাৰা অবাক হৈ গ'ল। তাই এবাৰ মাথোন চালেহৰ মুখলৈ চাই তলমূৰ কৰিলে।

মানুহ এটা কাটিলে! তাৰ কাৰণে চালেহৰ ইমান উত্তেজিত হ'বৰ, উল্লসিত হ'বৰ কি হ'ল!

সেইদিনা ৰাতি চাৰাই হিয়া-ভঙা আঘাত পালে। তাই বিছনাত পৰি বহুত ৰাতিলৈকে উচুপি উচুপি কান্দিলে। চালেহে গম পালে যে চাৰাই কান্দিছে। কিন্তু আজি সেইবাবে সি বেজাৰ নকৰিলে। মই যি সিদ্ধান্ত কৰিছোঁ— সেই সিদ্ধান্ত কাৰ্যকৰী হ'লে, তোমাৰ কান্দোন চিৰদিনৰ কাৰণে বন্ধ হৈ যাব চাৰা! মোৰ আজিৰ মনৰ ভাব জনা হ'লে তুমিও আনন্দ কৰিলাহেঁতেন!

পিছদিনা চালেহৰ মনটো আৰু এটা নতুন আনন্দেৰে উৎফুল্ল হৈ উঠিল। চম্পাক হত্যা কৰাৰ স্বাভাৱিক যুক্তিটো সি বিচাৰি পালে। এই যুক্তি বিচাৰি পোৱাত— লগে লগে সি চম্পাৰ ওপৰত ক্ৰুদ্ধ হৈ উঠিল। চম্পাক বধ কৰাটোতো হত্যা নহয়, প্ৰতিশোধ লোৱা। চম্পাক হত্যা নকৰাটো মোৰ চৰম কাপুৰুষালি হ'ব। চম্পাক মই হত্যা কৰিবই লাগিব। টকাৰ কাৰণে নহ'লেও প্ৰতিশোধ পূৰণৰ কাৰণে— এনেয়ে তাইক মই হত্যা কৰিম।

কাৰণ —?

মোৰ আজিৰ অৱস্থাৰ কাৰণে চম্পাই দায়ী। মোৰ এই জীৱন-যৌৱনৰ ব্যৰ্থতাৰ কাৰণে পৃথিৱীৰ আন কোনো দায়ী নহয়, দায়ী বাৰাঙ্গনা চম্পা! তায়ে মোক পিয়াহৰ এটোপা পানী বিচাৰি যাওতে নানা উপায়ে বন্দী কৰি ৰাখি হলাহল পিয়ালে। তাইৰ ঘৃণ্য দেহৰ মাৰাত্মক ৰোগৰ ধ্বংসকাৰী জীৱাণু তাই মোলৈ আগবঢ়াই দিলে। তাই মোক দিলে ভয়ানক উপদংশ, দিলে অশ্লীল, অকথ্য দুৰাৰোগ্য ব্যাধি! তাইৰ লগতে অহৈ মোকো ধ্বংসৰ পথলৈ, মৃত্যুৰ পথলৈ টানি লৈ গ'ল। তাইৰ দেহৰ প্ৰলোভন আছিল— মোক তিলতিলকৈ হত্যা কৰাৰ ষড়যন্ত্ৰ। তাই মোৰ জীৱনৰ চৰম আনন্দখিনি কাঢ়ি লৈ গ'ল। চাৰাৰ জীৱনৰ সকলো আশা-কল্পনাক তাই মৰিমূৰ কৰি দিলে— তাইৰ বিষাক্ত মৃত্যুৰ জীৱাণুৰে। মোকেই নহয়, বহুতকে তাই এইদৰে ধ্বংস কৰিছে,

আৰু ধ্বংস কৰিব। তাই মৃত্যুৰ বেপাৰী। পুৰুষৰ যৌৱনক ধ্বংস কৰিবৰ কাৰণেই তাই ফান্দ পাতি বহি আছে।

তাইক মই হত্যা কৰিবই লাগিব। তাই বুজক– তাই যেনেকৈ অইনক হত্যা কৰি আনন্দ পায়, তাইকো হত্যা কৰি আনন্দ পাওতা এজন আছে।

অইন একো নহ'লেও চাৰাক তাই যি জীয়া-শাস্তি দিছে, তাৰ প্ৰতিশোধ ল'বৰ কাৰণে মই তাইক প্ৰাণে মাৰিম– মাৰি পেলাম।

আৰু – তাৰ পিছত –

তাইৰ বাকচ ভাঙি সাঁচতীয়া টকাখিনি লৈ আহিম। ডাক্তৰ ফুকনৰ হাতত আঠশ টকা গুজি দিম। মই যদি ভাল হৈ যাওঁ, বাকীবোৰ টকাৰ কিছুমান ভোলাক দি দিম। বেচাৰাৰো কাম-কাজ নাই, টকা পালেই সি বিয়াখন কৰাই পেলাব পাৰিব। নিশ্চয় তাইৰ কেইবা হেজাৰো টকা আছে। মৃত্যু বেচি বেচি তাই বহুত ধন সাঁচিছে।

সম্ভাব্য এটা জয়ৰ আনন্দই তাক উত্তেজিত কৰি তুলিলে। ৫০ টকাৰ কাৰণে মই চম্পাক হত্যা কৰা নাই, মই হত্যা কৰিছোঁ প্ৰতিশোধ ল'বৰ কাৰণে। তাই মোক হত্যা কৰিবৰ ষড়যন্ত্ৰ কৰিছিল। তাইক হত্যা কৰি ময়ো ৰক্ষা পৰিম, চাৰাকো ৰক্ষা কৰিম।

আৰু চম্পাক হত্যা কৰিলে ধৰা পৰাৰ অকণো ভয় নাই। নগৰৰ একাষৰ তাইৰ ঘৰটোত কোনোৱে গমেই নাপাব; দুপৰ ৰাতি তাইক হত্যা কৰি বাকচৰ পইচা লৈ গুচি আহিম। – বছ্!

এবাৰ সি ভাবিলে– তাৰ সঙ্কল্পটোৰ কথা সি চাৰাক ক'ব। কিন্তু পিছ মুহূৰ্ততে সি আতঙ্কিত হৈ উঠিল। তেতিয়া তাই তাৰ সকলো কথা জানি যাব। হয়তো চম্পাৰ পৰা ৰোগ তুলি আনিছোঁ বুলি জানিব পাৰি– মোক অন্তঃকৰণেৰে ঘৃণা কৰিব। হয়তো মোৰ নিচিনা এটা চৰিত্ৰহীনৰ লগত থাকিবলৈ এৰি চাৰা গুচিয়ে যাবগৈ।

চালেহে ঠিক কৰিলে যে তাৰ সঙ্কল্প পূৰ্ণ নোহোৱা পৰ্যন্ত সি কাকো একো নজনায়। আৰু চাৰাই যে মই চম্পাক হত্যা কৰিবলৈ ওলোৱা বুলি জানিব পাৰিলে চিঞৰ-বাখৰ লগাই মোক বিৰত কৰিবৰ চেষ্টা কৰিব– সিও জনা কথা। চাৰাজনী আজলী, কোমলমনা ছোৱালী। চাৰাইতো নাজানে চম্পাৰ নিচিনা এজনী অকলশৰীয়া মানুহক হত্যা কৰাটো এটা কিমান সহজ কথা!

তাৰ পিছৰকেইদিনো চালেহে কেৱল এই একেটা চিন্তাকে কৰি কটালে; আৰু মনে মনে আঁচনি কৰিলে হত্যাকাৰ্য কেনেকৈ সম্পাদন কৰিব। দৃঢ় হ'ব লাগিব, মন স্থিৰ কৰি ল'ব লাগিব। খুব সাৱধানে কৰিব লাগিব, হয়তো দৰকাৰ হ'লে চম্পাৰ ঘৰত থকা কান্তা নামৰ বুঢ়ীজনীকো লগতে যমৰ ঘৰলৈ পঠিয়াব লাগিব!

এটা প্ৰত্যয়ত চালেহৰ অকণো দ্বিধা-সন্দেহ নাথাকিল যে তাৰ আৰু চাৰাৰ বৰ্তমান অৱৰ্ণনীয়, অসহ্য বেদনাৰ কাৰণে চম্পায়েই দায়ী। আৰু চম্পাক হত্যা নকৰিলে তাই অপকৰ্মৰ প্ৰতিশোধ লোৱা নহ'ব।

নানাভাৱে চালেহে অকলে অকলে চম্পাক কিদৰে হত্যা কৰিব, তাৰ চিন্তা কৰিলে। মাজতে এদিন নগৰলৈ গৈ এখন দোকানৰ পৰা চাই-মেলি এখন ছুৰী-কটাৰীও কিনি আনিলে। চোকটো কম আছিল, সি মনে মনে পিছফালৰ পুখুৰী-পাৰলৈ গৈ শিলটোত কটাৰীখন ভালকৈ ধৰালে! প্ৰত্যেক দিনে ধৰাই ধৰাই সি কটাৰীখন যথেষ্ট চোকা কৰিলে। ধাৰটো সি চালে। হ'ব — গাৰ জোৰেৰে মাৰিলে নিশ্চয় চম্পাৰ বুকুৰ মাজেদি সৰকি যাব।

যিজনী চম্পাই তাক জীৱনৰ বহুত গোপন-সত্য উপলব্ধিৰ মুকলি সুযোগ দিছিল, তাইৰ প্ৰতি চালেহৰ একবিন্দুও মৰম অথবা অনুকম্পা অনুভৱ নকৰিলে। অলপ কোমলভাৱে চম্পাৰ কথা চিন্তা কৰিবলৈ ল'লেই, তাৰ চকুৰ আগত স্পষ্ট হৈ উঠে— চাৰাৰ বেদনা-কোমল, সৰল মুখখন। চাৰাৰ দুখ যিমানেই সি উপলব্ধি কৰিছিল, সিমানেই চাৰাৰ প্ৰতি এটা গভীৰ পৱিত্ৰ-মৰমত মনটো ভৰি উঠিছিল। তেতিয়া নিজকে তাৰ বেছি অপৰাধী যেন লাগিছিল। আৰু চাৰাক ভাল পাবৰো অধিকাৰ তাৰ নোহোৱা হৈছে বুলি ধাৰণা কৰিছিল।

চম্পাৰ ওপৰত প্ৰতিশোধ লৈ সি চাৰাৰ মৰমৰ প্ৰতিদান দিবলৈ বিচাৰিলে।

অৱশেষে মনে মনে চালেহে ইয়াকো ঠিক কৰি পেলালে যে চম্পাক শেষ কৰাৰ পিছতে সি চাৰাৰ কাষ নাচাপে। সি চাৰাৰ কাষলৈ যাব— তাইৰ ভাল পোৱাৰ প্ৰতিদান দিয়াৰ যোগ্যতা লৈ। সি সম্পূৰ্ণ ৰোগমুক্ত হৈহে চাৰাৰ ওচৰলৈ তাৰ পৌৰুষ আৰু যৌৱনৰ ঐশ্বৰ্য লৈ যাব। তাৰ আগতে নহয় ...।

## তেৰ

নগৰ এৰোঁতেই ৰাতি এঘাৰ বাজি গ'ল। আজি দুৰ্দান্ত সঙ্কল্প লৈ চালেহে জীৱনৰ সৰ্বশ্ৰেষ্ঠ বীৰত্বৰ কামটো কৰিবলৈ তাৰ গোপন নৈশ অভিযান আৰম্ভ কৰিছে।

চম্পাৰ ওপৰত আজি সি অন্তিম প্ৰতিশোধ ল'ব।

তাৰ কাষলতি আৰু হাতৰ ঠাৰিও ঘামিছিল। এটা বীৰত্বৰ কাম কৰিবলৈ যাওতে মানুহ এনেদৰেই ঘামেই নেকি? কুঁৱলীবোৰো বৰ ঘন হৈ আহিছে ক্ৰমাৎ।

প্ৰায় দুই কিলোমিটাৰ আগতে আলিবাটৰ লাইটৰ ওৰ পৰিছে। এইফালে আন্ধাৰ। আকাশত জোন আছিল যদিও পোহৰৰ কোনো নিচেই নাই। চাৰিওফালে কুঁৱলীৰ নিৰন্ধ্ৰ আবেষ্টনী।

এবাৰ মাজতে চালেহ আলিবাটৰ অলপ একাষৰীয়া হৈ ৰ'ল। পিছলৈ এনেয়ে ঘূৰি চালে। নাই, ইমান ৰাতি এতিয়া কোনোৱেই নাই। তাতে বিহে জাৰ পৰিছে। ঘামিছে যদিও তাৰ জাৰ নলগা নহয়।

ৰৈ দিয়াৰ লগে লগে সি অলপ ক্লান্ত যেন অনুভৱ কৰিলে। চাৰাৰ মুখখন তাৰ মনত পৰিল। আহিবৰ সময়ত তাই সৰুকৈ কৈছিল— "বৰ জাৰ পৰিছে, সোনকালে ঘূৰি আহিবা, বেছি ৰাতি নকৰিবা।"

চালেহে একো নকৈ ঘৰৰ পৰা ওলাই আহিছিল। সোনকালে ঘৰলৈ অহা বা একেবাৰে গোটেই ৰাতি নহাৰ মাজত চাবাৰ কাৰণে কোনো পাৰ্থক্য নাই। এতিয়ালৈকে চালেহ চাবাৰ জীৱনৰ চাৰি-ঢাপৰ বাহিৰতে আছে। হয়তো আজি ৰাতিয়ে সি চাবাৰ লগত নতুন সম্পৰ্ক ৰচনাৰ পথ নিৰ্মাণ কৰিব।

হঠাৎ চালেহৰ মনত এটা শঙ্কা আহিল — আজি মই চাবাৰ কাষৰ পৰা আহিবৰ সময়ত ব্যধিগ্ৰস্ত হ'লেও এটা মানুহ হিচাপেই দেখা দিছিলোঁ; কিন্তু কালিলৈ পুৱা মই চাবাৰ কাৰণে ঘূৰি যাম এটা মানুহ হিচাপে নহয়— এটা হত্যাকাৰী হিচাপে।

হওক, এই কাম মই তোমাৰ কাৰণেই কৰিছোঁ চাবা! তোমাক মই আজিও মুখ ফুটাই ক'ব পৰা নাই, তোমাক মই কিমান গভীৰভাৱে ভাল পাওঁ।

কাপোৰৰ তলত সুমুৱাই অনা ছুৰী-কটাৰীখনত আকৌ এবাৰ সি হাত বুলাই চালে। চোকটো ঠিকেই আছে। এনেয়ে এবাৰ সি ভাবি চালে, তাৰ বাহুত কিমান বল আছে? আছে— এজনী অকলশৰীয়া ছোৱালীক হত্যা কৰিবৰ কাৰণে তাৰ বাহুত শক্তিৰ অভাৱ নিশ্চয় নহ'ব। সি এটা ডেকা মানুহ।

আকৌ চালেহ আগবাঢ়িল। এইবাৰ খোজ সি খৰকৈয়ে দিছিল। কিছুদূৰ গৈয়ে সি চম্পাৰ পদূলিমুখ পালেগৈ।

হঠাৎ তাৰ বুকুখন থিপ্‌থিপাই উঠিল। নিৰ্ভুলভাৱে সি দেখিলে তাৰ সন্মুখত সেইটো চম্পাৰ ঘৰ। কুঁৱলীত প্ৰায় ঢাক খাই আছে। ভিতৰত এটা দেখ-নেদেখ চাকিৰ পোহৰ যেন সি দেখিলে। হয়তো তাৰ চকুৰ ভ্ৰম!

আজি প্ৰায় তিনিমাহ, চাৰিমাহৰ মূৰত সি চম্পাৰ পদূলিমুখত আকৌ ভৰি দিছেহি। কিন্তু আজিৰ উদ্দেশ্য বেলেগ। আগেয়ে দুবাৰ সি আহিছিল চম্পাৰ পৰা মৰণৰ বেহানি মোলাবলৈ, আজি আহিছে চম্পাক মৰণৰ সোৱাদ দিবলৈ। আজি চালেহ আহিছে চম্পাৰ মৃত্যুৰূপে। সি আজি এটা জীৱন্ত মৃত্যু।

আকৌ এবাৰ ছুৰীখনত হাত ফুৰাই বিশেষ নাভাবি সি চম্পাৰ দুৱাৰমুখৰ ফালে হাতত সাৰে ভৰিত সাৰে আগবাঢ়িল। কোনো ভয় নাই। কোনোবাই লগ পালেও তাক একো নাভাবে। চম্পাৰ ঘৰলৈ সকলো সময়তে সকলো মানুহ আহিব পাৰে। সকলোৰে তাইৰ ঘৰৰ ভিতৰলৈ অবাধ গতি। তাই বাৰাঙ্গনা!

আৰু যদি কোনোবাই তাক বাহিৰত, চম্পাৰ চোতালত থিয় দি থকা দেখে, তেতিয়াও কাৰো ক'বৰ একো নাথাকিব। ভিতৰত কোনোবা আলহী থাকিলে ভিতৰ সোমোৱা বেয়া কথা। অৱশ্যে তেনে অৱস্থাত দুৱাৰো নিশ্চয় ভিতৰৰ পৰা বন্ধ থাকিব।

চালেহ অতি সন্তৰ্পণে আগবাঢ়িছিল। সাৱধান হোৱা ভাল। কাৰোবাৰ চকুত পৰিলে কালিলৈ হয়তো তাক হত্যাকাৰী বুলি চিনাক্ত কৰি পেলাব!

চালেহৰ বুকুখন থিপ্‌থিপাইছিল। ওঁঠ দুটাও শুকাই গৈছিল, ভৰি দুখনো অৱশ লাগি আহিছিল। কিন্তু সি দৃঢ়-প্ৰতিজ্ঞ। আজি সি জয়ী হৈ যাবই। প্ৰতিশোধ সি ল'বই। আৰু চম্পাৰ টকাখিনি! —

সি বেৰখনৰ অলপ কাষ চাপি গ'ল। বেৰৰ অকণমান জলঙা এটাৰে সি ভিতৰলৈ চালে। কেৰাচিনৰ চাকি এটা কমকৈ জ্বলি আছে।

ভালকৈ চাই সি দেখিলে ভিতৰত দুজনী মানুহ। ডিঙিৰ ওপৰলৈকে কাপোৰ লৈ শুই আছে— সেইজনী চম্পা। চালেহৰ চিনাত কোনো অসুবিধা নালাগিল। তাইৰ কাষতে বিছনাত বহি আছে আন এজনী খীণোৱা— অলপ ক'লী ছোৱালী। ছোৱালীজনীৰ মুখখন শুকান। তাই গাত এখন উঁণী কাপোৰ লৈ আছে।

সিহঁত দুজনীয়ে কিবা কথা পাতি আছে।

ৰহস্য-পৰৱশ হৈ চালেহে কাণ দিলে— চম্পাহঁতে কি কথা পাতিছে।

"ফুল, এনেকৈ যমৰ যাতনা ভুগি থকাতকৈ মৰাই ভাল অ' —" সেইটো চম্পাৰ মাত, চালেহে চিনি পায়। কিন্তু কিবা বেমাৰী যেন শুনাইছে।

"এৰা, মোৰো কেতিয়াবা নিজে নিজে কিবা এটা খাই মৰিম যেনহে লাগে। কিমাননো আৰু শাস্তি খাই জীয়াই থাকিম?"

চালেহৰ কৌতূহল হ'ল। আজি চম্পাৰ কাষত পুৰুষ-আলহী নাই, আছে ক'ৰবাৰ এজন খীণ তিৰোতা।

"আজি ডেৰ বছৰ ভুগিছোঁ। কাৰ পৰা উঠিল কেনেকৈ জানিম? ভাল-বেয়া কত মানুহ আহে। প্ৰথমতে একো ভবাই নাছিলোঁ। বোলোঁ কিবা হৈছে, ভাল হৈ যাব। পিছে দিনে দিনে বেছিহে হৈ গ'ল। উপায় নাপাই ফুকন ডাক্তৰক দেখুৱালোঁ। তেওঁ বেজী দিলে আৰু বহুত দাৰাই খাবলৈ দিলে। আৰু এইবোৰ নকৰি অইন কিবা কৰিবলৈ ক'লে।"

— চালেহৰ বুকুখন বেছিকৈ ধিপধিপোৱা যেন অনুভৱ হ'ল।

"এৰা, সেইবোৰ কথা আৰু মোক ক'ব লাগিছে নে? পিছে মোৰ জানিবা এতিয়াও তেনেকুৱা বেমাৰ হোৱা নাই। অইন জ্বৰ-বিষহে হয়। পিছে নহ'ব বুলিনো কেনেকৈ ক'বি? ইয়াত বোলে আটাইবোৰৰে আছে।"

"নাথাকিব কিয়! এটাৰ গাৰ পৰা অইনৰ গালৈ যোৱা সোঁচৰা বেমাৰ। আৰু দাৰাই-জাতি কৰিবলৈ টকা-পইচা হ'লেহে।"

"তই মনে মনে থাকচোন চম্পা, গাত ইপিনে ইমান জ্বৰ আছে।"

"জ্বৰটোতকৈ বিষহে বেছি হৈছে অ'! যেন গাঁঠিয়ে গাঁঠিয়ে কোনোবাই খুন্দিছেহে। কালিৰ সেই পাঞ্জাবীটোক দেখিয়ে মই জানিছিলোঁ যে সি মোৰ জ্বৰ-বিষ কৰিহে যাব।"

"আমাৰো আৰু জীৱন! ভালে থাকিলে সকলো আহে, সকলো বন্ধু ওলায়। বেমাৰ-আজাৰ, দুখ-বিপদত পৰিলে কোনো চাওঁতা নোলায়, ঘৰৰ ভিতৰতে অকলে মৰি থাকিলেও ঘূৰি চাওঁতা নাই।"

চালেহৰ বুকুৰ খৰ-ধিপ্‌ধিপনিটো সি স্পষ্ট শুনিবলৈ পালে। চম্পা আৰু ফুলে কথাবোৰ ডাঙৰকৈয়ে কৈছিল। সৰুকৈ কথা কোৱাৰ প্ৰয়োজন সিহঁতৰ কোনোদিনেই

হোৱা নাই। সিহঁতৰ জীৱনত গোপনীয় বা অপ্রকাশ্য বুলি একোৱেই নাই। সিহঁত সদায় মুকলি, সদায় স্পষ্ট, পৃথিৱীলৈ সিহঁতৰ কোনো ভয়, লাজ নাই!

কথাবোৰ চম্পাই সেহাই সেহাই দুৰ্বলভাৱে কৈছিল, তাইৰ মাতটো বহুত দিনৰ পুৰণি বেমাৰীৰ মাতৰ নিচিনা শুনাইছিল।

"আজি পিছবেলা যিটো জ্বৰ উঠিছিল, মই বোলোঁ মৰিমহে হ'বলা। দাৰাই আনি দিবলৈকো আজি সিহঁতবোৰৰ এটাও নাহিলেই, মোৰ বেমাৰ বুলি গম পালে চাগে। তয়ে নহা হ'লে, মৰিলেও মুখত পানী এটোপা দিবলৈকো কোনো নোলালহেঁতেন।"

"এৰা, মই আহোঁতে তোৰ কাঠ-ফলা জ্বৰ, কাজানো আজি ক'লৈ গ'ল?"

"এ, তাই বুঢ়ী মানুহ, এই জাৰত কি কৰিব? তেও সেয়া আবেলি তোক খবৰ দিলৈগে, হৰিবিলাসৰ দোকানৰ পৰা এবটল মদো আনি দিলে। তাৰে এটোপা খাইহে কোনো মতে উশাহ ল'ব পৰা হৈ আছো। ডাক্তৰলৈ খবৰ দিছিলোঁ, পিছে অহিন ঠাইত জৰুৰী কাম আছে বুলি নাহিল। আমাৰ ঘৰলৈনো ডাক্তৰ কেলেই আহিব? ডাক্তৰৰ ঘৰলৈহে আমি যাব লাগে, লাগিলে বেমাৰত তই উঠিবই নোৱাৰ। আৰু শুদা মুখেনো ডাক্তৰ কেলেই আহিব। এবাৰ গৈ ফুকন ডাক্তৰক দেখুৱাইছিলোঁগে নহয়—"

"কি ক'লে পিছে?" ফুলে সুধিলে।

"ক'লে, বোলে বেজী ল'লে আৰু দাৰাই খালে ভাল হ'ম। পিছে হেনো আঠ-নশমান টকা লাগিব— তেহে ভাল হ'ম।"

চম্পাৰ হুমুনিয়াহটোৰ শব্দ বেৰখন পাৰ হৈ আহি চালেহৰ কাণত পৰিলহি।

ইতিমধ্যে চালেহ সহজ হৈ পৰিছে। সি যেন পাহৰিয়ে গৈছে যে সি এইজনী চম্পাৰে প্ৰাণ বধ কৰিবৰ কাৰণে আহি এই মাঘমহীয়া জাৰত ইয়াত বৈ আছেহি। চম্পাৰ আৰু ফুলৰ লগতে বহি সিয়ো কথা পাতি থকা যেন লাগিল তাৰ।

"এৰা, আমিনো আকৌ আঠ-নশ টকা ক'ত পাম? সিমানবোৰ টকা থকা হ'লে আমিনো এইবোৰ কৰি মৰিলোহেঁতেননো কেলেই? তোৰ ওচৰলৈ তেও কেতিয়াবা চহকী গ্ৰাহক আহেই – মোৰ ওচৰলৈ আহে পইচা নোহোৱা দুখীয়াবোৰ, মই দেখিবলৈ ভাল হোৱা হ'লেহে!"

চালেহে অলপ কুঁজা হৈ বেৰৰ জলঙাটোৰেদি আকৌ ভিতৰলৈ চালে। ফুলৰ শেঁতা পৰা মুখখনত সি এজনী বেশ্যাৰ ৰূপ নেদেখিলে। তাইৰ মুখখন কোনোবা এজনী চিনাকি আপোন মানুহৰ মুখ যেন লাগিল।

চম্পাই ক'লে, "মোৰ ওচৰলৈ ক'ৰ ধনী মানুহবোৰ আহে! ধনী মানুহৰ ল'ৰাই ভাল ভাল ধনী মানুহৰ ছোৱালী বিয়া কৰায়। নহ'লে কলিকতা, বোম্বাইলৈ যায়, আমাৰ ওচৰলৈ কেলেই আহিব। চাৰি টকা, পাঁচ টকা, দহ টকাই বহুত। দিনে আৰ্জি, দিনে খোৱা কথা! বেছি বিচাৰিলেনো দিব কোনে? তাতে মোৰ যি বেমাৰ হৈছে। যি এবাৰ মোৰ ওচৰলৈ আহে, জানিব পাৰিলে আৰু পিছত নহা হয় ...।"

চালেহৰ গা ঘমা কেতিয়াবাই বন্ধ হৈছে, এতিয়া তাৰ বৰ জাৰ লাগিল। তাৰ ভৰিবোৰ ঠেৰেঙা লাগিছে। এবাৰ সি মূৰত হাত দি চালে, নিয়ৰত চুলিবোৰ তিতি গৈছে। আৰু এইদৰে বাহিৰত থিয় হৈ থকা তাৰ কাৰণে অসহ্য যেন লাগিল।

বেৰৰ জলঙাইদি আকৌ সি ভিতৰলৈ চালে।

চম্পা তাইৰ বিছনাখনতে বহিছে। ফুলে তাইক বটল এটাৰ পৰা দাৰাই নে মদ কিবা এটা ঢালি দিছে। মদ হ'ব পায়, গোন্ধাইছে।

মদটোপা গিলি চম্পাই ক'লে, "জ্বৰটো এৰিছে যেন লাগিছে। পিছে, গাটোহে ইমান বিষাইছে। এইবেলি গা ভালে থাকোঁতেই ফুকন ডাক্তৰৰ হতুৱাই বেজী কেইটামান দিয়াম বুলি ভাবিছিলোঁ। টকাও একুৰিমান গোটাইছিলোঁ –"

"একুৰি? ক'ত পালি?"

"এ, বেয়াই লাগে জানিছ। আজি দুই-তিনিমাহ মানৰ আগতে ক'ৰবাৰ ল'ৰা এটাই কাম বিচাৰি আহি পানী খাবলৈ সোমাইছিল। তাৰ হাতত আছিল দহ টকা, ইয়াত খেলি পাইছিল কেইটকামান। সেইখিনি সকলো ৰাখি থ'লোঁ। বৰ আঁকৰা ল'ৰাটো, বেয়াহে লাগিছিল মোৰ।"

চালেহৰ গাটো শিয়ঁৰি উঠিল।

"তাৰ পিছত সি আৰু অহা নাই নে?"

"আৰু এদিন আহিছিল। সেইদিনাও দিলে দহ টকা। সেই টকাকেইটা খৰচ নকৰি থৈ দিছিলোঁ। সিদিনা ভাইটোৱে আহি আটাইকেইটা খুজি লৈ গ'লহি। ক'ৰবাত হেনো কাম এটা পাবৰ কথা হৈছে, কাৰোবাক ঘোচ দিবলৈ লাগে।"

"এৰা, তোৰ তেও ভায়েৰ এটা, মই আকৌ তিনিটাক পুহিব লাগে নহয়। তোৰ ইয়ালৈ অহাটোৰ নিচিনা গ্ৰাহক মোৰ তালৈ নাযায়েই। ভায়েৰে পিছে কামটো পালেনে?"

"ক'ত পাব হ'বলা। কতবাৰ সেইদৰে পইচা নি হাকিম-হুকামক দিছেগৈ। পিছে আশাহে দিয়ে, কাম নিদিয়ে।"

চম্পাৰ সুৰত অভিযোগ থাকিলেও কথাবোৰ তাই সহজভাৱেই কৈছিল। এইবোৰ কথা বুজি নাপালেও সিহঁতে শিকিছে, জীৱিকাৰ কাৰণে কাম বিচাৰিব লাগে। কামৰ কাৰণে নিবনুৱাই, উপাৰ্জনহীনে ভেটি দিব লাগে। ভেটি দিবলৈ ভায়েকৰ কামৰ কাৰণে বায়েকে দেহা বেচি ধন আৰ্জন কৰিব লাগে।

একেবাৰে সহজ কথা, ইয়াত কোনো অনিয়ম নাই!

জাৰত চালেহ মানুহটো কঁপিছিল। নিজকে তাৰ এটা ভূত যেন লাগিল। কিছুমান নুশুনা কথা সি শুনিছে— সি ক্ৰমে এখন কদাকাৰ পৃথিৱীলৈ সোমাই গৈছে, য'ত কেৱল আন্ধাৰ আছে! ভয়াবহ আন্ধাৰ। সি অনুভৱ কৰিলে যেন তাৰ আৰু চম্পাহঁতৰ মাজৰ বেৰখন নোহোৱা হৈছে। সিহঁত যেন সমুখা-সমুখিকৈ বহি আছে— নিজৰ নিজৰ সুখৰ-দুখৰ কাহিনী কৈ।

এইজনী চম্পা— ভয়ানক ৰোগত আক্ৰান্ত, তথাপি দেহা বেচি জীৱিকা আৰ্জনৰ চেষ্টা কৰে, ভায়েকৰ চিন্তা কৰে। এইজনী ফুল, তিনিটা প্ৰাণীক পোহপাল দিবৰ কাৰণে, হয়তো এটা তাইৰ ব্যাধিগ্ৰস্ত শয্যাশায়ী স্বামী আৰু দুটা সন্তান— তায়ো আইন পথ বিচাৰি নাপাই মৃত্যুৰ পথত নামিছে। আৰু এয়া মই, ঘৃণ্য উপদংশৰ কবলত পৰি অসহায় হৈ হত্যাকাৰীৰ বৰ্বৰতা লৈ আন্ধাৰত বৈ আছোঁ!

কি জঘন্য! কি শোকাবহ!

"মোৰ অলপ ভাল লাগিছে! তই শুই থাক ফুল, ৰাতি বহুত হ'ল। জাৰো বৰ পৰিছে।" চম্পাই ক'লে।

"মোৰ আকৌ পুৰতি নিশাহে টোপনি আহে। আগৰাতি কিবা শুবলৈ পাওঁ নে?"

অলপ পৰৰ অকাৰণ মৌনতা!

"এটা কাম কৰিবিচোন ফুল, কিমান আৰু এইদৰে বেমাৰ ভুগি থাকিম? নিজে যি ভুগিছোঁৱেই, কতক বেমাৰী কৰিছোঁ। সেই যে জুৱা খেলি টকা দিয়া ল'ৰাটো— বেচেৰাই একো নাজানে— আগে-পিছে কাৰো ওচৰলৈ যোৱাও নাই। অলপ দিনৰ পিছতে বিয়া হোৱাৰ কথা আছিল। তাৰ কথা শুনি বেয়াই লাগিছিল। নিষ্ঠুৰী ল'ৰাটোক ঘৃণীয়া কৰি, তাৰ ছোৱালীজনীৰো কপাল খাবৰ মন নাছিল। পিছে, নতুন মানুহ, তাকনো সেইবোৰ কথা কেনেকৈ কওঁ। ইপিনে, হাতত পোৱা গ্ৰাহক ঘুৰাই পঠালে খাম কি?"

"এৰা পায়, আমি বৰ পাপ কৰিছোঁ অ', সেইদেখিহে আমাৰ এনেকুৱা অৱস্থা হৈছে।" ফুলে ক'লে।

"এৰা, এবাৰ ধাৰ-ঋণ কৰি ফুকন ডাক্তৰৰ হতুৱাই চিকিৎসা কৰাওঁ বুলি ভাবিছোঁ। বাকচটোতে দহ পইচা, কুৰি পইচাকৈ সাঁচা টকা কেইটামান আছে। আৰু অলপ হ'লে দুটামান বেজী ল'ব পাৰিম। পিছে আমাক আকৌ এনেয়ে কোনোৱে ফুটাকড়ি এটাও ধাৰলৈ নিদিয়ে নহয় —"

চালেহৰ মূৰটো ঘূৰোৱা যেন লাগিল। জাৰত ঠেৰেঙা লাগি তাৰ ভৰি দুখন অসাৰ হৈ গৈছে! কুঁৱলী আৰু টোপনিয়ে তাৰ চকু দুটা মুদাই আনিছে।

"কি কৰোঁ বুলি ভাবিছ পিছে?"

"সেই ল'ৰাজনৰ নাম সুধিছিলোঁ। চালেহ বুলিছিল হ'বলা, হয় চালেহ। উজাগৰ সিঙৰ কাৰখানাত কাম বিচাৰিছিল। কিজানিবা পাইছেই —"

"সি কাম পালেনো তোৰ কি হ'ব?"

"তই কোনোবা এটাৰ হতুৱাই চালেহে বাৰু তাত কাম কৰিছে নেকি খবৰ কৰিবিচোন।"

"কি হ'বনো?"

"তাক খুজিলে দহ-পোন্ধৰ টকা ধাৰলৈ দিবও পাৰে। ল'ৰাটো বৰ অজলা, দেখিলেই মৰম লগা। মোৰ আচল অৱস্থাটো বুজাই ক'লে টকা কেইটামান দিবও পাৰে। এইপিনে মই পুৰা-গধূলি মন কৰোঁ, পিছে এদিনো চকুত পৰা নাই।

"বাৰু, মই কাইলৈকে খবৰ কৰাম। কি নাম ক'লি? চালেহ? এৰা, কাৰোবাৰ পৰা ধাৰ-ঋণ নকৰিলে আমাৰ আৰু জীৱন ৰক্ষা পৰা টান।" ফুলে ক'লে!

বটলটোত অলপমান মদ আছিল। বাকি লৈ দুয়োজনীয়ে অলপ অলপ খালে।

চালেহে এবাৰ বাহিৰৰ জগতখনৰ ফালে চালে। তাৰ যেন অতপৰে উশাহ বন্ধ হোৱা যেন লাগিছিল। তাৰ মূৰটো ঘূৰাইছিল।

সি পিৰালিৰ কাষৰ পৰা চোতালৰ মাজলৈ দুখোজ আগবাঢ়ি আহিল। চাদৰৰ তলত পিন্ধি অহা কোটটোৰ জেপত হাত দি চালে। এখন দহটকীয়া ন'ট আৰু এটকামান ভঙা পইচা আছে।

হঠাৎ কি জানো তাৰ মনত খেলালে, ন'টখন জেপৰ পৰা উলিয়াই সি দুৱাৰ-মুখত থ'লে। পূবফালে তেতিয়া কাহিলি পোহৰৰ অস্পষ্ট জিলিকনিৰ আভাস দেখা গৈছিল। বন্ধ দুৱাৰখনৰ ফালে সি আন্ধাৰতে এবাৰ চালে। ভিতৰৰ ক্ষীণকৈ জ্বলি থকা লেমটো এতিয়াও নুমুৱা নাই। চম্পাৰ দুৱাৰ-ডলিত বহুতৰে ভৰিৰ খোজ পৰে; ভিতৰলৈ যায়, কিছুপৰৰ মূৰত ওলাই আহে— এই দুৱাৰ-ডলিকে গচকি। কিন্তু এই দুৱাৰ-ডলিত ভৰি নিদিয়াকৈয়ে চম্পাৰ চোতালৰ পৰাই আজি চালেহ ঘূৰি যাব!

ছুৰীখনৰ কথা সি পাহৰিয়েই গৈছিল। হঠাৎ কাপোৰখন গাত ভালকৈ ল'বলৈ ধৰোঁতে সি দেখিলে, তাৰ সোঁহাতৰ মুঠিত আছে এখন চোকা দীঘল ছুৰী। ছুৰীখন সি কাপোৰৰ তলৰ পৰা উলিয়াই চকুৰ আগলৈ আনিলে। ভালকৈ নেদেখি, চকুৰ আগত এটা ক'লা সাপৰ নিচিনা ক্ষীণ ক'লা বস্তু মাত্ৰ দি দেখা পালে। সি দুটা আঙুলিৰে কটাৰীখন চুই চালে। এডোখৰ কঠিন, চেঁচা লোহা, ইমান চেঁচা যে তাৰ গাটো শিৰশিৰাই গ'ল। বৰ গধুৰ আৰু অদৰকাৰী যেন লাগিল তাৰ কটাৰীখন।

আৰু নৰৈ সি চম্পাৰ চোতালৰ পৰা আলিবাটলৈ উঠি আহিল, আৰু অলপ দূৰ আহি কটাৰীখন আলিৰ কাষৰ পিটনিডৰালৈ দলি মাৰি পেলাই দিলে। গাটো তাৰ পাতল লাগি গ'ল। প্ৰথম ঊষাৰ চেঁচা বতাহজাকত সি সামান্য উষ্ণতা অনুভৱ কৰিলে।

সি খোজবোৰ অলপ বেগাই দিলে। নিয়ৰ লাগি লাগি তাৰ ওঁঠ দুটা ফাটি গৈছিল। ডিঙিটো তাৰ শুকাই কাঠ মাৰি গৈছিল। চুলিবোৰৰ আগেদি পানীৰ টোপাল নিগৰি আহিছিল। হাত-ভৰিবোৰত ঠেঁটুৱাই ধৰিছিল। মাজে মাজে পূব আকাশৰ ফালে চাই চাই সি বেগাই আগবাঢ়িছিল।

যেনে-তেনে এই ঠাইডোখৰৰ পৰা আঁতৰি যাব পাৰিলেই যেন সি মুক্তভাৱে উশাহ ল'ব পাৰিব। সি গাত নতুন উত্তাপ পাব।

নানা ভাবনাই তাৰ মূৰত জুমুৰি দি ধৰিছিল। মোৰ মগজু ঠিক আছে তো? মোৰ মগজু ঠিক থকা হ'লে নৰহত্যা কৰিবলৈ মই ঘৰৰ পৰা এই মাঘমহীয়া ৰাতি

ওলাই আহোঁ নে? কি নৃশংস কাম কৰিবলৈ আহিছিলোঁ মই। চম্পাক হত্যা কৰিলে মোৰ কি লাভ হ'লহেঁতেন? এজনী ৰুগীয়া, দুখীয়া, অসহায়, নিৰাশ্ৰয়া ছোৱালী। চাওতা নাই, সহায় কৰোঁতা নাই, বিচাৰ কৰোঁতা নাই। নিজক তিল তিলকৈ হত্যা কৰিও তাই বাকচত কেইটামানতকৈ বেছি টকা জমা কৰিব পৰা নাই। ৰোগত ভুগি আছে, অনিচ্ছাতো আনলৈ ৰোগ বিয়পাই দিছে, চিকিৎসা কৰাবৰ কোনো সম্বল নাই। টকা ধাৰ কৰিব দুদিনৰ চিনাকি চালেহৰ পৰা!

তুমি নাজানা চম্পা, চালেহে আজিও উজাগৰ সিঙৰ কাৰখানাত কাম পোৱা নাই। পুৱা-গধূলি তোমাৰ ঘৰৰ আগেদি চালেহে অহা-যোৱা নকৰে। সি অমানুহ হৈ গৈছে, নিজৰ স্বাৰ্থত সি আজি তোমাক হত্যা কৰিবলৈ গৈছিল, নোৱাৰিলে।

চম্পাৰ নিচিনা এজনী দুখীয়া, অসহায় ছোৱালীক হত্যা কৰি মোৰ কিয়, পৃথিৱীৰ কাৰোৱেই কোনো লাভ নহয়।

তথাপি মই জানো, মোৰ আজিৰ এই অৱস্থাৰ কাৰণে চম্পায়েই দায়ী। সেইবাবে জানি-শুনিও মোক এনে বেমাৰ দিয়াৰ কাৰণে চম্পাক মই কোনোদিনে ক্ষমা নকৰিম। কিন্তু হত্যা কৰি চম্পাৰ ওপৰত প্ৰতিশোধ লৈ মোৰ কোনো লাভ নহয়। তাই একেবাৰে অসহায়, নিৰাশ্ৰয়া, দুৰ্বল, তাইক হত্যা কৰাত কোনো বাহাদুৰি নাই।

আৰু তাইৰ বাকচত আছে মাত্ৰ কেইটামান টকা ...।

টাউন পাওতে চালেহৰ ৰাতি পুৱাইছিল। সি আহি হোটেলখনৰ সন্মুখতে ৰ'লহি। হোটেলৰ বাৰাণ্ডাত মূৰে-গায়ে কাপোৰ লৈ কোঁচ-মোচ খাই অইন কেইটামান মানুহহে শুই আছে। সিহঁতৰ মাজত ভোলা নাই। তথাপি সি এপিয়লা গৰম চাহ নাখালে আৰু থাকিব নোৱাৰা যেন অনুভৱ কৰিলে। গোটেই ৰাতি বাহিৰত, জাৰ আৰু কুঁৱলীৰ মাজত থিয় হৈ থাকি তাৰ গাটো বিষাইছিল। অসুখটোও বেছি হোৱা যেন লাগিল তাৰ। ক'ৰবাত নবহিলে থিয় হৈ থকা টান হৈছিল। ওঁঠ দুটা তাৰ ফাটি গৈছে।

হোটেলৰ দুৱাৰ তেতিয়া মেলিছেহে। অলপ পৰ অপেক্ষা কৰাৰ বাহিৰে উপায় নাই।

তেতিয়া বেলি ওলাইছিল যদিও ৰ'দৰ ৰেঙণি নাছিল। কুঁৱলীবোৰ মাত্ৰ বেছি বগা হৈ পৰিছিল। মাঘমহীয়া ইমান ৰাতিপুৱাতেনো কোন উঠিব?

তথাপি নগৰৰ জীৱন আৰম্ভ হৈ গৈছে। মানুহ, মটৰৰ যাত্ৰা আৰম্ভ হৈ গৈছে। কুঁৱলীলৈ কোনোৱে ভয় কৰা নাই।

এখন মলিয়ন ডাঠ কপাহী কাপোৰেৰে কাণে-মূৰে ঢাকি ক'ৰবাৰ পৰা আহি ভোলা ওলালহি।

"এ, চালেহ দেখোন, ক'ৰ পৰা ওলালাহি ৰাতিপুৱাতে?" চালেহক দেখা পাই তাৰ বৰ আনন্দ।

"ভোলা! ভালে আছা?"

"আছোঁ আৰু। তোমালোকৰ ভাল নহয়?"

চালেহে ক'লে, "এটোপা চাহ খাওঁ। জাৰো লাগিছে, পিয়াহো লাগিছে। আহা, তুমিও খাবা নহয় –"

দুয়ো হোটেলখনৰ ভিতৰলৈ সোমাই গ'ল আৰু সমুখা-সমুখিকৈ বহিল।

"বৰ জাৰ পৰিছে নহয় নে, আজি কেইবা বছৰো মই জাৰকালিও বাৰাণ্ডাতে ৰাতি কটালোঁ। এইবাৰ তেও অলপ সুবিধা পাইছোঁ –" ভোলাই ক'লে।

দুয়ো এপিয়লাকৈ চাহ আৰু এখনকৈ নিম্‌কি ল'লে।

"ফুকন ডাক্তৰৰ তাতে আছা নহয়?"

"নাথাকি আৰু ক'লৈ যাম! চেষ্টা পিছে কৰি আছোঁ। কাছাৰীৰ পিয়নৰ কামটো পিছে পাব লাগে – বুইছা?"

গৰম চাহ এঢোকা মুখত দি চালেহৰ ভাল লাগিল। তাৰ শুকাই কাঠ মৰা ডিঙিটো অলপ সৰস লাগিল। চালেহৰ বৰ ভোকো লাগিছিল। সি খাই যাব ধৰিলে। আজি তাৰ হাতত এটকামান পইচা আছে।

"তুমি পিছে ইমান ৰাতিপুৱাতে ক'ৰ পৰা আহিলা?" তাৰ পিছত চালেহৰ মুখলৈ অলপ পৰ চাই থাকি ক'লে–

"বৰ খীণালাহে, গাটো সিমান ভাল নহয় নেকি? ন ছোৱালীৰ কেনে? বৰ ধুনীয়া ছোৱালী হেনো– হয় নে?"

চালেহে হাঁহিবৰ চেষ্টা কৰিলে।

পইচা আজি চালেহেই দিলে। দুয়ো হোটেলৰ পৰা ওলাই আহিল।

ভোলাই নিজেই আৰু কিবাকিবি, কিছু কথা কৈ গ'ল। তাৰো বিয়া কৰাবৰ মন গৈছে। ছোৱালী এজনীও সি চাইছে। সিমান ধুনীয়াহে নহয়। দুখীয়া মানুহৰ ছোৱালী, বিয়া দিব নোৱাৰাকৈ আছে। বয়সতহে তাতকৈ দুবছৰমানৰ ডাঙৰ হ'ব হ'বলা। হওক, বয়সনো কি কথা। পিছে এটা স্থায়ী আৰ্জন নহ'লে বিয়া কৰাই সিহঁতে খাব কি? ল'ৰা-ছোৱালীকনো খুৱাব কি? কাছাৰীৰ পিয়ন কামটো পালে কিন্তু আৰু তাৰ চিন্তা নাই। পিছে দুশ টকা কৈছেহে। কৈছে, পিছে হেড্‌ক্লাৰ্ক মানুহজন ভাল। এশমান দি অলপ খাটিলেই কামটো দিব পাৰে। লাগিলে তেওঁৰ ঘৰুৱা কামো দুই-এখন কৰি দিম। কিনো লাজৰ কথা –

দুয়ো দুটা বিড়ি জ্বলালে।

"ডাক্তৰেনো এতিয়া কিমান দিছে?" চালেহে সুধিলে।

"ডাক্তৰ মানুহজন ভাল যদিও হাতৰ মুঠি বৰ টান; কৈছে পিছলৈ বঢ়াই দিব। এতিয়া এশ টকা দিছে। পিছে তেওঁৰ ফাৰ্মেচীতে শুয়ো থাকোঁ নহয়। ঘৰ এটা ল'লে পইচা দিবহে লাগিলহেঁতেন।"

চালেহে চমুকৈ ক'লে, "এৰা।"

"তোমাৰ এতিয়াও সুবিধা হোৱাগে নাই?"

চালেহে একো নকৈ বিড়ি হুপি যাব ধৰিলে।

"মই কৈছোঁ চাবা, তোমাৰ সুবিধা হৈ যাব। নহ'লেওনো কিহে, মাটিবাৰী আছে, চলাই-কৰাই খাবা। কপাল ভাল হ'লে, তাতে ঢেৰ হ'ব।"

চালেহে সুধিলে, "এশ টকাৰে পিছে চলিব পাৰিছা জানো?"

"কিনো চলিম? পোন্ধৰ দিনো নাযায়। পিছে নচলি আৰু কি উপায়? মাজে মাজে বাইটিৰ পৰাও দহ-পাঁচ টকা আনো।"

আৰু কিছু আগবঢ়াৰ পিছত ভোলাই ক'লে, "আমাৰ নিচিনা মানুহৰ লগত আকৌ ভাল-ভদ্ৰ মানুহে কথাই নাপাতে। মোৰ পিছে মানুহৰ লগত কথা-বতৰা পাতি ভাল লাগে। তোমাক পালে বৰ ভাল লাগেহে।"

চালেহে ক'লে, "তুমি যদি কাছাৰীৰ পিয়ন কামটো পোৱা, ডাক্তৰে অইন মানুহ এটা ল'ব নহয়?"

"ল'বতোন। সেইষাৰ কথা ময়ো ভাবি থৈছোঁ। মোৰ অইন কামৰ দিহা হ'লে, কৈ-মেলি তোমাক ডাক্তৰৰ লগতে সুমুৱাই দিম। তুমি অলপ লিখা-পঢ়া জনা মানুহ। দৰমহা অলপ বেছিও দিব পাৰে।"

"পিছে, তাৰ আগতে তোমাৰ কাছাৰীৰ কামটো হওকচোন বাৰু —" চালেহে ক'লে।

অলপ কওঁ-নকওঁ কৰি ভোলাই ক'লে, "চন্দ্ৰক কৈ থৈছোঁ, সিয়ো যেনে-তেনে কুৰি টকামান ধাৰলৈ দিম বুলিছে। সি ডকাইতৰ দলৰ লগত যায়। মাজে মাজে ভাগত চল্লিশ-পঞ্চাশ টকা পায়। বাইটিয়েও অলপ দিম বুলিছে। ময়ো দৰমহাৰ পৰা যি পাৰোঁ বচাম। পিছে, সকলো মিলাই কিমান হ'বগৈনো? হয় আদি আশী-পঁচাশী টকা হ'ব। আৰু পোন্ধৰ-কুৰি টকামান ক'ব পৰা যোগাৰ হয়, তাকেহে ভাবিছোঁ। তোমাকে খুজিলোহেঁতেন, পিছে তুমিনো পাবা ক'ৰ —? মই ভাবিছোঁ, যেনে-তেনে এশটা টকা হেড্‌ক্লাৰ্কক বিমান সোনকালে দিব পাৰোঁ দিওঁ, নহ'লে লাগিলে চাকৰিটো সৰহঁকে যোচ-ঘাচলি দি অইনে লৈ ল'ব।

চালেহে আৰু একো নক'লে। ভোলাটোক টকা কেইটামান দি সহায় কৰিব পৰা হ'লে বেয়া নাছিল। পিছে, দহটকীয়া ন'টখন আকৌ চম্পালৈ থৈ আহিল নহয়! তথাপি সি আশ্বাস দি ক'লে, "মোৰ হাততো পাই-পইচা নাই। বাৰু চাওঁচোন, ক'ৰবাৰ পৰা পালে— ময়ো বাৰু কেইটকামান দিম। পিছে, তুমি সিটো কাম পালে ডাক্তৰৰ লগত মোক যেনে-তেনে সুমুৱাই দিবা দেই।"

"বাৰু বাৰু, সেইটো মই ভাবিয়ে থৈছোঁ। তুমি মোক ক'ব নালাগে।

ভোলা থাকিল। চালেহে ঘৰলৈ খোজ ল'লে।

লাহে লাহে ব'দ ওলাই আহিছিল। এতিয়াহে চালেহৰ গোটেই ৰাতি টোপনি খতি কৰাৰ কাৰণে চকু দুটা পুৰিব ধৰিলে। তাৰ গাটোও বিষাব ধৰিলে। অসুখটো বেছি হোৱা যেন অনুভৱ কৰিলে। তাৰ বৰ অৱশ লাগিল। ক'ৰবাত বৰ বেয়া ধৰণে

পৰাজিত হৈ অহা যেন লাগিল তাৰ। সি আৰু অইন কথা চিন্তা নকৰি ঘৰৰ ফালে আগবাঢ়িল। তাৰ টোপনি ধৰিছে; অলপ ভালকৈ শুবগৈ লাগিব। ...

## চৈধ্য

কেইটামান দিন পাৰ হৈ গ'ল। চালেহৰ মনত আকৌ ধিক্কাৰ আৰু আত্মগ্লানিয়ে ঠাই ল'লে। আকৌ তাৰ অকাৰণতে চম্পাৰ ওপৰত খং উঠিল। নিজৰ ওপৰতো তাৰ খং উঠিল, সুযোগ পায়ো, ওচৰ পায়ো, চম্পাক হত্যা নকৰি মনে মনে গুচি আহিলোঁ কিয়? দিনে দিনে তাৰ অসুখটোও বেছি হোৱা যেন লাগিল। চিকিৎসা সোনকালে নকৰালে বেমাৰ বেছি হৈ মৰিহে থাকিম।

আৰু নহয়, চুৰ-আঁৰ কৰি হ'লেও টকা কিছু গোটাই ডাক্তৰৰ ওচৰলৈ যামগৈ। ফুকন ডাক্তৰ বেয়া মানুহ নহয়!

ভোলাক টকা কুৰিটামান দিব পৰা হ'লে, সি কিজানি কাছাৰীৰ কামটো পাই গ'লহেঁতেন। তেতিয়া হ'লে— সি কৰা কামটো ময়ে পালোহেঁতেন। ডাক্তৰৰ লগত থাকিবলৈ পোৱা হ'লে কিজানি মোৰ বেমাৰটোও দেখুৱাই মেলি অলপ কমতে চিকিৎসা কৰাব পাৰিলোহেঁতেন। পিছে, তাঁলৈকে এটা পইচাৰো আৰ্জন নাই।

চম্পাৰ বাৰু সঁচাকৈয়ে টকা নাই নে? থকা হ'লেনো তাইৰ নিজৰ বেমাৰৰ চিকিৎসা নকৰালেহেঁতেন কিয়? দুনিয়াত মোৰ চিনাকি মানুহনো সকলো দুখীয়াহে হ'ব পায় নে। চহকী মানুহনো ক'ত আছে? চব দেখোন দুখীয়াই। ইমান দুখীয়া মানুহ— আমাৰ পৃথিৱীখনত।

তথাপি মাজে মাজে সি ভাবিলে, চম্পাক মাৰি পেলোৱা হ'লেই বেয়া নাছিল।

গাঁৱত বিয়া আছিল। দুপৰীয়া ক'ৰবাৰ পৰা চালেহ ঘূৰি আহিল। চাৰাই ক'লে, "বিয়ালৈ যাওঁ নে? বাইটিও যাব।"— অৰ্থাৎ কণমাই।

"কেতিয়া যাবা?"

"আবেলি পৰত যাম। ৰাতিলৈ কইনা সজাব, ভোজ-ভাতো খুৱাব।"

"ওঁ, বৌ যায় যদি যাবা, নাযাবা কেলেই?"

"তুমি নোযোৱা।"

"গ'লে কাইলৈ যাম। আজি তোমালোকেই যোৱা।"

"তুমি তেনেহ'লে অলপ ঘৰতে থাকিবা। ঘৰত কোনো নাথাকিলে চোৰ-চৰিলৈ ভয় —"

"মই থাকিম বাৰু!"

আবেলিপৰত কণমাই আৰু চাৰা বিয়ালৈ গ'ল। কাপোৰ-কানি, অলঙ্কাৰ-পাতি পিন্ধিলত চৰাজনী অপেছৰী যেন হৈ পৰিল। চালেহৰ যেন চাই থাকিও হেঁপাহ নপলাব!

পিছে, লগত কণমাই থকা কাৰণে সি অহিন ফালেহে চাই থাকিল। নিজৰ মানুহজনীৰ ফালে তেনেকৈ চাই থকা বেয়া।

সি কণমাইৰ গাটোলৈও চালে। এইটো গা লৈ কণমাই এই সন্মিয়া পৰত বিয়ালৈ নোযোৱা হ'লেই ভাল আছিল। আৰু বৰ বেছি দিন নাই হ'বলা। এই সপ্তাহৰ ভিতৰতেই হ'ব কিজানি। ঘৰখনৰ সকলো কাম-বন কৰিও বৌৱে নবীয়া গাটো ভালেই ৰাখিছে। ভালে ভালেই সকলো হৈ গ'লেই হয়।

হঠাৎ চালেহৰ চকুত চাৰাক বৰ খীণ যেন লাগিল। চাৰাজনী বৰ লাহী। পিছফালৰ পৰা এনে ধুনীয়াজনী দেখি! বিয়া হ'বৰ তিনি মাহেই হৈ গ'ল। চাৰাক দেখিলে কিন্তু কোনেও ভাবিবই নোৱাৰে।

যাবৰ সময়ত চাৰাই তাৰ হাতত দি যোৱা চাবিকোছা ভিতৰত থ'বৰ কাৰণে সি উঠি– শোৱা কোঠালৈ গ'ল। আন্ধাৰ দেখি সি লণ্ঠনটো জ্বলালে। এটা লণ্ঠন সি জেহিৰহঁতৰ কোঠাতো জ্বলাই দিলে আৰু বাৰাণ্ডালৈ ওলাই আহিল।

সৰু বাৰাণ্ডাডোখৰতে সি বহি থাকিল চুপ্‌চাপ্‌। আকাশৰ বুকুত প্ৰথম ফাগুনৰ উদাসীন উন্মাদনা। পৃথিৱীখন দূৰ-দিগন্তলৈকে মুকলি হৈ গৈছে! আকাশখন উদাস, ৰিক্ত! চকুৰ আগৰ আলিবাটটোৰ ওপৰত ধূলিময় গধূলিৰ কোমলতা– বহুত দূৰলৈকে! চাই থাকি চালেহে নিজৰ মনৰ ভিতৰতো এটা করুণ শূন্যতা অনুভৱ কৰিলে। তাৰ বৰ অসহায় আৰু উকণ্ঠা যেন লাগিল।

আকৌ তাৰ মনত পৰিল বৌৱেকৰ লগত যোৱা লাহী চাৰাজনীৰ কথা। চাৰাই তাৰ পৰা একো পোৱা নাই, তাইৰ উপচি পৰা যৌৱনে তাৰ পৰা কেৱল অপমান পাইছে, ব্যৰ্থতা পাইছে। তথাপি চাৰাজনী ইমান হাঁহি মাতি থাকে। তাই যেন তাৰ পৰা সকলো পাইছে।

নহয়, এইদৰে থকা অন্যায় হৈছে, পাপ হৈছে। চাৰাক সকলো কৈ দিম। মোক হয়তো ঘৃণা কৰিব, পুতৌ কৰিব, অমানুহ বুলি ভাৱিব। ভাবক, তাৰ বাহিৰে চাৰাৰ পৰা মই আৰু কি আশা কৰিব পাৰোঁ?

ঘৰৰ অলপ আঁতৰৰ মছজিদত তেতিয়া মগ্‌ৰিবৰ আজান দিছিল। অহিন দিনা এনেকুৱা সময়ত সি প্ৰায়ে ঘৰত নাথাকে। বহুত দিন সি আজান শুনা নাই। ভালকৈ সি আজানৰ দীঘল মিঠা মাতটোলৈ কাণ দিলে। তাৰ ভৰিৰ পৰা মূৰলৈকে গাৰ নোমবোৰ শিয়ৰি উঠিল। বহুত দূৰৰ– এখন দূৰ দেশৰ পৰা ভাঁহি অহা যেন লাগিল আজানৰ মাতটো।

জেহিৰ ঘৰত থকা হ'লে, এতিয়া অজু কৰি নামাজ পঢ়িলেহেঁতেন। আনকি কণমাই আৰু চাৰায়ো নামাজ পঢ়িলেহেঁতেন। কণমাইৰ লগ পাই চাৰায়ো আজিকালি নিয়ম মতে নামাজ পঢ়ে। চালেহে নাজানে সিহঁতকেইটাই নামাজ পঢ়ি কি মুনাজাত কৰে, আল্লাৰ ওচৰত হাত তুলি কি প্ৰাৰ্থনা জনায়।

আজি চালেহৰ মনত লাগিল যেন সিয়ো নামাজ পঢ়িব পৰা হ'লে, আল্লাৰ ওচৰত মুনাজাত কৰিব পৰা হ'লে, তাৰ কিজানি আজিৰ অৱস্থা নহ'লহেঁতেন। সি নামাজ পঢ়িব নজনা নহয়; কিন্তু নপঢ়ি নপঢ়ি তাৰ লাজেই লগা হৈছে।

সি ইফালে-সিফালে চালে। ওচৰত এতিয়া কোনো নাই। ঘৰটো নীৰৱে আছে। চালেহ্ বহাৰ পৰা উঠিল, এবদনা পানী লৈ অজু কৰিলে আৰু মগৰিবৰ নামাজ পঢ়িবলৈ যাই নামাজত থিয় হ'ল। আজিলৈকে কোনো দিনে সি এইদৰে নিজক আল্লাৰ দৰবাৰত থিয় কৰোৱা নাই। তাৰ ভয়ো লাগিল, ভালো লাগিল। সি যেন মনৰ মাজত অলপ সাহস বিচাৰি পালে।

কি মুনাজাত কৰিলে, সি ক'ব নোৱাৰিলে। হয়তো অব্যক্তভাৱে সি ক'লে, "আল্লা, ফকাইটিইঁতে নামাজ পঢ়ি তোমাৰ ওচৰত কি বিচাৰে নাজানো। কিন্তু মই প্ৰাৰ্থনা কৰিছোঁ যেন মোৰ বেমাৰটো ভাল কৰি দিয়া। চাৰাৰ জীৱনটো ব্যৰ্থ নকৰিবা।"

নামাজ পঢ়ি উঠি চালেহ্ আকৌ বাৰাণ্ডালৈ ওলাই আহিল। কেউপিনে সি এবাৰ চালে, সি নামাজ পঢ়া কোনোবাই দেখিলে নেকি? নামাজ পঢ়ি সি যেন এটা বৰ লাজ লগা কামহে কৰিলে। কাৰোবাৰ ওচৰত যেন অবাঞ্ছনীয় দুৰ্বলতাহে প্ৰকাশ কৰিলে।

নিমাও-মাও ঘৰটোত কিছুমান অশৰীৰী উশাহ-নিশাহ যেন ওপঙি ফুৰিছে। চালেহে ভাবিবৰ চেষ্টা কৰিলে : ধৰ্ম জীৱনৰ পৰা আঁতৰি থকাৰ কাৰণেই জানো মোৰ এই দুৰাৰোগ্য ব্যাধি হ'ল। চম্পাই যি পাপলৈ মোক নমাই নিলে; এয়া জানো তাৰেই পৰিণাম? আজি চাৰা আৰু তাৰ জীৱন ব্যৰ্থ হৈ গৈছে, হৈ যাবলৈ ধৰিছে— কিবা অক্ষমণীয় পাপৰ ফলত জানো?

তাৰ সম্পূৰ্ণ প্ৰত্যয় নহ'ল, পৃথিৱীৰ সকলো বেমাৰী মানুহেই জানো পাপী? গুণাহগাৰ?

চালেহে আজিও নাজানে!

চাৰাইঁত ঘূৰি আহি পাওতে ৰাতি ভালেমান হ'ল। বিয়াঘৰীয়া কথা— আহোঁ আহোঁ কৰোঁতেই ৰাতি হৈ গ'ল।

"তুমি এতিয়াও বহিয়ে আছা নেকি?" ভিতৰলৈ সোমাই যাবৰ সময়ত চাৰাই এনেয়ে ক'লে।

চাৰাই বিয়ালৈ পিন্ধি যোৱা মেখেলা-চাদৰযোৰ সলাই, চালেহইঁতৰ কাৰণে ভাতৰ দিহা কৰিবলৈ সোমাল। কণমাইৰ ভাগৰ লাগিছিল। সকলোকে ভাত দিবলৈ কৈ নিজে বিছনাত পৰিলগৈ।

ভাত খাই উঠি চালেহ্ অলপ ওলাই গ'ল— পুণ্যেশ্বৰৰ দোকানাৰ ফালে।

চাৰাই আশা কৰিছিল— আজি অন্ততঃ চালেহ ৰাতি আৰু ওলাই নাযাব। সি আজি চাৰাক নতুন ৰূপত দেখিব, নতুনকৈ ঘৰমেৰে বুকুত সাবটি ল'ব। নতুন কাঞ্চনৰ ঘৰৰী আবেদনত আজি চালেহে সঁহাৰি দিব।

কিন্তু চালেহ ওলাই গ'ল। অইন দিনাৰ দৰেই।

বিছনাখনতে বহি চাবাই আজি বৰ অনুতপ্তভাৱে চালেহৰ এই নিৰাসক্তি আৰু উদাসীনতাৰ কাৰণ বুজি পাবৰ চেষ্টা কৰিলে। তাৰ যদি চাবাক ভাল লগা নাই, সেই কথা মুখ খুলি কৈ নিদিয়ে কিয়? চাবাৰ পৰা এইদৰে সি আঁতৰি ফুৰিছে কিয়? চাবাতো তাৰ ওচৰলৈ নিজে অহা নাই– খুজি আনিছিল, বিয়া কৰাই আনিছিল।

চাবাৰ খং উঠিল।

মোক, মোৰ যৌৱনক এইদৰে অপমান কৰিবৰ চালেহৰ কোনো অৰ্থ নাই। মোৰ স্বামী হৈয়ো সদায় বেলেগে শোৱে। কিয়?

চাবাই ঠিক কৰিলে, আজি তাই নিৰ্লজ্জ হ'ব। আজি তাই চালেহক সুধিব– কিয় সি তাইৰ লগত এনে ব্যৱহাৰ কৰিছে। আৰু যদি চালেহে উত্তৰ নিদিয়ে, ভাল উত্তৰ দিব নোৱাৰে– এইখন ঘৰ এৰি চাবা ক'ৰবালৈ গুচি যাব।

চাবাই নিজে নিজে ক'লে, "মই তেওঁক ইমান দিন ক্ষমা কৰিলোঁ। আৰু ক্ষমা নকৰোঁ, কেতিয়াও ক্ষমা নকৰোঁ। আজি মই সুধিম– মোক লৈ তেওঁ কি কৰিব খুজিছে?"

চাবা উত্তেজিত হৈ পৰিল। তাইৰ অপমানিত যৌৱন বিদ্ৰোহী হৈ উঠিল। এটা সবল সঙ্কল্প লৈ তাই বিছনাতে পৰি থাকিল। বিয়ালৈ পিন্ধি যোৱা সোণৰ নেক্‌লেচডাল ডিঙিৰ পৰা খুলি বাকচটোৰ ওপৰতে থৈছিল, তাতে থাকিল। বাকচত ভৰাবৰ মন চাবাৰ নগ'ল। দৰকাৰ নাই অলঙ্কাৰপাতিৰ, মোৰ দেহৰ ৰূপ-যৌৱনেই যদি তেওঁক ঘূৰাব নোৱাৰিলে, অলঙ্কাৰৰ কি দৰকাৰ?

· তাই মাথোন অস্পষ্ট ভাষাৰে বাৰে বাৰে ক'লে, "আজি মই সুধিম – মই সুধিম, মোক সকলো ক'ব লাগিব। সকলো জনাব লাগিব ...।"

এই সকলোৰে তেতিয়া টোপনি আহিছে। কাণি-দুৱৰীকে মেলি থোৱা দুৱাৰখন হেঁচা মাৰি ঠেলি চালেহ মনে মনে সোমাই আহিল।

সি সোমাই অহাৰ লগে লগে চাবাই সকলো সঙ্কল্পৰ কথা পাহৰি গ'ল। তাইৰ গোটেই গাটো হিম হৈ যোৱা যেন পালে। সাৰ পাই থাকিও তাই নিঃসাৰ হৈ লৰচৰ নকৰাকৈ বিছনাতে পৰি থাকিল।

চালেহে ভাবিলে চাবাৰ টোপনি আহিছে। অলপ সময় সি চাবাৰ ফালে চাই ৰ'ল। তাৰ পিছত বাকচটোৰ ওপৰত থকা নেক্‌লেচ্‌ডালৰ ওপৰত তাৰ চকু পৰিল। ধুনীয়া, দামী নেক্‌লেচ্‌ডাল, বেছি দিন চাবাই পিন্ধাই নাই। বিয়াৰ আগে আগে গঢ়োৱা। লেমটোৰ পোহৰত তাৰ বাখৰবোৰ জল্‌মলাই জিলিকিছে।

হঠাৎ চালেহৰ গাটো শিয়ঁৰি উঠিল! এই নেক্‌লেচ্‌ডালৰ দাম কমেও পাঁচশ টকা হ'ব। বেছিও হ'ব পাৰে। ডাঙৰ, ধুনীয়া নেক্‌লেচ্‌ডাল।

সি অলপ পৰ চাবাৰ মুখলৈ চাই ৰ'ল। নিঃসাৰ হৈ চাবা পৰি আছে, হয়তো চাবাৰ টোপনি।

ভয়ে ভয়ে সি কোঠাটোৰ চাৰিওফালে চালে। কোনো নাই, জেহিৰহঁত কাহানিবাই টোপনি গ'ল। এতিয়া কিজানি ক'তো কোনো সাৰ পাই থকা নাই।

সি চাৰাৰ বিছনাখনৰ অলপ কাষ চাপি আহিল। চাৰাই গম পালে। চাৰাৰ তেতিয়াও টোপনি অহা নাছিল। এটা মধুৰ সম্ভাৱনাৰ আশাত তাইৰ ক্ষুধিত অঙ্গবিলাকৰ ওপৰেদি এটা শান্ত শিহৰণ বাগৰি গ'ল। তাই লৰচৰ নকৰিলে, এবাৰ চকু দুটা অলপমান মেলি— চাৰাই চাবৰ চেষ্টা কৰিলে, চালেহে কি কৰিছে।

চালেহ চাৰাৰ কাষৰ পৰা আকৌ আঁতৰি গ'ল। কিবা ভাবি অলপ পৰ সি বাকচটোৰ ওচৰতে থিয় দি ৰৈ থাকিল। তাৰ চকুত শঙ্কা আৰু ভয়ৰ অস্থিৰ চাৱনি।

এবাৰ সি নেক্‌লেচ্‌ডালৰ ফালে হাত আগবঢ়ালে। কিন্তু আকৌ কোঁচাই আনিলে, এবাৰ আকৌ চাৰাৰ মুখলৈ চালে। অলপ পৰ ৰ'ল। তাৰ পিছত হাত মেলি নেক্‌লেচ্‌ডাল নিজৰ হাতলৈ আনিলে। সি মানুহটো অলপ অলপ কঁপিছিল।

আধা-মুদা চকুৰে চাৰাই সকলো চাই থাকিল। তাই অকণো লৰচৰ নকৰি— একেবাৰে মৰাৰ দৰে পৰি থাকিল। তাই একো বুজিব নোৱাৰিলে।

অলপ পৰ অস্থিৰভাৱে থিয় দি থাকি এবাৰ ভয়াৰ্ত চাৱনিৰে শুই থকা চাৰাৰ ফালে চাই নিঃশব্দে, সন্তৰ্পণে চালেহ ঘৰৰ পৰা বাহিৰ ওলাই গ'ল।

দুৱাৰখন সি শব্দ নোহোৱাকৈ বন্ধ কৰি থৈ গ'ল।

ভয়ত চেপেটা লাগি চাৰা কিছুপৰ তেনেকৈ পৰি থাকিল। তাইৰ হাত-ভৰিবোৰ ভয়ত কঁপিবলৈ ধৰিলে। উশাহ বন্ধ হোৱা যেন লাগিল। তাই কিবা দুঃস্বপ্ন দেখিছে নে দিঠকতে কিবা ঘটিছে, তাই বুজিব নোৱাৰিলে।

লাহে লাহে চাৰা বিছনাতে বহিল। লণ্ঠনটো অলপ বঢ়াই দিলে। আৰু বাকচটোৰ ওপৰলৈ চালে। নেক্‌লেচ্‌ডাল নাই। তাইৰ মুখখন ভয়ত শেঁতা পৰি গ'ল। বুকুখনে ধপ্‌ধপাবলৈ ধৰিলে।

চালেহে— তাইৰ স্বামী চালেহে, তাইৰ ডিঙিৰ নেক্‌লেচ্‌ডাল লৈ ঘৰৰ পৰা ওলাই গ'ল— এই শেষ ৰাতি! ক'লৈ নিলে? কি কৰিবগৈ? অইন কোনোবা ছোৱালীক দিবগৈ নে ক'ৰবাত বেচি দিবগৈ?

মৰসাহ কৰি বিছনাৰ পৰা নামি আহি তাই এবাৰ দুৱাৰখন নিঃশব্দে মেলি বাহিৰলৈ চালে, কোনো নাই। চালেহ ক'ৰবালৈ গুচি গৈছে! এই শেষ ৰাতি আন্ধাৰে-মুন্ধাৰে চালেহ ক'লৈ গ'ল?

ভয়ত চাৰাৰ মূৰ ঘূৰাই গ'ল। তাই আকৌ দুৱাৰখন বন্ধ কৰিলে আৰু ধুপুহকৈ বিছনাতে বহি পৰিল।

ৰাতি ৰাতি সদায় চালেহ ক'ৰবালৈ যায়। চালেহ কি ...? অসম্ভৱ, তেনে কথা ভাবিবলৈও চাৰাৰ ভয় লাগিল। চাৰাৰ স্বামী এটা ...? নহয়, নহয়। নানা যুক্তিৰে চাৰাই নিজক আশ্বস্ত কৰিবৰ চেষ্টা কৰিলে।

আকৌ চাৰা বিছনাত পৰিল। চাৰাই নিজকে ক'লে, "যেই নহওক, এই কথা মই কাকো নজনাওঁ।"

তাইৰ আৰু টোপনি নাহিল।

## পোন্ধৰ

ঘৰৰ পৰা ওলাই গৈ চালেহ্ ৰাতিপুৱালৈকে সিহঁতৰ ঘৰৰ পৰা প্ৰায় এক কিলোমিটাৰ দূৰত থকা দলংখনৰ ওপৰতে বহি থাকিল। জেপত তাৰ দুটকাৰ ন'ট এখন আৰু নেক্লেচ্‌ডাল। শেষৰাতি তাৰ অলপ টোপনিও আহিল– বহি থাকোঁতে। কিন্তু বেলি ওলোৱাৰ লগে লগে সি সাৰ পালে। জেপত হাত দি চালে, নেক্লেচ্‌ডাল আছে।

বহাৰ পৰা উঠি সি নৈখনলৈ নামি গ'ল আৰু হাত-মুখবোৰ ভালকৈ ধুলে। এতিয়া তাৰ ভাল লাগিল।

আলিবাটত উঠি সি নগৰৰ ফালে লাহে লাহে খোজ দিলে। আজি তাৰ মনটো এটা নতুন আশাৰে পূৰ্ণ হৈ উঠিল। তাৰ দুৰ্ভাৱনাবোৰ নোহোৱা হৈ যোৱা যেন পালে। এই নেক্লেচডালৰ বিনিময়ত– সি তাৰ জীৱন ঘূৰাই পাব, সি আৰোগ্য হ'ব, সি চাৰাৰ উপযুক্ত হ'ব।

ক'লৈ যাব, বৰ বেছি নাভাবি সি মনৰ স্ফূৰ্তিৰেই গৈ থাকিব ধৰিলে।

এঘণ্টামানৰ মূৰত সি নগৰ পালেগৈ।

কিন্তু নগৰ সোমাই তাৰ চিন্তা হ'ল, নেক্লেচ্‌ডাল সি ক'ত বেচিব? কাক বেচিব? ফুকন ডাক্তৰে জানো তাৰ পৰা নেক্লেচ্‌ডাল ৰাখিব? ক'ত ৰাখিব কিজানি! আৰু অইন কোনোবা? যাৰে-তাৰে ওচৰলৈকো নিব নোৱাৰি! যদি মোক সন্দেহ কৰে? যদি এই নেক্লেচ্‌ডাল মই ক'ৰবাৰ পৰা চুৰি কৰি নিয়া বুলি ভাবে! যদি চোৰ বুলি মোক পুলিচত দি দিয়ে!

তাৰ চিন্তা হ'ল। নেক্লেচ্‌ডালৰ দাম কিমান হ'ব– তাকো ভালকৈ নাজানো। হয়তো পাঁচশ হ'ব, হয়তো সাত-আঠশও হ'ব পাৰে। এটা ভাল দাম ক'ব নোৱাৰিলে লোকৰ মাল বুলি নিশ্চয় সন্দেহ কৰিব।

চালেহ্ অলপ নিৰুপায়ত পৰিল।

ভাবি ভাবি সি ফুকন ডাক্তৰৰ ফাৰ্মেচীৰ সন্মুখত ৰ'লহি। দেখিলে ফাৰ্মেচীৰ দুৱাৰ বন্ধ, খোলাই নাই। অইন দোকান-পোহাৰবিলাকৰো বেছি ভাগ বন্ধ। আজি দেওবাৰ নেকি?

সি অলপ নিৰুৎসাহ হৈ পৰিল। নেক্লেচ্‌ডাল জেপত সুমুৱাই ৰাখিলে তাৰ কোনো কাম নহয়। বেচিবই লাগিব। বেচি সেই টকাৰে তাৰ চিকিৎসা আৰম্ভ কৰিব লাগিব। – আজিয়েই।

কিন্তু তাক বিশ্বাস কৰি কোনে কিনি ল'ব নেক্‌লেচ্‌ডাল? কোনে উচিত মূল্য দিব?

সি বিমোৰত পৰিল!

ফাগুনমহীয়া ফৰকাল দিন। আকাশখনৰ ফালে চাই তাৰ মনটো মুকলি লাগিল। বৰ ধুনীয়া হৈছে আকাশখন! এখন নিৰোগী, সুন্দৰ পৃথিৱী।

হোটেল এখনত সোমাই সি চাহ খালে। আজি সি নিৰ্ভয়ে এটকাৰ চাহ খালে। আজি তাৰ কোনো ভাবনা নাই। তাৰ হাতত আজি শ শ টকাৰ মাল আছে। তাৰ হাতত আছে সোণ! সোণৰ নেক্‌লেচ্, এটকা খৰচ কোনো কথাই নহয়।

তাৰ ভোলাৰ কথা মনত পৰিল। আজি ফাৰ্মেচীও বন্ধ, ভোলাও নাই। ভোলাক পোৱা হ'লে তাৰ সাহস বাঢ়িলহেঁতেন। সি নগৰত থাকে, বহুত কথা জানে। কোনোবা বেপাৰী বা সোণাৰিক নেক্‌লেচ্‌ডাল বেচিবলৈ সি সুবিধা কৰি দিব পাৰিলেহেঁতেন।

এনেয়ে সি এঘণ্টামান ইফালে-সিফালে ঘূৰিলে; কিন্তু ক'তো সোমাবলৈ তাৰ সাহস নহ'ল। অচিনাকি মানুহবোৰৰ কি বিশ্বাস!

ঘৰত চাগে চাৰাই নেক্‌লেচ্‌ডাল খুব বিচাৰিছে। বিচাৰক। হয়তো ভাবিছে মৰে লৈ আহিলোঁ। যি ভাবে ভাবক। আচল কথাটো জানিব পাৰিলে চাৰাই মোক বেয়া নাপায়। মোৰ গাটো ভাল হৈ গ'লে, আকৌ এনেকুৱা এডাল কিয়— দুডাল নেক্‌লেচ্ লৈ দিব পাৰিম।

চাৰা বৰ ভাল ছোৱালী।

চাৰা খুব ভাল ছোৱালী।

দুইমান বজাৰলৈকে চালেহে এনেয়ে ঘূৰিলে। আজি ভোলাটোও নাই। ডাক্তৰো নাই।

কিন্তু মোৰ জেপত এডাল দামী নেক্‌লেচ্ আছে!

দুইমান বজাত সি আকৌ চাহ খালে। তাৰ ভোক নোহোৱা হ'ল। গাত বল পালে, কিন্তু মনটোত বিশেষ আনন্দ বিচাৰি নাপালে। নেক্‌লেচডাল হেৰুৱাই চাৰাজনীয়ে আকৌ কন্দা-কটা লগাই দিছে নেকি? তেতিয়া যে ককাইটিহঁতেও জানি যাব, বৌৱেও জানি যাব। মৰে আনিলোঁ বুলি সকলোৰে ভাবিব।

নাই, একো নাভাবে। চাৰাই বাকচৰ ওপৰতে যেনে-তেনে পেলাই থোৱা দেখি, মই ক'ৰবাত ভালকৈ থৈ দিলোঁ বুলি ভাবিব। আজি আৰু মই ঘৰলৈ ঘূৰি নাযাওঁ।

উদ্দেশ্যহীনভাৱে ঘূৰি ঘূৰি তাৰ প্ৰায় গোটেই দিনটোৱেই কাটি গ'ল। নিজেই নজনাকৈ সি লাহে লাহে চম্পাৰ ঘৰৰ ফালে আগবাঢ়িল— এনেয়ে। এবাৰ তাৰ চম্পাক চাবৰ মন গ'ল। এতিয়ামানে চম্পাৰ বেমাৰ ভাল হ'ব পায়। ক'ত ভাল হৈছে চাগে। তাইকোতো চিকিৎসা কৰাবৰ কাৰণে বহুত টকা লাগে। সিমান টকা জানো

তাই ক'ৰবাত পাইছে? কোনে দিব? চিকিৎসা কৰাব নোৱাৰিলে মৰিবগৈছে ছোৱালীজনী!

চুটি দিন। সন্ধিয়াই হৈ আহিল। লাহে লাহে সি চম্পাৰ ঘৰৰ ওচৰেই পালেহি। কিন্তু তাৰ ভয় লাগিল। সিদিনা টকা ৰাখি থোৱাদি, গম পালে কিজানি তাই তাৰ হাতৰ পৰা নেক্‌লেচ্‌ডাল কাঢ়ি লৈ ৰাখি থয়। আৰু যদি চম্পাৰ ঘৰলৈ যোৱা মোক কোনোবাই দেখে!

সি ঘূৰিল। আকৌ নগৰৰ ফালে খোজ আগবঢ়ালে।

চম্পাই জানো পাঁচশ টকা দি নেক্‌লেচ্‌ডাল মোৰ পৰা কিনি ল'ব পাৰিব? তাই এনেয়ে বিচাৰিব– এনেয়ে।

কাৰোবাক এনেয়ে দিবলৈ মই চাৰাৰ নেক্‌লেচ্‌ চুৰ কৰি অনা নাই।

চুৰ কৰি! চুৰ কৰি নহয়নো কি? নোকোৱাকৈ আনিছোঁ– হ'লেই লাগিলে মোৰ চাৰাৰ বস্তু!

"এঁই, চালেহ। ক'ৰ পৰা আহিলা –?"

– ভোলা!

চালেহ থমক্ খাই গ'ল। সি ৰৈ দিলে।

"ভোলা! তুমি কোনফালে যোৱা?"

"এয়া, অলপ এইখিনিৰ পৰা আহিম। তুমি কোনফালে আহিছিলা?"

সেপ্ ঢুকি চালেহে ক'লে, "এনেয়ে অলপ ফুৰিলোঁ। ফাৰ্মেচীত তোমাক বিচাৰিছিলো।"

"অ' আজি দুদিন ফাৰ্মেচী বন্ধ আছে! ডাক্তাৰৰ শহুৰেকৰ টান অসুখ, ডাক্তৰ তালৈ গ'ল। এতিয়া তুমি কেনি যাবা?"

"টাউনলৈকে যাম।" চালেহে ক'লে।

তাৰ পিছত অলপ ৰৈ ক'লে, "মোৰ তোমাৰ লগত অলপ কথা আছিল ভোলা –"

ভোলা অলপ ৰ'ল। কিবা এটা ভাবিলে তাৰ পিছত ক'লে,– "মই দহ মিনিটতে ঘূৰি আহিম। এইখিনিতে অকণমান কাম আছে। তুমি গৈ থাকা, ফাৰ্মেচীৰ আগতে ৰ'বাগৈ। গুচি নাযাবা আকৌ। মই এই আহিমগৈয়ে।"

"মই তেনে লাহে লাহে গৈ থাকোঁ, তুমি বেগেতে আহাগৈ।"

"মই খুব সোনকালেই আহিম। তুমি ৰ'ব নালাগে, লাহে লাহে গৈ থাকা–"

চালেহ লাহে লাহে নগৰৰ ফালে আগবাঢ়িল। ভোলাই বিপৰীতমুখে বেগা-বেগীকৈ খোজ দিলে।

তেতিয়া সন্ধিয়াৰ আন্ধাৰ নামি আহিছে।

এতিয়া ভোলাই একমাত্ৰ আশা। আজি ডাক্তৰো নাই। দিনটো আজি সি ঘৰত নাই। ক'লৈ যাব কৈয়ো অহা নাই। আজিৰ ভিতৰতে ঘূৰি নগ'লে তাক বিচৰা-বিচৰি লগাব। কিন্তু সি আজি কিবা এটা কৰিহে ঘৰলৈ উলটিব।

ডাক্তৰ আজি নাথাকিলেও কাইলৈ আহিব। লাগে টকা। সকলো টকা একেলগে নিদিলেও হ'ব, কিন্তু যোগাৰ ৰাখিব লাগিব, লাগ বুলিলেই টকা উলিয়াই দিব পাৰিব লাগিব।

প্ৰায় আধা ঘণ্টাৰ পিছত অলপ খৰকৈ আহি ভোলাই পিছফালৰ পৰা চালেহক লগ ধৰিলেহি।

"ক'লৈনো গৈছিলা –?" এনেই চালেহে সুধিলে।

তাৰ কথাৰ উত্তৰ নিদি ভোলাই ক'লে, "তুমি কোনফালে আহিছিলা?"

"তোমাৰ ওচৰলৈকে আহিছিলোঁ। অলপ দৰকাৰী কথা আছে। ক'ৰবাত বহিবা জানো?"

"ওঁ, দৰকাৰী কথা আছে যদি অলপ একাষলৈ যাওঁ আহা, অ' নালাগে, মোৰ তালৈকে যাওঁগৈ ব'লা।"

"ক'লৈ?"

"ফাৰ্মেচীলৈ। তাৰ পিছফালৰ বাৰাণ্ডাখনতে মই শোওঁ। অকণমান বেৰ দি লৈছোঁ। সেইফালে কোনো নাযায়, আমাক কোনেও নেদেখে।"

"এৰা, তালৈকে ব'লা তেনে। মই কথা এটাৰ কাৰণে টাউনলৈ আহিছিলোঁ। সোনকালে ঘূৰি যাবগৈ লাগিব।"

পাঁচ কিলোমিটাৰ বাটনো কি কথা। আকাশত জোন আছে হ'বলা। শেষ ৰাতিহে জোন নাথাকিব কিজানি।"

আহি আহি দুয়ো নগৰ সোমালহি।

ফাৰ্মেচীৰ ওচৰৰ হোটেলখন পাই ভোলাই ক'লে, "কিবা এটা খাই লওঁ আহা।"

"পইচা আছে জানো?" চালেহে সুধিলে।

"পইচা? হ'ব আহা –"

দুয়ো চাহ খাবলৈ বহিল।

ভোলাই ক'লে, "কাছাৰীৰ কামটো এইবাৰ হ'বগৈ যেন লাগিছে। এতিয়াও কাকো লোৱা নাই। টকাও আশীটামান গোটাইছোঁ। এশ টকা দিলে মান্তি হৈ যাব কিজানি, নহ'ব নে বাৰু?"

তাৰ মাতত আশা আৰু এটা ক্ষীণ আনন্দৰ সুৰ।

"টকা ক'ৰ পৰা গোটালা?"

চালেহৰ কথাৰ উত্তৰ নিদি ভোলাই চাহৰ দাম জেপৰ পৰা উলিয়াই দি ক'লে, "সকলো ক'ম, ব'লা মোৰ ঘৰলৈ যাওঁ।"

দুয়ো ফুকনৰ ফাৰ্মেচীৰ পিছফাললৈ আহিল। যথেষ্ট আন্ধাৰ ঠাইডোখৰ।

"আন্ধাৰ দেখোন –" চালেহে ক'লে।

"মম এডোখৰ থাকিব পায়, ব'লা –"

ঘৰটোৰ পিছফালৰ বাৰাণ্ডাখনত অকণমান বেৰা এখন দি ভোলাই কোঠালি এটাৰ নিচিনা কৰি লৈছে।

প্ৰথমে ভোলাই জেপৰ পৰা বিড়ি এটা উলিয়াই জুইশলাৰ কাঠী মাৰি জ্বলালে, তাৰ পিছত সেই কাঠীডালেৰেই আধা-পোৰা মমডোখৰ জ্বলালে। ঠাইডোখৰ সামান্য পোহৰ হ'ল। এটা বিড়ি চালেহকো দিলে।

ভোলাই তাৰ বিছনা কৰি লোৱা, মলিয়ন কাপোৰখনকে মেলি দিলে। দুয়ো তাতে বহিল– মুখামুখিকৈ।

"কোৱাচোন কি দৰকাৰত আহিছিলা?"

অলপ ইতস্ততঃ কৰি চালেহে ক'লে, "কথাটো ক'বলৈকে বেয়া লাগিছে।"

"নাই নাই, কোৱা! মোক ক'বলৈ কোনো ভয় নকৰিবা। মই কাকো নকওঁ।"

ভোলাৰ মুখৰ ফালে চাই চালেহে সুধিলে, "সোণৰ তোলাত আজিকালি কিমান দাম– ক'ব পাৰা নে?"

অবোধ্যভাৱে ভোলাই চালেহৰ মুখলৈ চালে!

"কিহৰ? সোণৰ? মইনো কেনেকৈ জানিম?"

তাৰ পিছত ক'লে, "হ'ব কিজানি এহাজাৰ-ডেৰ হাজাৰমান – মই পিছে ঠিককৈ ক'ব নোৱাৰোঁ দেই।"

"এৰা, ময়ো নাজানো আকৌ –" চালেহে ক'লে।

"সোণৰ দামনো তোমাক কেলেই?"

"আছিল দৰকাৰ, বস্তু এটা বেচিম বুলি আনিছোঁ।"

"সোণৰ বস্তু বেচিবা! চাওঁ কি বস্তু?"

চালেহে সামান্য সন্দেহেৰে ভোলাৰ মুখলৈ চালে। তাৰ পিছত অলপ ভয়ে ভয়ে জেপৰ পৰা নেক্‌লেচ্‌ডাল উলিয়াই চকুৰ আগত দাঙি ধৰিলে।

অলপ পৰ চাই থাকি ভোলাই নেক্‌লেচ্‌ডাল নিজৰ হাতলৈ ল'লে আৰু মমডালৰ ওচৰলৈ নি ভালকৈ চালে। পোহৰত নেক্‌লেচ্‌ডাল জ্বলমলাই উঠিল।

"বৰ ধুনীয়া নেক্‌লেচ্, নতুন হৈ আছে। ক'ত পালা এইডাল?"

"বেচিলে বাৰু– কিমান টকা পোৱা যাব, আন্দাজ?"

"নিচেই কমেও হাজাৰ-বাৰশমান হ'ব। ক'ত পালা এইডাল?"

"ইয়াত বাৰু কোনোবাই কিনিব নে?"

"নিকিনিব কিয়? দেখিলেই কিনিব। পিছে এইডাল কেলেই বেচিবলৈ আনিছা? ইমান দামী মাল এটা কিয় বেচা?"

ভোলাই চালেহৰ মুখলৈ চালে। চালেহৰ যেন ভোলালৈও ভয় লাগিল। সি তলমূৰ কৰি নীৰব হ'ল।

"ডোকা মানুহ, কাম-কাজ নাই বুলি ভাবি-চিন্তি খীণাই-শুকাই গ'লে কিবা হ'ব জানো? ভাল হওক, বেয়া হওক, কিবা কাম কৰিব লাগে। মই তোমাক যেতিয়াই দেখোঁ, ইবাৰতকৈ সিবাৰ বেছি খীণহে দেখোঁ– তোমাৰনো কি হৈছে?"

সৰ্ককৈ, মনৰ সকলো সাহস গোটাই চালেহে ক'লে, "মোৰ বেমাৰ।"

"বেমাৰ? কি বেমাৰ? কেতিয়াৰ পৰা বেমাৰ?"

"কেইবা মাহো হ'ল। বৰ বেয়া বেমাৰ বুলি কৈছে ডাক্তৰে।"

"কোন ডাক্তৰে চাইছিল?"

"ফুকনকে দেখুৱাইছিলোঁ, বিয়াৰ আগতে।"

"কি চিকিৎসা কৰিছা পিছে?"

"চিকিৎসা একো কৰাই নাই। দুটামান বড়ি খাইছোঁ, পিছে বড়িয়ে ভাল কৰিব নোৱাৰে। ইন্‌জেক্‌চন ল'ব লাগিব। বহুত টকা লাগে।"

ভোলা অলপ পৰ মনে মনে থাকিল। কি যেন ভাবিলে! তাৰ পিছত লাহে লাহে বিজ্ঞৰ দৰে ক'লে–

"বেমাৰটো কি বুলিছে?"

চালেহৰ মুখখন শুকাই গ'ল। কিন্তু পৃথিৱীৰ কাৰোবাৰ আগত যদি সি তাৰ কথা ক'ব পাৰে, তেন্তে ভোলাক। তাৰ আগত লুকুৱাবলগীয়া চালেহৰ একো কথা নাই।

তলমূৰ কৰি লাহে লাহে চালেহে ক'লে, "গৰ্মি বেমাৰ। ডাক্তৰে কৈছে– কিবা চিফিলিচ্ নে কি, বৰ বেয়া বেমাৰ।"

"চিফিলিচ্। বৰ বেয়া বেমাৰ। হ'বলৈ পালে কেনেকৈ?"

"অইনৰ পৰা উঠিল –" সংক্ষেপে চালেহে ক'লে।

"এৰা এইবোৰ বেমাৰ বোলে– এটাৰ পৰা অইনৰ গালৈ যায়।"

দুয়ো কিছুপৰ মনে মনে থাকিল।

তাৰ পিছত চালেহে লাহে লাহে ক'লে, "বিয়াৰ আগতে বেমাৰ আৰম্ভ হ'ল। মই বিয়া নকৰাওঁ বুলিছিলোঁ, পিছে ককাইটিহঁতে জোৰ কৰি বিয়া পাতি দিলে।"

ভোলাই তাৰ মুখলৈ চালে।

"এৰা, তুমি বিয়া নকৰোৱাহে ভাল আছিল। সোঁচৰা বেমাৰ যেতিয়া –"

"এতিয়াও আমি বেলেগেহে শোঁও –" চালেহে ক'লে।

ভোলাই আৰু এটা বিড়ি জ্বলাই ক'লে, "চিকিৎসাৰ কাৰণে বহুত টকা লাগিব বুলিছে নহয়? সত্তৰ-আশী টকাই নহ'ব নে?"

"মোৰ হাতত পইচা একেবাৰে নাই –" তলমূৰ কৰি চালেহে ক'লে।

"সেই কাৰণেই এই নেক্‌লেচ্‌ডাল বেচিবলৈ আনিছা নেকি?"

"এৰা, সোনকালে চিকিৎসা নকৰালে, বেমাৰ বেছিহে হৈ যাব বুলি ডাক্তৰে কৈছে।"

"এৰা, আমি দুখীয়া মানুহবোৰৰহে আকৌ এইবোৰ বেমাৰ হয়। পিছে এই নেক্‌লেচ্‌ডাল ক'ত পালা? এইডাল কাৰ?"

"চাবাৰ –"

"চাৰাৰ? মানে– তোমাৰ ঘৰৰ মানুহৰ?"

"এৰা –"

"কি কৰিবা? চাৰা ভাল ছোৱালী, তোমাৰ কাৰণে ডিঙিৰ অলঙ্কাৰ খুলি দিছে।"

উচুপিচ্ কৰি চালেহে ক'লে, "চাৰাই নিজে দিয়া নাই।"

হঠাৎ কঠিন মাতেৰে ভোলাই চিঞৰি উঠিল– "কি নিজে দিয়া নাই। তেন্তে তুমি কেনেকৈ পালা?"

সেপ্ ঢুকি কোনোমতে চালেহে ক'লে, "মই মনে মনে আনিছোঁ। চাৰাই ক'ব নোৱাৰে।"

হঠাৎ ক্রুদ্ধভাৱে ভোলাই গৰ্জি উঠিল।

"কি? ঘৈণীয়েৰৰ ডিঙিৰ মাল চুৰ কৰি আনিছা– বেচিবৰ কাৰণে। লাজ নালাগিল নে? তাতকৈ তোমাৰ বেমাৰ হৈ মৰাও ভাল। ছিঃ ছিঃ, তুমি ইমান বেয়া মানুহ বুলি মই নাভাবিছিলোঁ। তুমি বৰ বেয়া মানুহ, তুমি বৰ বেয়া কাম কৰিলা! ছিঃ ছি!"

ভোলাই যেন চালেহক আঘাতেই কৰিব! সি তলমূৰ কৰি বহি থকা চালেহৰ ফালে চাই ক'লে, "ভাল হ'ল মালটো মোৰ হাতত পৰিল! মই নিজে গৈ তোমাৰ ঘৰত দি আহিমগৈ। বেমাৰ হৈছে হৈছে, পইচা নাই, নাই। সেইবুলি এনেকুৱা নীচ কাম কৰিব পোৱা নে? চাৰাই জানিব পাৰিলে তোমাক কি বুলি ভাবিব? আৰু তোমাৰ বেমাৰৰ কথা, তোমাৰ নিজৰ পৰিবাৰৰ পৰা ইমান দিনে লুকাই ৰাখিছা কিয়? কাহানিবাই কৈ দিব লাগিছিল। ছিঃ ছিঃ!"

চালেহে ক'লে, "এৰা, ক'ম বুলি ভাবিছিলোঁ। পিছে ক'ব নোৱাৰিলোঁ। কিজানি মোক কি ভাবিব?"

"আৰু সেই কাৰণে চুৰ কৰিলা? ইয়াতকৈ মৰাও ভালহে, মৰাও ভাল। মতা মানুহটো হৈ মাইকীৰ ডিঙিৰ গহনা চুৰ কৰি – ছিঃ!"

চালেহৰ ভোলালৈ ভয় লাগিল। ভোলা যেন এটা বৰ শক্তিশালী অইন মানুহ, ভোলাৰ আগত যেন সি থিয় দিছে– এটা অপৰাধী হিচাপে। ক্ষমা বিচাৰিবৰ সাহসো তাৰ হোৱা নাই।

ভোলা বহাৰ পৰা উঠিল। চাবিটো লৈ সি তাৰ টিনৰ সৰু চুটকেছটো খুলিলে আৰু ফটা-ছিটা কাপোৰ-কানিৰ মাজৰ পৰা কেইখনমান ন'ট উলিয়ালে। তাৰ জেপৰ পৰাও সি কেইখনমান ন'ট উলিয়ালে।

"চোৱাচোন, কিমান টকা আছে। বাসত্তৰ টকা থাকিব পায়।"

চুটকেচটো বন্ধ কৰি কৰি– সি নিজকে কোৱাদি ক'লে– "এইখিনি টকাৰেই প্ৰথমে চিকিৎসা আৰম্ভ কৰা, তাৰ পিছত দেখা যাব –"

হতভম্ব হৈ চালেহে ভোলাৰ মুখলৈ চালে। ভোলাৰ কাৰ্যকলাপ যেন সি বুজিব পৰা নাই। এতিয়াও নেক্‌লেছ্‌ডাল ভোলাৰ হাততে আছে। এইখিনি টকাতে সি নেক্‌লেছ্‌ডাল ৰাখি থ'ব খুজিছে নেকি?"

কোনোমতে সি ক'লে, "তোমাৰ টকা –?"

একেই ক্ৰুদ্ধভাৱে ভোলাই ক'লে, "ওঁ মোৰ টকা, কি হ'ল পিছে? কাছাৰীৰ হেড্‌ক্লাৰ্কক ঘোচ দিবলৈ গোটাইছিলো। কেইটকামান মোৰ নিজৰ আৰ্জনৰ টকা, বাকীকেইটকা আজি বাইটিৰ পৰা আনিছিলোঁ।"

"তোমাৰ টকা মোক কেলেই দিছা ভোলা?" করুণভাৱে চালেহে ক'লে।

"এনেই দিয়া নাই– ধাৰলৈ দিছোঁ। আগলৈ কেতিয়াবা ধাৰ মাৰিবা। বেমাৰ ভুগি আছা, তিনি-চাৰিবাৰ মোক লগ পাইছা, তেও এদিনো কোৱা নাই। আজি একেবাৰে আহিছা ঘৈণীয়েৰৰ গহনা বেচিবলৈ! এই মাল মোৰ হাতত থাকিল। মই নিজে গৈ চাৰাৰ হাতত ঘূৰাই দিম। তুমি এই টকাখিনি লোৱা। ফুকন ডাক্তৰক দিবা। ময়ো তেওঁক কম। মোৰ ককাই বুলি ক'লে, তেওঁ বৰ বেছি পইচা নিবিচাৰে। আৰু বিচাৰিলেও, মই আছোঁ।"

ভোলাক তেতিয়াও চালেহৰ ভালকৈ বুজিব নোৱাৰা যেন লাগিল। সি চকু তুলি ভোলাৰ মুখলৈ চালে।

লাহে লাহে মাতটো শান্ত কৰি ভোলাই ক'লে, "এইবোৰ ভাল কাম হোৱা নাই বুজিছা। ময়ো মাজে মাজে অ'ৰ-ত'ৰ চুৰ কৰোঁ নকৰা নহয় –"

"তুমি চুৰ কৰা?" বিস্ময়েৰে চালেহে সুধিলে।

"নহ'লে কেনেকৈ চলিম? এনেই জানো ডাক্তৰৰ লগত আছোঁহি –"

"মানে?"

"মানে আৰু কি –" মাতটো সৰু কৰি ভোলাই ক'লে, "মোৰনো আৰু কোন আছে। মুঠেই বাইটি এজনী, তায়ে মাজে মাজে দহ-পাঁচ টকা দিয়ে। পিছে তাইৰো আকৌ বেমাৰ–"

"বেমাৰ? তেওঁ ক'ত থাকে?"

এইবাৰ ভোলাৰ মাতটো একেবাৰে সৰু হৈ গ'ল। কোনো মতে সি ক'লে, "আজি মই যে গৈছিলোঁ, সেইফালেই থাকে। বেমাৰ বুলি জানো ৰক্ষা আছে! পিছে সেইবোৰ বেমাৰত যিবোৰ বড়ি দাৰাই ডাক্তৰে দিয়ে– সেইবোৰ মই চিনি পাওঁ। মই ডাক্তৰ নাথাকিলে মনে মনে সেইবোৰ বড়ি– দুই-এটা চুৰ কৰি নি বাইটিক দি আহোঁগৈ। আজিও দি আহিলোঁগৈ।"

"বাইদেৱেৰাৰনো কি বেমাৰ?" চালেহে সুধিলে।

"মই ভালকৈ নাজানো। তোমাৰ হোৱাৰ নিচিনাই বেমাৰ– চিফিলিচ্‌ নে কি। কোনোবা মতা মানুহৰ পৰা উঠিল।"

চালেহৰ গোটেই গা শিৰশিৰাই উঠিল, ভোলাৰ বায়েকৰ চিফিলিচ!

"কেতিয়াৰ পৰা বেমাৰ?" অইন একো সুধিবলৈ নাপাই চালেহে সুধিলে।

"ক'ব নোৱাৰোঁ, কেতিয়াৰ পৰা হ'ল। হ'বই– নহ'ব কিয়? মোৰ ক'ৰবাত কিবা ভাল কাম-কাজ এটা হোৱা হ'লে– বাইটিয়ে সেইবোৰ কৰিব নালাগিলহেঁতেন। ভাল কাম এটাৰ কাৰণে কতক খাটিলোঁ, কতক ঘোচ-ঘাচলি দিলোঁ– বাইটিয়ে নিজৰ লৈ এপইচাও নাৰাখি মোৰ হাতত ধন-পইচা দি দিয়ে। কিজানিবা কাৰোবাক দি ভাল কাম এটা পাওঁৱেই। পিছে আমাৰ নিচিনা মানুহে ক'ত ভাল কাম পাম?"

"বাইদেৱেৰাৰ চিকিৎসা নকৰোৱা কেলেই।"

"টকা ক'ত পাম, বহুত টকা লাগে আৰু চিকিৎসা কৰালেনো কি হ'ব? আকৌ বেমাৰ হ'ব –"

"এবাৰ ভাল হ'লে, আকৌ কিয় হ'ব?"

"নহ'ব কেলেই? আকৌ কোনোবা বেমাৰী মতা মানুহ আহিব, ৰক্ষা আছে নে কিবা?"

চালেহে কিবা এটা ভাবিলে, কিবা এটা বুজিবৰ চেষ্টা কৰিলে। তাৰ পিছত লাহে লাহে ক'লে, "বাইদেৱেৰা সেইফালে থাকে নহয়? তেওঁৰ নাম কি?"

"বাইটিৰ নাম? – চম্পা!"

চালেহৰ সমগ্ৰ গা হিম হৈ গ'ল। তাৰ তালু শুকাই গ'ল। চম্পাৰ ভায়েক ভোলা! ভোলাৰ বায়েক চম্পা! চম্পাই চিফিলিচ লৈয়ো দেহা বেচি– ভায়েকে ঘোচ দি ভাল কাম পাবৰ কাৰণে টকা দিয়ে। ভোলাই বায়েকৰ বেমাৰ ভাল কৰিবৰ কাৰণে– ফুকন ডাক্তৰৰ ফাৰ্মেচীৰ দাৱাইৰ বড়ি চুৰ কৰে!

অবোধ্য জগত!

কোনোমতে কিছুপৰৰ মূৰত চালেহে ক'লে, "চম্পা তোমাৰ বায়েৰ?"

"কি কৰিম! আই-বোপাই নাই, ঘৰ-বাৰী নাই, সা-সম্পত্তি নাই, ধন-পইচা নাই, চলিবৰ আৰু কি উপায় আছে? মই ভাল কাম এটা পোৱা হ'লে– বাইটিক তাৰ পৰা লৈ আহিলোহেঁতেন। পিছে তুমিতো দেখিছাই!"

এইবাৰ চালেহ অলপ উত্তেজিত হৈ উঠিল। সি ক'লে, "এয়া টকা তুমি ৰাখা। কিমান কষ্টেৰে অৰ্জা টকা। ইয়াৰে বাইটিয়েৰৰ চিকিৎসা কৰোৱা!"

ভোলাই বৰ শান্তভাৱে ক'লে, "তুমি বুজা নাই। বাইটি আৰু মই – আমাৰ ঘৰ-বাৰীও নাই, আমি দুখীয়া মানুহ। ওপজি ফুৰিছোঁ। এদিন বাইটি মৰি থাকিব, এদিনময়ো ক'ৰবাত মৰি থাকিম। আমাৰ জীয়াই থকা যি, মৰাও সি। তোমালোকৰ কথা সুকীয়া। ঘৰ-বাৰী আছে, পা-পৰিয়াল আছে। তুমি বিয়াও কৰিলা। ঈশ্বৰে কৰিলে তোমাৰ বেমাৰ ভাল হৈ যাব, তোমালোকৰ ল'ৰা-ছোৱালী হ'ব– তুমি আমাৰ কথা নাভাবিবা। এই টকাকেইটা নিয়া, মই অকণো বেয়া নাপাওঁ। ঘোচ দিলেনো কি হ'ব? কামটো যে দিবই তাৰ কি ঠিক আছে?"

ভোলাই যেন তাক বহুত কিবা ক'বলৈ বিচাৰিলে। তাৰ জীৱনৰ কথা, তাৰ বুকুত সামৰি ৰখা– দুখৰ দীঘলীয়া সাধুকথাটো!

চালেহে ক'লে, "চম্পা তোমাৰ বাইদেৱেৰ!"

ভোলাই চালেহৰ মুখলৈ চালে। প্ৰশ্নটোৰ তাৎপৰ্যটো বুজিবৰ চেষ্টা কৰিলে যেন! চালেহে জানো চম্পাক চিনি পায়?

হঠাৎ ভোলা বহাৰ পৰা উঠিল।

"ৰাতি হ'ল। তুমি আৰু পলম নকৰিবা। ঘৰত চিন্তা কৰি থাকিব সকলোৱে। আজি দিনটো তুমি ঘৰত নাই। তুমি– তুমি ঘৰলৈ যোৱাগৈ। আৰু ক'তো নৰ'বা।"

বাধ্যৰ দৰে চালেহ বহাৰ পৰা উঠিল। সি ভোলাৰ মুখলৈ মমডালৰ ক্ষীণ পোহৰতে এবাৰ চালে। ভোলাৰ মুখখন সি বৰ করুণ দেখিলে।

লাহে লাহে ভোলাই ক'লে, "নেক্‌লেচ্‌ডাল লৈ যোৱা, চাৰাক ঘূৰাই দিয়াগৈ। আৰু কোনো কথা নুলুকুৱাবা, চাৰাক সকলো কথা খোলাখুলিকৈ জনাই দিবা– আজিয়েই। নিজৰ ঘৰৰ মানুহজনীৰ পৰা– সুখৰ হওক, দুখৰ হওক, কোনো কথা লুকুৱাব নাপায়। আৰু এই টকাকেইটাও লৈ যোৱা।"

চালেহে নেক্‌লেচ্‌ডাল হাতত ল'লে। তাৰ পিছত স্থিৰ মাতেৰে ক'লে, "মই এতিয়াই যাম ভোলা। চাৰাই যিয়ে ভাবক, আজি মই সকলো কথা চাৰাক কৈ দিম। তুমি ঠিকেই কৈছা– চাৰাৰ পৰা নিজৰ দুখৰ কথা লুকুৱাই ৰাখিম কিয়? ঘিণ কৰিলেও চাৰাইহে ঘিণ কৰিব– কৰক।"

ফুঁ মাৰি মমডাল নুমাই ভোলা আৰু চালেহ দুয়ো ওলাই আহিল। অতপৰে সিহঁত এটা ৰুদ্ধশ্বাস অন্ধকূপত সোমাই আছিল। সদৰ ৰাস্তাত উঠি সিহঁতৰ বৰ মুকলি লাগিল।

দুয়ো লাহে লাহে আগবাঢ়িল।

কিছুদূৰ আহি ভোলাই ক'লে, "বাটত নৰ'বা। গহনাটো হাতত আছে। আজিকালি চোৰ-ডকাইত পিয়াপি দি ফুৰে, সাৱধানে যাবা। মই অলপ আগবঢ়াই দিওঁ বাৰু। তুমি কিন্তু আজিয়ে সকলো কথা কৈ দিবাগৈ। কোনো কথা নুলুকুৱাবা।"

চালেহে একো নামাতিলে। সি অনুভৱ কৰিলে– ভোলা যেন তাৰ জীৱনৰ পৰম আশ্ৰয়। ভোলা থাকিলে তাৰ মৃত্যুলৈকো ভয় নাই!

ঘৰৰ ওচৰলৈকে আগবঢ়াই দি ভোলাই ঘূৰি গ'লগৈ।

## ষোল্ল

ৰাতি তেতিয়া বৰ বেছি হোৱা নাছিল। তথাপি গাওঁখন নিজম পৰিছে। মানুহবোৰ প্ৰায় শুইছে। ডেকা ল'ৰাবোৰে শুব নোৱাৰি জুম পাতি পাতি আলিবাটত কিবা কথা পাতি গুণগুণাই বহি আছে। সমগ্ৰ পৃথিৱীত ফাগুনৰ পৰশ লাগিছে।

পৃথিৱীখনত নতুনৰ নিশ্বাস!

যথা-সম্ভৱ সহজ হ'বৰ চেষ্টা কৰি চালেহ ঘৰৰ ভিতৰলৈ সোমাই গ'ল। নিজকে তাৰ অপৰাধী যেন লাগিলেও দুৰ্বল যেন নালাগিল!

তাৰ মনত গুমৰি থকা অব্যক্ত বেদনাবোৰৰ কথা ভোলাৰ আগত— এৰা, ভোলাৰ আগত প্ৰকাশ কৰি দি তাৰ মনটো আজি বৰ পাতল লাগিল।

তাৰ কোঠালৈ সোমাই সি দেখিলে— চাৰা তাত নাই। হয়তো ৰান্ধনিশালত আছে। সি অলপ পৰ থিয় দি ৰ'ল। এবাৰ জেপত হাত দি চালে নেক্‌লেছ্‌ডাল আছে নে নাই।

সি বহিব খুজিছিল, এনেতে ৰান্ধনিশালৰ পৰা চাৰা সোমাই আহিল।

চালেহে চাৰাৰ ফালে চালে। চাৰাৰ চকু-মুখ অলপ শুকান হৈ আছে। তাই নিশ্চয় এটা চিন্তিত দিন কটালে। কিন্তু চালেহৰ মুখলৈ চোৱাৰ লগে লগে যেন তাইৰ মুখৰ তেজ আৰু প্ৰফুল্লতাখিনি ঘূৰি আহিল।

"চাৰা —" গভীৰ, মৰম লগা মাতেৰে চালেহে মাতিলে।

চাৰাই চাদৰখনৰ আগটোৰে মুখখন মচিলে আৰু চালেহৰ মুখলৈ চাই অকণমান হাঁহিবৰ যত্ন কৰিলে। চালেহৰ মাতটোত তাই এটা নতুন আত্মীয়তাৰ সুৰ শুনিবলৈ পালে।

চাৰাই ক'লে, "ভাত হ'বলৈ অলপ দেৰি আছে। বাইটিৰ আজি আবেলিৰ পৰা গা বেয়া কৰিছে। এতিয়া চাহকে এপিয়লা খাবা নেকি?"

"বৌৰ? কোনোবা আহিছে নে নাই?"

"খবৰ দিছেগৈ ভাত-পানী খাই কোনোবা আহিব। খুৰীটি আহিছে।"

"তুমিও বৌৰ ওচৰতে থাকাগৈ।"

"মই একো নাজানো, থাকিম বাৰু।" অলপ ৰৈ চাৰাই ক'লে, "কালি ৰাতিৰ পৰা ক'ত ঘূৰি ফুৰিছিলা? দিনত ভাত-পানী ক'ত খালা? একো নোখোৱা-নোবোৱাকৈ ঘূৰি ফুৰিলা নহয়? এইদৰে টোপনি খতি কৰি, নাখাই-নবৈ ঘূৰি ফুৰিলেনো মানুহৰ গা ভালে থাকে নে? কেনেকৈ শুকাই-খীণাই আহিছে!"

এবাৰ চাৰাৰ মুখলৈ চাই তলমূৰ কৰি চালেহে ক'লে, "এপিয়লা চাহ দিয়া বাৰু— মই সকলো কম —"

চাৰা ৰান্ধনিশাললৈ গ'ল আৰু এখন পিৰিচত দুখন পিঠা আৰু এপিয়লা চাহ আনি সৰু মেজখনত চালেহৰ আগত দিলে।

একো নকৈ চালেহে চাহখিনি খাই গ'ল।

"এতিয়া আকৌ ক'লৈকো ওলাই নাযাবা, মই ভাত-পানীৰ দিহা কৰোঁগৈ। বাইটিৰ ওচৰতো থাকিব লাগিব।"

চাৰা ওলাই গ'ল, অলপ ৰ'বলৈ ক'ব খুজিও চালেহে ক'ব নোৱাৰিলে।

কিছুপৰৰ মূৰত ভাত বাঢ়ি চাৰাই তাক ভিতৰলৈ মাতি নিলেহি। জেহিৰৰে সৈতে একেলগে বহি সি ভাত খালে। মাজতে জেহিৰে ক'লে, "আজি এমপ্লয়মেণ্ট এক্সচেঞ্জৰ পৰা এখন কাগজ আহিছে– তৌলৈ। কিবা কামৰ কাৰণে ইণ্টাৰভিউলৈ মাতিছে।"

খবৰটো পাই চালেহৰ আনন্দ লাগিল। কিন্তু একো নকৈ সি নীৰৱে ভাত খাই উঠিল।

তামোলখন মুখত দি সি এনেই ক'লে, "বৌৰ গা ভাল নহয় নেকি?"

"ওঁ, চাৰাক ক'বি, পানীৰ কেট্‌লিটো জুইৰ ওপৰত দি থ'ব। নতুন মানুহ, সেইবোৰ কাম নাজানিব। আৰু এতিয়া বৰমাই পেহি আৰু তেতেবীও আহিব। চাৰাই টোপনি খতি কৰিব নালাগে।"

চালেহ কোঠালৈ গুচি আহিল। তাক ইণ্টাৰভিউৰ কাৰণে মাতিছে! হয়তো কামটো পাই যাব এইবাৰ। কিন্তু কাম কৰিবৰ কাৰণে মেডিকেল চাৰ্টিফিকেট নালাগিব জানো?

ৰান্ধনিশাল সামৰি, কণমাইৰ ওচৰত কিছুপৰ থাকি চাৰা যেতিয়া নিজৰ কোঠালৈ আহিল, তেতিয়া দুপৰ ৰাতি। ইতিমধ্যে গাঁৱৰ দুই-চাৰিজনী বয়সস্থা তিৰোতা আহি পৰিছে। সকলোৱে কোৱাতহে চাৰা কণমাইৰ কাষৰ পৰা গুচি আহিছে। তাই নতুন মানুহ, একো নাজানে।

চাৰা বিছনাখনতে বহিল, এবাৰ চালেহৰ মুখলৈ চালে। তাৰ পিছত সৰুকৈ ক'লে, "কিবা সুবিধা কৰিব পাৰিলাগে জানো?"

চালেহে চাৰাৰ মুখলৈ চকু তুলি চালে। "কি চাৰা?"

অলপ হুঁহাৰ নিচিনা কৰি চাৰাই ক'লে, "নেক্‌লেচ্‌ডাল বেচিব পাৰিলা জানো?"

"নেক্‌লেচ্‌ডাল! মানে?"

এইবাৰ চাৰাই হাঁহি দিলে।

"মোৰ কোনোবাদিনা ৰাতি টোপনি আহে নেকি? মই দেখোন দেখিয়ে আছিলোঁ। কি কৰিলাগেনো নেক্‌লেচ্‌ডালেৰে?"

লাজ, অপমানত চালেহ ৰঙা পৰিল। জেপৰ পৰা সি নেক্‌লেচ্‌ডাল উলিয়াই চাৰাৰ হাতত দিলে।

"ঘূৰাই আনিলা কেলেই?" চাৰাই তাৰ চকুলৈ চালে। "মই কিবা নাজানো নৈ, আজিকালি কাম এটা পাবৰ কাৰণে গহীন ভেটি-ভাৰ নিদিলে হয় নে?"

"সেই কাৰণে নহয় চাৰা –"

"কেলেই নিচিলা তেনেহ'লে?"

তলমূৰ কৰি লাহে লাহে চালেহে ক'লে, "মোৰ বৰ বেয়া বেমাৰ হৈছে চাৰা– বিয়াৰ আগতে হ'ল।"

কথাষাৰ শুনি হঠাৎ চাৰাৰ মুখখন শেঁতা পৰি বিবৰ্ণ হৈ গ'ল। তাই উচৰপ্ খাই উঠিল। কিন্তু বহু কষ্টে নিজক সংযত কৰি, তাই সহজ হ'বৰ চেষ্টা কৰিলে। চালেহৰ মুখলৈ চাবলৈ যেন তাইৰ ভয় লাগিল। কিন্তু দুৰ্বলতা প্ৰকাশ নকৰি লঘুভাৱেই– অভিযোগভৰা মাতেৰে চাৰাই চালেহৰ মুখলৈ চাই ক'লে –"

"বেমাৰ হৈছে? বিয়াৰ আগতে হ'ল? মোক কোৱা নাই কেলেই অতদিনে!"

"চিকিৎসা কৰিবলৈ বহুত টকা লাগে। সোঁচৰা বেমাৰ। এজনৰ গাৰ পৰা আইনৰ গালৈ উঠে।"

"এনেকুৱা বেমাৰ হৈছে, তেও আজিলৈকে মোক কোৱা নাই। অকলে অকলে শুকাই-খীণাই ঘূৰি ফুৰিছে! মই তোমাৰ একো নহওঁ নেকি? টকা লাগে? কিমান টকা লাগে?" চাৰাৰ মাতত স্পষ্ট অভিযোগ আৰু উত্তেজনা।

"প্ৰায় আঠ-নশ টকা লাগে। তোমাক ক'লে তুমিনো ক'ৰ পৰা পাবা?"

একো নকৈ চাৰাই গাৰুৰ তলৰ পৰা চাবিকোছা লৈ তাইৰ ডাঙৰ বাচকটো খুলিলে আৰু এটা সৰু বেগৰ পৰা এজাপ দহটকীয়া ন'ট উলিয়াই চালেহৰ আগত থৈ ক'লে, "বোপাইৰ ঘৰৰ পৰা সুদা হাতে আহিছিলোঁ নেকি? এহাজাৰ টকা আছে, তাত উচৰ্‌গাত দিছিল।"

"এহাজাৰ টকা!" বিস্মিতভাৱে চালেহে ক'লে।

"ওঁ, এহাজাৰ টকা। আৰু লাগে যদি আ-অলঙ্কাৰ বেচিলে সাত-আঠ হাজাৰ টকা ওলাব। বেমাৰ পুহি আছা– তেও এদিনো কোৱা নাই। মই বোলোঁ আইছাৰ কথা চিন্তা কৰিহে শুকাই-খীণাই গৈছে দিনে দিনে –"

লাজ, আনন্দ, কৃতজ্ঞতাত চালেহৰ মনটো ভৰি উঠিল।

কোনো মতে সি ক'লে, "বিয়া হোৱাৰ পিছত মই তোমাক কাপোৰ এডোখৰো দিব পৰা নাই চাৰা। এতিয়া আকৌ তোমাৰ উচৰ্‌গাত অনা টকাখিনি?"

"টকানো মোক কেলেই, মৰিলে কফনৰ কাপোৰ এডোখৰ দিবা যেনেনতেনে।"

চালেহে হাত দি চাৰাৰ মুখখন বন্ধ কৰি ধৰিলে– "ছিঃ, কিবোৰ কৈছা চাৰা!"

চালেহৰ হাতখন মুখৰ পৰা একৰাই দুয়ো হাতৰ মাজত লৈ চাৰাই হাঁহি ক'লে, "বেমাৰ হৈছে, বেমাৰনো কাৰ নহয়? তাকে আকৌ মোক নোকোৱাকৈ বাহিৰে বাহিৰে ঘূৰি ফুৰিছে। আজি পিছে কোনে শিকাই দিলে মোৰ আগত ক'বলৈ?"

লাহে লাহে চালেহে ক'লে, "নেক্‌লেচডাল তুমি নজনাকৈ বেচিম বুলি নিছিলোঁ। পিছে ভোলাই গালি পাৰি ঘূৰাই পঠালে। সিয়ে নোকোৱা হ'লে –"

"কোননো ভোলা?"

"টাউনতে থাকে। ঘৰবাৰী, ধন-পইচা একো নাই, পিছে দিল্ আছে। তাৰ বায়েক এজনী আছে চম্পা নামেৰে, তাইৰো বেমাৰ, মোৰে নিচিনা। পিছে আজি ভোলাৰ আগতে নেক্‌লেচ্‌ডাল দেখুওৱাত সি টিকটি-বিক্‌চি উঠিল।

তাৰ পাঁচ পইচা, দহ পইচাকৈ সাঁচা টকা সত্তৰটামান আছিল, তাকে মোৰ হাতত গুজি দি ক'লে, "নেক্‌লেচ্‌ডাল ঘূৰাই লৈ যোৱা আৰু এই টকাকেইটা ডাক্তৰক দি চিকিৎসা আৰম্ভ কৰোৱাগৈ।" বহুত বুজাইহে তাৰ টকাখিনি ননাকৈ আহিলোঁ।"

"নেক্‌লেচ্‌ডাল ভোলাক দি থৈ নাহিলা কেলেই?"

"ভোলাক, নেক্‌লেচডাল?"

"ওঁ, সেইডাল বেচি তাৰ বায়েক চম্পাৰ চিকিৎসা কৰালেহেঁতেন। নহ'লে সিহঁতে টকা ক'ত পাব!"

চালেহে চাৰাৰ মুখলৈ চালে। এই সৰু ছোৱালীজনীৰ ইমান বহল এখন হৃদয় আছে।

চালেহ বহাৰ পৰা উঠি চাৰাৰ কাষলৈ আহিল আৰু চাৰাৰ পিঠিত হাত থৈ বৰ মৰম লগা মাতেৰে ক'লে, "তুমি কিজানি মোক খুব বেয়া মানুহ বুলি ভাবি আছিলা, নহয় চাৰা? ডাক্তৰে কৈছিল— বেয়া বেমাৰ। কেনেবাকৈ তোমাৰ গালৈও যায় বুলি মই আঁতৰে আঁতৰে আছোঁ। তুমি বেয়া পাইছা বুলি বুজোঁ, তথাপি সম্পূৰ্ণ ভাল নোহোৱালৈকে আমি এনেকৈয়ে আঁতৰি থাকিব লাগিব। তুমি ভুল নুবুজিবা দেই সোণ।

চাৰাৰ চকুলৈ লোতক নামি আহিছিল। তাই চালেহৰ বুকুৰ মাজত মূৰটো সুমুৱাই দিলে। চালেহৰ হাতৰ মৰম-কোমল স্পৰ্শ তাইৰ চুলিৰ ওপৰত জীৱনৰ নতুন উত্তাপ যেন উপলব্ধি কৰিলে।

কিছু সময় নিবিড়-তৃপ্তিৰ মাজেদি নীৰৱে কাটি গ'ল।

তাৰ পিছত চালেহৰ বুকুৰ পৰা নিজক মুক্ত কৰি অলপ দুষ্টালিভৰা হাঁহিৰে চাৰাই চালেহৰ মুখলৈ চাই ক'লে— "বিয়াত আইছাক দেখিছিলোঁ। বৰ ধুনীয়া ছোৱালী! পিছে মোক আকৌ বৌ বুলি মাত লগালে, মই ভাবিছিলোঁ বোলোঁ —"

এনেতে সিফালৰ কোঠাৰ পৰা এটি সদ্যজাত শিশুৰ প্ৰথম কান্দোনে ৰাতিৰ নীৰৱতাক মধুৰ আঘাত কৰিলে। চাৰা আৰু চালেহ দুয়ো চঞ্চলভাৱে কাণ দিলে।

টেঁৱা, টেঁৱা, টেঁৱা— এটি ক্ষীণ, কিন্তু সবল কান্দোনৰ ধ্বনি, জীৱন-স্পন্দনৰ সঁহাৰি।

চাৰাৰ চকু দুটা জলমলাই উঠিল। ফুচ্‌ফুচাই তাই চালেহক ক'লে— "উপজিল!"

চালেহে মূৰ দুপিয়ালে।

চালেহে চাৰাৰ আৰু চাৰাই চালেহৰ চকুলৈ গভীৰ আৰু নতুন এটা চাৱনিৰে চালে।

চাৰাৰ জলমলীয়া সৰল চকু দুটাত চালেহে দেখিলে বিনিদ্ৰ কামনাৰ আহ্বান। চকু দুটাই যেন সলজ্জভাৱে চালেহক ক'লে, আমাৰ কোঠাৰ মজিয়াখন চেতনাময় কৰি তুলিবৰ কাৰণেও এটি স্বৰ্গীয় শিশুৰ কান্দোনৰ প্ৰয়োজন আছে।

চাৰাই চালেহৰ চকুলৈ চালে। তাৰ চকুত তাই দেখা পালে তাৰ প্রস্তুতিৰ আশ্বাস আৰু প্রতিশ্রুতি।

চাৰাই অলপ সময় তাৰ চকুলৈ চাই থাকিল—

তাই তাত দেখা পালে জীয়াই থকাৰ নতুন প্রতিজ্ঞা।

ঃ মই জীয়াই থাকিম।

ঃ ভোলা জীয়াই থাকিব।

ঃ আৰু চম্পা –

ঃ চম্পাও জীয়াই থাকিব— মানুহ হৈ, সুন্দৰ হৈ!

চম্পাও নমৰে।

চালেহৰ হাতৰ মুঠিত আজি নগদ এহাজাৰ টকা, – বহুত টকা।

চাৰাৰ উচৰ্গা।

এহাজাৰ টকাৰে দুটা মানুহৰ চিকিৎসা হ'ব, দুটা মানুহ আৰোগ্য হ'ব। হয়তো ইমান টকা নালাগিবও পাৰে!

শিশুটোৰে তেতিয়াও কান্দিছে। তাৰ কান্দোনৰ লগে লগে কণমাইৰ কোঠাটো অন্যান্যৰো মিশ্রিত কথা-বতৰাত আনন্দ মুখৰ হৈ উঠিছে।

"নতুন কেঁচুৱাটোৱে কান্দিছে, মই যাওঁ –" চাৰাই ক'লে।

বেগাবেগিকৈ তাই নিজৰ কোঠাৰ পৰা কণমাইৰ কাষ পালেগৈ।

সদ্যজাত শিশুটিক তাই কোলাত তুলি ল'লে। কেঁচা, নতুন তেজৰ এটা গোন্ধ তাইৰ নাকত লাগিল। গোন্ধটো জীৱনৰ দৰেই পৱিত্র।

শিশুটিয়ে তেতিয়াও কান্দিয়ে থাকিল।

চালেহে থিয় দি থাকি সেইফালে কাণ দিলে। সদ্যজাত শিশুৰ কান্দোনতকৈ মধুৰ আৰু একো নাই— সি অনুভৱ কৰিলে।

সি চোতাললৈ ওলাই আহিল।

তাৰ আনন্দ লাগিল।

* * *

ঘৰখনত—

পৃথিৱীখনত—

এটা নতুন মানুহৰ জন্ম হ'ল।

●●●

# অৰ্পণ

## নৱকান্ত বৰুৱাৰ হাতত

মৰমৰ বৰুৱা,

ফুল নহয়, তৰা নহয়, গান নহয়।— নল বিৰিণা খাগৰি। নল মৰে, (কেতিয়াবা) গজালি ওলায়।

বিৰিণা—বিহু গীতে অমৰ কৰিলে। নহলেনো—বিৰিণা কি কামত আহে? আৰু খাগৰি— একালত কোনোবা কাকতীয়ে কেহুঁৰাজৰ ভুৰুকাত বুৰাই সাঁচিপাত, তুলাপাতত কিবা লেখিছিল খাগৰি কাপেৰে,— কিবা কাহঁব, কিবা প্ৰেম-পীৰিতিৰ কথা।

আজি খাগৰিৰ নামো নাই, দামো নাই। কাম যে নায়েই।

সেই নল বিৰিণা খাগৰি দিছো তোমাক, নৱকান্ত বৰুৱাক, যি বোধিদ্রুমৰ খৰিৰে জুই ধৰি চাহপানী সিজাই খায়, কপিলী পাৰৰ সাধু কয়।

বেয়া নোপোৱা জানো, কিন্তু ভাল যে পাবা কেনেকৈ কম?

মই জানো, কবি হলেও, তুমি ভেকুৰী গছত আঙুৰ গুটি লাগিব বুলি কেতিয়াও আশা নকৰা, আৰু শুকান গদ্যৰ বালি-চাপৰিত ঢলকচিয়াই ফুৰা মালিক কাইটিৰ কাপৰ পৰা ওকণিশিৰাত টঙনিয়ালেও, কবিতাৰ ৰস নোলায় বুলি তুমি ভালকৈ জানা। সান্ত্বনা সেই ফেৰাই।

কেতিয়াবা পদ্যৰ কিতাপ এটা তোমাৰ নামত দিম বুলি পেটে-পেটে ভাবি আছিলো, পিছে সেই ওনা ডেলে। পদ্য নাহে। অহাৰো দিন নাই আৰু।

বীণা, আইনু আৰু জুনুকাই চাঁগে বৰ হাঁহিব তোমাৰ নামত নল বিৰিণা খাগৰি দিয়া দেখি।

তুমিয়েই বা কি ভাবা।

পিছে— জোনৰ পূৰ্ণিমা হ'ব বুলি বাট চাব পাৰি;
জোনাকী পৰুৱাৰ জানো কাহানিবা পূৰ্ণিমা হয়, বা হ'ব?

তোমাৰ
মালিক কাইটি

নাহৰণি গাওঁ,
১৪ শাওণ, ১৯৭৩ চন।

... আৰু সিহঁত আটাইকেউটাই একেলগে আকাশখনৰ ফালে চাইছিল। সিহঁতৰ ভয় লগা নাছিল, চিন্তাহে লাগিছিল; আৰু এই চিন্তা সিহঁতৰ চকুৰে-মুখে ফুটি ওলাইছিল।

আৰু বছৰি বছৰি সিহঁতৰ এনেকুৱা চিন্তা হয়। আৰু সদায় সিহঁতে এনেকৈয়ে আকাশৰ ফালে চায়, আৰু চিন্তা কৰে।

আৰু সিহঁতৰ আজোককাকৰ দিনত আৰু সিহঁতৰ ককাকৰ দিনত আৰু সিহঁতৰ পিতাকৰ দিনতো সিহঁতে এইদৰেই আকাশৰ ফালে চাইছিল, আৰু চিন্তা কৰিছিল।

আহাৰ মাহ।

আহাৰ মাহৰ আকাশখন ইমান উকা হ'ব নেপায়। ডাৱৰবোৰ ক'লৈ গ'ল? যোৱা বছৰ আজিৰ দিনত এইখন আকাশতে বহুত ক'লা মেঘ আছিল। দক্ষিণ আৰু পশ্চিমৰ চুকৰ ফালে গুকম্ গুকমকৈ গাজিছিল। আৰু বিজুলী মাৰিছিল, আৰু তাৰ পিছত উকা আকাশখনৰ বুকুত মেঘবোৰ বহল হৈ বিয়পি পৰিছিল, আৰু তাৰ পিছত হুৰহুৰ কৰে এজাক বৰষুণ আহিছিল। গোটেই ৰাতি বৰষুণ দি আছিল, ৰাতিপুৱাও এৰা নাছিল।

আৰু পথাৰবোৰ পানীৰে চপচপীয়া হৈ পৰিছিল। পুখুৰীবোৰৰ পাৰেদি পানী বাগৰি গৈছিল। কাৱৈ আৰু মাগুৰ মাছবোৰ উজান উঠিছিল।

আৰু বৰষুণতে তিতি তিতি ল'ৰাবোৰে পথাৰৰ আলিত খোকা ঠুহা পাতি ফুৰিছিল, আৰু দনিকণা আৰু ছন্দা মাছ ধৰিছিল। আৰু কোনোবা কোনোবাই মূৰত ভগা জাপি লৈ কুঁজা হৈ মাছ ধৰি ফুৰোঁতে সিহঁতৰ কঁকালৰ তলছোৱা তেনেই তিতিছিল, পিছে সিহঁতে বেয়া পোৱা নাছিল।

আকাশখন উকা হৈ আছে— আজি বাৰ দিন।

কোনোবাই আঙুলিত লেখ কৰি কৈছিল— পোন্ধৰ দিন।

কোনোবাই কৈছিল— তেৰ দিন।

বৰষুণ হোৱা নাই।

সিহঁতৰ মনত লাগিছিল যেন কেইবা বছৰো বৰষুণ হোৱা নাই। গুটিমালীহঁতৰ চোতালখনত ধূলি হৈছিল। উপজি পুৱাৰে পৰা টিকা-ফটা ৰ'দ— বেলি নপৰামানলৈকে। চোতাল শুকাই ধূলিয়ৰি হৈ গৈছে।

গুটিমালীহঁতৰ চোতালখন বৰ বহল আৰু চিকুণ। বনপাত এড়ালো নাই– ফু মাৰি ভাত খাব পাৰি। ৰতন গাওঁবুঢ়াৰ আৰু অইন কাম নাই– ক'ৰবাত দূবৰি কেঞ্জাবন এপাট গজিল কি নগজিল – কোৰখন লৈ তাক শেষ নকৰে মানে বুঢ়াৰ আৰু গা মন শাঁত নপৰে।

আহাৰ মহীয়া চোতালত ধূলি– বৰ ভাল কথা নহয়।

সকলোৰে চিন্তা কৰিছিল, আৰু সকলোৰে উকা আকাশখনৰ ফালে চাই আছিল, আৰু সকলোৰে চকুবোৰ শুকান শুকান হৈছিল।

সিহঁতৰ গাবোৰ ঘাম ঘাম গোন্ধাইছিল। গোহালিৰ গৰুবোৰৰ গাৰ পৰা এক ৰকমৰ গোন্ধ এটা ওলাইছিল। সিহঁতে শুই-বহি ঘাঁহ পাগুলিছিল, আৰু পাগুলা ঘাঁহৰ এটা গোন্ধ গোবৰৰ গোন্ধৰ লগত মিহলি হৈ বতাহৰ লগত উৰি আহিছিল।

আৰু কেইবাদিনো এজাকো বতাহ বলা নাছিল। বতৰটো বৰ গুলুম্ মাৰি আছিল, গৰমত মানুহবোৰে চাটি-ফুটি কৰিছিল।

আৰু আজি গধূলিৰ পৰা অকণ অকণকৈ বতাহ মাৰিবলৈ লৈছে। পিছে জান-নেজান। গৰম কমাব পৰা নাই। অকণমান শাঁত পেলাইছে।

বতাহজাক ডাঙৰকৈ অহা হ'লে বৰষুণ আহিলহেঁতেন– সিহঁতে কৈছিল।

আৰু বৰষুণ নাহিলেও অলপ শাঁত পৰিলেহেঁতেন, মানুহ-দুনুহ শুব পাৰিলেহেঁতেন, – সিহঁতে কৈছিল।

আৰু সিহঁতে কৈছিল– এনেকৈ কেইবাদিনো বতাহ-বৰষুণ নহাকৈ থকাৰ পিছত বতাহ আহিলে ধুমুহাহে হয়।

সিহঁতে শুকান চকুৰে আকাশৰ ফালে চাই আছিল।

– জোন ওলাবৰ আঠ দিন হ'ল।

– ন দিন।

– নহয়, আঠ দিন। সোঁ বাৰেহে দ্বিতীয়া লাগিছিল।

– হ'লেও ভাল জোনাক হৈছে দেই।

– আহাৰ মহীয়া এনেকুৱা ফৰিংফুটা জোনাক ভাল নহয় দেই। যেতিয়াৰ যি। আহাৰ মহীয়া আকাশত মেঘ থাকিব লাগে, জোন নহ'লেও হয়।

আৰু সেই কাৰণেই সিহঁতৰ বেয়া লাগিছিল আৰু সিহঁতে বেজাৰ মনেৰে আকাশখনৰ ফালে চাইছিল।

জোনাক বেয়া নেলাগে সঁচা। আহাৰ মহীয়া এনেকুৱা জোনাক বৰ ভাল কথা নহয়।

– কাৰোবাৰ কাৰোবাৰ হাল খতি হৈছেই।

আৰু কাৰোবাৰ কাৰোবাৰ আৰু দুই-চাৰি দিনতে হাল খতি হ'ব।

সমাৰ বাই থোৱা, সিৰুলুবাই থোৱা মাটিবোৰ শুকাই কৰ্‌কৰীয়া মাৰিছে, নোৰোৱা মাটি বতা পৰিয়ে আছে।

পিছে মাটি সাকৰা, পলসুৱা, এটা ঢলতে মাটি আকৌ ফচ্‌ফচীয়া হৈ যাব।

হাল খতিটো বৰ ডাঙৰ কথা নহয়। বৰষুণ নিদিয়াটোহে ডাঙৰ কথা।

পাৰিঘোৰা কঠীয়াবোৰ তেনেই ৰঙা পৰি গৈছে। দুই-এদিনতে যদি বৰষুণ নহয় সিহঁতে গা কৰিব নোৱাৰিব আৰু। কঠীয়াইহে খেতি। আৰু এইকেইদিনতে কঠীয়া নেপাৰিলে কঠীয়াও শেহতীয়া হৈ যাব। কঠীয়া শেহ হ'লে খেতি শেহ হ'ব।

কঠীয়াইহে খেতি।

ৰমাইহঁতৰ কঠীয়া পাৰি হ'ল– মাটি তাকৰীয়া।

যোগেনহঁতৰ আধা-আধিহে হৈছে। গৰুত বল নাই।

সৰবাহতৰো পাৰিবলৈ আছে তেনেই। মানুহটো সোৰোপা, মেল মাৰি ফুৰে, ঘৰত তামোল পুলি এটা কই নলয়, লোকৰ ঘৰ ঘৰে তামোল বিচাৰি খাই ফুৰিব। ইমান দুহালিচা মাটিৰ বৰীখনত কলপুলি এটা নাই। সৰবাই হালখন হ'লে বৰ ভাল বায়, একে চাহতে মাটি মৰি যায়। বাপেক ভাল খেতিয়ক আছিল।

পুহাইহঁতৰ আটাইবোৰ মাটি বৰ-বিলৰ পাৰত– দ-পলসুৱা। সেইবোৰৰ কঠীয়া শাওণত পাৰিব লাগে। ভাদৰ পৰাহে ৰোৱা আৰম্ভ কৰা হয়। সেইবোৰে ভঁৰাল-বন্ধা মাটি। অইনৰ দুপুৰা, পুহাইহঁতৰ এপুৰা।

কণমইনাৰ নিজৰ বুলিবলৈ মাটি নায়েই। বাপেক থাকোতে আগ ডোখৰত আৰ-তাৰ লগত মোকৰ্দমা কৰি কৰি মাটি বেচি, বন্ধক দি উকৰালে, যি দুই-এডৰা আছিল বুঢ়া কালত বেমাৰী হৈ বেজ-কবিৰাজক দিবলৈ, আৰু দাৰাই কিনিবলৈ বেচি শেষ কৰিলে, আৰু এতিয়া কণমইনাটোৱে লোকৰ ঘৰত হালোৱা সোমাই কোনোমতে পেট পুহিছে। ইপিনে, ল'ৰা-ছোৱালীও পাঁচোটা, মতা-মাইকী হলেই আজুৰি কোনোমতে লঘোণ নপৰাকৈ আছে। ঘীৰতী গাই তিনিজনী লখিমী; গাখীৰ পাঁচ সেৰ ওলায়, তাকে বেচে। লোণ-তেলৰ খৰচ ডলিয়ায়। দুখীয়া যদিও সি মানুহটো বৰ ৰঙিয়াল, সদায় হাঁহি-মাতি ফূৰ্তিত থাকে। গাঁৱৰ সকলোৱে তাক ভাল পায়। সি য'ত থাকে হাঁহি খিকিন্দালিৰে ৰজনজনা হৈ থাকে। গাঁৱৰ গহীন গাওঁবুঢ়াৰ নিচিনা মানুহেও কণমইনাৰ ভাও-ভেৰাকুটিত হাঁহি হাঁহি ৰাগৰি পৰে।

কণমইনাক দেখিলেই গাঁৱৰ জীয়ৰী বোৱৰী আঁতৰতে পলায়। সি সকলোকে জোকায়, মুখত যি আহে তাকে কয়। তাক দেখিলে বোৱৰীবোৰে মূৰত দীঘল ওৰণি লয়।

– আহিল আৰু জহ্নীত যোৱাটো– মৰাটো কটা।

– হতশ্ৰী হোৱাটোৰ লাজবিজো নাই অ'।

সকলোৱে ভোৰ-ভোৰায়, সকলোৱে হাঁহে, সিও হাঁহে। শাও খাই হাঁহে, গালি খাই হাঁহে, এনেয়ে হাঁহে।

বৰবিলৰ পৰা বা মৌজুৰি নৈৰ পৰা পানী আনিবলৈ যোৱা গাভৰুবোৰকো সি জোকায়, আৰু শাও-গালি খায়।

— আমাৰজনী নথকা হ'লে তইঁতকেইজনীকে নি চপাই ল'লোহেঁতেন, পিছে আমাৰজনীক দেখিছ, চাষে পাঁচোটাৰ মাক, তইঁতে জোৰ পাৱনে ফেঁচীহঁত—

সিহঁতে মুখটিপি হাঁহে আৰু খঙে-লাজে ৰঙে মিহলাই কয়, "তোৰ নিচিনাটোলে যাবলৈ নেপাইহে মৰিছো— নিলাজৰ সঁচ, লাজো নাই, চুপতি মাৰিবলৈ।"

চুপতি নির্দোষ, যিমান বেয়া চুপতিয়েই হওক— দায়-জগৰ নেলাগে, চুপতি চুপতিয়েই।

বিয়া নোহোৱা গাভৰু ছোৱালীক বিয়াৰ কথা কোৱাটোৱেই লাজৰ কথা। গাল মুখ ৰঙা পৰে, বুকুৰ ভিতৰখন ধপধপায়, ধৰফৰায়, ডিঙি শুকায়, গাটো ৰাইজাই কৰে, মনৰ ভিতৰটোত চ'তৰ বতাহ বলে।

বৰষুণ এনেকৈ নোহোৱা দেখি কণমইনাৰো চিন্তা হৈছে। দেশখনত খেতিখোলা নহ'লে আমাৰো মৰণৰ দশা হ'ব।

গাওঁখনেই দেশখন।

মৌজুৰিত পানী আছে, বৰবিলতো পানী আছে, ৰতন গাওঁবুঢ়াৰ বৰ পুখুৰীটোতো পানী আছে। আৰু অইন অইন কাৰোবাৰ পুখুৰীতো পানী আছে।

ৰোৱতী পথাৰবোৰত পানী নাই। মেঘেই কিৰিষি, সাতাম পুৰুষৰ পৰা আহাৰ-শাওণত বৰষুণ দিছে। মাটি জীপাল কৰিছে, ৰসাল কৰিছে। পলসুৱা মাটিৰ জীৱন মেঘ।

আহাৰ-শাওণত যিখন চোতালত বোকাপানী নহ'ল সেইখন কিহৰ গাওঁ, ভাদমহীয়া যি ঘৰত চালে নুৰুখিলে, সেইখন কিহৰ ঘৰ, গৰু-বিহুৰ দিনা গৰু গা ধুৱাবলৈ চ'ত-বহাগৰ দোমোজাত যদি নতুন ঢলৰ পানী অকণ নহ'ল, সেই বছৰ কিহৰ খেতি? কাতি বিহুৰ দিনা যদি কিন্‌কিনীয়া বৰষুণ ধানৰ আগ নিতিতিল, লখিমী আহিল বুলি ক'বা কেনেকৈ?

আৰু সেই তাহানি কালৰে আজো-আজোককাৰ দিনৰ পৰা চলি অহা কথা— যদি বৰষে মাঘৰ শেষ, ধন্য ৰজা পুণ্য দেশ। ...

প্ৰতিটো মাহত ৰ'দে পিথপি শুকুৱাই, মেঘে তিয়ায়। কেইদিনমান খৰ মাৰি বৰষুণ-বাদল নহ'লে, আকাশৰ ফালে চাই বনপাতেও কান্দে। মাছ মগৰেও কান্দে, পানী পিয়ায়ো বিনায়।

বৰষুণ নহ'লে গা পোৰে, মন পোৰে, বুকু ধৰফৰায়।

আজি এঘাৰ-বাৰ দিন বৰষুণ নাই। আহাৰমহীয়া আকাশখন আঘোণ মহীয়া আকাশখন যেন শূইন,— মেঘ নাই।

বাৰ দিন নহয়, যেন বাৰ বছৰহে বৰষুণ নাই।

আৰু কাইলৈকে বৰষুণ হওকচোন, দুদিন ধাৰাসাৰে বৰষুণ দিয়কচোন, বৰষুণঔ বৰষুণঔ কৈ চিঞৰি থকা মানুহখনেই আকৌ চিঞৰিব— কিমান নো বৰষুণ

দিয়ে জানো! মেঘৰ পেট ফুটিল হ'বলা। বাট-পথ গেলিল। কেতিয়াকেনো ৰ'দ এচেৰেঙা দেখো জানো?

বৰষুণৰ পিছত ৰ'দ, ৰ'দৰ পিছত বৰষুণ— নহ'লে দিন নেযায়, ৰাতি নুপুৱায়। জীৱন আগ নেবাঢ়ে।

খৰ মাৰক, চ'ত মহীয়া মাৰক, জেঠ মহীয়া মাৰক; আহাৰ মহীয়া এনেকুৱা খৰ হ'লে অমঙ্গলৰ চিন।

সিহঁতে আকাশখনৰ ফালেই চাই থাকে আৰু আলচে। আজিও হ'ব বুলি বৰ আশা নাই।

শেহ ৰাতিলৈ হ'বঁগেও পাৰে।

ভেকুলী-বিয়া পাতিলে একা? বাঘধেনু বজাবলৈ ল'ৰাবোৰক লগাই দিবলগীয়া হ'ল। আৰু তেওঁজৰ বছৰ, নে তাৰ আগৰ বছৰ মনত নাই— বৰষুণ যে নাহিছিল। বাঘধেনু বজালত ৰাতিলৈ দোপাল-পিতা বৰষুণ যে আহিছিল।

পাতলীয়া বাঁহৰ চেচু এছটা ৰছী এডালৰ মূৰত বান্ধি থৰকৈ ঘূৰালে গোঁ গোঁ মাত এটা দিয়ে— সেয়ে বাঘধেনু। বাঘধেনু বজালে বৰষুণ দিয়ে।

নেপায় জানিছ, যেতিয়া আহিবলগীয়া আছে বৰষুণ এনেয়ে আহিব। এইবোৰ কিবাকিবি কৰি বৰষুণ দিওৱাটো ভাল কথা নহয়। ঈশ্বৰৰ লগত ফেৰ মাৰিব নেপায়।

ঈশ্বৰলৈ মনে মনে সকলোৰে ভয়। সেই তাহানি কালৰ মানুহৰ যিটো ভয় আছিল, সেইটো ভয় আজিও যোৱা নাই। মানুহে বহুত কৰিছে, সেই বুলি ৰ'দ-বৰষুণক কিবা কৰিব পাৰিছেনেকি? আনো বুলি বৰষুণ এজাক কোনে অনাব পাৰে? দে বুলি ৰ'দ এজাক কোনে দিয়াব পাৰে? ঈশ্বৰেহে পাৰে।

ভেকুলী-বিয়া পতাও বেয়া।

বাঘধেনু বজোৱাও বেয়া।

এইবোৰ আলচ-বিলচ কৰাও ভাল নহয়।

ঈশ্বৰে নিদিও বুলিলে কোনে দিয়াব পাৰে?

মানুহ অসহায়।

সকলো ঈশ্বৰৰ ইচ্ছা, তুমি আমি কি কৰিব পাৰো?

আৰু আজি নহয় কাইলৈ, কাইলৈ নহয় পৰহিলৈ, বৰষুণ নাহি থাকিবনে? ঈশ্বৰে পিথপিখনক পুৰি নেমাৰে।

সিহঁতে আকাশৰ ফালে চাই থাকে।

তিনিকুৰিয়েই নে চাৰিকুৰিয়েই কাৰো মনত নাই। এশও হ'ব পাৰে। দহোটা বছৰৰ কথাই সাধুকথা হয়। চাৰিকুৰি বছৰো বহুত দিন।

তেতিয়া— সেই চাৰিকুৰিনে এশ বছৰৰ আগতে বহ্মপুত্ৰখন এই পিনেদি বৈছিল— এই ব'ত এতিয়া মৌজুৰি গাওঁখন আছে এই পিনেদি।

পাৰ ভাঙি ভাঙি, গৰা খহাই খহাই আহি আছিল, আহি আছিল– দখিণৰ ফালে; তাৰ পিছত এবৈছা বৈ গ'ল, আৰু দখিণলৈ নহা হ'ল, থমক মাৰিলে– এবছৰ, দুবছৰ তিনি বছৰ। একেটা বাটেদিয়ে বৰ্হম্‌পুত্ৰ ব'লে।

তাৰ পিছত জানো তেওঁৰ কি মন গ'ল, আকৌ উত্তৰলৈ বাগৰ সলালে। বছৰি বছৰি আঁতৰি গৈ গৈ এতিয়া মৌজুৰিৰ পৰা কোনোবাখন পালেগৈ।

আগে হেনো বৰবিলখন নাছিল, বৰ্হম্‌পুত্ৰৰ মৰিসুঁতি এটাই পিছত বৰবিল হ'ল। বৰবিল তাহানি বৰনৈ এই পিনে যোৱাৰ সাক্ষী।

মানুহৰ মনে নৈৰ সোঁতে একে– কেতিয়া কোনফালে বয়, কেতিয়া কাৰ ওচৰ চাপে, কেতিয়া ক'লৈ আঁতৰি যায় কোনেও নেজানে।

জাৰকালি জুইত কেঁচা খৰি দিলে ধোঁৱায়। ধোঁৱাবোৰ চকুত নেলাগিবলৈ ওচৰত জুই ফুৰাই থকা ল'ৰা-বুঢ়াই বহাতে বহি থাকি, চকু-কাণ মুদি ওপৰ ডোখৰ ধোঁৱাৰ পৰা নিলগাবলৈ এবাৰ ইফালে এবাৰ সিফালে বেঁকা কৰে। ধোঁৱা পোন হ'লে জুই ফুৰাওতাহঁতো পোন হয়।

বৰহ্‌পুত্ৰৰ পাৰৰ মানুহবো একে কথা। নৈ যদি গাৰ কাষ চাপি আহে, মানুহ আঁতৰি আহে। আকৌ নৈ যেতিয়া যিপিনে আঁতৰি যায়, মানুহো আকৌ সেইপিনে আগবাঢ়ি যায়। নৈপৰীয়া মানুহ সদায় অথৰী– নৈৰ পাৰেই ভেটি, নৈৰ গৰাই ঘৰ। নৈপৰীয়া মানুহে নৈৰ লগতে খোজ দিয়ে, নৈৰ লগতে নাচে। নৈয়ে সিহঁতক নেৰে, সিহঁতে নৈক নেৰে।

পিছে তিনিকুৰি– নে চাৰিকুৰি বছৰৰ আগতে বৰ্হম্‌পুত্ৰই পেলোৱা ওখ বালিচাপৰিত এদিন আহি এঘৰ-দুঘৰকৈ মানুহে বহা সাজিবলৈ লৈছিল, তাৰ পিছত অকণমান বাৰী পাতিছিল, তাৰ পিছত নৈ আৰু সতকাই এই পিনে নাহিব বুলি ধৰিলে দুই-একে নিগাজী ঘৰ-বাৰী পাতিছিল।

বৰহম্‌পুত্ৰ আঁতৰি গৈছে যদিও, বৰবিল আছে, আৰু গাওঁখনৰ মাজেদি মৌজুৰি নৈখনো বৈছে।

লুইতো দুখোজৰ বাট। ৰিংটো মাৰিলে শুনি। লুইত আঁতৰি গ'লেও মৌজুৰি গাঁৱৰ মানুহ আঁতৰি যোৱা নাই। এবাৰ যি নৈপৰীয়া জীৱনৰ সোৱাদ পাইছে সি আৰু আঁতৰি যাব ক'লৈ?

এঘৰ আহিল।

দুঘৰ আহিল।

তিনিঘৰ আহিল।

মানুহ বহিল। পাম হ'ল, গাওঁ হ'ল, দূৰণিৰ পৰা অহা পমুৱাহঁতে এদিন-দুদিনকৈ মৌজুৰিৰ মাটিপানীৰ লগত মিতিৰ পাতিলে আৰু তাৰ পিছত দূৰণিত এৰি অহা আগৰ মিতিৰ-কুটুমৰ লগত সম্বধ কমি আহিল আৰু আহ-যাহ সেৰেঙা হৈ আহিল, আৰু পাছৰ পাইলে নোহোৱাই হৈ আহিল।

মৌজুৰি নৈৰ পাৰত এখন নতুন গাওঁ হ'ল— মৌজুৰি গাওঁ। এই নাম কোনে কেতিয়া দিলে কোনোৱে ক'ব নোৱাৰে।

প্ৰথমে প্ৰথমে যেয়ে য'তে অকণ মুকলি উদং মাটি পায়, তাতে ঘৰ সাজিছিল। অ'ত এঘৰ ত'ত এঘৰ— পিছলৈ পিছলৈ ইটো-সিটো আহি আহি পৰিয়াল বহল হ'ল। পিছে লুইতৰ চাপৰিত মাটিৰ আকাল নাই।

আৰু বিৰিণাবনি ভাঙিব পাৰিলেই হ'ল। কোনো কাহানিও মানুহৰ ভৰিখোজ নপৰা কুমাৰী মাটিয়ে হাত মেলি মোৰ বুলি বুকুত সুমুৱাই লয়।

বাঘ বনৰজা মাজে মাজে ওলায়, জাক শিয়ালে বালি চাপৰিত গাত খ'দ লৈ নিৰভয়ে শুই থাকে। কেতিয়াবা মৌজুৰিৰ দ ঘুলিত শিহু ঘঁৰিয়ালো ওলায়। তদুপৰি বুঢ়া শিমলু জোপাত দেখদেখকৈ তিনিজনা বুঢ়া ডাওৰীয়া আছে।

বৰবিলৰ জলকুঁৱৰীজনাকো কেতিয়াবা ভৰ দুপৰীয়া গা ধুই থকা কোনোবা কোনোবাই দেখিছে।

আৰু মৌজুৰি মুখৰ ফালে যে হাবিডোখৰ আছে— তাত যখিনী আৰু খেতৰে দিনতে টকালি পাৰি বাগৰি ফুৰে। ভয়তে অকলে তাঁলৈ কোনো নেযায়। আৰু তাৰ ওচৰৰে কোনোবা এঠাইত আৱিমত ৰজাৰ সাত কলহ সোণ মাটিৰ তলত পোত গৈ আছে। কেতিয়াবা মেঘ-বৰষুণৰ ৰাতি তাত ধনগুলৈৰ জুয়ে নাচি ফুৰে।

ৰাতি ফেঁচাই চিঞৰে; দূৰে দূৰে হুদুৱেও চিঞৰে, ফেঁউৰাৰ ফেউ-ফেউত ল'ৰা-ছোৱালী নিতাল মাৰে। কালিকা লগা মচোৰাগোম পিয়াপি দি ফুৰে। কোনেও দেখা নাই যদিও, অজগৰো কেইবাজনাও আছে। গৰু পোৱালি, ছাগলী পোৱালি ধৰি খায়।

ৰতন গাওঁবুঢ়াৰ আজোককাক যেতিয়া আহিছিল তেতিয়া হেনো সোঁ-শৰীৰে আঠ হাত নহাত ওখ দত আৰু বাঁক লগ পাইছিল— গাটোহতে কিচ্ কিচ্ কৰে ক'লা, চকুবোৰ টেলেকা টেলেক্, জল্মলাই থাকে। গোটেই গাতে ভালুকৰ নোমৰ লেখীয়া নোম, কোৰ যেন একোচলা দাঁত, জটলা চুলি।

আৰু বৰবিলত ম'হুযখ এতিয়াও আছে। কেতিয়াবা বৰ বৰ মতা ম'হ একে ঢকাই মাৰি পেলাই দিয়ে।

পিছে মহ ডাঁহ কম, ক'ৰবাতহে টেকেলীয়া কোদো আছে। নোজোকালে কাকো একো নকৰে।

এই সকলোকে লৈ মৌজুৰি গাওঁ।

ইয়াৰ মানুহবোৰ যেন মাটি ফুটি ওলোৱা, মানুহবোৰ যেন গছ— সাৰুৱা মাটিত গুটি পৰি পৰি ইয়াতে গজিছে, বাঢ়িছে, বুঢ়া হৈছে আৰু মৰিছে।

ৰাই-ৰই নাই, খকা-খুন্দা নাই।

এটা সৰু দ্বীপ, এখন অকণমান জগত। এটা ইঁহিৰ সমান মিঠা, এটোপাল চকুপানীৰ সমান বেথা লগা।

চৰকা, ঢকাডিঙৰা, গ্ৰহণীত নমৰিলে গৰুবোৰ দলে দলে উঠে, আৰু ছাগলী-পোৱালিকেইটা শিয়ালে নিলে গণনা কৰি উলিওৱাটো অঙ্ক জনা পণ্ডিতৰ কাম। উমনি দিয়া কণীতকৈ হাঁহ পোৱালি কেনেকৈ সৰহ জগে— সেইটো কোনেও বুজি নোপোৱা সাঁথৰ। "লেখি লেখি মই ডেৰকুৰি কণী উমনি দিছিলো, কেনেকৈ একুৰি পোন্ধৰটা পোৱালি জগিল কেনেকৈ জানিম?"

— হেৰ, কিজানিবা লেখোতে কণী কমকৈ লেখিছিলি!

— হেৰ, কিজানিবা লেখোতে পোৱালি বেছিকৈ লেখিছ?

— হেৰ, কিজানি ...

— ওঁহো।

মৌজুৰি গাঁৱত ডেৰকুৰি কণীৰ দুকুৰি পোৱালি জগে!

আৰুবেলি অনিৰামে ভাদৰ ঢলত চোতালৰ আগত ধৰা বৰালি মাছটো ভীমকলৰ গুৰিডাল যেন আছিল।

আৰু তেওঁজৰ বছৰ গেঠুহঁতে বাৰী ঢাপৰ খাল সিচি পাঁচশ সোতৰটা বোন্দা মাগুৰ পাইছিল, তিনি ভাৰ হৈছিল।

তাৰ আগৰ বছৰ ভাদৈয়ে চিটিকা পাতি একেবাৰতে সাতজনী ডাউক ধৰিছিল।

— সাতজনী নে?

— ওঁ সাতজনী।

— হেৰ একেখন চিটিকাতে সাতজনী ডাউক কেনেকৈ ধৰিলে?

— মই কেনেকৈ জানিম? ভাদৈকে সুধিবি। তাই কিবা মৰিছেনে?

কথা কথা। সাজি কোৱা কথাও কথা। অলপ বঢ়া টুটা হ'বই। আচল কথাত ডাল-পাত জোৰা দিলেই সাধুকথা হয়। মৌজুৰি গাওঁ সাধুকথাৰ গাওঁ। ওপজাৰ পৰা মাটিত পিঠি নিদিয়ালৈকে দেহাৰ খাটনি আছেই আৰু, পিছে মনটোক কিহে বান্ধিব? মন পাখী লগা ঘোঁৰা— উৰো বুলিলে তাক কোনে ধৰি ৰাখিব? মন মৌজুৰি নৈ— বৈয়ে থাকে— ছেদ নাই, জিৰণি নাই। কোনে ভেটিব? মন আহিনৰ আকাশ— পিথপি জুৰি আছে, ক'ৰ পৰা ক'লৈকে আছে কোনে ভেদ পায়?

মৌজুৰিত মনবোৰৰ পাখী গজে, পুৰা-গধূলিৰ সঁচা কথাবোৰ সাধুকথা হয়। নোহোৱা-নোপোজা সাধুকথাবোৰ চিনাকি চিনাকি সঁচা কথা হয়। সাধুকথাৰ বুকতে উপজি, সাধুকথাৰ ছাঁতে ডাঙৰ-দীঘল হৈ সাধুকথাৰ কোলাতে মানুহবোৰ মৰে। মৰি সাধুকথা হয়।

গাওঁখনৰ ভিতৰত আটাইতকৈ বুঢ়াজন হ'ল ব্ৰহ্মপুত্ৰৰ আলৰ বুঢ়া, আজোককাইতৰ আজোককাতকৈও বয়সত ডাঙৰ। ব্ৰহ্মপুত্ৰ কেতিয়া যে উপজিছিল কোনেও নেজানে। আছে, আছে আৰু আছেই। বাৰিষা হওক, খৰালি হওক, জাৰ হওক, জহ হওক, ব্ৰহ্মপুত্ৰ আছেই। কেতিয়াৰ পৰা আছে কোনোৱাই ক'ব পাৰে নেকি?

আৰু তাৰ পিছতে বুঢ়া হ'ল বৰবিল। বৰবিল ৰহ্মপুত্ৰৰ বৰ জীয়েক, বাপেক গুচি গ'ল, কিবা পেচ লাগি বৰবিল বাপেকৰ লগত নগ'ল, মৌজুৰিক ভাল পায় দেখিয়ে হ'বলা ইয়াতে ৰৈ গ'ল। বঢ়াও নাই, টুটাও নাই, আছে আৰু আছেই। কাৰোবাৰ লগত বিয়া হ'ম বুলি বৰবিল ফুলাম চেলেং পিন্ধি সাজি-কাচি ওলাইছিল। খোপাত পদুম ফুল, ভেট ফুল পিন্ধিছিল, পিছে খোপাৰ ফুল খোপাতে থাকিল। বৰবিলক নিনিলে। নে নেযাওঁ বুলিয়ে ক'লে? ঠেহ পাতি ইয়াতে থাকি গ'ল, তেতিয়াৰ পৰা আৰ্জিলেকে আৰু কোনেও লৰচৰ কৰাব নোৱাৰিলে।

বৰবিল আলৰ বুঢ়ী, গাঁৱৰ জোনাকী বুঢ়ীৰ বুঢ়ী-মাকতকৈও বুঢ়ী, কেইলাখ, কেই কুটি বছৰ হৈছে কোনে ক'ব পাৰিব?

বৰবিল পিছে গাভৰু হৈয়ে আছে। তেনেই গাত বিহালোৱা গাভৰু।

জোনাকী বুঢ়ীও কম বুঢ়ী হোৱা নাই। মুখখন পূৰ্ণিমাৰ জোনটো যেন আছিল দেখি মানুহে নাম দিছিল জোনাকী। মৌজুৰি গাঁৱৰ সকলো জোনাকীৰ নাতিপুতি।

কোনোবাই বোলে আই।

কোনোবাই বোলে বুকৰ আই।

কোনোবাই বোলে বুঢ়ী আই।

কোনোবাই বোলে আইতা।

আইতা এতিয়াও টক্‌টকীয়া! অলপ কঁকাল পৰিছে, ধেনুভিৰীয়া হৈছে। সেই বুলি কোনো ৰোগ-ব্যাধি নাই। এতিয়া মতাচামৰ ভিতৰত যইগু বুঢ়াই বয়সত আটাইতকৈ বুঢ়া। গাঁৱৰ হিচাপত এশ পাঁচ কি দহ বছৰ হ'ল।

"– হেৰ', কাৰ কথা কলি, যইগুৰ? কিনো বহ হৈছে অ' তাৰ, মোৰ কোলাত মুতি' মুতি ডাঙৰ হোৱা ল'ৰা যইগু, সকতে বৰ থোপোকাটো আছিল। তাৰ থুঁতৰিৰ তলতে মাহ এটা আছিল, চাবিহকচোন এতিয়াও থাকিব পায়। তাৰো হেনো আকৌ কঁকালৰ বিষ, হেৰ' লাজ নেলাগেনে ক'বলৈ? ল'ৰা মানুহৰো আকউ কঁকালৰ বিষ! থুইক্ কটা।

পিছে জোনাকী বুঢ়ীয়ে থুইক্ কটা কৰিলেও, যইগুও বুঢ়া হৈছে। এশৰ ওপৰ হ'ল। ভালেই আছিল; নামঘৰৰ কাৰণে খুঁটাৰ কাঠ কাটিবলৈ যাওঁতে মৌজুৰি হাবিত কঁকালটো কেৰেচ্ কৰিছিল। মনত কিবা কুভাব আছিল চাগে। বুঢ়া বুলি কিবা দায়জগৰ লগালেও গঞা ৰাইজে থেমিব, অৰইনৰ দেৱতাই সহি থাকিব নেকি? যইগু বুঢ়া পৰা নাই সঁচা, পিছে বহুত দমিল দেই!

গাওঁখনৰ ভিতৰৰ আৰু এজন বুঢ়া হ'ল বকুলতলা বৰ নামঘৰটো। কোনো কোনোৰ মতে মৌজুৰিলৈ মানুহ অহাৰ আগৰে পৰা বৰ নামঘৰটো ইয়াত আছে। কেনেকৈ আছে সেইটো জানিব খুজিব নেপায়। বৰ নামঘৰৰ বৰখুঁটাকেটাৰ কথা নজনা মানুহ নাই। বিয়াগোম বিয়াগোম বুঢ়া কঁঠাল গছ কাটি নামঘৰৰ বৰখুঁটা সাজিছিল। কণ বাঁঢ়েৰ নাম গাঁৱত অজৰ অমৰ। ফুলচটি, ভমৰা সকলো কণ বাঁঢ়েয়ে

নিজ হাতে কাটিছিল। আৰু বৰ খুঁটাকেটাত যে ফুল কটা আছে সেইয়াও হেনো কণ বাঁঢ়েয়েই কটা। বাঁঢ়ে নহয়, বিচ্‌ছু কৰ্‌মা। কাঠত একোপাহ পদুম কাটি থৈছে চালে চাই থাকিবৰ মন যায়। আৰু বাঁহী বজাই থকা কিচ্‌ন যে কাটি থৈছে, সাইলাথ যেন গোঁসায়ে বাঁহীহে বজাই আছে।

কণ বাঁঢ়ে মৰিবৰ আঢ়ে কুৰি বছৰ হ'ল। হ'লেও সেইবোৰ মানুহ নমৰে।

আৰু সোণাৰু কাঠৰ মুঢ়াটো কাটি যে গৰুড়জনা সাজিছিল, পাখীয়েই চাবানে, ঠোঁটেই চাবা, গৰুড়জনাও কণ বাঁঢ়েয়েই সজা।

সংসাৰলৈ আহিলে এনেকুৱা কাম কৰি থৈ যাব লাগে— তেহে।

কণ বাঁঢ়েৰ ল'ৰাবোৰ ব-চেৰা হ'ল, নাতিনীয়েক এটাই মৌজুৰি গাঁৱৰ পৰা পলাই গৈ ক'ৰবাৰ কেএণ্ডামহাজনৰ লৰী-মটৰৰ দাইবৰ নে হেণ্ডোলমেন সোমাইছিল গৈ, ক'ৰবাত লৰীয়ে-মটৰে পৰি ভৰি এখন ভাঙি খোৱা হ'ল। ঈচৰে নসহে। গাঁৱৰ ল'ৰা, খেতিবাতি কৰি গাঁৱতে থাকিব পাৰ। পিতৃ-পুৰুষৰ বিৰ্‌তি এৰি বাঁঢ়েৰ নাতি নগৰত ডাঙৰ মানুহ হ'বলৈ গৈছিলি— পালি।

এৰা, নামঘৰজনাও বহুত বুঢ়া। বৰহম্‌পুতৰলৈ ভয়ো লাগে, মৰমো লাগে, পিছে নামঘৰলৈ ভয়হে লাগে। ৰাতি ৰাতি 'ভাগত' পুথিখন তিনিজনা সৰু সৰু দেৱতাই চোৰ-চিৰিয়ে নিনিয়াকৈ ৰখি থাকে। এবাৰ যে চ'ত মহীয়া ধুমুহা-বৰষুণত নামঘৰৰ মুধচ এৰাই গৈছিল, নামঘৰৰ ভিতৰত পানী সোমাইছিল, তেতিয়াও 'ভাগত' পুথিৰ পাত এখিলাও লৰচৰ হোৱা নাছিল, য'ৰ বস্তু ত'তে আছিল। প্ৰভুৰ লীলা, বৰ নামঘৰৰ মহাইস্ত।

কোনোবা কোনোবা গুৰুদোৰোহীয়ে আকৌ -দন খৰিয়াল কৰি ফাটি গৈ বেলেগে এটা নামঘৰ সজাৰ কথা কয়। মৰিব, সোপাই যাব। বৰ নামঘৰক চিনা নাই। ভেটিয়ে মাটিয়ে উচন নিয়াব। বৰ নামঘৰেই মৌজুৰি গাঁৱৰ ধৰণী : শ'লমাৰি ভঙাইতক গোসাঁয়ে শুদাই নেৰে। যাহ যাব, খনেই যাহ যাব।

নৈ এখন, গাওঁ এখন, নামঘৰ এটা, মানুহ এখৰ। লাগিব নোৱাৰিলে দহ হাই। শাস্তৰত দেখোন আছে দেৱতাসকলেও দন খৰিয়াল কৰিছিল। ব্ৰহ্মা বিচনুৱো খনে খনে দহ লাগিছিল। সেই বুলি নামঘৰে কি জগৰ লগালে?

ৰতন গাওঁবুঢ়াৰ একে ভেকাহিতে নামঘৰ ফালিবলৈ ওলোৱা উটনুৱাকেটা চেপেটা লাগিল।

কোন বৰমতা ওলাইছে অ' নামঘৰ ফলা, কুকুৰৰ পুতেকহঁত, চাওঁ দেচোন কুঠাৰ, দা কিবা এখন, ইহঁতক ছোৱা-ছোৱাকৈ কেচাইখাওঁৰ আগত বলি দিও। পাপী নৰকীহঁত, গাওঁ ফালিবলৈ আহিছ, একেখন কীৰ্‌তন পুথি দুখন কৰিবলৈ আহিছ। বৰ নামঘৰক চিনা নাই, ৰতনক চিনা নাই। পাপীহঁত, বৰ নামঘৰৰ ভেটি চুবৰ যোইগৰ নহৰ, নামঘৰ ভাঙ্গ। তহঁত ক'ত মৰ মৰঁগে, গাওঁখন নেয়াৰিবি ...

ঈচ্ছুৰেই আটাইতকৈ পুৰণি, ব্ৰহ্মপুত্ৰতকৈও পুৰণি। ব্ৰহ্মপুত্ৰক ঈচ্ছুৰেহে সজা। সেই ঈচ্ছুৰৰ ঘৰ বৰ নামঘৰ।

ঈচ্ছুৰ দোৰোহ আচৰিবলৈ কাৰো সাহে নুকুলায়। নামঘৰ নেফাটে।

মৌজুৰি গাঁৱৰ সকলোৰে মুখে মুখে অবাইচ মাত। মতাৰ মতা ভাগে, মাইকীৰ মাইকী ভাগে। অবাইচটো কথাৰ লগৰ কথা। মাতষাৰ নেমাতিলে কথা খেও নেখায়, গা মন নুঠে। ল'ৰা-ছোৱালীয়ে এইন কথা শিকাৰ লগে লগে অবাইচ কথাখিনিও শিকে। কোনোৱে বেয়া নোবোলে। বাপেকে-পুতেকে কাজিয়া লাগিলে দুয়ো সমানে অবাইচ মিহলাই গালি-শপনি পাৰে।

এইবোৰ অবাইচ কথাৰ কোনো অৰ্থ নাই। মতাই মতালি কৰিবলৈ মতা-অবাইচ মাতে, তিৰোতাই তিৰোতালি কৰিবলৈ তিৰোতা-অবাইচ মাতে। ভাতৰ লগৰ পানী। কওঁতা শুনোতা কাৰো গাত নেলাগে। মাত ফুটা চাৰি বছৰীয়া ল'ৰাই যেতিয়া ধুনীয়াকৈ অবাইচ কথা কয়, তেতিয়া মাকৰ বুকু ফুলি উঠে। ঃ শুনিছানে কুকুৰটোৰ কথা— এনেহে বৰ মতাটো।

ৰূপাই মেধীৰ বয়সে তিনি কুৰি চেৰালে। আজি সাত বছৰমানৰ আগতে কাহ এটাই লগ ধৰিলে। দৰৱ-জাতি কৰি ভাল হোৱা নাই। অলপ নিশকতীয়া হৈছে। চকু এটায়ো আমনি কৰিছে, ফুল পৰিছে।

ৰূপাই মেধী দুটা কথাৰ বাবে জনাজাত। মেধী বৰ একাচেকা। নীতি-নিয়মৰ কথাত অকণো ইফাল-সিফাল হোৱা সহিব নোৱাৰে। গাঁৱত কোনোবা ল'ৰা-ছোৱালীৰ মাজত অলপ নহ'বলগীয়া কিবা কথা হ'লে মেধীৰ ওচৰত যদি শোধ পৰে, ৰইক্‌খা নাই। তেওঁ সেইবোৰৰ যম, কাকো নেৰে— বামুণেই মৰক বা লগুণেই চিগক।

এইবাবে ৰূপাই মেধী জনাজাত।

আৰু এষাৰ কথা আছে যাৰ বাবে মেধীক মৌজুৰি গাঁৱৰ সকলো মতা-তিৰোতাই জানে। অবাইচ নমতাকৈ মেধীয়ে এষাৰ কথাও ক'ব নোৱাৰে। ক'ব লগা কথা বিমান, অবাইচ হয় তাৰ তিনি গুণ। বোৱাৰী-জীয়াৰী নাই। সৰু-বৰ নাই, মেধীৰ কথাত অবাইচ মাতৰ লহৰ। কেতিয়াবা অবাইচৰ কোবত আচল কথাষাৰনো কি বুজিবই নোৱাৰি। নামঘৰ সোমালেহে কেতিয়াবা অবাইচ মাত কমে। কমেহে, নোহোৱা নহয়। কলপচলা নেকাটিলে কথা কোৱা যেনেই নেলাগে।

অবাইচ মাতত কেঁচা ঘামৰ আৰু কেঁচা থাঁহৰ গোন্ধ আছে। প্ৰতিটো খেলতে মতা-মাইকীয়ে নিজ নিজ-জাতীয় অঙ্গৰ নাম সুঁৱৰি সোৱাদ পায়। অবাইচ কথা নিলাজ কথা। নিলাজ কথা মিঠা কথা। নিলাজ কথাৰ সোৱাদ আছে, অৰ্থ নাই। সেইয়া নিভাঁজ মনৰ কথা।

এইবোৰ কথা মৌজুৰিয়ে কৌটিকালৰ পৰা শুনি আহিছে। মুখৰ মাত শুনিয়ে মৌজুৰিয়ে বুজি পায় সেইটো কাৰ মাত— মৌজুৰি গাঁৱৰ কাবোবাৰ নে এইন আচহুৱা

কোনোবা আলহীৰ। অবাইচ মাত শুনি, নিলাজ কথা শুনি মৌজুৰিয়ে লাজ নেপায়। মৌজুৰিৰ গা ৰাইজাই কৰে।

মৌজুৰিও বুঢ়ী, বৰবিলৰ সমানেই বুঢ়ী কিজানি, কোনে জানে? পিছে মৌজুৰিক কোনোৱে কাহানিও বুঢ়ী বুলি নেভাবে। তাইনো কাৰ ঘৰৰ জীয়ৰী কোনেও ক'ব নোৱাৰে। কোনোবা পৰ্বতৰ পৰাই আহিছে নে ক'ৰবাৰ সোণপুৰীয়া গাঁৱৰ বুকুৰ পৰাই আহিছে কোনোৱে নেজানে। নৈৰ কি আদি অন্ত আছে?

ব্ৰহ্মপুত্ৰলৈ সকলোৱে ভয় কৰে। পানী একাঁজলি খাবৰ বেলিকাও মূৰ দোঁৱাই সেৱা এটা জনাই লয়। ব্ৰহ্মপুত্ৰ দেৱতা। পিছে মৌজুৰি?

— নাটেশ্বৰী, নটিনী, জহৰী।

সদায় নাচি থকা মৌজুৰিজনী নটিনী নহয়নো কি? বহাগ আহিল নে নাহিল, উপজি-বহাগৰ পানী গাত লাগিল কি নেলাগিল, তাইৰ গা সাতখন আঠখন হ'লেই। তাই নাচিবলৈ ল'লেই। আকউ যেতিয়া ভাদমহীয়া পাৰলৈকে পানী চপ্‌চপীয়া হৈ থাকে, তেতিয়া তাই যিহে গহীনজনী, যেন খোজকে নাকাঢ়িব, এনেহে ৰাজৰাণীজনী।

নটিনী, নাটেশ্বৰী!

কঁকাল ভাঙি ভাঙি, বুকু ফিন্দাই ফিন্দাই যিহে নাচোনৰ ভাও।

তাইলৈ কোনে ভয়-সমীহ কৰে? ব্ৰহ্মপুত্ৰ বুঢ়া পৈয়েকটোক এই লগ পাওঁ, এই লগ পাওঁ বুলি তাইৰ বিখনহে আজলমথালি। গা-নচুৱাই গা-নচুৱাই যিহে ভেৰাকুটি।

গাঁৱৰ জীয়ৰী-বোৱাৰীহঁতেও মৌজুৰিক বুঢ়ী বুলি নেভাবে, তাইলৈ ভয়ো নকৰে। তাইৰ পাৰৰ বিৰিঙাৰ জোপোহাত ভৰি মেলি বহি, গৰাৰ পৰা ভৰি ওলোমাই বহি, তাইৰ ফালেই চাই চাই বাৰে-ভচহু আগ-গুৰি নোহোৱা কথা চোবাই সময় নিনায়।

কাৰ বোৱাৰীয়েকৰ জহৰা ল'ৰা হ'ল।

কাৰ লগত কাৰ পিছ-দুৱৰীয়া হাতবাত আছে।

কাৰ বোৱাৰীয়েকে শহুৰেকৰ আগত বেলাউজ পিন্ধি থাকে।

বেলিৰামৰ পুতেক ভৰতে যোৱা 'ভ'নাৰ দিনা ৰাতি কাক কাক জোকালে।

চন্দ্ৰৰ নিচিনা আদহীয়া এটালৈ ৰাক চম্পা যাব পায়নে? পাইছে নহয় এতিয়া সোৱাদটো।

মীনেচৰ নগৰীয়া হ'ল, এবছৰ নগৰত থাকিয়ে গাঁৱলৈ আহিলেও পেন পিন্ধিহে আহে। এইবেলি হুনু সি জয়মতীক পলুৱাই নিব। ...

কত কথা। কত শেষ-নোহোৱা, সোৱাদ লগা কৈনো থাকো মানে ওৰকে নপৰা কথা! বেলি লহিয়ালেও কথা পাতি ভাগৰ নেলাগে। আবেলিৰ একটিয়া ৰ'দত সোণ যেন পিতলৰ কলহে চিক্‌মিকায়, মৌজুৰিৰ গাভৰু জীয়ৰী-বোৱাৰীহঁতৰ

লোদোৰ-পোদোৰ সোণসেৰীয়া গাবোৰ চিক্‌মিকায়। মুখৰ কথা বন্ধ হ'লেও মনবোৰৰ কথা কৈ থাকে। আগগুৰি নোহোৱা, কৈ ভাল লগা কত কথা।

অ, সউৱা মৰতী বুঢ়ীজনী পালেহি। হেৰ উঠ উঠ, নহ'লে নিলাজে ওভতে গালিসোপা খাই মৰিব লাগিব।

ই, পালেহিয়েই।

– হেৰ বনৰীহঁত, নৈপাৰত বহি কোনকেটা পৈয়েৰহঁতৰ মূৰ খাইছ। ঘৰলৈ ঘূৰিবৰ মন নাই, নিলাজীহঁত–

বোৱাৰীহঁত নিমাত, ওৰণি টানি মুখ ঢাকে, চকু উলিয়াই থয়। গাভৰুকেইজনীয়ে খিক্‌খিকায়। বুঢ়ীৰ গালি গালি নহয়, নিচুকনি।

হেৰ ক'তা, কাঁলে বাট চাই আছ! পৈয়েৰহঁতক নেপাই গা ৰাইজাই কৰিছে হ'বলা। থাকিব নোৱাৰ যদি ভীমকলৰ পুলি একোটা সাপুটি লৈ পৰি থাকগৈহঁত, নিলাজীহঁত। মাটিকলহৰ পানীয়ে কি গা জুৰাব? ...

যা যা, পানী লৈ ঘৰলৈ যা। নৈৰ পাৰত বহি পিটিকা-পিটিকি কৰি গাৰ বিষ তুলিব নেলাগে, টন্‌টনাইছে যদি ...

গাভৰুহঁত ৰঙা পৰে, কাণ শো-শোৱায়, চকু ধোঁৱা-কোৱা হয়, গাবোৰ পোৰে, মনবোৰ উচাট-বিচাট কৰে।

কিবা এটা কওঁ কওঁ বুলিও জুতুলী মনে মনে থাকে। জোকাই ল'লে আৰু ৰক্ষা নাই। বুঢ়ীৰ গালিত গুৰুগোঁসাই সকলো পলাই পত্ৰং দিব। লাগিলে আৰু বা কি কৰে!

ইজনীয়ে সিজনীৰ চকুলৈ চায়, বোৱাৰীকেজনীয়ে ওৰণি টানি বেগাবেগিকৈ পানীলৈ নামে, আৰু কলহ মজাৰ চলেৰে তলমূৰ কৰি-বুঢ়ীয়ে আৰু কি কয় তালৈ কাণ দিয়ে। মুখ টিপি হাঁহে, চকুবোৰ খচ্‌খচায়, পোৰে। বুকুৰ ভিতৰবোৰ ঢুক্‌ঢুকায়। কেনিবাদি ক'ৰবাত খোচ মাৰি ধৰে।

হেৰ বনৰীহঁত, আমি কিবা গাভৰু নাছিলোনে? গাওঁ বলিয়া কৰিছিলো জানিছ। গাঁৱৰ ডেকাল'ৰা ভাদমহীয়া কুকুৰৰ নিচিনাকৈ পিছে পিছে লৰিছিল। আমি তহঁতৰ নিচিনাকৈ তৰপে তৰপে চোলা পিন্ধি যুবন চেপেটা কৰা নাছিলোহঁত। ভ'না চাৰলৈ যাওঁ, জাক পাতি গাভৰু বহো, তেতিয়া কিবা আজিকালিৰ নিচিনা ভ'নাত পেটৰলমাচ লাইট জ্বলায় নে? সিফালে জোৰ জ্বলায়, ইফালে আমিমখা এন্ধাৰত বহি থাকো। পিছফালৰ পৰা বিহুৰ তলেদি কাৰ হাতে কি খেপিয়াই লিংলিঙাই ফুৰে আমি কি খবৰ ৰাখো? সিফালে গোসাঁই ওলায়, সৰু ধেমালি, বৰ ধেমালি ওলায়, ইফালে ডেকা গাভৰুৰ ধেমালি ওলায়। আমি তহঁতৰ নিচিনাকৈ লঘোণ দি দি দেহা শুকোৱা বিধৰ নহয়। ...

বুঢ়ীয়ে আটাইখনলৈকে চাই হাঁহে। মুখৰ ভিতৰত এটাও দাঁত নাই। সৰু ল'ৰাৰ নিচিনা সৰল, অজলা হাঁহি। এই হাঁহি নিৰদোষ, নিষ্পাপ। এই হাঁহি বনৰীয়া ফুলৰ

হাঁহি, বহাগমহীয়া নৈৰ হাঁহি, ছমহীয়া কেঁচুৱাৰ হাঁহি। খুন্দা তামোল খোৱা পিক্ কোৱাৰিয়েদি আৰু তল ওঁঠৰ মাজেদি বাগৰি আহি বুকুৰ কাপোৰত পৰেহি।

"জেঠাইনো ক'ৰ পৰা আহিলি?"

"নকবি আইহঁত। কেৰকণৰ ঘৈণীয়েকজনীৰ গা-নৰীয়া। আজি তিনি দিন বিষ কোব আহিছে, পিছে ভাল হোৱা নাই। দেৱাই এপালি দি আহিলো। লাগে নেকি তহঁতকো এপালি –"

ছিঃ জহনীজাতিজনীয়ে কি কয়?

যা যা, বনৰীহঁত, ল'ৰা-ছোৱালী ফুকাই পালিহেঁতেন তেহে।

আমি নুফুকাইহে পাৰিছো।

কাঠ বাঁজীহত, অমঙলীয়া কথা ক'বলৈও ভয় নকৰহঁতনে? তিৰি জনম ধৰিছ, ল'ৰা-ছোৱালীৰ মাক নহ'লেই হ'বনে? চাম নহয়– তহঁতৰ বিয়াকেখন হৈ যাক ৰহ–

তাৰ পিছত বুঢ়ীয়ে দুয়ো হাতেৰে গৰ্ভৱতী তিৰোতাৰ শকত পেটৰ আকৃতি দেখুৱাই, গৰ্ভৱতীৰ দৰে খোজ কাঢ়ি দেখুৱায়।

মৰতীজনী ক'ৰবাৰ–

যা, যা আইহঁত, বেয়া চেয়া নেপাবি। বহুত দিন জীলো, এতিয়া মৰিবলৈ শাও দেহঁত, সোনকালে মৰিলে তহঁতেও মাহচাউল চোবাবলৈ পাবি।

তাৰ পিছত নিজকে কোৱাদি ক'লে, মৌজুৰিৰ পাৰ পালে ঘৰলৈ মনত নপৰে। তহঁতৰে নহয় আমাৰো এদিন আছিল, মৰিলেও, তহঁতক কৈছো– এই মৌজুৰিৰ পাৰতে খৰি দিবলৈ কবিহক। বাই-ভনীৰ নিচিনাকৈ ডাঙৰ হ'লো। এতিয়া মৰিলেও মৌজুৰিৰ পৰা এৰা এৰি হ'বৰ মন নাই। যাওঁ আইহঁত।

জেঠাই নাম এষাৰ গাই যা– এনেই যাবনে?

জোকাবলৈ নাহিবিহঁত অ'। তহঁত নটিনীহঁতে গাব নোৱাৰ, বুঢ়ীয়ে নাম গাই শুনাব লাগে, বোলে–

জবাৰ কুমলীয়া পাত,
এৰাওঁ, এৰাওঁ কৰি এৰাব নোৱাৰো,
ধনৰ কুমলীয়া হাত–

বুঢ়ী গ'লগে। জোনাকী বুঢ়ী গ'লগে।

মৌজুৰি গাঁৱৰ বাট-পথ সকলো বুঢ়ীৰ চিনাকি, বাটৰ বনপাতেও বুঢ়ীক চিনি পায়, ভেটি ধৰি মনৰ কথা কয়, মনৰ কথা সোধে।

বুঢ়ী এচেৰেঙা ফাগুনৰ ৰ'দ– মিঠা, সোৱাদ লগা, মন মুকলি লগোৱা।

মৌজুৰি গাভৰু, কালে কালে গাভৰু, তাই আৰু বুঢ়ী হ'বলৈ নিশিকিলে।

তাই নটিনী।

নাটেশ্বৰী –

বনৰী –

বাৰেমতৰী –

মৌজুৰি তেনেহ আপোন, আপোনৰো আপোন।

মৌজুৰিৰ পানীয়ে দেহ শাঁত কৰে, মন শাঁত কৰে, দুখ-ভাগৰ পাহৰায়। হেজাৰো চিন্তা-ভাবনা মনত লৈ আহি মৌজুৰিৰ পাৰত খন্তেক বহি, গাত নৈপৰীয়া বতাহজাক লগালে, গা শাঁত পৰে, মনৰ দুখ পাতলে। সকলোৰে বুকুৰ আপোন মৌজুৰি নৈ।

আঢ়ৈ কুৰিমান বছৰৰ আগৰ কথা।

মৌজুৰি গাঁৱত তেতিয়া এঘৰ-দুঘৰকৈ মানুহ আহি এখন পূৰণি গাঁৱেই হৈ পৰিছিল। নৈপৰীয়া অনাবাদী মাটি আবাদ কৰি, পাম পাতি, পমুৱাবোৰ নিগাজী আৰু থলুৱা হৈ পৰিছিল। যেয়ে আহিছিল সেয়ে ন মাটি ভাঙিছিল, খেতি কৰিছিল। নৈৰ চাৰণ পৰা পলস পৰা মাটি– এবাৰ ভাঙিব পাৰিলেই হ'ল, শইচেৰে নদন-বদন হৈ উঠে।

কৰবাৰ কোনোবা গাঁৱৰ এঘৰ, অ'হন কৰবাৰ এঘৰ– এনেকৈয়ে আহি আহি এখন নতুন গাওঁ হৈছিল, এখন নতুন সমাজ হৈছিল। মাটি নোহোৱা খেতিয়কে পলসুৱা নতুন মাটি নিজলৈ বুলি সামৰিবৰ যতন কৰিছিল। ইটোৱে সিটোক সহায় কৰি দিছিল, বিৰিণা খাগৰি কাটি মাটি উলিয়াই দিছিল, এঘৰ নতুন মানুহ আহি বহিলে নিজৰ আপোন মানুহ এঘৰ ওচৰতে পোৱা যেন পাইছিল। হেঁচা-ঠেলা নাছিল, মাটিলে কঢ়া-আজোৰা, খোৱা-কামোৰা নাছিল। মাটি আছিল সৰহ, মানুহ আছিল তাকৰ।

পিছে তেতিয়াই ভোলা বায়ন নগৰলৈ গৈ, জিলাৰ মাটি হাকিমক মৌজুৰিৰ মাটিবোৰ পটা কৰি ভগাই দিবলৈ খাটনি ধৰিছিলগৈ। আজি হয় একো নাই, পিছে আগলৈকো একো থাকিব বুলি কোনে ন-দি ক'ব পাৰে? মাটিৰ সীমাত শনি থাকে। নিজৰ গাৰ কাপোৰখন মানুহে দিব পাৰে, নিজৰ মাটিকণ দিবলৈ টান পায়। মৌজুৰিৰ মাটি ভগাই দিয়াহে ভাল, আগলৈকে আউল মৰি থাকিব।

গঞা ৰাইজে ভোলা বায়নক তেতিয়া গালি পাৰিছিল।

নৈপৰীয়া মাটি এচিকতা চা-চিকুণাই লৈছো, তাৰো আকৌ পটাখন লগা হ'লনে? লাগে যদি ভোলা বায়নে নিজলৈ বুলি কেইপুৰামান সৰহকৈ লওক, যদিহে এতিয়া থকা সোপাই নাই জোৱা; সেই বুলি মৌজুৰিলৈ মণ্ডল-কাননগোই, টেকেলা-বেঙেনা আহিব লাগিলে আমাৰ মৰাহ ভাল।

পটা হ'লেই খেজেনা দিব লাগিব। কিমান লগায় কি ঠিক। পুৰাত যদি তিনি-চাৰি টকাকে খেজেনা লগায় ক'ব পৰা দিবি!

ভোলা বায়নে এনেকৈ চকুতে থাকি বুকতে কামুৰিব নেলাগিছিল। আমি কিবা মৌজুৰিলৈ ধনৰ পেড়া একোটাইত লৈ আহিছোনে?

পিছে মৌজুৰিৰ গঞ্জাই ভাল ·পাওক নেপাওক মণ্ডল কাননগোই এদিন আহিল। কিবা-কিবি আঁক-বাঁক কৰিলে, লেখা-মেলা কৰিলে, চাহ-তামোল খালে। সেই দিনালৈ সিমানেই।

মানুহখিনিয়ে যিমান ভয় খাইছিল পেটে পেটে, সিমান ভয় খাবলগীয়া তেনে একো নকৰিলে। পিছে ৰাইজে বুজিলে আৰু সৰহ দিন এনেই মাটি খাবলৈ নেপাব। পটা লাগিব, খেজেনাও দিব লাগিব।

যেয়ে যিমান পাৰে নিজলৈ নিজলৈ বুলি মাটি ভাঙি উলিওৱাত লাগিল। ইটোৱে সিটোক, সিটোৱে ইটোক কোৰে-কুঠাৰে সহায় কৰি দিলে।

ভোলা বায়নে ক'লে, তহঁতৰ হ'লেই মোৰ হ'ব। মোৰ ল'ৰা-ছোৱালী নাই, মাটি কেলেই? পটাখন থাকিলে অমূলকতে ৰজাঘৰেও মাটি কাঢ়ি নিব নোৱাৰে। সেই যে মৌজুৰিৰ পাৰত মই মাটিচিটা উলিয়ালো— আন্দাজ ছপুৰাই হ'ব কিজানি, তাতে মৰিলে'আমাৰ মতা-মাইকী হালক খৰি দিবিহক। আৰু আমাৰ পিছত তহঁত কোনোবা এটায়ে লবি।

ভোলা বায়ন-বায়ননী মৰিল। বায়নৰ মাটি কোনোবাই খাইছে। পিছে বায়নৰ কথা ফলিয়ালে। মাটিৰ পটা হ'ল, মাটিত খেজেনা লগালে। আঠ মাইল দূৰৰ মৌজাদাৰৰ ঘৰত গৈ মৌজুৰিৰ ৰাইজে খেজেনা দিবলগীয়া হ'ল, মানুহৰ এটা চিন্তা বাঢ়িল।

পো-পোৱালি, নাতি-নতিকান বাঢ়ি মৌজুৰি ভৰ-গাওঁ হ'ল। ভাঙতি মাটি ভাগত কমকে পৰিবলৈ ধৰিলে। সেই বুলি লুইতৰ পাৰত ঝাওবনে ঢকা বালি চাপৰি এতিয়াও শেষ হোৱা নাই। নৈলৈ যি ভয় নকৰে, নৈক যি বুকুৰ কুটুম বুলি ভাবিব পাৰে, সিহে নৈৰ পাৰত ঘৰ কৰি থাকিবলৈ সাহ কৰিব পাৰে, আটায়ে নোৱাৰে। শিমলু গজাদি, বগৰি গজাদি, উলুবন গজাদি নৈৰ পাৰ ঢাকি মানুহ গজা নাই। কাৰোবাৰ যদি ল'ৰা-ছোৱালী তেৰটা, কাৰোবাৰ আকউ এটিও নাই। কাৰোবাৰ আটাইমখা ছোৱালী, কাৰোবাৰ আটাইগাল ল'ৰা, ছোৱালীৰ সঁচা নাই। মাৰি মৰক আছেই। মানুহৰ ভাগ মানুহে আৰু যমৰ ভাগ যমে নিবই। নিদিও বুলি কোনে ৰাখিব পাৰে!

ৰূপেচৰৰ বৈণীয়েকৰ ছটাকে ল'ৰা-ছোৱালী হৈ হৈ মৰিল। কিবা দেওভূতৰ দোষ। তিলাই বেজে হয় নুৰা-নুৰে ৰচী-ফহুতি দিলে, মন্ত্ৰজৰা পানী খুৱালে, কামাখ্যাৰ পৰা আনি তাবিজো দিলে, ল'ৰা-ছোৱালী নৰয়।

গৰহৰ দোষ খণ্ডাবৰ কাৰণেও দান-দক্ষিণা কৰিলে, শিৱ দ'লত পূজা দিলে— তেওঁ নৰল।

কপালত নাই।

এৰা, কাৰোবাক দিও নিদিয়ে।

ৰূপহীৰ আকৌ নায়েই। তাই হেন ছোৱালীজনীৰ ল'ৰা-ছোৱালী নহ'ব বুলি কোনে ভাবিছিল? চেহেৰাই-পানীয়ে, খোজে-কাটলে, গা-গাঁথিয়ে, তেনেজনী ধুনীয়া ছোৱালী মৌজুৰিতহে নেলাগে, নগৰে-চহৰতেইবা আছে কেইজনী? গাৰ বৰণ সেন্দূৰ-সনা সোণ যেন, সাপনেজীয়া চুলিকোছা আঁঠুৰ তললৈকে পৰা, হাত-ভৰিবোৰ লোহোৰা-লোহোৰ, সকতে বুঢ়ীমাকে মৰমতে কৈছিল— এইজনী পাভ, এইজনী লুডুৰী পাভ। বিয়াই সবাহে, ঘাটে-বাটে শজনী গাভৰুৰ মাজত জিলিকি থাকে ৰূপহী।

ৰূপহীক লৈনো গাওঁখনত কম হৈ-চৈখন হ'লনে? সেইবোৰ আজিও কোনেও পাহৰিব পৰা নাই।

বিকোদৰৰ ল'ৰা ছটা, ছোৱালী সেই এজনী, ৰূপহী। ৰূপহীৰ মাক জয়ন্তীক বিকোদৰে অইন এখন গাঁৱৰ পৰা পলুৱাই আনিছিল। জয়ন্তীও আছিল ৰূপহীৰে নিচিনা ধুনীয়া। এতিয়াও সাতোটা ল'ৰা-ছোৱালীৰ মাক বুলি অকণো পোটোকা পৰা নাই। পিন্ধি-উৰি থাকিলে মাক-জীয়েকক বাই-ভনী বুলিহে ক'ব।

মাক চাই জীয়েক।

বিকোদৰো বৰ আটিল আৰু মটহা মানুহ, চালখন মাগুৰ-বৰণীয়া, পিছে গঢ়-গঠন চালে চকুৰোৱা।

সি পিছে অলপ অইন ৰকমৰ। কেতিয়াবা দিনৰ পিছত দিন একো নকৰে, কথা চোবায়, তামোল চোবায়, ভাং-মলা-ধপাত খাই কুটা এগছ দুগছ নকৰাকৈ কটাই দিয়ে। একো নকৰে, ঘৰতো সোমাই নেথাকে। ইঘৰ-সিঘৰ কৰি দিনটো কটায়।

আৰু যিদিনা কাম কৰিবলৈ ল'লে, তেতিয়া ৰ'দ-বৰষুণ, দিন-ৰাতি নাই। ভাগৰ-জুগৰ, ভোক-পিয়াহো নাই। ধৰিলে যি ধৰিলেই। কোৰত ধৰিলে, তলুৱাৰ টৌফুটি পানীজোলা বান্ধিলেও নেৰে, কুঠাৰত ধৰিলে, গবামাৰি নোপোৱা বৰ কুণ্ডা হ'লেও, ফালি শেষ নকৰে মানে নেৰে। একেদিনে একোখন বৰডলা, বৰচালনী বৈ বান্ধি উলিয়ায়, একে দিনাই একোটা ডুলি সাজি উলিয়ায়। একেদিনাই একোটা নাঙল চাচি উলিয়ায়।

বিকোদৰৰ নিচিনা নাঙল সজা মানুহ গাওঁখনত আছে কেইটা? আৰু ডিলাডাল এনেকৈ লগাই দিয়ে যে গৰুহাল সৰুৱেই হওক বা ডাঙৰেই হওক, নাঙল উভ্‌ও নহয়, সেওও নহয়। কুটিটোও এনে জোখেৰে কাটে যে বুঢ়ায়ো বাব পাৰে, ল'ৰায়ো বাব পাৰে।

মন গ'লে সি সকলো কৰে, আৰু যেতিয়া নকৰো বোলে, শৰাইত গুৱা পাণ থৈ পাঁচোটা সেৱা কৰিলেও লৰচৰ নহয়, ঘূৰিকে নেচায়।

তেনেকৈয়ে বিকোদৰে ভাতে-ভঁৰালে খাই আছে। সাতোটাকৈ ল'ৰা-ছোৱালীৰ বাপুকী হৈছে। আজি কেইবছৰ হ'ল বিকোদৰ মেধী হৈছে। গোসাঁই ঈচৰে নিজে মেধী পাতি থৈ গৈছে। আজিকালি সোধ বিচাৰতো বহে।

পিছে আনৰ সোধ-বিচাৰত বহিলে কি হ'ব, নিজৰ ঘৰতে লেঠা। লেঠা লগাই ফুৰে জীয়েক ৰূপহীয়ে।

ৰূপহী বাপেকতকৈ একাঠি চৰা। তাই বৰ চোকা, দেখিবলৈ ইমান ধুনীয়া ছোৱালীজনীৰ মুখখন ইমান চোকা বুলি কোনেও ভাবিব নোৱাৰে।

ৰূপহীৰ মুখখন লাওপাত, কচুপাত।

তাইক দেখিলে নোজোকায়ো থাকিব নোৱাৰে, আৰু জোকালেও ভালে ভালে সাৰি অহাৰ আশা নাই।

– কি হ'ল, হেবাংটোৰ দৰে মোৰ মুখলৈ চাই আছ কেলেই?

– তই বৰ ধুনীয়া অ' ৰূপহী –

– বিয়া কৰাবৰ মন গৈছে নেকি?

– তয়ো আৰু পায়, চাইছোহে।

– এতিয়া কি দেখিছ, বিয়া কৰাই ল, চাই থাকিবি কি চান্ন।

– বিয়া বাৰু কৰালোৱেই, মোতকৈ ভাল এটা দেখিলে জানোচা উধাও হব্ব।

– মতাটো হৈ তিৰীজনী বলাই খাব নোৱাৰিলে যামতোন পলায়।

– ৰূপহী, ক'ৰ পৰা আহিলি অ'?

– দেখা নাইনে ক'ৰ পৰা আহিলো, চকু মুদি আছিলি হ'বলা?

– নহয়, সুধিছোহে আৰু।

– লোকৰ গাভৰু ছোৱালীয়ে নৈত গা ধুই থকা চাবলৈ লাজ নেলাগে, চাও বাট এৰ, বেলি হৈছে।

– ৰচোন অকণমান।

– কেলেই, তিতা কাপোৰেৰে আছো দেখা নাই।

– গা ধুই থাকোতে তোক জলকুৱঁৰী যেন দেখি পায়।

– পূজা এভাগ আগ নবঢ়াব কেলেই?

– কালৈ?

– জলকুঁৱৰীলৈ। চাওঁ মই যাওঁ –

– ৰহচোন অকণমান। কথা এটা কওঁ।

– পিছে পিছে আহি থাক, আৰু কি কৰ কৈ থাক। মই ৰ'ব নোৱাৰো। ঘৰত কাম-বন নাই নেকি তহঁতৰ লেথীয়াকে?

– ৰূপহী –

– কি?

– হেৰিঔ– তোক দেখিলে, তোক দেখিলে–

– মোক দেখিলে কি হয়, কামুৰি খাবৰ মন যায় নেকি? খা একামোৰ, খাবি?

– নহয় অ', হেৰি –

– মনৰ কথাটোনো খচং কৰে কৈ নেপেলায় কিয়? কি পেখেনিয়াহ থাক–

– ৰূপহী তই বাক –

– মই কি বেয়া ছোৱালী ?

– মই কিবা সেইবুলি কৈছো নেকি? তয়ো আৰু –

– তইঁত মতা ল'ৰাবোৰক মই এই কাৰণেই বেয়া পাওঁ জানিছ। হেৰ' মই গাঁৱৰে ছোৱালী। কিবা ক'বৰ মন যায় যদি মুখ খুলি ক– কিবা কৰিবৰ মন যায় যদিও ক। মোকে যদি ক'ব নোৱাৰ, নগৰ-চহৰৰ, পৰ-গাঁৱৰ এজনীক কেনেকৈ কবি! ঘাটে-বাটে লগ পায়ে থাক, তেওঁ হাতখনত ধৰি জোকাৰ এটা মাৰিবলৈ সাহস নাই। তইঁতৰ নিচিনা ওঁঠচেলেকা মতা ল'ৰাই মোৰ কালে নোচোৱাই ভাল।

এনেজনী ৰূপহী। তাইৰ কথা লৈ বাইজখনে আলোচনা কৰে। ৰূপহী পিছে মুখেৰেই চোকা নহয়, কাজে-কামেও চোকা।

বাপেক-মাকৰ একেজনী ছোৱালী বুলি, ছটা ভাই-ককাইৰ মাজৰ একেজনী মৰমৰ ভনীয়েক বুলি, ৰূপে-ৰঙে জাকত-জিলিকাজনী বুলি, ৰূপহী কাম-বন নকৰি বহি থকা খোদৰপচলা নহয়, তাই ঘৰ-ধৰা ছোৱালী, কোনো কামলৈ ভয় কৰা বিধৰ ছোৱালী ৰূপহী নহয়।

খেতিৰ দিনত দেখিবা, একাষি পানীকঠীয়া তুলিবলৈ তাইৰ এখন তামোল খোৱাৰ পৰে নেলাগে। তাই কঠীয়া-তলীত নামিল কি, হাতৰ লাচতে তাই এফালৰ পৰা সামৰি আনে। তাই যেন পানী-কঠীয়া তুলিবলৈ নমা নাই, ক'ৰবাত, কাৰোবাৰ আগত নাচিবলৈহে আহিছে। এডাল কঠীয়া নিছিগে, এডাল নেভাগে, আৰিটোহত পাতে, চালে চাই থাকিবৰ মন যায়।

খেতিৰ দিনত ভাগৰ বুলি, জিৰণি বুলি কথা এষাৰ ৰূপহীৰ নাই। এন্ধাৰী পুৱাতে, কাউৰীয়ে নৌ কা কৰোতেই উঠে তাই, ভয়ো নাই, ভীতো নাই। ঘৰৰ আন সকলোবোৰৰ তেতিয়া খোৰ টোপনি। তাইৰ খৰ-খুন্দীয়া ঢেঁকীৰ মাততহে ঘৰৰ আৰু ওচৰৰ আনবোৰে সাৰ পায়। অইনৰ ঘৰৰ ৰান্ধনিশাললৈ জুই যায় মানে, ৰূপহীৰ চাহ-জলপান হয়েই। মাক উঠি দিয়ে মেলে মানে, তাই তিনি-চাৰিজনী খীৰতী গাই খীৰাই আনে। কোনোবাজনীয়ে এতোলা গাখীৰ কোনোবা দিনা কম দিলে তাইৰ চিন্তাত তং নোহোৱা হয়।

– অ' ককাইহঁতি, আজিচোন বৰক'লীজনীয়ে তিনি আঙুল গাখীৰ কম দিলে। তাই কালি ভালকৈ চাব নেপালে হ'বলা।

– অ' বৌ, বাগুলীজনীয়ে দেখো খীৰাওঁতে আজি লঠিয়াইছিল। তাইৰ কালি ভালকৈ পেট নভৰিল হ'বলা।

— অ' পিতাই কাজলীজনীৰ পোৱালিটোৱে আজি বৰকৈ পিবৰ মন নাই কৰা। পৰ্হমে ওহাৰত মুখকে নিদিয়ে। কাৰোবাৰ মুখহে লাগিল কিজানি। চন্দন দেদাইৰ ওচৰলৈ যাবিচোন, মাতি আহিবি, মুখখন ভঙাই দিব লাগিব। পোৱালিটো ৰ লাগি আছে।

— অ' ককাইতি, কালি মতা গৰুকেটা ক'ত চৰাইছিলি? মুগাটোৱে অলপ ঢিলা হাগিছে। তাক ভীমকল এগালকে খুৱাব লাগিল ...

ৰ'দ-বৰষুণলৈ কেৰেপ নাই। ৰ'দ-বৰষুণ বুলি ঘৰৰ ভিতৰত সোমাই থাকিলে খাবলৈ হ'বনে? শাওণমহীয়া টিকাফটা ৰ'দতো তাই মূৰত জাপি এটা নলয়।

ৰ'দে পুৰি মানুহ নেমাৰে। ৰ'দত পানী হৈ গলি যাবলৈ আমি মঁউসিটা নহয়— সেইয়াই ৰূপহীৰ কথা।

পিছে ৰ'দত তাইৰ হাত-ভৰি, গাল-মুখ ডেই যায়। তাইৰ মুখখন জুই যেন ৰঙা হয়, চকুবোৰ তৰবৰায়, হাত-ভৰিবোৰ পোৰে। তাই পথাৰৰ পৰা উঠি আহি আমজোপাৰ তলতে বহেহি। ঘামে জোল বয়। তাই গাৰ চেলেংখন খহাই বুকুখনত ফুৰায়। বিৰ্‌বিৰ্‌কৈ বলা বতাহ জাকত তাইৰ গা লাহে লাহে শাঁত পৰি আহে। গছৰ ছাঁত থৈ দিয়া লোটাটোৰ মুখেৰেই তাই ঢক্‌ঢক্ কৰে পানী পি খায়। তাৰ পিছত হাচতিত অনা তামোল এখন চূণে-ধপাতে খাই লয়।

ছকঠা মাটিৰ বোকা, পিছে তাইৰ চিন্তাই নাই। কৰলৈ নামিলে, তাই অকণমান কঁকাল পোনাবলৈকো ওপৰলৈ মু নকৰে। বিজুলী বেগেৰে হাত চলে। পলসুৱা বোকা মাটিত লেটিপেটি হোৱা কপাহী মেখেলাখনে তাইৰ কলাফুল দুটা সাবটি ধৰে।

মাটিয়ে তাইক মৰম কৰে।

মাটিলৈ তাইৰ মৰম লাগে।

তাইৰ মুখৰ পৰা, তাইৰ মনৰ পৰা কিবা এটা গীত ওলাই আহিব খোজে! তাইৰ মনটোৱে গুণগুণায়। দুখ কৰাৰ ভাগৰ তাইৰ মনতে নেথাকে।

— কইছ ৰূপহী —

— ওঁ— মূৰ তুলি নোচোৱাকৈয়ে তাই মাত দিয়ে।

— অকলে অকলে যে কইছ, মাৰ ক'লৈ গ'ল?

— আছে।

— তই অকলে অকলে পাৰিবিগৈ জানো?

— কেলেই নোৱাৰিম, মাটিনো কিমানকণ? দুডৰা কলোৱেই।

ৰূপহীয়ে এতিয়াহে মূৰ তুলি চালে। বগৰীজোপাৰ তলত সেইটো মাথ।

কঁকালত খোচ মাৰি লোৱা চেলেংখনে ৰূপহীৰ গাটো টানি ধৰিছিল। থিয় হলত তাই গাটো ফিটফিটীয়া হৈ পৰিছিল। তাইৰ সোঁফালৰ বুকুটো টানকৈ পিন্ধা

চোলাটোৰে চেপি ধৰিছিল। ঘামত তিতি তাইৰ পিঠি কঁকালত কাপোৰ লিপিটখাই লাগি ধৰিছিল।

মাধই তাইলৈ চাই থকা দেখি তাইৰ লাজ লাগিল। লাজ লাগিল এই কাৰণেই যে অন্য ল'ৰাবোৰৰ নিচিনাকৈ মাধই তাইক নোজোকায়।

– ক'ৰ পৰা আহিলি কাইতি?

– উত্তৰলৈ গৈছিলো।

– কেতিয়া?

– দুদিন হ'ল?

– কেলেই?

– কথা বহুত।

কৈ চেলেঙৰ আগেৰে মুখ-কপালৰ ঘামবোৰ মচি তাই পথাৰৰ পৰা আলিটোৰ ওপৰলৈ উঠিল।

মাধ তেতিয়াও বগৰীজোপাৰ তলতে আছিল।

ৰূপহীৰ হাচতিত তামোল আছিল।

কঁকালৰ খোচোনাৰ পৰা হাচতিখন টান মাৰি আনি গাঁঠিটো মেলি তাই ক'লে, "তামোল এখন খা –"

সি হাত পাতি ল'লে।

"চাওঁ চূণ অকণ আৰু দে –"

"উত্তৰলৈনো কি সকামত গৈছিলি?"

"মা-দৈ উত্তৰৰ বহপুৰীয়া গাঁৱত পৰিছে নহয় –"

"মা-দৈ?"

"কেলেই, আমাৰ বৰ মাজু ভনীজনী –"

"অ', এৰা, পাহৰিছিলোৱেই। ভালনে বাইটিহঁতৰ?"

"ভাল, ভাল –"

"অৱস্থা একা?"

"এ, গোৱে পোৰে বজনজনা –"

"হওক তেও, শাঁতিৰে ভাত মুঠি খাই আছে– পিছে বাইটিকে চাবলৈ গৈছিলি হ'বলা –?"

"এ' এই ভৰ খেতিৰ দিনত মিতিৰ খাই ফুৰিলে চলেনে? গৈছিলো গৰু এহাল বিচাৰি। আমাৰ দুয়োটা চৰকাত মৰিল নহয় –"

"এ' ক'বই নোৱাৰো পায়। হল তেনেহ'লে খতিহে নেকি?"

"এৰা, এই বেলি আমাৰ খেতি শেহতীয়া হ'ব যেনহে পাইছোঁ।"

"এনেকা কচৰ যোৱা নাই। মাটিকেডৰা থাক বোকা দি ল। মোক খবৰ দিবি, যি দুই-এদিন পাবো কই তুলি দিম।"

"এৰা, তাকে কম বুলিহে তোৰ ওচৰলৈ আহিলো। মাদেহঁতৰ ঘৰৰ পৰা গৰু এহাল আনিছোঁগে। হওতে মাটি সৰহভাগ সিৰলুৱাই খোৱাই আছে। এচাহ এচাহ বাই বোকা দি কই যাব লাগে মুঠেই।"

তাৰ পিছত আৰু কথা নাই। কি কথা পাতিব লাগে দুয়োটাই পাহৰি গ'ল। এবাৰ দুয়োটাই চকুৰে চকুৰে চালে, তাৰ পিছত দুয়োটাই তলমূৰ কৰিলে। ৰূপহীজনীৰ মুখখন আৰু কাণ দুখন ৰঙা পৰিল। মাধৱো ডিঙিটো শুকাই যোৱা যেন লাগিল।

কিছু পৰৰ মূৰত ৰূপহীয়ে ক'লে, "এতিয়া যাগে যা। কোনোবা ক'ৰবাত ওলাবহি, কিবা কথা আছে যদি পৰহিলৈ মৌজুৰিৰ ঘাটলৈ আহিবি– আমাৰটো ঘাটলৈ। ভয় কৰিবি নেকি?"

মাধই একো ক'ব নোৱাৰিলে। কোনোমতে সেপ ঢুকি সুধিলে– "পৰহিলৈ? কেতিয়া?"

"কেতিয়া আৰু! ৰাতি! দিনত নৈ ঘাটত কথা-বতৰা হ'ব পাৰিবনে কি?"

* * *

সেইজনীয়েই ৰূপহী– সমাজলৈ অলপ ভয় কৰিলেও, জীৱনলৈ অকণো ভয় নাই। এজনী গাভৰু ছোৱালীৰ কাৰণে সমাজখন দিনৰ বস্তু, জীৱনটো ৰাতিৰ। ৰাতি সমাজ শোৱে, যৌৱনে সাৰ পায়, জীৱনে সাৰ পায়।

ৰাতিলৈ ৰূপহীৰ ভয় নাই।

আৰু মৌজুৰিৰ পাৰত ৰাতিৰ পোহৰ-আন্ধাৰত মউ বিচাৰি ফুৰা ভোমোৰাবো অভাৱ নাই!

পিছে এইজনী ৰূপহীৰে যেতিয়া বাপেকে বিয়া পাতিবলৈ ল'লে গাঁৱৰে ভোগৰ লগত, ডেকাবোৰে এস্, আস্ কৰিলে, জীয়ৰী-বোৱাৰীবোৰে কথাটো ভালেই হৈছে নে বেয়াই হৈছে তত ধৰিব নোৱাৰি ইজনীয়ে সিজনীক বাটত লগ ধৰি, ঘাটত লগ ধৰি সুধিলে– "ৰূপহীৰ বোলে বিয়া পাতিছে হয়নে?"

"আমিও শুনিছো– সঁচা-মিছা নেজানো।"

"ভোগেও আৰু বাছি বাছি ৰূপহীকহে পালেগে –"

"যাৰ লগত যাৰ জোৰা আছে, তই মই বেয়া দেখিলে কি হ'ব?"

"বেয়া দেখা নাই কৈছোহে।"

ৰূপহীৰ কথা-বতৰা লৈ এইবোৰ আলচ-বিলচ হৈছিল যদিও বিয়ালৈ কিছু কোনো নহাকৈ নেথাকিল।

পাঁচোটা দঁতাল হাতীৰে, আঠখন গৰু গাড়ীৰে, ছয়োৰ ঢুলীয়াৰে ৰূপহীৰ বিয়াখন হৈছিল। সেই বিয়াৰ কথা কহতে পাহৰিব পৰা নাই।

এবছৰ গ'ল, দুবছৰ গ'ল– তিনি বছৰ গ'ল– ৰূপহীৰ ল'ৰা-ছোৱালী একো নহ'ল। গাঁৱৰ জীয়ৰী-বোৱাৰীৰ মাজত কণা-কণি, ফুচফুচিয়া আলচ চলিল– নহ'বই নেকি মনেৰে?

মানুহজনীৰ চেহেৰাখন মন কৰা নাইনে? ভোগৰ ঘৰত কিনো ঘিউ মউ খাইছে জানো। দিনে দিনে ৰূপহীৰ ৰূপ চৰিহে গৈছে। ল'ৰা-ছোৱালী হ'বলগীয়া মানুহৰ এনেকুৱা চেহেৰা হোৱা ক'ত দেখিছা –

জীয়াৰী কালত জানো কমখন অতপালি কৰিলে, গাওঁখনৰ ল'ৰাবোৰক গা দেখুৱাই দেখুৱাই বলিয়া কৰিলে। কাৰ শাৰে চুলে কোনে জানিছে!

বাহিৰে দেখাত পিছে ৰূপহীৰ কোনো দুখ-বেজাৰ, চিন্তা-ভাবনা নাই। তাইক এলাপেচাকৈ সুধিবলৈও কোনেও সাহ নকৰে। তাইহে যি একাচেকো

এদিন সমধীয়া বাইশাহুৱেক এজনীয়ে বয়সত ৰূপহীৰে সমনীয়া– সোধো-নোসোধোকৈ সুধিছিল – "এনেকৈয়ে থাকো বুলিছ নেকি? কিবা দৰৱজাতি কৰিব লাগিছিল, বেজগিয়ানকো সুধিব-মেলিব লাগিছিল।"

হাঁহি হাঁহি ৰূপহীয়ে কৈছিল– "হেছে দে, কেঁচুৱা কোলাত ল'বলৈ নেপাই গা টন্‌টনোৱা নাই। আৰু মতাটোক ক'বি। ল'ৰা-ছোৱালী লাগে যদি অইন এজনী আনি লক, নহ'লে ক'ৰবাত পায় যদি পোৱালি-মাইকী এজনীক বিচাৰি-খোচাৰি চপাই লক।"

কোনো কোনোৱে ফুচফুচীয়াকৈ ক'লে, "সেইজনীৰ ক'ৰ ল'ৰা-ছোৱালী হ'ব? বাপেকৰ ঘৰত কি কৰি আহিছে কোনে নেজানে? গোটেইখনৰ লগত হাতবাত। কিজানিবা কণমৰা দৰবকে খালে, কম দাংকচিয়া জনী জানো!"

পিছে অইন কৰিবলৈ নহ'লেও বাপেকক পথাৰত জলপান দি আহিবলৈ আৰু মাকক ৰান্ধনিশালত লাজনি-পাঁচনী কৰি দিবলৈ ল'ৰা এটাই, ছোৱালী এজনীয়ে ঘৰখনত লাগে।

সেই বুলি লাগ বুলিলেই ল'ৰা-ছোৱালী পায়নে? ৰজা-মহাৰজায়ো ল'ৰা-ছোৱালী পাবলৈ ঋষিৰ বৰ মাগিব লাগে, ভোগ-ৰূপহী কোন কুটা? সি জনমত কোনে কি সাধি আহিছে কোনে জানে? খেতি কৰিবলৈ শইচ হ'ব লাগে। বিয়া কৰালে ল'ৰা-ছোৱালী হ'ব লাগে।

বিয়াও খেতি, জীৱনৰ কণ পৰি মানুহৰ গজালি গজিব লাগে। ডেকাকাল জীৱনৰ বাৰিষা। ভূঁইতলি চহোৱা। চনপৰা ভূঁইত কি শইচ হ'ব? কণমৰা কঠীয়া সিচি কি শইচ পাবা?

বিয়াও খেতি।

ব্ৰহ্মা-বিষ্ণু-দেৱতা কোনেনো বিয়া নকৰাকৈ থাকিব পাৰিছিল?

পিছে বিধি বাম হ'লে কেতিয়াবা পলসুৱা বোকাতো জীয়া, কণ লগা কঠীয়া সিচিও খেতি নহয়।

নহ'লে কাক কি কৰিবা?

ল'ৰা-ছোৱালী নাই বুলি পিছে ভোগ আৰু ৰূপহীৰ মনত একো বেজাৰ নাই। দিন যোৱা নাই। কপালত থাকিলে হ'ব কেতিয়াবা। নহ'লে নাই।

* * *

আৰু সিহঁত আটাইকেউটাই আকাশৰ ফালে চাইছিল। সিহঁতৰ চকুত তৰাবোৰ জিলিকি উঠিছিল। সিহঁতৰ মনবোৰ পাতল পাতল লাগিছিল, মূৰ ঘূৰাই ঘূৰাই সিহঁতে আকাশখনৰ চাৰিওফালে চাইছিল।

দখিণৰ ফালৰ পৰা ধোঁৱা-বৰণীয়া মেঘবোৰ লাহে লাহে ওপৰলৈ উঠি আহিছিল। এইয়া গাভিনী মেঘ, এইয়া উকা মেঘ নহয়। আহাৰ মহীয়া শুকান মাটিয়ে মাতিলে বৰষুণ নাহি পাৰেনে? কাতিৰ পৰা চ'তলৈ খৰালিৰ ছমাহ জানিবা কিবা ওফোন্দ পাতি আহি বসুমতীৰ পৰা আঁতৰি গৈ, মেঘবোৰ আকাশৰ বুকুত সোমাই লুকাই আছিল, পিছে কেইদিন থাকিব? মাটিৰ বুকুৰ পানী মাটিলে নামি নাহি পাৰেনে?

আৰু এপৰ বাটছোৱা— এই পাবহি। কেনেকৈ ওন্দোলাই আনিছে মন কৰিছানে?

আৰু সিহঁতে বতাহজাকৰ গতিটো কোনফালে বৈছে ভালকৈ চালে। আৰু সিহঁতে দেখিলে গছপাতবোৰ দখিণৰ পৰা উত্তৰ-মুৱা হৈ নাচিছে। মেঘবোৰ আমাৰ ফাললৈকে আনিছে— সিহঁতে ভাবিলে।

আৰু এই বতাহজাকক অবিশ্বাস কৰিব নেপায়। আৰু এই দখিণৰ মেঘবোৰক অবিশ্বাস কৰিব নেপায়। আৰু যিজনা দেৱতাই এনেকৈ আকাশৰ বুকুৰ মেঘবোৰ শুকান পথাৰৰ ওপৰলৈ পঠিয়াই দিয়ে, সেইজনা দেৱতাক অবিশ্বাস কৰিব নেপায়।

মাটিবোৰ তপত হৈছে— ভৰি দিলে ডেই পুৰি নিয়ে। বনপাত এইকেইদিনৰ তিতা ৰ'দত মুজুৰা পৰি গ'ল, ওচৰতে ক'ৰবাত যেন জুইহে লাগিছিল। আৰু আমবোৰ এসপ্তাহতে পকি শেষ হৈ গ'ল।

আৰু সিহঁত সকলোৰে চকু আকাশৰ বুকুত। মেঘ আহিছে, বৰষুণ হ'ব।

ঈচৰৰ ইচা কেতে পৰ? ৰ'দ-বৰষুণ লৈয়ে ঈচৰৰ খেলা।

আৰু মৌজুৰিৰ পৰা পানী নিবলৈ অহা জীয়ৰী-বোৱাৰীহঁতৰ মুখতো একেটাই কথা— একেটাই আলচ।

আজি বৰষুণ হ'ব।

আজি বৰষুণ দিব।

আজি বৰষুণ আহিব।

ঈচৰে জুখিহে চায়। নৰমনিচে পাপ কৰিলে বুলি গৰু-ছাগলী, কীট-পতঙ্গে কি পাপ কৰিছে? মানুহত লাগি নিৰ্দোষী জীয়ক ঈচৰে কেলেই দুখ দিব?

মানুহবোৰ পাপী হ'ল। গুৰু-গোসাঁই নমনা হ'ল। মেঘৰ ওপৰত একপেলেনেৰে উৰিবলৈ ল'লে। নসহে ঈচৰে।

আঠমহীয়া গাটোৱে দীগৰ ঘৈণীয়েক কণপাহীয়ে এই ৰ'দৰ কিদিন বৰ দুখ পাইছিল। এই বেলি ল'ৰা হ'ব হ'বলা, আঠ মাহতে গাৰ ভৰ সহিব নোৱাৰা যেন লাগিছে।

ৰ'দে-ঘামে কণপাহীৰ মুখখন ক'লা পৰিছিল, তাইৰ লাওখেন শকত ওলোমা পিয়াহ দুটা গাখীৰেৰে ভৰি পৰিছিল আৰু তাইৰ খোজ কাঢ়িলে বুকুখন ঘপে নোৱাৰা যেন লাগিছিল।

আৰু এতিয়া কণপাহীবো গাটো পাতল পাতল লাগিল। বৰষুণজাক আহিলে তেওঁ গাটো শাঁত পৰিব। সৰহপৰ গোমাহ নেথাকিলেই হয়।

পূৰ্ণিমাত নামঘৰত ভ'না পাতিবলৈ লৈছে।

কেইজনমান বুঢ়া নামঘৰৰ আগত গোট খাইছিল, আৰু বুঢ়াহঁতেও ভ'নাৰ কথা নেপাতি মেঘ আৰু বৰষুণৰ কথা পতাত ধৰিছিল। নালীয়া কটাৰীখনেৰে বুঢ়া তামোল এটা পটাইয়াই পটাইয়াই মহনা বুঢ়াই এটাও দাঁত নোহোৱা সোলা মুখখনেৰে হাঁহি এটা মাৰি সমজুৱাতে কৈছিল, "ধৰমলৈ মতি নাইকিয়া হ'লেই এনেকুৱা হয়, এনেয়ে ঈচৰে অনিয়ম নকৰে। যেই দিবা, সেই পাবা। ঈচৰলৈ ভকতিত চকুৰ পানী এটোপা নসৰোৱাকৈ আকাশলৈ হাত পাতিলেই আকাশে বৰষিবনে?"

বুঢ়াহঁতৰ মতে ভ'না পাতিবলৈ লোৱা গুণেহে বৰষুণ হোৱাৰ আশা হৈছে। ডাবৰৰ সিপাৰেই পৰ্বতত ঈচৰ থাকে। আৰু তাৰ পৰাই তেওঁ মানুহৰ মইমতালি চাই থাকে। ভ'নাৰ দিনা ঈচৰ ওপৰৰ পৰা নামি আহে আৰু কিচুনৰ ভাও লোৱাজনৰ গাত লম্ভেহি। ভ'নাৰ কিচুনও কিচুনয়েই।

সেই বুলি ভ'নাৰ কিচুনজনেও অবাইচ মাতে। ভ'নাৰ বচন মাতোতে নেমাতে, পিছে এনেয়ে নেমাতি নোৱাৰে। লাচতে আহি গলেনো কি কৰিব? সেই মাতৰাৰ নেমাতিলে কথা খেও নেখায়, শুতো নেলাগে। নহ'লে মতাৰ মতা হেন নেলাগে, মাইকীৰ মাইকী হেন নেলাগে।

এইকিদিন পানী নোহোৱাৰ কাৰণে গাঁৱৰ মানুহবোৰে এনেই বহি-শুই-কথা-পাগুলি সময় নিয়াইছিল। পিছে যেই বৰষুণ আহিল, সেই কোব-নাঙল লৈ পথাৰলৈ ঢপলিয়াবৰ হ'ব। খেতিৰ বতৰত কাৰো মুখ চাবলৈ আজৰি নাই।

পিছে তাৰ মাজতো গাওঁখনৰ মাজত দুই-এটা খোদ নোহোৱা নহয়। তাৰে এটা হ'ল শিমলুতলৰ বহণ। গোট ডেকা মানুহটো। নাই নাই বুলিও তাৰ বয়স একুৰি ছ-বছৰৰ কম হোৱা নাই। ডাড়িয়ে-গোঁফে ভোবোকাৰ। চুলিও একোছা বান্ধিছে গলধনত পৰাকৈ। পিছ ফালৰ পৰা চালে মতাই নে তিৰোতাই চিনিবই নোৱাৰি।

নামটোহে বহণ, মানুহটো পিছে আটিল। সকতে অলপ বেছি ঘুনীয়া আছিল হ'বলা— তেতিয়াই সেইটো নাম পালে।

বাপেক বুঢ়া মানুহটোৱে খেতিয়ে-বাতিয়ে সকলো কৰে; সি শুকান খৰি এডাল দুডোখৰ কৰি নিদিয়ে। ঘৰতো সোমাই নেথাকে। ৰাতিপুৱাতে ম'হটোৰ পিঠিত উঠি

ওলাই যায়— ম'হ ৰখাটো নামতহে— বিল-পথাৰত ম'হ এৰি দি অকলে অকলে হাবিয়ে-বননিয়ে পিং-পিঙাই ফুৰে। ছোৱালীৰ লগতহে নেলাগে লগৰ সমনীয়াৰ লগতো দুষাৰৰ ঠাইত তিনিষাৰ কথা নেপাতে।

গ্যাটো উদি, কঁকালত ঘৰত-বোৱা চুৰিয়া এডোখৰ— হাতত দাখন বা নালীয়া কটাৰীখন, মুখত এমোকোৰা তামোল, মুখখন গোঙোৰামৰা, চকুহালে হ'লে হাঁহি থাকে।

গাওঁখনৰ কোনো এটা ডেকা ল'ৰাৰ লগতে ৰহণক্ বিজাব নোৱাৰি।

হেৰ, গোট ডেকা মানুহটো— অইন নকৰ, কাৰোবাৰ লগত দন-খৰিয়াল এখনকে কৰ। কাৰোবাক টাঙোন এটাকে মাৰ। গাঁৱৰ কোনোবা বনৰী ছোৱালী এজনীকে জোকা, কিৰিলি এটাকে পাৰ, বিহুনাম এষাৰকে গা!

নিৰোকা চামোন হৈনো ডেকা মানুহ এটা এনেকৈ থাকিব পাৰনে? বেমাৰ নহয়, তেজৰী নহয়, মদ্গজ, মটহা মতা মানুহটো! — গাঁৱৰ ভেকুলীটোৱেও এষাৰ মাতে— তোৰনো কথা এষাৰ ক'বলৈকে ইমান টান লাগেনে?

মন-বেমাৰী ডেকা মানুহে পিছে গাঁৱৰ অকইলানহে মাতে।

আৰু তোৰ মনৰ বেমাৰেইবা হ'বলৈ হৈছে কি? খাবলৈ আছে, পিন্ধিবলৈ আছে— মৌজুৰি হেন ভোগালী গাঁৱত উপজিছ, ডাঙৰ দীঘল হৈছ— হয়াত নৈয়ে হাঁহে, নৈ গৰাই হাঁহে, বনপাতেও হাঁহে— বালিমাহী, ঘনচিৰিকায়ো নাচে।

তোৰনো কোনে কি পানী-খোৱা পুখুৰীত বিহ ঢালিলে যে মনমৰা হৈ ঘৰতে ক'ৰবাৰ আলহীটো হৈ থাক?

এইবোৰ কথা দূৰে দূৰে কোৱাকুই হয়, এইবোৰ কথা তাকো কয়। সি কওঁতাজনৰ চকু-মুখলৈ এনেকৈ একেথৰে চাই থাকে যেন একো বুজিকে পোৱা নাই। কোনোবাই কিবা এটালৈ লগ ল'লেও সি একো নেমাতি বৈ থাকে, তাৰ পিছত এনেয়ে হাঁহি দিয়ে। সেই হাঁহিটোৰ একো অৰ্থ নাই।

ভ'না চাবলৈ সি কেতিয়াবা যায়। আধাচোৱা কৰি গুচি আহে। যেন অকণো ভাল পোৱা নাই। অকণো বুজি পোৱা নাই।

— যাবই নেকি ৰহণ?

— অলপ আহিছো —

সকলোৱে বুজে সি আৰু নাম-ঘৰলৈ নাহে। ঘৰলৈকো নেযায়। এতিয়া জোন্নাক আছে— কিজানি সি মৌজুৰিৰ পাৰলৈ যাবলৈ আৰু তাতে দুপৰৰাতিলৈকে অকলে অকলে নৈপাৰত এনেয়ে বহি কটাই দিব।

আগে কোনো কোনোৱে বিচাৰিছিল।

আজিকালি কোনোৱে নিবিচাৰে।

কোনোবাই কয় ৰহণ দেওলগা ডেকা ল'ৰা।

কোনোবাই কয়, ৰহণৰ মনত কিবা বেজাৰ আছে। সকতে মাক মৰাৰ কাৰণেই এই বেজাৰ।

আৰু কোনোবাই কয়, মানুহক দেখুৱাই নমতা-কোঁৱৰটো হ'লে কি হ'ব? সি চাগে তলে তলে কোনোবা ছোৱালীৰ লগত ক'ৰবাত হাতবাত কৰাৰ অইভাস কৰিছে। সি দ পানীত বুৰ মাৰি পানী খোৱা বিধৰ ডেকা, কি চিনিবা?

কিন্তু কোনজনী জীয়ৰীৰ বা কোনজনী বোৱাৰীৰ লগত তাৰ হাত-বাত আছে ক'তো কোনেও ক'ব নোৱাৰে। আনকি গাঁৱৰ অঘাইটং, দাংকাচি ছোৱালীজনীয়েও ক'ব নোৱাৰে।

ইজনীয়ে সিজনীক ধেমালিৰ চলতে সোধে, ৰহণে বোলে তোৰ ওপৰত চকু দিছে হয়নে?

থ থ, সেই মাইকীটোৰ কথা নকবি। আমাক দূৰত দেখিলেও ফালৰি কাটি পলায়।

বাপেকেনো তাৰ বিয়াখন পাতি নাই দিয়া কেলেই জানো? তাৰ লগৰ ল'ৰা কোনটোৰনো বিয়া নোহোৱাকৈ আছে? বিয়াখন পাতি দিয়ক, চাবি, সকলো ঠিক হৈ যাব।

পিছে ৰহণলৈনো কোন ছোৱালী যাব?

তেনেকৈ ফুটনি নেমাৰিবি। তয়ে কি জানি মনে মনে যাওঁ যাওঁ লগাই আছ—

যাবৰ মন আছে যদি তয়ে গৈ নোসোমাৱঁগে কেলেই —

বাৰু দেখিলেহে লেখিম।

দেখিবি দেখিবি যা— ·

ৰহণক লৈ আগডোখৰত বাপেক, ভায়েক আৰু মাহীমাকে চিন্তা কৰিছিল। পিছলৈ চিন্তা কৰিবলৈ এৰি দিলে। ডেকা ল'ৰাটো সাপে, বাঘে নেখালে, ডকা-চাকনৈয়া, বান-বাঢ়নী পানীয়ে নেপালে এনেই নেহেৰায়।

আৰু সি থকাই নথকাই একে কথা। আছে যি আছে— থকাৰ সাৰ সিৰিকটিয়েই নাই।

ৰহণক লৈ পা-পৰিয়ালৰ নহয়, গাওঁখনৰে চিন্তা।

ল'ৰাটোৰনো কি হ'ল বাৰু?

বাপেক মৰিলেনো ল'ৰাটোৱে কেনেকৈ খাব— থোদৰপচলা হ'ল।

খাব, খাব, চৰাইটোলে টোপটো দিছে— তালৈ ভাবন্তখনত ভাত এমুঠি নোলাবনে?

সকলোৱে তাৰ কাৰণে চিন্তা কৰে, কিন্তু তাৰ একোৰে কাৰণে চিন্তা নাই।

অকৰা নহয়, বলিয়া নহয়, খোৱা নহয়, কণা নহয়— জোৱান মানুহটো— সি বাৰু এনেকুৱা হ'ব পাৰনে?

পিছে সকলো সময়তে সি গাঁৱৰ মানুহৰ আগত গা দেখা দিও নুফুৰে। সেই দেখি গাওঁখনৰ মানুহে সদায় তাৰ কথা চিন্তা কৰি থকাৰ গৰজ নপৰে। সকলোৰে নিজৰ নিজৰ চিন্তা আছে, ভাত-কাপোৰ, ঘৰ-দুৱাৰ, ৰ'দ-বৰষুণ, খেতি-পথাৰ, সকাম-নিকাম, ৰাজহী-তাতহী কত ৰকমৰ কত চিন্তা!

ৰতৰত বৰষুণ নাহিল– তাৰ চিন্তা।
আৰতৰত বৰষুণ হ'ল– তাৰ চিন্তা।
বান আহিল– তাৰ চিন্তা।
খৰ মাৰিলে– তাৰ চিন্তা।
জীয়াই থকা মানেই চিন্তা কৰা।
ৰহণৰ কথা ভাবি থাকিলে মৌজুৰি গাঁৱৰ নচলে।
কাৰোবাৰ তাঁলে মৰম লাগে,
কাৰোবাৰ তাঁলে খং উঠে।,
কোনোবাই তাক পুতৌ কৰে।

* * *

আৰু বৰষুণ যেতিয়া আহিল– কলহৰ কাণে ঢলা বৰষুণৰ পানীয়ে যেতিয়া পথাৰবোৰ পানীৰে চপ্‌চপীয়া কৰি পেলালে তেতিয়া গোটেই গাওঁখনলৈ যেন নতুন জীপ আহিল।

আৰু ডেকা-বুঢ়া-ল'ৰা আটাইবোৰ ঘৰৰ বাহিৰ ওলাল।

আৰু মৌজুৰি পাৰলৈকে পানীৰে উপচি পৰিল।

আৰু বৰনামৰঘঁলে যোৱা বাটটোৰ মাজত যে ছিগাডোখৰ আছিল সেই ডোখৰো পুখুৰী যেন হৈ পানীৰে ভৰি পৰিল। কোনোবাই কাটি আনি ভীমকল কেঁইডালমান পেলাই দিলেহি বুলিহে খুপি খুপি অহা-যোৱা কৰিব পৰা হৈছে।

আৰু পথাৰত পুঠি-কাৱৈ মাছৰ উজান উঠিল, আৰু দিনে-ৰাতিয়ে থৰষুণ দিৰ্বলে ধৰাত গৰুবোৰ গোহালিৰ পৰা মেলিব নোৱাৰা হ'ল। আৰু ছাগলীবোৰ কলৈকো যাব নোৱাৰি, ঘৰৰ পিৰালিত বেৰলৈ চেপা খাই বহি চকু মুদি বৈ থাকিল। আৰু পাতি হাঁহবোৰৰ ৰঙৰ শেষ নোহোৱা হ'ল, সিহঁতক খেদি খেদিও গড়ালৈলে আনিব নোৱাৰি। বিহে খেদা-খেদি, বিহে লৰা-ঢপৰা, বিহে লানি-পাতি ন-পানীত সাঁতোৰাৰ ভেম।

বৰষুণত ওলাব নোৱাৰি, সেই বুলি বহি থাকিলেও জানো চলে?

থিকোদৰে খালে এটা বৈছিল, তাৰ খালেৰ গাওঁখনতে নাম আছে। এবেলি কৃষ্ণপুৰ সত্ৰৰ চলাজনা প্ৰভু-ঈচৰ গাঁৱলৈ আহি বাহৰ কৰি আছিল। আৰু তেতিয়া নিজে মতাই নি প্ৰভু ঈচৰে থিকোদৰৰ হতুৱাই খালে এটা সজাই নিছিল। ইমান খুনীয়া আৰু ইমান মজবুত হৈছিল খালেটো যে তাত মাছ ভৰাবৰো সত নেথাৰু। কঠিবোৰ

যে তুলাইছিল— অকণ সৰু-ডাঙৰ নাই— যেন সাইলাখ টোকাৰীৰ গুণাডালহে। আৰু মোখনি-বান্ধ যে দিছে, চাই থাকিলে চাই থাকিবৰ মন যায়।

ভগা জাপি এটাৰে কোনো মতে মূৰটো ঢাকি ৰতনেচৰ বিকোদৰৰ ঘৰলৈ আহিল।

ৰতন আহ।

বৰ বৰষুণ পাই। পিঠিটো তেনেই তিয়ালে।

পাটিদৈৰ চৰাখন বেৰৰ গজিয়াৰ পৰা নমাই লৈ ৰতন বিকোদৰৰ ওচৰতে বহিল।

খাঁলৈ হ'বলা?

এৰা, ল'ৰা-ছোৱালীখনে চোঁচোৰাই ফুৰে, বছৰি কিমান সাজিম— নখ বুটি হৈছে। আজিকালি চকুৰেও আমনি কৰে— বিকোদৰে বৈ থাকিয়ে ক'লে।

বেতসূত এটা বিচাৰি আহিলো। পল' এটা সাজিছিলো— কাহানিবাহি সাজি তুলি থৈছিলো— আজি বোলো ডাৱৰীয়া বতৰ— বান্ধো। পিছে বেতৰ সূত নাই। আছিল— কোনোবাই নি চাঁগে কিবা বান্ধিলৈগে। বস্তু থ'লে থাকে জানো?

সিদিনা মৌজুৰিৰ বৰ বেতনিৰ পৰা বেত দুডাল কাটি আনিছিলো। তাৰেই এইবোৰ বান্ধিছো মেলিছো, ভালকৈ শুকাবলৈকে নেপালে। কেঁচা বেতৰ বান্ধটোৱে, যিমান টানি নিদিয় লাগিলে, আঁত নলয়।

আৰু আছেনে নাই?

আছে, দুহাতমান নিবি বাৰু। পিছে বতৰ এইবেলি কেনেকুৱা হ'ব যেন পাইছ?

ভালেই হ'ব লাগে, খৰটোৱেহে অলপ ভয় খুৱাইছিল। পিছে দেখাত বেয়া দেখা নাই।

এৰা, আমাৰ আকৌ মাটিত আঁচোৰ এটাকে মৰা নাই। যিহে টান ৰ'দ— ম'হৰ হাল বাবলৈ ভয়েই লাগে। পিঠিত ৰ'দ পৰিলেই ম'হে অথতি কৰিবলৈ ধৰে।

বিকোদৰৰ বোৱাৰীয়েকে তামোল পাণৰ বটাটো দি গ'ল। বেতৰ সূত চুটি থকা নালীয়া কটাৰীখনেৰেই বিকোদৰে তামোল কাটি এখন ৰতনক দি এখন নিজেও মুখত ভৰালে।

নমোৰাম মেধী আছে নে নাই অ'— কেইবাদিনো চোন দেখা নাই।

নাই। উত্তৰলৈ দিয়া জীয়েকজনীৰ বোলে কেঁচুৱা এটা হৈ মৰিল, তাৰে ভু ল'বলৈ গৈছে, 'ধৃবি অহাই নাই!

তাইৰ আগেও এটা নে দুটা মৰিছে হ'বলা নহয়?

এৰা, ঠাইখনে ছোৱালীজনীক নাই শুজা। বিয়া হ'বৰ জানো ছবছৰ নে সাত বছৰ হোৱা নাই? কেবাটাও কেঁচুৱা হ'ল, এটাও নাই বোৱা।

খেতৰ লাগিব পায়, সেইবোৰ মানুহক তাবিজ-তুবাজ দিব লাগে, চলা-ফুৰাতো অলপ চকু দিব লাগে।

মেখীনো কি নজনা মানুহটো, পিছে এটা কথা নহয়—

জানো —

খেতিৰ আগে আগে বৰসবাহ পতাৰ কথা আছিল নহয়। মেখীয়ে পাহৰিলে নেকি আকৌ?

পাহৰিব নেলাগে, পিছে ঘৰত অথন্তৰবোৰ হৈ থাকিলেনো ধৰম-কৰম কৰিবলৈ সকাহ পায় কেনেকৈ?

ৰ'দ-বৰষুণ ৰোগ-বিয়াধি সদায় আছে— থাকিবই। ঈচবৰ কামফেৰা পিছে পিছুৱাই থ'ব নেপায়। মেখী আহিলে কবি, ৰাইজখন চপাওক আৰু বৰ সবাহৰ দিন এটা পেলাওক।

ক'বই নেলাগে, আহি পালে মেখীয়ে নিজেই খৰখেদা লগাব, আমাৰহে সাজু হৈ থাকিব লাগে। পিছে এটা কথা নহয়—

কচোন—

হেৰি নহয়—

জানো কি ক'ব খুজিছ—

মই উলিয়াম হয়, ৰাইজখনে বা কি ভাবে—

কিহৰ কথা কৈছ?

ধনাইৰ কথাটো পিছে কি হ'ব?

বিকোদৰ বৈ গ'ল।

অলপ পৰ তভক মাৰি থাকি ক'লে, কিবা পৰমান আছে জানো? পৰমান নিদিলে হ'ব জানো?

সেইবোৰ কথাৰনো দেখা সাক্ষী কোন থাকিব? পিছে কথাটো হয় বুলি বহুতে কৈছে। বৰ নামঘৰৰ মজিয়া চুই শপত খাওক— আমি একো নাই বুলি এৰি দিম— নহ'লে —।

কিছুপৰ মনে মনে থাকি বিকোদৰে কিবা এটা ভাবিলে, তাৰ পিছত লাহে লাহে ক'লে, নামঘৰত শপত খুৱাব নেলাগে জানিছ। আজিকালিৰ বিহে ল'ৰা-লাগিলে সঁচা নহয় বুলি শপতকে খাই দিব, পিছত গোটেইখন গাওঁ গোসাঁইৰ শাও লাগি মৰিব লাগিব। ডেকা কালত অলপ-অচৰপ অনিয়ম নকৰা মানুহনো ক'ত আছে? আমিয়ে জানো কম অতপালি-উত্তণালিখন কৰিলোঁ। এইবোৰ পাপ অধৰমৰ কথা, নামঘৰৰ মজিয়ালৈ ননাহে ভাল—

যদি আসে মাতে?

তাৰ পাপে তাক চুব—

এনেকৈ হ'লে গাঁৱৰ ৰাজ থাকিব জানো?

এবা—

ফালি খোৱা বেত পাঁচ চিৰা লৈ, আৰু এখন তামোল মুখত ভৰাই ৰত্নেচৰ গ'লগৈ।

বৰষুণ তেতিয়াও জব্‌জব্ কৰে দি আছিল। ভগা জাপিটোৰে মূৰটো ঢাকি পিঠিটো তিয়ায়ে ৰত্নেচৰ যোৱাৰ ফালে অলপ পৰ চাই থাকি বিকোদৰে খালেটো বোৱা শেষ কৰাত লাগিল।

ঘটনাটো সৰু-সুৰা নহয়।

ধনাই বিকোদৰৰ সমধীয়া ভাগিনীয়েকেই হয়। বাপেক মৰিল, মাক আছে। যোৱা মাঘত তাৰ বিয়া পাতিলে। ছোৱালী তাক লগাজনীকে বিয়া পাতি দিলে। পিছে ঘৈণীয়েকৰ গাৰ মাহ-হালধিৰ গোন্ধ যোৱাই নাই, যোৱা বহাগৰ বিহুত সি বোলে— এবা পাপ, অধৰমৰে কথা। বিয়া নকৰোৱা হ'লেও এক কথা আছিল। আৰু ৰূপহীনো কি কেঁচা গাভৰুজনী। বিহুত ধনাইৰ ঘৈণীয়েক গ'ল বাপেকৰ ঘৰলৈ। ধনাইৰ মাকো বিয়নীয়েকৰ গৰত মিতিৰ খাবলৈ গ'ল, ঘৰত ধনাই অকল, উদঙীয়া হ'ল।

এদিন ভৰ দুপৰীয়া হেনো বাঁচ এখন বিচাৰি ৰূপহী গৈ ধনাইৰ ঘৰ ওলালগৈ। ৰূপহীৰনো কালৈ ভয়-ভীত আছে? তাইলৈকে যদি কোনোবাই ভয় কৰে, তাই কালৈকো ভয় নকৰে! হলং হলং আহে। হলং হলং যায়। গাওঁখন তাইৰ গাওঁ নহয়, বৰ-ঘৰৰ মজিয়া।

সেইদিনাও ৰূপহী আহিছিল ধনাইৰ ঘৰলৈ বাঁচ এখন বিচাৰি। মুগাৰ মেখেলা লগাইছিল, বাঁচ ভৰাবলৈ লৈ দেখিলে বাঁচখনৰ ভালেমান কাঠী ভাগি আছে। ধনাইৰ ঘৈণীয়েকে বাপেকৰ ঘৰৰ পৰা মুগাৰ-মেখেলা বোৱা বাঁচ এখন আনিছিল। তাকে বিচাৰি আহিছিল ৰূপহীয়ে।

নিৰজন দুপৰীয়া। বহাগৰ আগপৰ। গা-উৰো উৰো, মন উৰো উৰো লগা বতৰ। বহাগ বুলিলে এনেয়ে ৰূপহীৰ গা সাতখন আঠখন হয়, তেজবোৰে পিৰপিৰায়, গাবোৰ উচাট্-বিচাট্ লাগে, মন কমোৱা-তুলা হৈ উৰে।

হেৰ ন ছোৱালী আছনে?

দুৱাৰমুখত ৰৈ ৰূপহীয়ে মাত দিলে।

কাৰো সাৰ-সিৰিকতি নাই। ইপিনে ধনাইৰ ঘৰৰ আগ-দুৱাৰ কানি-দুৱৰীকে মেলা আছে।

দুৱাৰ ঘৰ খোপাং-পাংকৈ মেলি ঘৰৰ-ঘৰোৱাহনো ক'ত বিহু মাৰিবলৈ গ'ল অ'— নিজকে কোৱা যেনকৈ কৈ দুৱাৰখন মুকলিকৈ মেলি লৈ ৰূপহী ভিতৰলৈ সোমাই গ'ল।

অচিনাকি মানুহক ভুক্ বুলিবলৈ নাই যি নাই, ভতুৱা কুকুৰ এটাও দুৱাৰমুখত নাই।

মৌজুৰি গাঁৱত হওঁতে চোৰচাৰিৰ ভয় নাই। সেই বুলি ঘৰ-দুৱাৰ এনেকৈ এৰি যোৱা এইঘৰ কোন ধৰণৰ গিৰিহুত অ'–

ৰূপহী মাজৰ কোঠালিলৈ সোমাই গ'ল।

অ' ন-ছোৱালী, ক'তনো মৰিবলৈ গ'ল অ' এইজনী–

ঘৰৰ ভিতৰত মানুহৰ মাত শুনি পিছফালৰ পুখুৰী পাৰৰ পৰা ধনায়ে চিঞৰি সুধিলে, – হেৰ, কোন অ'–

পুনিমাহৰ জোন– চা-হি আহ –'

ধনাই পুখুৰী পাৰৰ পৰা আহিল। তাৰ গা উদি। কোনোমতে কঁকালটো ঢাক খোৱা কপাহী তিয়নি গামোচা এখনৰ বাহিৰে তাৰ গাত আৰু একো নাই। গামোচা ডোখৰো নামতহে। জিলজিলীয়া পুৰণি গামোচা– গাটোৰ আবুৰ ৰোৱা নাই।

পিছ দুৱাৰৰ মুখত ৰূপহীক দেখি ধনায়ে অলপ চক্ খালে। অৰ ফালে এবাৰ চায়ে, সিফালৰ পুখুৰী পাৰৰ ফালে চকু ঘূৰাই ৰূপহীয়ে চিঞৰি উঠিল– হেৰ নাঙঠ-পিঙঠ হৈ এই থিয় দুপৰীয়াখন ক'ত পিং-পিঙাই ফুৰিছ?

ধনায়ে সেপ ঢুকি ক'লে, "ঘৰত কোনো নাই। গা ধোও বুলি পুখুৰী পাৰলৈ গৈছিলো। ক'ৰবাত কেতেকী ফুল গোন্ধোৱা যেন পালো। পুখুৰী পাৰতে কেতেকী জোপা আছে নহয় –"

"পিছে পালিনে নাই কেতেকী ফুল –?"

"ক'ৰবাত আছে। বৰ গোন্ধাইছে। তাই গোন্ধ পোৱা নাইনে?"

"পিছে কেতেকী ফুলনো কাক পিন্ধাবি, ঘৈণীয়েৰ ক'লৈ গ'ল?"

"আজি চাইদিন হ'ল বৌয়ে বোৱাৰীকে শহুৰৰ ঘৰলৈ গ'ল।"

"ঘৰত হ'বলা তই অকলেই আছ?"

"অকলে নেথাকি আৰু ক'ৰ লগটো পাম?"

"মোকে নেমাতিলি কেলেই, ময়ে আহিলোহেঁতেন দুৰাতিমান থাকি গ'লোহিহেঁতেন –"

ধনায়ে হাঁহিলে।

"ব'ল, ব'ল বহঁগে ব'ল। লাগিলে আজিয়ে থাকি যাবি।"

"হেৰ, সেই বুলি ক'বলে বেয়া নেলাগিল নে নিলাজটো কটা –"

মাজৰ কোঠালিটোতে আধাভগা মূঢ়াটোত বহি ৰূপহীয়ে ক'লে – ন-ছোৱালী কেতিয়াকৈ আহিব?

" – কোনেনো সুধিছে! আহিব যেতিয়াই মন যায়।"

"তই পিছে এনেকৈ লঘোণে-ভোকেই থাকিবিনে?"

"কেলেই তই আহিছ নহয়। আৰু আজি তোক হ'বলা যাবলৈ দিম –"

"হেৰ মোকে কলিনে! গাওঁখনত কোনটো বৰমতা আছে অ' অমুকীলৈ হাত মেলা –"

কৈ ৰূপহীয়ে হাঁহিলে।

বটাটোত তামোল-পাণ কটাৰী আনি ধনায়ে ৰূপহীলৈ আগবঢ়াই দি ক'লে, "আগফালৰ দুৱাৰখন জপাই থৈ আহো ৰহ! ক'ৰবাত কোনোবা ওলাবহি।

"হেৰ, দিন-দুপৰীয়াখন কিহৰ দুৱাৰঘৰ বন্ধ কৰ? মৰিব খুজিছ নেকি?"

"মৰো যদিও মৰিম দে, আজি আৰু তোক যাবলৈ নিদিও —"

"হেৰ টেটুলৈকে লাওপানী খালি নেকি? মোক আবিয়ে জীয়াৰী ছোৱালী বুলি ভাবিছ নেকি?"

"বাৰু যি ভাবিছো ভাবিছো —" কৈ ধনায়ে সঁচাসঁচিকৈয়ে আগফালৰ দুৱাৰখন ডাং মাৰি বন্ধ কৰি থৈ আহিল।

ধনাই আহি ৰূপহীৰ ওচৰতে ৰ'লহি।

ৰূপহীৰ চকু-মুখে মিচিক মিচিক হাঁহিছিল। তাই মানুহজনী এনেই গহীন হ'ব খুজিছিল। পিছে তাইৰ গোটেই গাটোৱে হাঁহিছিল।

"আজিনো এই সময়ত কেলেই আহিলি ৰূপহী —?" সেপ ঢুকি ধনায়ে ক'লে।

"মাৰ আৰু যৈণীয়েৰ নাই বুলি শুনিলো। মই বোলো কাক লৈ আছ তাকে চাই আহো —"

ধনাইৰ কাণ-মূৰ ৰঙা পৰিল। ৰূপহীৰ ওচৰতে মাটিতে আঁঠুকাঢ়ি বহি ধনায়ে ৰূপহীৰ গাত হাত থৈ ক'লে, "তই এতিয়াও বৰ কেঁচা হৈ আছ অ' ৰূপহী —"

ৰূপহীয়ে মুঠেই সুধিলে, "ঘৈণীয়েৰে হবলা মৰম নকৰে—"

নিমজ মজিয়াখন চেঁচা যদিও সিহঁতৰ বৰ কোমল যেন লাগিল। ৰ'দজাকো যেন অলপ সময়ৰ কাৰণে বৰ মিঠা হৈ পৰিছিল। বিহুঁৱাহতে গাওঁখনৰ কোনোবা এটা মূৰত বিহু মাৰিছিল। ঢোলৰ মাত সিহঁতৰ কাণত পৰিছিল।

সময় যোৱাৰ কথা সিহঁত এটাৰো মনত নাছিল। গাৰ ঘামবোৰ কেতেকী ফুল গোন্ধোৱাদি গোন্ধাইছিল। ...

"ধনাই আছনে?"

চোতালত ৰৈ কোনোবাই মাতিলে।

প্ৰথমতে সিহঁতৰ কাণত পৰা নাছিল।

পিছত পৰিল।

ফুচফুচাই ৰূপহীয়ে ধনাইৰ কাণে কাণে ক'লে, "বাহিৰত কোনোবাই মাতিছে —"

ধনাই উঠি গুপ্‌গুপাই পিছফালৰ পুখুৰী পাৰলৈ লৰ মাৰিলে। ৰিহা-মেখেলা বিচাৰি লৈ ৰূপহীও থিয় হ'ল। পিছে কি কৰিব, কি নকৰিব একো ঠিক কৰিব নোৱাৰি ৰূপহীয়ে বেৰৰ জলঙাইদি জুমি চাই দেখিলে গাঁৱৰে কণটি।

কণটিক তাই জানে, বৰ ভয় নেলাগিল। কাপোৰ-কানি আকৌ এবাৰ চাই লৈ একো নোহোৱাৰ নিচিনাকৈ ৰূপহী ঘৰৰ মূখেদি পিছ চোতালৰ পৰা আগফাললৈ ওলাই আহিল।

ৰূপহীক দেখি কণটিয়ে উচপ্ খোৱাদি খালে।

ৰূপহী দেখোন। তই ইয়াত কেনেকৈ ওলালিহি?

এ নকৰি কাইটি, তাঁত এখন লগালো। বাঁচ এখন লগা হ'ল। ন-ছোৱালীয়ে বাঁচ কেইবাখনো অনা বুলি শুনিছিলো। আহি পালোহি, ঘৰত জনপ্ৰাণী এটা নাই— ৰহিহে আছিলো— বাঁচখন নহ'লেই নহয়।

কণটিৰ পিছে বিশ্বাস নহ'ল।

পিছফালে কোনোবা এটা গুপ্‌গুপাই যোৱা যেন শুনিলো— কোনটো সেইটো —?

এইবেলি ৰূপহী অলপ অসুবিধাত পৰিল। কথাষাৰৰ উত্তৰ নিদি তাই ক'লে, "তইনো কাক লগ পাৰলৈ আহিলি কাইটি?"

"ধনাইক লগ পাব লাগিছিল — নাই যদি যাওঁৱেই —"

ৰূপহীয়ে ক'লে, "ময়ো যাওঁ। অথনিৰ পৰা বোন্দাপৰ দি কঁকালৰ বিষ উঠিল, সি বনৰীয়া মানুহ, ক'ত বা বিহু মাৰি ফুৰিছে গৈ —"

ৰূপহী আৰু কণটি ওলাই আহিল। বাটত কণটিয়ে অইন কথা পাতিলে— ধনাইৰ কথা আৰু নুলিয়ালে।

ৰূপহীয়ে পিছে কণটিৰ মনটো বুজিব নোৱাৰিলে। ...

পিছে কণটিয়েই আহি কথাটো ৰাইজৰ আগত উলিয়াই দিলেহি। ভিতৰৰ পৰা গুপ্‌গুপ কৰে লৰমৰা মানুহটো যে ধনাইহে, অইন কোনো নহয়, সেই কথাও কণটিয়ে ন-দি ক'লে।

ৰাইজ পতিয়ন গ'ল।

পিছে ৰূপহীৰ এইটোৱেই প্ৰথম এনেকুৱা ঘটনা নহয়। তাইৰ ৰাইজ, ৰজা, ঈচৰ কালৈকো ভয় নাই। বিপদ হ'ল ধনাইক লৈহে। প্ৰথমে বুবু-বাবা চলিছিল, পিছলৈ সকলোৱে কথাটোৰ মুকলিকৈয়ে আলচ কৰিবলৈ ধৰিলে।

বিকোদৰে নো কি কৰিব? ৰাইজখনে বিচাৰ দিলে পেহীৰ ল'ৰা ভাই হ'লেও নিয়াই বিচাৰ কৰিবই লাগিব। বিয়া কৰাবৰ ছমাহ হোৱা নাই— সি বাৰু এনে কাম কৰিবলৈ গ'ল কিয়?

ৰৰবিল পানীৰে চপ্‌চপীয়া হৈ পৰিছে। মৌজুৰিতো পাৰলৈকে পানী হৈছে। পথাৰবোৰতো পানী ভৰি পৰিছে। বাৰিষা ঋতু আৰম্ভ হৈ গৈছে। খৰালিৰ আলি-বাটবোৰো এতিয়া পানীৰ তলত— নৈ যেন হৈ পৰিছে। গৰু-ম'হ পাৰ হ'লে পেটলৈকে তিতে। মানুহৰ তিয়নি নৰয়।

পিছে ৰাতিৰ বাহিৰে দিনৰ দিনটো মানুহ পথাৰতে থাকে, খেতিৰ দিনত পথাৰেই ঘৰ। বোকাপানীত লেটি ল'বলৈ নেপালে ৰাতিও ভালকৈ টোপনি নাহে।

যাঁঠৰ কিদিন দিলে টিকাফটা ব'দ, এতিয়া যাঁঠ ভাগিলত আহিছে ঢল। সকলো অনিয়ম হ'ল। এতিয়া যদি নেৰা-নেপেৰা বৰষুণ দিবলৈ লয়, গৰু-ম'হবোৰৰ বেমাৰ হ'ব। শুকান ধান শেষ হোৱাৰ কাৰণে বহুতে এতিয়া কেৰাহীত ধান ভাজি খুন্দিব লাগিব। ডাৱৰীয়া বতৰত ঢেঁকীৰ মাতবোৰ সেমেকা হ'ল।

আৰু ল'ৰা-ছোৱালীবোৰে পানীত খেলিবলৈ আৰম্ভ কৰি দিলে। ঘৰৰ আগৰ দ পথাৰবোৰত, সৰু সৰু টোকনি পুখুৰীবোৰত, আৰু সকবোৰে চোতালত গোট খোৱা সৰু-গাঁঠি ডুব যোৱা পানীৰ ডোঙাত জঁপিয়াই জঁপিয়াই, বাগৰি কিৰিলি পাৰিবলৈ ধৰিলে, দহ-বাৰ বছৰীয়া ল'ৰা-ছোৱালীয়ে কঁকালৰ গামোচাকেডোখৰ গাৰ পৰা সোলোকাই জেওৰাৰ মূৰত বা ফুটুকা গছৰ জোপোহাত দলি মাৰি থৈ পানীলৈ জঁাপ সোধালে। পানীলৈ সিহঁতৰ ভয় নাই। কাৰোবাৰ কাণে নাকে পানী সোমাই চৰ্চৰণী খালেও চিন্তা নাই। জঁপিয়াই, বাগৰাবাগৰি কৰি, ডুব মাৰি, সাঁতুৰি নাঙঠ-পিঙঠ ল'ৰা-ছোৱালীগালে পানীতে দিনটোৰ সৰহ সময় কটাব ধৰিলে।

হেৰ, উঠি নাহিলিনে? বুলি বয়সীয়া কোনোবাই চিঞৰ এটা এনেই মৰা শুনি সিহঁতে মুঠেই খিক্‌খিকাই হাঁহিলে আৰু গিৰ্জনি মাৰি এদল পাতিহাঁহ জঁপিয়াই পৰাদি পানীত জঁাপ দিলে।

আৰু আমৰ তেতিয়া ভৰপক। কঁঠালবোৰো পকিছে। কণপাইৰ নিচিনা ৰাইকহবোৰৰ নিজৰ বাৰীৰ আম-কঁঠাল খাই হেঁপাহ নপলায়। লোকৰ বাৰীৰ আম-কঁঠাল চুৰকৈ খাই শাও গালি খাই মৰিছে। আৰু কঁঠাললৈ যে তাৰ খকটো— গাৰে বলে-নোৱাৰা গোট কঁঠাল একোটা সি এফুটাও নেৰাকৈ অকলেই খায়। পনীয়লবোৰ দহেচীয়া হৈছে, ভালকৈ পকা নাই। খোলোকা খোলোক আধাপকা লেটেকুৰ খোপাবোৰ দেখিলেই জিভাৰ পানী পৰিব খোজে।

কেউপিনে পকা গছ-কঁঠালৰ গোন্ধ, পকা মাটি-কঁঠালৰ গোন্ধ, বোকা মাটিৰ গোন্ধ, গেলা-পচা বন ঘাঁহৰ গোন্ধ, আৰু কোৰমৰা মতাইঁতৰ আৰু ঢেঁকীদিয়া জীয়াৰী-বোৱাৰীহঁতৰ গাৰ ঘামৰ লুণীয়া গোন্ধ।

বৰবিলৰ পাৰৰ বৰহাবিৰ মাজত কিবাকিবি বনৰীয়া ফুল ফুলিছিল, সেইবোৰো গোন্ধাইছিল। আৰু বৰ নামঘৰৰ আগৰ পুখুৰীটোত পদুম ফুলবোৰ বগা হৈ ফুলিছিল— এই একোপাহ ফুল, দেখিলেই ছিঙিবৰ মন যায়। পিছে নামঘৰৰ পুখুৰীৰ ফুল ছিঙিব নেপায়। কোনেও নিছিঙে। সেইবোৰ দেওফুল, দেৱতাকহে দিব লাগে।

এদিন মনে মনে সোণপাহীয়ে, জয়ন্তীয়ে, ককুনীয়ে দুপৰীয়া কেও কিছু নথকা সময়ত নামঘৰৰ বৰ পুখুৰীৰ পদুম ফুল চাৰিপাহ ছিঙি বুকুৰ মাজত সুমুৱাই আঁচলেৰে ঢাকি ঘৰলৈ নিছিল; পিছত আটাইকেইজনীৰ যোবাখোৱা নৰিয়া হৈছিল। কথমপি বৰনামঘৰলৈ শৰাই একোখন আগবঢ়াইহে ৰক্ষা পৰিল। কালিকালগা পুখুৰী! বৰালি

মাছ দুজনা যে আছে কিমান বুঢ়া হৈছে কোনেও ক'ব নোৱাৰে। পিঠিত এহাত এহাত নোম গজিছে। সদায় পানীৰ তলতে থাকে, কেতিয়াবাহে দেখা দিয়ে।

ভোগৰ ঘৰ মৌজুৰিৰ নিচেই কাষতে, নামঘৰৰ পৰা অলপ দূৰ। একেবেলিয়ে এঘৰীয়া নহয়। পিছে চাৰিওপিনে ভোগৰ ৰোৱতী মাটি, আৰু দহ হালিচা মাটিৰ বাৰীখনৰ মাজতে ভোগৰ ঘৰ।

ভোগৰ বাৰীখন চালে চকুৰোৱা। খেতিৰ পথাৰ আৰু বহল বাৰীখনেহে ভোগৰ ঘৰখনক আনৰ ঘৰৰ পৰা কিছু নিলগাই ৰাখিছিল।

মৌজুৰিৰ পাৰৰ মাটি সাৰুৱা। গুটি এটা গোজ মাৰি থ'লে লহপহীয়া গছ হৈ উঠে। মাটিৰ মৰমতে ভোগ উপজি-পুৱাৰে পৰা কাণি-মুনি পৰলৈকে দিনৰ দিনটো বাৰীত সোমাই কাম কৰি থাকে। বাৰীখনত চাৰিশ জোপাতকৈও সৰহ তামোল আছে। ইয়াৰে এশজোপামানত আছে পাণ, এশজোপামানত জালুক, ঢাপত মাটিকঁঠালৰ শাৰী, আম, কঁঠাল, লেটেকু, পনীলয়, জামু, মধুৰীআম, জাহাজী, চেনিচম্পা, মালভোগ, ভীম, আঠিয়া, পুৱা কলেৰে বাৰীখন গেজেপনি হৈ আছে। উত্তৰৰ ফালৰ ঢাপত আছে এজোপা জাতি বাঁহ আৰু এজোপা ভলুকাবাঁহ।

বাৰীখনৰ পৰা এখোজো ওলাই নোযোৱাকৈ, কাৰো ওচৰত হাত নপতাকৈ, বাৰীখনৰ ওপৰতে ভোগ চলি থাকিব পাৰে। এদা হালধিৰ খেতি ভেটিয়ে ভেটিয়ে কৰে, মৌজুৰিৰ পাৰৰ মাটি ডোখৰত খৰালি আলু মাহ সৰিয়হ শাক-পাচলি কৰে।

ভোগই মাটিক মোৰ বুলি লৈছিল, মাটিয়েও ভোগক মোৰ বুলিছিল, তাৰ হাতখনো বৰ বলী, কিবা এটা মাটিত গুজিবহে লাগে, দুদিনতে ঠন ধৰি লহপহাই আহে।

ভোগৰ বয়সো ডেৰকুৰিৰ বেছি হোৱা নাই। মটহা-মটহ হাত ভৰিৰে, আটিল গাৰে, তেজগোৰা চেহেৰাৰে ভোগটো দেখনিয়াৰ মানুহ। লিখাপঢ়া অৱশ্যে একোকে নেজানে, সেই কাৰণে মৌজুৰিৰ অন্য ডেকাবোৰৰ নিচিনাকৈয়ে তাৰো লাজ বা দুখ একো নাই। আমি হালোৱা-চহা মানুহক বিদা কেলেই? বুটি কোৰ আৰু কেঁকোৰা নাঙলটোত ধৰিব জানিলেই আমাৰ বহুত।

ভোগৰ বাপেকো ভাল খেতিয়ক আছিল। আজি যদি ভোগই ঘৰবাৰী দেখনিয়াৰ কৰিছে, সেইবোৰ পাতিছিল ভোগৰ বাপেকেহে। আজি যদি ভোগই মৌজুৰিৰ পাৰত নিজে ভাঙি দুপুৰা মাটি উলিয়াইছে, বাপেকে ভাঙি উলিয়াইছিল চাৰিপুৰা।

ভোগৰ বাপেক বাত বেমাৰী হ'ল, ভাং নেখালে থাকিব নোৱাৰে, কুহুৰীয়া কাহ এটায়ো লগ ললে, বুঢ়াৰ অৱস্থা বেয়া; জাৰকালি আৰু বৰষুণ বতৰত পৰিহে থাকে। ঢাৰিপাটিখনতে পৰি ঘৰখন ৰখি থকাৰ বাহিৰে আৰু অইন কাম-কাজ কৰিব নোৱাৰে। কেতিয়াবা বা-বতৰ ভাল থাকিলে, কেতিয়াবা চালনী খৰাহী একোটা সাজে,

নহ'লে এনেয়ে বহি-শুই দিনটো কটাই দিয়ে। কাম আৰু ৰোগে বুঢ়া নকৰা হ'লে ভোগৰ বাপেক যোগ বুঢ়া ইমান বুঢ়া নহ'লহেঁতেন।

ভোগৰ মাক মৰিল, আজি তিনি বছৰ হ'ল। পাঁচজনী বাইভনীৰ আটাইকেইজনীকে বিয়া দি উলিয়াই দিলে। এতিয়া ঘৰখনত বেমাৰী বাপেক যোগ, ভোগ আৰু ৰূপহী, আৰু কুকুৰ তিনটা আৰু মেকুৰীহাল আৰু ৰূপহীয়ে পোহা ভাটৌটো আৰু চাকৰহাল, আৰু গাই তিনিজনী আৰু ডমৰা দুটা আৰু ছাগলী মখা, আৰু পাতিহাঁহ জাক আৰু পাৰবোৰ, নিগনি ডালশলীয়া, মকৰা, পইতাচোৰা, আৰু চুক ভেকুলীকেটাও ৰূপহীৰ চিনাকি আৰু আপোন।

আৰু সিহঁতবোৰেও ৰূপহী আৰু ভোগক ভালকৈ চিনি পায়। কেৰাহীৰ মাছ টিপতে চুৰ কৰি নি মেকুৰীজনীয়ে যেনেকৈ ৰূপহীৰ হাতত অন্ধৰাখৰিৰ মাৰ খায়, তেনেকৈ কেতিয়া ৰূপহীৰ কোলাত উঠিব লাগে সেই কথাও জানে।

মুখেৰে কথা নকৈ ৰূপহীয়ে কিবা এটা ভাবি থাকিলেও বেৰৰ জেঠীটোৱে ঠিক্ ঠিক্ কৈ হয় দিয়ে। পইতাচুৰুণী দুজনীয়ে ৰূপহীৰ তেলচিকিটি লগা গাৰুটোত বহি থাকি তেলৰ গোন্ধ লয়। ৰাতি জুইৰ গুৰিত বহি মাছ পাচলি বাছি কুটি থাকোতে চুকৰ পৰা ভেকুলীজনী ওলাই আহি ৰূপহীৰ মুখলৈ চাই থাকে। ৰাতিপুৱা পুখুৰীৰ পাৰত কাঁহীবাটি মাজি থাকোতে কাউৰীকেজনীয়ে ৰূপহীক বেঢ়ি ধৰি আমনি কৰে। যাহ এই কেজনী বুলি মুখেৰে খেদাই থাকিলেও সিহঁতে কেৰেপকে নকৰে।

যোগই কথা নকয়েই, কেতিয়াবা গাঁৱৰ কোনোবা আহি বহিলেহিহে দুই-চাৰি আষাৰ কথা পাতে। ভোগ আৰু একোৰ চৰা, নেপাতিলে নোহোৱা কথাকেষাৰহে ৰূপহীৰ লগত পাতে। ল'ৰা-ছোৱালী কাৰণেই নে কথা-বতৰা নকৈ নকৈ সজ হ'ল কাৰণেই ভোগই মনে মনে কাম কৰি থাকিয়ে ভাল পায়। মানুহটো পিছে অলপ উদাসীন যদিও, মনমৰা নহয়। লগৰ সমনীয়া পালে, বিয়াই সবাহে হাঁহি-ধেমালি নকৰা নহয়। পিছে সদায় হাঁহি থকাটো মতা মানুহৰ কাৰণে ভাল দস্তুৰ নহয়। হাঁহি হ'ল তিৰোতা মানুহৰ বস্তু।

যোগৰ ঘৰত মানুহ তাকৰ বুলি সিহঁতৰ ঘৰলৈ গাঁৱৰ মানুহ নহাঁকৈ নেথাকে।

কাৰণ গাঁৱৰ অইনে শাকতলি উলিয়াবলৈ লয় মানে ভোগৰ বাৰীৰ লাই-লফাবা খাবৰে হয়। পাক মাৰি এমুঠি খুজি নিয়া গাহক কম নহয়।

ৰূপহীয়ে গাওঁখনকে বিলায়।

কোনোবাই তামোল বিচাৰি আহে।

কোনোবাই পাণ বিচাৰি আহে।

কোনোবাই কাঠ আলু, মোৱা আলু বিচাৰি আহে।

কোনোবাই কঠীয়া একাষি কম পৰাৰ কাৰণে বিচাৰি আহে।

কোনোবা আহে ভোগৰ ওচৰত নাঙলটো চচাবলৈ, যুৱলিখন বিন্ধাবলৈ, কোৰখন শলাবলৈ।

আৰু কোনোবা –

কোনোবা আছে চৰাঘৰত বা পিছবেলা ছাঁ পৰা ধূলিয়ৰি চোতালত পাটিদেৰ ঢাৰিত বহি তামোল খাই, চাহপানী খাই, ৰূপহীৰ লগত কথাৰ মহলা মাৰি সময় কটাবলৈ।

কোন কেলেই আহে আনে বুজি নেপালেও ৰূপহীয়ে বুজি পায়। বিয়া হৈ যোৱাৰ ছয়-সাত বছৰৰ পিছতো কিছুমানে ৰূপহীৰ মৰম পাহৰিব পৰা নাই, ৰূপহীলৈ লোভ এৰিব পৰা নাই।

গালি-শপনি খায়ো কোনো কোনো আহে।

শহুৰেক যোগ জুপুকা মাৰি মনে মনে বহি থাকে– ৰূপহীৰ কথা-কাণ্ডবোৰ যেন একো বুজি নেপায়। ভোগবাৰীত সোমাই থাকে, নাইবা নৈপাৰৰ মাটিত কিবা কৰি থাকে। আলহী সোধে ৰূপহীয়ে, কথা পাতে ৰূপহীয়ে, হাঁহে ৰূপহীয়ে, চুপতি মাৰে ৰূপহীয়ে। আৰু কেতিয়াবা কেতিয়াবা বহি বহি কথা পেঘেনিয়াই থাকি নুঠা যেন হ'লে ৰূপহীয়ে কয়– হেৰ, গধূলি হ'ল দেখা নাইনে? ঘৰলৈ নেযাবগৈ কেলেই? আৰু যাবৰ মন নাই যদি থাক। মই ভাত-পানী ৰান্ধোগৈ খাই বৈ যাবি। নেযাব যদি থাকিবি আমাৰ ঘৰতে। পিছে আমাৰ ঘৰত থাকিলে ৰাতিটো খৰমৰাই মৰিবি। টৌপনি আহিব জানো? ...

গালি পাৰিলেও ৰূপহীক কোনোৱে বেয়া নেপায়। তাই বৰ মৰমিয়াল। ৰূপহীৰ ৰং যিমান, মৰমো সিমান। দেহাটো যেই হওক, তাইৰ মনটো নিকা। এই কথা গাঁৱৰ সকলোৱে জানে। এতিয়া নহয়, জীয়াৰী কালৰে পৰা তাইৰ এই গুণটো গঞা ৰাইজে মন কৰি আহিছে।

যিবোৰ তিৰোতাই ৰূপহীক চকু পাৰি দেখিব নোৱাৰে, দুজনী একেলগ হ'লেই কিবা কৈ ৰূপহীৰ কথা উলিয়াই তাৰ বদনাম গায়, সেইবোৰ তিৰোতায়ো যেতিয়া বাটে-ঘাটে ৰূপহীক লগ পায়, বা কিবা সকামত ৰূপহীহঁতৰ ঘৰলৈ আহে, সিহঁতো ৰূপহীৰ কথা-বতৰা কাম-কাজত ভোল যায়।

হঁয়ে ভদেচৰী, এইটো গাৰে হেকেৰ-পেকেৰকৈ যে মৌজুৰিৰ পৰা সেইডাল পিতলৰ বৰ কলহেৰে পানী নিবলৈ আহিছ– তহঁতৰ ঘৰৰ মানুহবোৰৰ চকু-মূৰ নাইনেকি? কটা কেঁচাই-খোৱাৰ সঁচ, মানুহ খাব অ' ইহঁতে। চাওঁ দে, কলহটো মোক দে। ব'ল, ব'ল মোৰো পানী নিবলৈ আছে। ব'ল, পানী কলহ দি থৈ আহো –"

পানী কলহ ৰূপহীয়েই নি ভদেচৰীৰ ঘৰত দি থৈ আহেগৈ।

"বাইটি, অকণ ৰ', তামোল এখন খাই যা –"

"থ, থ, লেন চেলাবলৈ নাহিবি। বান্ধ-কানিৰ সঁচ, তামোল খুৱাবি। হেৰ গিৰিয়েৰক মোৰ ঘৰলৈ পঠিয়াই দিবি, কেঁই ভাৰ লাগে পাণ-তামোল লৈ আহিবগৈ। ভাদমহীয়া ৰ'দত শুকুৱাই থবি, পুহমহীয়া জাৰত খাবি।"

তামোল এখনো নোখোৱাকৈ ৰূপহী ফোঁ-ফোঁৱাই গুচি যায়। ...

হেৰ ৰূপহী, ক'ৰ পৰা আহিলি?

এ, নকবি আৰু। নৈপাৰৰ সেই বৰতলৰ চিটা আজি বোকা দিছে। কঠীয়া যোল আঘি তুলি আহিলো, পানী কঠীয়া, কঁকাল টহ্‌টহাই যায় পাই। পিছে তইঁতৰ কেনেকুৱাত পেলাইছ?

এ নকবি, ঘৰখনৰ আটাইবোৰৰ স্বৰ খৰ নৰিয়া। কালিয়ে জানৰ মুখৰ সেই মাটি চাইডৰা বোকা দিলো, কঠীয়াই নুজুৰিলে। আজি এইয়া তুলি নি কলৈগেহে যদি হয়গৈ –

ৰূপহীয়ে আৰু কথা নকয়। কঠীয়া-তৰ্লিলে নামি যায়।

এ, নেলাগে, নেলাগে থ, তই ইমানবোৰ কঠীয়া তুলি আহিছ–

ইমানবোৰ তুলি আনিছো! আৰু দুআঘি তুলিলে নমৰো দে–

ৰূপহীৰ হাতত পানী কঠীয়াও পানী হৈ যায়। তামোলখন খোৱাৰ পৰত সাত-আঠ আঘি কঠীয়া তুলি মূৰ তুলি চাই সোধে, হ'বনে আৰু লাগিব?

হ'ব হ'ব সৰহে হ'ব কিজানি। বৰ সহায় কৰিলি পাই।

কিহৰ সহায়টো কৰিলো, কঠীয়া মুঠি তুলি দিয়াও এটা কথানে? বাৰু যাওঁ দেই। ঘৰখনত বা কি হৈছে –

ৰূপহী আৰু নৰয়। ...

কণমইনা কাইটি ক'ৰ পৰা আহিলি?

ঘৰৰ পৰাই। আৰুনো ক'ৰ পৰা আহিবি?

কি মন কৰিনো আহিলি?

কি মন কৰি আহিলো, ঘপৰাই কেনেকৈ কওঁ। তোকো বহুত দিন দেখা নাই। আমাৰ-জনীৰে মুখখন চাই থাকিবলৈ তাইৰো মুখখন হ'ল আয়ে-ডকা, চুৰা-চকৰ পোকৰ যেন ক'লা। সেই দেখি বোলো তোৰ মুখখনকে এবেলি চাই যাওঁ।

ই, আগতে কৈ নপঠিয়ালি কেলেই? তেল-টেঙা ঘঁহি চিকুণজনী হৈ মেৰচৰা পাৰি বহি থাকিলোহেঁতেন।

হ'ব হ'ব দে, তেল-টেঙা নঘঁহাকৈয়ে তই চালে চকুৰোৱাজনী হৈ আছ। হেৰ গিগিয়েৰ ক'লৈ গ'ল?

কেলেই?

সাবট মাৰি ধৰিম যেন লাগিছে অ'–

ধৰ, কোনেনো হাক দিছে? অকলে ধৰি ৰাখিব নোৱাৰ যদি, যা, খৈণীয়েৰকো লৈ আহগৈ, দুয়োটাই চাংডোলাকৈ লৈ যাবি। হো, তামোল খা–

তামোল খাই কণমইনাই ক'লে– এটা সকামতে আহিলো পিছে–

ৰূপহী গহীন হ'ল।

ভালেমান দিন তহঁতৰ সেই ফালে যাবই পৰা নাই। অকলশৰীয়া মানুহ, কিনো কৰিম? ঘৰখন এৰিবকে নোৱাৰো, ভালনে ল'ৰা-ছোৱালীকেটাৰ?

ক'ৰনো ভাল? কোনোবাটোৰ জ্বৰ, কোনোবাটোৰ খৰ, কিমান চাবি, আৰু এটা দুটা হ'লেহে, গাহৰি গড়াঁলেৰে এগড়াল—

নিজৰ ল'ৰা-ছোৱালীৰ কথা তেনেঁকে ক'ব নেপায় জানিছ— ঈচৰে দিছে।

ঈচৰডালৰো আৰু কাম নাই। আমাৰজনীৰ পেটতহে গাহৰি পোৱালিবোৰ গুজি গুজি দিয়েহি, এতিয়া আকৌ এটা জাগো জাগো।

অকণমান সময়ৰ কাৰণে ৰূপহীৰ মুখখন ক'লা পৰি গ'ল, চকুহাল শেঁতা পৰি গ'ল। পিছে কণমইনাই মন নকৰিলে, ৰূপহীৰ যে ল'ৰা-ছোৱালী নাই, কথাষাৰ কণমইনাই ভাবিয়ে নেচালে।

কিছুপৰৰ মূৰত ৰূপহীয়ে সুধিলে, আজিকালি কেনেঁকে চলিছ?

নুসুধিবি আৰু। যোৱা বছৰ জুৰিছিল। এই বছৰ, সেইয়া দ কেডৰা বানে নিলে। যিবা আহু কৰিছিলো, চিৰি-চেহেৰা ভাল দেখা নাই। এতিয়া খাবলৈকে নাই।

ল'ৰা-ছোৱালী আটাইখন লগলাগি খেতিটো ভালকৈ কৰিব পাৰ, তহঁতকনো নুজুৰিলেহেঁতেন কেলেই? নৈপৰীয়া পলসুৱা মাটি-লমালমে ধান হ'লহেঁতেন। তই আকৌ হলি চকু মুদি খোৱা। চাওঁ— বস্তা থৈলা কিবা আনিছ জানো?

কেলেই?

ধান দুটামান লৈ যা— নে, শুদা মুখখন লৈ আহিছ?

অকল মুখখনেই নহয়, সকলো লৈ আহিছো।

যা কটা নিলাজটো। বুঢ়া হলি আৰু বাছ-বিচাৰ কৰিবলৈ নিশিকিলি?

অ' আই, কিনো বেয়া কথাটো ক'লো, আমি আৰু লগৰ বস্তু লগতে লৈ ফুৰাও—

চুপতিখন থ। ইয়াত মোৰ লগত চুপতি মাৰি থাক, আৰু সিপিনে ল'ৰা-ছোৱালীয়ে কলমতিয়াই থাকক; তহঁত মতা মানুহবোৰৰ একো নাই অ'—

পূৰীয়া পাচি এটাত ধান এপাচি আনি দি ৰূপহীয়ে ক'লে, জৰা-ফুকা ধান, খোৱাৰ লগৰে দিছো, যা পাচিটো দি পঠিয়াবি।

জৰা ফুকা সোণবৰণীয়া ধান— জৰ্জৰীয়া ধানগাল দেখিলেই মৰম লাগে।

তহঁতৰ ৰঙালাও হৈছেনে নাই? কণমইনাই সুধিলে।

— এ, বৰ এডৰা হৈছে। কলিয়াইছে, মাজে মাজে এটা-দুটা খাইছোও, লাগে নেকি এটামান—?

নেলাগে, মোৰো ৰঙালাও হৈছে। বোলো লাগে যদি এটা দি পঠিয়ালোহেঁতেন।

নেলাগে, নেলাগে আছে।

মই তেনেহ'লে উঠো—

ও যা– কিবা টানত পৰিলে আহিবি– লাজ নকৰিবি, আমি খাম, তইঁতে লঘোণ দিবি, সেইটো জানো পাপৰ কথা নহ'ব –?

ধানৰ পাচিটো কাণৰ ওপৰত তুলি লৈ কণমইনাহঁ ঘৰলৈ খোজ ল'লে। সি পদূলিমূৰ পাওঁতে পিছফালৰ পৰা ৰূপহীয়ে চিঞৰিলে, হেৰ কাইটি ৰবিচোন–

কি হ'ল আকৌ –?

ৰূপহী ভিতৰলৈ গ'ল আৰু অলপ পিছতে ওলাই আহিল–

বাৰীৰ জালুক এমুঠি লৈ যা। বৌৰ কাৰণে লাগিব, আৰু বৰালি মাছ এচকলো লৈ যা, আজি ৰাতিপুৱা বৰশীত পৰিছিল–

এই বেলি কণমইনা গ'লগৈ ...

মাজে মাজে ৰূপহী বাপেকৰ ঘৰলৈ যায়।

মাজে মাজে গাওঁ ফুৰিবলৈ যায়। ঘঁহি মাজি গা-পা ধুই, ধুই জাপি পেৰাত ভৰাই থোৱা নিজ হাতে বোৱা পাটবনিয়া মুগাৰ মেখেলাখনৰ ওপৰত ভমকাফুলীয়া কপাহী চেলেংখন লৈ, ফিটফিটীয়াকৈ খোৱা বেলাউজটো পিন্ধি, ডিঙিত চিপাত মণি ধাৰ, কাণত দুঅনীয়া মুখৰ বাখৰ পতোৱা কণথুৰিয়াযোৰ পিন্ধি যেতিয়া ৰূপহী ঘৰৰ পৰা ওলাই যায়, দূৰৰ পৰাই সকলোৱে চিনিব পাৰে সেইজনী ৰূপহী –

লোদোৰ-পোদোৰ আটিল গা, গঢ়িত কুন্দত-কটা চকলা মুখখন, তেজেমুখে ফুটিযাওঁ, ফাটি যাওঁ গাল দুখন, কিচ্ কিচ্ কৰে ক'লা চুলিখিনিৰ মাজে-ফলা সেওঁটাটোৰ ওপৰত দীঘলীয়া সেন্দূৰৰ ৰেখাডাল। কপালত কেঞা আঙুলিৰ মূৰেৰে লোৱা বহল ৰঙা ফোঁটটো, তামোলৰ পিকেৰে ৰঙা পাতল, ধুনীয়া ওঁঠ দুটা, আৰু ভয়-ভীত নকৰাকৈ অকলে অকলে বালিমাহীজনী যেন হৈ খোজ কাঢ়ি গৈ থকা ৰূপহীজনীলৈ নোৱোৱায়ো এবেলি ঘূৰি চাই যায়। নেপাতো বোলোতায়ো কাষ চাপি আহি উপযাচি কথা এষাৰ পাতি যায়হি।

ইমান কেঁচা ৰূপহীজনী।

ইমান জীয়া ৰূপহীজনী।

ইমান মিঠা, মৰমলগা ৰূপহীজনী।

তাই যেনি যায় যেন পোহৰ হৈ যায়।

দুখ-বেজাৰ বুলিবলৈ সচ নাই। চুপতি মাৰি মাৰি, ভালে-বেয়াই, নিলাজে-ওভতে কথা কৈ কৈ সকলোকে বশ কৰি যায়। বিমানে বি কওঁ বুলি যায়, ৰূপহীৰ ওচৰ পালে সকলো কেচুটো যেন হয়। সক ল'ৰা-ছোৱালীবোৰে ভয়েই কৰে। বয়সত ডাঙৰবোৰেও সমীহ কৰি চলে।

কোনোদিন জৰবিষ, মূৰ কামোৰণি এটা নাই। যেতেকে বয়স বাঢ়িছে তেতেকে যেন ৰূপ চৰিছেহে। গিৰিয়েক ভোগৰ নিচিনাকৈয়ে তাই খন্তেকো এনেই বহি

নেথাকে, বন নেথাকিলেও বন এটা উলিয়াই লয়। সৰাকে সাৰি, মজাকে মাজি বাহিৰ-ভিতৰ ফু-মাৰি ভাত খাব পৰা কৰি থয়।

ৰূপহী ঘৰত ঘৰবুঢ়ী, ঘৰৰ বাহিৰ ওলালে জীয়া গাভৰু, ৰাংঢালী, লচ্‌পচী, ৰচকী।

সেই বুলি ৰূপহীৰ গপ ঠেহ নাই, আছে যদি খংহে আছে। গাঁৱৰ বুঢ়া মেথাক সংকাৰ নকৰা নহয়, পিছে ৰূপহীক দেখিলে বুঢ়াবোৰেও মৰমতে জোকায়। বুঢ়াহঁতলৈ ৰূপহীৰ সিমান ভয় নাই, তাইৰ ভয় লাগে বৰ নামঘৰলৈ, বৰবিললৈ, বৰ শিমলুজোপালৈ আৰু বৰহমপুতৰলৈ। বাৰিষা বৰ্‌হমপুত্‌ৰ মৌজুৰিয়েদি উজাই গাও সোমাই যায়হি। তেতিয়া মৌজুৰি উভতি বয়। পানী অনা ঘাটবোৰেদি বৰ্‌হমপুত্‌ৰৰ পানী গাঁৱৰ মাজলৈ বাগৰি আহে।

মৌজুৰিৰ পানী নীলা-কজলা, বৰনৈৰ পানী বগা— নিমিলে। বৰহমপুত্‌ৰৰ পানী আহি আহি বৰ নামঘৰৰ পিৰালি পায়হি, এৰাতিমান তাতে থমক মাৰি ৰৈ থাকে, তাৰ পিছত নামঘৰৰ ভেটিৰ মাটি গালে-মুখে সানি লৈ, মণিকূট চুই, সিংহাসনলৈ নিলগৰে পৰা সেৱা এটা জনাই আকৌ ঘূৰি যায়।

তেতিয়া ৰূপহীৰ বৰ্‌হমপুত্‌ৰলৈ ভয় লাগে। ক'বতো নোৱাৰি কি বিচাৰি আহিছে, কাক বিচাৰি আহিছে। বছৰি বৰনৈয়ে ভোগ লয়। জানোচা কোনোবা দিনা ৰূপহীকে লাগে বুলি কয়।

বৰনৈৰ পানী গাঁৱলৈ সোমাই আহে। ৰূপহীয়ে আগবাঢ়ি গৈ হাতৰ চলুৰে পানী এচলু মূৰে-কপালে লৈ বৰনৈক সেৱা এটি জনায় ঃ যি লাগে নিয়া— গাওঁখনৰ অপায়, অমঙ্গল নানিবা, লাগে যদি গাওঁখনৰ কাৰণে মোকে নিয়া। ...

মনে মনে ৰূপহীয়ে কয়।

বৰহমপুত্‌ৰই ৰূপহীৰ কথা ৰাখে। গাওঁখনৰ একো হানি-বিঘিনি নকৰাকৈ দুই-তিনি দিন থাকি অহা বাটেই ঘূৰি যায়। পলস পেলাই থৈ যায়। নল বিৰিণা খাগৰিৰ গাত দাগ কাটি থৈ যায়। ঘৰৰ ভেটিত আঁচ পাৰি থৈ যায়। খাল-বিল পুখুৰীত মাছ-পুঠি এৰি থৈ যায়।

কেতিয়াবা বৰহমপুত্‌ৰ গাওঁ ফুৰিবলৈ নাহে।

মৌজুৰিৰ মানুহবোৰৰ মনবোৰ মুকলি নেলাগে। কোনোবা অধৰমীয়ে কিবা দোষ লগালে চাগে— নহ'লে কেলেই নাহিব?

ভয় ভয় লাগে।

বেয়া বেয়া লাগে।

শৰাইত তামোল-পাণ দি বৰনৈক মাতি আনিবৰ মন যায়। পিছে বৰনৈও বৰ একাচেকা, যি বৈছা নাহো বোলে, নাহেই। আহাৰ যায়, শাওণ যায়, ভাদ যায়— ৰাইজে বাট চাই থাকে— বৰপানী সোঁতা বা কেতিয়াকৈ আহে।

বৰ্হ্মপুত্ৰ গাঁৱৰ মাৰ্জলে নাহিলে ৰূপহীৰ বেছি ভয় লাগে। জানোচা তাইৰ পাপৰ কাৰণেই নাহিল। এৰা, তাই জানো ল'ৰাকালৰ পৰা কম বেয়া কামবোৰ কৰিছে! ঈচৰে সহিলে, চকুৰ আগতে থকা বৰহ্মপুত্ৰ কেলেই সহি থাকিব?

পিছে মোৰ গাত কি দায়? গাওঁখনৰ ল'ৰা-ডেকা-বুঢ়াই মোৰ গাটোলৈ লোভ কৰে। মইনো কি কৰিম? অধৰমী মতা মানুহবোৰে বুজিও নুবুজে, কিটোনো পায় জানো সিহঁতে মোৰ গাটোত— কিনো ঘিঁউ-মৌ সোপা পায়! বেয়া কাম কিবা মই অকলে কৰোনে? কোনোবাটোক অকণমান টান কথা ক'লেই ডিঙিত চিপজৰী ল'বলৈ ওলায়, বৰবিলত জঁপিয়াই পৰি মৰিবলৈ ওলায়, কণী-বিহ ধুতুৰাৰ গুটি খাই মৰিবলৈ ওলায়।

মইনো কি কৰিম?

গাওঁখনত অতবোৰ ৰূপহী ৰূপহী ছোৱালী আছে, তেওঁ আটাইৰে চকু মোৰ ওপৰত।

ঈচৰে নাই দেখা বুলি ভাবিছ? বৰহ্মপুত্ৰই নাই জনা বুলি ভাবিছ? বৰ নামঘৰৰ জনাই একো নেজানে বুলি ভাবিছ? মৰিবি— খনেই ৰসাতলে যাবি।

ৰাঘৰ পুতেক চৰণ— চৰণ-কলা। কাণ দুখনহে গধুৰ আছিল— এনেই মানুহটো বেয়া নাছিল, চোৰ নহয়, ডকাইত নহয়। সি জানো আওমৰণে নমৰিল?

শাওণ শেষ হৈ ভাদ সোমাইছিল। সোমাল-ভাদৰ আগপষ। মৌজুৰিৰ পাৰৰ বৰহাবিৰ কাণৰ মাটি চাবি কঠা বোকা দিছিল। অকলে অকলে মাটি ৰুই আছিল ৰূপহীয়ে। আকাশখন গোমাই আছিল। ক'লা মেঘবোৰে চানি আনিছিল। যিমান পাৰে খৰকৈ ৰুই ৰূপহীয়ে মাটিডৰা শেষ কৰিব খুজিছিল।

একোবাৰ আকাশৰ মেঘবোৰলৈ চায়, একোবাৰ বোকা দি থোৱা মাটিডোখৰলৈ চায়— আৰু কিমান পৰ লাগিব। ইপিনে বৰষুণ আহো আহো।

নৈৰ পাৰে পাৰে ক'ৰবাৰ পৰা আহি ওলালহি চৰণ-কলা। চিঞৰি চিঞৰি ক'লেও কাণেৰে একো নুশুনে। সি কেতিয়া আহি পথাৰ ডৰাৰ কাষত বৈ ৰূপহীলৈ থৰ লাগি চাই আছিল, তাই ক'বই নোৱাৰে।

এবাৰ ৰূপহীয়ে ঘূৰি চাই দেখিলে— চৰণ।

এইডালে চিঞৰিলেও নুশুনে! সুধিব খুজিলেও কিবা এটা সুধিবৰ উপায় নাই।

তাইলে চাই থকা দেখি ৰূপহী অলপ ৰ'ল। আকাশখন আন্ধাৰ-মুন্ধাৰ কৰি আনিছে। মেঘত বিজুলীৰ চমকনি তিৰবিৰাইছে।

বতৰ বৰ বেয়া। বৰষুণ আনেহে লাগে। ঘৰলৈ নেযাৰ জানো?

এৰা, যাব লাগিল। এই কণ শেষ কৰি যাম বুলি ভাবিছিলো। পিছে আজিলৈ থাওক আৰু— ৰূপহীয়ে ক'লে।

সি নুশুনিলে, আকৌ আকাশৰ ফালে দেখুৱাই ক'লে, বৰষুণ আনিবই এতিয়া। যাওঁ বল।

কথা কৈ লাভ নাই কাৰণে, ৰূপহী পথাৰৰ পৰা উঠি আহিল।

নৈৰ পাৰে পাৰে গ'লে ঘূৰণ হয়। হাবিৰ মাজেৰ লুংলুঙীয়া বাটটোৰেদিয়ে চৰণ আগবাঢ়িল। পিছে পিছে আহিল ৰূপহী।

অলপ দূৰ যোৱাৰ পিছতে হুৰহুৰাই বৰষুণ নামি আহিল। লগে লগে গাজনি, বিজুলী, ঢেৰেকনি। এনেই হাবিৰ মাজত বিয়াগোম বিয়াগোম গছৰ মাজৰ ছাঁ, তাতে মুনিচুনি বেলি। তাতে আকাশত ক'লা মেঘৰ চামনি। ৰূপহীৰ ৰাতি ৰাতি যেন লাগিল।

বৰ ডাঙৰ চাম গছ এজোপাৰ তল পাই চৰণ বৈ দিলে, ঘূৰিল আৰু ৰূপহীক ক'লে, ইমান বৰষুণত কেনেকৈ যাব? অলপ ৰহ, বৰষুণ জাক দি লক।

এ, নেলাগে ৰ'ব, ব'ল। জোকে-জেলুকে হাবিৰ মাজত সোমাই থাকিব নোৱাৰি। যাওঁ ব'ল।

ৰূপহীয়ে কি ক'লে চৰণে একো নুশুনিলে। সি গছজোপাৰ শকত শিয়াডালৰ ওপৰলৈ উঠিল আৰু ৰূপহীৰ বাউসিত ধৰি ওচৰ চপাই আনি ক'লে, "এইখিনিলৈকে আহ। ইয়াত বৰষুণ সিমানকৈ পৰা নাই।"

পিছে ৰূপহী তেতিয়া তেনেই জুৰুলি-জুপুৰি হৈ তিতিছিল, তাইৰ ৰিহাখনে মেখেলাখনে তিতি গাত লিপিটি খাই লাগি ধৰিছিল। তাইৰ গাৰ ভাঁজবোৰ লুকুৱাব নোৱাৰাকৈ ওলাই পৰিছিল।

ৰূপহীৰ পিছে তেতিয়া চৰণৰ আগত লাজ লগা নাছিল। তাই কেনেকৈ হাবিৰ মাজৰ পৰা ওলাই মুকলি পাবগৈ তাৰ কথাহে ভাবিছিল।

চৰণে তাৰ হাতখন ৰূপহীৰ কান্ধৰ পৰা আঁতৰাই নিয়া নাছিল। সি মানুহটো কঁপিছিল। গোটেই হাবিখন কলহৰকাণে-ঢলা বৰৰুণজাকে বুকুত সুমুৱাই লৈছিল। গোটেইখন আন্ধাৰ আন্ধাৰ লাগিছিল।

যাওঁ ব'ল, বৰষুণ নেৰিব কিজানি, ৰূপহীয়ে ক'লে, আৰু যাব খুজিলে।

পিছে চৰণে ইখন হাতো ৰূপহীৰ কান্ধৰ ওপৰত থৈ তাইক নিজৰ গাৰ ফালে টানি আনিবৰ চেষ্টা কৰা যেন তাই অনুমান কৰিলে। মুখখন কঠিন কৰি তাই ঘূৰি চৰণৰ ফালে চালে, আৰু টানকৈ সুধিলে, "কি হ'ল?"

সেপ ঢুকি চৰণে ক'লে, "নেযাবি অ' বৰ বৰষুণ দিছে –"

"ৰাতিখন হাবিৰ মাজত তোৰ লগত চুপতি মাৰি থাকিলেহে হ'ব। তই থাক যদি থাক, মই যাওঁ –"

কৈ ৰূপহীয়ে কান্ধৰ পৰা হাত দুখন একৰাই আঁতৰি আহিব খুজিলে। তাৰ জানো কি বলিয়া উক উঠিল, সি গাৰ বলেৰে ৰূপহীক সাবট মাৰি ধৰিলে।

কি খেমালি অ' বুলি ৰূপহীয়েও একে এছাৰে তাৰ হাতৰ পৰা এৰাই হাবিৰ মাজৰ লুংলুঙীয়া বাটটোৰেদি বৰষুণৰ মাজেদিয়ে লৰ দিলে। পিছে পিছে চৰণেও তাইক খেদি আহিল। পিছলে এবাৰো ঘূৰি নোচোৱাকৈ ৰূপহীয়ে ইমান বেগত

লৰিবলৈ ধৰিলে যে চৰণ পিছ পৰি গ'ল। পিছে ৰূপহীৰ ৰিহাখন চৰণৰ হাততে থাকি আহিল।

গাৰ বলে আটে মানে বেগেৰে লৰি ৰূপহী হাবিখন পাৰ হৈ ঘৰৰ বাটত উঠিল। ঘূৰি চাই দেখিলে চৰণ তেতিয়াও হাবিৰ মাজতে আছে। ক'ৰবাত লতা কাঁইটনিত জোটাপুটি লাগি বৈ যাব পায়।

তাই লৰি লৰি, ফোপাই-জোপাই আহি ঘৰৰ পদূলিমূৰ পাইছিলহিহে, গিৰিং কৰে আকাশৰ বুকু ফলা এটা শব্দ হ'ল। হাবিখনৰ ফালে ক'ৰবাত বজ্ৰপাত পৰিল। আকাশ গোটেইখন অলপ সময়ৰ কাৰণে তেনেই পোহৰ হৈ গ'ল।

ৰূপহীৰ চকু চাট মাৰি ধৰিলে। পৰো পৰো হৈ তাই কোনোমতে নপৰাকৈ ৰ'ল।

বৰষুণ এৰাৰ পিছতহে গাঁৱৰ ৰাইজে বিচাৰি গৈ দেখিলে যে বজ্ৰপাত পৰি চৰণটো হাবিখনৰ দাঁতিতে মৰি পৰি আছে।

গাওঁখনত হুৱাদুৱা লাগিল, কন্দা-কটা হ'ল। আজি যে বতৰটো দেখিয়ে কিবা এটা অঘটন ঘটিব বুলি ভাবিছিল সেই কথা বহুতে ক'লে। আৰু কলা কাৰণেই যে আকাশৰ গাজনি, গুমৰণিৰ মাত নুশুনি বজ্ৰপাত পৰি চৰণটো মৰিল– সেই কথাও বহুতে ক'লে।

বেচেৰা অজলা ল'ৰাটো এনেকৈ আওমৰণে মৰাৰ কাৰণে সকলোৱেই ইস্ আস্ কৰিলে, সকলোৱেই দুখ কৰিলে।

চৰণক চাবলৈ গাঁৱৰ আহিব পৰা জীয়ৰী-বোৱাৰী সকলোৱেই আহিল। গাটো ধুই অইনৰ লগত ৰূপহীও চৰণক চাবলৈ গ'ল।

* * *

তাইৰ ভয় লাগিছিল। তাইৰ বুকুখন ধুক্‌ধুক্ কৰি কঁপিছিল। তাই একোবাৰ ৰাতিৰ ভয়লগা আন্ধাৰ আকাশখনৰ ফালে চাইছিল, একোবাৰ দূৰণিত জুম বন্ধা মানুহবোৰৰ ফালে চাইছিল।

মনে মনে তাই কৈছিল : চৰণটো মোৰ কাৰণেই মৰিল, তাৰ মনটোনো আকৌ মই কেনেকৈ বুজিম? হে আকাশৰ দেৱতা, তুমি দেখিছা মোৰ মনত একো পাপ নাছিল। ইমান বিজুলী-বৰষুণ ঢেৰেকনিৰ মাজত, তিনি গধূলি হাবিৰ মাজত পাপ কাম কৰিবলৈ কোন অধৰমীৰনো সত যাব?

হে ঈচৰ, মই যদি মনতে কিবা পাপ পুহিছিলো তুমি চৰণৰ লগতে মোকো মাৰি নিনিলা কিয়? গাঁৱৰ মানুহ চৰগ পৰি মৰিছে, গাঁৱত দেৱতাৰ শাওপাত লাগিছে।

যিমানে ৰূপহী চৰণ মৰি পৰি থকা ঠাইডোখৰৰ কাষ চাপিব ধৰিলে, সিমানে তাইৰ হাত-ভৰিবোৰ বেছিকৈ কঁপা যেন লাগিল। ইঃ এই অলপ সময়ৰ আগতে চৰণটো সৌ শৰীৰে জীয়াই আছিল। আৰু এতিয়া সি পথাৰৰ মাজত মৰি পৰি আছে।

সি মোৰ কান্ধত হাত থৈছিল, সি মোক তাৰ বুকুৰ ওচৰলৈ টানি নিছিল, সি কিবা এটা বেয়া কাম কৰিব খুজিছিল।

অপূৰণ আশা লৈয়ে চৰণটো মৰি থাকিল। তাৰ মনত চাঁগে বহুত দুখ থাকি গ'ল। তাৰ আত্মাটো কিজানি ভূত হৈ মোৰ ওচৰলৈ ৰাতি ৰাতি আহিব।

গৈ গৈ ৰূপহী মানুহ জুমৰ ওচৰ পালেগৈ। কেইবা কুৰাও জুই জ্বলাইছে, চাৰিওপিনে আন্ধাৰে ঘেৰি আছে যদিও, জোৰবোৰৰ পোহৰত ঠাইখন বেচ পোহৰ হৈছে।

আগৰ ফালে চাই ৰূপহীয়ে দেখিলে চৰণটোৰ গাটোৰ এফাল পুৰি গৈছে। তাৰ মুখখন চিনিব নোৱাৰা হৈ গৈছে। সি সোঁকাটিয়ে অলপ একটিয়া হৈ ওপৰলৈ মুঁকে পৰি আছে। তাৰ সোঁ-হাতত এখন কাপোৰ।

কাপোৰখন ৰূপহীয়ে চিনি পালে— চৰণৰ হাতৰ মুঠিত ৰূপহীৰ পথৰুৱা বোকা লগা ৰিহাখন।

আৰু কোনেও চিনি নেপালে, চিনি চাবও নুখুজিলে।

ৰূপহীয়ে আৰু চাই থাকিব নোৱাৰিলে।

শ খৰি দিবলৈ নিবলৈ লৈছিল। মৌজুৰিৰ পাৰতে গাঁৱৰ মৰিশালি।

বুঢ়া, সৰু ল'ৰা আৰু তিৰোতা মানুহবোৰ শেষবাৰলৈ চৰণৰ আধা পোৰা শটো চাই লাহে লাহে কথা-বতৰা নোকোৱাকৈ ঘৰাঘৰি উভতিল।

লগতে ৰূপহীও উভতিল।

সেই দিনা গোটেই ৰাতি ৰূপহীৰ অকণো টোপনি নাহিল। বাৰে বাৰে জিকাৰ খাই খাই উঠিল।

এটা কথা বাৰে বাৰে তাইৰ মনলৈ আহিল— চৰণটো আজি এনেকৈ চৰগ পৰি মৰিল কেলেই? তাৰ আত্মাটোৱে কিজানি মোক বৰ শাও দিছে। সি ইমান হেঁপাহ কৰিছিল। মইনো কি বৰ সতীজনী! এৰা, চৰণটোক ময়ে মাৰিলো। তাৰ লগতে আৰু কিছু সময় হাবিৰ মাজতে থকা হ'লে, তাৰ গাত চৰগ পৰিবলৈ নেপালেহেঁতেন। ...

কাকো একো নক'লে যদিও ৰূপহীয়ে ভালেমান দিনলৈ চৰণৰ মৰাৰ কথা মনত পেলাই কান্দিলে, ভালেমান দিনলৈ তাই আৰু মৌজুৰিৰ পাৰৰ সেই হাবিকাষৰ মাটি চাৰিকঠা কৰলৈ নগ'ল। বহুদিনলৈ তাই হাবিৰ মাজৰ বাটেৰে অহা-যোৱা নকৰিলে।

মনে মনে তাইৰ ভাব হ'ল— কাৰো আশা ভঙ্গ কৰিব নেপায় মানুহৰ মন ভঙাও পাপ, বেয়া কাম কৰাও পাপ। চৰণটোক ময়ে মাৰিলো— মোৰ বাবেই চৰণ মৰিল।...

পিছলৈ ৰূপহীয়ে লাহে লাহে চৰণৰ কথা পাহৰি আহিল।

বুঢ়া হৈ, বেমাৰ হৈ, নৈত পৰি আৰু বহুত মানুহ মৰিল। ল'ৰা-ছোৱালী ওপজাটো যেনেকুৱা কথা, মানুহ মৰাটোও তেনেকুৱাই কথা। কোনোবা মৰিলে মনত

বেজাৰ লাগে, মৰণৰ কথা মনঁলে আহে আৰু গা-মন গধুৰ লাগে। আকৌ বিয়া-বিহু-সকাম-নিকাম আহে, মৰাৰ কথা মানুহে পাহৰে।

তাতে মৰণৰ কথা সৰহপৰ ভাবিবঁলে ৰূপহীয়ে আজৰিকে নেপায়, তাইৰ গাভৰু মনটোৱে হাঁহি-মাতি, নাচি-গাই জীয়াই থকাৰ কথাহে ভাবে। কোনোবাই জোকায়, কোনোবাই চিকুটে, কোনোবাই হাঁহি খিকিন্দালি ৰগৰ কৰে– ৰূপহীৰ আৰু মৰণৰ কথা মনঁলে নাহে।

* * *

তাতে যেতিয়া ভোগৰ লগত ৰূপহীৰ বিয়া হৈ গ'ল, তেতিয়া তাই মৰাৰ কথা একেবেলিয়ে নেভাবি ভোগৰ লগত এখন নতুন ঘৰ পতাৰ কথাহে চিন্তা কৰিলে। কিবা-কিবি নাম-নোহোৱা সপোন দেখিলে, কিবা-কিবি আগ-গুৰি নোহোৱা কথা ভাবিলে।

মৰণৰ কথা নেভাবিলে।

আৰু জীয়াই থাকিবৰ কাৰণে দিনটো উপজি-পুৱাৰেপৰা ৰাতি দুপৰঁলৈকে দুয়ো হাতে আঁজুৰিব লাগে। নগৰ-চহৰৰ কথা নহয়– এজনে বহুত ধন আৰ্জিব আৰু ঘৰৰ ল'ৰা-বুঢ়া-তিৰোতা আটায়ে বহি ঠেংৰ ওপৰত ঠেং তুলি খাব– গাঁৱতো সেইটো নহয়। ইয়াত লাঙ্গনি-পাঁচনি কৰিব পৰা হোৱাৰ দিন ধৰি ল'ৰাৰ পৰা বুঢ়ালৈ, মতাৰ পৰা তিৰোতালৈ সকলোৱে কাম-বন কৰিব লাগে– যাৰে যি ভাগে , যি যেনেঁকৈ পাৰে। ঘূৰি আহ বুলিবঁলৈ শিকাৰ দিনাৰ পৰা সৰু ল'ৰা-ছোৱালীবোৰে গৰু ৰাখিবঁলৈ লয়, ছোৱালীবোৰে মহুৰা বাটিবঁলৈ শিকে, ডকাইৰে মাছ ধৰিবঁলৈ শিকে, ভাতৰ চৰুৰ তলৰ জুই বঢ়াই দিবঁলৈ শিকে, চোতালত মেলি-দিয়া আৰে উখোৱা ধান ভৰিৰে লৰাই দিবঁলৈ শিকে।

এইবোৰ নিশিকিলে জীয়াই থাকিবঁলৈ শিকিব কেনেঁকৈ?

মোৰ তোৰ বুলিবঁলৈ শিকাৰ দিন ধৰি, খাবঁলৈ পিন্ধিবঁলৈ শিকাৰ দিন ধৰি, মৌজুৰি গাঁৱৰ ল'ৰা-ছোৱালীবোৰে কান্দিবঁলৈ শিকে, বস্তু কঢ়া-আঁজোৰা কৰিবঁলৈ শিকে, দন খৰিয়াল কৰিবঁলৈ শিকে, অৰ্থ নুবুজা অবাইচ মাত মাতিবঁলৈ শিকে, কুলি চৰাইক সিঁয়াৰিবঁলৈ শিকে, ইটোৱে সিটোক জোকাবঁলৈ শিকে, ঠেহ-পেচ শিকে– হাঁহিবঁলৈ শিকে– এইবোৰ নিশিকিলে জীয়াই থাকিবঁলৈ শিকিব কেনেঁকৈ?

বৰবিলৰ পাৰৰ ল'ৰা-ছোৱালীয়ে আঠ-দহ বছৰীয়া হোৱাৰ পৰা আম গছত, জামু গছত, লেটেকু-পনীয়লৰ গছত বগাই গুটি পাৰি খাবঁলৈ শিকে, দলিয়াবঁলৈ শিকে, ফমুটিয়াবঁলৈ শিকে। মৌজুৰিত, বৰবিলত, খৰালিৰ বৰহম্‌পুত্‌ৰত জঁপিয়াবঁলৈ শিকে, ঢোল বজাবঁলৈ শিকে, বিহু নাচ নাচিবঁলৈ শিকে, ভাওনাৰ বচন চিঞৰি চিঞৰি গাই ফুৰিবঁলৈ শিকে, বৰ নামঘৰৰ আগৰ বকুল দুজোপাৰ তলত পৰি থকা পকা বকুল বিচাৰিবঁলৈ শিকে,–

এইবোৰ শিকাৰ মাজত মানুহৰ মৰাৰ কথা ভাবিবঁলৈ আজৰি নেপায়।

এইবোৰ নিশিকিলে জীয়াই থাকিবলৈ শিকিব কেনেকৈ?

ইচ্কুলে জীয়াই থাকিবলৈ নিশিকায়, পণ্ডিতে-পুৰোহিতে জীয়াই থাকিবলৈ নিশিকায়, কিতাপ-পুথি-শাস্ত্ৰই জীয়াই থাকিবলৈ নিশিকায়।

শিকায় মৌজুৰিৰ ঘাটে, বৰবিলৰ বোকাই, বৰহ্মপুত্ৰৰ বালিয়ে; শিকায় লহপহীয়া সেউজীয়া ধাননি পথাৰে, জহালি জহালি গোন্ধোৱা কাতি মহীয়া গেৰমেলা ধানে, আঘোণ-পুহৰ সোণবৰণীয়া ঠোক ওলমি মাটিলৈ হালি অহা পকা ধাননিয়ে।

পথাৰখনেই পঢ়াশালি, ঘৰৰ মজিয়াখনেই ঋষি-মুনিৰ আশ্ৰম।

জাক-ফুৰা গৰুৱে সিহঁতৰ জীয়নৰ কথা শিকায়, পাতিহাঁহৰ খেদাখেদিয়ে, ভোবোলা ছাগলীৰ নিলাজ জাকে সিহঁতক জীয়নৰ কথা শিকায়, তামোল গছৰ আগত ওলোমাই ওলোমাই সজা টোকোৰা চৰাইৰ বাহবোৰে সিহঁতক জীয়নৰ কথা শিকায়, নাওৰা তলৰ মজিয়াত উপজিয়ে কান্দি উঠা কেঁচুৱাবোৰে সিহঁতক জীয়নৰ অৰ্থ শিকায়।

মৰাৰ কথা ভাবিবৰ দৰকাৰেই সিহঁতৰ নহয়। ...

ভোগৰ লগত ৰূপহী সুখী হৈছেনে নাই হোৱা সেই কথা ভাবি চাবলৈ ৰূপহীয়ে আজৰিকে পোৱা নাই। ভোগ কামৰ মানুহ, কথাৰ মানুহ নহয়। গাঁৱলীয়া মেল সভাত ঘূৰি ভাল নেপায়। কথা অতি কমহে কয়। আৰু আগে যদি এগুণ কাম কৰিছিল, ৰূপহীক বিয়া কৰোৱাৰ পিছত গুদুণ কাম কৰিবলৈ ল'লে, ৰূপহীৰ কাৰণেই যেন ঘৰবাৰীবোৰ আটোমটোকাৰি কৰি তুলিলে। মুখখনে নেহাঁহিলেও তাৰ মনটোৱে সদায় হাঁহি থাকে।

পুৱাৰ পৰা ৰাতিলৈকে ভিতৰে-বাহিৰে কামত লাগি থকাৰ কাৰণে কেতিয়াবা ৰূপহীয়ে যেতিয়া ভোগক কয় ঃ কিমাননো আৰু ৰাতিয়ে-দিনে কাম কৰি মৰা। আমাকনো ঈচৰে কি নাই দিয়া? শৰীলটোক অলপ জিৰণিও দিব নেলাগে জানো?

তেতিয়া ভোগই কয় ঃ তইনো, তাঁত-সূত বৈ মৰিছ কেলেই? তয়ো হ'বলা জিৰণি ল'ব নেলাগে?

ৰূপহীয়ে কয়, মাৰ কথা সুকীয়া। তুমি দিনটো পথাৰে-পাজৰে ঘূৰি ফুৰিবা; মইনো এনেয়ে অকলে অকলে ঘৰতে সোমাই থাকি কি কৰিম? ল'ৰা নাই, ছোৱালী নাই, বুঢ়ায়ো কথা-বতৰা নেপাতেই। তাঁত-সূতকে কিবা এটা লগাই মেলি নল'লে দিনবোৰ কি কৰি কটাম?

ভোগই আৰু একো নকয়।

ল'ৰা-ছোৱালী নাই কাৰণেই যে সিও ঘৰখনতকৈ বাহিৰতে থাকি ভাল পায় সেই কথা সি ৰূপহীক নজনায়। ক'লে ৰূপহীৰ বেজাৰ বাঢ়িবহে, নকমে।

বিয়া কৰোৱাৰ দুই-তিনি বছৰৰ ভিতৰতে ল'ৰা-ছোৱালী নহ'লে, গাঁৱৰ মানুহে বঁজা বাঁজী বুলি হাঁহে। মতাটোৱনে, মাইকীজনীৰ, কাৰ গাত দোষ গুণা-গঁথা কৰিবলৈ লয়। আৰু শেষত মতাটোক আৰু এজনী বিয়া কৰাবলৈ দিহা দিয়ে।

ভোগ আৰু ৰূপহীয়েও ল'ৰা-ছোৱালী হ'বৰ কাৰণে মন্ত্ৰজৰা পানী নোখোৱাকৈ থকা নাই। ৰূপহীয়ে তাবিজো লৈছে, গাঁৱৰ বেজ-বেজিনীৰ দৰৱ খাইছে।

কাম হোৱা নাই।

মন্দিৰলৈ আগ কৰিছে, নামঘৰত শৰাই দিছে, আৰু অইনক নজনোৱাকৈ বহুত কিবাকিবি কৰিছে।

একো ফৰ ধৰা নাই।

সকলো ঈশ্বৰৰ ইচ্ছা।

এনেই ৰূপহীৰ সিমান বেয়া নেলাগে। ছাগলী পোৱালি, হাঁহ পোৱালি, গৰু পোৱালি, মেকুৰী পোৱালি এই আটাইবোৰ তাইৰ পিছে পিছে লাগি ফুৰে। কেতিয়াবাহে ঘৰখন তাইৰ বৰ নিমাওমাও লাগে। কেতিয়াবা ৰাতি ভোগ সোনকালে টোপনি যায়। দিনটো গাব কাম কৰা ভাগৰ শুলেই টোপনিয়ে হেঁচা মাৰি ধৰে। বুঢ়া যোগৰ টোপনি অহা নহা একে কথা, ৰাই-কই নোহোৱাকৈ মনে মনে পৰি থাকে।

ৰূপহীৰ টোপনি নাহ। তাই ভোগৰ কাষৰ পৰা উঠি আহিল। লেমচাকি নজ্বলোৱাকৈয়ে দুৱাৰ মেলি বাহিৰলৈ ওলাই আহিল। চোতালৰ মাজত বৈ চাৰিওফালে চালে।

গাওঁখন শুইছে। গছ-গছনিবোৰৰো টোপনি আহিছে। কেঁচা গছপাতবোৰৰ জান-নেজানকৈ চিৰচিৰাই জিৰজিৰাই কঁপি আছে। বতাহজাক গা চুই কোমলকৈ বৈছে। বতাহজাকে গা মন শাঁত কৰে। বতাহজাকত মাটিৰ আৰু গছপাতৰ আৰু মানুহৰ গাৰ ঘামৰ আৰু গৰু-ছাগলীৰ গাৰ এটা গোন্ধ উৰি আহিছে।

মৌজুৰি নৈখন মনে মনে বৈ গৈ আছে। কোনেও ক'ব নোৱাৰে। অকল ৰাতিটোৱেহে ক'ব পাৰে। ব্ৰহ্মপুত্ৰখনো বৈ আছে। আমাৰ দেউতা আৰু ককা দেউতাহঁতৰ ওপজাৰ আগৰে পৰা বৈ আছে চাগৈ।

ৰূপহীয়ে আকাশখনৰ ফালে চালে। আন্ধাৰবোৰ কিজানি সেই আকাশখনৰ বুকুৰ পৰাই নামি আহিছে। আন্ধাৰবোৰ চাৰিওফালে বহল হৈ গৈছে। বৰ নামঘৰটো, বৰ শিমলুজোপা, বৰ হাবিখন সকলো আন্ধাৰৰ মাজত একাকাৰ হৈ গৈছে। একো চিনিব নোৱাৰি।

আকাশখনত যে ইমান তৰা আছে। সিহঁতে চকু টিপিয়ায়, সিহঁতে কিবাকিবি কথা পাতে— কোনে জানে কি কথা পাতে!

ৰূপহী ধূলিয়ৰি চোতালখনতে বহি দিলে। চোতালখন অলপ তপত তপত লাগিল। তাইৰ গাটো কিবা কিবা লাগিল। তাইৰ মনটো কিবা কিবা লাগিল।

একেথিৰে তাই আকাশখনৰ ফালেই চাই থাকিল। তাইৰ একো বুজি নোপোৱা যেন লাগিল। তাইৰ নিজকে এজনী পাঁচ বছৰীয়া সৰু ছোৱালী যেন লাগিল।

ঈচৰ কিজানি সেই আকাশখনতে ক'ৰবাত থাকে। সোণ-ৰূপৰ বৰ ডাঙৰ সিংহাসন এখনত চাগে আসন পাতি, ফৌকাম জুৰি বহি থাকে, আৰু তললৈ আমাৰ ফাললৈ চাই থাকে।

ঈচৰে আমাৰ সকলো কথা দেখি থাকে চাগে।

· কিমান অকলে অকলে থাকে ঈচৰজনা। কত কালৰ পৰা যে আছে চাগে। পৃথিৱীৰ মানুহবোৰ কিমান মৰি-হাজি ঢুকাল, ঈচৰ নমৰেও, নজহে-নপমেও। কিমান ডাঙৰ চাগে ঈচৰজনা!

ঈচৰক ৰূপহীৰ বৰ আপোন আপোন যেন লাগে। ঈচৰ মতা মানুহ হ'লেও আমাৰ মতা মানুহবোৰতকৈ বহুত ভাল, ৰূপহীৰ মনটো ফৰকাল ফৰকাল লাগে। তাইৰ গাত চোলা নাই। ৰিহা কৰি গাত মেৰিয়াই লোৱা ঠেক কপাহী গামোচাখন তাই টানি আনি এনেয়ে মূৰত ওৰণি কৰি ল'লে। ঈচৰৰ নিচিনা বুঢ়া মানুহ এজনৰ আগত ওৰণি নোলোৱাকৈ ওলাব নেপায়।

ঈচৰ তাইৰ নিচেই ওচৰতে থকা যেন লাগিল। কিন্তু ঈচৰক তাই একো নোখোজে। তাই খুজিবও নেজানে, প্ৰাৰ্থনা কৰিবও নেজানে। মইনো কিটো খুজিম? মোক কি লাগে ঈচৰে কিবা নেজানে নে?

চকু দুটা ডাঙৰকৈ মেলি, মূৰৰ ওপৰৰ আকাশখনৰ ফালে ডিঙি ভাঙি চাই থাকোতে থাকোতে তাইৰ চকু দুটা লাহে লাহে মুদ খাই আহিব খোজে।

দুপৰ ৰাতি হ'ল চাগে। মৌজুৰিৰ পাৰৰ বৰ হাবিত কিবা চৰাই এটাই অকলে অকলে অথনিৰ পৰা বিনাই আছে। তাক বা কি লাগে!

ৰূহপীৰ মনত লাগে যেন বৰহ্মপুত্ৰৰ বালি-চাপৰিলৈ ঈচৰ মনে মনে নামি আহিছে। এতিয়ানো ক'ত বালি-চাপৰি আছে? দুকূল-ডাকাল পানী। ঈচৰে চাগে পানীৰ ওপৰত শুদা ভৰিৰে অকলে অকলে খোজ কাঢ়ি ফুৰিছে। ঈচৰক এবাৰ চাবলৈ তাইৰ বৰ মন যায়।

পিছে আমাৰ নিচিনা পাপী মানুহক ঈচৰে ক'ত দেখা দিব চাগে। মোক দেখিলেই চাগে ঈচৰ আকাশলৈ উঠি যাব।

আমাৰ ঘৰৰ আগেদি এবাৰ যদি ঈচৰ গ'লহেঁতেন! এই ফালেদি ক'ত যাব চাগে, গ'লেও নামঘৰৰ আগৰ বাটটোৰেদি সেউজীহঁতৰ চোতালৰ আগেদি যাব পাৰে। এইপিনে ঈচৰ কেতিয়াও নাহে।

ৰূপহীয়ে পদুলিমূৰৰ ফালে চালে। আন্ধাৰত সেইটো জেওৰাখনৰ সিপাৰে কোনোবা এটা থিয় হৈ থকা নাইনে?

কোন অ' সেইটো? তাই ক'লে হয়, পিছে তাইৰ মাতটো ডিঙিৰ পৰা নোলাল।

এটা মানুহ যেন নেদেখিনে? দুপৰ ৰাতিখন ক'ৰ পদূলিশুঙা ঘূৰি ফুৰিছ! মৰিবি। কোনোবাই যাঠি মাৰি মাৰিব।

ৰূপহীৰ ভয়ভীত নাই, তাই বহাৰ পৰা উঠিল। গামোচাখন ভালকৈ গা আৰু কঁকালত মেৰিয়াই ল'লে, তাৰ পিছত পদূলিমূৰৰ ফালে আগবাঢ়ি গ'ল।

সঁচাকৈয়ে পদূলিমূৰৰ জপনাখনৰ সিপাৰে কোনোবা এটা বৈ আছে। অন্ধাৰ পোহৰত তাৰ মুখখন চিনিব নোৱাৰিলেও, মানুহটো ভালকৈ দেখা গৈছে।

"কোন অ'"? এইবেলি ৰূপহীয়ে অলপ মুখ ফুটায়ে মাতিলে। মানুহটোৱে লৰচৰ কৰিলে, একো নক'লে।

"হেৰ নেমাত কেলেই, কোন, দেও নে মানুহ –?"

এইবাৰ মানুহটোৱে এটা শুকান মাতেৰে ক'লে, "মইহে।"

"কোন? মুখখন দেখা নাই –"

"মই ৰহণ –"

ৰূপহী আগবাঢ়ি গ'ল।

"ৰহণ! ক'ৰ পৰা আহিলি ইমান ৰাতিখন? আৰু ইয়াত বৈ কি কৰিছ?"

এইফালে এনেয়ে আহিছিলো। যাওঁ –

ৰহণ যাবলৈ ওলাল।

"ৰহণ শুনচোন –"

ৰহণ ৰ'ল।

"ভাত-পানী খালি?"

"ওঁ খালো –"

"তোক কিবা লাগিছিল নেকি?"

"নাই, একো নেলাগে! যাওঁ –"

"এতিয়া ক'লৈ যাবি?"

ৰহণে একো নকলে, সি আন্ধাৰৰ মাজত মিহলি হৈ গ'ল।

ৰূপহী কিছুপৰ আন্ধাৰৰ মাজতে পদূলিমূৰতে থিয় দি বৈ থাকিল।

ৰহণটো বলিয়া হ'ল হ'বলা –

ৰূপহী ঘৰলৈ গুচি আহিল। দুৱাৰ বন্ধ কৰি ভোগৰ গাৰ কাষতে আকৌ শুলে। ঈচৰক চাব খুজিছিলো– ৰহণ বলিয়াটো ওলালহি। ভোগৰ টোপনি নভঙাকৈ তায়ো টোপনি যাবৰ চেষ্টা কৰিলে।

* * *

আহাৰ গ'ল। আৰু শাওণ গ'ল! আৰু ভাদ গ'ল। চাওঁতে চাওঁতে বাৰিষাৰ ঘাই দিনকেইটা পাৰেই হ'ল। ইয়াৰ ভিতৰতে ঢল বৰষুণ হ'ল, আৰু টান ৰ'দ হ'ল, আৰু কোমল মিঠা বতৰো হ'ল। কোনোবা দিনা ফিৰফিৰীয়া বতাহ বলিলে, কোনোবা দিনা গছপাত থৰ লাগি থাকিল, বা-বতাহ একো নবলিল। মানুহ-গৰু আটাইবোৰে গৰমত চট্‌ফটালে। পানী জুই যেন তপত হৈ পথাৰৰ মাছ মৰিল। ৰাতি শুব নোৱাৰি ডেকাবোৰ গ'ল মৌজুৰিৰ পাৰত বতাহ বিচাৰি। অহিন অহিনবোৰে চোতালে চোতালে

জুম পাতি বহি কথা পাতি পাতি ৰাতি পুৱালে। বিচনী মাৰোতে মাৰোতে হাতৰ গাঁঠি বিষাল। কেৰেচীয়া ডেকাবোৰে হাকবচন নেমানি মৌজুৰিত ডিঙিলৈকে ডুব দি পৰি থাকি গা শাঁত পেলাবৰ যত্ন কৰিলে। মাজে মাজে নেৰানেপেৰা গেলা বৰষুণত মৌজুৰিৰ বাট-পথত আঁঠুৱনীয়া বোকা হ'ল, পথাৰ-পুখুৰী, ঢলনি পানীৰে চপ্‌চপীয়া হ'ল।

ৰ'দ হওক, বৰষুণ হওক, মৌজুৰিৰ ৰাইজৰ এইকেইমাহ শোৱন-খাৱন নাই। পহিলা কুকুৰা ডাকতে উঠি নাঙল গৰু লৈ সি ঘৰৰ বাহিৰ ওলায়। ৰাতি এপৰলৈকে পথাৰৰ পৰা নাহে। জলপানো তাতে, ভাতো পথাৰতে, শাওণ-ভাদ মহীয়া এটা এটা দিন একো চপৰা সোণ যেন দামী। কাৰো মুখলৈ চাবলৈ কাৰো আজৰি নাই, কথা পাতিবলৈ সময় নাই, জিৰাবলৈ সময় নাই। খেতিৰ পৰা নুঠে মানে স্বৰ নবিয়ালে চকু দিবলৈকো আজৰি নাই। মৰা মৰিলেও কৃলাৰ আঁৰ দিয়া সময় এইটো।

ভাদৰ শেষলৈ মৌজুৰিত আৰু কাৰো খেতি নেথাকে। বৰ বান আহিলে কথা সুকীয়া, এইবেলি বৰ বান নাহিল। ব্ৰহ্মপুত্ৰৰ পানী শাওণতে আহিছিল— পিছে দুদিন থাকিয়ে যি মৌজুৰিয়েদি উজাই আহিছিল, সেই মৌজুৰিয়েদিয়ে আকৌ নিজ বাটেদি গুচি গ'ল। ৰাইজৰ একো হানি-বিঘিনি নকৰিলে।

আৰু এইবাবে সিহঁতে ব্ৰহ্মপুত্ৰক বৰ ভাল পালে।

ৰ'দ-বৰষুণলৈ আওকাণ কৰি পূৰ্ণিমাৰ দিনা ভ'নাটো কৰিছিল। ভ'না এইবেছা অইন বহুত বছৰতকৈ ভাল হৈছিল। কিচ্চন' যে ওলাইছিল, সাইলাখ ছবিৰ কিচ্চন' জনাহে জানিবা। ভ'না ভাল হ'লে জানিবা খেতি-খোলাও ভাল হ'ব। মানুহে ভাল কৰো বুলি যেনেকৈ ভ'না ভাল কৰিব নোৱাৰে, তেনেকৈ ভাল কৰো বুলিয়ে খেতিও ভাল কৰিব নোৱাৰে, সেইবোৰ সকলো ঈশ্বৰৰ হাতত।

ভাদৰ মাহটো টান মাহ। তিতা ৰ'দে এসেকা দিয়ে। ভদীয়া ঢলেও বাৰুকৈ শিকায়। পিছে ভাদ শেষ হৈ অহাৰ লগে লগে বাৰিষাও শেষ হৈ আহে। ৰ'দ-বৰষুণো কমি আহে, খেতিয়কৰ কামো কমি আহে।

আহিন সোমোৱাৰ লগে লগে খৰালি খৰালি গোন্ধায়, গা-মন কোমল কোমল লাগে। ৰাতিটোৰ ভিতৰতে শাওণ ভাদ হয়, ভাদ আহিন হৈ যায়। চকুৰে চাই থাকোতেই দিনবোৰে বৰণ সলায়, আধামৰা ৰোৱাবোৰ সজাল ধৰি লহপহীয়া সেউজীয়া হৈ উঠে। পথাৰৰ ঘোলা পানীবোৰ ফটিক যেন শীতল হ'বলৈ আৰম্ভ কৰে, গাৰ চট্‌ফটনি পোৰণি নোহোৱা হয়, দেহ-মন জুৰ লাগে।

খেতিৰ পৰা উঠাৰ পিছত এনেহে লাগে যেন বৰ ৰণ এখন কৰিহে উঠিছে সকলো, গাবোৰ ছিগি যায়-ভাগি যায় লাগে, মনবোৰ পাতল পাতল লাগে।

চাওতে চাওতে বহাগৰ পৰা আকাশখন ঢাকি ৰখা ডাৱৰবোৰ নোহোৱা হৈ যায়। এখন উকা, নিকা, শেষ-নোহোৱা নীলা আকাশ ওলাই পৰে। আকাশখনে যেন কোনোবা এখন বৰনৈত গা ধুইহে উঠি আহিছে।

পথাৰৰ ঘোলা পানীবোৰ জলজলীয়া চাফা হয়। আৰু পথাৰৰ চুকৰ টোকনি পুখুৰীবোৰৰ পানীবোৰ আৰ্চি যেন হয়, আৰু মাছ বেং যি আছে সকলো দেখা পোৱা যায়, আৰু বগলীবোৰৰ পাখীবোৰ আৰু বেছি বগা হয়, আৰু ধাননি পথাৰবোৰ ডাঠ সেউজীয়া হয়, আৰু আকাশখন গভীৰ নীলা হয়।

আৰু বৰ নামঘৰৰ আগৰ চোতালখনৰ বনবোৰ কিবাকৈ চুটি হৈ সমান হৈ যায়। গোটেই চোতালখন এখন বহল, সমান সেউজীয়া দলিচা যেন হয়।

সেই বননিতে বহি বহি গাঁৱৰ বুঢ়াহঁতে সুখৰ দুখৰ কথা পাতে।

কত কথা।

জীয়নৰ কথা।

মৰণৰ কথা।

খেতি-বাতিৰ কথা, বিয়া-বাৰুৰ কথা। ল'ৰা-ছোৱালীৰ কথা।

এই বৈছা আহিনৰ শেষতে গোসাঁই ঈচৰ আহিব।

এই বছৰনো সোনকালে অহাৰ ইচা হ'ল কেলেই? অহিন বছৰ মাঘৰ শেষতহে আহে।

কাতি মহীয়া গোসাঁই ঈচৰ আহিলে অহিন অসুবিধা নাই। মাছ-পুঠিৰ আকাল নপৰে। গঞা ৰাইজৰ ধান চাউলৰহে অলপ নাটনি পৰে জানোচা।

দোৰেহি কথা আলচিব নেপায়। তহঁতে খাবি আৰু গোসাঁই ঈচৰে নেপাব– সেইবোৰ কেনে কথা।

এৰা, কাৰ ভাগৰ কোনে খায়? শাস্ত্ৰত কোৱা নাইনে মাকৰ পেটত কেঁচুৱা থাকোতেই পিয়াহত গাখীৰে টন্‌টনায়। গোসাঁই ঈচৰে তহঁতৰ ভাগৰ খাবলৈ নাহে। নিজৰ নিজৰ ভাগ লৈ আহিব।

কোনজনা আহিবনো?

ডেকাজনা আহিব বোলে। ডাঙৰজনা খৰালিহে আহিব হেনো। ডেকাজনাই বোলে ইংৰাজীও পঢ়িছিল, কথাষাৰ বাৰু সঁচা নেকি? আৰু বোলে ভাওনা কৰাৰ উপৰি নাচিবও জানে হেনো।

আৰু হেনো গীতো গায়।

আৰু হেনো ছবিও আঁকে।

আৰু এনেই নগৰে-চহৰে ফুৰিলে হেনো পেন্ কোটো পিন্ধে।

আৰু হেনো হোটেলতো চাহ-ভাত খায়।

আৰু হেনো ...

আও, দেখিচাহকনে বাৰু; গুৰুচৰ্চা কৰিব পায়নে বাৰু!

চৰ্চানো ক'ত কৰিলো? কথাৰ মাতষাৰহে কৈছো।

গোসাঁই ঈচৰ সৰ্বজ্ঞান, তহঁত সকলোৰে পেটত কি আছে দূৰৰ পৰাই জানে, তাতে বৰ নামঘৰৰ জনায়ো সকলো শুনি আছে।

পিছে ডেকা গোসাঁইৰ কাৰণে এইবাৰ বাহৰনো ক'ত কৰা যায়?

এৰা; শিমলুতলত পানী নাই জানো?

মৌজুৰিৰ আঁৰৰ মথাউৰিৰ ওখ ডোখৰতে বাহৰ কৰিলে কেনে হয়?

কোন কোন বা আহিব?

কোন আহিব আৰু? আহিলে ডেকা গোসাঁই আহিব আৰু কোনোবা আলধৰা ভকত এটা বা দুটা আহিব।

এৰা, ডেকা গোসাঁই আগে-পিছে আমাৰ গাঁৱলৈ অহা নাই যেতিয়া ভালকৈ সোধ-পোচ কৰিব নোৱাৰিলে ভাল কথা নহ'ব।

ডেকাজনা গোসাঁই বোলে দেখাই মেলায়ো বৰ ধুনীয়া।

গোসাঁইৰ ল'ৰা, নহ'বনে আৰু!

বিয়া-বাৰু বা কৰালেনে নাই?

ইংৰাজী পঢ়া মানুহ, কিজানিবা কৰাই নাই।

সেইবোৰ কথানো আমাক কেলেই? নাই কৰোৱা যদি কৰাব। গোসাঁইৰ ল'ৰালৈ ছোৱালীৰ আকাল পৰিছেনে কিবা!

নানা কথা।

আগগুৰি নোহোৱা কথা।

ডাল-পাত জোৰা দিয়া কথা।

সঁচা কথা, মনে সাজি কোৱা কথা, ক'ৰবাত শুনি কোৱা কথা।

সময় নেযায় নুপুৰায়।

কথাৰ ওৰ নপৰে।

কোনোবা এটাই খোচোৰা মাৰি মূৰটো ভাঙি দিবহে লাগে, কথাৰ নিছিগা সোঁত বয়।

মৌজুৰিৰ ঘাটতো জীয়াৰী-বোৱাৰীহঁতৰ কথাৰ শেষ নাই!

শাওণ-ভাদৰ ৰ'দে ডাকি ডাকি ক'লা তামবৰণীয়া কৰা জীয়াৰী-বোৱাৰীহঁতৰ মুখৰ বৰণবোৰ আকৌ সজালি ধৰি ওলাই আহে। কামে কামে, ৰ'দে-বৰষুণে, বোকাই-পানীয়ে লেহুকা হোৱা গাবোৰে আকউ ঠন ধৰে। মনবোৰে ধানপাত নচাদি নাচে। চকুবোৰে হাঁহে।

এইবেলি বোলে কাতি মহীয়াতে ডেকাজনা গোসাঁই ঈচৰ আহিব, হয়নে?

গোসাঁই ঈচৰে বোলে বৰ নীতি-নিয়ম নেমানে। নগৰত থাকি হেনো ইংৰাজী পঢ়িছিল, মিটিক পাছ।

ক'ৰ মিটিক পাছ, কলেজো পাছ।

কলেজ পাছ গোসাঁই ঈচৰেনো চৰকাৰী কাম নকৰি শিচ ভজাবলৈ আহিবনে? আমাৰ হলে মনে পতিয়ায়, আইহে।

চৰকাৰী চাকৰি কৰেঁই কিজানিবা। চাকৰি কৰক, বেঁই কৰক, গুৰু গোসাঁইৰ সজ এৰিবঁলৈ যাব কেলেই? আগৰ সজ এৰিহে আমাৰ মানুহবোৰ বিজতৰীয়া হ'ল।

মনপাতল আৰু মুখপাতল দুই-এজনী অঘাইতং গাভৰুৱে নিজৰ মাজতে কোৰা-কুই কৰিলে : গোসাঁই ঈচৰে আমাৰে নিচিনা হাত ভৰি লগা মানুহহে। ইয়াৰ কাৰোবাক দেখি মন নিপিছলিলেই ৰক্ষা।

তই মুঠেই ডেকা গোসাঁইৰ আগত তামোল-পাণ কাটি দিয়াৰ ছলেৰে গা নচুৱাই নুফুৰিবি। কিচন' গোসাঁইৰ চকুত পৰিলেহে বিপদ।

তইঁতে যি কৱ পাই! সিবাৰ যে গোসাঁই ঈচৰ আহিছিল আমাৰ মাইকী মানুহৰ ফালে নেচায়েঁই, এনেহে গহীন মানুহজনা।

তইহে গহীন দেখিলি, চকুৰে পিৰিক্‌পাৰাৰ্কে চাই থাকে, মই হ'বলা চাই থকা নাছিলো।

গোসাঁই ঈচৰৰ কথা তেনেকৈ ক'ব নেপায়, জানিছ। পাপ হ'ব। গোসাঁই ঈচৰে মানুহৰ মনৰ সকলো কথা বুজি পায়।

মোৰ যদি গোসাঁই ঈচৰঁলৈ মৰম সোমায়, গোসাঁই ঈচৰে বাৰু বুজি পাবনে চাঁগে?

কি মৰতী অ' এইজনী, গোসাঁইৰ ল'ৰালৈ মৰম সোমাই মৰিব খুজিছনে কি?

– নহয়, অ' কথাষাৰৰ মূৰত কথাষাৰ কৈছো। তইঁতেই চোন কলি বোলে গোসাঁই ঈচৰে আমাৰে নিচিনা তেজ-মঙহৰ মানুহ।

ভোগহঁতৰ ঘাটৰ ওচৰৰ মৌজুৰি পাৰতে বোলে ডেকা ঈচৰে বাহৰ কৰিব হয়নে?

শুনিছো। সেই পিনে পানী-দুনিৰো সুবিধা আৰু ৰাইকয়ো নাই, এমূৰীয়া ঠাই। আৰু কাতিমহীয়া সেইফালে বৰ ফৰকাল ফৰকালো লাগে।

থাকেবা কেইদিন, কৈছেনে?

কেইদিন থাকিব? আৰু নগৰ-চহৰ ফুৰা মানুহ, ইয়াত সোমাই থাকি উশাহ বন্ধ হৈ নমৰিবনে?

এৰা পাই, সৰহদিন থাকিলে আমাৰে মুকলিমূৰীয়া হৈ ফুৰিবঁলৈ অসুবিধা– নহয়? ক!

নানা কথা।

মুখৰ কথা। মনৰ কথা। ভবা কথা, নভবা কথা। মৌজুৰি গাঁৱৰ আজলী উৰাইঁতৰ মনৰ মাজত ডেকা গোসাঁইৰ অনিৰুদ্ধ ৰূপৰ সপোন। কোনেও কাকো নকয়।

সেইবোৰ কথা ভাবিবও নেপায়। পাপ হ'ব। ঈচৰক মানুহ যেন দেখিব নেপায়। ঈচৰ ঈচৰেই।

এটা বাৰিষা শেষ হৈ গ'ল।

* * *

ৰহণৰ ৰূপহীয়ে কেইবাদিনো দেখা পাইছে।

ৰূপহীয়ে পানী নিৰ্বলে অহা মৌজুৰিৰ ঘাটত, ৰূপহীহঁতৰ চোতালৰ মূৰত, গছজোপাৰ আঁৰত, আনকি কেতিয়াবা গা ধুই ঘৰলৈ ওভতা বাটত।

সি একো নকয়। এবাৰ ৰূপহীৰ মুখৰ ফালে চায়ে তলমূৰ কৰে।

এই ৰহণটোক কিহে পালে? কাম-বন নকৰ, নাই। মৌজুৰিৰ পাৰত দিন নাই, ৰাতি নাই, পিংপিঙাই ফুৰ, ফুৰ। পিছে মই যলৈকে যাওঁ তাতে ক'ৰ পৰা আহি ওলাৱহি। মোৰ পিছ লৈছে নেকি আকৌ?

মই হ'লে বৰ ভাল ছোৱালী নহয়, কৈ থ'লো। ময়ো বৰ গুৰু গোসাঁই মানতীজনী নহয়।

পিছে মনেপিতে তোৰ যদি কিবা মতলবেই আছে, আগলৈ আহিব পাৰ, মুখ খুলি ক'ব পাৰ। এনেকৈ দূৰৰ পৰা চাই থাকিবি আৰু ওচৰ পালে আঁতৰি যাবি, এইবোৰ বৰ ভাল কথা নহয় একা। অইনে দেখিলে কি ভাবিব? এতিয়া আৰু চেঙেল্লীয়া ল'ৰাৰ লগত চুপটি মাৰিবৰ দিন আছেনে কি?

বুঢ়ী হ'লো জানিছ, দেহাৰ নহ'ল কি হ'ল, মনৰ বুঢ়ী হ'লো। আৰু তহঁত মতা মানুহমখাই আৰু অকল দেহাটোহে দেখ, মনটোলৈ চাব নেজান। তহঁতৰেই যদি চকু ভালত পৰিলেহেঁতেন, সংসাৰখনত ইমান পাপ হ'বলৈ পায়নে?

তই মৰ মৰ, অনাহকতে মোক নেমাৰিবি।

কথাবোৰ ৰূপহীয়ে নিজে নিজেহে ভোৰ-ভোৰায়। ৰহণক ক'বলৈ নেপায়। সি আলেঙ্গে আলেঙ্গে ফুৰে।

মনে মনে ৰূপহীয়ে ঠিক কৰিলে যে গোসাঁই ঈচৰ আহিলে তাই ছল চাই তাইক দেহ-মনৰ কথা তেওঁক ক'ব। সৰহ নহ'লেও তাইক ল'ৰা-ছোৱালী এহাল লাগে। নহ'লে তাইৰ ঘৰখনত সোমাবৰ মন নেযায়। নিমাও-মাও, উকণ্ডা উকণ্ডা, কিবা দিনতে আন্ধাৰ আন্ধাৰ লাগে। ল'ৰা-ছোৱালী নথকা ঘৰ জানো ঘৰ! ঘৰ নহয় বাঁহতল।

এৰা, প্ৰভু ঈচৰে আশীৰ্বাদ অকণ কৰিলে, ল'ৰা-ছোৱালী হ'বলৈ কেতে পৰ লাগিছে? সেইসকল দেও মানুহৰ ফু'টোতে বাঁজী গছতো ফুল ধৰে।

যি লাগে দি মাননি ধৰিম। সোধে যদি একো নুলুকুৱাওঁ সকলো কৈ দিম। সেইসকল সৰ্বজ্ঞান মানুহ, সকলো জানেই।

লুকুৱালে ক'ত লুক খাব?

গোবৰ পাচি পনীয়ল তলৰ জহাতলী ডৰাত ছটিয়াই দি মৌজুৰিত হাত-ভৰিবোৰ ধুই ৰূপহীয়ে অকলে অকলে কথাবোৰ মনতে ভাঙিছিল পাতিছিল। পানীবোৰ শীতল হৈছে। অকণ যদি ঘোলা বোকা আছে! ফটিকৰ ধাৰ যেন পানী।

এতিয়া মৌজুৰি শুকাইছে। গৰা ওখ হৈছে। পানী ধাৰ তললৈ নামি গৈছে। বহল নীলা আকাশখন পানীত ফট্‌ফটীয়াকৈ জিলিকিছে। নাৰ-বাট মাছ দুটামানে দূৰে

দূৰে চট্‌ফটাই ফুৰিছে! সেইজাক চেলেকনা মাছ নহয়নে? তাইহঁতৰ কি যে চট্‌ফটনি! আৰু দনিকণা জাকৰ কিযে ভেম, পানীৰ ওপৰত চালি ধৰি– ইঃ নেদেখিছা!

পাচিটোও পানীত ধুই এচাৰ এটা মাৰি ৰূপহী লাহে লাহে গৰাৰ খোপেখোপে ওপৰলৈ উঠি আহিল। থিয় দুপৰখন অকলে অকলে নৈৰ পানীত খেলি থকা বৰ ভাল কথা নহয়। দেও-ভূত কত কি ওলায়।

সউটো আকউ কোন?

কিবা দেও-ভূত নেকি?

তলৰ পৰা ওপৰলৈ মুকে চাই ৰূপহীয়ে দেখিলে ঘাটটোৰ ঠিক মূৰতে কোনোবা এটা বৈ আছে, আৰু তাইলৈকে চাই আছে।

ৰূপহীয়ে গাৰ ৰিহাখন টানি-টুনি ল'লে, এখন্তেক বৈ তাই আকৌ ওপৰলৈ উঠি আহিল।

সেইটো ৰহণ!

মাতোনে নেমাতোঁকে তাই মাতিলে, “ৰহণ নেকি? ক'ৰ পৰা আহিলি?”

ৰহণে তাইলৈ মূৰ দাঙি চালে, এনেদৰে চালে যেন সি তাইক চিনিকে পোৱা নাই। আৰু তাইৰ কথাও বুজি পোৱা নাই।

ৰূপহী ৰ'ল আৰু পোনপটীয়াকৈ ৰহণৰ মুখলৈ চালে। অলপ টানকৈয়ে ৰূপহীয়ে ক'লে, “এই ৰহণ, এইবোৰ কি ধেমালি অ”, মই যলৈকে যাওঁ, তই তাতে ওলাবগৈ কেলেই? মই কিবা বিয়া নোহোৱা আবিয়ৈ ছোৱালী, নে মোক বাৰে-মতৰী বুলি ভাবিছ? ভিনীয়েৰ বৰ একা-চেকা মানুহ। নোহাৱা-নোপোজা কিবা এটা কৰি পেলালে পিছে মোঁৰ গাত দায় নাই। পিছত মোক নুদূষিবি।”

একো নেমাতি ৰহণে ৰূপহীৰ মুখলৈ চায়েই থাকিল। কথাবোৰ যেন সি তেতিয়াও বুজি পোৱা নাই।

ৰূপহী যাব খুজিলে।

ৰহণে তাই হাতত লৈ থকা পাচিটো থাপ মাৰি নিজ হাতলৈ ল'লে আৰু গাৰ বলেৰে নৈলৈ দলি মাৰি দিলে। ৰূপহী উপচ্‌ খাই উঠিল!

পিছ মুহূৰ্ততে ৰূপহীৰ খং উঠি গ'ল। তাই তিক্‌টি-বিক্‌টি চিঞৰি উঠিল– “মোৰ পাচিটো নৈলৈ কেলেই পেলাই দিলি! মোৰ লগত ধেমালি নহয়, জানিছ। একে চৰে চকুৰে সৰিয়হ ফুল দেখি যাবি –”

ৰহণে একো নেমাতিলে। সি গজং গজং নৈৰ গৰাইদি তললৈ নামি গ'ল।

ৰূপহীয়ে তাৰ কথা কাণ্ড একো বুজিব নোৱাৰিলে। ই অকবাই নে বলিয়াই নে নিধকেই?

পাচিটো পানীত পৰিলগৈ। সোঁত নাই বুলিলেই হয়। পিছে পানী বৰ তৰাং নহয়। পাচিটো ডুব যাব।

থিয় দুপৰীয়াখন দেখিছা তাৰ খেমালি– ৰূপহীয়ে নিজে নিজে ক'লে। আৰু আকৌ গৰাহদি নৈলৈ নামি আহিল।

কোনো নাই।

এখন নীলা আকাশ।

এখন শান্ত নদী।

এজাক কোমল বতাহ।

পানীৰ কাষত বালিৰ বলুকাটোত মুখামুখিকৈ ৰূপহী আৰু ৰহণ। তাইৰ মুখখন খঙত ৰঙা পৰা।

সেই খঙৰ চকুৰেই ৰূপহীয়ে এবাৰ ৰহণৰ মুখৰ ফালে চালে, সি তলমূৰ কৰি পানীলৈ নামি গ'ল, আৰু কৰঙনলৈকে পানীত তিতি পাচিটো উঠাই আনিলে।

ৰূপহীয়ে মাথোন তাৰ কামবোৰ চাই থাকিল, একো ক'ব বা কৰিব নোৱাৰিলে।

একো নেমাতি হাতত পাচিটো লৈ ৰহণ নৈৰ গৰাহদি পাৰলৈ উঠি আহিল, আৰু পাচিটো পাৰতে থৈ কোনোফালে নোচোৱাকৈ গোঁ গোঁ কৰি বাট ল'লে।

পাৰলৈ উঠি পাচিটো হাতলৈ উঠাই লৈ ৰূপহীয়ে এবাৰ ৰহণৰ ফালে চাই চিঞৰিলে "ৰহণ, ৰ'হ ময়ো যাও –"

ৰহণে ঘূৰিও নেচালে, নৰ'লো। সি প্ৰায় কুকুৰ লৰেৰে বেগদি গুচি গ'ল।

হাততে পাচিটো লৈ কিছুপৰ ৰূপহী তভক মাৰি ৰৈ থাকিল। তাইৰ গাটো কিবা জিম্‌জিমাই উঠিল, মনটো এনেয়ে গধুৰ আৰু বেজেকৰা হৈ গ'ল।

লাহে লাহে তাই ঘৰৰ ফালে খোজ ল'লে। ৰহণটোক তাইৰ তেনেই নুবুজা যেন লাগিল। তাৰনো কি হৈছে, সিনো কি বিচাৰিছে– ভাবি তাই একো উৱাদিহ নেপালে। এইবেলি লগ পালে তাই তাক সকলো সুধিব, ডেকা মানুহটোনো এনেকুৱা মন-উকঙা হ'ল কেলেই? ...

এদিন সন্ধিয়া পৰত ৰূপহীয়ে ঘাটতে লগ পায় পাৰৱতীক সুধিলে, "হয়নে, ৰহণটোৰ আজিকালি কি হৈছে ক'ব পাৰইতনে?"

ফিচিককৰে হাঁহি এটা মাৰি পাৰৱতীয়ে গোজৰা মৰাদি মাৰি ক'লে, "চুপতি কৰিবলৈ নাহিবি আইহে। বোলে সাপ হৈও খাব, বেজ হৈও জাৰ –"

ৰূপহীয়ে ক'লে, "মইনো কেতিয়া তাক সাপ হৈ খুটিলো অ', কি কথা কৈছ?"

"তোৰ কাৰণেই সি ঘৰ-বাৰী এৰি বলিয়া। তই আকৌ এতিয়া নজনাজনী হলি! এৰা, আঠিৱা কলৰ পাতো নেকাটিবা ছিটিকি পৰিব এঠা, লোককে দেখুৱাই কেটেৰাই মাতিবা, ভিতৰি নেৰিবা বেথা –"

"থ থ, ধেমালিখন নকৰ। মই আবিয়ে গাভৰু ছোৱালীজনী নহয়। বাঁৰী কুঠুনীও নহয়। এই কুকুৰবোৰে জানো মোৰ গাত কি দেখে- পিছে পিছে ঘূৰি ফুৰিবলৈ?"

"কুকুৰ বোল, মেকুৰী বোল- যি বোল বুলি থাক। ৰহণ পিছে সঁচাকৈয়ে তোৰ কাৰণে বলিয়া -" পাৰ্বতীয়ে ক'লে।

"কোন ক'ত বলিয়া হৈ মৰে মৰক- পিছে মোৰ লগত কিবা টাংৰাং কৰিলে কথা ভাল নহ'ব -" ৰূপহীয়ে ক'লে।

ৰূপহী উঠি আহিল পাৰ্বলে।

"মতা মানুহবোৰ বাৰু ইমান অবুজ হয় কেলেই? গাওঁখনত অতবোৰ আবিয়ে উঠন ছোৱালী আছে, ময়েহে কিবা আছোনে? সেইবোৰক এৰি লাগিল মোৰ পিছত। সংসাৰখনৰ পাপ-পুণ্য একো নোহোৱা হ'লনেকি আজিকালি! মোৰ মনত হ'লে কোনো বেয়া ভাব নাই- ঈচৰে দেখিছে -"

বৰ-শিমলুজোপাৰ তলতে ৰূপহী ৰ'ল। মানুহ বহি বহি বৰ বৰ শিয়া কেডাল নিমজ হৈছে। ঠাইখনো যেন ঘৰৰ ভিতৰৰ মজিয়াহে। ফু-মাৰি ভাত খাব পাৰি। ৰাতি ৰাতি গছৰ ওপৰৰ পৰা নামি আহি দেওসকলে ইয়াতে বহি মেল মাৰে চাগে।

শিয়া এডালৰ ওপৰতে ৰূপহী বহিল। তাইৰ মনলৈ কিবা আগগুৰি নোহোৱা ভাববোৰ আহিল।

এই বৰ-শিমলুজোপা চাগে ইয়াতে কিমান হেজাৰ কুটি বছৰ এনেকৈ ৰৈ আছে! শিমলুজোপাই কিজানি মৌজুৰি নৈখনক বৰ ভাল পায়। মৌজুৰি চাগে জলকুঁৱৰী আছিল। আৰু ৰঙা শিমলু চাগে আছিল বনকোঁৱৰ। কিবা ঠেহ পাতি চাগে জলকুঁৱৰীয়ে বনকোঁৱৰক লগ নিদিলে।

সেয়েহে বনকোঁৱৰ এইখিনিতে ৰৈ থাকিল। ...

সেইটো চৰণ নহয়নে?

বৰ হাবিৰ ফালৰ পৰা তিতি-বুৰি কোন আহিছে সেইটো! হয়, সেইটো চৰণ। সি দেখোন কাহানিবাই বজ্ৰপাত পৰি মৰিল- এতিয়া আকৌ সি ক'ৰ পৰা ওলালহি।

ৰূপহীৰ গাৰ নোমবোৰ শিয়ৰি উঠিল।

হাবিৰ ফালৰ পৰা অকলে অকলে চৰণটো আহি আছে, তাৰ হাতত দেখোন ৰূপহীৰ সেইদিনা পিন্ধা বিহাখন। সেইয়া সি হাঁহি অহা নাই নে?

বিয়াগোম শিমলুজোপাৰ ফালে চাই মনে মনে ৰূপহীয়ে ক'লে, সউটো চৰণ আহিছে, মোক ৰইখা কৰা দেৱতাসকল। সি মোৰ ফাললৈকে আহিছে। সেইদিনা তাৰ হাতত থাকি অহা মোৰ সেই বিহাখনকে লৈ আহিছে। সি কেলেই হাঁহি হাঁহি তেনেকৈ আহিছে মই বুজা নাই- মই একো বুজা নাই-

ৰূপহীয়ে চকু দুটা মুদি দিলে। তাইৰ মূৰটো ঘূৰোৱা যেন লাগিল। তাই যেন ঢলি পৰিব– চৰণটো যে ইমান বেগাই তাইৰ ফালে আগবাঢ়ি আহিছে। সি কেনেকৈ হাঁহিছে, কেনেকৈ হাঁহিছে! ...

কিছুপৰৰ মূৰত ৰূপহীয়ে চকু দুটা মেলিলে।

এইটো আকৌ কোন? ৰহণ? ৰূপহীৰ মূৰটো ৰহণে কোলাত সুমাই লৈ আছে, আৰু তাৰ ৰঙা শেল দিয়া গামোচাখনেৰে ৰূপহীৰ মূৰটো বিচি আছে।

চকু মেলা দেখি ৰূপহীৰ মুখৰ ওচৰলৈ মুখখন নি ৰহণে সুধিলে, "তোৰ কি হৈছিল ৰূপহী, তেনেকৈ পৰি গৈছিলি কেলেই? কিবা দেখি ভয় খাইছিলি নেকি?"

তাৰ কোলাত মূৰ দি পৰি থকাতে চকু ঘূৰাই-পকাই ৰূপহীয়ে চাৰিওফালে চালে।

"কাক চাইছ তেনেকৈ?"

সেহাই সেহাই ৰূপহীয়ে ক'লে, "চৰণ আহিছিল– সি কোন ফালে গ'ল, তই দেখা নাইনে?"

ৰহণে ৰূপহীৰ কথা বুজিব নোৱাৰিলে। "কোন চৰণৰ কথা কৈছ?" ৰহণে সুধিলে। ৰূপহীয়ে চকু দুটা ডাঙৰকৈ মেলি ৰহণৰ মুখলৈ চালে, তাই যেন ৰহণকো চিনি পোৱা নাই!

"এই সন্ধিয়া, মুনিচুনি বেলিকা তইনো বৰ-শিমলুৰ তললৈ কেলেই আহিছিলি?" ৰহণে সুধিলে।

ৰহণৰ কোলাতে তেনেকৈ পৰি থাকি ৰূপহীৰ যেন ভাল লাগিছিল।

নৈৰ গৰা আন্ধাৰ হৈ আহিছে।

বতাহজাক ৰিব্‌ৰিব্‌কৈ বৈছে। দূৰত গাঁৱত কোনোবাই এনেয়ে চিঞৰা-চিঞৰি কৰা যেন লাগিল।

বৰ-শিমলুৰ তলত ৰহণৰ কোলাত মূৰ থৈ ৰূপহী। ৰূপহীৰ ভয় আৰু বিস্ময় তেতিয়াও শেষ হোৱা নাছিল।

সোঁহাতখনেৰে ৰূপহীয়ে ৰহণৰ হাতখন ধৰি চকুৰ আগলৈ আনিলে।

"কি হ'ল ৰূপহী?"

"ৰিহাখন কি কৰিলি?"

"ৰিহা? কি ৰিহা?"

"– অ' তই, তই নহয় –" অৱশভাৱে ৰূপহীয়ে ক'লে।

"উঠ– ৰূপহী। আন্ধাৰ হৈ আহিছে। ঘৰলৈ অকলে যাব পাৰিবিনে নাই?"

ৰূপহী এইবাৰ বহিল। চাৰিওফালে চালে, তাৰ পাছত ক'লে, 'তই ইয়াত ক'ৰ পৰা ওলালিহি ৰহণ?"

ৰহণে একো নেমাতিলে, সি বহাৰ পৰা উঠিল আৰু ক'লে, "মই যাও।"

ৰূপহীও উঠিল। কাপোৰ-কানিবোৰ জাৰি-জোকাৰি ল'লে, তাৰ পিছত ৰহণৰ মুখলৈ চাই ক'লে, "জানো পাহি, মোৰনো কি হৈছিল ক'বই নোৱাৰো, মূৰটো ঘূৰোৱা যেন লাগিছিল, পৰি গৈছিলো নেকি জানো।"

"তই পৰি যোৱা যেন দেখিহে মই তোক ধৰিছিলোহি। ভালেমান পৰলৈ তোৰ চেতনেই নাছিল। এতিয়া ভাল পাইছ যদি মই যাও।"

"মোৰ মূৰটো এতিয়াও ঘূৰাই আছে। ব'লচোন, মোক ঘৰত অলপ আগবঢ়াই থৈ আহ। বৰ নামঘৰৰ ওচৰেদি যাবলৈ আজি মোৰ ভয়েই লাগিছে।"

ৰহণে আৰু একো নক'লে। আগে আগে ৰহণ আৰু পিছে পিছে ৰূপহী যাব ধৰিলে।

ঘৰৰ ওচৰ পাই ৰূপহীয়ে ক'লে, "ৰহণ, আমাৰ ঘৰত অকণ সোমাই নেযাব জানো?"

ৰহণে মূৰ জোকাৰিলে আৰু ৰূপহীক পদূলিমূৰত থৈ অন্য এফালে বাট ল'লে।

কিছুপৰ বৈ, তাৰ ফালে চাই থাকি লাহে লাহে ৰূপহী ঘৰলৈ সোমাই গ'ল।

সেইদিনা মাজ ৰাতি ৰূপহী এবাৰ দুবাৰ মেলি আগ চোতাললৈ ওলাই আহিছিল। তাইৰ মনত লাগিছিল যেন আজি ৰাতিও ৰহণ আহি সিহঁতৰ পদূলিমূৰৰ জেওৰাখনৰ সিপাৰে বৈ থাকিবহি।

তাই কেউপিনে চালে, কিন্তু কাকো নেদেখিলে, আকাশত কিছুমান তৰা আছে, আৰু ক'তো কোনো নাই। চঁউদিশে নিমাত, নিতাল। অকলেই বাহিৰত বৈ থাকিবলৈ ৰূপহীৰ ভয় লাগিল, তাই ভিতৰ সোমাই আহিল আৰু দুৱাৰখন বন্ধ কৰি দিলে।

মৌজুৰিৰ পাৰত নল বিৰিণা-খাগৰি গজে আৰু মৰে, গজে আৰু মৰে, মৰে আৰু গজে।

সময়বোৰ চোৰৰ দৰে হাতত সাৰে ভৰিত সাৰে আহে আৰু পলাই যায়। মৌজুৰিৰ পানীয়ে দিনবোৰ এটা এটাকৈ ধুই লৈ যায়। মৰহি যোৱা বিৰিণা পাতত ধৰি থহি যোৱা যৌৱনে চকুপানী কি কান্দে।

ক'ৰবাত মৰা নলৰ মূঢ়াৰ পৰা নতুন গজালি গজে। কঁহুৱা ফুলত বৰাগী মনৰ হুমুনিয়াহ লাগে। চাৰিওফালৰ পৰা বাট ভেটি ধৰি নিয়ৰবোৰে কাণে কাণে জাৰৰ দিনৰ কথা কয়।

ধানৰ পাতত সেউজ থৈ এটা আহিন মৰিল। কাতিৰ কতাহত ধান গাভিণী হোৱাৰ বেহানি।

আকাশৰ বুকুৰ কপহুৱা বগা মেঘবোৰ ক'ৰবাৰ পৰা ক'ৰবালৈ গৈ থাকে, গৈ থাকে। আকাশৰ নীলাবোৰ পবীৰ সাধুৰে ভৰি পৰে। মৌজুৰিৰ ফটিক পানীত চেলেকনা মাছে চালি ধৰে।

ক'ৰবাত কোনে যেন কান্দে।

ক'ৰবাত কোনে যেন হাঁহে।

ক'ৰবাত কোনে যেন ফুচফুচায়।

কোনে যেন কয়, মনে মনে থাকা মনে মনে থাকা।

আৰু কোনোবাই যেন কয়, মনে মনে নেথাকিবা— নেথাকিবা।

বৰবিলৰ পাৰত গৰু এৰি দি গৰখীয়া ল'ৰাবোৰে ঘাঁহনিত পিঠি পেলাই শুই আকাশেদি পাখি নমৰাকৈ শগুণ উৰা চায়। সিহঁতে আকাশখন ঢুকি পাবলৈ আৰু কিমান দূৰ আছে লেখ কৰে। পাখি লৰচৰ নকৰাকৈ শগুণবোৰ কেনেকৈ সোঁ-সোঁৱাই উৰি ফুৰে ভাবি সিহঁত বিস্ময় মানে। সিহঁতে কিবা-কিবি কয়— বহুত কিবা-কিবি যিবোৰ কথাৰ কোনো অৰ্থ নাই!

গাৰ ক'ৰবাত ক'ৰবাত বুজিব নোৱাৰা পিৰ্‌পিৰণি কিছুমানে লুংলুঙায়।

* * *

গাঁৱলৈ ঈচৰ আহিছে, ডেকা গোসাঁই-ঈচৰ সুদৰ্শন পুৰুষ, সুঠাম ডেকা, কেঁচা হালধি যেন গা, শকত শকত বাহু, কান্ধলৈকে পৰা কিচ্‌কিচীয়া বাবৰি চুলি। ক'তো অকণো খটিখুণ নাই, চুলিৰ আগৰ পৰা ভৰিৰ নখলৈকে ঈচৰ।

মৌজুৰিৰ পাৰত বাহৰ কৰিছে ডেকা গোসাঁয়ে। বৰ নামঘৰত খোল তালৰ গম্‌গমনি উঠিছে।

গোসাঁইৰ বাহৰত ভকতৰ ভিৰ। সকলোৱে প্ৰভু ঈচৰৰ মুখলৈ চাই থাকিয়ে ভোক-পিয়াহ পাহৰিছে। ভাৰে ভাৰে সাজ সিধা আহিছে। পাটিদৈৰ ঢাৰিত লেপেটি কাঢ়ি বহি ভকতসকলে থৰ লাগি শুনিছে প্ৰভু ঈচৰৰ কথা। বটাই বটাই তামোল-পাণ শেষ হৈছে।

ডেকা গোসাঁই আহি বাহৰ কৰাৰে পৰা গাওঁখন গহীন হৈ পৰিছে। প্ৰভুৰ হাঁহিটোৱেই মনজুৰ পেলায়। কোনে ক'ব এইজনা কলেজ পাছ গোসাঁই!

এইসকল অৱতাৰ জানিছা, দেখিছা নে ৰূপ, দেখিছানে চিৰি, চকুহাল নেদেখিছা যেন তৰাহে জিলিকিছে।

আৰু কথা-বতৰাতো কি সাদৰী। আমি কুকুৰধূলি ভকত বুলি দেখিছানে অকণ ঘিণ-ঘাণ নাই, বুঢ়াসকলৰ আগত চুৰতো নেখায়।

শঙ্খচূড় বধ ভ'না হ'ব। প্ৰভু ঈচৰে আখৰাত নিজে হাতত ধৰি শিকাই দিছে। সেইয়াহে গুৰুৰ কাম। ল'ৰাইতেও শিকিছে ভাল দেই। যেনেকৈ শিকাইছে তেনেকৈ শিকিছে। অতদিনে আমাৰ কোনোবাই এনেকুৱা কিচ্‌ন কৰিব পাৰিছিলনে? লাগি ভাগি দুদিনমান ৰাখিবহে লাগিল, গাওঁখনৰ চেহেৰাই সলনি হৈ যাব।

কতৰ কত কথা জনাবলগীয়া আছে। সুখৰ কথা, দুখৰ কথা, হাই কাজিয়াৰ কথা। প্ৰভু অন্তৰযামী, সকলো জানে, তথাপি মনৰ কথা মুখ খুলি নক'লে কেনেকৈ? কোৱা, প্ৰভু ঈচৰে জানক, বুজক তেহে।

ভোগ আৰু ৰূপহীও আহিল।

পকো পকো হোৱা সোন্দাকল এথোকা, আবতৰীয়া কঁঠাল এটা, তামোল এথোপা, পাণ এমুঠা, চাউল এদোণ, পাৰ এযোৰ আৰু টকা পাঁচোটাৰে মেটমৰা ভাৰখন লৈ।

সাষ্টাঙ্গে পৰি ৰূপহী ভোগ দুয়ো প্ৰভু ঈচৰক সেৱা কৰিলে।

"হৈছে হৈছে –" হাঁহি প্ৰভু ঈচৰে ক'লে, দুয়ো মূৰ দাঙিলে, পিছে আঁঠু কঢ়াৰ পৰা নুঠিল।

"এওঁলোক?" ডেকা গোসাঁইয়ে সুধিলে।

তেৰাই এওঁলোকক চিনি নেপায়।

ৰূপহীয়ে তলমূৰ কৰি থাকি, ওৰণিখন চকুৰ ওপৰলৈকে টানি লৈ প্ৰভুৰ ফালে একোবাৰ চাই তলমূৰ কৰিলে।

হৰ মেধিয়ে চিনাকি কৰি দিলে– "ভোগ, তাৰ ঘৈণীয়েক ৰূপহী।"

প্ৰভুৱে এবাৰ ভোগ আৰু ৰূপহীৰ ওপৰেদি চকু বগৰাই নিলে।

ভোগই ক'লে, "সউৱাই আমাৰ ঘৰ, প্ৰভু ঈচৰৰ কাষতে।"

প্ৰভু ঈচৰে ভোগহঁতৰ ঘৰবাৰীৰ ফালে এবাৰ চালে।

হৰ মেধিয়ে ক'লে, "ঈচৰ বস্তুৱে এহেঁতক উভেনদীকে দিছে, প্ৰভু ঈচৰ, ধনে-ধানে, ভাতে-ভৰালে, ৰজনজনা।"

"হওক হওক –"

"পিছে প্ৰভু ঈচৰ, ইহঁতৰ এটিহে বৰ দুখ।"

ডেকা গোঁসায়ে ভোগহঁতৰ ফালে চালে।

"বিয়া হ'বৰ কেইবা বছৰো হ'ল, ইহঁতৰ ল'ৰা-ছোৱালীহে নাই। সেইটোৱেই দুখ –" মেধিয়ে ক'লে।

গহীন হৈ প্ৰভু ঈচৰে ক'লে, "দুখ-বেজাৰ কৰিব নেপায়। সকলো ঈচৰৰ ইচ্ছা। আৰু তোমালোক হালেই ডেকা-গাভৰু হৈ আছা। ল'ৰা-ছোৱালী নহ'ব বুলিনো কেলেই ভাবিছা?"

কেনেবাকৈ এবাৰ ৰূপহীৰ মূৰৰ ওৰণিখন খহি পৰিল, আৰু কেনেবাকৈ ডেকা গোসাঁইৰ চকুহাল আহি ৰূপহীৰ গালমুখৰ ওপৰত ৰৈ গ'লহি। ৰূপহীয়ে মূৰ দাঙি চাব নোৱাৰিলে, তাই গোটেই মানুহজনী ৰঙা পৰি ঘামি-জামি উঠিল। তাইৰ বুকুৰ ভিতৰখন সৰু সৰুকৈ কঁপি উঠিল।

লাহে লাহে প্ৰভুৰ চকু ৰূপহীৰ পৰা আঁতৰি গৈ মেধিৰ ওপৰত ৰ'লগৈ।

কোনোমতে সেপ ঢুকি ভোগই ক'লে–

"হয়, প্ৰভু ঈচৰ, সেয়াই আমাৰ নাটনি।"

"বাৰু বাৰু বহা। ধৰা দিব লাগিছিল। সকলো ভগৱানৰ ইচ্ছা। দুখ-বেজাৰ কৰিব নেপায় ..."

"ইহঁত হালক প্ৰভু ঈচৰ অকণমান আশীৰ্বাদ কৰিব। পিণ্ড-পানী এটোপা দিবলৈকে যেন প্ৰভুৰ কুকুৰ এটিৰ মুখ দেখিবলৈ পায়।"

ডেকা গোঁসায়ে আকৌ এবাৰ পোনপটীয়াকৈয়ে ৰূপহীলৈ চালে।

একো নক'লে।

অন্যান্য মানুহ আহিল।

প্ৰভু ঈচৰে চুই তামোলৰ বটাটো ভোগহঁতৰ ফালে আগবঢ়ালে, ভোগই এখন লৈ শিৰত লগাই, এখন ৰূপহীকো দিলে।

ভোগহঁত উঠিল।

এইবাৰ প্ৰভু ঈচৰেও বহাৰ পৰা গা তুলিলে। আৰু সমজুৱাতে ক'লে, "আমি পাপী-পাতকী মানুহ। আমাৰ প্ৰাৰ্থনাত ভগৱানে কি কৰে নকৰে কেনেকৈ বুজিবা? ভগৱানক খাটা, তেওঁৰ ভঁৰালত কিহৰ আকাল? বাৰু এতিয়া যোৱাহক। আজৰি আছে, ওচৰতে ঘৰ, জা-জঞ্জালো নাই। যেতিয়াই মন যায় আহিবা।"

"ভাল প্ৰভু –" ভোগ আৰু ৰূপহী দুয়ো ক'লে আৰু সেৱা কৰি বিদায় ল'লে।

"ডেকা ল'ৰা হ'ল, কি হ'ল, কলেজ পাছ হ'ল কি হ'ল, গোসাই যি গোসায়েই। দেখিলেই দেহমন জুৰ পৰে–" বাটত ভোগই ৰূপহীক ক'লে।

ৰূপহীয়ে একো নেমাতিলে। বাৰে বাৰে তাইৰ মনত পৰিল ডেকা গোসাঁইৰ চকু দুটা। সেইহাল চকুৰ চাৱনি দেখিলেই ভয় লাগি যায়, বুকুখন হম্‌হমাই উঠে। চকুহালে যেন নাড়ী-ভুৰু, কলিজালৈকে সকলো দেখে!

ৰাতি শোওঁতে ৰূপহীয়ে কৰযোৰে ঈচৰক খাটিলে, "হে ঈচৰ, মই, মই পাপী, মোৰ মন পাপী। ডেকা গোসাঁইৰ চকুত মই পাপীনীয়ে যি দেখা পালো সেইয়া মোৰহে ভুল প্ৰভু। মোক খেমা কৰা, মোক খেমা কৰা প্ৰভু।'

আৰু ভোগৰ বুকুৰ কাষলৈ সোমাই গৈ শুবৰ সময়ত তাই মনে মনে ক'লে, ডেকা গোসাঁই ঈচৰক মই সপোনত নেদেখো যেন প্ৰভু।

ৰূপহীৰ মনৰ কথা ভোগই একো নেজানিলে।

সবাহ, ভ'না, নাম গোৱাৰে গাওঁ উখল-মাখল। গোসাঁই ঈচৰৰ বাহৰত দূৰ-ওচৰৰ ভকত ভকতনীসকলৰ গিজগিজনি। বৰ নামঘৰে সাৰ পাইছে, মৌজুৰিৰ পাৰত হৰি নামৰ খলকনি!

* * *

এদিন জোনাকী বুঢ়ী মৰিল।

সেইদিনা গাওঁখন জঁই পৰিল। তেনে এজনী বুঢ়ী মৰিলে গাঁৱৰ ধৰণী লৰ খায়। একাচেকা আছিল সঁচা, পিছে তেনেকুৱাজনী বুঢ়ী নহ'ব, নুপজিব; গাঁৱৰ সকলোবোৰ যেন আছিল নিজৰ নাতি-পুতিহে, কমনো মৰম কৰিছিলনে? গালি-শপনি পাৰে বুলি কাৰোবাৰ শত্ৰুতা কৰা কোনোবাই ক'ব পাৰেনে?

মৌজুৰিৰ পাৰৰ বালি চাপৰিত ৰাতি দুপৰত একুৰা জুই জ্বলিল। কেঁচা আমখৰি আৰু পোৰা মঙহৰ গোন্ধে বতাহজাক জয়াৰ কৰি তুলিলে। বহুতে কান্দিলে, বহুতে দুখ কৰিলে, বহুতে মৰিশালিত গৈ বুঢ়ীক শেষবাৰলৈ চাই ল'লে।

ধোঁৱাবোৰ আকাশৰ ফালে গ'ল, গোন্ধবোৰ বতাহে নি বৰ হাবিত সুমুৱালেগৈ, ছাইবোৰ মৌজুৰিয়েদি উটি গ'ল, কৰ'বালৈ— দূৰৰ ক'ৰবালৈ।

কেইবাদিনলৈ গাওঁখনত এইন কথা তল পৰিল, কেৱল জোনাকী বুঢ়ীৰ কথা। কথাবোৰ লাহে লাহে সাধুকথা হ'বলৈ ধৰিলে, জোনাকী বুঢ়ীও দুদিনমানতে সাধুকথা হ'ল।

মৌজুৰিৰ পাৰত দুজোপা বনৰীয়া তিল গজিল।

বৰ মৰমৰ, বৰ চিনাকি মৌজুৰিৰ পাৰ। ইয়াৰ পাৰতে জনমৰে পৰা পিথপীত উঠি নেপেলোৱালৈকে জীয়নৰ বেহানি, মৰণৰ বেহানি, প্ৰেম-পীৰিতিৰ বেহানি, হাঁহি আৰু চকুপানীৰ বেহানি।

জোনাকী বুঢ়ী মৰিল। গাওঁখনে আৰু এটা সদায় শুনা চিনাকি মাত কোনো কাহানিও শুনিবলৈ নেপায়।

বৰশিমলু থাকিব, বৰ নামঘৰ থাকিব, মৌজুৰিৰ গৰাখহা ঘাট-বাট থাকিব। আৰু থাকিব মৌজুৰি গাওঁখন, আৰু থাকিব মৌজুৰি গাঁৱৰ মানুহ— ল'ৰা, বুঢ়া, ডেকা।

জোনাকী বুঢ়ী মৰা শুনি ৰূপহীৰ বৰ বেয়া লাগিল।

"জেঠাইজনী মৰি গাওঁখন উকঙা হ'ল।"

"কেনেনো পিথপীত সদায় থাকে। মানুহৰ জীয়ন কচুপাতৰ পানী, এই আছে, এই নাই।"

"মৰিল ভালেই হ'ল। বহুত দিন পালে, পৰি মেলি যে নেথাকিল, নহ'লে লোকৰ দুটা মাত শুনিবহে লাগিলহেঁতেন।"

নানা কথা।

পিছে সকলোৰে এটাই কথা— মানুহ সদায় জীয়াই নেথাকে। আয়ু শেষ হ'লেই মানুহ মৰে। মানুহ নিৰুপায়।

মৰিশালিখন ৰূপহীহঁতৰ ঘৰৰ পৰা বৰ বেছি দূৰত নহয়। দিনটোত যিমানবাৰ ৰূপহী ঘাটলৈ যায়, সিমানবাৰ মৰিশালিখন তাইৰ চকুত পৰে, তাইৰ মনটো কেনেবা কেনেবা লাগে। ঘাটটো জয়াৰ জয়াৰ লাগে।

অগা-পিছাকৈ বৰ নামঘৰত বৰ সবাহ হৈ গ'ল, ভ'নাও হৈ গ'ল।

ডেকা গোঁসায়ে দেখুৱাই মেলি দিয়াৰ কাৰণেই হ'বলা এইবেলি ভ'না বৰ ধুনীয়া হ'ল।

ৰূপহীও গৈছিল ভ'না চাবলৈ। অন্য জীয়ৰী-বোৱাৰীৰ মাজত বহি থৰ লাগি ভ'না চাইছিল। মণিকূটৰ বৰখুঁটাটোৰ ওচৰতে বহিছিল ডেকা গোসাঁই ঈচৰ, চিতল

পাটি পাৰি, ধক্‌ধকীয়া বগা চুৰিয়া আৰু পাটৰ কূৰ্তা চোলা পিন্ধি, আগত এশৰাই তামোল-পাণ লৈ যেনেকৈ বহি আছিল নোচোৱাৰো এবাৰ চকু যায়।

পিছলৈ ভ'না চাবলৈ পাহৰি ৰূপহীয়ে থৰ লাগি ডেকা ঈচৰলৈকে চাই আছিল। ভ'নাত কত কি ওলাল, তাৰ অলপহে ৰূপহীৰ চকুত পৰিল, বাৰে বাৰে তাইৰ চকুত পৰিল এখন ধুনীয়া মুখ। মাজে মাজে গোসাঁইক ভালকৈ চাওঁ বুলি তাই বহাতে আঁঠুকাঢ়ি দিয়ে। পিছফালৰ পৰা কোনোবা এজনীয়ে টান মাৰি বহুৱাই দিয়ে।

ভ'না শেষ হ'ল, ৰাতিও শেষ হ'ল। ৰূপহীৰ মনত পৰি থাকিল এখন ধুনীয়া মুখ, এহাল ধুনীয়া চকু, এটা ধুনীয়া হাঁহি।

আৰু একো মনত নাই।

শুবৰ সময়ত ৰূপহীৰ মনটো পাতল পাতল লাগিল। তাইৰ নাম ৰূপহী। তাইৰ বয়স মুঠেই পোন্ধৰ বছৰ হৈছে। তাইৰ কোনো লগত বিয়া হোৱা নাই। কোনোৱে তাইৰ গাত হাত দিয়া নাই। তাই নতুন, তাই কেঁচা, তাই ন-গাভৰু।

আৰু গোটেই পৃথিৱীত তাই মুঠেই এজন মানুহ দেখিছে, এজন মানুহক চিনি পায়, তেওঁৰ নাম ডেকা ঈচৰ, ডেকা গোসাই, ডেকা প্ৰভু।

কথাষাৰ ভাবিয়ে তাইৰ মনটো ভাল লাগি গ'ল। মোৰ গাঁৱলৈ, মোৰ জীৱনলৈ ঈচৰ আহিছে, যাৰ কেঁচা সোণ যেন গাৰ বৰণ, বিজুলী যেন হাঁহি, পদুমকলি যেন চকু ...

আকৌ এদিন ভোগৰ লগত ৰূপহী গোসাঁইৰ বাহৰলৈ গ'ল। মূৰত দীঘল ওৰণি, চকুত লাজ, বুকুত ভয়, মুখত চেপা মাৰি ধৰি থকা হাঁহি।

ডেকা গোঁসায়ে ভোগৰ লগত কিবা-কিবি কথা পাতিলে।-তেওঁলোকৰ সত্ৰখনক ব্ৰহ্মপুত্ৰৰ বানে খহাই নিছে। মাটি-বাৰীৰ সুবিধা হ'লে তেওঁৰ অন্য ঠাইলৈ সত্ৰ উঠাই অনাৰহে মন। মৌজুৰি গাওঁখন তেওঁৰ বৰ ভাল লাগিছে। মানুহবোৰকো ভাল লাগিছে।

কথাবোৰ ৰূপহীৰ কাণত পৰিল। পিছে আজি প্ৰভু ঈচৰৰ কথাবোৰ বৰ নিৰস আৰু সংসাৰী যেন লাগিল, প্ৰভু ঈচৰে মাটি-বাৰী, ঘৰ-সংসাৰৰ কথা ক'লে ভাল নুশুনায়।

মানুহ তেতিয়া সৰহ নাছিল। একাষে দুজনমান ভকতে বহি খুন্দা তামোল পকটিয়াইছিল আৰু কিবা-কিবি অৰ্থ-পৰমাৰ্থৰ আলচ কৰিছিল।

ভোগ, তামোল এখন খা'হি আহ। এজনে মাতিলে।

"যোৱা –" প্ৰভু ঈচৰে ক'লে।

ৰূপহী অকলেই বহি থাকিল।

আগত থকা বটাটোৰ পৰা তামোল এখন মুখত ভৰাই ৰূপহীলৈ চাই ডেকা গোঁসায়ে সুধিলে, "তোমাৰ নাম কি বুলিছিলা –?"

"ৰূপহী –" কোনোমতে ৰূপহীয়ে ক'লে, তাইৰ মনত লাগিল তাই যেন এজনী পোন্ধৰ বছৰীয়া ন-গাভৰু।

"গাওঁখনত এপাক মাৰিবৰ মন আছিল, পিছে সময়কে উলিয়াব পৰা নাই– মানুহৰ পৰা।"

ৰূপহীয়ে গোসাঁইৰ মুখলৈ চালে। গোসাঁইৰ চকুহাল তাইৰ গাৰ ওপৰত। তাই ৰঙা পৰিল, মনে মনে তাইৰ ভাল লাগিল। কেনেবাকৈ ৰূপহীৰ ওৰণিখন ভালেখিনি খহি গ'ল।

"এবাৰ তোমালোকৰ ঘৰলৈকে যাম বুলি ভাবিছিলো। পিছে, দিনত দেখোন শূইন নোলায়েই।"

ৰূপহীৰ বুকুৰ ভিতৰখন ঢুকঢুকাই উঠিল। কেনেবাকৈ মনৰ বল গোটাই তাই শুন-নুশুন মাতেৰে ক'লে, "প্ৰভু এবাৰ গ'লে আমি বৰ ভাল পাম, দেউতা বেমাৰী মানুহ, প্ৰভু ঈচৰক সেৱা কৰিবলৈ আহিব পৰা নাই –"

"শহুৰেৰ হ'বলা বেমাৰী?"

"বুঢ়া মানুহ প্ৰভু, তাতে বেমাৰী।"

"চাওঁ, সময় উলিয়াব পাৰিলে কোনোবা দিনা যাম। দিনত পিছে নোৱাৰিম! গ'লে মোৰ নামজপ শেষ কৰি কিছু ৰাতিহে যাব পাৰিম।"

"ভাল প্ৰভু ঈচৰ –" ৰূপহীয়ে ক'লে।

ভক্তিত ৰূপহীৰ মনটো উপচি পৰিল। ইমান মৰমিয়াল মানুহজন। আমাৰ নিচিনা মানুহৰ ঘৰলৈকো যাম বুলিছে।

কথাষাৰ তাইৰ বৰ গোপনীয় আৰু আপুৰুগীয়া যেন লাগিল। তাই ভোগহঁতৰ ফালে চালে। প্ৰভু ঈচৰৰ কথাষাৰ শুনিলে নেকি? এইষাৰ কথা যেন তাইকহে কৈছে। আনে জানিব নেপায়!

দিনত যাব নোৱাৰে, ৰাতি যাব। তাকো নামজপ সকলো সামৰি। বহুত ৰাতি হ'ব কিজানি। সিমান ৰাতিনো আমাৰ ঘৰলৈ গৈ কিটো কৰিবগৈ? এওঁলোকৰতো ফুট গধূলিতে মৰ-টোপনিয়ে ধৰে, গাৰ এডোখৰ কাটি নিলেও গম নেপায়।

পিছে যাম বুলিছে যেতিয়া যাবই। মইহে সাৰে থাকিব লাগিব– যিমান ৰাতিয়েই নহওক লাগিলে।

প্ৰভু ঈচৰক সেৱা এটি কৰি ভোগ-ৰূপহী ঘৰলৈ গুচি আহিল। তাইৰ মনে মনে ভয় হৈছিল জানোচা প্ৰভুৱে সিহঁতৰ ঘৰলৈ যাম বুলি ভোগৰ আগতো কৈ দিয়ে।

নকলে!

ৰক্ষা!

ৰূপহীৰ ঘৰলৈ গোসাঁই আহিব– ৰাতি!

তাইৰ মনটো বহুত কিছুমান নাম-ধাম নোহোৱা আনন্দেৰে ভৰি পৰিল, যেন তাইৰ– যেন তাইৰ – ছিঃ কি যে ভাববোৰ মনলৈ আহে– যেন তাইৰ বিয়াহে হ'ব!

পিছে ৰাতি ঘৰত তাইৰ বেয়া লাগিল। প্ৰভু ঈচৰ কেতিয়াকৈ আহিব তাই সুধিবলৈ নহ'ল। কিজানিবা আজি ৰাতিয়েই আহে। নাই, আজি নাহে। হয়তো কাইলৈ ৰাতি, নাইবা পৰহিলৈ ৰাতি আহিব। সেই বুলি আজি ৰাতিও তাই টোপনি নেযায়, কাণ সাৰে থাকিব।

এনেয়েতো তাই গাঁৱৰ সকলোতকৈ পলমকৈ শোৱে।

প্ৰভু ঈচৰ সিহঁতৰ ঘৰলৈ আহিলে তাই কি কৰিব মনে মনে ভাবিলে– সেৱা এটা কৰি বেতৰ চকীমূঢ়াটোতে বহিবলৈ দিব। যদি কয় ভোগহঁতক জনাই দিব, নহ'লে তায়ে কথা-বতৰা পাতিব।

প্ৰভু ঈচৰৰ লগত তাইনো কি কথা পাতিব? তাই মুৰুখমতি মানুহ। ধৰম-কৰমৰ কথা একোডাল নেজানে। আৰু গোসাঁই ঈচৰেনো অইন কি কথা পাতিব!

কিজানি প্ৰভু ঈচৰে সোধে ল'ৰা-ছোৱালী নোহোৱাৰ কথা। নাই, নাই, সেইবোৰ কথা প্ৰভু ঈচৰে কেতিয়াও নোসোধে। সেইসকল মানুহ নহয়, অৱতাৰ, দেৱতা! যি কথাকে নেপাতক, এবাৰ আহিলেই হয় আমাৰ ঘৰলৈ।

এৰাতি গ'ল।

দুৰাতি গ'ল।

তিনি ৰাতি গ'ল।

টিপ্ চাকি জ্বলাই, চকু মুদি কাণ সাৰে ওৰে ৰাতি ৰূপহী বহি থাকিল। গোসাঁই নাহিল।

মাজে মাজে দুৱাৰ মেলি বাহিৰলৈ ওলাই ইফালে-সিফালে চালে। কোনো নাই। গোসাঁইৰ বাহৰৰ ফালে চালে। নিমাত নিতাল– কাৰো সাৰ-সুৰ নাই। ভিতৰত লেম নে চাকি এটা জ্বলি আছে। প্ৰভু ঈচৰৰ চাঁগে এতিয়া ঘোৰ টোপনি!

ক'লেহে। নাহিবই কিজানি!

এনেই কথষাৰ ক'লেনে? এবাৰ নহয় এবাৰ আহিবই। তাই নিজকে ক'লে।

দিনবোৰ ৰূপহীৰ বৰ দীঘলীয়া যেন লাগিল।

আকৌ এদিন দিনতে গৈ প্ৰভু ঈচৰক চাই আহিবলৈ তাইৰ মনটোৱে উচপিচালে। কিন্তু সাহসে নুকুলালে। বৰ ভকতনী হ'ল বুলি গাঁৱৰ জীয়ৰী-বোৱাৰীয়ে ঠাট্টা কৰিব– যিহে নিলাজী, নাটেশ্বৰী ছোৱালী-বোৱাৰীবোৰ। গুৰু-গোঁসায়ো নাই।

দিনত কেইবা বেলিও তাই মৌজুৰিৰ ঘাটলৈ গ'ল। আৰ-তাৰ লগত ইটো-সিটো লাগ-বান্ধ নোহোৱা কথা পাতিলে। গোসাঁইৰ কথা নুলিয়ালে।

আনেও নুলিয়ালে।

গোসাঁই অহা কুৰি দিনৰো সৰহ হ'ল। আমুৱাবলৈ আৰম্ভ কৰিছেই। সদায় সদায় ভাৰ-ভেটিনো আৰু কিমান দিব? পিছে গোঁসায়ে বেয়া পাব আৰু শাও-শপনি দিব বুলি ভয় কৰে। একো নকয়। আৰু সতকাই প্ৰভু ঈচৰ আহিবও নোৱাৰে। আৰু

এইজনা ডেকা ঈচৰ এইবেলিহে ইয়ালৈ আহিছে। কেনেবাকৈ বেয়া পাই যাবলৈ হ'লে, মুখে নিদিলেও মনে শাও দিব। গোসাঁইৰ শাওত গাওঁ উচন যাব।

আৰু ডেকা গোসাঁই ডেকা মানুহ যদিও ধৰমে-কৰমে বৰ ভাল যেন লাগিছে সকলোৰে। গেলাগপো নাই, নুচুবি নাহিবিও নাই। কলেজ পাছ মানুহ, সেইবোৰ নেথাকিবতো।

মাধ আহিছিল গোসাঁই বাহৰৰ ফালৰ পৰা।

ভোগৰ ঘৰত সোমাল।

"ভোগ আছনে?"

"নাই। কোন? মাধ কাইটি, বহ! মই গৈছো –" ভিতৰৰ পৰা ৰূপহীয়ে চিঞৰি ক'লে। আৰু অলপ পিছতে তামোলৰ বটাটো লৈ ওলাই আহিল।

"বহ, ক'ৰ পৰা আহিলি?"

"প্ৰভু ঈচৰৰ ওচৰলৈ গৈছিলো।"

ৰূপহীৰ কিবা এটা সুধিবৰ মন গ'ল। পিছে নোসোধাকৈ থাকিল। জানোচা মাধই কিবা ভাবে।

মাধই এবাৰ ভালকৈ ৰূপহীৰ গা-মুখলৈ চালে। তাইৰ গাটো সি চিনি পায়।

"দেদাইৰ কেনে?"

"ক'ৰনো ভাল হ'ব আৰু? দিনে দিনে পৰিহে গৈছে। জাৰকালিটো আহিছে, ভয়হে লাগিছে।"

"প্ৰভু ঈচৰক চাবলৈ যোৱা নাই?"

"কেনেকৈনো যাব, উঠিবই নোৱাৰে।"

"নহয়, তই?"

তাই এবাৰ মাধৰ মুখলৈ চালে। কিবা ভাবিছে নেকি বাৰু।

"গৈছিলো –" তাই চুটিকৈ ক'লে।

"এৰা, ময়ো সেৱা এটা কৰি আহিলোগৈ। কেইদিনমানতে বোলে যাবগৈ।"

কথাষাৰ শুনি ৰূপহীৰ মনৰ ভিতৰখন কেনিবাদি ৰম্‌ৰমোৱা যেন লাগিল।

"কেতিয়াকৈ যাবগৈ।"

"ক'ব নোৱাৰো। ক'লে দেখোন বোলে বহুত কাম আছে। অহা শনি কি দেওবাৰ মানে বাহৰ উঠিব হ'বলা?"

তামোলৰ বটাটো আগবঢ়াই দিলে ৰূপহীয়ে।

"আমাৰো ভ'না এটা পতাম বুলি আলচিছিলো। প্ৰভু ঈচৰ নেথাকে যদি –"

"ভোগক ক'বলৈ কবি। ভকতৰ কামত আহিছে। ক'লে কেলেই নেথাকিব।"

মাধ যাবলৈ উঠিল।

"যাওঁ পাই, বহুত কাম কৰি আছে। পিছে তইনো আজিকালি কি খাইছ?"

"কি হ'লনো?"

"চেহেৰাখন হ'লে কৰিছ দেই। আমাৰ নিচিনা নৰ মনিচহে নেলাগে, গুৰু গোসাইৰো লোভ লাগিব। একামোৰ খাই যাম যেনহে লাগিছে।"

চকু ঘোপা কৰি তাৰ ফালে চাই, এমোকোৰা হাঁহিৰে ৰূপহীয়ে ক'লে, "নিজৰজনীকে কামুৰি থাকগৈ, আমালৈ মন মেলিব নেলাগে –"

· "লোভটো হ'লে থাকিল দেই।"

"যাহ্ মৰাটো, বুঢ়া হলিহি, তেওঁ ছাগলী হ'বলৈ নেৰিলি, ইপিনে আকৌ প্রভু ঈচৰৰ ওচৰলৈ যাব –"

"তোক পিছে ক'লো, ডেকা গোসাঁইৰ তালৈ বৰকৈ অহা-যোৱা নকৰিবি, এনেইহে গহীন-গম্ভীৰ, শুনিছো বোলে ত'ত পাকৈত।"

"ছিঃ ছিঃ, কিবোৰ যে অধৰমী কথা কৈছ। প্রভু ঈচৰৰ কথা বাৰু তেনেকৈ ক'ব পাৰনে? ভয়-ভীতো নাই।"

মাধ গ'লগৈ।

পদূলিমূৰলৈকে ওলাই আহি ৰূপহীয়ে ক'লে, "আহিবিচোন মাজে মাজে, আজিকালি চোন নাহঁই।"

"আহিবলৈ বেয়াহে লাগে, তোক দেখিলে সেই কিবা-কিবি কথাবোৰ মনত পৰে, তোৰ বাৰু মনত নপৰেনে?"

"যা যা, পাই, সেইবোৰ কথা আৰু নুলিয়াবি, এতিয়া আৰু আমি আগৰ সৰু ল'ৰা-ছোৱালী হৈ থকা নাই।"

"হৈছো যদি মইহে বুঢ়া হৈছোঁ, সঁচা কৈছো ৰূপহী, তই দিনে-দিনে গাভৰুহে হৈ গৈছ।"

মাধ গ'লত ৰূপহীয়ে ভৰা মন এটা লৈ নিজৰ খেলি-মেলি লগা ভাববোৰক জুকিয়াই ল'বৰ যতন কৰিলে।

শোৱনি কোঠাৰ বেৰৰ আগত ওলোমাই থোৱা সৰু আৰ্চিখন নমাই আনি তাই নিজৰ মুখখন চালে। সঁচাকৈয়ে গালবোৰ গোলাপ ফুল যেন ৰঙা হৈছে। চকুহাল কিবা ধুনীয়া ধুনীয়া লাগিছে।

মৌজুৰিত গা ধুবলৈ গৈও তাই জোবোৰা মাৰি গাটো তিয়াই, পানীত ডিঙিলৈকে সোমাই থাকি, ৰিহাখন চেপিবৰ সময়ত নিজৰ বুকুখনলৈ এবাৰ চালে, আচী যেন নিকা পানীত তাইৰ সোণবৰণীয়া বুকুখন তাইৰ আগে কাহানিও নেদেখা যেন লাগিল। আন কোনোবাই দেখে বুলি তাই খৰ-খেদাকৈ গাটোত ৰিহাখন মেৰাই উঠি আহিল।

মইনো কেতিয়াৰ পৰা ইমান ধুনীয়া হ'লো,– তাই নিজকে ক'লে।

মৌজুৰিৰ বালি-বলুকাত জাক বালিমাছিৰ নাচোন। আৰু সঁউৰা বাঁহনিখনত–
বাঁহৰে আগৰে ৰঙাকৈ চিলনী,
তাইহঁতে কিনো খাই জীয়ে –

ফকৰা মনত পৰিল ৰূপহীৰ। ধান পাতত পৰা ফৰিংবোৰৰ নিচিনাকৈ তাইৰ মনটোৱেও নাচে, জঁপিয়ায়, তাইৰ দেহ মন কেঁচা কেঁচা লাগে।

প্ৰভু ঈচৰে যদি যায়গৈ, আমাৰ ঘৰলৈ কিজানি নাহিবই নেকি?

পুণেচৰীৰ ল'ৰা এটা হৈছে। এইটোৰে সতে সাতোটা হ'ল। ছোৱালী এজনীহে হ'ব লাগিছিল, কাতিমহীয়া ল'ৰা, চোকা হ'ব।

আঁউসী পূৰ্ণিমাত ভোগৰ বাপেকৰ অসুখ বাঢ়ে। ঘূম ৰোগীয়া মানুহ, কাহি কাহি মৰে যেন হয়। ভাং এচিলিম খালে অলপ সকাহ পায়। টোপনিতো বুঢ়াই কাহি থাকে, তাতে বাতৰ বিষ– কেঁকাই থাকে।

মৰা হ'লেও ভাল আছিল।

বুঢ়াই পিছে আমনি নকৰে। নিতাল মাৰি পৰি থাকে, কাহটোৱেহে যি আমনি।

এদিনলৈ বুলি ভোগটো গৈ আজি দুদিন নাই, উত্তৰ পাৰলৈ পৰা ভনীয়েকজনীৰ দদাশহুৰেক মৰিল, খবৰটো লৈ গুচি আহিব পায়। গ'লে আৰু মানুহটোৰ ঘৰলৈ ঘূৰিবলৈ মনত নপৰে।

থাক এতিয়া অকলে অকলে নিমাও-মাও ঘৰটোত সোমাই, গৰু-ছাগলীকেইটাই হামিয়াই-হিকটিয়াই আছে বুলিহে, নহ'লে যেন ঘৰ নহয় মৰিশালিহে।

ৰূপহীয়ে আঙুলিৰ মূৰত লেখ কৰি চালে– জোনৰ আজি বাৰ দিন, সৰু-পূৰ্ণিমা হ'লেই, এই পূৰ্ণিমাতে ৰাস হ'বলা, জোনাকবোৰ বৰ মিঠা হৈছে।

সন্ধিয়াৰ পিছত কণমইনা আহি ওলালহি, কলপটুৱাৰ খাং এটাত গৰৈ-কাৱৈ মাছ এগাল।

"মাছনো আজি ক'ৰ পালি?"

"ভেটাৰ ওচৰৰ পুখুৰীটো সিচিছিলো, বহুত মাছ ওলাল বুইছনে। বৌ-বাহুহে নাই, গৰৈ-কাৱৈ এভাৰমান ওলাল। বোলো দুটামান দি থৈ আহোঁ!"

"ভাল কৰিলি পাই, ঘৰতো নাই, বৰশী বাই পুঠি কেইটামান পাইছিলো– শুদা ভাত –"

"ভোগ কাইটিনো ক'লৈ গ'ল?"

"উত্তৰলৈ, কালিয়ে অহাৰ কথা, আজিও নোলালহি।"

'আজৰি দিন, ওলাই গৈছে, অকণ ঘূৰি-পকি আহক দে –'

'ফুৰক, আমাৰো নেদেখি এৰাঁ চৰা নাই।'

"সতিনীয়েৰ এজনী লৈ নাহিলেই হয় –"

"ধ ধ, পৰি আছে সতিজনীজনী, বুটলি লৈ আহিবলে! এজনী আনিলে ভালেই পাওঁ। ঠেঙৰ ওপৰত ঠেং তুলি খাম– পিছে আজিকালি খাইছ কেনেকৈ?"

"এৰা অ' বৰ টান পৰিছে। আছে যদি চাউল দুসেৰমান দে। এৰা, আজি আকৌ পুখুৰী সিচি থাকোতে চাউল-পাত বিচাৰি যাবলৈ সময়কে নেপালো। সেইদেখি বাতিখন বোলো আৰু কলৈনো যাম, তোৰ ওচৰলৈকে আহিলো।"

"আমাৰো উলিওৱা চাউল-পাত সৰহ নাই। খাওতাই নাই। সৰহঁকে উলিয়াইনো কি কৰিম? কি আছে চাওঁ ৰহ। তামোল খা –"

ৰূপহী ভিতৰলৈ গ'ল আৰু খৰাহী এটাত আঁৰে চাউল এখৰাহী আনি কণমইনাৰ আগত থলেহি।

তামোলখন চোবাই চোবাই কণমইনাই সুধিলে, "গোসাঁই ঈচৰৰ তালৈ গৈছ?"

"গৈছিলো।"

"বৰ মৰম লাগে অ' মানুহজনলৈ, কথা-বতৰাবোৰো বৰ ভাল, নহয়নে বাৰু?"

ৰূপহীয়ে একো নক'লে।

"মই সেৱা এটা কৰি ক'লো বোলো অৱস্থা ভাল নহয়, প্ৰভুৰ দিবলগীয়া ফেৰাও আদায় কৰি দিব পৰা নাই। গোঁসায়ে কি ক'লে জান?"

"জানো –" ৰূপহীয়ে তাৰ মুখলৈ চালে।

"আমি জানো ভকতৰ পৰা ধন-সোণ কঢ়িয়াবলৈ আহিছো। ভকতৰ ভকতিকণেই আমাৰ বহুত।" সেই বুলি কৈ প্ৰভু ঈচৰে মেথিৰ হতুৱাই চাউল চাৰি সেৰমান, কল একাষি, আৰু ৰূপ এটকাও মোক দিহে পঠিয়ালে। কৈছো নহয়, এই সকল মানুহ নহয়, অৱতাৰ, পিছে যাওঁহে, ৰাতি হ'ল –"

"বাৰু যা– আহিবিচোন মাজে মাজে –"

"মাজে মাজেহে নে? সদায় আহিবৰ মন যায়, পিছে ঘৰৰজনীয়ে দুৱাৰ ডাং মাৰি থয় বুলি ভয় লাগে দেখিহে –"

"যা যা, এতিয়াও বেগাই যাগে, নহ'লে ঘৈণীয়েৰে দুৱাৰ ডাং মাৰি বাহিৰত উলিয়াই থ'ব।"

"তোৰ গুচৰৰ পৰা যাবৰ মনকে নেযায় অ' –"

কৈ কৈ চাউলখিনি লৈ কণমইনা গ'লগৈ।

ৰূপহীৰ অলপ বেয়া লাগিল। কণমইনাটো বুঢ়া হোৱাদি হ'ল, খোৱা-মেলাৰ দুখ– তাতে ল'ৰা-ছোৱালী এবাহ। মাজে মাজে চাগে লঘোণ খাটে। বৰ খীণাইছে মানুহটো। মুখৰ কথাবোৰৰহে লাগ-বান্ধ, লাজ-বিজ নাই, মনটো নিকা। সকৰে পৰা জোকোৱা সজটো আছে, এতিয়াও এৰিব পৰা নাই।

গৰে-কাৰে মাছকেটা ৰূপহীয়ে জীয়াই থ'লে, পুঠি-খলিহাকেটা বাছি লৈ তাই ৰান্ধনি-শাললৈ সোমাল।

মৌজুৰি গাওঁখনক ৰাতিটোৱে গিলি পেলাইছে। আৰু ৰাতিটোক ঢাকি পেলাইছে কিছুমান বগা, ৰূপোৱালী, শীতল জোনাকে।

জোনাকবোৰ মিঠা।

মিঠাবোৰ মৰম লগা।

মৰমবোৰ তপত। কাপোৰৰ জাপৰ উমৰ নিচিনা।

কিবা এটা পাবৰ মন যায়। কিবা এটা নাই-পোৱা নাই-পোৱা যেন লাগে।

জোনাকৰ লগত মিহলি হৈছে দেখ-নেদেখ কুঁৱলীবোৰ। এই কুঁৱলীবোৰো কিজানি এক ৰকমৰ জোনাকেই।

জোনাকবোৰে গা চুই যায়, মন চুই যায়।

কুঁৱলীবোৰে গা চুই যায়।

জোনাক আৰু কুঁৱলীবোৰ ধানৰ পাতত বহে। পাতবোৰ দোঁ খাই যায়।

বতাহজাক কেঁচা-কেঁচা গোন্ধায়, ঘাঁহ-ঘাঁহ গোন্ধায়, জোনাক জোনাক গোন্ধায়।

ভোগ নাহিল। বুঢ়া কাহি কাহি ভাগৰি টোপনি গৈছে। ৰূপহী অথনিয়ে পাটিত পৰিল। টোপনিচোন নাহেহে নাহে। মনটো কিবা উদং উদং লাগিছে। গাৰ ভিতৰটোত কোনোবা কিহবাই যেন পুৰিছে।

বহুত ৰাতি হ'ল।

ৰাতি দুপৰ হ'ল কিজানি।

উঁই-চিৰিঙাবোৰো শুইছে। মৌজুৰি পাৰৰ বৰ হাবিৰ মাজত কেতেকী এজনীয়ে অকলে অকলে বিনাই আছে। তাইৰ চাগে বৰ দুখ, কেনেকৈ জানিম কি দুখ! তাইৰ মাতটো শুনিলে পিছে মনবোৰ কিবা উচাট্-বিচাট্ লাগে।

জিৰ্জিৰ্ শিৰ্শিৰ্—

সেইয়া বতাহজাক। বতাহজাক যে ক'ৰ পৰা আহে, ক'লৈ যায়।

ৰূপহীয়ে চকু মেলি চালে। বেৰৰ জলঙাইদি বগা জোনাকবোৰ ঘৰৰ ভিতৰলৈ সোমাই আহিছে। যেন কাৰোবাক বিচাৰিহে আহিছে।

ৰূপহীৰ টোপনি নহা হ'ল।

মাছৰ গোন্ধ পাই মেকুৰীকেজনীয়ে খৰমৰাই ফুৰিছে। মাছেৰে এপেট খায়ো তাইহঁতৰ লোভটো যোৱা নাই। কৰক, যি কৰে কৰি থাকক। মাধ, কণমাইনা, ৰহণ—সকলোৰে মুখত একেটা কথা। নহয়, ৰহণে মুখেৰে একো নকয়। পিছে তাৰ চকুহালত সেই একেটাই কথা— মোৰ দেহাটোলৈ সিহঁতৰ লোভ লাগে। সকলো পাপী, পচা দেহাটোলৈহে চকু। প্ৰভু ঈচৰতো ডেকা মানুহ। সেইবুলি মানুহৰ দেহালৈ লোভৰ সঁচ নাই। সেইহে মানুহ। মোৰহে মনটো বেয়া। সেয়েহে চাগে মোৰ মনটোৰ কথা বুজি পায়ে, আহিম বুলিও নাহিল।

প্ৰভু ঈচৰক দেখিলে, মনটোৰেই ভাল লাগি যায়। চাই থাকিলে চাই থাকিবৰ মন যায়।...

নাই, টোপনি নাহে। এনেকৈ সদায় টোপনি নাহি নাহি মোৰ কিবা অসুখ-বিসুখ নহ'লেই ৰক্ষা।

ৰূপহী বিছনাৰ পৰা নামিল। বিহাখন টানি গাত মেৰিয়াই ল'লে। চুলিকোছা হাতেৰে ঠিক কৰি ল'লে, তাৰ পিছত দুৱাৰখন মেলি আগচোতাললৈ ওলাই আহিল।

ই: বাহিৰত ইমান শীতল জোনাক, কুঁৱলী, ৰাতি, নিতাল-নিমাত— দেহ-মন জুৰ পৰি যায়।

গাওঁখন শুই নিঃপালি দিলে। ক'তো ৰাই-কঁই এটা নাই।

ৰূপহীৰ ভয়-ভীত নাই। তাই ধূলিয়ৰি, ফৰকাল চোতালখনত ইফাল-সিফাল কৰি ফুৰিব ধৰিলে।

আকাশখন যেন বহুত তললৈ নামি অহিছে। জোনজনী মূৰৰ ওপৰ পাইছেহি। তৰাবোৰ চকুত নপৰে। মৌজুৰি পাৰৰ বৰ শিমলুজোপা থৰ লাগি জোনাকৰ মাজত বৈ আছে। যেন গাওঁখনৰ বৰ্ষীয়াহে।

এবাৰ ৰূপহীয়ে দেখিলে যেন সিহঁতৰ ঘৰৰ আগৰ বাটটোৰেদি কোনোবা এটা গুজুং গুজুং আহি আছে।

তাইৰ অলপ ভয় যেন লাগিল। কোনোবা চোৰ-চাৰি জানোচা। লাহে লাহে পিছ হুঁহকি আহি ৰূপহী পিৰালি উঠিলহি। পিছে তাই ভিতৰ সোমাই নগ'ল।

মানুহটো লাহে লাহে আহি সিহঁতৰ পদূলিমূৰত বৈ গ'লহি। তাইৰ বুকুখন টিপ্‌টিপাই উঠিল। মানুহটো চিনাকি চিনাকি যেন লাগিল।

তাই ভালকৈ চালে।

মানুহটো নঙলামুখত বৈছেহি।

হঠাৎ ৰূপহীৰ বুকুখন টিপ্‌টিপাই উঠিল— সেইয়া দেখোন প্ৰভু ঈচৰ। সেয়া দেখোন ডেকা গোসাঁই!

তাইৰ উচ্‌পিচনি লাগিল। কি কৰো কি নকৰো লাগিল। জোনাকবোৰ কিবা ধূঁৱলি-কুঁৱলী হৈ যোৱা যেন লাগিল।

কিন্তু আৰু অকণ পলম কৰিলেই গোসাঁই ঈচৰ গুচি যাব পাৰে। বিহাখনেৰে ওৰণি লৈ ৰূপহী পিৰালিৰ পৰা চোতাললৈ নামি গ'ল। আৰু ভয়ে ভয়ে চোতালখন পাৰ হৈ গৈ পদূলিমূৰ পালেগৈ।

এবাৰ মূৰ দাঙি চাই দেখিলে হয়— ডেকা গোসাঁই। তাই গোসাঁইৰ ভৰিৰ ওচৰতে পৰি সেৱা এটা কৰিলে।

তাইৰ বাহু দুটাত দুয়োহাতে ধৰি ডেকা গোঁসায়ে ক'লে, 'হেছে ৰূপহী উঠা —'

তাইৰ গাত ডেকা গোসাঁইৰ হাত লাগি তাইৰ গোটেই গাটো শিৰশিৰাই উঠিল।

কোনো মতে তাই ক'লে, "প্ৰভু ঈচৰ —"

ডিঙিৰ পৰা ওলোৱা এটা সৰু মাতেৰে গোঁসায়ে ক'লে, "আহো আহো কৰিও তোমালোকৰ ঘৰলৈ আহিব পৰা নাই। আজি এতিয়া ক্ৰিয়াকৰ্ম শেষ কৰি বোলো এতিয়াই গৈ আহো। তোমালোক শোৱাই নাই নেকি?"

ৰূপহীয়ে ক'লে, "এখেত নাই, উত্তৰলৈ গ'ল। দেউতা টোপনি গৈছে। মোৰহে টোপনি অহা নাছিল। সেইদেখি চোতালতে বৈ আছিলো —"

"মোৰো আজি কেলেই জানো টোপনি নাই অহা। সেইদেখি ভাবিলো বোলো এবেলি মৌজুৰিৰ পাৰেদিয়ে পাক এটা মাৰি আহো। ভাল লাগিব –"

"হয় –" ৰূপহীয়ে ক'লে।

"পিছে অকলে অকলে নৈ পাৰৰ ফালে যাবলৈ বৰ ভাল নেলাগিল। ভাবিলো বোলো টোপনি যোৱা নাই যদি ভোগকে লৈ এপাক ফুৰি আহো –"

"এতিয়া দেখোন ৰাতি বহুত হ'ল–" ৰূপহীয়ে ক'লে।

"শুলেহে ৰাতি, নুশুলেহে নাই। আৰু জোনাকখিনিও বৰ ভাল হৈছে, চকু মুদিবৰ মনকে নেযায়।"

অলপ সঙ্কোচেৰে ৰূপহীয়ে ক'লে, "এতিয়া জানো অকণমান বহিব –"

হাঁহি প্ৰভু ঈচৰে ক'লে, "আহিম বুলিছিলো, কথা দি কথা নেৰাখিলে বেয়া। এতিয়া আৰু নবহো। নৈ পাৰৰ পৰাই পাক এটা মাৰি আহো –"

"অকলেই যাব জানো? ৰাতিও বহুত হ'ল –"

"একো নহয়। এনেকুৱা জোনাক ৰাতি নৈপাৰত অকলে ফুৰিহে ভাল লাগে–"

অলপ পৰ কিবা ভাবি ৰূপহীয়ে ক'লে, "প্ৰভু বেয়া নেপায় যদি মৰে অকণমান আপোনাৰ লগত যাওঁ –"

"তোমাৰ জানো ভয় নেলাগিব?'ј

"মোৰ ভয়-ভীত নাই। আৰু প্ৰভুও লগত থাকিব যেতিয়া –"

"যাব খুজিছা যদি আহা" ডেকা গোঁসায়ে ক'লে।

দুৱাৰখন বাহিৰৰ পৰা টান মাৰি বন্ধ কৰি ৰূপহী আহি বাটত উঠিলহি।

বাটত গোঁসায়ে ক'লে, "আমাৰ সত্ৰখন ব্ৰহ্মপুত্ৰই খহাই শেষ কৰি আনিছে, তাত আৰু কিমান দিন থাকিব পাৰিব ক'ব পৰা নাই –"

"হয় –"

"তোমালোকৰ গাওঁখন মোৰ ভাল লাগিছে। ইয়াৰ মানুহবোৰ বৰ ভাল –"

"হয় –"

"সুবিধা পোৱা হ'লে মৌজুৰিৰ পাৰতে এই তোমালোকৰ ঘৰৰ ফালেই সত্ৰবাহৰ কৰি থাকি গ'লোহেঁতেন।"

"হয় –"

নীৰৱতা!

চাৰিওফালে জোনাক, আৰু বগা কুঁৱলী।

আগে আগে ডেকা গোসাঁই, পিছে পিছে ৰূপহী।

ৰাতিটোৰ বুকুত এটা অজান কঁপনি।

এইজোপা বৰ-শিমলু, এইয়া ঘাট, সেইয়া বালি চাপৰি, সেইখন মনে মনে বৈ গৈ থকা মৌজুৰি। তাৰ সিপাৰে সেইয়া হাবি– গছ– লুংলুঙীয়া বাট। আকাশ, কুঁৱলী, জোনাক!

চাৰিওফালে এটা নিথৰ ৰাতি।

ব্ৰহ্মপুত্ৰই সত্ৰ খহাইছে।

গোসাঁই থান সোমাই গৈছে বৰনৈৰ বুকুলৈ— সেইখন বৰনৈ য'ত গৈ এই মৌজুৰিও পৰিছেগৈ।

লাহে লাহে ডেকা গোসাঁই নৈৰ গৰাইদি তললৈ নামি গ'ল।

ৰূপহীও নামি গ'ল পিছে পিছে।

ধক্‌ধকীয়া বগা বালি চাপৰিটো ৰূপোৱালী হৈ জিলিকিছে। কজলা পানীবোৰ বালিৰ ওপৰেদি শান্ত, নিৰ্জুভাৱে বৈ গৈছে গাত জোনাক সানি। বতাহজাকত হাবিৰ মাজত ফুলা বনৰীয়া ফুলৰ গোন্ধ।

ডেকা গোসাঁই যেন তন্ময়। জোনাকে যেন তেওঁক উতলা কৰিছে।

গোঁসায়ে ক'লে, "বালিতে অলপ বহোঁ— বহিবা —?"

"প্ৰভু —"

গোঁসায়ে গাত লৈ অহা সোণবৰণীয়া এৰী কাপোৰখন বালিতে পাৰিলে আৰু একাষে বহিল।

"বহা ৰূপহী —"

আদেশ পালন কৰি ৰূপহী আঁঠুকাঢ়ি কিছু নিলগত বালিতে বহিল।

"তাত বহিছা কেলেই? ওচৰলৈ আহা —"

ৰূপহীয়ে কোনো মতে ক'লে, "নেলাগে প্ৰভু —"

"আহা, ভয় কৰিছা নেকি?"

কৈ ডেকা গোঁসায়ে হাত মেলি ৰূপহীক ওচৰ চপাই আনি তেওঁৰ কাপোৰখনৰ ওপৰতে বহুৱালে। প্ৰভু ঈচৰৰ গাত লোৱা কাপোৰখনৰ ওপৰত বহিবলৈ তাইৰ ভয় লাগিল।

"তোমালোকৰ বিয়া হোৱাৰ কেইি বছৰ হ'ল?"

"কেইবা বছৰো হ'ল প্ৰভু —"

"ল'ৰা-ছোৱালী একো হোৱা নাই।"

ৰূপহী তলমূৰ কৰি থাকিল। একো নক'লে।

"কেলেই হোৱা নাই?"

ৰূপহীৰ লাজত কাণ-মূৰ ৰঙা পৰিল! তাই একো ক'ব নোৱাৰিলে।

ডেকা গোঁসায়ে ৰূপহীৰ হাত এখন নিজৰ হাতৰ মাজত ল'লে আৰু একেই গহীন মাতেৰে ক'লে, "সেইদিনা মোৰ ওচৰলৈ ল'ৰা-ছোৱালী বিচাৰি গৈছিলা নহয়?"

"হয় প্ৰভু —'

"ল'ৰা-ছোৱালী য'তে-ত'তে দিব নোৱাৰি নহয়, পাৰি জানো?"

ৰূপহীৰ মনত লাগিল যেন লাগে লাহে ডেকা গোঁসায়ে তাইক তেওঁৰ গাৰ কাষ

ছপাই নিছে। তাইৰ ডিঙিটো শুকাই যোৱা যেন লাগিল। গোসাঁইৰ হাতখনে তাইৰ গাটো চুইছে।

তাই বাধা দিবৰ চেষ্টা কৰিলে। গাত অকণো বল নোহোৱা হৈ যোৱা যেন লাগিল।

জোনাকবোৰ আৰু বগা হৈ নামি আহিছে। কুঁৱলীবোৰে পৃথিৱীখন ঠেক কৰি পেলাইছে। মৌজুৰীৰ কজলা পানীত জোনাকৰ তিৰ্‌বিৰণি।

"তোমাৰ টোপনি আহিছে নেকি?"

ৰূপহীয়ে একো মাতিব নোৱাৰিলে।

"এতিয়া কিজানি গাঁৱৰ সকলো মানুহ শুই নিঃপালি দিলে, নহয়?"

তেতিয়াও একো ক'ব নোৱাৰিলে ৰূপহীয়ে।

মাখোন তাই অনুভৱ কৰিলে তাই এজনী পোন্ধৰ বছৰীয়া কেঁচা গাভৰু। তাইৰ দেহাত বহুত পুৰণি ভোক। তাই নতুন, তেনেই নতুন।

ৰূপহীৰ ৰিহাখন সুলকি পৰিল। ডেকা গোসাঁইৰ বাহুৰ মাজত সোমাই ৰূপহীয়ে কোনো মতে ক'লে, "নেপায় প্ৰভু, পাপ হ'ব –"

কিন্তু সেইয়া মুখৰ কথা।

গোসাঁইৰ পুৰণি সত্ৰ ব্ৰহ্মপুত্ৰই খহাই নিছে। বৰনৈৰ বুকুত গোসাঁই থান যাহ গৈছে।

ৰূপহীৰ মনত লাগিল যেন গোটেই জীৱন তাই আজিৰ এই ৰাতিটোৰ কাৰণেই বাট চাই আছিল। যেন এইয়া পাপ নহয়, জীৱন।

তাই আৰু ডেকা গোসাঁইক প্ৰভু বুলি মাতিব নোৱাৰিলে। বৰ আকলুৱাভাৱে গোসাঁইৰ ডিঙিত সাবটি ধৰি কঁপা কঁপা মাতেৰে ৰূপহীয়ে ক'লে, "সোণ, মোৰ সোণ –"

প্ৰভু ঈচৰ মানুহ হ'ল।

ব্ৰহ্মপুত্ৰই খহাই নিছে পুৰণি সত্ৰ। বৰনৈৰ বুকুত হেৰাই গৈছে গোসাইথান।

সোণ, সোণ, মোৰ সোণ ...

ৰাতিটো শেষ হৈ আহিল।

ৰূপহীয়ে ডেকা গোসাঁইক জগাই দি ক'লে, "প্ৰভু ৰাতি পুৱাবলৈ আৰু সৰহপৰ নাই। বন কুকুৰাই ডাক দিছে। আপুনি বেগাই বাহৰলৈ যাওকগৈ, মই একেবাৰে গা পা ধুই যাম –"

ডেকা গোসাঁই ধহম্‌হাই উঠিল আৰু ৰূপহীক মাত এষাৰো নলগোৱাকৈ বাহৰ ফালে খোজ ল'লে।

ৰূপহীৰ মুখখন হাঁহিৰে উপচি পৰিল। তাই লাহে লাহে মৌজুৰিলৈ নামি গ'ল। আৰু হেঁপাহ পলুৱাই গা ধুলে।

লাহে লাহে ৰাতি শেষ হৈ আহিল। জোনাক শেঁতা হৈ আহিল, পূবৰ আকাশ

বগা হৈ আহিল, বতাহজাক নতুন হ'ল।

তিতা কাপোৰেৰে গা ঢাকি ৰূপহী নৈ-গৰা বগাই পাৰলৈ উঠি আহিল।

বৰ-শিমলুৰ তলত থিয় হৈ আছে ৰহণ!

ৰূপহীৰ বুকুখন চিৰিং কৰি উঠিল।

ওচৰ পাই তাই মাতিলে, "ৰহণ নেকি? শেহ ৰাতিখন ক'ৰপৰা আহিলি?"

ৰহণে এবাৰ তিতা ৰিহাই চেপা মাৰি ধৰি থকা ৰূপহীৰ গাটোৰ ফালে চালে। তাৰ মুখখন শুকান। চকুহাল ৰঙা।

তাৰ পিছত এটা শুকান মাতেৰে ৰহণে ক'লে, "সঁউথিনিতে ডেকা গোসাঁইকো পাই আহিছো।"

ৰূপহীৰ মূৰত যেন বজ্ৰপাত পৰিল। তাইৰ ভৰি-হাতবোৰ কঁপা যেন লাগিল। যেন তাই পৰি যাব এতিয়া।

কোনো মতে ৰূপহীয়ে সুধিলে, "তই এতিয়া কোনফালে যাব ৰহণ —?"

সি আকৌ ৰূপহীলৈ চালে–

সি ক'লে, "যা বাৰু। মই কাকো নকওঁ —"

"ৰহণ —"

"মই আৰু ইয়াত নেথাকো —" ৰহণ গৰাইদি খৰ-খুজীয়াকৈ তললৈ নামি গ'ল।

অলপ সময় তাৰ ফালে চাই থাকি ৰূপহীয়ে গধুৰ মনেৰে ঘৰলৈ খোজ ল'লে।

* * *

মঁউজুৰি বৈ থাকিল।

বাহৰ এৰি ডেকা গোসাঁই গ'লগৈ।

কাতি আঘোণ পুহ মাঘ।

শাওণ ভাদ আহিন কাতি।

দিনবোৰ বাগৰি গৈ থাকিল।

ৰহণক আৰু কোনেও বিচাৰি নেপালে।...

মৌজুৰিত পৰি মৰিল– আন কোনোবাই ক'লে।

কোনেও নেদেখাকৈ ৰূপহীয়ে দুটোপা চকুলো টুকিলে।

বৰনামঘৰ আছে, বৰশিমলু আছে। আৰু আছে মৌজুৰি।

মৌজুৰিৰ পাৰত জীয়নৰ, মৰণৰ, প্ৰেম-পীৰিতিৰ বেহানিৰ শেষ নাই।

ৰূপহীৰ কাহিনীও শেষ হোৱা নাই। কিন্তু ৰূপহীৰ কাহিনীয়েই মঁউজুৰিৰ শেষ কাহিনী নহয়।

মৌজুৰিৰ সোঁতৰ শেষ নাই।

মৌজুৰিৰ পাৰৰ কাহিনীবো শেষ নাই।

●●●

১৯৪৬ চনতে মোৰ প্ৰথম চুটিগল্প সংগ্ৰহ 'পৰশমণি' প্ৰকাশ হৈছিল। সংকলনটোৰ পুনৰ মুদ্ৰণ হৈছিল ১৯৬২ চনত। সেই সংগ্ৰহত মই ১৯৩৫-৪৫ৰ ভিতৰত লিখা আৰু তেতিয়াৰ আলোচনীত প্ৰকাশ পোৱা কেইটামান গল্প থূপাই উলিওৱা হৈছিল। ইয়াৰ ভিতৰত 'কাঠফুলা'ৰ নিচিনা দুই-এটা গল্প বৰ জনপ্ৰিয় হৈছিল। এই গল্পটো অন্যান্য ভাষাতো অনুবাদ হোৱাৰ উপৰিও ইয়াক অনাতাঁৰ মাধ্যমৰ যোগেদিও প্ৰচাৰ কৰা হৈছিল। এই গল্পটোৰ ভিত্তিত এখন কথাছবিও নিৰ্মাণ কৰা হৈছে। ৫০ বছৰৰ আগতে ৰচনা কৰা এই গল্পটোৰ আবেদন আজিও আগৰ নিচিনাই থকাটো মোৰ কাৰণে আনন্দৰ কথা।

প্ৰখ্যাত পুথি প্ৰকাশন প্ৰতিষ্ঠান লয়াৰ্চ বুক ষ্টলে 'পৰশমণি' পুনৰ প্ৰকাশ কৰি উলিওৱাৰ কাৰণে আনন্দ পাইছো, আৰু তাৰ বাবে শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱাক ধন্যবাদ জনাইছো।

আশা ৰাখিছো যে পৰশ-মণিৰ গল্পকেটাই আজিৰ সাহিত্যপ্ৰেমী ৰাইজকো আনন্দ দিব পৰিব। পাঠকসকললৈ ধন্যবাদ।

চৈয়দ আব্দুল মালিক

# অচিনাকিৰ অৰ্ঘ্য

"লুচাই" জাহাজ।

সময়বোৰ কেনেকৈ গৈছে বুজিব নোৱাৰাকৈয়ে আমানৰ জাহাজখন ভাটিৰ দিনৰ দেশৰ পৰা, লাহে লাহে উজনিৰ বাতিৰ দেশৰ ফালে আগবাঢ়ি যাব ধৰিছে।

জাহাজখনৰ পিছফালে ৰেলিঙত ধৰি আমান থিয় দি আছে। তাৰ জাহাজখন আপোনা-আপুনি আগবাঢ়িছে– পূবৰ, পৰ্বতৰ সিপাৰৰ নেদেখা সোঁতটোৰ ফালে। সন্ধিয়াৰ ৰঙা হোৱা পশ্চিমৰ আকাশখন যেন জাহাজৰ চকাই তোলা ঢৌবোৰৰ কঁপনিত ক্ৰমে আঁতৰি যাব লাগিছে। আমানে ক্ৰমে চকুৰ পৰা হেৰাই যোৱা পৰ্বতৰ সিফালে নেদেখা হৈ অহা আকাশখনৰ ফালে চাই থাকে। বৰ্তমানে ঢাকি অনা তাৰ জীৱনৰ ধূসৰ অতীতটোৰ দৰেই যেন তাৰ জাহাজে এৰি অহা দিনৰ লুইতখন অসীমৰ কুঁৱলীৰে ঢাকখাই আহিছে। দূৰত দেখা নীলা আকাশখনৰ বাহিৰে যেন সেই পিনে একো নাছিল– একো নাই।—

অভিভূতৰ দৰে সি কেৱল বাহিৰৰ ফালেহে চাই থাকিল। পৃথিৱীখনৰ সীমাহীন মুকলিখিনিলৈ চাই থাকি, সি মাথোন অনুভৱ কৰিলে এটা অনন্ত ৰহস্যৰ জটিলতা, সি বুজিব নোৱাৰিলে তাৰ অৰ্থ। তাৰ মনত লাগিল যে লুইতৰ দুটি সৰু ঢৌৱেও তাতকৈ বহুত বেছি কথা জানে; ডাৱৰ ভৰা আকাশৰ কথা, পৰ্বতৰ কথা, ভৈয়ামৰ কথা, আৰু সিহঁতৰ নিজৰ মিলনৰ কথা। কিমান ধুনীয়া এই বাহিৰৰ পৃথিৱীখন! পিছত এৰি অহা লুইতৰ অবিশ্ৰান্ত সোঁতটো– তাৰ বুকুত উঠা বগা বগা সৰু ঢৌবোৰ ভালেমান দূৰৰ খহি খহি থিয়দি থকা কঁহুৱা-ভৰা পাৰবোৰ, তাৰ সিপাৰৰ বুঢ়া পৰ্বতকেইটা, তাৰ সিপাৰে আকাশ, আৰু লুইতৰ সোঁতৰ ওপৰত তাৰ পুৰণি সৰু জাহাজখন। সকলোবোৰকে ঢাকি আনিছে নিশাৰ পাতল করুণতা-সনা মৌন আৱৰণখনে। নিশাই যেন আমানৰ চকুৰ পৰা সকলো আঁতৰাই লৈ যাব। সেই নিশাৰ মাজত কেৱল থাকিব এটি তৰাৰ পোহৰ-সনা ধূসৰ ৰহস্য।

১৮৯৩ চন।

জাহাজখন ১৮৯৩ চনতে সজা। তেতিয়াৰে পৰা ই চলিয়েই আছে। এই একেখন লুইতৰে একেটা সোঁতৰে ওপৰত। তেও যেন আজিও জাহাজখনে সোঁতটোক চিনিব নোৱাৰিলে। এতিয়াও ডকা-চাকনৈয়ালে ভয়, এতিয়াও কুঁৱলীৰ সিপাৰে কি আছে নেজানি মাজতে বৈ যাব লাগে। অতদিন লুইতৰ সোঁতটো সাৱটি সাৱটিও আজিলৈকে 'লুচায়ে' নেজানিলে ক'ত কিমান দ, ক'ত কিমান বাম–

আমানে পাতলকৈ হাঁহিলে।

"লগতে থাকিও আমি কিমান অচিনাকি" – সি এনেয়ে ভাবিলে। মুখ ঘূৰাই সি জাহাজৰ ভিতৰৰ ফালে চালে, অ' মধ্যম শ্ৰেণীৰ যাত্ৰী সেই ছোৱালীজনী– তাই

যে আজি দিনটো সেই একে ঠাইতে বহি আছে। ভিতৰতে বহি থাকি থাকি মুখখন কেনেকুৱা দীঘলীয়া হৈ গৈছে! তাইৰ কোঁচৰ সেই কিতাপখন যেন তাইৰ পঢ়ি শেষ নকৰিলেই নহয়। বেলিৰ পোহৰবোৰ শেষ কৰিও, আকৌ এতিয়া জাহাজৰ বিজুলী চাকিটো শেষ কৰিহে এৰিব!

আমানে হঠাৎ ভাবি পালে– ছোৱালীজনীয়ে আজি পঢ়িয়ে আছে। লিখা-পঢ়া জনা ছোৱালী, ক'ৰবাৰ কলেজৰ ছোৱালী। পৰীক্ষাৰ কাৰণে গোটেই ৰাতি পঢ়াৰ অভ্যাস আছে– পাৰিব।

সঁচাকৈয়ে পঢ়িছে জানো? নে কোঁচত কিতাপখন লৈ পঢ়িছো বোলাৰ বিলাসিতাখিনি উপভোগ কৰিছে?

হঠাৎ আমানৰ ছোৱালীজনীৰ ওপৰত খং উঠা যেন লাগি গ'ল। এনেহে পঢ়িছে! আৰু পঢ়িলেইবা, বাহিৰৰ এই পৃথিৱীখনলৈ এবাৰতো চকু ফুৰাই চাব পাৰে। পঢ়া-শুনা শিকি আমাৰ ছোৱালীবোৰ কণাহে হৈ গৈছে।

"আপুনি খুব পঢ়িছে দেখিছোঁ"– ছোৱালীজনীৰ ওচৰলৈ আহি কিবা অভঙৰ দৰে আমানে কৈ দিলে। অপ্ৰত্যাশিতভাৱে তাৰ কথাষাৰ শুনি ছোৱালীজনীয়ে মূৰ দাঙি চালে আৰু পাতলকৈ হাঁহিলে।

"বাহিৰৰ আকাশখন নেচায় নে! বৰ ধুনীয়া হৈছে –" সৰু ল'ৰাই তাৰ লগৰীয়াক কিবা এটা নতুন অদ্ভুত বস্তু দেখুৱাবলৈ টানি নিব খোজাৰ দৰে সি যেন ছোৱালীজনীৰ চকু দুটা, বাহিৰৰ সৌন্দৰ্যবোৰৰ ফালে নিবৰ কাৰণেহে ক'লে।

"ইয়াৰ পৰাই দেখিছোঁ –" সেই একেটা নিৰস মিচিকিৰেহে ছোৱালীজনীয়ে ক'লে। সি তাইৰ মুখলৈ চালে। লাহে লাহে ছোৱালীজনীয়ে ক'লে, – "আপোনাৰতো বহুত কবিতা গোট খাব পায় –"

কি সুৰত ছোৱালীজনীয়ে কথাষাৰ ক'লে সি নুবুজিলে। কবি বুলি তাক অনেকেই জোকায়, তাত সি বিশেষ আচৰিত নহ'ল। তথাপি অলপ লাজ পোৱাৰ দৰে সি ক'লে, – "কবিতাৰ কাৰণে নহয়, কিন্তু আমাৰ যাত্ৰাবোৰত এনেকুৱা ধুনীয়া দৃশ্য অতি কমেইহে লগ পোৱা যায়, আৰু লগ পালেও উপভোগ কৰিবৰ অৱসৰ অতি কমেই থাকে।"

ছোৱালীজনীয়ে পাতলাই হাঁহিলে, তাৰ আকৌ খং উঠা যেন লাগিল। কি নিৰস এই ছোৱালীজনী!

"ভাল, পঢ়ক বাৰু" – বিৰক্তিৰ সুৰতে মাতটো যথাসম্ভৱ মাৰ্জিত কৰি আমানে ক'লে আৰু ছোৱালীজনীৰ ওচৰৰ পৰা, তাৰ শেতেলিৰ কাষলৈ গুচি আহিল। তাৰ মন গ'ল যেন ছোৱালীজনীৰ বেণীডালত ধৰি টানি আনি তাইৰ চকু দুটা মেলি দি দেখুৱাই দিব – "চোৱা, সৌখন– সৌৱা, সৌটো– কিমান ধুনীয়া –"

পিছ মুহূৰ্ততে তাৰ লাজ লাগি গ'ল। ছিঃ, ছোৱালীজনীয়ে তাক কি অসভ্য বুলিয়েই নেভাবিছে চাগে! তাই জানিবা সৌন্দৰ্যবোৰ নেচালেই, চাব নেজানিলেহে, তাইৰ

জানিবা সৌন্দৰ্যবোধ নায়েই, সেই বুলি ছোৱালীজনীক সেইদৰে মাতিবলৈ, সেইদৰে ক'বলৈ তাৰ কি অধিকাৰ আছে? হয়তো তাই কিতাপটোতে, কোনোবাই কল্পনা কৰি লিখা প্ৰাকৃতিক সৌন্দৰ্য এটাৰ বিৱৰণ পঢ়িয়ে বাস্তৱৰ এই সৌন্দৰ্য চোৱাতকৈ বেছি সুখ উপভোগ কৰিছে। সিনো সেইদৰে কিয় তাইক মাতি দিলে? কিবা এটা ধুনীয়া বস্তু দেখিলেই সিনো কিয় সৰু ল'ৰাৰ দৰে সকলো পাহৰি যায়!

সি তাৰ শেতেলিখনলৈ আহিল। সিও এখন পুথি মেলি লৈছিল; মেলাতে থাকিল। এতিয়া আহি সি পুথিখন বন্ধ কৰি থ'লে। আৰু শেতেলিখন জোকাৰি ঠিক কৰি ল'লে। তাৰ অলপ বেয়া লাগিল। ছোৱালীজনীৰ ওচৰত সি নিজক অকাৰণতে লঘু কৰি দিছে।

সি তললৈ নামি গ'ল। চাঁদগঞ্জ খালাছী এটাৰ লগত কিবা এটা কথা পাতিলে, অলপ পৰ বাহিৰৰ ফালে চালে। আকৌ ঠেক চিৰিয়েদি ওপৰলৈ উঠি আহিল।

সি খালাছীটোক সুধিলে– দহ টকা দৰমহাই সিহঁতক জোৰে নে নোজোৰে, সিহঁতে ছুটী পায় নে নেপায়?

ইঞ্জিনত কাম কৰা মানুহকেইটাত তাৰ চকু পৰিল। জুইৰ ওচৰত থাকি থাকি সিহঁতৰ মুখবোৰ শুকান আৰু নিৰস হৈ গৈছে– চকুবোৰ ৰঙা। পানীৰ ওপৰত জুই। ইহঁতেও বাহিৰলৈ ওলাই আহিবলৈ, নৈৰ বুকুত বেলি মাৰ যোৱা চাবলৈ, কুঁৱলীসনা ৰাতিৰ নীৰৱতা চাবলৈ, অৱসৰ নেপায়; কলেজত পঢ়া সেই ছোৱালীজনীৰ দৰেই।

সি তাৰ শেতেলিখনতে বহিল। জাহাজৰ চকাৰ ওপৰৰ অলপ ওখ ঠাই ডোখৰতে তাৰ শেতেলি কৰি লৈছে। বেচ শুব পৰা যাব।

সিও তৃতীয় শ্ৰেণীৰ যাত্ৰী।

মানুহবোৰৰ ক্ৰমে টোপনি আহিব ধৰিছে। প্ৰায় যাত্ৰীবোৰেই যেনে তেনে ঠাই কৰি লৈ শুবৰ আয়োজন কৰিছে।

বুঢ়া জাহাজখন গাৰ সকলো শক্তি দি ৰাতিৰ মাজে মাজে গৈ আছে। শেতেলিতে বহি থাকি আমানে দেখিলে তৃতীয়াৰ সৰু জোনটো শেষ দিগন্তত। তাৰ ৰূপালী ছাঁটো কঁপি কঁপি লুইতৰ ঢৌবোৰৰ লগত মিলি গৈছে। চাৰিওকাষ কজলা হৈ উঠিছে। জাহাজৰ পৰা উঠা পানীৰ সৰু ঢৌবোৰত, কুঁৱলীসনা বতাহজাকত আৰু নিথৰ নীৰৱতা ভৰা ৰাতিৰ আন্ধাৰখিনিত ক্ষীণ জোনাকৰ পাতল পোহৰবোৰ বিয়পি পৰিছে! মৰা মানুহৰ জাপ যোৱা চকুৰ দৰে বাহিৰৰ জগতখন অলসভাৱে পৰি আছে।

শিশু জোনটো এতিয়া শুব। সৌ কজলা পানীখিনিৰ বুকুত জোনটো শুই পৰিব, পোহৰবোৰো শুই পৰিব। মাত্ৰ তাৰ বুঢ়া জাহাজখন গৈ থাকিব– ৰাতিপুৱাৰ দেশৰ ফালে।

বাৰু, সেইটো এটা নতুন দিনৰ কথা।

মিছাতে বহি আছোঁ, শোৱা যাওক– আমানে ভাবিলে। অন্য সকলো যে শুই পৰিছে। পুথি পঢ়ি থকা সেই ছোৱালীজনীও শুব পায়; কিজানিবা পঢ়িয়ে আছে– থাকক।

ৰাগখন গাৰ ওপৰত মেলি লৈ সি শেতেলিত পৰিল, আৰু চকু দুটা মুদি দিলে।

সকলো শুইছে। জাহাজৰ মানুহবোৰ, কোনোবা দূৰণিৰ ঘাটৰ যাত্ৰীবোৰ, মাকৰ বুকুৰ ল'ৰাবোৰ–

জোনটিও এতিয়ামানে শুই পৰিছে–

শুইছে, শুইছে– সি উঠা ঘাটৰ ওচৰৰ, এই লুইতৰ পাৰৰে সেই ৰঙা টিঙৰ বঙলাটোত থকা ছোৱালীজনী, তায়ো শুইছে। আহিবৰ সময়ত মাতষাৰো লগাই আহিবলৈ নহ'ল, সময় হ'লেহে। ভালেই হ'ল, নহ'লে দুষ্ট ছোৱালী, কিবোৰ যে ক'লেহেঁতেন– "ও যাবাতো– ইয়াতনো কোন আছে"– "জানো জানো, মই আৰু নজনা নহওঁ– আকৌ নাহি পাৰিবা জানো?" আৰু বা কত কি! বেয়া পাইছে কিন্তু ঠিক। বেয়া পাবই। ভাল পায় কাৰণেহে বেয়া পায়–

তৰাৰ পোহৰৰ মাজে মাজে, যাত্ৰীবোৰৰ সপোনৰ মাজে মাজে জাহাজখন অবিৰাম গৈ থাকে।

আমানৰ চকুত এটা অৱশ ক্লান্তিয়ে হেঁচা দি ধৰে। তাৰ সৌন্দৰ্য-পিপাসু আত্মাটোৱে কোনোবা এটা এৰি অহা ঘাটত তাৰ মানসীক লৈ খেমালি আৰম্ভ কৰি দিয়ে। তাৰ সেই 'দুষ্ট ছোৱালীজনী' ধুনীয়া চকু দুটা–

তাই তাক ভাল পায়, সেই কাৰণেহে তাই তাক বেয়া পাব পাৰে ....

বাহিৰত পাতল কুঁৱলী, জাহাজৰ চকাৰ ঘটং ঘটং শব্দ আৰু দূৰৰ নিস্তব্ধতা–

তলৰ পৰা শুনা যায়– "বাম মিলে না –"

সকলো যেন দলে, গভীৰলৈ নামি গৈছে। তিনি ঘণ্টা পাৰ হৈ গৈছে, ৰাতিৰ তিনি ঘণ্টা পাৰ হৈ গৈছে, ৰাতিৰ তিনি ঘণ্টা দিনৰ ফালে আগবাঢ়ি শেষ হৈ গৈছে।

হঠাৎ আমানে সাৰ পালে, আৰু শেতেলিতে উঠি বহিল, তাৰ কাষতে কেনিবাদি কোনোবাই কান্দিছে! গাৰ ৰাগখন থৈ সি থিয় দিলে। সৰু ল'ৰা এটি, তিনি-চাৰি বছৰীয়া! সি বেগাবেগিকৈ ওচৰ চাপি গ'ল। সৰু শিশুটো টোপনিত কেনেবাকৈ বাগৰি আহি জাহাজৰ ৰেলিঙত লাগি ৰৈছে আৰু জাৰ পাই কান্দিছে।

একো নেভাবি সি ল'ৰাটোক বুকুলৈ তুলি ল'লে। ইঃ, আজি যদি এই লোহাৰ বেৰাখন নেথাকিলেহেঁতেন, এই অবোধ শিশুটোৱে হয়তো অতপৰে পানীত পৰি তাৰ সৰু জীৱনটো আন্ধাৰ নিশাৰ বুকুত, লুইতৰ পানীৰ বুকুত হেৰুৱাই পেলালেহেঁতেন! অলপ দূৰতে সি দেখিলে ল'ৰাটোৰ মাক– টোপনিত লালকাল দি পৰি আছে, বুকুত আৰু এটি সৰু শিশু। মাকৰ বুকুৰ গাখীৰ খাই খাই শুই পৰিছে। সন্তানৰ কাৰণে উদং কৰি দিয়া বিবস্ত্ৰ বুকুৰ পৰা অজানিতভাৱে কেইটোপালমান গাখীৰ শিশুটোৰ গালত নিগৰি পৰিছে। অলপ দূৰতে, হয়তো সেয়া তাৰ বাপেক – টোপনিত মগ্ন।

মাকৰ বুকুত থকা এই সৰু শিশুটোৰ কাষতে, মাকে হাত মেলি ঢুকি পোৱাতে, এই ডাঙৰ ল'ৰাটো শুইছিল। বাগৰি বাগৰি কাষৰ পৰা আঁতৰি আহি জাহাজৰ ৰেণ্ডিলত লাগি ৰৈছে আৰু চেঁচা পাই কান্দিছে। তাৰ কোলা পাই ল'ৰাটোৰ কন্দা বন্ধ হৈ গ'ল।

আমানে চালে– এইখিনিতে ইয়াক শুৱাইছিল। এয়া, তাৰ ঠাইডোখৰ এতিয়াও খালী পৰি আছে।

কুঁজা হৈ সি মাকৰ বুকুৰ ওচৰতে ল'ৰাটোক শুৱাই দিব খুজিলে। হঠাৎ সি ৰৈ গ'ল। তাৰ কিবা এটা সঙ্কোচ লাগিল। জাহাজৰ বিজুলী চাকিৰ ক্ষীণ পোহৰত সি দেখিলে মানুহজনী গাভৰু, দুটা সন্তানৰ মাক যদিও বেচ ধুনীয়া; গাভৰুৰ পূৰ্ণ সৌষ্ঠৱ আছে।

এই পৰৰ তিৰোতাজনীৰ ওচৰত কুঁজা হোৱা যদি অন্য কোনোবাই দেখে! সি আকৌ থিয় দিলে। জাহাজখনৰ কেউপিনে চালে, সকলো টোপনিত অচেতন। দুটা মানুহ সাৰ পাই থকা হ'লেও, তাক ভুল ভাবিবৰ উপায় নেথাকিলহেঁতেন। সিহঁতে দেখিলেহেঁতেন সি ল'ৰাটোক মাকৰ ওচৰত শুৱাই দিব খুজিছে– অন্য একো নহয়।

কিন্তু কোনো নাই। মাত্ৰ সি সাৰ পাই আছে। আৰু শিশুটো, সিও আমানৰ বুকুত চকু দুটা মুদি দিছে।

আমান বৰ অপ্ৰস্তুত হৈ পৰিল। ছিঃ, এতিয়া সি এই শিশুটিৰে কি কৰে?

শুৱাই দিয়ে– যদি বাপেকে সাৰ পায়! তাৰ ওপৰত বৰ বেয়া ধাৰণা এটা হৈ যাব। তাতে জাহাজৰ মানুহবোৰৰ আগত।

আৰু মাকে– মাকে যদি সাৰ পায়! অসাৱধান এই গাভৰু মাকজনীয়ে যদি সাৰ পাই উঠে! আৰু তাইৰ ওচৰত শিশুটো কোঁচত লৈ তাক কুঁজা হোৱা দেখে! ছিঃ, ভাবি পেলাব যে তাইৰ ল'ৰাটি সেইখিনিৰ পৰা আঁতৰাই, তাইৰ টোপনিৰ সুযোগ–

ছিঃ, ইমান ৰাতি জাহাজৰ অন্য সকলোৰে টোপনিৰ সময়ত মোক তাইৰ ওচৰত সাৰ পাই থকা দেখিলে!

এবাৰ তাৰ মন গ'ল, ল'ৰাটিক আকৌ আগৰ ঠাইতে ৰেলিঙৰ কাষতে শুৱাই দিয়ে। কিন্তু ইমান চেঁচা, সৰু ল'ৰা সি, ঠেৰেঙা লাগিব। ইপিনে যে ল'ৰাটি তাৰ বুকুতে শুই পৰিছে। আকৌ এবাৰ সি তাৰ শুই থকা মাকজনীৰ ফালে চালে। এইখিনিতে ল'ৰাটি শুৱাই দিব পৰা যায়, কিন্তু অকস্মাৎ যদি কোনোবাই সাৰ পাই উঠে, আৰু তাক সেইখিনিতে দেখে! ল'ৰাটিয়ে যদি কান্দি উঠে!!

সি একো ঠিক কৰিব নোৱাৰিলে। আকৌ এবাৰ ল'ৰাটিৰ মুখলৈ চালে, মাকৰ দৰেই ধুনীয়া মুখখন। হঠাৎ তাৰ মৰম লাগি গ'ল। যেই হওক, মানুহৰ শিশু সি। তাৰ ভিতৰতে হয়তো এটা ডাঙৰ সত্য নিহিত আছে, তাৰ ভিতৰতে এটা পূৰ্ণ মানুহৰ সম্ভাৱনা লুকাই আছে। সি আজি আহিছে মানুহৰ অনুকম্পাৰ কাৰণে, সি গুচি যাব আমানৰ মৰমৰ স্মৃতি হৈ–

সি তাৰ মনত এটা বল পালে। এই শিশুটোক মই বাপেকৰ বুকুত সুমাই দিব পাঁৰো। বাপেকে একো ক'ব নোৱাৰে। কিয়, এই শিশুটিকতো মই নিজৰ বুকুতো সুমাই ল'ব পাৰোঁ। পিতৃত্বৰ অধিকাৰত নহ'ব পাৰে, মনুষ্যত্বৰ অধিকাৰতো মোৰ আছে।

অলপতে সি বহুত কথা ভাবি পেলালে। শিশুটিক বুকুত লৈ– তেতিয়া সি তাৰ শেতেলিৰ ওপৰত।

এতিয়াও কোনোৱে সাৰ পোৱা নাই। বাহিৰ জগতৰ নিস্তব্ধতাই সকলোৱে বুকুলৈ এটি অলস শ্ৰান্তিৰ নীৰৱতা আনি দিছে।

ল'ৰাটো বুকুত লৈ সি শুই পৰিল। খেলা-শেষৰ দুটা ক্লান্ত শিশুৰ দৰে, একেলগে উঠি যোৱা সাগৰৰ দুটা পৰিচয়হীন ঢৌৰ দৰে।!

শিশুটোৰ গাৰ উত্তাপত তাৰ বুকুখনত সি অনুভৱ কৰিলে এটা অনাস্বাদিত পিতৃত্বৰ গৌৰৱ। টোপনিতে তাৰ লাজ লগা যেন পালে ....

প্ৰায় এঘণ্টা পাৰ হৈ গ'ল।

আমান আৰু তাৰ বুকুৰ ল'ৰাটিৰ গাঢ় টোপনি। বুকুৰ কেঁচুৱাটোৰ কান্দোনত হঠাৎ মাক সাৰ পাই উঠিল। শোৱা ঠাইতে বহি পৰি, কেঁচুৱাটো কোলাত তুলি ল'লে। তাৰ পিছত ডাঙৰ ল'ৰাটি, চকু মোহাৰি মোহাৰি বিচাৰিলে। শোৱা ঠাইত নেদেখি মাক অলপ ব্যস্ত হৈ উঠিল, আৰু চকুকেইটা ভালকৈ মোহাৰি কেউপিনে চালে।

ক'তা নাই! মানুহজনীৰ মুখখন ভয়ত বগা পৰি গ'ল।

"হেৰি উঠকচোন, সোণ দেখোন নাই –"

"হাঁ, কি?" বুলি একেচাৰেই গিৰীয়েক উঠি বহিল। "কি হ'ল? –"

"সোণটো দেখোন নাই –"

মানুহটো থিয় দিলে। লগতে ওচৰতে শোৱা আৰু কেইবাটাও মানুহে সাৰ পাই উঠিল। ল'ৰাটি নাই।

সি ৰেলিঙৰ কাষলৈ আহিল। এই ফালেদিতো সৰকি পৰিব নোৱাৰে। তেন্তে ক'লৈ গ'ল। সি এবাৰ মিছাতে তলৰ পানীলৈ চালে।

চিঞৰিবলৈ ভয় কৰিয়েইনে কি মানুহজনী তেনেই শেঁতা পৰি গ'ল। বলিয়াৰ দৰে উদ্‌ভ্ৰান্ত চকুৰে তাই কেউপিনে চাব ধৰিলে। সাৰপোৱা মানুহকেইটায়ো বিশেষ বুজিবৰ চেষ্টা নকৰাকৈয়ে এনেয়ে ল'ৰাটি বিচাৰিবলৈ ধৰিলে।

ল'ৰাটোৰ বাপেকটোৱে অধীৰভাৱে শুই থকা মানুহবোৰৰ ওচৰে ওচৰে চাই ফুৰিব ধৰিলে।

"হেৰৌ, এইটো দেখোন।"

"ক'তা? ক'তা?" মাকে চিঞৰি উঠিল।

আমানৰ বুকুৰ পৰা বাপেকে ল'ৰাটোক টানি আনিলে। ল'ৰাটিৰ লগে লগে আমানেও সাৰ পাই উঠিল।

"তই সেইখিনি কেনেকৈ পালিগৈ সোণ?"

বিস্ময়ৰ চকুৰে ল'ৰাটিৰ মুখলৈ চাই মাকে সুধিলে। ল'ৰাটোৱে একো নুবুজাৰ দৰে আমানৰ ফালে ঘূৰি চালে।

"তই ইয়াত আমাৰ লগতহে শুইছিলি, তালে কেনেকৈ গ'লি?" – মাকে আকৌ সুধিলে।

"দেউতাই নিলে"– থোকাথুকি মাতেৰে ল'ৰাটোৱে ইটোৰ মুখৰ পৰা সিটোৰ মুখলৈ চাই ক'লে।

বাপেকৰ তাৰ ওপৰত খং উঠিল। সেই সক ল'ৰাটোৰ ওপৰতে বাপেকৰ খং উঠি গ'ল। ই যেন এটা ডাঙৰ অপবাদ!

মানুহজনীয়ে প্ৰত্যয় যোৱাৰ দৰে বিশ্বাসৰ সুৰ সানি নিজে নিজেই কৈ গ'ল–

"টোপনিৰ মাজতে কোনোবাই কন্দা যেন কাণত পৰিছিল। ভাবিলোঁ, যোলো বাপেক আছে, তাক শাঁত কৰিব– সি যে গৈ লোকৰ –"

আমন তাৰ শেতেলিৰ পৰা নামি আহিল। ল'ৰাটোৱে অচিনাকিৰ দৰে তাৰ মুখৰ ফালে চালে। মানুহকেইটাৰো চকু তাৰ ওপৰত পৰিল।

পাতলকৈ হাঁহি আমানে ক'লে – "ল'ৰাটো নিজে মোৰ শেতেলিলৈ অহা নাই, মইহে আনিলোঁ।"

আচৰিত হৈ সকলোৱে তাৰ মুখৰ ফালে চালে।

"আপুনি নিলে?" ল'ৰাটিৰ বাপেকে কিবা এটা সন্দেহৰ ভাষাৰে সুধিলে।

"এৰা, ল'ৰাটো কেনেবাকৈ তাৰ শোৱা ঠাইৰ পৰা বাগৰি আহি এই ৰেলিঙৰ কাষত পৰিলহি। চেঁচা লাগিয়ে হ'বলা কান্দিলত, মোৰ কাণত পৰি সাৰ পাই গ'লো। পিছে তাৰ পৰা তাক লৈ মোৰ লগতে শুৱাই ল'লোঁ।"

ল'ৰাটোৰ বাপেকৰ যেন প্ৰত্যয় নাহিল। ক'লে –"ইয়াতে শুৱাই নিদিলে কিয়?"

আমান মনে মনে থাকিল। কিয় শুৱাই নিদিয়ে ক'বলৈ তাৰ সঙ্কোচ লাগিল। সি পাতলকৈ হাঁহিলে।

মানুহটোৱে হয়তো ভাবি পেলালে– আমানে মাকৰ বুকুৰ পৰা ল'ৰাটো লৈ গৈ আশা কৰিছিল, তাৰ লগতে ল'ৰাটো বিচাৰি মাকো তাৰ শেতেলিৰ ওচৰলৈ যাব –!

সি কিবা এটা ক'ব খুজিছিল। ঘৈণীয়েকে তাক বন্ধ কৰি দিলে।

"কিবোৰ যে কৈছে। তেখেতেহে আজি আমাৰ সোণক ৰক্ষা কৰিলে। তেখেত নথকা হ'লে সি বা অতপৰে ক'ত ব'লগৈহেঁতেন কোনে জানে?" তাইৰ মাতটোত প্ৰকাশি উঠিল আমানৰ প্ৰতি এটা শ্ৰদ্ধা– অজানিতভাৱেই তাই আমানৰ মুখৰ ফালে চালে।

তাৰ হাঁহিটো আগৰ দৰেই ৰাখি আমানে ক'লে – "এই ৰেলিং আৰু বেৰা নথকা হ'লে অসুবিধাই আছিল। বেৰাখনেহে ল'ৰাটোক ৰাখিলে।"

"বেৰাখনে কি ৰাখিব? ভগৱানে ৰাখিলে। আপুনি বুটলি নিনিয়া হ'লে, জাৰতে সি ঠেৰেঙা লাগিলহেঁতেন।"

"তাতে সকলোৰে টোপনি; জগাই দিবলৈকো বেয়া লাগিল।"

আমানে ল'ৰাটোৰ বাপেকৰ মুখলৈ চালে। মানুহটোৱে যেন কিবা এটা অপমান বোধ কৰিলে। তাৰ পিতৃত্বৰ দাবীত যেন আমানে এটা অনধিকাৰ চৰ্চা কৰিছে। শেহৰাতিৰ দুৰ্বলতাতে হয়তো সি তেনেদৰে ভাবিব ধৰিলে।

হঠাৎ মানুহজনীৰ মুখখন কিবা এটা লাজত ৰঙা পৰি উঠিল। তাইৰ হয়তো মনত পৰিল টোপনিত অসংযতভাৱে পৰি থকা তাইৰ অচেতন অৱস্থাটোৰ কথা। কিজানি সেই কাৰণেই— সেই কাৰণেই সোণক আগৰ ঠাইত শুৱাই দিব নোৱাৰিলে!

আমান আকৌ তাৰ শেতেলিখনলৈ গুচি আহিল। পূবৰ ফালে এবাৰ চালে— আকাশখন অলপ মুকলি হৈ আহিছে, তৰাবোৰ হালধীয়া হৈ গৈছে— ৰাতি পুৱাব।

জাহাজখন আহি ৰ'ল। টোপোলা-টাপলিকেইটা লৈ অন্য মানুহৰ লগতে সোণ আৰু তাৰ মাক-বাপেক নামিবৰ কাৰণে থিয় দিলে।

"আপুনি যাবগৈ। আমি ইয়াতে নামিম।" — মানুহজনীয়ে আমানক ক'লে।

"ইয়াতে?"

"হয়, ইয়াতে।"

মানুহজনী অলপ পৰ ৰ'ল। ডাঙৰ ল'ৰাটোক ওচৰলৈ মাতি আনিলে আৰু আমানক দেখুৱাই দি ক'লে—

"প্ৰণাম কৰ, সোণ, তেখেতক প্ৰণাম কৰ— যাবগৈ নহয় —" মাকৰ আদেশমতে অকণমান ল'ৰাটোৱে হাত দুখন কপাললৈ তুলি আমানক প্ৰণাম কৰিলে। গোটেই মুখখন এটা আনন্দৰ হাঁহিৰে ওচপাই আমানে তাক বুকুলৈ টানি ল'লে, তাৰ গাল দুখনত চুমা খালে আৰু জেপৰ পৰা চাবি অনা পইচা উলিয়াই তাৰ হাতত দিলে।

"অ' যোৱাগৈ, তোমালোকৰ নামিবৰ হ'ল —" সি তাৰ কোলাৰ পৰা সোণক এৰি দিলে। মুৰটো দোঁৱাই সোণৰ মাকেও এটা সৰল কৃতজ্ঞতাৰে নমস্কাৰ জনালে।

আমানে চিৰিয়েদি সিহঁত নামি যোৱা চাই আছিল। তললৈ নামিবলৈ চিৰিত ভৰি দি সোণ আৰু মাক দুয়োটাই আকৌ এবাৰ তালৈ উভতি চালে। তাৰ পিছত নামি গ'ল।

সি তললৈ নামি নগ'ল। সি সেই ফালৰ পৰা চকু ঘূৰাই পিছৰ ফালে চালে। কালিৰ কিতাপ পঢ়ি থকা ছোৱালীজনীয়ে তালৈ চাই মিচিক্কৈ হাঁহিলে।

সি চকু ঘূৰালে। এনেয়ে তাৰ চকু দুটা সজল হৈ উঠিল। প্লেঙ্কৰ ওপৰেদি নামি যোৱা মহিমাময়ী মাতৃ মূৰ্তিটো সি ওপৰৰ পৰাই এবাৰ চালে।

অলপ পৰৰ পিছত আমানৰ জাহাজ এৰিলে। তেতিয়া পোহৰ হৈ আহিছে। সি থিয় দি চাই ৰ'ল— সোণ আৰু তাৰ মাক-বাপেকৰ ফালে। লুইতৰ সেমেকা পাৰটোত ৰৈ সিহঁতেও তাৰ ফালে চাই আছে—

পাৰৰ পৰাই আকৌ সোণে হাত দুখন কপাললৈ তুলি মাকৰ লগতে তাঁলৈ প্ৰণাম জনালে।

লগতে সি দেখি আচৰিত হ'ল– আৰু দুখন হাত! ল'ৰাটোৰ বাপেকেও কপালত হাত থৈ তাক এটা নমস্কাৰ জনাইছে–

আমানেও হাত দুখন কপাললৈ তুলিলে।

# যীশুখৃষ্টৰ ছবি

পাৰ্থক্যটো ইমানেই– মই ভয় কৰিছিলো লুকুৱাই, আৰু সিহঁতে ভয় কৰিছিল দেখুৱাই। ভয় লুকুৱাব পৰাটোতো সাহসৰে চিন। পিছে মই এই সাহসৰ গৌৰৱ ৰক্ষা কৰিবৰ কাৰণে লুকুৱাই ভয় কৰা নাছিলোঁ, আৰু তাত আনন্দও পোৱা নাছিলোঁ। ভয় লাগিলেও নলগা যেন দেখুওৱাৰ কাৰণ, নিজৰ মুৰব্বীয়ানা ৰক্ষা কৰা, লগতে সিহঁতৰ উৎপাতৰ পৰা অলপ ৰক্ষা পোৱা। সিহঁতৰ লগতে ময়ো ভয় খোৱা যেন দেখুৱাবলৈ হ'লে ক'লৈকো এখোজো দিবৰ উপায় নহ'ব। গতিকে ভিতৰি ভিতৰি যিমানেই ভয় নাথাকক, বাহিৰত কিন্তু সিহঁতক আশ্বাস দি কৈছিলোঁ– "কিহৰ ভয় অ'? চিপাহী হ'ল কি হ'ল! সিহঁতো আমাৰ নিচিনা মানুহহে! চিপাহী হ'ল বুলি আৰু সিহঁতে আমাক চোবাই খাব নে?"

কিন্তু দাঁতেৰে চোবাই নাখালেও, সিহঁতে যে ভৰিৰে গচকি যাব পাৰে, আৰু বহুত ক্ষেত্ৰত যায়, সেই কথা মই নিজ চকুৰে দেখা নাই যদিও, বহুতেই কোৱা শুনিছোঁ; আৰু বহুতেই কৈছে যেতিয়া সি সঁচা নহৈ নোৱাৰে। গতিকে পেটে-পেটে ভয় মোৰো আছিল। তাতে গোড়া চিপাহীৰ কুকৰ্মৰ কাহিনী বহুত কালৰ পৰা বহুত শুনি আহিছোঁ। সিহঁতে যাকে-তাকে মাৰে, কাটে, উৎপাত কৰে, অত্যাচাৰ কৰে। দয়া-মমতা সিহঁতৰ অকণো নাই। হাতত বন্দুক থাকিলেনো কাৰোবাৰ দয়া-মমতা থাকে নে? গতিকে সিহঁতলৈ ভয় কৰা স্বাভাৱিক।

আগেয়ে যুদ্ধৰ সৈন্যৰ কথা মাথোন সাধুকথা শুনাৰ দৰে শুনিছিলোঁ আৰু কেতিয়াবা দুই-এখন কিতাপত পঢ়িছিলোঁ; কিন্তু এতিয়া যে যেনি-তেনি ওলাওতে-সোমাওতে কেৱল মিলিটাৰী, কেৱল গোড়া, কেৱল চিপাহী। কিন্তু আমাৰ ঘৰ-বাৰীৰ ইমান ওচৰে-পাজৰে থাকে বুলিও, সিহঁতৰ লগত আমাৰ সংশ্ৰৱ নাই– আমিও বেলেগ, সিহঁতো বেলেগ; সিহঁত যুদ্ধ কৰা চিপাহী। কেতিয়াবা কোনোবাটো আহি সময়ত দুই-এটা কথা পাতে। বুজি পালে উত্তৰ দিওঁ, নাপালে মিচিকাই হাঁহি অপ্ৰস্তুত হৈ, সিহঁতৰ মুখৰ ফালে চাই থাকোঁ। সিমানৰে চিনাকি। চিপাহীৰ লগত মিতিৰালি কৰিবৰ সুযোগ নাছিল, সাহসো নাছিল। যিমান সোনকালে সিহঁত আমাৰ ঠাইৰ পৰা যায় সিমানে মঙ্গল।

মই, বাইটি, ভাগিন দুজনী আৰু ৰান্ধনি ল'ৰাটো। এমাহতকৈ বেছি হ'ল, ভিনীহিদেঁটৰ কিবা অপাৰেশ্যন কৰাবৰ কাৰণে কলিকতালৈ গ'ল। বাইটি আৰু ভাগিন দুজনীৰ ৰখীয়া হৈ ময়ে আহি সিহঁতৰ ঘৰত আছোঁ। মাইকী মানুহ, এনেয়ে ভয়, তাতে গোটেইখনত মিলিটাৰীৰ গিজ্‌গিজনি। ঘৰলৈকে লৈ আহিব খুজিছিলোঁ; কিন্তু ঘৰ-বাৰী, বস্তু-বাহানি এৰি অহাটো বাইটিয়ে পছন্দ নকৰিলে। মিলিটাৰী থকা ঠাইত

ঘৰ-বাৰী এৰি অহা মানে সেইবোৰ ধ্বংস হ'বলৈ এৰি দিয়া। এবাৰ মিলিটাৰীৰ হাতত এৰি আহি আকৌ ঘৰ-বাৰী ঘূৰাই পাবলৈ আশা কৰা বৃথা। গতিকে বাইটি নাহিল। অগত্যা ময়ে সিহঁতৰ ৰখীয়া হৈ সিহঁতৰ লগতে থাকিব লগাত পৰিলোঁ। আছোঁ।

আলিটোৰ সিপাৰে আমাৰ ঘৰৰ পৰা এশ গজমান দূৰত মিলিটাৰীৰ এটা ডাঙৰ কেম্প। তাত কেতিয়াবা বহুত, কেতিয়াবা অলপ গোৰা সৈন্য থাকে। আমাৰ ঘৰৰ আগেদিয়ে আহে যায়, কেতিয়াবা ভৰি মিলাই মাৰ্চ কৰে। কেতিয়াবা চিঞঁৰি চিঞঁৰি সিহঁতৰ পুৰণি কথাবোৰ ইটোৱে সিটোক কয়। আমি কাণ পাতি শুনোঁ, ভয়ো লাগে, তথাপি সিহঁতক চাবৰ মন যায়, সিহঁতৰ লগত কথা পাতিবৰো মন যায়। কেতিয়াবা শুনোঁ, অমুক ঠাইত আজি গোৰা এটাই এনে কৰিলে। আকৌ সকলো ঔৎসুক্যক তল পেলাই ভয়তে বুকু ভৰি পৰে। এনেবোৰ মানুহ একেডোখৰ ঠাইতে বেছি দিন নাথাকে। গতিকে মানুহবোৰক চিনাৰ সুযোগ নহয়। আজি যাক চিনিম বুলি মনত লাগে, কালিলৈ, হয়তো আৰু কোনোদিন তাক আৰু নেদেখোঁ।

লাহে লাহে অলপ সাহস বাঢ়িল। দেখিলোঁ, সিহঁত সিহঁতে লৈ ফুৰোৱা বন্দুকবোৰৰ নিচিনাই– জুই জ্বলিলেহে অপকাৰ কৰে, এনেয়ে একো নাই। বাইটিৰ আৰু ভাগিন দুজনীৰ কিন্তু ভয় অলপো কমা নাছিল। সিহঁতে নিতৌ মিলিটাৰীৰ বিষয়ে নতুন নতুন গল্প শুনে। সেইবোৰ শুনি শুনি মোৰো আকৌ ভয় লাগে।

পিছে অন্য বহুতক দেখি দেখি ভাগিন দুজনীক লৈ ময়ো অলপ চোতাল ডোখৰতে ফুৰিবলৈ ল'লোঁ। ফুৰা মানে, মই পদূলি মূৰত বৈ থাকোঁ, আৰু ভাগিন দুজনীয়ে ঘৰৰ আগৰ ঘাঁহনি ডোখৰতে খেলে। থুপী ডাঙৰ, দহ বছৰীয়া, ৰূপী সাত বছৰীয়া। দুয়োজনী ধুনীয়া। ৰূপীতকৈ থুপী বেছি ধুনীয়া। সিহঁতক লগত লৈ ফুৰিলে মোৰো গৰ্ব হয়– ময়ে এই ধুনীয়া ছোৱালী দুজনীৰ মোমায়েক। বাইটিয়েও কেতিয়াবা খিৰিকীৰ পৰ্দাখন অলপকৈ আঁতৰাই সিহঁতৰ খেলা চাই থাকে। কেঁচা সেউজীয়া ঘাঁহনিত সিহঁতৰ মাখন যেন বগা কোমল হাত-ভৰিবোৰ আৰু সিহঁতৰ ক'লা কেঁকোৰা চুলিয়ে ঢকা পদুম যেন মুখকিখন দেখি বাইটিৰো হয়তো নিজক ধন্য মনত হয়।

খেলাৰ মাজে মাজে সিহঁতে একোবাৰ মিলিটাৰী কেম্পটোৰ ফালে চায়। একোবাৰ মই আছোঁ নে নাই চায়। তাৰ পিছত আকৌ খেলাত লাগে।

প্ৰথমতে মই কথাটো লক্ষ্য কৰা নাছিলোঁ। থুপীয়ে এদিন হঠাৎ খেলা এৰি থৈ আহি একেবাৰে মোৰ কাষ পালেহি আৰু মোৰ কাণৰ ওচৰলৈ মুখ আনি ফুচফুচাই ক'লে– "সেইটো চিপাহী মোমাইটি দেখিছা নে, আমালৈ কেনেকৈ চাই আছে?"

তাইৰ কথাত তাই দেখুওৱা ফালে চালোঁ। দেখিলোঁ, অলপ মলিয়ন কাপোৰ পিন্ধা এটা গোৰা চিপাহী। সিহঁতৰ কেম্পৰ আগৰ ঘাঁহনি ডোখৰত কাঠ এডালৰ ওপৰত বহি একেথৰে ৰূপীহঁতে খেলা কৰাৰ ফালে চাই আছে। অকণো লৰচৰ নাই, একেথৰে থুপীহঁতে খেলি থকা আমাৰ চোতাল ডোখৰৰ ফালে চাই আছে।

"এনেই বহি আছে— একো নকৰে, যা খেলগে।" পেটত মোৰো ভয় লাগিলেও, থুপীহঁতক সেইটো জানিবলৈ নিদিলোঁ। থুপীৰ কিন্তু অত্যন্ত ভয়। ভয়টো অলপ বাঢ়িলহে। তাই ক'লে – "মোৰ ভয় লাগে, মই ইয়াত নেখেলোঁ।" প্ৰতিবাদৰ সুযোগ পাই যেন মোৰো অলপ সাহস বাঢ়িল। ক'লো, "সিনো তহঁতলৈ ক'তা চাইছে? তাত বহি সি এৰোপ্লেনহে চাইছে। খেলগে যা।"

প্ৰকৃতে থুপীহঁতে খেলিবলৈ নগ'লেই মোৰ ভাল। কোনে জানে তাৰ মনত কি আছে! নহ'লে এনেকৈ বহি থাকি এই ফালে চাই থাকিবলৈ তাৰ কি দৰকাৰ পৰিছে!

ৰাতি থুপীয়ে কথাটো বাইটিৰ আগত ক'লে। শুনি বাইটিৰ ভয় আৰু অলপ বাঢ়িল। সিহঁতক পিছদিনাৰ পৰা আগফালৰ চোতালত অকলৈ খেলিবলৈ মানা কৰিলে। মই কিন্তু বাইটিহঁতক নিৰ্ভয় দিবৰ মনেৰেই ক'লো, "তহঁতে মিছাই ভয় কৰিছ বাইটি! সিহঁতক যিমান বেয়া বুলি ভাবিছ, সিহঁত সিমান বেয়া নহয়। আৰু সিহঁতো মানুহ! ভয়-ভীত জানো নাই? কৰকচোন বাৰু কিবা গোলমাল, একেমাৰে ঠিক কৰিম।" যথেষ্ট বীৰত্ব দেখুৱাই ক'লো।

মোৰ আশ্বাস সত্ত্বেও পিছদিনা কিন্তু থুপীহঁত খেলিবলৈ নোলাল। কথাটো ভিতৰি ভিতৰি ময়ো শলাগিলোঁ। এইটো অন্ততঃ জানো যে জ্বৰ জুখিবলৈ থাৰ্মোমিটাৰ কিনাতকৈ, তিতা যদিও, কুইনাইন কিনাই ভাল। আৰু গোড়াৰ লগত যুঁজিবৰ শক্তি যে মোৰ নাই, বাইটিহঁতেও বুজে।

থুপীহঁত পিছদিনা খেলিবলৈ নোলাল। মোৰ কিন্তু গোড়াটোক লৈ যথেষ্ট কৌতূহল হ'ল। পিছদিনা ঘৰৰ ভিতৰৰ পৰাই খিড়িকীৰ পৰ্দা আঁতৰাই সিহঁতৰ কেম্পটোৰ ফালে চালোঁ। সিদিনাও সেই গোড়াটো আহি কাঠডালৰ ওপৰত বহি আছে। তাৰ চকু দুটা আমাৰ চোতালৰ ওপৰত। মই ভালকৈ চালোঁ। দীঘলীয়া মুখখনেৰে প্ৰায় চল্লিশ বছৰীয়ামান মানুহটো। বগা মুখখন ৰ'দে-বতাহে ঘূৰিয়ে হয়তো ডেই-যোৱা যেন হৈছে। একেথৰে চাই থাক তাৰ চকুযুৰিত যেন কিবা এটি বেজাৰৰ ছাঁ পৰিছে। মিলিটাৰী সাজতে থাকিলেও তাৰ গাটো যেন কিবা এটা দুৰ্বলতাত অৱশ। বহুত পৰ তাৰ ফালে চাই থাকিলোঁ, সিও অপলক চকুৰে একেথৰে থুপীহঁতে ওমলা ঘাঁহনি ডোখৰৰ ফালে চাই থাকিল।

থুপীহঁত কিন্তু আজি খেলিবলৈ ওলোৱা নাই।

গধূলি ফুৰি আহি দেখোঁ, তেতিয়াও সি একেদৰেই বহি আছে— চোতালৰ সেই কাঠডালৰ ওপৰত। এবাৰ তালৈ চাই ভিতৰ সোমাই আহিলোঁ।

চাৰি দিনমান থুপীহঁত আৰু আগফালে উমলিবলৈ নোলাল। ইতিমধ্যে আমিও গোড়াটোৰ কথা মনত পেলোৱাৰ কোনো সুযোগ হোৱা নাছিল। এদিন হঠাৎ মনত পৰি, সি সদায় বহা কাঠডালৰ ফালে চালোঁ; দেখিলোঁ সি তাত নাই। ভালকৈ চাই অনুমান কৰিলোঁ, তাত আন মিলিটাৰীবোৰো নাই। সিহঁতে হয়তো কেম্প সলাইছে।

অলপ স্বস্তি বোধ কৰিলোঁ। কিন্তু এবাৰ সেই গোড়াটোৰ কথা মনলৈ আহিল— সি বা এতিয়া ক'লৈ গ'ল?

বাইটিক ক'লো। গোড়াবোৰ, বিশেষকৈ সেই গোড়াটো যোৱা শুনি বাইটিয়ে আনন্দ পালে। পিছদিনা থুপীহঁতে অলপ বেছি মুকলিভাৱে আকৌ আগফালৰ চোতালত খেলাত লাগিল।

তিনি দিনৰ মূৰত সেই কেম্পৰ মিলিটাৰীৰ দলটো আকৌ তালৈ ঘূৰি আহিল। আমাৰ ঘৰৰ আগেদিয়ে শাৰী শাৰী হৈ সিহঁত যেতিয়া কেম্পত সোমায়হি, থুপীহঁতে তেতিয়া খেলি আছিল। সিহঁতক দেখি ভয় কৰা কথাটো পাহৰি, চকুত বিস্ময় লৈ সিহঁতে সিহঁতৰ ফালে চাই থাকিল। সিহঁতৰ আটাইখিনি যেতিয়া আমাৰ ঘৰৰ আগ পাৰ হৈ সিহঁতৰ কেম্পত সোমালগৈ তেতিয়া যথেষ্ট সাহসেৰে থুপীহঁতে খেলাত লাগিল। সিহঁতে এবাৰ ঘূৰি চালে। ময়ো বাৰাণ্ডাতে বহি আছোঁ দেখি সিহঁতৰ ভয় আৰু ভাগিল। এটা কথা কিন্তু মই মন কৰিছিলোঁ— সেই চিনাকি গোড়াটো অহা নাই। এইটো দলৰ লগতে সি থাকে; কিন্তু আজি ইহঁতৰ লগত সি অহা নাই।

বাইটিয়ে ভিতৰলৈ মাতিলে। কথা শেষ কৰি আকৌ ওলাই আহিলোঁ; কিন্তু বাৰাণ্ডা নাপালোঁগৈয়ে। দুৱাৰৰ পৰ্দাখন দাঙিয়ে যি দেখিলোঁ, তাতে স্তম্ভিত নহৈ নোৱাৰিলো। নিঃশঙ্ক, নিৰ্ভয় মনেৰে থুপী আৰু ৰূপী দুয়োজনীয়ে একান্তমনে খেলি আছে। সিহঁতৰ পিঠিৰ কাষতে কম্পাউণ্ডৰ বেৰাখনত ধৰি সেই চিনাকি গোড়াটোৱে অপলক চকুৰে একেথৰে সিহঁতৰ ফালে চাই আছে। থুপীহঁতৰ গাত, আবেলিৰ বেলিটোৰ ঢাকি ধৰা সেই গোড়াটোৰ গাৰ ছাঁ পৰিছে। সিহঁতে ক'বই নোৱাৰে। গোনা সৈনিকটোৰ মুখত দেখিলোঁ এটা তৃপ্তিৰ আনন্দ। তাৰ গোটেই মুখখন আনন্দত উজ্জ্বল হৈ উঠিছে। একেথৰে চকু দুটা থুপীহঁতৰ ওপৰত ৰাখি সি তন্ময় হৈ চাই আছে।

এবাৰ ৰূপীৰ হাতৰ খেলি থকা গুটিটো অলপ আঁতৰলৈ উফৰি গ'ল। গুটিটো আনিবলৈ উঠি, যেতিয়া তাই গোড়াটোক মুখৰ আগত থিয় হৈ থকা দেখিলে, তাই "আই ঔ" বুলি চিঞৰি উঠিল, লগতে থুপীয়েও খেলাৰ গুটি এৰি "আই ঔ" বুলি একে জাঁপেই ৰূপীক সাবটি ধৰিলে। হঠাৎ স্বপ্ন ভগাৰ দৰে ব্যস্ত আৰু অপ্ৰস্তুত হৈ গোড়াটোৱে তাৰ ডিঙিৰ পৰা আধা-ওলোৱা মাতটো সবল কৰি হাঁহিবৰ যত্ন কৰি হাত মেলি চিঞৰিলে— "বেবি, বেবি, হিয়েৰ্'ছ লজেঞ্চ ফৰ্ ইউ— ৱ'ণ্ট ৰাণ —"

থুপীহঁত কিন্তু একেলৰে কঁপি কঁপি ভিতৰ সোমালহি আৰু মোৰ গাত সাৱট মাৰি ধৰি দুয়ো তাৰ ফালে ঘূৰি চালে। অপৰাধীৰ দৰে হাত মেলি সি আমাৰ কম্পাউণ্ডৰ জপনাখন মেলি চোতাললৈ সোমাই আহিল। ইতিমধ্যে বাইটিয়েও ভিতৰৰ পৰা আহি বেৰৰ সিপাৰৰ পৰাই আমাৰ লগত যোগ দিলে।

"লজেঞ্চ, লজেঞ্চ" সি হাতখন মেলি কাগজত বান্ধি অনা লজেঞ্চখিনি আগবঢ়াই দিলে। থুপীহঁতে কিন্তু কুঁচি-মুচি মোৰ পাছফালে লুকাবহে খুজিলে। কলেজত থাকোঁতে শিকা 'মেনাৰ্ছ', 'হস্পিটেলিটি' আদি কথালৈ মোৰ মনত পৰিল।

তাক এটা আবেলিৰ অভিবাদন জনালোঁ। হাঁহি সিও প্ৰত্যাভিবাদন জনালে। ড্ৰইং ৰুমৰ ভিতৰলৈ মাতি আনি তাক চোফা এখনত বহিবলৈ ক'লো। ইতস্ততঃ নকৰাকৈ সিও বহিল।

মোৰ ভয় অলপ আঁতৰিল। অলপ পৰ একো নমতা-নোবোলাকৈ দুয়ো বহি থাকিলোঁ। মোৰ বাউসিত ধৰি পাছফালৰ পৰা খুপী আৰু ৰূপী দুয়োজনীয়ে ভয়ে ভয়ে তাৰ মুখৰ ফালে চাই থাকিল। বাইটি পৰ্দাৰ সিপাৰলৈ আঁতৰি গ'ল।

আধা-ওলোৱা আধা-নোলোৱা মাতেৰে গোড়াটোৱে ইংৰাজীতে ক'লে – "মোৰ পিয়াহ লাগিছে; অনুগ্ৰহ কৰি যদি অলপ পানী অন্যালেহেঁতেন! আজি তেইশ মাইল খোজ কাঢ়িছোঁ।" তাৰ চকুৰে-মুখে যথেষ্ট ক্লান্তিৰ অৱসাদ। বাইটি ভিতৰলৈ যোৱাৰ গম পালোঁ।

সি হাঁহিলে, একেবাৰে সৰল, ধুনীয়া হাঁহি। হাতৰ মুঠিৰ লজেঞ্চখিনি আগবঢ়াই দি আকৌ খুপীহঁতক মাতিলে– "আহা, এয়া লজেঞ্চ, নিয়াহি!" খুপীহঁতে কিন্তু বুজি নেপাই কেৱল তাৰ মুখৰ ফালে চাই থাকিল, এখোজো নলৰিল। তেতিয়া বোধকৰোঁ সিহঁতে আৰু ভয় কৰা নাছিল– মাত্ৰ আচৰিত হৈছিল। মই ইতিমধ্যে যথেষ্ট সাহস সংগ্ৰহ কৰিছিলোঁ। দুয়োজনীকে ঠেলি আগবঢ়াই দিলোঁ – "যা, দিছে আনগৈ।?" মোৰ কথাত বাধা দিব নোৱাৰিয়ে কিজানি, দুয়োজনী চুচুক-চামাক কৰি গোড়াটোৰ ওচৰলৈ গ'ল। সি হাত মেলি দুয়োজনীকে কোলালৈ টানি ল'লে। তাৰ মুখখন যেন আনন্দত ৰঙা হৈ উঠিল। চৰ্বত গিলাচ আনি দিলোঁ। সি সিহঁত দুজনীৰ মাজতে লজেঞ্চখিনি মেলি ধৰি থাকি, তাৰ পিয়াহ লগা কথাটো তেনেই পাহৰি গ'ল। সি লজেঞ্চখিনি হাতত ধৰি আছে, খুপীহঁতে কিন্তু হাত নেমেলে। দুয়োজনীৰ মুখত সি দুটা লজেঞ্চ সুমুৱাই দিলে। ভয়, বিস্ময় আৰু বুজি নোপোৱা কিবা এটাৰ মাজেদি খুপীহঁতে লজেঞ্চকিটা চুহিব ধৰিলে। সি সিহঁতৰ মুখলৈ চালে। তাৰ মুখখনত যেন ক'ৰবাৰ ৰণ জিকি অহাৰ আনন্দ-গৌৰৱ!

মই চৰ্বতৰ কথা মনত পেলাই দিলোঁ। বৰ আপ্যায়িত হৈ আৰু বহুত ধন্যবাদ দি, সি টিপয়খনৰ পৰা চৰ্বত গিলাচ তুলি ল'লে। সেই চেগতে খুপীহঁত তাৰ কোলাৰ পৰা নামি আহিব খুজিছিল; কিন্তু সি এৰি নিদি বহুৱাই লৈ থাকিল।

তেতিয়া গধূলি হৈ আহিছে। চাৰে ছয় বজাত লণ্ডনৰ বাতৰি আছে। মই ৰেডিঅ'টোত লণ্ডন ধৰাই দিলোঁ। আৰম্ভণী ঐকতানটো শুনি সি উল্লসিত হৈ উঠিল। "ইট্ ইজ্ লণ্ডন! ইজ্ ইট্?" সি চিঞৰিলে। মই মূৰ দুপিয়ালোঁ। তাৰ কোলাত বহি থকা ৰূপী আৰু খুপী দুয়োজনীৰ মূৰৰ চুলিবোৰৰ মাজত আঙুলি বুলাই বুলাই সি একাণপতীয়াকৈ ৰেডিঅ' শুনাত লাগিল। চেষ্টা সত্ত্বেও খুপীহঁত তাৰ কোলাৰ পৰা এৰাই আহিব নোৱাৰিলে। দহ মিনিটৰ বাতৰি শেষ হ'ল। তাৰ মুখত দেখিলোঁ এটা অকাৰণ বিমৰ্ষতা।

অলপ ৰৈ সি সুধিলে– "লণ্ডনৰ পৰা আৰু একো নাহে?"

"আহে, গান-বাজনা আৰু কিবা-কিবি আহে।"

"যুদ্ধৰ বাহিৰে অন্য মানুহৰ খবৰ নাহে?"

"অন্য মানুহৰ খবৰ?" মই তাৰ চকুলৈ চালোঁ।

সি আকৌ মনে মনে থাকিল।

সি ৰেডিঅ'টোৰ পৰা মুখ ঘূৰালে আৰু আথবেথে থুপীহঁতক মৰম কৰিব ধৰিলে। ইংৰাজীতে সি থুপীহঁতক সুধিলে – "তোমাৰ নাম কি– তোমাৰ নাম?"

থুপীহঁতে ইংৰাজী নুবুজে। দুয়ো মোৰ মুখৰ ফালে চালে। মই চিনাকি কৰি দিলো– "এওঁ থুপী, এওঁ ৰূপী।"

"অ' টুপী এণ্ড ৰূপী?" আনন্দেৰে সি থুপীহঁতৰ পিঠিত থপৰিয়াব ধৰিলে। থুপীক 'টুপী' বোলা শুনি দুয়োজনীয়ে খিল্‌খিলাই হাঁহি উঠিল। সিহঁতৰ হাঁহিত সিও যোগ দিলে।

কিছুপৰ নিস্তব্ধতাৰ পিছত সি লাহে লাহে ক'লে, "মোৰো দুজনী– মোৰো দুজনী ছোৱালী আছে, আছে নে নাই ক'ব নোৱাৰোঁ– আছিল; ইভ্‌লিনা আৰু ডেইজি। ইভ্‌লিনা এই ইমানজনী, ঠিক ইমানজনী– এই টুপীৰ সমান; ইমান সৰু, ইমান ধুনীয়া, ইমান ছুইট; আৰু ডেইজি সৰু– ইমান সৰু, এই ৰূপীৰ সমান সৰু। তায়ো খুব ধুনীয়া, তায়ো ইমান ধুনীয়া!" তাৰ মাতটো যেন মৰমত গলি গৈছিল। সি যেন মৰমত কথা ক'ব নোৱাৰা হৈ গৈছিল!

অলপ পৰ মানুহটো মনে মনে থাকিল। তাৰ চকুৰ আগত যেন দূৰণিত এৰি অহা ছবি এটা ভাঁহি উঠিল–

"সিবাৰ মহাসমৰৰ পিছত মোৰ, – আমাৰ বিয়া হৈছিল। মই ভাবিছিলোঁ, বয়স হৈছে যেতিয়া মোক যুদ্ধলৈ নেটানে; কিন্তু নেৰিলে। এতিয়া ঘৰত আছে মাক, ইভ্‌লিনা আৰু ডেইজি। সিহঁত চাঁগে কেনেকৈ আছে!"

মই একো মাতিব নোৱাৰিলোঁ। সিও কিছুপৰ নিশ্চল হৈ বহি থাকিল। আকৌ হঠাৎ থুপীহঁতক মৰমেৰে সাবটি ধৰি সি ক'লে – "ফিনিছ্ অল্ দিজ, মাই ছুটিজি!" তেতিয়াও তাৰ হাতত দুটামান লজেঞ্চ আছিল। এইবাৰ কিন্তু মোৰ বিনা-ইঙ্গিততে ৰূপহীহঁতে তাৰ হাতৰ পৰা লজেঞ্চ খাবলৈ ধৰিলে।

স্বপ্নাবিষ্টৰ দৰে আকৌ শান্ত আৰু উদাসভাৱে গোড়াটোৱে কৈ গ'ল– "আমাৰ সৰু ঘৰটোৰ আগতো এনেকুৱা এডোখৰ সৰু ঘাঁহনি আছে। সাগৰৰ ফালৰ পৰা যেতিয়া বতাহ মাৰে, তেতিয়া যে এনে ভাল লাগে! আমি পিৰালিতে বহি থাকোঁ। ইভ্‌লিনা আৰু ডেইজি দুয়োজনীয়ে খেলে– গধূলিলৈকে খেলে।" তাৰ মাতটো যেন এটা কৰুণতাত কাতৰ।

লাহে লাহে আকৌ সি কৈ গ'ল– "য'লৈকে যাওঁ, সিহঁত মোৰ চকুৰ আগৰ পৰা নাতৰে। মালয়লৈ গ'লো, ছিঙ্গাপুৰলৈ গ'লোঁ, ৰেঙ্গুনতো যুদ্ধ কৰিলোঁ, এতিয়া আপোনালোকৰ দেশ. পালোঁহি; কিন্তু যিমানেই আঁতৰে আঁতৰে ঘূৰি ফুৰিছোঁ,

সিমানেই মোৰ প্ৰাণটোৱে সিহঁতক বেছিকৈ বিচাৰিছে।” সি হাঁহিলে, হাঁহিটো যে ইমান করুণ!

একো নুবুজা সত্ত্বেও থুপীহঁতে যেন তাৰ বুকুৰ কথাষাৰ গম পালে। কোলাত বহি সিহঁতে তাৰ মুখৰ ফালে চাই থাকিল।

“এই ৰূপীহঁতে সিদিনা খেলা কৰি থকা দেখি মই মোৰ ডেইজিহঁতৰ কথা মনত পৰিল। সিহঁতেও এনেকৈ হাঁহে, এনেকৈ ভয় কৰে, এনেকৈ ওমলে। এনেকৈয়ে সিহঁতো মোৰ কোলাত বহি থাকে। ক'ৰবাৰ পৰা উভতি আহিলে 'ডেডি' 'ডেডি' বুলি দৌৰি আহি সাবটি ধৰে। য'তেই এনেকুৱা ছোৱালী দেখোঁ, ত'তেই মোৰ বুকুৰ কান্দোন আৰম্ভ হয়।”

কিছু সময় মনে মনে থাকি পুনৰ সি কৈ উঠিল – “কিন্তু কোনেও মোক 'ডেডি' নোবোলে– কোনোৱে নোবোলে। এনেকৈ বহুত অচিনাকি শিশুক, এনেদৰে ঘূৰি ফুৰোঁতে, বহু ঠাইত বুকুৰ মাজত সাবটি লৈছোঁ, সিহঁতক মোৰ ইভ্লিনা আৰু ডেইজি বুলি ভাবিবলৈ চেষ্টা কৰিছোঁ; কিন্তু কোনোৱে মোক 'ডেডি' নোবোলে, কোনোৱে মোক ডেডি বুলি মৰম নকৰে!”

মই কি ক'ম বিচাৰি নাপালোঁ। বন্দুক-সঙ্গীনৰ হেঁচাত, খাকী কাপোৰৰ তলত লুকাই থকা সন্তানবৎসল পিতৃহৃদয়ৰ সনাতন স্নেহ-ফল্গুৰ একণি সৌৰভে অনভিজ্ঞ মোৰ অন্তৰখনো যেন সিক্ত কৰি তুলিলে।

আৰু আঠ দিন সিহঁতৰ দলটো সেই কেম্পত আছিল। প্ৰত্যেক দিনেই সেই গোৰাটোৱে এমুঠি লজেঞ্চ লৈ থুপীহঁতক দিয়েহি। তাৰ পিছত ঘাঁহনিতে বহি সিহঁতৰ খেলা চাই থাকে। চাই থাকে সিহঁতৰ সৰু সৰু আঙুলিবোৰ– সিহঁতৰ সৰু চুলিবোৰ, সিহঁতৰ ধুনীয়া ধুনীয়া মুখকেইখন। গধূলি যেতিয়া বহি ৰেডিঅ' শুনে, তেতিয়া যুদ্ধৰ বাতৰিৰ বাহিৰে অইন বাতৰি আহে নে নাহে নিতৌ সোধে। দ্বিতীয় বিশ্বযুদ্ধৰ বতৰ!

ড্ৰইং ৰুমতে বহি আছোঁ। তাৰ কোলাত থুপী আৰু ৰূপী। তাৰ চকুযোৰ বগা চূণ-সনা বেৰখনত নিবদ্ধ। বহুত কিবা-কিবি ভবাৰ পিছত সি ক'লে – “যুদ্ধখন বাৰু কেতিয়া শেষ হ'ব? ইভ্লিনাহঁতৰ এখন চিঠিৰ কাৰণে চাৰি মাহ, পাঁচ মাহ বাট চাব লাগে। বাট চাই চাই মন ব্যাকুল হৈ উঠে। কেতিয়াবা বন্দুক-বাৰুদ সকলো পেলাই, পলাই গৈ ঘৰ ওলাবৰ মন যায়। ... মই উভতি গৈ ঘৰ ওলাওঁ মানে ইভ্লিনাহঁত কিজানি বৰ একোজনী হৈ পৰিব চাঁগে! কিমান একোজনী হ'ব বাৰু? ....”

বৰ মৰমেৰে সি থুপীহঁতক বুকুত চেপি ধৰি বহুতপৰ মৰম কৰিলে, তাৰ পিছত গ'লগৈ।

চিৰদিনৰ কাৰণে সিহঁতৰ দলটোৱে যিদিনা আমাৰ ঘৰৰ ওচৰৰ সেই কেম্পটো এৰি গ'ল, সেইদিনা মই নাছিলোঁ। আবেলি যেতিয়া উভতি আহোঁ, দেখোঁ থুপী আৰু ৰূপী কোনো এজনীয়েও আজি খেলা নাই। সিহঁতৰ চকুবোৰ ঢুলঢুলীয়া। কি হ'ল সুধিলো। ক'লে, “গোৰাটো আজি গ'লগৈ।”

"কি ডাঙৰ কথাটো হ'ল? যোৱা মানুহ যাবহি। তহঁতক কোলাত লৈ বহি থাকিলে জানো তাৰ যুদ্ধ কৰা হ'ব?"

সিহঁতক ভিতৰলৈ লৈ আহিলোঁ। ৰেডিঅ'টোত গান এটা লগাই দিলোঁ। ৰূপী আৰু থুপীৰ মুখত আজি হাঁহি নাই; বিমৰ্ষ হৈ সিহঁত বহি থাকিল।

বাইটিয়ে ভিতৰৰ পৰা ছবি এখন লৈ আহিল।

"কি বাইটি?"

"গোড়াটোৱে থুপীহঁতক দি গৈছে।"

ছবিখন চালোঁ। গোড়াটোৰ ছবি। থাঁহনিত বহি গোড়াটো– কোলাত তাৰ দুজনী সৰু ছোৱালী, এজনী দহ বছৰীয়ামান, ইজনী অলপ সৰু। মূৰত সিহঁতৰ সোণ বৰণীয়া চুলি, মুখত ধুনীয়া হাঁহি।

লেমৰ পোহৰলৈ নি ছবিখন ভালকৈ চালোঁ– গোড়াটোৰ কোলাত হয়তো সেয়া ইভ্লিনা আৰু ডেইজি।

"যীশুখৃষ্টৰ ছবি নেকি?" বাইটিয়ে সুধিলে।

"যীশুখৃষ্টৰ ছবি নহয়, যীশুখৃষ্টৰ ফটো।" মই ক'লো।

সেইদিনা ভালেমান ৰাতিহে টোপনি আহিল। শুবৰ সময়ত এষাৰ কথা বাৰে বাৰে মোৰ মনত পৰিছিল– "মই উভতি গৈ ঘৰ ওলাওঁ মানে ইভ্লিনাহঁত বৰ একোজনী হৈ পৰিব চাগে! ..."

সেই গোড়াটো বাৰু কোনদিনা ঘূৰি গৈ তাৰ নিজ ঘৰ ওলাবগৈ ...? কেতিয়াবা ঘূৰি গৈ ঘৰ পাই, সি ডেইজীহঁতক আকৌ পাবগৈ জানো?

# দুটা ঘাট

দুটা ঘাট ...

উঠা আৰু নমা, এৰি-অহা আৰু আহি-পোৱা দুটা ঘাট। মাজত একা-বেঁকা নৈ-গৰাৰ উলু বিৰিণা, খাগৰি; চিনি নোপোৱা পানীৰ বৈ অহা সোঁত আৰু দূৰণি-চাৱনিৰ সীমাই ঢুকি নোপোৱা পাহৰি অহা দূৰণি —!

দ্বিতীয়াৰ জোনফালি এবাৰ ওলায়েই ক'ৰবাৰ সন্ধিয়াৰ আঁচলত লুকাই পৰিল। লগত থকা তৰাবোৰ আঁতৰি যাব নোৱাৰি, আন্ধাৰ আকাশখনৰ বুকুত অকাৰণতে থিয় দি আছে!

বতাহ এজাক মাৰে। জলহীন নৈৰ পাৰৰ শুকান বিৰিণাৰ পাতৰ ওপৰেদি বাগৰি বতাহজাক আহি জাহাজখনৰ ভিতৰেদি পাৰ হৈ যায়। গোটেই বতাহজাকত আন্ধাৰৰ সেমেকা ৰং সনা— গহীন, শীতল আৰু চেঁচা —

বাহিৰত আন্ধাৰ!

কোনোবা নিশাৰ পথিকৰ বুকুৰ বাতৰি লৈ জাহাজখন অকলশৰে গৈ থাকে। পানীৰ সোঁতবোৰত টৌ উঠে, ক'ৰবাৰ দূৰণিৰ পাৰত খুন্দা খাই খলকনিবোৰ মাৰ যায়। সিহঁতক আৰু কোনোৱে নিবিচাৰে।

শীতল, চেঁচা, আন্ধাৰ, আৰু ঘন, ক'লা বতাহ। গোটেই আকাশ জুৰি তন্দ্ৰালস ৰাতিৰ গহীন নিবিড়তা! ৰাতি, ৰাতি, ৰাতি — ৰাতিৰেই গোটেই ব্ৰহ্মাণ্ডখন ভৰি পৰিছে।

জাহাজৰ অবিৰাম ঘূৰি থকা চকা দুটাৰ পৰা পানীবোৰ আকৌ নদীত সৰি পৰে। অবিশ্ৰান্ত ঘৰ্ ঘৰ্ শব্দই চকুত সুপ্তিৰ অলসতা সানি দি যায়। বতাহজাকত কোনোবা টোপনিৰ দেশৰ নিচুকনি গান, নিশাৰ নীৰৱতাৰ বুকুত ঘুমটিৰ আতুৰ আয়োজন!

ইম্ৰাণ আৰু আৰা।

জাহাজৰ ৰেলিঙত ধৰি দুয়ো বাহিৰলৈ চাই থাকে। দূৰ আকাশৰ তৰাবোৰ— সিহঁতৰ বুকুত কি এটা বুজি নোপোৱা কথাৰ হৈ যোৱা সমাধানৰ যুক্তি বিচাৰি দুয়ো যেন নিজৰ কথা পাহৰি গৈছে।

জাহাজৰ প্ৰায় সকলো যাত্ৰী শুই পৰিছে। বাহিৰৰ শুই-পৰা ৰাতিটোৰ দৰে, কিম্বা এটা ক্লান্তিত যাত্ৰীবোৰৰ চকুবোৰ মুদ খাই গৈছে। সিহঁতৰ চাৰিওফালে যেন বিয়পি পৰিছে শব্দহীন মৰণৰ মধুৰ মাদকতা।

ইম্ৰাণে চিগাৰেট এটা জ্বলায়। সিহঁতৰ কোঠাটোৰ সৰু লাইটটোৰ পোহৰত চিগাৰেটৰ ধোঁৱাবোৰ উৰি উৰি বাহিৰৰ আন্ধাৰৰ মাজত লুকাই পৰে। কোনোবা

পৰৰ্তীয়া ডালিমীৰ ঘৰত সোমাই ওলাই যোৱা পাহাৰৰ মেঘৰ দৰে বগা, শুকুলা ধোঁৱাবোৰ।

বতাহজাক মাৰে। চেঁচা বতাহজাক, ক'ৰবাৰ আন্ধাৰৰ মাজৰ পথা শুকান কঁহুৱাৰ কঁপা পাতৰ কৰুণতা লৈ সিহঁতৰ চুলিৰ ওপৰেদি বাগৰি যায়। আবাৰ চেলেংখনৰ আগটো জাহাজৰ ভিতৰৰ ফালে উৰি যায়। বতাহজাকত যেন বহুত কথা সোমাই আছে— আবাক ক'ব, ইম্‌ৰাণে বুজি নোপোৱাকৈয়ে আবাক'কৈ যাব।

নিবিষ্টমনে আবাই আকাশখনৰ ফালে' চাই থাকে। বহুত দূৰৰ আকাশখন, তাতোঁকে দূৰৰ সৰু সৰু তৰাবোৰ— নিস্পন্দ, নিঃশব্দভাৱে থিৰেদি আছে। তাৰ কোলাত অসাৱধান, বহল পৃথিৱীখন চকু মুদি পৰি আছে। আবাৰ চকুৰ আগত হয়তো ভাঁহি উঠে— এই দুপৰ, নিথৰ নিশা নৈৰ ঘাটৰ নিৰ্জন পাৰত বহি, সৌ অৰ্থহীন তৰাবোৰলৈ চাই থাকি সেমেকি উঠা এযোৰ চকুৰ কৰুণতাৰ আভাস। — বহুত দূৰত, এবি অহাৰ বহুত পিছত! তাৰেই হুমুনিয়াহত হয়তো বতাহজাক কৰুণ হৈ উঠিছে। আবাই চাই থাকে, তাইৰ অন্তৰখনে কিবা অৰ্থ নোহোৱা কথা এটাৰ অৰ্থ বুজিবৰ চেষ্টা কৰে— এনেই, অকাৰণতে।

আৰু ইম্‌ৰাণ— সিও চাই থাকে। আবাৰ সান্নিধ্যৰ কথা সি হয়তো পাহৰিয়ে যায়। তাৰ কামিজৰ বুটামকেইটা সি মাৰি লয়। সি চায়— বাহিৰৰ গহীন ৰাতিটোৰ নীৰৱ ৰূপটো, আৰু তাৰ চিগাৰেটৰ ধোঁৱাবোৰ। ভটীৰ সোঁতত জাহাজখন গৈ থাকে—

সিদিনাও এইদৰেই আবা আৰু ইম্‌ৰাণ আহিছিল— আজিৰ এই জাহাজতে। পোন্ধৰ দিন হৈ গৈছে; সিহঁত আজি উলটি আহিছে।

আজি আবা ইমান গম্ভীৰ হৈ পৰিছে কিয়? — সি ভাবিবৰ চেষ্টা কৰে। হয়তো এই ৰাতিৰ নিস্তব্ধতাৰ প্ৰভাৱত, হয়তো দূৰত মাক-বাপেকক এৰি অহাৰ কাৰণে, — হয়তো এনেয়ে।

— কি চাইছা আবা? — সি আবাৰ ফালে ঘূৰি নোচোৱাকৈয়ে সোধে। আবাৰ নিবিড়তাত আঘাত লাগে। অলপ অপ্ৰস্তুতৰ দৰে সেপ ঢুকি আবাই কয় — নাই, একো চোৱা নাই —

আকৌ নিস্তব্ধতা।

আবাই জানো একো ভবা নাই? এই নিস্তব্ধতাৰ অন্তৰালত ক'ৰবাত লুকাই হয়তো বাহিৰৰ এই ৰাতিটোৱেও কিবা এটা ভাবিছে। আবাই জানো ভবা নাই? ....

যাক?

যাত্ৰীবোৰ সপোনৰ কোলাত শুই পৰিছে। হয়তো সিহঁতে পাহৰি গৈছে সিহঁত পানীৰ ওপৰত উটি গৈ থকা এখন জাহাজৰ ভিতৰতে গৈ আছে। বতাহজাক এইফালে মাৰে। ব্ৰহ্মপুত্ৰত ধুমুহা হ'ব নেকি? আবাৰ জাৰ লাগে, গাৰ শালখন চেলেংখনকে

আবাই গাভ ভালকৈ মেৰিয়াই লয়। জাহাজখন গৈ থাকে। বতাহজাকৰ বা লাগি গোটেই নিশাৰ নিস্তব্ধতাখিনি এবাৰ অধীৰভাৱে কঁপি উঠে।

— আবা তোমাৰ টোপনি আহিছে? বাহিৰৰ চেঁচা আৰু আবাৰ নিবিষ্টতালৈ লক্ষ্য কৰি ইম্‌ৰাণে কয়।

— টোপনি — অ' মই পাহৰিয়ে গৈছিলোঁ — আবাই কয়।

— এতিয়া ঠাণ্ডা পৰিছে, অলপ শুই থাকা, আবা —

বতাহজাক আৰু বেছি চেঁচাকৈ মাৰে। দূৰৰ চকুৰে নেদেখা খাগৰিৰ পাতত এটা সোঁ-সোঁৱনি শব্দ উঠে। ক'ৰ যেন উত্তৰৰ এজাক বাউলি ধুমুহা আহি আবাহঁতৰ জাহাজখন ডুবাই থৈ গুচি যাব ....!

আবা শুই পৰে। গাৰ শ্বালখন আৰু 'বাগ'খন ইম্‌ৰাণে অলপ ঠিক কৰি দিয়ে। আবাৰ চকু দুটা মুদখাই যায়। কিবা এটা কৰুণ ক্লিষ্টতা তাত যেন বিয়পি পৰিছে। কোনোবা অনাগত, শ্ৰান্ত মহানিশাৰ বুকুৰ মাজত যেন আবাৰ বতাহত-কঁপা অলস চুলিবোৰ ঢলি পৰিবৰ কাৰণে ব্যাকুল হৈ বাগৰি যায়। ইম্‌ৰাণে চাই থাকে, তাৰ পিছত আকৌ এটা চিগাৰেট জ্বলায়।

আবাৰ চকুত সপোনৰ নিবিড়তা নামি আহে ....। কাণত বাজি থাকে শেহ-নিশাৰ মুকলি বতাহজাকৰ ভয়াতুৰ শব্দটো — সোঁ— সোঁ— সোঁ—

আবাহঁত গৈ থাকে। জীৱনৰ এটা ঘাট এৰি আন এটা ঘাটলৈ গৈ থাকে। ইম্‌ৰাণৰ লগত বিয়াৰ এবছৰৰ পিছত, ঘৰলৈ আহি, আজি আবা আকৌ ইম্‌ৰাণৰ লগত ঘূৰি আহিছে, ইম্‌ৰাণৰ কাৰণে, ইম্‌ৰাণৰ নতুন সংসাৰখনৰ কাৰণে, তাৰ জীৱনৰ পূৰ্ণ উৎসৱত যোগ দিবৰ কাৰণে।

আবা শুইছে। অন্যান্য যাত্ৰীবোৰৰ দৰে কিবা এটা অসীম ক্লান্তিত অৱশভাৱে আবা শুই পৰিছে।

★ ★ ★

— তোমালোক ভালে আছা আবা?

আবাই মূৰ তুলি চালে। মূৰৰ ওৰণিখন অভ্যন্তৰ দৰে টানি ল'বৰ চেষ্টা কৰিলে।

আহচোন!

কিবা এটা সঙ্কোচে আবাৰ মুখৰ তেজবোৰ ৰঙা কৰি তুলিলে।

অ' — ভালেই ককাইটি — সৰুকৈ আবাই ক'লে। আহচান গুচি গ'ল। আৰু একো নুসুধিলে— হয়তো সুধিব নোৱাৰিলে। আবাই সি যোৱাৰ ফালে চাই থাকিল।

আবাহঁত আহি নিজ ঘৰ পোৱাৰ দিনা। এবছৰৰ মূৰত আঠমঙলাৰ পিছত এয়ে মাত্ৰ আবা ঘৰলৈ আহিছে। এই ঘৰত, ইয়াত আবা বহুত দিনৰ পুৰণি যদিও, ইম্‌ৰাণৰ দৰে তায়ো আলহীৰ দৰেই অনুভৱ কৰিছিল। ক'ৰ পৰা জানো আহচান আহিল আৰু গুচি গ'ল!

এবছৰৰ আগতো তো আৰাই আহ্চানক দেখিছিল, সদায় দেখিছিল। দেখিছিল তাৰ হাঁহিভৰা মুখখন, তাৰ ধুনীয়া চকু দুটা, আৰু তাৰ হিয়া উবাৰি কথা কোৱা নিষ্কলুষ অন্তৰখন।

– "তোমালোক ভালে আছা?" – আৰু এক্ষো কথাই তাৰ সুধিবলগীয়া নাছিলনে? কত দিনৰ মূৰত আৰা আহিছে! ...?

বহুত কথা, বহুত প্ৰশ্ন আৰাৰ মনলৈ আহে, বহুত দিনৰ মূৰত আকৌ অনাৱশ্যকীয় বহুত কথাৰে আৰাৰ মনটো ভৰি পৰে।

আহ্চানটো– সিতো ইমান সহজ নাছিল, ইমান সংকোচ, ইমান মলিন নাছিল!

কিন্তু আৰাই তাৰ কথা আজি ভাবিব লাগে কিয়? এই এবছৰ, এই বাৰমাহ আৰাই নিজক পাহৰি আছিল, বহুতক পাহৰি আছিল।

– ইম্ৰাণৰ মৰমৰ মাজত, স্নেহৰ মাজত তাৰ কথা মনত পেলাবৰ অৱসৰ আৰাৰ নাছিল। কতৰ কথাই পাহৰি গৈছে।

মানুহে পাহৰেই।

কিন্তু আজি যেন আহ্চান এটা নতুন মানুহৰ দৰেই আৰাৰ আগত থিয় দিলেহি। ভিতৰত এটা মৰ্মন্তুদ অৱসাদ লৈ, বাহিৰত কৃত্ৰিম প্ৰফুল্লতাৰ করুণ উপহাস লৈ, আহ্চান যেন আজি আৰাৰ কাৰণে এটা সম্পূৰ্ণ অপৰিচিত, নতুন মানুহ!

আহ্চানৰতো বিয়া হৈ গৈছে। নতুন যুগ্ম জীৱনত তাৰ কাৰণে বৈ আছে– চৌদিশে আনন্দ, যশস্যা, খ্যাতি। তেন্তে তাৰ বিবাহিত জীৱন সুখৰ হোৱা নাই জানো? কিয়?

আহ্চানৰ বিয়া হোৱাও আৰাই জানে। ধুনীয়া ছোৱালীজনী – হাছিনা। কতদিন হাছিনাক লৈ আৰাই তাক ঠাট্টা কৰিছে, খেমালি কৰিছে! সিতো কোনো দিন হাছিনাৰ নাম শুনি শিয়ঁৰি উঠা নাই, প্ৰতিবাদ কৰি উঠা নাই।

– হাছিনাজনী বৰ ভাল ছোৱালী –

– ওঁ ভাল, তোমাতকৈও ভাল, আহ্চানে মাথোন চিএৰি হাঁহে।

সেই হাছিনাৰ লগতে তাৰ বিয়া হৈ গৈছে। তেন্তে তাৰ দুখ কি, বেদনাৰ কাৰণ ক'ত?

– আৰাই ভাবে। অকাৰণত আজি আৰাৰ তাৰ কথা ভাবিবৰ মন যায়, বহুত দিনৰ আগতে এৰি থোৱা এটা বিশেষত্বহীন ইতিহাস সুঁৱৰি চাবৰ মন যায়।

বাৰে বাৰে আৰাৰ মনত পৰে– এৰাৰ কথা কৈ আঁতৰি যোৱা তাৰ মুখখন – বিষাদক্লিষ্ট করুণ; কিয়? সিতো আৰাক বহুত কথা সুধিব পাৰিলেহেঁতেন, ইম্ৰাণক লৈ এটা ঠাট্টাও কৰিব পাৰিলেহেঁতেন। তাৰ বাধা ক'ত, তাৰ সঙ্কোচ কিয়? সি ইমান সংক্ষিপ্ত হৈ পৰিল, গম্ভীৰ হৈ পৰিল, কিয়?

আৱাৰ মনটো ঘূৰি যায়— বিয়াৰ আগৰ মুক্ত দিনবোৰৰ মাজলৈ অকলশৰীয়া জীৱনৰ তৃপ্তিময়, ছন্দময় গানৰ মাজলৈ। সেই দিনবোৰ— আজি এটা সপোন, এটা স্মৃতি।

তেতিয়াৰ সেই আহ্‌চানটো –

আৱাৰ জীৱনৰ প্ৰথম প্ৰভাত বিকশি উঠিছিল— আহ্‌চানৰ পবিত্ৰ এটা নিঃশ্বাসৰ পৰশত; আৱাই জীৱনটোক উপলব্ধি কৰি উঠিছিল— আহ্‌চানৰ আনন্দময় বৰ্তমানৰ প্ৰাচুৰ্যৰ মাজত। হয়তো আৱাই নিজেই নাজানে।

আৱাক সি মৰম কৰিছে, আৱাৰ লগত সি ধেমালি কৰিছে, আৱাৰ লগত সি দ্বন্দ্ব কৰিছে, আকৌ আৱাক থুঁতৰিত ধৰি শান্ত কৰিছে। শুই থকা অৱশ আৱাক কত দিন সি টানি বিছনাৰ পৰা মাটিত পেলাই দিছে।

– বহুত কথা মনত পৰে।

এই লিচু গছজোপা, এতিয়াও জীয়াই থকা লিচু গছজোপা।

দুপৰীয়া সকলো শুইছে। লিচুৰ ছাঁতে বহি আৱাই নিবিষ্টমনে শলা দুডালেৰে উলৰ সৰু কিবা এটা গুঠিছে। হাতত-সাৰে ভৰিত-সাৰে আহ্‌চান আহিল। আৱাই গম পালে, উলটি নেচালে। পিছফালৰ পৰা সি আৱাৰ চকু দুটা মুদাই ধৰিলে। হাতৰ শলা দুডাল দলি মাৰি পেলাই দি, তাৰ হাত দুখন চকুৰ পৰা একবাৰৰ যত্ন কৰি আৱাই চিঞৰি উঠিল— যোৱা মই সেইবোৰ ভাল নেপাওঁ –

কি ভাল নোপোৱা? – হাত এৰি নিদিয়াকৈ আহ্‌চানে সুধিলে –

– মোক?

– ওঁ তোমাক, তোমাক –

হাত এৰি দি সি ক'লে – মই হ'লে ভাল পাওঁ –

ফুটি-নুঠা এটা হাঁহিৰে তাৰ মুখখন ৰঙা হৈ উঠিল।

– কি? কাক? – চকু দুটাত এটা কৃত্ৰিম খং আৰু হাঁহি সানি আৱাই তাৰ মুখখনলৈ চালে।

– তোমাক – সি ক'লে।

– কেলেই? – খঙেৰে সোধাৰ দৰেই আৱাই সুধিলে।

– তুমি ভাল নোপোৱাৰ কাৰণে। – হাঁহি সি ক'লে। আৱায়ো হাঁহিলে। ....

তেতিয়া সিহঁত সৰু ল'ৰা-ছোৱালী নাছিল। তাৰে আঠ মাহৰ পিছতে আৱাৰ বিয়া হৈ গৈছে।

আজি আৱাই লিচু গছজোপাৰ ফালে চালে, আগৰ দৰেই, একে ঠাইতে, ঘটনাবোৰৰ কিবা গোপন কথাৰ সাক্ষী হৈয়ে যেন থিয় দি আছে। হয়তো পাতবোৰ সলাইছে। কোনো নোযোৱা তলখনত শুকান পাতবোৰ সৰি পৰিছে।

আৱাই আকৌ ভাবে, সেইবোৰ আহ্‌চানৰ ধেমালি— তাৰ ধলিয়ালি!

"তুমি মোক ভাল নোপোৱাৰ কাৰণেই মই তোমাক ভাল পাওঁ" – তাৰ কি অৰ্থ থাকিব পাৰে?

আৱাই আকৌ ভাবে –

"মই তোমাক ভাল পাওঁ, কাৰণ তুমি মোক ভাল নোপোৱা ... পাগলামি!"

আজি যেন কিয় আৱাই ইম্‌ৰাণৰ কথা ভবাৰ আৱশ্যকতাটো. পাহৰি গৈছে। এবাৰ চেষ্টা কৰি ইম্‌ৰাণৰ কথা আৱাই ভাবি চায়।

ইম্‌ৰাণেও কৈছে। ইম্‌ৰাণেও তাৰ ভাষাৰ সকলো কোমলতা দি, হৃদয়ৰ সকলো উত্তাপ দি আৱাক কৈছে– মই তোমাক ভাল পাওঁ। কিয়? আৱাই আজি ভাবে– কাৰণ আৱাই ইম্‌ৰাণক ভাল পায়। তেন্তে কি হ'ল? – বিনিময়! ছিঃ নহয়, সি যে স্বামী-স্ত্ৰীৰ প্ৰেম। ইম্‌ৰাণ পুৰুষ, ইম্‌ৰাণ স্বামী। ইম্‌ৰাণৰ লগত আহ্‌চানক আৱাই ভাবিব কিয়? ইম্‌ৰাণে আৱাক ভাল পায়, আৱায়োতো ইম্‌ৰাণক ভাল পায়।

আৱাৰ আৰু বেছি ভাবিবৰ মন যায়। আহ্‌চান– সি আৱাক ভাল পাইছিল– আৱাই তাক ভাল নোপোৱাৰ কাৰণে। কিন্তু আৱাই জানে তাক ভাল ...? ছিঃ, আৱাৰ যে বিয়া হৈ গৈছে। আৰু আহ্‌চান – তাৰো বিয়া হৈ গৈছে।

এই এবছৰ আৱাই আহ্‌চানৰ কথা অতি কমেই ভাবিছে।

সেইদিনা আৱাহঁত ঘূৰি আহিব।

হাছিনা আহিল। লগত সৰু নন্দেকজনীক লৈ হাছিনা আহিল আৱাক চাবলৈ। আৱাই দেখিলে হাছিনা ধুনীয়া, হয়তো তাই নিজতকৈও বেছি ধুনীয়া। হাছিনাজনী আগতকৈ বহুত বেছি ধুনীয়া হৈ পৰিছে।

– ককাইটিয়ে হাছিনাক মৰম কৰে নে নকৰে অ' কবি? – হাঁহি আৱাই আহ্‌চানৰ ভনীয়েক কবিক সুধিলে। হাছিনাৰ মুখখন লাজত ৰঙা পৰি উঠিল।

– ওঁ নকৰেহে হয়! যিমান মৰম কৰে! দিনটো মৰম কৰে, কেতিয়াবা আকৌ –

(কবিয়ে হাছিনাৰ চকু দুটালৈ দুষ্টভাবে চালে।)

– কবি, – কৃত্ৰিম খঙেৰে কবিৰ মুখলৈ চাই হাছিনাই ক'লে।

কবি সৰু ছোৱালী। তাই ফ্ৰকটোৰ কলাৰডাল টানি মনে মনে থাকিব খুজিলে।

– কেতিয়াবা কি – কবি? – বৰ কৌতূহলেৰে সোধাৰ দৰে দুষ্ট আৱাই সুধিলে।

– কেতিয়াবা আকৌ ককাইটিয়ে বৌক বাহিৰৰ পৰা অ' আৱা, আৱা বুলি মাতি বি ধেমালি কৰে! বৌৰ নাম ইপিনে আৱা নহয়েই– মুখটো জোকাবি জোকাবি কবিয়ে ক'লে।

– যাহ্ এইজনী, বুলি হাছিনাই কবিৰ মুখখন বন্ধ কৰি ধৰিলে। তাই গোটেই মানুহজনী ৰঙা পৰি উঠিল। কিবা এটা দুৰ্বলতাক জোৰ কৰি লুকাই আৱাই ক'লে– "অ' সেই কাৰণেহে হাছিনাজনী গোটেই বাওলীজনী হৈ পৰিছে –"

কবিয়ে মূৰ জোকাৰিলে।

– হাছিনাক আবাই বৌ বুলি নেমাতে। হাছিনা বয়সত সৰু আৰু আগৰ পৰাই আবাই তাইক নাম কাঢ়িয়ে মাতি আহিছে।

আবাই হাছিনালৈ চালে– দাম্পত্য জীৱনৰ কুণ্ঠাহীন আনন্দত হাছিনা অপাৰ সুখত আছে। আহ্‌চানে তাইক তাৰ শক্তিতকৈয়ো বেছি আনন্দ দিছে। আহ্‌চানে তাইৰ, তাইৰ ৰূপৰ, তাইৰ নাৰীত্বৰ মান ৰক্ষা কৰিছে– পূজা কৰিছে।

– আজি আমি যামগৈ নহয়– আবাই ক'লে।

– কিমান সময়ত যাবাগৈ?

গধূলি দহোটাৰ জাহাজত। পাৰিলে এবাৰ ককাইটিক আমাৰ এইফালে আহিবলৈ ক'বাচোন। তেওঁক আৰু, এদিন যি দেখিলোঁ, আৰু দেখা পাবলৈকে নাই, আগে হ'লে –

– কেইদিনমানৰ পৰা গা বৰ ভাল নাই– হাছিনাই ক'লে; তাইৰ মাতটো লাজত সেমেকা।

– বাৰু এবাৰ আহিব পাৰিবতো। তয়ে পঠিয়াই দিবি অ' কবি –

– বৌৱেহে পঠিয়াব – কবিয়ে ক'লে। ...

হাছিনা আৰু কবি গ'লগৈ। ...

★ ★ ★

"আবা, আবা" – হাছিনাক, তাৰ চিনি পোৱা নিজৰ হাছিনাক আহ্‌চানে 'আবা' বুলি মাতিব কিয়? – আবাই ভাবে। আহ্‌চানৰ বলিয়ালি! কিন্তু ...?

নহয়, হাছিনা সুখত আছে।

তাৰ গা ভাল নাই – কেইদিনমানৰ পৰা। কিয়? সেইদিনাতো তাৰ গা ভাল আছিল? ... একো নহয় ...

ৰাতি চাৰে-আঠ বাজে। যোৱাৰ সকলো বন্দৱস্ত ঠিক হৈ যায়। জী-জোঁৱাইক বিদায় দিবৰ কাৰণে আবাৰ মাকহঁত ব্যস্ত হৈ উঠে। ইম্‌ৰাণে হাতৰ ঘড়ীটো চায়, আৰু কয়– আৰু বেছি বেলি নাই– খৰধৰ কৰিব লাগিল –

আবাৰ কাণত যেন নপৰে। কাৰ কাৰণে যেন আবাই অপেক্ষা কৰিছে। যোৱাৰ সকলো যো-জা ঠিক হোৱা দেখিও যেন আবাই কোনো পৰিৱৰ্তনৰ আৱশ্যকতা অনুভৱ নকৰে।

– কালেনো বাট চাইছ আবা? – লক্ষ্য কৰি মাকে সোধে।

– অ' নাই, এইয়া, অ' যাবৰ হ'লেই নেকি?' টোপনিৰ পৰা সাৰ পোৱা মানুহৰ দৰে আবাই কয় আৰু যেন নিজক সাৱধান কৰি লোৱাৰ আৱশ্যকতা উপলব্ধি কৰে।

আহ্‌চান আহি সোমালহি।

জাহাজলৈ যাবৰ সময় হ'ল। ঘৰৰ সকলোৱে পৰা বিদায় লৈ আৰাইঁত মটৰত উঠিল।

– আহ্‌চানত আজি মাতি পঠালতো নাহিল কিয়? আৰাই ভাবে, হয়তো কিবা কামত আহিব নোৱাৰিলে– আৰাই চেষ্টা কৰি প্ৰত্যয় যাব খোজে। কেইদিনমানৰ পৰা গা ভাল নাই –? বাৰু নাহিলেই, আৰাই মিছাতে তাৰ কথা ভাবিছে কিয়? তথাপি আৰাই নিজকে সোধে– আহ্‌চান আজি নাহিল কিয়? .... কিয় নাহিল? ...

ঘাটলৈ যোৱা সৰু বাটটোৰেদি মটৰখন গৈ থাকে, মটৰৰ পিছৰ চিটত ইম্‌ৰাণ আৰু আৰা!...

★ ★ ★

নৈৰ পাৰৰ জাহাজঘাটৰ আন্ধাৰ। জাহাজৰ লাইট আৰু দুটা-এটা লণ্ঠনৰ পোহৰ, পাণ-বিড়িৰ দোকানীটোৰ পেট্ৰমাক্সৰ বগা পোহৰবোৰ, আৰু চাৰিওফালৰ আন্ধাৰ। ঘাটটো সৰু।

আৰাইঁতৰ মটৰ আহি ৰ'ল, ইম্‌ৰাণ নামি পৰিল। আৰাও নামিল। ড্ৰাইভাৰটোৱে আৰু বয়টোৱে ইম্‌ৰাণৰ নিৰ্দেশ মতে মটৰৰ পৰা মাল নি জাহাজত তুলিব ধৰিলে। ইম্‌ৰাণ জাহাজত ব্যস্ত থাকিল।

আৰাই থিয় হৈ ইফালে, সিফালে চায়। আহ্‌চান কোনোবা এটা চুকৰ পৰা আগবাঢ়ি আহিল।

"– অ' ককাইটি ইয়াত ওলালাহি" – এটা আনন্দ, এটা ঔৎসুক্যৰ চাৱনিৰে আহ্‌চানলৈ চাই আৰায় কয়।

এটা দুৰ্বল হাঁহি মাৰি আহ্‌চানে ক'লে– "অ' তোমালোক যাবলৈ আহিলা, আৰা?"

– ওঁ আহিলোঁতোন, তুমি আহিবা বুলি কিমান বেলি বাট চালোঁ, তোমাক ঘৰলৈহে মাতিছিলোঁ, ইয়ালৈ মিছাতে আহিলা কেলেই?

– এৰা, মিছাতেই আহিলোঁ! মই আকৌ ভাবিছিলোঁ, ইয়াতে বৈ থাকি তোমালোকক গৈ থকা চাম, পিছে দেখিছোঁ বৰ আন্ধাৰ, তোমালোকক গৈ থকা নেদেখিম কিজানি! এঃ, তোমালোক বহুত বেলি ৰ'লা নেকি?

– ওঁ ৰ'লো, সেইটো বাৰু কোনো কথা নহয়। ... তুমি এতিয়া এই আন্ধাৰত অকলেই ঘৰলৈ যাবাগৈ নে?

– এৰা, অকলেই যামগৈ। আহোঁতে আহোঁতে বাটবোৰ চিনাকি হৈ গৈছে।

– ইয়ালৈ সদায় আহা নেকি?

– এৰা, আহোঁ কেতিয়াবা–

– কেলেই আহানো?

– এনেয়ে, ঘাটটো দেখোন মোৰ বৰ ভাল লাগে।

– ঘাটটোনো কিটো ভাল লাগে?

— এৰা, ভাল লাগে। বহুত মানুহ আহে, বহুত মানুহ যায়গে— আকৌ ঘূৰি নাহে। — ভাল লাগে। — হুহাঁৰ নিচিনা কৰি সি কয়।

— হাছিনা বৌক কেনে লাগিছে? — আগৰ সক আৱাজনীৰ দৰেই হাঁহি আবাই সোধে।

— বেছ ভাল — কোনো উত্তাপ নথকা, সঙ্কোচ নথকা মাতেৰে সি কয়।

ইম্‌ৰাণ আহিল। আহ্‌চানে কথা-বতৰা পাতিলে; আকৌ সক বাকচটো বয়টোৰ মূৰত দি ইম্‌ৰাণ জাহাজলৈ গ'ল।

— এতিয়া আৰু মটৰতে যাবাগৈ। নহ'লে ৰাতি আন্ধাৰত ক'ৰবাত বাট হেৰুৱাই ক'ৰবাত সোমাবাগৈ। যিহে আন্ধাৰ বাট— চিনাই টান— আবাই ক'লে, আৰু এবাৰ নৈৰ সিপাৰৰ আন্ধাৰবোৰৰ ফালে চালে। কোনে যেন তৰাৰে ভৰা আকাশখনৰ গাত ক'ৰবাৰ পুৰি যোৱা চিতাৰ ছাইৰ ক'লা বোলবোৰ সানি দিছে!

— এৰা, আমি আৰু গোটেই জীৱনটো কেৱল বাটকে চিনিলোঁ, বাটে আৰু আমাক কোনোদিন চিনিবৰ চেষ্টা নকৰিলে— নিচিনিলে। করুণ হাঁহি মাৰি সি ক'লে। আবাই এবাৰ তাৰ মুখলৈ চালে। দূৰৰ পৰা তাৰ মুখত পৰা পোহৰত দেখিলে— তাৰ মুখখন শুকান, তাত ৰস নাই। আবাৰ ভয়খাই যোৱা যেন লাগিল।

জাহাজলৈ যাবৰ সময় হ'ল। আবাৰ লগে লগে আহ্‌চানো গ'ল। আহ্‌চান পাৰতে ৰ'ল। বয়টোৰে টৰ্চটো দি প্লেঙ্কখন দেখুৱাই যাব ধৰিলে।

— লাইটটো দেখুৱা অ'— বৰ আন্ধাৰ, আন্ধাৰে চকু মুদাই ধৰে — আবাই কয়।

— এৰা, আন্ধাৰে চকু মুদাই ধৰে — নিজৰ অলক্ষিতে কোৱাদিয়ে আহ্‌চানে ক'লে।

চকু মুদাই ধৰে! — আবাৰ কাণত পৰিল। প্লেঙ্কৰ ওপৰৰ পৰাই আবাই এবাৰ আহ্‌চানৰ ফালে চালে। সি আন্ধাৰৰ মাজত লুকাই আছে— নেদেখিলে।

— জাহাজ এৰিবৰ হ'ল। ড্ৰাইভাৰে চলাই দিয়া মটৰৰ লাইটটোৰ পোহৰটো গোটেই জাহাজখনত পৰিল।

লাহে লাহে জাহাজ এৰিলে।

— এতিয়া যোৱাগৈ দেই ককাইটি— আবাই জাহাজৰ ৰেলিঙত ধৰি চিঞৰি ক'লে।

— যোৱাগৈ এতিয়া দেই, আবা— সিও পাৰৰ পৰা চিঞৰি ক'লে। হয়তো আবাৰ কাণত তাৰ মাতটো নপৰিলগৈ। ইমান সৰু তাৰ মাতটো! ইম্‌ৰাণে হাত জোকাৰিলে, ড্ৰাইভাৰটোৰেও হাত জোকাৰিলে।

মটৰৰ লাইটৰ পোহৰত আবাই শেষবাৰ আহ্‌চানৰ মুখখন চাই ল'লে আৰু দূৰৰ পৰা ঘাট এৰা জাহাজখনৰ ভিতৰৰ পৰাই সৰু ছোৱালীজনীৰ দৰে ডিঙিটো বেঁকা কৰি ক'লে— যোৱাগৈ দেই —

আহ্‌চানে একে ঠাইতে থিয় দি থাকি মূৰটো বেঁকা কৰি বিদায় দিলে, একো ক'ব নোৱাৰিলে ...।

★ ★ ★

বতাহজাক আৰু বেছিকৈ মাৰে। জাহাজখনত খুন্দা খাই তাত এটা সোঁ-সোঁৱনি শব্দ উঠে। আৱাৰ চকু দুটা মুদ খোৱা।

মুদা চকুৰে ভয়ে ভয়ে আৱাই দেখে— কিবা এটা ধুমুহাত সিহঁতৰ জাহাজখন লুটিখাই গৈছে— চাৰিওপিনে বলিয়া লুইতৰ পাৰ নোহোৱা পানী— উত্তাল, উদভ্ৰান্ত। তাৰ ঢৌবোৰৰ মাজত সিহঁতৰ জাহাজখন কোনোবা পাতালপুৰীৰ ফালে নামি গৈছে! হঠাৎ এবাৰ ইম্‌ৰাণ তাইৰ কাষৰ পৰা এৰাই পানীত পৰি গ'ল; নৈৰ কোৱাল সোঁতৰ বুকুত ক'ৰবালে সি উঠি গৈছে, চকুৰে নেদেখা হৈ গৈছে। জাহাজখন ক্ৰমে তললৈ নামি গৈছে। বাহিৰত ধুমুহাৰ ভীষণ হোঁ-হোঁৱনি। ভয়তে আৱাই কেউপিনে চায়— অ' আৱা যে আহ্‌চানৰ বুকুত মূৰ সুমাই পৰি আছে! ডুবি যোৱা জাহাজখনৰ মাজত তাইক আহ্‌চানে সাবটি ধৰি আছে— আৰু কোনো নাই। ভয়-খোৱা আৱাৰ কোমল চকু দুটা আহ্‌চানে তাৰ কোমল আঙুলিকেইটাৰে লাহেঁকৈ মুদাই ধৰিছে। আহ্‌চানৰ তপত নিশাহবোৰ আৱাৰ চুলিৰ মাজত বিয়পি পৰিছে। আৱাই তাইৰ সকলো দুৰ্বলতা দি তন্দ্ৰাতুৰ অলসতা আৰু নিবিড় তৃপ্তিৰে আহ্‌চানৰ বুকুৰ উষ্ণ পৰশটোৰ মাজত বৰ অসহায়ভাৱে লুকাই পৰিছে—

মই তোমাক এতিয়াও ...

★ ★ ★

– "আৱা।" –

চক্‌মক্ খাই আৱাই সাৰ পাই উঠে। ইম্‌ৰাণ তাইৰ কাষতে বহি আছে। বেলিৰ বগা পোহৰবোৰ, সিহঁতৰ জীৱনৰ নতুন পোহৰৰ দৰেই চাৰিওপিনে বিয়পি পৰিছে। নৈৰ ঘাটৰ যাত্ৰীবোৰ জাহাজখন গৈ ৰ'বৰ কাৰণে ব্যস্ত হৈ উঠিছে।

– আমি পালোঁহি নহয় আৱা – হাঁহি ইমৰাণে কয়। – এ, পালোঁহিয়েই – পাতলকৈ হাঁহি, বেলিৰ পোহৰবোৰলৈ চাই আৱাই কয় আৰু বিছনাতে বহি থাকি, চকুকেইটা মোহাৰি মোহাৰি চুলিবোৰ ঠিক কৰি লয়।

জাহাজখন ৰয়। আৱাহঁত জাহাজৰ তক্তাবোৰৰ পৰা নৈপাৰৰ সেমেকা মাটিত নামি পৰে।

কেউপিনে পোহৰ।

জাহাজখন ৰয়। ব্ৰহ্মপুত্ৰৰ প্ৰাচিন সোঁতটো অবিশ্ৰান্তভাৱে বৈ গৈ থাকে।

... দুটা ঘাট – উঠা আৰু নমা, এৰি অহা আৰু আহি পোৱা – জীৱনৰ দুটা ঘাট, মাজত – কোনেও নজনা ভালপোৱাৰ প্ৰাণে নুবুজা, অবিৰাম বৈ থকা সোঁতটো। ...

# প্ৰাণ পোৱাৰ পিছত

এজনী ছোৱালী আছিল। ...

মুটিয়াৰ মূৰত বিছনা-পত্ৰ আৰু বাকচ দুটা। হেমন্তৰ মূৰত খদ্দৰৰ বগা টুপীটো, গাত খদ্দৰৰ দীঘল পুৰণি পাঞ্জাবীটো, হাতত চাম্‌ৰাৰ চুটকেছটো আৰু সেই দিনাৰ বাতৰিকাকতখন। ধূলি-লগা পুৰণি পাম্পশ্বযোৰৰ ওপৰত খদ্দৰৰ ধুতীখনৰ আগটো ওলমি পৰিছিল।

হেমন্তই একোবাৰ আগলৈ চায়– বাটটো আৰু কিমান দূৰ আছে; বাটৰ কাষৰ ছাইনব'ৰ্ডবোৰলৈ চায়– কি লিখা আছে; পদূলিৰ সুৰুঙাইদি মানুহৰ ঘৰৰ অচিনাকি দুৱাৰ আৰু খিৰিকীবোৰলৈ চায়– কোন থিয় দি আছে, আৰু মুটিয়াটোৰ পাছে পাছে গৈ থাকে।

"আওৰ কেত্‌না দূৰ বাবুজী।"

"বহুত দূৰ নাহি হায় চলো –"

ডিঙিটো পোন কৰি লৈ মুটিয়াটোৱে আকৌ খোজ লয়। নগৰখনৰ আশা কৰিব নোৱাৰা পৰিবৰ্তন হৈ গৈছে। এই এঘাৰ বছৰৰ ভিতৰতে নগৰখন সম্পূৰ্ণ নতুন হৈ পৰিছে। নতুন ঘৰ, নতুন মানুহ, নতুন কাৰবাৰ– সকলো যেন নতুন! চিনাকি ঠাইখনতে তেওঁৰ অলপ আচহুৱা যেন লাগিল– যেন ইয়ালৈ তেওঁ কোনো দিনেই অহা নাছিল। অথচ নগৰখনৰ অন্য একো কথা মনত নাথাকিলেও, হেমন্তৰ এষাৰ কথা ভালকৈ মনত আছে যে দহ বছৰৰ আগতে এই ঠাইলৈকে তেওঁ এবাৰ আহিছিল। এই কেইবছৰৰ ভিতৰতে হোৱা এই পৰিবৰ্তনটোৰ কথা ভাবি তেওঁ এনেয়ে অলপ হাঁহিলে।

গৈ থকা ভৰিৰ খোজবোৰৰ কথা ভাবি তেওঁ এনেয়ে ভাবিলে– "আৰু এঘাৰ বছৰৰ মূৰত তেনে মই ইয়াক চিনিকে নেপাম– আৰু মোকতো কোনোৱেই চিনিকে নাপায়।"ভাবি ভাবি হেমন্ত আলিৰ কাষৰ মানুহ এঘৰৰ পদূলি মূৰত থিয় দি থকা ছোৱালী এজনীৰ আগত দিলে।

হঠাৎ এজন অচিনাকি মানুহ আগত তেনেদৰে থিয় দিয়া দেখি ছোৱালীজনীয়ে ভয় নেখালে যদিও, অলপ অপ্ৰস্তুত নহৈ নাথাকিল। তাই চকু দুটা তুলি হেমন্তৰ মুখলৈ চালে; আবেলি পৰৰ তপত ৰ'দজাকত হেমন্তৰ কোমল মুখখন ৰঙা পৰিছিল, তেওঁৰ দীঘল চুলিকোছা ওলমি আহি চকুৰ ওপৰত পৰিছিলহি।

"তুমি– তুমি পৰেশ কাকতীৰ ঘৰ কোনটো ক'ব পাৰা নে?" হেমন্তই ব্যৱসায়ৰ ভাষাতে সুধিলে যদিও, তেওঁৰ মাতটোত স্বাভাবিক কোমলতা আছিল।

ছোৱালীজনী ঘূৰিল আৰু হেমন্তৰ আগলৈ থকা বাটটোৰ ফালে হাতখন মেলি ক'লে, "সৌ সেইখিনিলৈ গৈ, তাৰ পিছত বাওঁফালৰ বাটটোৰেদি যাব। তেওঁলোকৰ পদূলিমূৰতে দুজোপা তাল গছ আছে –"

"অ' বাৰু।" হেমন্তই "থেংকছ্" বুলি ক'ব খুজিছিল; অলপ বেয়া লাগি নক'লে।

"হিয়া লাম্‌হাওঙ্গে বাবুজী?" মুটিয়াটোৱে সুধিলে।

"আওৰ থোৰা আগাৰি" হাত মেলি হেমন্তই বাটটো দেখুৱাই ক'লে। মুটিয়াটো আকৌ আগবাঢ়িল।

অকণমান সময় হেমন্ত আৰু ছোৱালীজনী দুয়ো এনেয়ে থিয় দি থাকিল, আৰু পিছত হেমন্তই সুধিলে– "তোমালোকৰ ঘৰ এয়াই নেকি?"

"নহয়, আমাৰ ঘৰ সোণাৰিপটিত। ইয়াৰ পৰা আধা মাইলমান দূৰ। মই স্বৰ্ণৰ ওচৰলৈ আহিছিলোঁ।"

"স্বৰ্ণৰ ওচৰলৈ– অ' বাৰু" –

ছোৱালীজনীয়ে কিবা সুধিবলৈ উপচিচোৱা যেন অনুমান কৰি হেমন্তই তাইৰ মুখৰ ফালে চালে। তাই সুধিব খোজা কথাষাৰ পাহৰি গ'ল।

"এতিয়া বাৰু যাওঁ দেই।" ছোৱালীজনীক মাত লগাই হেমন্ত পৰেশহঁতৰ ঘৰৰ ফালে আগবাঢ়িল।

ছোৱালীজনীয়ে নিজেই ক'ব নোৱাৰাকৈ তাইৰ চকু দুটাৱে পৰেশহঁতৰ ঘৰৰ বাটটো হেমন্তক দেখুৱাই দিলে। এবাৰো উলটি নোচোৱাকৈ হেমন্ত বেঁকা বাটটোৰ মূৰত অদৃশ্য হৈ গ'ল।

★

পৰেশহঁতৰ ঘৰটো হেমন্তই চিনি পালে আৰু সোমাই গ'ল।

"তই যে ওলালিহি হেমন্ত! মা! হেমন্ত, – পাৰু, হেৰ' এইটো কোন চা-হি।" পৰেশে হেমন্তক পাই চিঞৰি ধৰিলে। পাছফালৰ চোতালৰ পৰা পাৰু লৰি ভিতৰ সোমাই আহিল। পৰেশৰ কাণ্ড দেখি হেমন্তই হাঁহি লুকুৱাব নোৱাৰিলে।

"নাচি নাচি আহিল নেকি ককাইদেউ?"

"কিয়, নাচি অহাৰ চিনটো ক'ৰবাত লাগি আছিছে নেকি?"

"অ' নহয়– চুৰিয়া-পাঞ্জাৱীৰ অৱস্থাটো দেখিছে, মই বোলো বাটত ক'ৰবাত খেম্‌টা, ধ্ৰুপদ কিবা এটা চলিছিলেই"– কৃত্ৰিম গহীন হৈ পাৰুৱে ক'লে।

"অ' অনুমানটো সেই কাৰণে, বৰু তেও। মই বোলো তোমালোকৰ ঘৰলৈ আহিছোঁ কাৰণেই জানোৱা নাচি নাচি আহিলোঁ।"

পৰেশৰ মাকো ওলাই আহিল। পাৰুক চাহ কৰিবলৈ ভিতৰলৈ পঠাই দি, তেওঁ হেমন্তৰ লগত আগ্ৰহেৰে কথা পতাত লাগিল। হেমন্তই গা ধুব নেকি সুধিলে।

হেমন্তই ক'লে– "হাত-ভৰি কেৱল ধুব পাৰিলেও ৰক্ষা; এতিয়া গা ধুবলৈ হ'লে আপোনালোকে খুন্দি খোৱা পিঠাগুৰিকেটাৰে ভজা পিঠা খোৱাৰ পৰিবৰ্তে জুবুণিহে খাব লাগিব।"

পাকৰে পানী আৰু গামোচা আনি দি ক'লে – "থ মা, এদিন এৰাতিৰ বাট আহিয়েই ককাইদেৱে গা ধুব লাগিলে গাৰ মলিৰেই আমাৰ ইয়াৰ খাল-বিল সকলো পোত যাব। মাহেকত বা এবাৰ গা ধোৱে নে নাই কি ঠিক।"

তাৰ পিছত কথা আৰু চাহৰ সৎকাৰ আৰম্ভ হ'ল।

আবেলি পৰেশ আৰু হেমন্ত ফুৰিবলৈ ওলাই গ'ল। হেমন্তই নিজৰ কথা উলিয়ালে –

"কৃতকাৰ্যতাৰ কাৰণে সাধনা লাগে, সাধনাৰ কাৰণে সাহস লাগে আৰু সাহসৰ কাৰণে লাগে আত্মবিশ্বাস।"

"কিন্তু আমাৰ ইয়াত আত্মবিশ্বাসটো হয় আত্মগৰ্ব, সাহস হয় উদ্ধতালি, আৰু– গতিকে অৰ্থাৎ কৃতকাৰ্যতাৰ ওচৰ নাপায়গৈয়ে।" পৰেশে ক'লে।

"এই ধাৰণাটো কিন্তু মোৰ ভুল যেন লাগে। বঙ্গদেশত দেখিলোঁ– ছোৱালীবোৰে আত্মবিশ্বাস আৰু সাহসৰ বলত আজি ভাৰত কিয়, ভাৰতৰ বাহিৰতো নাম-যশ ল'ব পাৰিছে। উদয়শঙ্কৰক বাদ দিলেও, বঙ্গদেশৰ ঘৰে ঘৰে আজি নাচৰ চৰ্চা বিশদভাৱে হৈছে। তাৰ পৰা অকল যে প্ৰদৰ্শনীৰ সংখ্যাহে বাঢ়িছে এনে নহয়, ছোৱালীবোৰৰ দেহৰ সৌষ্ঠৱ বৃদ্ধি পাইছে। 'কালচাৰ'ৰ দাবী সিহঁতে আৰ্জিছে, আৰু সিহঁত বৰ্তমান যুগৰ মানুহ বুলি চিনাকি দিব পৰা হৈছে। দিল্লীলৈ গৈ দেখিলোঁ– সম্ভ্ৰান্ত পৰিয়ালবোৰত নাচৰ চৰ্চা। বোম্বাইলৈ গ'লো– তাতো দেখিলোঁ, চিত্ৰনটীৰ বাহিৰেও ঘৰে ঘৰে নৃত্য-সাধনা চলিব লাগিছে। সঙ্কোচ নাই, উৎসাহৰ অভাৱ নাই, জীয়াই থকাকেদিন যে হাঁহি-মাতি জীয়াই থকাত কোনো অপকাৰ নাই, তাক সিহঁতে বুজিছে।"

"আনৰ কথা ক'ব নোৱাৰোঁ, মোৰ নিজৰ কথা কৈছোঁ, মই হ'লে ভাই সঁচাকৈয়ে নাচৰ বিশেষ একো নুবুজোঁ। গাটো জোকাৰা, আঙুলিবোৰ কঁপোৱা, আৰু মাজে মাজে ভৰিৰ গোৰোহনি মৰা, দেখি ভাল লাগে যদিও তাত কি আৰ্ট আছে বুজি নাপাওঁ, নামো নাজানো। মই কিন্তু সঁচা কথাটোহে কৈছোঁ।" – পৰেশে ক'লে।

"নুবুজাৰ বাবে তই দায়ী নহয়। য'ত নাচৰ ম'টো পৰ্যন্ত নোহোৱা হৈছে, তাত তই নাচ বুজিবি বুলি আশা কৰা অন্যায়। বৰ্তমান আমাৰ নাচ আৰু নাচৰ চৰ্চা আছে বিহুতলীত, আৰু বালিকা স্কুলত জঁপিওৱাৰ বাহিৰে আন একো কৰিব নজনা ছোৱালীৰ মাজত। বিহুতলীলৈতো তহঁতৰ দৰে ভদ্ৰলোক নাযায়েই! তাৰ, বিহুনাচ অশ্লীল, অসভ্য; ভাওনাৰ নাচবো সেই একেই অৱস্থা। আকৌ বালিকা স্কুলৰ ছোৱালীয়ে বিধিনি জঁপিওৱা শিকিছে তাক দেখি মোৰ পুতৌ হয়। যি শিক্ষকী শিক্ষয়িত্ৰীয়ে সিহঁতক নাচ শিকায়, সেই বেচাৰীৰে বা নৃত্যজ্ঞান কিমান! তেওঁতো

ক'তো, কোনোদিন নাচিবলৈ শিকা নাই! আনক কি শিকাব? অথচ তেওঁহে নাচ শিকায়। আৰু তেওঁৰ নাচকে কণ কণ ছোৱালীবোৰে আয়ত্ত কৰে। ভাগ্যে মহাদেৱ বোপা ভাঙৰ চিলিমত মুখ দি অলপ তং হৈ আছে, নহ'লে তেওঁৰ ইটো মূৰ্তিত আমাৰ বালিকা স্কুলবোৰেই নহয়, কণ কণ ছোৱালীবোৰো পুৰি মৰিলহেঁতেন।" এটা বিৰক্তিৰ সুৰত হেমন্তই ক'লে।

"তই যি কৱ, মই কেবাবাৰো বিহুনাচ দেখিছোঁ, — মিৰিৰ বিহুনাচো দেখিছোঁ; কিন্তু সেই একে ওপৰলৈ হাত তোলা আৰু কঁকাল ঘূৰোৱা, নতুন একো নাই।" — পৰেশে ক'লে।

এইবাৰ পৰেশৰ কথাত হেমন্তৰ যেন ধৈৰ্যৰ সীমা হেৰাল। সি চিঞৰি ক'লে— "সেইটো তোৰেই দুৰ্ভাগ্য নহয়, মোৰ দেশৰে দুৰ্ভাগ্য। তোৰ-মোৰ দৰে ডেকাই ৰাতি ঘৰৰ পৰা পলাই গৈ মাটিত পেট পেলাই পুহ-মাঘমহীয়া ৰাতি চাহাবৰ বৰদিনৰ নাচ 'বল-ডেন্স' চাবলৈ যাওঁ— যেন আমি তাৰ প্ৰত্যেকটো ছন্দ বুজি পাওঁ! তই কিয়? আমাৰ ইয়াৰ পকা চুলিত কলপ ঘঁহি ডেকা হৈ বিলাতলৈ যোৱাসকলেও তাত গৈ বগী বিলাতী গাভৰুৰ লগত বল-ডেন্স কৰি ভাবে— স্বৰ্গ পোৱাৰ বাট এইপিনেই— এই বাকিংহাম পেলেছ আৰু ডাউনিং ষ্ট্ৰীটৰ মাজেদিয়েই। আৰু যেতিয়া আমাৰ দেশৰ এই সুপুত্ৰসকল দেশলৈ ঘূৰি আহে, তেতিয়া আমাৰ ল'ৰাইতে তেওঁৰ ঘৰত, তেওঁৰ চোতালত বিহু নাচিবলৈ গ'লে, তেওঁ চকীত বহি আশীৰ্বাদ আৰু চাৰি অনা পইচা দি বিদায় দি ভোৰভোৰাই কয়— অসভ্য, মিছামিছি সময় নষ্ট ...।"

তেতিয়া প্ৰায় আন্ধাৰ হৈ আহিছে। পৰেশ আৰু হেমন্ত গৈ গৈ নৈখনৰ কাষ পালেগৈ। নৈৰ পানী কম; কিন্তু পৰিষ্কাৰ। তলৰ শিলগুটি আৰু বালিবোৰ ভালকৈ দেখা যায়।

"অলপ নবহ নে?" পৰেশে ক'লে। দুয়ো নৈৰ পাৰতে বহিল।

হেমন্তই ক'লে— "বিলাতলৈ গৈ বল-ডেন্স শিকা বা কৰাত মই আপত্তি নকৰোঁ, বৰং ভালহে পাওঁ। কিন্তু যি আমাৰ দেশৰ কৌটিকলীয়া স্বভাবজাত সম্পত্তি তাক অবহেলা কৰা, অৱজ্ঞা কৰা, হীন ভৱা মই কোনো মতে সহ্য কৰিব নোৱাৰোঁ।"

"এটা কথা অ'! যাক বুজিব নোৱাৰি তাক হয়তো ভয় কৰিব লাগিব, নহ'লে অৱজ্ঞা কৰিব লাগিব। এই ধৰচোন এলজেব্‌ৰাৰ স্কৱমূলাকে ...।"

"কিয়, কিয় অৱজ্ঞা কৰিব লাগে? মোৰ চোতালত হোৱা বিহুনাচ মই বুজিব নোৱাৰিম, সেই কাৰণে তাক অৱজ্ঞা কৰিব লাগিব? সঁচাকৈ ক'চোন বাৰু, তই জানো কোনোবা দিনা বুজিবৰ চেষ্টা কৰিছ?"

পৰেশ মনে মনে থাকিল।

হেমন্তই কৈ গ'ল— "বিহুনাচত কি মহৎ, কি ধুনীয়া, কি পবিত্ৰ আনন্দ সোমাই আছে! বিহুনাচ আনন্দৰ নাচ, আনন্দ-ঋতুৰ 'সৌন্দৰ্য-প্ৰশস্তি'। ধৰালি শুকাই থকা

প্ৰকৃতি আঁহ-পাহ মেলি মুকলি হৈ পৰিছে। নতুন কুঁহি, নতুন পাত, নতুন ফুল— নতুন আনন্দ। ... নাচনীয়ে হাত মেলি দিয়ে, আঙুলি মেলি দিয়ে— যেন ন বহাগত নতুনকৈ মেলা নাহৰডালৰ মূৰত নতুন পাতৰ কুঁহি! নাচনীয়ে ফুটাই তোলে প্ৰকৃতিৰ এই উন্মুক্ত বিকাশৰ শ্যামল ৰূপটো। তেজ ফুটো-ফুটো খোৰালি আঙুলিবোৰ লাহে লাহে মুঠিৰ পৰা মেল খায়— যেন নতুন কুঁহিবোৰ মেল খাইছে! নাচনীৰ পূৰঠ বাহু দুটা কঁপে— তাত যেন সেউজীয়া কেঁচা ডালৰ কঁপনি! গাটো হালে-জালে— যেন দক্ষিণ বতাহ লাগি প্ৰকৃতিৰ বুকুখন চঞ্চল হৈ কঁপিছে! নাচনীয়ে কঁকাল ঘূৰাই নাচে, — এখন হাত কঁকালত থৈ আনখন মেলি দিয়ে— যেন আনন্দত নিজক ধৰি ৰাখিব পৰা নাই— নিজৰ ওচৰতে নিজকে অৱলম্বন বিচাৰিছে! সেইটোৱেই আনন্দ-বিহ্বল প্ৰকৃতিৰ ৰূপ। ঢোলৰ ছেৱে ছেৱে, পেঁপা-গগনাৰ সুৰৰ ছেৱে ছেৱে, নাচনীৰ দেহৰ অণুৱে অণুৱে ছন্দৰ কঁপনি উঠে। মেঠনি সোলোকা বুকুত বাগৰে ন বহাগৰ ঢল, খোপ্‌্ৰা-সোলোকা ক'লা চুলিত বাগৰে বৰদৈচিলাৰ উন্মুক্ত উত্তাল গতিৰ লহৰ, বান্ধোন সোলোকা ওঁঠত বাগৰে হাঁহিৰ টৌ, ফুটি উঠে চুমাৰ আকৰ্ষণৰ মদিৰ আকাঙ্ক্ষা; চকুত যেন কোন সপোনপুৰিৰ উত্তপ্ত মদিৰাৰ নিচা লাগিছে, কাণত যেন পশিছে কোন বুকুৰ জনৰ চৰণ-নূপুৰ ধ্বনি, হিয়াই যেন কোন অজানাৰ অহাৰ বাতৰি পাই অধীৰ হৈ উঠিছে! — কুঁহিপাতৰ মাজে মাজে, হেঙুল বৰণীয়া প্ৰভাতৰ সুৰভিত বতাহৰ মাজে মাজে, ওপঙি আহিছে— উৰি আহিছে কাৰ যেন উদাস কৰা সুৰ, কাৰ যেন বলিয়া কৰা আহ্বান! নাচনীৰ গাত, নাচনীৰ প্ৰতিটি নখৰ আগে আগে, প্ৰতিডালি চুলিৰ আগে আগে, তাৰ প্ৰতিধ্বনি উঠে। নাচনী থাকিব নোৱাৰা চঞ্চল, আকুল হৈ উঠে। প্ৰকৃতিৰ অসীম আনন্দৰ মূৰ্তিটো নাচনীৰ চকু-মুখ, হাতৰ মাজেদি উদ্ভাসিত হৈ বিৰিঙি পৰে, উপচি পৰে, বাগৰি পৰে। প্ৰকৃতিক ইমান ধুনীয়াকৈ, ইমান আপোনকৈ, ইমান অকৃত্ৰিমভাৱে আৰু কোনে ৰূপ দিব পাৰে— আৰু কোনে প্ৰকাশ কৰিব পাৰে?"

নিজৰ কথাতে নিজে অভিভূত হোৱাৰ দৰে হেমন্ত কিছুপৰ থমকি ৰ'ল। তাৰ পিছত আকৌ লাহে লাহে ক'লে— "অথচ, আমাৰ দেশৰ মানুহে ইয়াক নুবুজে, ইয়াক নাচ আখ্যা দিবলৈও টান পায়— লাজ পায়। নাচ বোলা মাত্ৰে তেওঁলোকৰ মনত পৰে এনা-পাভ্‌লোভা, জিঞ্জাৰ ৰজাৰ্চ, উদয়শঙ্কৰ আৰু দুই-এজনী চিত্ৰনটীৰ নাচৰ কথা।"

"এটা কথা কিন্তু সঁচা, তই যে বিহুনাচৰ এইবোৰ অৰ্থ কৰিলি, বিহুতলীৰ কোনোবা নাচনীয়ে বাৰু সেইবোৰ তেনেকৈ ভাবেনে বা বুজেনে?"

"নাভাবে, নুবুজেও অকণো; আৰু নাভাবে বা নুবুজে কাৰণেই তাত সৌন্দৰ্য আছে। অৰ্থ নুবুজাকৈয়ে যে সিহঁতে আজিও নাচক জীৱনৰ লগৰীয়া কৰি ধৰি আছে, তাতে সোমাই আছে বিহুনাচৰ মাধুৰ্য-মহিমা। বহাগ আহিল— সিহঁতক প্ৰাণে আপোনাআপুনি বিহুতলীৰ ফালে টেঁকুৰ ধৰে। সিহঁত যেন প্ৰকৃতিৰে অংশ। তেজত

উঠি ওস্তাদৰ লগত মুদ্ৰা চৰ্চা কৰি শিকাও নাচ, কিন্তু তাৰ কৃত্রিমতা ক'লৈ যাব? হাবিৰ মইনাৰ গানৰ কোনো অৰ্থ নাই সঁচা; কিন্তু শিকাই লোৱা মইনাৰ গীত-মাত তাতকৈ মিঠা হ'ব পাৰে জানো? হয় জানো?"

"পিছে তই কি কৰিব খুজিছ? অসমখনকে বিহুতলী পাতি, ল'ৰা-বুঢ়া, ডেকা-গাভৰু সকলোবোৰকে উলিয়াই আনি হাত-চাপৰি বাই নচুৱাবি নেকি?"

"যদি পাৰিলোঁহেঁতেন তাকে কৰিলোঁহেঁতেন। – অসমখন বিহুতলী কৰিলোঁহেঁতেন। সিতো একো আচৰিত কথা নহয়। এদিনতো অসম বিহুতলীয়েই আছিল। পৰ্বতৰ টিঙত নাচ, নৈৰ বুকুত নাচ, ধাননি পথাৰত নাচ, বালি-চাপৰিত নাচ, ৰাজসভাত নাচ, মন্দিৰত নাচ, নামঘৰত নাচ। নাচ নাছিল ক'ত? অসমীয়াই খোজ কাঢ়িছিল নাচি, কথা কৈছিল নাচি– যুদ্ধও কৰিছিল নাচি নাচিয়েই। অসমখন আছিল এখন বিহুতলী। কিন্তু সেই অসমেই হ'বলগীয়া হৈছে আজি মৰিশালি।"

"মৰিশালিত পিছে এতিয়া কি কৰ?"

"নৃমুণ্ডমালিনীৰ কৰাল নৃত্য"– অলপ হাঁহি হেমন্তই উত্তৰ দি কিছুপৰ মনে মনে থাকিল। তাৰ পিছত আকৌ ক'লে– "নহয়, শ্মশানতহে নৱ-জীৱনৰ নৃত্য-আয়োজন কৰিব লাগিব। নৱ-জীৱনৰ নতুন নাচৰ তালে তালে মৰা অসমীয়াক জগাই নচুৱাব লাগিব।"

"কিন্তু কিমানে নাচিব? আৰু নাচিলেই জানিবা সকলোৱে, তেতিয়া খেতি কৰিব কোনে? মলা-ধঁপাতৰ দোকানেই বা দিব কোনে?" হাঁহি পৰেশে ক'লে।

"নহয় অ' সকলোৱে নাচিব নালাগে। কিন্তু যাৰ শক্তি আছে, সামৰ্থ্য আছে সি নানাচিব কিয়? এনে বহুত আছে যি জগতক চমক্ লগোৱা নৃত্যশিল্পী বুলি খ্যাতি অৰ্জন কৰিব পাৰে– মাত্র লাগে সাধনা। নাচতো আৰু ল'ৰাৰ খেমালি নহয়, সিতো খেলাৰ বস্তু নহয়! সি যে জীৱনৰ অভিব্যক্তিৰ এটা ছন্দময় ৰূপ। সি যে আমাৰ ধূলিৰ জীৱনক সোণৰ জীৱন কৰা পৰশমণিৰ পৰশ। নাচৰ মাজেদি আমি আমাৰ পৱিত্ৰ দেহৰ সৌন্দৰ্য প্ৰকাশ কৰিব পাৰোঁ; প্ৰাণৰ পৱিত্ৰ সৌন্দৰ্যক ছন্দময় ৰূপত ব্যক্ত কৰিব পাৰোঁ। আমাৰ ক'ব-নোৱাৰা, বুজাব-নোৱাৰা ভাববোৰক ছন্দৰ লীলায়িত ভঙ্গিমাৰ মাজেদি ফুটাই তুলিব পাৰোঁ; কিন্তু তাৰ কাৰণে লাগে ঐকান্তিক সাধনা– নৃত্যশিল্পৰ প্ৰতি অকৃত্রিম শ্ৰদ্ধা আৰু সৃষ্টিৰ স্পৃহা।"

"পিছে তেনেকুৱা সাধক তই এতিয়া আমাৰ ইয়াত কাক পাবি?"

"সেয়ে মোৰো সমস্যা ভাই; সেয়ে সমস্যা। আৰু সেই কাৰণেই মই ঘৰৰ পৰা আঁতৰি আহিছোঁ। পোৱা যাব নে নাযাব নাজানো; কিন্তু মোৰ বিশ্বাস মই বিচাৰি পাম। আৰু মই সৃষ্টি কৰিম, তাইক মই নতুন ৰূপত ফুটাই তুলিম।"

"অ' তেনেহ'লে তাকে ক, যে তই নাচনীৰ কাৰণে ছোৱালী বিচাৰিছ?" হাঁহি পৰেশে ক'লে।

"ছোৱালী বুলিয়েই চকু খাব লগা কি আছে৷ আৰু নাচ— তাৰ নিখুঁত ছন্দবোৰ, কোমল মুদ্রাবোৰ এজনী ছোৱালীৰ দেহাৰ মাজেদি যিদৰে অভিব্যক্ত হোৱাৰ সুবিধা, পুৰুষৰ দেহাৰে তেনে কেতিয়াও নহয়।"

"ওঁ, বাৰু হৈছে এতিয়া ব'ল। এই ৰাতিখন নৈৰ পাৰত বহি থাকিলে নাচিবলৈ জলকুঁৱৰীতো নোলায়েই, ভদাই-নদাইৰ জীয়েকহঁতো নোলায়হি। আমাৰ কপালে কোনোবা ওলায়হি যদি সেই জেতুলি-পকা কাঁইটৰ তলৰ যখিনীজনীহে ওলাবহি। অইনৰ যিয়ে নহ'ক, তাইৰ নাচটোলৈ কিন্তু মোৰ ভীষণ ভয় লাগে।"

দুয়ো উঠি লাহে লাহে খোজ ল'লে।

হেমন্তৰ উদ্দেশ্যৰ কথা আৰু দুই-চাৰিজনক জনালে। ভদ্রতাৰ খাতিৰত সকলোৱে শলাগিলে। দুই-এজনে ওপৰে ওপৰেই দুই-এটা উপদেশো দিলে। কিন্তু নাচ শিকিবৰ বাবে এজনী উপযুক্ত আৰু পাৰদৰ্শী ছোৱালী হেমন্তক বিচাৰি দিয়াৰ ভাৰ কোনোৱে নল'লে। মুখ ফুটাই নক'লেও বহুতেই ভিতৰি ভিতৰি কোৱা-মেলা কৰিলে— "ভাল মানুহৰ ল'ৰা, চাকৰি-বাকৰি কৰিব পায়। আহিল তেওঁ নাচিবলৈ! দেশ উদ্ধাৰ কৰিব নাচ দেখুৱাই।"

"ডাঙৰ মানুহৰ ল'ৰা হ'ল কি হ'ল? কাম-কাজনো আজিকালি পায় ক'ত? গতিকে নাচতে নধৰি কৰিব কি?" আন এজনে ক'লে।

"ল'ৰাজনৰ কিন্তু নিজ আদৰ্শৰ ওপৰত অটল বিশ্বাস। নাচৰ বায়ুৱে নোপোৱা হ'লে ভাল কাম কৰিব পাৰিলেহেঁতেন।" আন কিছুমানে কোৱা-কুই কৰে।

"চাৰি দেশ ফুৰি, চাৰি কথা শিকি অহা ল'ৰা হেমন্ত; নিশ্চয় কিবা ভৱিষ্যৎ উন্নতিৰ আশা দেখিছে তেওঁ। নহ'লেনো কিয় হাত দিলেহেঁতেন এনে কামত।" নিৰপেক্ষসকলে ক'লে।

দিব-লগা দুজনী গাভৰু জীয়েক থকা মুক্তা ফুকনে কিন্তু মুখেৰে হ'লেও হেমন্তক যথেষ্ট উৎসাহ দি ক'লে, — "এৰা বোপা, নতুন আদৰ্শত আগবাঢ়ি নতুন কাম হাতত নল'লে দেশৰ উন্নতি নহয়। আমি এই কাৰণেই আন দেশৰ তুলনাত ইমান পাছ পৰা।" কিন্তু কথাতকৈ তেওঁ আৰু অকণো বেছি আগবাঢ়িব নোৱাৰিলে।

যি আশা লৈ হেমন্ত ওলাইছিল, সি সফল হোৱাৰ কোনো আগন্তুক দেখা নগ'ল। তেওঁৰ নিজৰ মনতে অলপ বিৰক্তি উপজিল। ভাবিলে, তেওঁৰ যত্ন ঠিকভাৱে হোৱা নাই হয়তো, আনৰ কি দোষ?

সেইদিনা আবেলি হেমন্তই পাৰুক ক'লে, "পাৰু, তোমালোকৰ ইয়াতনো এজনী ছোৱালীও নোলাব নে?"

হেমন্তৰ বিষাদ ভাবটো বুজিও পাৰুৱে ক'লে, — "ঐ-আই! আমাৰ ইয়াতে যদি ছোৱালী নাই, আছেনো ক'ত?"

"ধেমালি নহয় পাৰু! এজনী বাৰু সঁচাকৈ আনি দিয়াচোন, যি নাচিব পাৰিব।"

"স্কুলত পঢ়া ছোৱালী প্ৰায়বোৰেই চোন নাচিব পাৰে। তাৰ ভিতৰৰে এজনী বাছি নলয়নো কিয়? যিজনীতে মন থায়।"

"অ' স্কুলত নাচ শিকা ছোৱালী!" হেমন্তই অলপ বিদ্ৰূপৰ সুৰত হাঁহিলে।

সিদিনা বেয়া লাগি হেমন্তই আবেলি পৰত অকলেই ফুৰিবলৈ ওলাল। নৈৰ পাৰে পাৰে ভালেমান দূৰলৈকে গ'ল। ওৰে বাটে ভাবিলে— কি উপায় কৰা যায়? তেওঁৰ সেই সপোনৰ ছোৱালীজনী, সেই কোনোদিনে নেদেখা পাৰদৰ্শী ছোৱালীজনী! ক'ত বিচাৰি উলিয়াব?

অষ্টমীৰ জোনাকৰ মাজেদি সৰু গলিটোৰেদি অকলে হেমন্ত ঘৰলৈ উলটিল; তেতিয়া ৰাতি চাৰে-আঠ বাজি গৈছে।

বাটত হঠাৎ হেমন্ত এনেয়ে থমকি ৰ'ল। আলিৰ কাষৰ ঘৰটোৰ সৰু চোতাল ডোখৰত থিয়া দি সৰু ছোৱালী এজনীয়ে কান্দিছে। জোনাকত হেমন্তই দেখিলে, ছোৱালীজনী তেনেই সৰু নহয়, চৈধ্য-পোন্ধৰ বছৰীয়া হ'ব — তায়ে কান্দিছে।

এনেতে ভিতৰৰ পৰা হাতত এডাল লাঁখুটি লৈ আদ-বয়সীয়া মানুহ এজন গৰজি ওলাই আহিল— "হাৰামজাদী!"

হঠাৎ মুখৰ আগত হেমন্তক থিয় দি থকা দেখি মানুহটো থমকি ৰৈ গ'ল আৰু হেমন্তই একো নোসোধাকৈয়ে চিঞৰি চিঞৰি ক'লে— "ইমানজনী হ'ল, এতিয়াও একোকে নকৰিলে বাৰু কেনেকৈ হয়? মই অকলশৰীয়া মানুহ দেখিছেই, ওৰে দিন মালা জপি জপি থাকোঁ, তাইনো বাৰু চাউলকেটাৰ দিহা নকৰিলে চলে কেনেকৈ? একো নকৰে নাই, ময়ে কৰি-মেলি খুৱাওঁ, তই বাৰু দিনটো আলিবাটে আলিবাটে, নৈৰ পাৰে পাৰে নাচি ফুৰিলেই হয় নে? ডাবি-ধমকি দিলে আকৌ মোৰ আগত নাচি দেখুৱায়। এনে ছোৱালী পুহিনো মোৰ কি লাভ হ'ব? মোৰো বোপাই কেও-কিছু নাই, তায়ো নিঠৰুৱা। ভাবিছিলোঁ বোলো ঢোকাতে কল ৰ'ক, লতে ঢোকা ৰ'ক। পিছে তাইৰ উত্তগুলিত আৰু নোৱাৰিলোঁ। বুঢ়া দেহাত আৰু কিমান সহিম!"

হেমন্তই বুঢ়াৰ কথাখিনি মনোযোগেৰেই শুনিলে আৰু এবাৰ ছোৱালীজনীৰ ফালে ভালকৈ চালে। তেতিয়া ছোৱালীজনীৰ কন্দা থামিছে; কিন্তু কান্দোনৰ বিমৰ্ষতা তাইৰ মুখখনত তেতিয়াও বিয়পি আছে।

অন্যমনস্কভাৱে হেমন্তই সুধিলে— "ছোৱালীজনী আপোনাৰে নহয় জানো?"

হেমন্তৰ মাত শুনিয়ে ছোৱালীজনী ঘূৰিল। অষ্টমীৰ জোনাকত তাইৰ গালত চকুপানী দুটোপা ৰূপালী হৈ তিৰ্‌বিৰাই উঠিল। তাইৰ চুলিবোৰ আউলি-জাউলি। হেমন্তই ভালকৈ তাইলৈ চালে— যেন তাই কাহানিবাৰ চিনাকি! ছোৱালীজনীয়েও কান্দিথকা চকু দুটা তুলি একেথৰে হেমন্তৰ ফালে চালে। বুঢ়াই মাত লগালে— "মোৰ নহৈও তাই মোৰেই বোপা! আহক বহকহিচোন বাৰু।"

বিশেষ ভূমিকা নকৰি হেমন্ত বুঢ়াৰ পাছে পাছে ভিতৰ সোমাল আৰু বুঢ়াই দিয়া চাপৰ মূঢ়াটোতে বহিল। হেমন্তই ঘৰটোৰ ভিতৰখন ভালকৈ চালে— এনেয়ে।

"জুৰি, আহ আহ আহ, বোপাক তামোল এখনকে দে-হি।" বুঢ়াই বাহিৰত থিয় দি থকা ছোৱালীজনীক মাতিলে। ছোৱালীজনী দুৱাৰমুখলৈকে আহিল; কিন্তু কিবা এটা অভিমানতে যেন ভিতৰ নোসোমাল।

বুঢ়া সোণাৰি। বয়স প্ৰায় পঞ্চাশৰ ওপৰ। চকুত পুৰণি চশ্‌মা এযোৰ। চুলিবোৰ কুটুলা-কুটুলি– কেঁচাতকৈ পকাই বেছি। গাল দুখনি শোটোৰা-শোটোৰি, চুক দুটা সোমোৱা।

"আহ জুৰি! নাহ? মৰম কৰি কৰিয়ে তাইক মই এনেকুৱা কৰিলোঁ। এতিয়া মাতিলেও কেৰেপকে নকৰে। ইহঁতক মৰম কৰিলেই এই –"

হেমন্তই মাতিলে – "চাওঁ আহাচোন জুৰি, দেউতাৰাৰ লগতহে কাজিয়া, মোৰ লগততো নাই। মই মাতিলেও নাহা নে?" – এইখিনি সৌজন্য ছোৱালী এজনীলৈ হেমন্তই হয়তো এয়ে প্ৰথম দেখুৱালে। তথাপি জুৰি দুৱাৰমুখৰ পৰা নাহিল।

বুঢ়াৰ পৰা আৰু নমতা জুৰিৰ পৰা বিদায় লৈ সেই দিনাৰ কাৰণে হেমন্ত উঠিল।

ৰাতি ভাত খাই উঠি হেমন্তই পাৰুক ক'লে, "এজনী ছোৱালী পাইছোঁ পাৰু!"

"হুঁ, পাইছে? তেনেহ'লে নিমন্ত্ৰণী চিঠি কালিলৈকেই ছপাবৰ অৰ্ডাৰ দিয়া য'ক।"

"ধেমালি নহয়, সঁচাকৈয়ে এজনী ছোৱালী আজি দেখি আহিলোঁ। মোৰ বিশ্বাস, তায়ে মই বিচৰা ছোৱালীজনী –"

"ছোৱালীজনী খুব ধুনীয়া নেকি ককাইদেউ?"

"খুব ধুনীয়া মানে?"

"খুব ধুনীয়া মানে– এই – খুব বগা, খুব– খুব ..."

"ওঁ, কি খুব! – খুব খুবেইচোন বহুত কৰিলা। এই খুব কি?"

"জানো কি খুব! মই কিবা আৰু দেখিছোঁ নে?"

"কিজানি দেখিবই পোৱা। বৈকুণ্ঠ সোণাৰিৰ ..."

"অ' জুৰি! আচলজনীকে পালেগৈ। মই বোলো অইন কোনোবাহে!"

পাৰুৰ কথাত হেমন্ত অলপ অপ্ৰতিভ হ'ল যদিও গম্ভীৰভাৱে ক'লে– "সিদিনা জুৰিয়েইতো মোক তোমালোকৰ ঘৰলৈ বাট চিনাই দিছিল।"

"অ' সেই কাৰণেই হ'বলা তাই ধুনীয়া?"

হেমন্তই মূৰ দাঙি চালে। পাৰুৱে কিবা এটা ক'ব খুজিছিল, ক'ব নোৱাৰি নিজেই লাজত ৰঙা পৰিল। কিবা ভাবি ভাবি হেমন্তই কাঠ-পেন্সিলডালেৰে কিবা এটা আঁকিলে– সুদা মেজখনতে।

"মাক সুধিব, মাই সকলো ক'ব"– পাৰু ওলাই গ'ল।

হেমন্তই জুৰিৰ ইতিবৃত্ত ল'লে। জুৰি বৈকুণ্ঠৰ ছোৱালী নহয়। পাৰ্বতী নামে এজনী ছোৱালীক বৈকুণ্ঠই ভাল পাইছিল। পিছে বিয়া হ'বলৈ নৌপাওঁতেই পাৰ্বতীৰ এজনী ছোৱালী জন্মিল। পাৰ্বতীয়ে ছোৱালীৰ বাপেকৰ নাম নক'লে। ফলত তাই

সমাজৰ বাজ ওলাবলগীয়া হ'ল। তেতিয়া বৈকুণ্ঠ সোণাৰিয়ে তাইৰ সকলো ভুল ক্ষমা কৰি জুৰি আৰু পাৰ্বতী দুয়োকো আশ্ৰয় দিলে। কিন্তু দুবছৰৰ পিছতে পাৰ্বতী ঢুকাল। বৈকুণ্ঠৰ কাৰণে থাকিল জুৰি, কিছুমান অপূৰণীয় আশা, আৰু কিছুমান অলাগতিয়াল স্মৃতি। জুৰি বৈকুণ্ঠ সোণাৰিৰ একো নহয়।

হেমন্তই এবাৰ জুৰিৰ মাক সেই পাৰ্বতী বোলা মানুহজনীৰ কথা ভাবিলে। তাৰ পিছত জুৰিৰ কথা ভাবিলে। বৈকুণ্ঠ সোণাৰিৰ নিচিনা এজন সাধাৰণ মানুহে ইমান ডাঙৰ এটা ভুলক ক্ষমা কৰিব পাৰে! আৰু জুৰিক? জুৰিৰনো কি দোষ? ভাবি ভাবিও হেমন্তই জুৰিৰ কোনো দোষ বিচাৰি নাপালে। জুৰিতো বৈ আহিবই— পৰ্বত-ভৈয়াম থিয়ে নহ'ক, তাৰ ওপৰেদি বৈ যোৱাই জুৰিৰ স্বভাৱ।

পিছদিনা পুৱা নমান বজাত হেমন্ত আকৌ গৈ বৈকুণ্ঠ সোণাৰিৰ ঘৰ ওলালগৈ। তেতিয়া জুৰিয়ে গা ধুই আহি ভিতৰ সোমাইছেহি মাত্ৰ। বেগাবেগিকৈ হেমন্তক বহিবলৈ দি জুৰি কাপোৰ সলাবলৈ সিটো কোঠালৈ গ'ল।

"দেউতাৰা ক'লৈ গ'ল জুৰি?" সহজ আৰু পৰিচিত মাতেৰে হেমন্তই সুধিলে।

জুৰি বেগাবেগিকৈ ওলাই আহিল। চুলিবোৰৰ আগেদি তেতিয়াও পানী টোপা-টোপে পৰি আছে।

"দেউতা গোসাঁইঘৰত আছে। – আপুনি কিবা গঢ়াব খুজিছে?"

হেমন্তই জুৰিৰ কথা শুনি হাঁহিলে, উত্তৰ একো নিদিলে।

"কি গঢ়াবনো? দেউতা হ'লে নামতহে সোণাৰি, ভাল একো গঢ়াব নাজানে কিন্তু।"

হেমন্তই হাঁহি ক'লে, – "গঢ়াব খোজা নাই, গঢ়িবহে খুজিছোঁ।"

জুৰিয়ে তামোলৰ বটাটো আগবঢ়াই দি ক'লে,– "খ'ক তামোল। তেনেহ'লেনো দেউতাক কিয় বিচাৰিছে?"

"সোণ লাগে। সকলো আছে, সোণ হ'লেই মই –"

"আমাৰনো সোণ থাকিব ক'ৰ পৰা? লোকে সোণ দিয়ে, অলঙ্কাৰ গঢ়াই ওভতাই নিয়ে। দেউতাই কিবা ক'ৰবাত সোণ পুতি থৈছে নে?" অলপ হাঁহিয়ে জুৰিয়ে ক'লে।

"থৈছেতো। নহ'লে এনেয়ে মই বিচাৰি আহোঁ নে।"

জুৰিয়ে বিস্ময়েৰেই হেমন্তৰ মুখলৈ চালে। হেমন্তৰ ইঙ্গিত তাই অকণো নুবুজা দেখি হেমন্তই আমোদ পালে, আৰু পাতল হাঁহি এটি মাৰিলে।

"জানো তেনে, থৈছে যদিও মই ক'ব নোৱাৰোঁ। মই হ'লে কোনোদিন দেখা নাই।" অলপ দুঃখিত হোৱাৰ দৰে জুৰিয়ে লাহে লাহে ক'লে।

"তুমিতো দেখা নাবেই, আন কোনেও দেখা নাই। মইহে দেখিছোঁ।" – হেমন্তই ক'লে।

এইবাৰ যেন জুৰিৰ সন্দেহ কৰিবৰ মন গ'ল। তাই হেমন্তৰ কাষ চাপি আহিল আৰু বহুদিনৰ পৰিচিতৰ দৰে আগ্ৰহেৰে সুধিলে, – "ক'ত আছেনো বাৰু?"

এনেতে বৈকুণ্ঠ সোণাৰি পূজা শেষ কৰি সোমাই আহিল।

"অ' বোপা দেখোন? হেৰ, তামোল-চালি দিছ নে জুৰি?" বুঢ়া ব্যস্ত হৈ উঠিল।

"হৈছে হৈছে, জুৰিয়ে সকলো দিছে।" হাঁহি হেমন্তই ক'লে।

বুঢ়া হেমন্তৰ কাষতে বহিল আৰু যথেষ্ট সানুনয়ে সুধিলে, – "বোপাৰনো পিছে কি সকামত অহা হ'ল?"

হেমন্তই উত্তৰ দিবলৈ নৌপাওতেই জুৰিয়ে ক'লে, "সোণ বিচাৰি আহিছে, কিবা গঢ়াব?"

"সোণ? কিবা গঢ়াব? কোনে? বোপাই নিজে?"

"– হয়।"

বুঢ়াই হাঁহিলে। ক'লে, "সোণনো মোৰ ঘৰত কেনেকৈ থাকিব বোপা, লোকৰ সোণ ..."

"আছে আছে, মই পাম। সোণ নাই, সোণৰ খনি আছে। খনিৰ পৰা সোণ উলিয়াই গঢ়ি লম।"

"জানো বোপাই কি কৈছে, মই হ'লে গমকে ধৰিব পৰা নাই।"

"আপোনাৰ জুৰিক মোক দিয়ক" – বেচ্ সহজভাৱেই হেমন্তই ক'লে, ভাষাত ব্যৱসায়ৰ সুৰ।

"জুৰিক?" আচৰিত হৈ বুঢ়াই হেমন্তৰ মুখলৈ চালে।

"হয় জুৰিক।"

জুৰিৰ নাম শুনি ইয়াৰ ভিতৰতে জুৰি অন্তৰ্দ্ধান হৈছে।

"পিছে জুৰিক আপোনাক দিলে মই থাকিম কেনেকৈ?" বুঢ়াৰ মাতটো পিতৃত্বৰ স্নেহ-কৰুণাত কৰুণ।

কিছু পৰ হেমন্তয়ো মাতিব নোৱাৰিলে। তাৰ পিছত লাহে লাহে বৈকুণ্ঠক তেওঁৰ ইচ্ছা, আদৰ্শ, কাৰ্যক্ৰম আৰু জুৰিৰ ভৱিষ্যৎ উন্নতিৰ কথা সকলো ভালকৈ বুজাই দিলে। বৈকুণ্ঠই কাণপাতি শুনিলে যদিও, প্ৰথমতে জুৰিক এৰিবলৈ মান্তি হ'ব নোৱাৰিলে। হেমন্তই ক'লে– "আপুনি নিদিলে মোৰ জোৰ কৰিবৰ উপায় নাই। তথাপি আপুনি কথাটো জুৰিকে এবাৰ সুধি চ'কচোন। যদি জুৰিয়ে আপত্তি নকৰে, তেন্তে আপুনি যি মন যায় কৰিব। কিন্তু ইয়াত মোৰ স্বাৰ্থ কি আপুনি নিশ্চয় বুজিছেই। জুৰিৰ মাজেদি মই অসমীয়া জাতিৰ কল্পনা, অসমীয়া জাতিৰ আদৰ্শ, অসমীয়াৰ বৈশিষ্ট্য আৰু সৌন্দৰ্য ফুটাই তুলি জগতক দেখুৱাব খুজিছোঁ। কৃতকাৰ্য হোৱা-নোহোৱাটো এতিয়াই একো ক'ব নোৱাৰি; কিন্তু আমাৰ চেষ্টাৰ এটা ভৱিষ্যৎ নেহেৰায়।"

বুঢ়াই এবাৰ হেমন্তৰ মুখলৈ ভালকৈ চালে। ধুনীয়া সবল তেওঁৰ মুখখনত বুঢ়াই আদৰ্শৰ প্ৰশান্ত দীপ্তি আৰু আত্মবিশ্বাসৰ প্ৰগাঢ় দৃঢ়তাৰ বাহিৰে আৰু একো নেদেখিলে। তথাপি বুঢ়াই ক'লে, "বোপা, সমাজে এৰি থ'লেও, এৰি থ'ব পৰা সেই শক্তিটোৰ কাৰণে সমাজক মই শ্ৰদ্ধা কৰোঁ। জুবিৰ মাকে সমাজৰ ওচৰত যি পালে, জুবিয়েও যাতে তাকে পাব লগা নহয়, তাৰ কাৰণেই মোৰ ভগৱানৰ চৰণত প্ৰাৰ্থনা। গুণ চিনি পোৱাত, গুণৰ মোল বুজাত আমাৰ সমাজ নাথাকিব পাৰে; কিন্তু দোষ খুচৰি উলিওৱাত আগৰণুৱা। আৰু মানুহ মাত্ৰেই যে দোষ কৰে, তাক আপুনি-মই হয়তো বুজোঁ; কিন্তু সমাজেতো নুবুজে!"

"আৰু ময়ো সেইটোকে সমাজক দেখুৱাব খুজিছোঁ। জুবিৰ মাকে ভুল কৰিলে। সেই বাবে তেওঁ আমাৰ অনুকম্পাৰ পাত্ৰী। কিন্তু তেওঁ ভুল কৰিলে বুলিয়েই যে জুবিয়েও ভুল কৰিব, তাৰ কোনো অৰ্থ নাই। আৰু জুবিয়ে যে ভুল নকৰে, তাকেই মই সমাজক দেখুৱাম। আৰু দেখুৱাম– জুবিৰ মাজত সোমাই থকা সৌন্দৰ্যখিনিৰ মৰ্যাদা জুবিৰ জন্ম-দুৰ্ঘটনাতকৈ বহুত ওপৰত।"

জুবিয়ে কেতিয়া হেমন্ত আৰু বুঢ়াক এৰি ওলাই গৈছিল, কথাৰ তন্ময়তাত দুজনৰ এজনেও গম নাপালে। বাহিৰৰ পৰা জুবি সোমাই আহিল, হাতত তাইৰ কাগজৰ মোনা এটাত কিছু মিঠাই আৰু এটা সৰু টোপোলাত চাহপাত। হেমন্তই কৌতুকেৰে জুবিৰ ফালে চালে। বুঢ়াই এটা সৰল হাঁহি মাৰিলে।

"এইবোৰ কি আনিলা জুবি?"

"এইয়া চাহপাত আৰু ..."

"আৰু সেয়া?"

"আপুনি নেযাব দেই। মই চাহটোপা কৰোঁ। পাঁচ মিনিটতে হ'ব –" জুই ফুঁৱাই ফুঁৱাই জুবিয়ে ক'লে।

"দোকানৰ মিঠাই মই চোন নাখাওঁৱেই।" হাঁহি হেমন্তই ক'লে।

"তেনে শুদা চাহ এটুপিকে খ'ক, আৰু একোৱে নাই।"

হেমন্তই বুজিলে জুবিয়ে বেজাৰ পাইছে। কথাৰ পাক ঘূৰাই ক'লে, "এতিয়া পিছে জুবি মোৰ লগত যোৱা নে নোযোৱা?"

"আপুনি সোণ পালে?" টপৰাই জুবিয়ে সুধিলে।

"এতিয়া খনিটোকে লৈ যাওঁ, শিছত তাৰ পৰাই সোণ বিচাৰি ল'ম।"

জুবিয়ে চাহপাত দুটি লাহে লাহে পানীত পেলাই দিলে।

★

প্ৰথম এসপ্তাহমান হেমন্ত যথেষ্ট দিগদাৰিত পৰিল। জুবি নিৰ্দিষ্ট সময়ৰ এক-আধা ঘণ্টা আগতে আহে যদিও, নাচ শিকিবৰ সময়ত পাছ হোঁহকে। জুবিৰ প্ৰত্যেকটো কথাতে লাজ। হাত দুখন ওপৰলৈ দাঙিব লাগে– লাজ, বুকুখন ফিন্দাই গাটো জোকাৰিব লাগে– লাজ, আঙুলিবোৰ কঁপাব লাগে, তাতো লাজ। অথচ

হেমন্তৰ বাহিৰে আইন জন-প্ৰাণী কোনো নাই। কেতিয়াবা পাক আহে। হেমন্তৰ অৱস্থা দেখি মুখটিপি হাঁহি ওলাই যায়। কেতিয়াবা পৰেশ আহে, দুই-চাৰিটা নাচ দি যায়গে; থাকে কেৱল জুৰি আৰু হেমন্ত। তথাপি জুৰিৰ লাজ, জুৰিয়ে মুখ ফুটাই একো নকয়— নামাতে। তাই গোটেই মানুহজনী ৰঙা পৰে, নাকটো ঘামত তিতি যায়। কেতিয়াবা বিৰক্তি লাগি হেমন্ত বহি পৰে আৰু অৰ্থশূন্যভাৱে একেথৰে চাই থাকে জুৰিৰ মুখলৈ— জুৰি কোঁচ্-মোচ্ খাই থিয় দি থাকে। তাইৰ অকৃতকাৰ্যতাৰ কাৰণে হেমন্তলৈ তাইৰ মৰম লাগে। জুৰি পুৰা আহে আঠ বজাত, যায়গে দহ বজাত। আকৌ চাৰি বজাত আহি গধূলি যায়গে।

জুৰি যোৱাৰ পিছত সৰু চোতালখনতে বহি হেমন্তই ভাবে, জুৰিয়ে বাৰু পৰা নাই কিয়? আজি দহ-বাৰ দিন হ'ল, এটা মুদ্ৰাও শিকিব নোৱাৰিলে! কিন্তু কিয় নোৱাৰিব? ভাবোঁতে ভাবোঁতে আধা-মুদা চকুৰে হেমন্তই দেখে— পাৰিছে! জুৰিয়ে নাচিব পাৰিছে!! শ-শ, হেজাৰ-হেজাৰ দৰ্শকৰ আগত জুৰিয়ে মুক্ত পখিলাজনীৰ দৰে নাচিছে। চকু পচাৰিবলৈ পাহৰি দৰ্শকবৃন্দ যেন অভিভূত, স্তব্ধ! ৰঙ্গমঞ্চত গহীন নিস্তব্ধতা, যেন কোনো নাই! কেৱল সঙ্গীতৰ মৃদু বোল আৰু জুৰিৰ স্বৰ্গীয় নাচ ..., ভাবোঁতে ভাবোঁতে হেমন্তৰ মুখখন তৃপ্তিত ৰঙা পৰে, চকু দুটা গৰ্বত উজ্জ্বল হয়।

পৰেশ সোমাই আহিল।

"কি অ' নাচিবলৈ এৰি দেখোন, বুদ্ধদেৱ হ'লি। কিহৰ তপস্যা কৰিছ বহি বহি।"

"বহ পৰেশ বহ। মোৰ আশা-বোধকৰোঁ পূৰ্ণ হ'বলৈ নাপায়। আজি দহ-বাৰ দিন শিকায়ো জুৰিজনীক আঙুলি এটাকে কঁপাবলৈ শিকাব নোৱাৰিলোঁ।"

"অ' সেই কথা! আৰু ইপিনে কি হৈছে জান? ৰাতি-দিন জুৰিয়ে ঘৰৰ-দুৱাৰ বন্ধ কৰি নাচি নাচি বাউলী। তোৰ ওচৰলৈ অহা সময়খিনিৰ বাহিৰে ঘৰ পায়ে তাই নাচত লাগি যায়। গা ধোৱা নাই, ভাত খোৱা নাই, বুঢ়াৰ লগত দেখা-দেখি নাই, কেৱল দুৱাৰ-ঘৰ বন্ধ কৰি নাচ আৰু নাচ! এনেকি ৰাতি লেম্ লগায়ো নাচে হেনো।"

হেমন্তৰ মুখখন আনন্দত উজ্জ্বল হৈ উঠিল।

"সঁচা নে পৰেশ, কোনে ক'লে তোক?"

"ক'ব আৰু কোনে? বুঢ়াই!" ক'লে, "হেমন্ত বোপাই ছোৱালীজনীক ভালখনতে লগাই দিলে। তাই আৰু দুদিনমানতে পাগলী নহ'লেই ৰক্ষা। শোৱন-খাৱন নাই, দিনে-ৰাতিয়ে অকলে অকলে পাগলীৰ দৰে হাত-ভৰি জোকাৰি হায়ৰাণ?"

মই ক'লো, "ভালেই হৈছে, তেহে শিকিব পাৰিব।"

"ভাল ক'লি ভাই!" মাতটো আনন্দত কঁপাই হেমন্তই ক'লে, "এনে সাধনা কেতিয়াও বিফলে নাযায়। জুৰিক মই যি ভাবিছিলোঁ, এতিয়া দেখিছোঁ তাই সেয়ে, কিজানি তাতোঁকৈ বেছি।"

"বৰ বেছি বুলি উঠাই নিদিবি আকৌ। পিছত গছত বগোৱা, লতাই, গছৰ মূৰ পাই নিজকে গছজোপাতকৈও ওখ বুলি ভবাৰ দৰে কৰিব চাবি আকৌ।"

"কৰক, যদি বগায়েই গছতকৈ ওখ হ'ব পাৰে, তেনেহলে মোৰেই গৌৰৱ।"

পৰেশ গ'লগৈ। হেমন্তই জুবিক যেন আজি এটা নতুন ৰূপত দেখিলে। তাই তেনেহ'লে অৱহেলা কৰা নাই; – লুকাই লুকাই সাধনা কৰিছে! তাইৰ এই নিষ্ঠাই, এই চেষ্টাই তাইক জয়ৰ মুকুট নিপিন্ধাই নাথাকে।

পিছদিনাৰ পৰা এটা আস্থাৰ ভাব লৈ হেমন্তই জুবিক নাচ শিকোৱাত লাগিল। কিন্তু জুবিয়ে মনে মনে ঘৰত নাচ শিকাৰ কথা যে হেমন্তই জানে, তাৰ কোনো গমকে জুবিক পাবলৈ নিদিলে।

প্ৰায় তিনি মাহমান পিছত।

সন্ধিয়া হেমন্ত আৰু জুবি নিতৌ ফুৰে। এতিয়া জুবিয়ে আৰু লাজ নকৰে। নাচিবলৈ লাজ নকৰে, ফুৰিবলৈ লাজ নকৰে, আনকি হেমন্তৰ লগত তৰ্ক কৰিবলৈও লাজ নকৰে। হেমন্তৰ গাৰ কাষে কাষে জুবি লৈ থাকে। সিহঁতৰ গাত প্ৰথম আহিনৰ পাতল বতাহজাক লাগে।

"ধৰা জুবি" – হেমন্তই কয়, "আমি আহিনৰ এই সন্ধিয়াটোক ৰূপ দিব ধৰিছোঁ। তুমি আহিন, এতিয়া কি কৰিব লাগিব?"

একো উত্তৰ নিদি জুবিয়ে নিজৰ চাৰিওফালে থকা সেউজীয়া ধাননিবোৰলৈ চায়।

"কবিয়ে যাক ভাষাৰে, ছন্দেৰে, সুৰেৰে ৰূপ দিয়ে, আমি তাক গতিৰে, ইঙ্গিতেৰে, শৰীৰৰ ভাষাৰে ৰূপ দিব লাগিব। তাৰ কাৰণে, কবিৰ দৰে আমিও প্ৰকৃতিৰ ভাষা বুজি পাব লাগিব– আমি প্ৰকৃতিৰ লগত এক হৈ যাব লাগিব। প্ৰকৃতিৰ স্নায়ুৰে স্নায়ুৰে যি অনুভূতিৰ ঢৌ উঠিছে, আমিও তাৰ ৰূপ দিব লাগিব আমাৰ দেহাৰ স্নায়ুৰ শিহৰণৰ মাজেদি। আমাৰ ভাষা নাই; কিন্তু ৰূপ আছে। আমি কৈ দিব নোৱাৰোঁ; কিন্তু বুজাই দিব পাৰোঁ, হৃদয়ঙ্গম কৰাব পাৰোঁ, – বুজিছা?"

জুবিয়ে মূৰ দুপিয়ালে।

"আহিনক তেনে কেনেকৈ ৰূপ দিবা?"

জুবিয়ে কেৱল ভাবে, একো নামাতে।

"তোমাৰ গোটেই গাৰ ওপৰত থাকিব এখন আকাশবুলীয়া সেউজীয়া পাতল চাদৰ। পাছফালে থাকিব সন্ধিয়াৰ ৰঙৰ গোহৰ, – ধোঁৱা, বৰণীয়া আৰু গুলপীয়াৰ মিহলি ৰং, তোমাৰ চুলি আধামেলা।"

"আধা-মেলা? কিয়?"

"কিবা এটা যেন সঙ্কোচ আছে, একেবাৰে যেন মুক্ত নহয়। আহিনৰ এই ভাবটো ফুটাই তুলিবৰ কাৰণে!"

"ওঁ।"

"তোমাৰ গাৰ সকলো বান্ধ ঢিলা হ'ব লাগিব; কিন্তু একেবাৰে ঢিলা নহয়— ঠিক যেন আহিনমহীয়া সজাল-ধৰা বোৱাবোৰ। বতাহে উঘালি নিব নোৱাৰে; কিন্তু হলাই যাব পাৰে। তাৰ পিছত আৰম্ভ হ'ব নাচ।"

সন্ধিয়াৰ কাম-বৰণীয়া পোহৰৰ মাজেদি জুৰিয়ে হেমন্তৰ মুখলৈ চায়।

"নাচৰ ছন্দ হ'ব শান্ত, শীতল, কোমল; কিন্তু চঞ্চল। লাহে লাহে তুমি তোমাৰ গাৰ পাতল চাদৰখন পাছলৈ উকৰাই দি হালিজালি আগলৈ আহি থাকিবা। তোমাৰ চাদৰত, তোমাৰ হাতৰ মুদ্ৰাত, তোমাৰ দেহৰ ভঙ্গীমাত আহিনমহীয়া কেঁচা ধাননিৰ ওপৰেদি ঢৌ-খেলি বাগাৰ যোৱা পাতল বতাহজাকৰ কঁপনিটো ফুটাই তুলিব লাগিব।"

হেমন্তৰ কথাবোৰ জুৰিয়ে কাণপাতি শুনি যায় আৰু অভিভূত হৈ আহিনৰ সেই ৰূপটো কল্পনা কৰে।

"দূৰৰ পৰা চেতাৰৰ মিহি সুৰ ওপঙি আহিব। তাত যেন কোন চিনি নোপোৱা দেশত বাট হেৰুওৱাৰ গান। চেতাৰৰ সেই সুৰৰ ৰেশত ফুটাই তুলিবা তোমাৰ নাচৰ মূৰ্চ্ছনা। অসীম নীলা আকাশৰ কোনোবা সীমাত মিলি যাবৰ কাৰণে তুমি যেন আকুল হৈ উঠিছা। চকুত তোমাৰ আকুল, উদাস চাৱনি— সেউজীয়া পাখি মেলি যেন তুমি আকাশৰ লগত মিলি যাব খুজিছা।"

"আৰু মুখত?"

"অ' মুখত! মুখত এবাৰ ধুনীয়া উজ্জ্বল হাঁহি, এবাৰ কাতৰ বিমৰ্ষতা; কিন্তু কঠিন নহয়— কোমল। আহিনমহীয়া শুকুলা মেঘৰ লুকালুকিৰ ভাবটো তাত ফুটি উঠিব। গতি আৰু ৰেশতো এই ৰূপটোকে ফুটাই তুলিব লাগিব। শান্ত, কিন্তু চঞ্চল— যেন বৈ যাব খোজে— অথচ নবয়, যেন পৰি যাব খোজে— নপৰে, উৰি যাব খোজে— নুৰে।"

জুৰিয়ে যেন সেই খোজকেটাৰ কল্পনা মনত আনিব খুজিলে।

হেমন্তই কৈ গ'ল— "কেৱল ওপঙি ফুৰা। আঁত নলগা, গাত-নলগা— সেউজীয়া, কোমল, বিহ্বল কিবা এটা— অধীৰ, ঠুনুকা। পোহৰ, আৰু ঢৌ— পোহৰ তোমাৰ হাঁহি আৰু খোজত, ঢৌ তোমাৰ কাপোৰ, তোমাৰ আঙুলি, তোমাৰ বুকু আৰু তোমাৰ চুলিত।" ...

ৰাতি হোৱা দেখি দুয়ো উলটি আহিল। জুৰিক হেমন্তই থৈ আহিলগৈ। আহোঁতে এনেয়ে হেমন্তই ভাবিলে— আকাশৰ লগত মিলি যাব ধৰা আহিনৰ এই ৰূপটো বাৰু জুৰিয়ে দিব পাৰিব নে?" ...

চাৰিচুকীয়া সক আৰ্চীখন অগত লৈ জুৰিয়ে নিজৰ মুখখন চালে। কেৰাচিনৰ লেমৰ হালধীয়া পোহৰত জুৰিয়ে আৰ্চীত পৰা নিজৰ ছাঁটো বৰ ধুনীয়া দেখিলে। গালবোৰ ৰঙা পৰি উঠিছে, চকু দুটা আগতকৈ ধুনীয়া হৈছে, মূৰৰ চুলিখিনিও যেন আগতকৈ বেছি ক'লা, বেছি কোমল, বেছি ধুনীয়া হৈ পৰিছে। নিজেই ক'ব নোৱাৰাকৈ আৰ্চীত দেখা নিজৰ ছাঁটোৰ ফালে চাই চাই জুৰিয়ে ধুনীয়াকৈ হাঁহিলে।

আধা-মেলা খোপা, গাত ঢিলা বগা চাদৰখন। ঘৰটোৰ ভিতৰত অকলশৰে সোমাই লৈ জুৰিয়ে আহিনৰ ৰূপটোক ভাষা দিব খুজিলে — অকলশৰে। মাত্ৰ জ্বলি আছে কেৰাচিনৰ লেম্‌টো। জুৰিয়ে তাইৰ গোটেই দেহাটোৰ ওপৰেদি বগৰাই দিব খুজিলে আহিনৰ মৃদু-মলয়াৰ ঢৌবোৰ। জুৰিৰ আঙুলিবোৰ কঁপি উঠিল, তাইৰ ধুনীয়া সৰু বুকুখন কঁপি উঠিল, তাইৰ মূৰৰ চুলিবোৰ কঁপি উঠিল। বহুত দূৰত যেন সৌৰা নীলা আকাশৰ সীমা! তাৰ লগত মিলি যাবৰ কাৰণে যেন জুৰিৰ নীলা চকু দুটা উদাস হৈ উঠিছে। শান্ত, কোমল কঁপনি, জুৰিৰ গোটেই গাত যেন এটা অধীৰতা। কি এটা প্ৰকাশৰ উত্তেজনাত যেন তাই চঞ্চল হৈ উঠিছে। পৃথিৱীত যেন আৰু কোনো নাই, অসমী নীল আকাশ আৰু জুৰি। ঘৰ নাই, দুৱাৰ নাই, বৈকুণ্ঠ সোণাৰি নাই, হেমন্ত নাই— কোনো নাই। কেৱল এটা সুৰ, কেৱল এটা অনাদি ছন্দত যেন জগতখন উটি যাব লাগিছে। ...

লাহে লাহে জুৰিৰ খোপাৰ বান্ধ মুকলি হ'ল। তাইৰ দীঘল, ক'লা চুলিবোৰ তাইৰ মুখে-পিঠিয়ে বাগৰি পৰিল। কোনোবা এটা অধীৰ মুহূৰ্তত খহি পৰিল তাইৰ গাৰ পাতল চাদৰখন — জুৰিৰ কেঁচা কোমল দেহৰ ছন্দবিহ্বল ঢৌবোৰৰ মাজেদি যেন নিমিষৰ কাৰণে আহিন জীৱন্ত হৈ উঠিল।

তাই নাচি নাচি ৰ'ল। কেৰাচিনৰ লেম্‌টোৰ কাষৰ আৰ্চিখনৰ আগলৈ আহিল। তাইৰ ৰঙা-পৰা মুখখন, তাইৰ মুকলি চুলিবোৰ আৰু তাইৰ কাপোৰ সুলকি পৰা বুকুখন দেখি তাই অকণো লাজ নাপালে। অলপ পৰ তাই আৰ্চিখনলৈ চাই থাকিল। তাৰ পিছত ফুঁ-মাৰি লেম্‌টো নুমাই দিলে।

•ঘৰটোত অকলশৰে বহি হেমন্তই 'কামৰূপ' নৃত্যটোৰ ৰূপ পৰিকল্পনা কৰিছিল। ৰাতিপুৱাৰ মিঠা ৰ'দজাক আহি হেমন্তৰ চকুৰে-মুখে পৰিছে। হেলনীয়া চকীখনত বহি হাতত পেন্সিল এডাল লৈ হেমন্তই একান্ত মনে সপোন দেখিছিল।

পখিলাজনীৰ দৰে জঁপিয়াই জুৰি সোমাই আহিল। তাইৰ কোঁচত একোঁচ শেৱালি ফুল।

জুৰিয়ে ফুলবোৰ হেমন্তৰ কাষৰ মেজখনলৈ দলিমাৰি থ'লে, দুপাহমান মাটিত পৰিল, দুপাহ নে এপাহ গৈ হেমন্তৰ কোঁচত পৰিলগৈ। হেমন্তই গমকে নাপালে।

কোঠাটোৰ বেৰত আঁওজাই থোৱা ডাঙৰ আৰ্চিখনৰ আগলৈ গৈ জুৰিয়ে চুলিখিনি ঠিক কৰি ল'লে।

হেমন্তই জুৰিলৈ ঘূৰি চালে। আচীত হেমন্তই তাইলৈ ঘূৰি চোৱা ছাঁটো জুৰিয়ে দেখিলে। তাই শান্তভাৱে হাঁহিলে।

"তুই এইখিনিতে অলপ বহা জুৰি!"

হেমন্তৰ মুখৰ আগতে বেৰত সৰু মুঢ়া এটাত জুৰি বহিল। হেমন্তই অৰ্থশূন্যভাৱে তাইৰ ৰঙা পৰা নাকটোৰ ফালে চাই থাকিল। জুৰিয়ে তেওঁৰ পৰা কিবা এটা শুনিবৰ কাৰণে চকু দুটা তুলি শান্তভাৱে বহি ৰ'ল।

"মদন-ভস্মৰ গল্পটো জানা জুৰি?"

জুৰিয়ে মূৰ জোকাৰিলে— নাজানে।

"বাৰু ধৰা, মদন আছিল এজন দেৱতা বা আমাৰ দৰে এজন ডেকা।"

জুৰিয়ে কাণপাতি শুনি গ'ল।

"তেওঁ এদিন ভস্ম হ'ল, বুজিছা?"

জুৰিয়ে মূৰ দুপিয়ালে— বুজিছে।

"তাৰ বহুদিনৰ পিছত, জগতে মদন-ভস্মৰ কথা পাহৰিবলৈ আৰম্ভ কৰাৰ সময়ত, মদনে আকৌ নিজ ৰূপ গ্ৰহণ কৰিলে।"

জুৰিয়ে বৰ আগ্ৰহেৰে হেমন্তৰ কথাবোৰ শুনি গ'ল।

" ... হয়তো সেইদিনা আছিল ফাগুন মাহৰ পূৰ্ণিমা, আকাশত আছিল ৰূপালী জোন, পৃথিৱীৰ বুকুত আছিল মুকলি বগা জোনাক, আকাশৰ তৰাবোৰ মনে মনে নাচি আছিল। পৰ্বতৰ পৰা বাগৰি আহিছিল এটা শীতল পানীৰ নিজৰা। তাৰ বৈ যোৱাৰ নিজঙাল কুলু-কুলু সুৰত পৃথিৱীৰ চকু টোপনিত মুদ খাই আহিছিল। ... হঠাৎ পুৱণি সেউজীয়া পাহাৰটোৰ ওপৰেদি এজাক চেঁচা বতাহ বাগৰি গ'ল। পাহাৰটো চঞ্চল লৈ উঠিল, জোনাকবোৰ অপল কঁপি উঠিল, নিজৰাটো মুহূৰ্তৰ কাৰণে বৈ গ'ল, আকাশৰ নাচি থকা তৰাবোৰ হঠাৎ বেছি পোহৰ হৈ উঠিল, পাহাৰৰ গাৰ জোনাক-লগা গছ-পাতবোৰ জিৰ্ জিৰ্ কৰি কঁপি উঠিল, ... তেতিয়া গোটেই জগত জোনাকত লালকাল। বতাহ জাক তেতিয়াও বৈ আছে— শন্ শন্— জিৰ্ জিৰ্— ছিৰ্ ছিৰ্। লাহে লাহে পাহাৰটোৰ বুকুৰ ভাঙৰ শিল এটা কঁপিব ধৰিলে, তাৰ বুকুৰ শিলবোৰ ছটাছটে এৰাই যাব ধৰিলে। শিলবোৰ যেন শিল নহয়, ৰ'দ-বৰষুণ পৰি গোট মৰা কিছুমান ছাই। বতাহজাকত যেন ডোখৰা-ডোখৰে ছাইবোৰ কেউফালে উৰি যাবলৈ ধৰিলে। হঠাৎ জোনটো মুহূৰ্তৰ কাৰণে ডাৱৰৰ মাজত লুকাই পৰিল, পাহাৰটো এট নিমিষতে আন্ধাৰে ঢাকি ধৰিলে।"

অভিভূত চকু দুটিৰে জুৰিয়ে পলক নেপেলোৱাকৈ হেমন্তৰ মুখলৈ চাই ৰ'ল। হেমন্তয়ো নিজৰ মাজত নিজক হেৰুৱাই কৈ গ'ল— "মুহূৰ্ততে জোনটো ডাৱৰৰ মাজৰ পৰা ওলাল। আকৌ গোটেই জগত জোনৰ পোহৰত জিলিকি উঠিল। বতাহে-খহোৱা পাহাৰটোৰ বুকুৰ পৰা লাহে লাহে এজন ধুনীয়া ডেকা ওলাই আহিল। চকুত তাৰ সপোনৰ জড়তা, মুখত তাৰ উজ্জ্বল দীপ্তি, ধকধকীয়া বগা গাটোত তাৰ ফাগুনী পূৰ্ণিমাৰ কেঁচা হালধিৰ বোল; উদাস, তন্দ্ৰালস চকু দুটাৰে আকাশৰ সীমনালৈ চাই ডেকাজনে হাত মেলি কাক যেন সাৱটি ধৰিব খুজিলে। লাহে লাহে তেওঁৰ ভৰিৰ তলৰ ছাইবোৰত সেউজীয়া কোমল ঘাঁহ গজি উঠিল। তেওঁৰ চকু দুটাই চাৰিওফালে ঘূৰি কাক যেন বিচাৰিলে! কোনোবা যেন তেওঁৰ বুকুৰ কাষতে শুই আছিল— এতিয়া নাই।"

"এতিয়া নাই" এনেই, নিজেই ক'ব নোৱাৰাকৈ জুৰিয়ে ক'লে।

সপোনৰ পৰা সাৰ পোৱাৰ দৰে উঠি হেমন্তই ক'লে– "সেয়া মোৰ 'কামৰূপ'ৰ কল্পনা, ইয়াক তুমি নাচেৰে ফুটাই তুলিব লাগিব।"

"কামদেৱ মতা মানুহ। মই নো মতা মানুহৰ নাচ কেনেকৈ নাচিম?" জুৰিয়ে হাঁহি ক'লে।

"তুমি অকলে নহয়। এইটো নাচ দুজনে নাচিব লাগিব। তুমি ফুটাই তুলিব লাগিব প্ৰকৃতিৰ ৰূপটো– ফাগুনৰ জোনাক ৰাতি, চৌদিশ নীৰৱ, সেউজীয়া পাহাৰৰ মাজেদি বৈ গৈছে নিজৰাটি। তাৰ পিছত বতাহজাক ব'লে, গোটেই প্ৰকৃতি চঞ্চল হৈ উঠিল! তাৰ পিছত, তোমাৰ বুকুৰ মাজত হ'ল মোৰ নতুন জন্ম, নতুন ৰূপ। তোমাৰ হিয়াৰ কঁপনি ভেদি নাচি উঠিল কামদেৱ। বুজিছা?"

"বুজিছোঁ" গহীনাই কৈয়েই জুৰিয়ে অলপ পৰ মনে মনে থাকিল। তাৰ পিছত আকৌ ক'লে,– "কিন্তু বতাহত পাহাৰ ফটা দৃশ্যটো কিদৰে দেখুৱাব?"

আনন্দত হেমন্তৰ মুখখন উজ্জ্বল হৈ উঠিল। হাঁহি ক'লে– "তুমি পাৰিবা জুৰি, মাত্ৰ তুমিহে পাৰিবা। এই নাচটোৰ কথা ভবাৰ লগে লগে ময়ো সেই দৃশ্যটোৰ কথা ভাবিছোঁ। তোমাৰ গাত থাকিব পাতল সেউজীয়া কাপোৰ। তাৰ ওপৰত জোনাকৰ সোণালী পোহৰ দিলে পাহাৰৰ ৰংটো বিৰিঙি উঠিব। বতাহজাক লাগি তুমি চঞ্চল হৈ নাচি উঠিবা। নাচি নাচি অধীৰ হৈ তুমি মাটিত ওপৰলৈ মুঁকে পৰি যাবা; কিন্তু নাচ তোমাৰ নাথামে। তেতিয়াও তুমি নাচি থাকিবা, লাহে লাহে, শুই শুই। নাচি নাচি তোমাৰ গাৰ কাপোৰবোৰ চাৰিওফালে ছটিয়াই দিবা, যেন ছটাছটে পাহাৰৰ শিলবোৰ এৰাই যাব ধৰিছে। অৱশেষত তোমাৰ গাৰ কাপোৰবোৰ শেষ হৈ যাব। এনেতে ডাৱৰৰ মাজত জোনটো মুহূৰ্তৰ কাৰণে অদৃশ্য হৈ যাব। তেতিয়া মাথোন আধা-আন্ধাৰত দেখা যাব তোমাৰ উদং বুকুৰ দুটা সৰু ঢঁউ, তাতো নাচোনৰ মৃদু কঁপনি। সেই আধা-দেখা আন্ধাৰত আহি তোমাৰ কাষত থিয় দিম মই– কামদেৱ। জগতখন আকৌ পোহৰ হৈ উঠিব। শুই থকাৰ পৰা লাহে লাহে উঠি তুমি আনন্দৰ এটি ছন্দ নাচিবা। আমাৰ নাচ শেষ হ'ব!"

"কামদেৱৰ ভৰিৰ তলত গজা ঘাঁহবোৰ?"

"তোমাৰ গাৰ পৰা খহাই পেলোৱা সেউজীয়া কাপোৰবোৰত সেউজীয়া পোহৰ দি সেইটো ফুটাই তুলিব পৰা যাব।

দুয়ো কিছু পৰ মনে মনে থাকিল। তাৰ পিছত লাহে লাহে হেমন্তই ক'লে – "এই নাচটো কিন্তু ভালকৈ আবৃত্তি কৰিব লাগিব। প্ৰতিটো মুদ্ৰাই যেন একোটা অনুভূতি, একোটা ইতিহাস, একোটা সপোনক ৰূপ দিব পাৰে তাৰ কাৰণে সকলো কৌশল তোমাৰ নাচৰ ওপৰতে নিৰ্ভৰ কৰে। তোমাৰ নাচেৰেই ভস্মীভূত মদনক নতুন ৰূপ দিব লাগিব।"

জুৰিয়ে একো নামাতিলে। হেমন্ত বহাৰ পৰা উঠিল আৰু বাহিৰৰ ৰ'দলৈ চাই ক'লে– "বেলি বহুত হ'ল, মই এতিয়া গা ধোওঁ। তুমি সিবেলা সোনকালে আহিবা দেই জুৰি।"

জুৰিও উঠি যাবলৈ ওলাইছে, এনেতে পৰেশ ওলালহি। "অ' জুৰি আছা। ক'তা তোমালোক দুজন দেখোন দুৱাৰ-ঘৰ বন্ধ কৰি নাচ শিকিছাহে শিকিছা, কি হৈছে নহৈছে জগতৰ আন কোনোৱে দেখোন ভুকে নাপায়।"

জুৰিয়ে মাথোন ধুনীয়াকৈ হাঁহিলে। হেমন্তই ক'লে, "নাচতো আৰু মোন-কষাৰ আৰ্যা নহয় যে বাওঁফালে আলেফ্টো লগাই দিলেই আধা-পোৱাৰ দাম ততালিকে মিলিব।

"হয় বাৰু দে, নাচ বৰ ডাঙৰ কিবা এটা। এতিয়া এই দুপৰীয়াখন তোৰ লগত তৰ্ক কৰিবলৈ অহা নাই। আবেলিকৈ মাই মাতিছে– যাবি।"

"কেলেই?"

"আজিকালি কাৰণ নাজানিলে ক'লৈকো নাযাব নেকি? চাহ খাবলৈ মাতিছে– যাবি বুজিছ?"

"মই অকলে?"

"অকলে! অকলে নহৈ তোৰ লগ হ'ল কাহানিৰ পৰা?"

"কেলেই এই জুৰি?"

"অ' জুৰি?" অলপ অপ্ৰতিভ হৈ পৰেশে ক'লে– "জুৰিতো যাবই। তোৰ ঘৰলৈ আহি তোক মতা মানে জুৰিক মতা– সেইটো মই বুজাই দিলেহে হয় নে? জুৰি আৰু তই যে বেলেগ, আমিতো নাজানো।"

"বেলেগ নহয়? ক'ত নো একেলগ দেখিলি?"

"একেটা কথাকে ভাব, একেটা সপোনকে দেখ, একেখন কল্পনাৰ দেশতে জীয়াই থাক– একে অনুভূতি, একে আদৰ্শ, একে কল্পনা! তহঁত আকৌ বেলেগ দুটা বুলি মই নাজানিছিলোঁৱেই।" হাঁহি পৰেশে ক'লে।

জুৰিৰ গাত ফিৰোজা ৰঙৰ সাজ-পাৰ। বগা, লাহী ভৰি দুখনত এযোৰ সৰু চেণ্ডেল। মূৰৰ চুলিখিনি অলপ অসাৱধানভাৱে ফণিওৱা। খোপাত আবতৰত ফুলা এপাহ খৰিকাজাঁই। হেমন্তৰ গাত দীঘল পাঞ্জাবীটো, ধুতীখন আৰু ভৰিত চেণ্ডেলযোৰ।

তেতিয়া চাৰি বাজি গৈছে।

হেমন্তৰ কাষে কাষে জুৰি। হেমন্তই এবাৰ জুৰিৰ ফালে চালে। জুৰিৰ মুখখন ৰঙা পৰি ধুনীয়া হৈছে। এনেদৰে সাজ-পাৰ পিন্ধি প্ৰকাশ্য আলি-বাটত জুৰি এই প্ৰথম ওলাইছে। গতিকে জুৰিৰ লাজো লাগিছে, তাৰ উপৰি হেমন্তৰ লগত খোজ মিলাই এনেদৰে এঘৰত নিমন্ত্ৰণ খাবলৈ অহাটো জুৰিৰ অলপ অস্বাভাৱিক যেন

লাগিল। তাই এবাৰ চুৰ্বকে হেমন্তৰ মুখলৈ চালে। হেমন্ত নিজৰ ভাবত ব্যস্ত। লাজটো লুকাই জুৰিয়ে আকৌ খোজ ল'লে। ...

পাৰুৱে আহি দুয়োকে আগবঢ়াই নিলেহি।

"জুৰিক পাই ককাইদেৱে আজিকালি আমাক একেবাৰে বাদকে দিলে।" পাৰুৱে ক'লে।

চকীখনত বহি হেমন্তই ক'লে, "আহিবলৈ সময়কে নাপাওঁ পাৰু! যিদিনাই আহোঁ বুলি ভাবোঁ, সেইদিনাই কিবা এটা কাম ওলায়।"

"আহিব নোৱাৰেই যেতিয়া, আহোঁ বুলি ভাবেনো কিয়? তাৰ পৰিবৰ্তে দেখোন কিবা নাচ এটাৰ কথাকে ভাবিব পাৰে।"

"নাচৰ কথানো আৰু সদায় কিমান ভাবিবা! অ' পৰেশ ক'লৈ গ'ল, সি নাইনে কি?"

"এই মাত্ৰ কেনিবাদি ওলাই গৈছে। আহিব, আপুনি বাৰু বহকচোন। অ' জুৰি বহা, তুমিও বহা, থিয় দিয়ে চোন থাকিলা।"

জুৰি অতপৰে অপ্ৰস্তুতভাৱে থিয় দি আছিল। কথাটো হেমন্তয়ো মন কৰা নাছিল। পাৰুৰ কথাত হেমন্তয়ো ক'লে– "বহা জুৰি, মোৰ ঘৰ যি, পাৰুহঁতৰ ঘৰো সি। বহা, থিয় হৈ আছা কিয়?"

জুৰিয়ে কিন্তু বহাৰ কোনো চেষ্টাকে নকৰিলে। মেজখনৰ মূৰ এটাত ধৰি থিয় দি থাকিল।

পাৰুৱে জুৰিৰ অৱস্থাটো বুজি ক'লে, "আমি ভিতৰতে বহোঁগে জুৰি! জুৰি আঁতৰত বহিলে·বেয়া নেপায়তো ককাইদেউ" – জুৰিক টানি লৈ পাৰু ভিতৰ সোমাল।

লগত এজন মানুহ লৈ পৰেশ সোমালহি। হেমন্তক অকলে দেখি পৰেশে চিঞৰি সুধিলে– "তই দেখোন অকলে? জুৰি ক'ত? পশু কৰিলি হেমন্ত! তই নাহিলেওতো হানি নাছিল। জুৰিক নানিলি কিয়?"

"মই যলৈকে যাম জুৰিও যে তালৈকে যাব, তাৰ তো কোনো অৰ্থ নাই।" হাঁহি গোপন কৰি হেমন্তই ক'লে,– "আৰু জুৰিক মোৰ লগত চোঁচোৰাই ফুৰিবলৈ মোৰ আৱশ্যকেই বা কি?"

"তই দেখিছোঁ মাৰাত্মক ব্যৱসায়ী হৈ পৰিলি হেমন্ত! আন একো আৱশ্যক নাথাকিলেও, ধুনীয়া ছোৱালী এজনী লগত লৈ ফুৰাত আনন্দ নাই বুলি ক'ব খোজ নেকি? সেই কাৰণেও তো তই জুৰিক আনিব পাৰ।"

"কথাটো মই ভাবিবলৈকে নহ'ল। সেই বুলি জনা হ'লে নিশ্চয় আনিলোঁহেঁতেন।"

পৰেশৰ যেন খঙেই উঠিল। ক'লে, "বুজিছোঁ, সকলো তোৰ মতলব। ইচ্ছা কৰি নানো বুলিয়ে তই জুৰিক এৰি থৈ আহিলি।"

আৰু কিবা ক'ব ধৰিছিল, এনেতে পৰ্দাখন আঁতৰাই হাতত তামোলৰ বটাটো লৈ জুৰি কোঠাৰ ভিতৰলৈ সোমাই আহিল। তিনিও ঘূৰি চালে। হেমন্তই পৰেশলৈ চাই হাঁহি দিলে। লাজত ৰঙা পৰি পৰেশে ক'লে – "জুৰি, একেবাৰে ন-বোৱাৰীজনী হৈ আহিছা?"

জুৰিয়ে হাঁহিলে।

"ৰক্ষা তেও জুৰি! ইমানতে দেখা নিদিয়া হ'লে তামোলৰ বটাৰ ঠাইত পৰেশৰ কাৰণে চেঁচা পানীৰ কলহহে কঢ়িয়াব লাগিলহেঁতেন।"

পৰেশে পোন্দোৰাকৈ হেমন্তৰ ফালে চালে।

"বহ পৰেশ, বহ। কথাটো ফুটাই ক'ব পাৰ যে তই নগ'লেও হ'ব, মাত্ৰ যেনে তেনে জুৰিক পঠাই দিবি। মোক নো তই ইমান স্বাৰ্থপৰ বুলি ভাবিছ নে?"

পৰেশ নিৰুপায়ত পৰি কিবা এটা আৱশ্যক দেখুৱাই নিমাতে ভিতৰলৈ সোমাই গ'ল। কোঠাটোত থাকিল হেমন্ত, জুৰি আৰু পৰেশৰ লগত অহা মানুহজন।

হেমন্তই তেওঁৰ পৰিচয় বিচাৰিলে। মানুহজন দেখাত গহীন, বয়স অনুমান তেত্ৰিশ-চৌত্ৰিশ বছৰ। চুলিবোৰ ডাঠ, চুটিকৈ কটা। দেখিবলৈ ধুনীয়া নহ'লেও বেয়া নহয়। বৰণটো মিঠা বৰণীয়া। দুদিনমান ডাঢ়ি খুৰোৱা নাই। বাওঁহাতত অলপ ডাঙৰ এটা হাত-ঘড়ী। দীঘল কামিজ এটাৰ ওপৰত পুৰণি চুটি কোট এটা পিন্ধিছে। ভৰিত এযোৰ পুৰণি পাম্প-শ্বু। প্ৰথম দেখাত মানুহজনে কি কৰে, বুজা টান।

ভদ্ৰভাৱে এটা পাতল হাঁহিৰে মানুহজনে ক'লে– তেওঁৰ নাম প্ৰকাশ ফুকন। ইঞ্জিনিয়াৰিং পঢ়িছিল, শেষ পৰীক্ষা দিয়াৰ আগতে বেমাৰত পৰি গুচি আহিল। আৰু পৰীক্ষা নিদিলে! এতিয়া তেওঁ এখন ফাৰ্ম খুলিছে– যন্ত্ৰপাতি বিক্ৰী কৰে। মাজে মাজে কাৰোবাৰ দৰকাৰ হ'লে মটৰ আদিও ভাল কৰি দিয়ে। ধান-কল, তেল-কল আদি পাতি দিয়ে। মুঠতে তেওঁ এজন স্বাধীন ব্যৱসায়ী।

জুৰি আৰু হেমন্ত দুয়ো প্ৰকাশ ফুকনৰ কথাবোৰ কাণপাতি শুনিলে। তেওঁৰ কথাবোৰত কোনো কৃত্ৰিমতা নাই, নিখুঁত ব্যৱসায়ীৰ ভাষা।

হেমন্তই সুধিলে,– "ইয়ালৈ আপুনি কাহানি আহিল?"

"পৰহি দিনা গধূলি পালোঁহি।"

"কিবা কাম লৈ আহিছে?"

"ইয়াৰ ৰায়চাহেব ত্ৰৈলোক্য কাকতীক কিজানি চিনি পায়। তেওঁক ৰাইছ্-মিল এটা ফিট্ কৰি দিব লাগে।"

"ক'ত? ইয়াতে।"

"হয় ইয়াতে।"

"তেন্তে ইয়াত কিছুদিন থাকিব?"

"হয়, মিলটো ফিট্ কৰিবৰ কাৰণে যিকেইদিন লাগে।"

পৰেশ সোমাই আহিল।

"চাহ হৈছে আৰু ৰ'বি। পিছে চাহৰ আগতে হ'লে জুবিয়ে আৰম্ভ কৰিব লাগিব।"

"জুবিয়ে আৰম্ভ কৰিব লাগিব? মানে?" হেমন্তই পৰেশৰ মুখলৈ চালে। জুবিয়েও চালে পৰেশৰ মুখৰ ফালে নিৰ্বাক বিস্ময়েৰে।

পৰেশে ক'লে, "মই ঠাই ঠিক কৰিছোঁ। সিটো কোঠাত সুবিধা হ'ব। পাকৰে হাৰ্মনিয়াম বজাব ..."

"অৰ্থাৎ?"

"যদি আন কিবা কাপোৰ-কানিৰ দৰকাৰ হয় পাকৰে যোগাৰ কৰিব। মই কিন্তু একো কৰিব নোৱাৰোঁ, মাত্ৰ চাম।"

"মানে এতিয়া জুবিয়ে নাচিব লাগিব?" হেমন্তই সুধিলে।

"সেইটো কিবা অহন এটা ভাষাৰে বুজাই ক'ব লাগিব নে কি? জুবি আৰু তই নাচিবি, মই আৰু ফুকন দৰ্শক, পাকৰ বেক্‌গ্ৰাউণ্ড্ মিউজিক্, মাৰ চাহ।"

প্ৰকাশ ফুকনে পাতলকৈ হাঁহি এটা মাৰি জুবিৰ ফালে চালে, জুবিয়ে হেমন্তৰ মুখলৈ চালে। হেমন্ত যেন নিৰুপায়ত পৰিল।

"কিন্তু এই সময়ত নাচ কেনেকৈ হয় পৰেশ?"

"কেনেকৈ হয় নাজানো; কিন্তু হয় যে এইটো জানো।" পৰেশে হাতখনত ধৰি প্ৰকাশক সিটো কোঠালৈ টানি নিলে।

জুবি কাষ চাপি আহি হেমন্তৰ মুখৰ ওচৰত মুখ ৰাখি ফুচ্‌ফুচাই সুধিলে, "সঁচাকৈয়ে নাচিব লাগিব নে কি?"

"পাৰিবা জানো?"

"কোনটো?"

"যি কোনো এটা। ধৰা— 'চগা আৰু চাকি' নাচটো।"

"সেইটো জানো আৰেলি নাচে? আৰু তেতিয়া যে আপুনিও নাচিব লাগিব। নাচিব জানো?"

"চাকিৰনো কি কথা আছে! চগাৰহে কথা।"

জুবিয়ে খুনীয়াকৈ হাঁহিলে।

পৰেশ সোমাই আহিল।

"তহঁত দেখোন ফুচ্‌ফুচীয়া মেলতহে লাগিলি। জুবি, কি, নেনাচিবা নে কি?"

হেমন্তৰ মুখৰ ফালে চাই চাই জুবি সিটো কোঠালৈ সোমাই গ'ল। হেমন্তই ক'লে, "মোক এখন হালধীয়া কাপোৰ দেচোন।"

"আৰু একো নালাগে?"

"নালাগে।"

"জুবিৰ কাৰণে?"

"জুবিৰ পিন্ধি থকা সাজেই হ'ব।"

তেতিয়া পশ্চিমত বেলিটো ৰঙা হৈ উঠিছে। মুকলি খিৰিকীয়েদি বেলিৰ পোহৰ আহি প্ৰকাশহঁতৰ গাত পৰিছেহি। গোটেই পৃথিৱীখন ৰঙা হৈ উঠিছে।

হেমন্ত কোঠাটোৰ মাজৰ দলিচাখনৰ ওপৰলৈ গ'ল। জুৰি তেতিয়াও সিটো কোঠাত।

আবেলিৰ ৰঙা পোহৰত কোঠাটোৰ মাজত দেখা গ'ল– বগা কাপোৰেৰে মূৰৰ পৰা ভৰিলৈকে ঢাক খোৱা হেমন্ত– যেন থিয় হৈ থকা এটা মৰা শ। লাহে লাহে সেই বগা স্তম্ভটোত কঁপনি উঠিল। ধীৰ, মন্থৰ কঁপনিৰে সি একে ঠাইতে নাচিবলৈ ধৰিলে। হঠাৎ কোনোবা এটা মুহূৰ্তত হেমন্তৰ মূৰৰ ওপৰত থকা বগা কাপোৰখিনি ডিঙিলৈকে খহি পৰিল। তাৰ ঠাইত দেখা গ'ল যেন বগা এটা স্তম্ভৰ মূৰত একুৰা ৰঙা জুই। হেমন্তৰ হাত দুখন তেওঁৰ মূৰৰ ওপৰত নাচিবলৈ ধৰিলে। আবেলিৰ ৰঙা পোহৰ আহি হেমন্তৰ মূৰৰ পৰা ডিঙিলৈকে ঢাকি ৰখা হালধীয়া কাপোৰখনৰ কঁপনিটোৰ ওপৰত পৰিল– যেন একুৰা জুইহে জ্বলি উঠিছে।

পৰেশ আৰু প্ৰকাশ দুয়ো একেথৰে নাচি থকা জুই-কুৰাৰ ফালে চাই ৰ'ল। সিহঁতে সেইটো হেমন্ত বুলি পাহৰি গ'ল। সিহঁতৰ আগত যেন কঁপি কঁপি জ্বলি উঠিছে, গছা এগছৰ মূৰত চাকি এটা।

হঠাৎ চঞ্চলভাৱে নাচি নাচি জুৰি কোঠাটোলৈ সোমাই আহিল। জুৰিৰ গাত ফিৰোজা ৰঙৰ মেখেলা-চাদৰ। তাৰ ওপৰত আবেলিৰ বেলিৰ ৰঙা পোহৰ। কোঠাৰ মাজত থিয় দি নাচি নাচি হেমন্ত হৈ পৰিছে একুৰা জ্বলি থকা, নাচি থকা ধুনীয়া জুই। জুৰি সোমাই অহাৰ লগে লগে হেমন্তৰ নাচৰ চঞ্চলতা বাঢ়িল। তেওঁ অধীৰ হৈ নাচিবলৈ ধৰিলে। কিন্তু থিয় দি থকা নিজ ঠাইতে। সৰু পখিলা এজনীৰ দৰে মৰণ-তৃষ্ণা ওঁঠত লৈ যেন বাউলী হৈ উঠিল জুৰি। তাই নাচিবলৈ ধৰিলে। চাকিৰ কাষ চাপি যায়, আকৌ আঁতৰি আহে। পাখি দুখন কেতিয়াবা মেলি দিয়ে, কেতিয়াবা জপাই আনে। একোবাৰ নাচি নাচি গৈ চাকিৰ গাত কণাৰ দৰে খুন্দা মাৰি উলটি আহে। কেতিয়াবা দুয়োখনি পাখি মেলি চাকিক সাবটি ধৰিব খোজে। আকৌ পাখি দুখন জপাই দূৰলৈ উৰা মাৰে। তাইৰ যেন দেহ নাই– তাই যেন কেৱল দুখনি পাখি! দুখনি নাচি থকা, উৰি থকা, কঁপি থকা ধুনীয়া পাখি। ক্ৰমে চগাৰ চঞ্চলতা বাঢ়ি যায়। অধীৰ হৈ, উদ্বাউল হৈ চগাই নাচিব ধৰে। ডুবিব-ধৰা বেলিৰ শেষৰ ৰঙা পোহৰকণ আহি জুৰিৰ গালত পৰেহি। সপোন-বিভোগ তাইৰ গাল দুখন ৰঙা পৰি উঠে। লগে লগে বাঢ়ি যায় হেমন্তৰ চঞ্চলতা– যেন ক'ৰবালে উৰি যাব, লৰি গৈ কাৰোবাক সাবটি ধৰিব! কিন্তু লৰিব নোৱাৰে। চগাই ঘূৰি ঘূৰি নাচিব ধৰিলে। গাৰ পাখি দুখনি এৰি তাইৰ প্ৰাণটো যেন ক'ৰবাত জঁপিয়াই পৰিব। বিহ্বল, অধীৰ হৈ তাই নাচিবলৈ ধৰিলে। হঠাৎ চকুৰ পচাৰতে গাৰ কাপোৰবোৰ খহাই জুৰিয়ে দুয়ো হাত মেলি হেমন্তৰ ডিঙিত সাবটি ধৰিলে। চগাই জুইৰ ডিঙিত সাবটি ধৰিলে। লগে লগে হেমন্তয়ো হালধীয়া কাপোৰখনেৰে জুৰিক নিমিষতে ঢাকি নিজৰ বুকুৰ মাজত সুমুৱাই লৈ নাচিব ধৰিলে।

সপোন দেখাৰ দৰে প্ৰকাশ, পৰেশ আৰু পাৰুৱে চাই আছিল। কাৰো মুখত মাত নাই, কাৰো চকুত পচাৰ নাই। চাকিৰ বুকুত চগা হেৰাই গ'ল। তেতিয়া চাকিৰ নাচৰ চঞ্চলতা আৰু বাঢ়িল। নাচি নাচি জুইকুৰা ক্ৰমে চাপৰ হৈ আহিল, সৰু হৈ আহিল। তাৰ পিছত হঠাৎ নুমাই থাকিল।

তেতিয়া বেলিটো পশ্চিমত মাৰ গৈছে।

প্ৰকাশহঁত মন্ত্ৰমুগ্ধৰ দৰে অভিভূত হৈ পৰিছিল। তেওঁলোকে কথা ক'বলৈকো পাহৰি গ'ল। কি কৰিব ভাবিছে, এনেতে গাৰ হালধীয়া কাপোৰখন মেৰাই জুৰি উঠি আহিল। মজিয়াত পৰি থকা তাইৰ চাদৰখন বুটলি লৈ লৰ মাৰি সিফালৰ কোঠাটোলৈ সোমাই গ'ল। অলপ পিছতে হাঁহি হেমন্তও উঠি আহিল। কাপোৰবোৰ ঠিক কৰি লোৱাৰ লগে লগে হেমন্তই ক'লে– "দেখিলি নাচ?"

প্ৰকাশে হাঁহিলে।

পাৰুৱে হাঁহি ক'লে, "ককাইদেউ, জুৰি আৰু আপুনি পুৰি শেষ হৈ গৈছিল নহয়! আকৌ ক'ৰ পৰা ওলালহি?"

"জুৰি ক'লৈ গ'ল, জুৰি?" পৰেশে চিঞৰি উঠিল।

"হেৰ, মোৰো তো অলপ বিচাৰ কৰ, তই দেখোন অকল জুৰিকহে বিচাৰিছ?"

"তোৰ আৰু কি বিচাৰ কৰিম? তোক তো পালোৱেই। পাৰু, যাচোন যা, মাক চাহ আনিবলৈ ক'গৈ। জুৰি, অ' জুৰি! প্ৰকাশ দেখোন চুপ্‌চাপ্! জুৰিক কংগ্ৰেচুলেশ্যন এটা– হেমন্ত, নাযাব কিয় তয়ে, জুৰিক বিচাৰি আন।"

"নাচ চালি হ'ল; আকৌ জুৰিক কেলেই?"

"তোক মই হিংসা কৰোঁ হেমন্ত– তোক মই ..."

এনেতে পৰেশৰ মাকে হাতত পানী আৰু গামোচা এখন লৈ সোমাই আহিল।

"মা, তই নাচ নেদেখিলি?"

"মই নাচ চাই থাকিলে, পিছে এইবোৰ কৰে কোনে?"

"অলপ ছেক্ৰিফাইচ্ কৰিব লাগিছিল মা। ইহঁতৰ ডেন্‌স্‌টো চাহতকৈ বহুত মিঠা– ৰসগোল্লাতকৈও মিঠা। মা, ৰসগোল্লা কৰিছ? আজি কিন্তু জুৰিক এটা ৰসগোল্লা উপহাৰ দিবই লাগিব।"

নিজৰ সাজ পিন্ধি গহীন হৈ জুৰি সোমাই আহিল। গোলাপী শ্বেড' দিয়া লেমটোৰ পোহৰত জুৰিক ৰাঙলী দেখা গ'ল। জুৰিৰ গাল দুখনত ৰঙা লাজ।

"এটা নাচ দেখুৱাবলৈ হ'লে যথেষ্ট প্ৰিপাৰেশ্যন্ লাগে। এনেকৈ হঠাৎ নাচিলে নাচিও ভাল নালাগে, চায়ো আমোদ নাপায়।" হেমন্তই ক'লে।

"হৈছে, হৈছে। নাচ তো দেখিলোৱেই। এতিয়া আকৌ বক্তৃতা দি তোৰ মূল্য বঢ়াব নালাগে।" পৰেশে ক'লে।

চাহ খাবলৈ আৰম্ভ কৰি অ'তপৰ মনে মনে থকা প্ৰকাশে ক'লে, – "নাচটোৰ এট্‌মছ্‌ফিয়েৰ সৃষ্টিৰ কাৰণে আৰু কেইজনীমান চগা হোৱা হ'লে কিজানি আৰু ভাল হ'লহেঁতেন, নহয় নে বাৰু?"

"অৱশ্যে হয়", হেমন্তই ক'লে– "কিন্তু পাব ক'ত।"

প্ৰকাশে হাঁহিলে।

একামোৰ পিঠা শেষ কৰি প্ৰকাশে আকৌ ক'লে, – "নাচটো শেষ ৰাতি নাচিলে কিজানি বেছি ৰিয়েলিষ্টিক্ হ'ব?"

জুৰিয়ে প্ৰকাশৰ ফালে চালে।

"সঁচা, ৰাতি হ'ব লাগে গহীন, চাৰিওফালে আন্ধাৰ, ক'তো জনপ্ৰাণীৰ সঁহাৰি নাই। চাকি জ্বলি থাকিব অকলে। তেতিয়া কোনোবা অদৃশ্য গবাক্ষেদি উৰি আহিব চগা– পাখিত তাইৰ চঞ্চল অধীৰতা, বুকুত তাইৰ আকুল তৃষ্ণা, চকুত তাইৰ দুৰ্বাৰ কামনা, তাইৰ ভৰিত বাজি উঠিব মৃত্যুঞ্জয়ী নাচৰ ছন্দ– নিজ-হেকওৱাৰ প্ৰফুল্ল মুক্তি –"

"ছন্দ-ফন্দ মই নাজানো। নাচটো কিন্তু মোৰ বৰ ভাল লাগিল –"

পৰেশে ক'লে, "কাপোৰ-কানি পেলাই দি সেই জুৰিয়ে যে তোৰ ডিঙিত সাবটি ধৰিলে, সেইটো মোৰ সপোন যেন লাগিছিল।"

জুৰিয়ে পৰেশৰ পিনে চাই ধুনীয়াকৈ হাঁহিলে।

"চগাজনীৰ পাখিকেইখন যেন খপ্ কৰে পুৰি গ'ল আৰু চাকিত জাঁপ দি পৰি শেষ হৈ গ'ল!"

প্ৰকাশ একান্ত মনে চাহ খোৱাত লাগি থাকিল।

"চগা যেতিয়া পুৰি শেষ হৈ গ'ল, তেতিয়া আপুনি খুব বেছিকৈ নাচিলে কিয় ককাইদেউ?" পাৰুৱে সুধিলে।

"নহয় পাৰু, চগা পুৰি শেষ হৈ নাযায়। চগা মৃত্যুঞ্জয়ী হয় মৰণৰ মাজেদি। চাকিৰ বুকুত চগাই জীৱন বিচাৰি লয়। সেই কাৰণেই চাকিয়ে আনন্দৰ নাচ নাচিলে। সেইডোখৰ নাচৰ নাম ক'ব পাৰা 'মৃত্যু-মিলন'। চাকিৰ লগত চগাৰ মিলন হ'ল; কিন্তু এই মিলন আৰু মৃত্যু একে বস্তু। সেয়েহে মিলনৰ পিছতে চাকি এবাৰ জ্বলি উঠি তাৰ পিছত ক্ৰমে নুমাই আহে।"

প্ৰকাশে এবাৰ চাহৰ পিয়লাৰ পৰা মূৰ দাঙি জুৰিৰ মুখলৈ চালে। তাৰ পিছত আকৌ পিঠা এডোখৰত কামোৰ দিলে।

ৰাতি বেছি হোৱা দেখি জুৰি আৰু হেমন্ত উঠিল। আহিবৰ সময়ত প্ৰকাশে ক'লে, "আজিৰ আবেলিটো আমাৰ বেছ বঢ়িয়াকৈ কাটিলে।" হয়তো আৰু কিবা বেছি ক'ব বুলি জুৰিহঁতে আশা কৰিছিল; কিন্তু প্ৰকাশক মনে মনে থকা দেখি বিদায় লৈ গুচি আহিল।

আহোঁতে বাটত জুবিয়ে হেমন্তক আন আন কথাৰ মাজতে সুধিলে, "প্ৰকাশ ফুকন মানুহজন বৰ গহীন নহয় নে?"

হেমন্তই একো নামাতিলে।

এঘাৰ দিন পিছত।

পুৱাতে গা ধুই উঠি হেমন্তৰ তালৈ যাবলৈ ওলাইছে। অহা সপ্তাহত 'কল্পনা নাট্য মন্দিৰ'ত জুবিহঁতৰ নৃত্য প্ৰদৰ্শনী হ'ব। তাৰ কাৰণে জুবি আৰু হেমন্ত দুয়ো নাচৰ যো-জা কৰাত ব্যস্ত। প্ৰদৰ্শনীৰ আয়োজন কৰিছে প্ৰকাশ আৰু গাকৰে। জুবিয়েও হেমন্তৰ কল্পনাক প্ৰাণ দিবৰ কাৰণে যথাশক্তি চেষ্টা কৰিছে।

বৈকুণ্ঠ সোণাৰি তেতিয়া গা ধুই উঠি গোসাঁইঘৰত সোমাইছে। প্ৰকাশ ফুকন চাইকেলখনৰ পৰা নামি জুবিহঁতৰ চোতাললৈ সোমাই আহিল। প্ৰকাশক দেখি জুবিয়ে আনন্দৰ উজ্জ্বল হাঁহি এটা মাৰি ভিতৰলৈ মাতি নি বহিবলৈ দিলে। প্ৰকাশ বহিল আৰু এবাৰ সহজভাৱে জুবিলৈ চালে।

"আপুনি আমাৰ ঘৰ কেনেকৈ চিনি পালে?" হাঁহি জুবিয়ে সুধিলে।

প্ৰকাশে অলপ পৰ মনে মনে থাকি ক'লে, "তোমালোকৰ ঘৰ বুলি ক'ব নোৱাৰোঁ। মোৰ এজন সোণাৰিৰ লগত দৰকাৰ আছিল। পৰেশক সোণাৰিৰ কথা সোধাত এইটো ঘৰৰ ঠিকনা ক'লে। এইটো যে তোমালোকৰ ঘৰ মই নাজানিছিলোঁ।"

"একো ভুল হোৱা নাই। এইটো আমাৰ ঘৰো, সোণাৰিৰ ঘৰো। দেউতা এতিয়াই আহিব। আপুনি অলপ বহক।"

জুবি ভিতৰলৈ গৈ তামোলৰ বটাটো আনি আগবঢ়াই দিলে।

এনেতে বৈকুণ্ঠ সোণাৰি গোসাঁইঘৰৰ পৰা ওলাল। তিতা চুলিকোছা পিঠিত পেলাই জুবি ওলাই গ'ল হেমন্তৰ ঘৰৰ ফালে। প্ৰকাশে এবাৰ জুবিৰ ফালে চাই বৈকুণ্ঠৰ লগত কথা পতাত লাগিল।

'কল্পনা নাট্য মন্দিৰ'ত হেমন্ত আৰু জুবিৰ নৃত্যৰ বিৰাট আয়োজন। হেজাৰ হেজাৰ দৰ্শকেৰে ঘৰ ঠাহ খোৱা। গেলেৰী ওচৰ-দূৰণিৰ বুঢ়ী-গাভৰুৰে ভৰপূৰ। সকলোৰে মুখত উৎকণ্ঠা আৰু ব্যগ্ৰতা। নেদেখা নাচৰ সমালোচনাত গোটেই হলটোত এটা গুণগুণনি উঠিছে। দৰ্শকৰ মূৰৰ ওপৰৰ লাইটৰ বং্বোৰ মুহূৰ্তে মুহূৰ্তে পৰিবৰ্তন হৈছে।

প্ৰথম ঘণ্টা পৰিল। সকলো দৰ্শক নিমাত, নিস্তব্ধ। সকলোৰে চকু 'ষ্টেজ'ৰ সন্মুখৰ নীলা পৰ্দাখনৰ ওপৰত।

লাহে লাহে পৰ্দাখন কাষলৈ আঁতৰি গ'ল। দৰ্শকৰ চকুত পৰিল যৌৱাবৰণীয়া কেইটামান শিলৰ মাজেদি বৈ অহা নিৰ্মল পানীৰ এখনি সৰু নিজৰা। তাৰ পাৰত শিল

এটাৰ ওপৰত এখন ভৰি দি গেৰুৱা কাপোৰ পিন্ধা এজন ডেকা— হেমন্ত। মুখত শান্ত, পাতল হাঁহি।

হেমন্ত আগবাঢ়ি আহি সমবেত দৰ্শকক এটি সেৱা জনালে। তাৰ পিছত লাহে লাহে ক'লে, “স্ৰষ্টাৰ যি ইঙ্গিতত জড় সৃষ্টিৰ প্ৰাণত চেতনাৰ আলোড়ন— তাতে নাচৰ জন্ম। চেতনাৰ সেই আলোড়নৰ স্মৃতিকে লৈ আজিও সাগৰৰ ঢৌৱে নাচে, আকাশৰ তৰাই নাচে, জোনৰ জোনাকে নাচে, মানুহৰ প্ৰাণে নাচে। সেই চেতনাৰে সান্নিধ্য বিচাৰি আপোনাসকলৰ উদ্দেশ্যেৰে আজি গধূলিৰ আমাৰ এই আচমনী। আয়োজন আমাৰ ক্ষুদ্ৰ; কিন্তু আপোনাসকলৰ জীৱনৰ সহস্ৰ নিশাৰ ভিতৰৰ আজিৰ এই নিশাটোক ছন্দৰ চেতনাৰে যাতে সজীৱ কৰি তুলিব পাৰোঁ, সেই সাৰ্থকতাৰে আশীৰ্বাদ বিচাৰি আমি সেৱা জনালোঁ।”

পট পৰিল।

সকলো দৰ্শকৰ কাণত বাজিব ধৰিলে হেমন্তৰ কথাকেষাৰ। তাৰ পিছত আৰু এটা ঘণ্টা পৰিল।

শুন-নুশুনকৈ শুনা বীণৰ এটা মিহি সুৰ দৰ্শকৰ কাণত পৰিবলৈ ধৰিলে। খন্তেক পিছতে পৰ্দা আঁতৰি গ'ল।

হঠাৎ সকলো লাইট নুমাল। ষ্টেজৰ একোণত জ্বলি থাকিল ক্ষীণ পোহৰৰ এটা নীলা ‘বাল্ব’।

চাৰিওফালে নিস্তব্ধতা। হঠাৎ দূৰৈত কাৰোবাৰ ভৰিৰ নূপুৰ-ধ্বনি শুনা গ'ল। অলপ পৰ আৰু একো নাই। দূৰণিত দেখা গ'ল এটা নীলা পাহাৰৰ শৃঙ্গ। নূপুৰ-ধ্বনি যেন তাৰেই বুকুতে বাজি উঠিছে।

তাৰ পিছত সেই নীলা পাহাৰটোৰ একাষত দেখা গ'ল এখনি বগা মুখ— গালত তেজ ফুটো ফুটো, ওঁঠত হাঁহি ফুটো ফুটো, চকুত লাজৰ ৰেখা। নূপুৰৰ ধ্বনি ক্ষীণ হৈ আহিল। শক্তিমান ছন্দত বীণৰ সুৰ বাজি উঠিল। আৰম্ভ হ'ল জুৰিৰ নাচ। দূৰত যেন মহাসাগৰৰ গভীৰ সুৰ— ছন্দময় আহ্বান।

জুৰিৰ নাচ আৰম্ভ হ'ল। মুখত ফুটি উঠিল হাঁহি, চকুৰ পৰা খহি আহিল সেউজী লাজৰ কাজল। গোটেই গাত বাগৰি-যোৱাৰ ছন্দ, ছন্দ-বলিয়া হৈ, অধীৰ হৈ হেৰাই যোৱাৰ ছন্দ। জুৰিৰ চুলি মুকলি , হাত মুকলি— বুকুৰ ওপৰত নাচি উঠিল বৈ-যোৱা জুৰিৰ ছন্দ-বিহুল ঢৌ। বিৰাম নাই, বিশ্ৰাম নাই— জুৰি নাচি নাচি আত্মহাৰা হৈ বৈ গৈছে। মাজে মাজে নাচি নাচি ক'ৰবাৰ শিলৰ বুকুত হেৰাই যায়— অদৃশ্য হৈ যায়। কেতিয়াবা বাটৰ শিলৰ লগত লাগে মিঠা যুঁজ— বাটৰ শিল খহি পৰে। বনৰীয়া ফুলবোৰ ছিঙি বুকুত সাবটি লয়, চুমা খায়, আকৌ এৰি দিয়ে। সকলোকে চুই যায় সকলোকে ধুই নিয়ে; কিন্তু ক'তো নৰয়— কাৰো কাৰণে অলপো নৰয়।

হঠাৎ ৰূপালী লাইট্ জ্বলি উঠে। জুৰিৰ সোণবৰণীয়া দেহাটো অপূৰ্ব স্বৰ্গীয় লাৱণ্যত উদ্ভাসি উঠে। জোনাকত গা ঢালি জুৰিয়ে নাচিব ধৰে। গতিত তাইৰ

তেজোময় ছন্দ, মুখত মুক্তিৰ স্বাধীন হাঁহি। নাচি নাচি তাই নতুন দেশলৈ– দূৰ আৰু দূৰ দেশলৈ আঁতৰি যায়। তাত তাই একেবাৰে নতুন, কোনোৱে নিচিনে– কোনোৱে তাইক নেজানে। তাই অধীৰ হৈ নাচে। আঁতৰত শুনা যায় মহাসাগৰৰ গভীৰ সুৰ– সুৰটোত যেন এটা কোমল কঁপনি!

জোনাক শেষ কৰি লাহে লাহে ওপঙি উঠে নিশা-শেষৰ মেঘ-ধূঁৱলীয়া পোহৰ। বাউলী জুৰি নাচি নাচি হঠাৎ অদৃশ্য হৈ যায়। ...

পট পৰিল।

দৰ্শকবোৰে যেন পাহৰি গৈছিল নিজৰ কথা, জগতৰ কথা, এজনী গাভৰুৰ দেহাৰ ললিত ভঙ্গী চাই থকাৰ কথা। সকলো অভিভূত– সকলো মন্ত্ৰমুগ্ধ। দৰ্শকৰ মাজত এটা পাতল গুণগুণনি উঠিল, কিন্তু কোনে কি ক'ব খুজিছে বা কৈছে, কোনেও নাজানে। এতিয়াও যেন সকলোৰে চকুৰ আগত সেই ধুনীয়া গাভৰুজনীয়ে নাচিব লাগিছে। ... চকুত তাইৰ সলাজ হাঁহি, বুকুত ৰূপালী ঢৌ, দেহাত বাউলী হৈ বৈ যোৱাৰ উত্তাল গতি-ছন্দ। ...

জগতৰ সকলো কোলাহল তল পেলাই এতিয়াও যেন সকলোৰে কাণত বাজি আছে, বৈ-যোৱা জুৰিৰ বুকুৰ ঢৌবোৰৰ কুলু-কুলু ধ্বনি। ...

আৰু কেইবাটাও নাচ জুৰি আৰু হেমন্তই দেখুৱালে। 'কামৰূপ' বোলা নাচটোও নাচিলে। হাত চাপৰিৰ জাউৰিত গহীন ৰাতিটো মুখৰ হৈ উঠিল।

শেষৰ নাচটো জুৰি আৰু হেমন্ত দুয়ো নাচিলে।

নাচটোৰ নাম 'ৰাতি আৰু ৰজনীগন্ধা'। দিনৰ দিনটো নিজক পাতৰ আঁৰত লুকাই ৰাখি ৰাতিৰ ক্ষণলৈ অপেক্ষা কৰি থাকে ৰজনীগন্ধাই। লাহে লাহে সাজ গঢ়ে– ৰাতি আহে, গহীন খোজ, গাত পাতল বগা জোনাকৰ ৰহণ, মুখত স্নিগ্ধ কোমল স্বপ্নৰেখা, মূৰত ডাঠ ক'লা চুলিৰ ওপৰত ক'লা পাৰিৰ চেলেঙৰ ওৰণি; গাত লোৱা আকাশ-বুলীয়া কাপোৰখনত উজ্জ্বল সোণ বৰণীয়া তৰাৰ শাৰী।

ৰাতিৰ আগমনত ৰজনীগন্ধাৰ পাহিবোৰ লাহে লাহে মেল খালে – এটা এটাকৈ। আকাশৰ পৰা লাহে লাহে বাগৰি আহিল বগা জোনাকৰ ঢৌ। জোনাকক বুকুত লৈ আৰম্ভ হ'ল ৰজনীগন্ধাৰ নাচ। ৰজনীগন্ধাৰ কি আনন্দ! কি আবেশ! কি ছন্দ! আৰু কোনো নাই– ৰাতি আৰু ৰজনীগন্ধা। ...

ৰজনীগন্ধাৰ নাচোন লাগি কঁপি উঠিল ৰাতিৰ বতাহ– কঁপি উঠিল ৰাতিৰ আকাশৰ নীলিমা। ৰাতিয়েও নাচিব ধৰিলে। নাচোঁতে নাচোঁতে কেতিয়াবা ৰাতিৰ বুকুত ৰজনীগন্ধা লুকাই পৰে, থাকে কেৱল জোনাক– শুভ্ৰ বিমল জোনাক, কেতিয়াবা আকৌ ৰজনীগন্ধাৰ বুকুত লুকাই পৰে ৰাতি, থাকে কেৱল শুভ্ৰ ৰজনীগন্ধাৰ জোনাক-সনা পাপৰিত নাচৰ ধৱল ছন্দ।

নাচি নাচি দুয়ো আত্মহাৰা, উদ্‌ভ্ৰান্ত– যেন পৃথিৱীত আৰু কোনো নাই! লাহে লাহে পূব আকাশৰ হিৰণ্য গৰ্ভৰ পৰা দুষ্টা উষাৰ ভৰিৰ শব্দ শুনা গ'ল। শেষবাৰৰ

কাৰণে নিশাই ৰজনীগন্ধাক বুকুত সাবটি ধৰিলে। তাৰ পিছত ৰজনীগন্ধাৰ ফালে চাই চাই ৰাতি দিগন্তৰ সিফাললৈ আঁতৰি গ'ল। আকুল, উদাস, অপূৰ্ণ দৃষ্টিৰে ৰজনীগন্ধায়ো ৰাতি যোৱাৰ বাটলৈ ৰ-লাগি চাই ৰ'ল।

যৱনিকা পৰিল।

পৰ্দাৰ সন্মুখলৈ আহি পৰেশে চিঞৰি বক্তৃতা আৰম্ভ কৰিলে, – "দৰ্শকসকল! জুৰি আছিল এজনী সামান্য ছোৱালী, কিন্তু আজি জুৰি সুকুমাৰ কলাৰ এটা জীৱন্ত ৰূপ। জুৰি আছিল এজনী ছোৱালী; কিন্তু আজি হেমন্তৰ মায়া-তুলিৰ পৰশত জুৰি এটা কল্পনা– কল্পনাই নহয়, কল্পনাৰ সিপাৰৰ ৰূপকথাৰ দেশৰ সপোনকুঁৱৰী। কিন্তু মনত ৰাখিব বাইজ! জুৰি হেমন্তৰ সৃষ্টি। জুৰি ..."

পৰেশৰ বক্তৃতা শেষ হ'বলৈ নৌপাওঁতেই দৰ্শক প্ৰায়বোৰেই হলৰ পৰা ওলাই আলিবাট পাইছেগৈ। নাচৰ পিছত বক্তৃতা শুনিবৰ ধৈৰ্য এই ৰাতি আৰু কাৰো নাছিল। শূন্য হলটোলৈ লক্ষ্য কৰি অগত্যা পৰেশে আধা কোৱাকৈয়ে বক্তৃতা শেষ কৰি ষ্টেজলৈ সোমাই আহিল।

"এই ৰাতিখন কেলেই টেঁটুফালি মৰিছ পৰেশ?" হেমন্তই ক'লে।

পাক ষ্টেজৰ ভিতৰতে আছিল। তাই দৰ্শক শ্ৰেণীৰ মাজৰ পৰা ঘোষিত পুৰস্কাৰৰ হিচাপ উলিয়ালে– "মেডেল এধাৰটা – সোণৰ ..."

"হৈছে হৈছে পাক! পুৰস্কাৰ ঘোষণা কৰা মানে, ঘোষণা কৰি নোৱাৰাবোৰতকৈ নিজক অলপ ডাঙৰ বুজোৱা। ঘোষণাহে কৰি গ'ল, কোনোৱে তো নিদিয়ে! মিছাকৈয়ে তাৰ-হিচাপ কৰি আৰু ৰাতি কৰিবৰ আৱশ্যক নাই। যাওঁ বলা।"

এনেতে দৰ্শকৰ মাজত কেনিবাদি মনে মনে বহি থকা প্ৰকাশ ফুকন ষ্টেজলৈ উঠি আহিল। প্ৰকাশ হেমন্তৰ কাষলৈ গৈ স্বাভাৱিক গহীন মাতেৰে ক'লে, "আপোনালোকৰ নাচ বৰ ধুনীয়া হৈছে। 'সঙ্গী-হেৰোৱা শৰালি' নাচটো মোৰ বেছি ভাল লাগিল। মই এওঁক এই আঙঠিটো পুৰস্কাৰ দিব খুজিছোঁ।" প্ৰকাশে জুৰিৰ ফালে আঙঠি আগবঢ়াই দিলে। জুৰিয়ে হাত পাতি লৈ এবাৰ প্ৰকাশৰ ফালে এবাৰ হেমন্তৰ মুখলৈ চালে। পাকৰে মাৰিলে দুষ্ট হাঁহি এটা।

ৰাতিৰ খেলাৰ অন্ত পৰিল।

পৰেশে বাওঁহাতৰ ঘড়ীটো চাই চিঞৰি উঠিল– "পাক, ব'ল ব'ল – তিনি বাজি গ'ল।"

সকলো সিহঁতদিহি যাবলৈ ওলাল।

পাক, প্ৰকাশ আৰু পৰেশ গ'ল নিজ ঘৰৰ ফালে– হেমন্ত আৰু জুৰিয়েও খোজ ল'লে ঘৰৰ ফালে।

তেতিয়া আন সকলো মানুহ গৈ শেষ হৈছে। গহীন ৰাতি। জোনটো মাৰ যাওঁ যাওঁ।

শেষ নিশাৰ আধা-দেখা আন্ধাৰত হেমন্তৰ কাষে কাষে জুৰি। দুয়োৰে যেন বেলেগ বেলেগ কল্পনা, বেলেগ বেলেগ চিন্তা। হেমন্তৰ খোজত যেন এটা লুকাব নোৱাৰা উৎকণ্ঠা। জুৰিয়ে হেমন্তৰ মুখলৈ ঘূৰি চালে।

"মই আহিছোঁ জুৰি! হেমন্তই ক'লে।

"আহিছে?" কঁপা কঁপা মাতেৰে জুৰিয়ে ক'লে। অলপ পৰ দুয়ো নিমাত। তাৰ পিছত লাহে লাহে জুৰিয়ে ক'লে, "আপুনি মোক ইমান ডাঙৰ কৰিলে!"

আন্ধাৰতে হেমন্তৰ মুখখন উজ্জ্বল হৈ উঠিল।

"তুমি আছিলা মোৰ কল্পনাত, এটা সপোন— এটা আদর্শ। কিন্তু আজি তুমি মোৰ সেই কল্পনাক জীৱন্ত কৰি তুলিলা। আজি তুমি মোৰ কল্পনাতকৈও ডাঙৰ। তুমি যে মোক কিমান ডাঙৰ কৰিলা জুৰি!"

"কিন্তু আপুনি যে মোক সৃষ্টি কৰিলে।"

"এৰা, সেই কাৰণেই মই আজি ইমান ডাঙৰ!"

অলপ মনে মনে থকাৰ পিছত লাহে লাহে জুৰিয়ে ক'লে, "মই যে ধূলি-বালি, জেং-জাবৰৰ মাজত পোত গৈ আছিলোঁ। মোক বিচাৰি উলিয়াওঁতে আপোনাৰ গাত কিমান ধূলি-বালি যে লাগিল।"

"লাগক জুৰি! সোণ আছে জানিয়েই মই খনিৰ বালি-বোকা খান্দিছিলো!"

দুয়ো আকৌ মনে মনে গৈ থাকিল।

তেতিয়া জোনটো পশ্চিম ফালৰ ডাৱৰ এচপৰাৰ বুকুত লুকাই পৰিছে। পৃথিৱীখন নীৰৱ, নিথৰ, নিস্তব্ধ। আকাশত দুই-এটা তৰা, তলত পাতল আন্ধাৰ। এজাক অলপ চেঁচা বতাহ মাৰিলে। জুৰিয়ে গাৰ কাপোৰখন টানি ল'লে। বনৰীয়া চৰাই এটাৰ অপৰিচিত মাত; জুৰি হেমন্তৰ কাষ চাপি আহিল।

হেমন্ত ৰ'ল। হাত দুখন মেলি জুৰিক লাহে লাহে বুকুৰ মাজত সুমুৱাই ল'লে। জুৰিৰ গালত এটা চুমা খালে। তাৰ পিছত অলপ পৰ জুৰিক তেনেদৰেই ধৰি থাকিল। জুৰিৰ যেন বৰ ভাগৰ লাগিছিল। এখন হাতেৰে হেমন্তৰ ডিঙিত সাবটি ধৰি জুৰিয়ে অৱশভাৱে ক'লে, "কামৰূপ নাচটোৰ কথা মনত আছে নে?"

হেমন্তই একো মাতিব নোৱাৰিলে। জুৰিয়ে নিজেই কৈ গ'ল – "মোৰ বুকুৰ মাজত, মোৰ হিয়াৰ কঁপনি ভেদি, নাচি উঠিল কামদেৱ। ..." হেমন্তই জুৰিক আৰু এটা চুমা খালে। ...

কেবাদিনো পাৰ হৈ গ'ল!

হেমন্তই বহি বহি নতুন নাচৰ, নতুন কৃতকার্যতাৰ কল্পনা কৰে। অভিনন্দন জনাবলৈ অহা দুই-এজন ভদ্ৰলোকে তেওঁৰ কল্পনাত বিথিনি ঘটাই যায়হি। তেওঁ আকৌ কল্পনা কৰে।

তিনিদিন জুবি হেমন্তৰ ওচৰলৈ অহা নাই। আবেলি হেমন্ত জুৰিহঁতৰ ঘৰৰ ফালে ওলাই গ'ল।

গধূলি আঠ বাজি গৈছে। কৃষ্ণপক্ষৰ আন্ধাৰ। আকাশত ডাঠ ক'লা মেঘ।

প্ৰকাশ ফুকনৰ সৰু ঘৰটোৰ আধা-মুকলি দুৱাৰখন মেলি জুবি ভিতৰলৈ সোমাই আহিল। মেজখনৰ কাষত ফুকন বহি আছিল। মূৰ তুলি চালে। পাতল এটা হাঁহি মাৰি মেজৰ পৰা সৰু লেম্‌টো হাতত লৈ ভিতৰৰ আন এটা কোঠালিলৈ জুবিক বাট দেখুৱাই লৈ গ'ল। লেম্ নোহোৱা কোঠাটো অন্ধকাৰেৰে ভৰি পৰিল।

ৰাতি এঘাৰ বাজি গ'ল। ঘন আন্ধাৰ। বৈকুণ্ঠ সোণাৰিয়ে মূৰ উলিয়াই বাহিৰৰ ফালে চালে আৰু ক'লে, "আপুনি অলপ বহকেই বোপা! বৰষুণ আনেহে লাগে।"

হেমন্তই মূৰ উলিয়াই বাহিৰলৈ চাই ক'লে, "আনিলেও অলপ পিছতহে আনিব। তাৰ আগতে মই পামগৈ। জুবি কিজানি মোৰ বাবে বহি আছেগৈ।"

বৈকুণ্ঠ সোণাৰিৰ ঘৰৰ পৰা হেমন্ত ওলাই আহিল।

কি জানো ভাবি ভাবি এটা সৰু আন্ধাৰ গলিৰ মাজেদি হেমন্তই খোজ ল'লে। আহি আহি হেমন্ত প্ৰকাশ ফুকনৰ ঘৰৰ ওচৰ পালেহি। দেখিলে, ফুকনৰ ঘৰৰ ভিতৰৰ পৰা জুবি ওলাই আহিছে, লগত লেম এটা লৈ প্ৰকাশ।

হেমন্ত ঘূৰিল। আকৌ অহা বাটে খোজ দিবলৈ ঘূৰিলে। অৱশভাৱে ব্যস্ত হৈ আহি জুবিয়ে হেমন্তক লগ ধৰিলেহি। হেমন্তৰ খোজ ধীৰ। জুবি হেমন্তৰ ওচৰ চাপি গ'ল আৰু হেমন্তৰ লগে লগে যাবলৈ ধৰিলে। অলপ পৰ দুয়ো নীৰৱ।

তাৰ পিছত অলপ ভয়ে ভয়ে যেন জুবিয়ে সুধিলে, "আপুনি মোক বিচাৰি আহিল?"

হেমন্তই মূৰ দাঙি জুবিৰ মুখলৈ চালে। আন্ধাৰত একো নেদেখিলে। অলপ পৰ মনে মনে থাকি হেমন্তই একো নোকোৱাকে ঠিক কৰিলে।

"মই প্ৰকাশ ফুকনৰ ঘৰলৈ আহিছিলোঁ।" জুবিয়েই আকৌ ক'লে। "মই আপোনাৰ তালৈকে যাবলৈ আহিছিলোঁ। কেনেকৈ জানো আহি ইয়াত, প্ৰকাশ ফুকনৰ ঘৰত ওলালোঁহি," — কঁপা মাতেৰে জুবিয়ে ক'লে।

"ময়ো ঘৰলৈহে খোজ লৈছিলোঁ। কেনেকৈ জানো এইখিনি ওলালোঁহি।" নিজেই কোৱাৰ দৰে হেমন্তই ক'লে।

অলপ পৰ দুয়ো নীৰৱ। ...

"জুবি! মই এটা নতুন নাচৰ কথা ভাবিছোঁ। এৰা, নাচটো বেচ্ ধুনীয়া হ'ব।"

আন্ধাৰতে জুবিয়ে হেমন্তৰ মুখলৈ চালে। ডাঠ আন্ধাৰ, একো নেদেখিলে।

"আপুনি মোৰ পৰা আঁতৰি গৈছে নে কি? মই দেখোন আপোনাক দেখাকে নাই।"

"আঁতৰি যোৱা নাই জুবি! আহা, এয়া মই লগতে আছোঁ।"

মাতটো অনুসৰণ কৰি জুৰি হেমন্তৰ কাষলৈ আহিল। "আপুনি নতুন নাচ এটা ভাবিছে?"

"এতিয়া বাৰু থাকক। সেইটো আন এদিন হ'ব। এতিয়া বৰ আন্ধাৰ হৈছে – ব'লা।"

জুৰি হেমন্তৰ কাষ চাপি আহিল– আৰু কাষলৈ।

"কোনখিনি নো পালোঁহি? আন্ধাৰত দেখোন একো চিনিবই নোৱাৰি।"

জুৰিয়ে হাত এখন আন্ধাৰতে হেমন্তৰ ডিঙিৰ ফালে আগবঢ়াই দিলে– যেন পৰি যাবলৈ ধৰি কিবা অৱলম্বন বিচাৰিছে। হেমন্তই অনুভৱ কৰিলে, জুৰি যেন বৰ দুৰ্বল। দুয়ো হাতেৰে হেমন্তই জুৰিক বুকুত সুমুৱাই ল'লে। মুখখন এবাৰ জুৰিৰ মুখৰ কাষলৈ চপাই নি আকৌ আঁতৰাই আনি লাহে লাহে জুৰিক এৰি দি ক'লে, "তোমাক থৈ আহোঁ, ব'লা জুৰি!"

তেতিয়া মেঘৰ বুকুৰ পৰা বৰষুণৰ সৰু টোপালবোৰ টিপ্-টিপ্‌কৈ খহি আহিছে। ....

# জীৱন আৰু জগত

... নিজেই বুজি নোপোৱা তাইৰ জীৱনটো! ব্যথা-দীৰ্ণ এটা জীৱন্ত অভিশাপ— মানৱত্বৰ এটা নগ্ন অপমান! অভিজাতৰ ঘৰৰ দাসী তাই— তাইৰ গোটেই অস্তিত্বটোৰ মূল্য, দেহৰ সকলো সামৰ্থ্য দি গৃহস্থৰ শুশ্ৰূষা কৰা, আৰু শূন্যৰ মাজত জীৱনৰ পূৰ্ণতা বিচাৰি মৰু-যাত্ৰীৰ দৰে মৰীচিকাৰ পিছে পিছে আগবাঢ়ি যোৱা। আশা— তাইৰো আশা আছে— হয়তো সুখৰ, সম্পদৰ মুক্তিৰ— কিন্তু তাই যে চাকৰণী,— চাকৰণীৰো আকৌ আশা!

বেলিৰ পোহৰ পৃথিৱীত পৰাৰ আগৰে পৰা নিশাৰ নিয়ৰ গছ-পাতৰ পৰা সৰি পৰালৈকে তাই কাম কৰে। কাম, কাম, কাম— বিধাতাই যেন কাম কৰিবৰ কাৰণেহে সৃষ্টি কৰিলে তাইৰ জীৱনটো! নিষ্প্ৰাণ যন্ত্ৰৰ দৰে দিনটো তাই অবিৰাম ঘূৰি ফুৰে কামৰ পিছে পিছে, অভিজাতৰ ঘৰৰ অনিৰ্দিষ্ট কামৰ ধাৰাবাহিকতাৰ দোধোৰ-মোধোৰত সোমাই থাকিয়ে তাইৰ সুঠাম দেহাটো যন্ত্ৰৰ দৰে কৰ্কশ আৰু গতানুগতিক হৈ পৰিছে; অৱসৰ কি, বিশ্ৰাম কি তাই বুজি নেপায়। অত কৰিও যদি তাই গিৰিহঁতৰ এষাৰ মিঠা মাত, অকণি চেনেহ পালেহেঁতেন! এটি পুতৌ-সনা চাৱনি পালেহেঁতেন! প্ৰতিটো কামতে তাইৰ খুঁত ওলায়।

গৃহস্থৰ তৃপ্তিৰ কাৰণেহে তাইৰ গোটেই ব্যক্তিত্বখিনি নিয়োগ কৰি তাই কাম কৰে! কিন্তু তাইৰ অজ্ঞানেই কত ভুল কৰে তাই! ... ভুল? ... কিন্তু তাই যে চাকৰণী!

পুৱা শুই উঠি তাই কাষত কলহটো লৈ পানী আনিবলৈ যায়। ফাগুনমহীয়া কোমল বতাহ ছাটি তাইৰ গাত লাগে, কি যেন এটা অব্যক্ত মাদকতাৰ পৰশত তাইৰ অৱৰুদ্ধ হিয়াখনি শিয়ৰি উঠে। কোনে যেন তাইৰ অন্তৰত মনে মনে কৈ যায়, কিবা এটা মহা অপূৰ্ণতাৰ বাতৰি— নোপোৱাৰ এটা মৌন নিৰ্মমতাৰ কথা! তাইৰ মন উদাস হৈ যায়। দলঙেদি পুখুৰীলৈ নামি যায় তাই— শীতল, নীলা পুখুৰীৰ পানীত নিজৰ মুখৰ প্ৰতিচ্ছবিটো দেখি আপোন-পাহৰা হৈ চাই থাকে। অন্তৰত তাইৰ কি ভাব উথলে কোনে জানে! পূব আকাশত দুই-এডোখৰ বগা ডাৱৰ দূৰৰ পৰা ভুমুকি মৰা বেলিৰ পোহৰত আৰু মধুৰ হৈ উঠে। উত্তৰৰ পৰা এজাক বগা বগলী উৰি যায়— নীৰৱে— জানোচা অকণি হাঁহ কৰিলে নিয়ৰত তিতি থকা প্ৰভাতী ধৰণীৰ স্বপ্নভঙ্গ হ'ব; জানোচা সিহঁতৰ পাখিৰ বা লাগি পুৱাৰ পৱনৰ কোমল ছন্দত আঘাত লাগিব! কোনোবা অনন্তৰ ফালে সিহঁত উৰি যায়— মুক্ত-জীৱনৰ গৌৰৱত সাৰ্থকতা উপলব্ধি কৰি। মিনি, তাই চাই থাকে। তাইৰ মদিৰাসনা কোমল, নীলা চকুযোৰে চাই ৰয়— শেষ নোহোৱা পুৱতি আকাশৰ বুকুৰেদি উৰি যোৱা সেই নিস্তব্ধ বগলীজাকলৈ। তাইৰ

চকুযুৰি আৰু কোমল হৈ আহে, কিবা এটাৰ আশাত তাই চঞ্চল হৈ উঠে। ... কি? তাই বুজি নেপায়। হয়তো তাই বিচাৰিছে— তাই বুজি নোপোৱা সেই অবাৰিত মুক্তিৰ আনন্দধ্বনি, সেই অবাধ স্বাধীনতাৰ অনাস্বাদিত মাধুৰীখিনি। তাই মাত্র চাই ৰয় দূৰণিত নীলা অসীমৰ বুকুত ক্রমে অস্পষ্ট হৈ অহা বগা পাখিৰোৰলৈ।

এটা ডাঙৰ মাছে মাৰে। পুখুৰীৰ নিৰলা পানীত এটা খলকনি উঠে। মিনিৰ সপোন ভাগে। কলহটো ভৰাই লৈ তাই ওভতে। ...

কামৰ হেঁচা দি কেৱে কালক ধৰি ৰাখিব নোৱাৰে। তাই ক'ব নোৱাৰাকৈয়ে তাইক আহি স্পর্শ কৰে যৌৱনৰ অনাহূত মাধুৰীয়ে। তাইৰ জীৱনৰ ধাৰাবাহিকতাত এটা পৰিৱর্তন তাই অনুভৱ কৰে। যৌৱনৰ পৰশত তাইৰ উদ্দাম বাসনাবোৰ বিকশি উঠে। এটা অভিনৱ মাদকতাত তাইৰ অন্তৰ আলোড়িত হয়। গেৰেকণিত ফুলা পদুম তাই, — হওক — তাইৰোতো ভৱিষ্যতৰ এটা সম্ভাৱনা আছে! নিজক বিলাই দিবৰ এটা গুপুত উৎকণ্ঠা তাইৰো দাসী হৃদয়ৰ ৰক্তকণাত গুমৰি উঠে। তাই ভাবে। কিন্তু তাই যে চাকৰণী। ... কিন্তু তাইৰোতো যৌৱন। —...

— পুহ মাহ। অভিজাত পৰিবাৰৰ সুখৰ ঋতু, ভোগৰ কাল। বাহিৰত আকাশ-ঢকা কুঁৱলী — যেন নিপীড়িত দৰিদ্রৰ লোতক-ভৰা চকুৰ শীতল বাষ্প।

কেনেবাকৈ গাৰ কাপোৰ খহি যোৱাত চুনুৱে কান্দি উঠে। “মিনি” — বাইটিৰ কর্কশ মাত। লেপৰ তলৰ পৰা কোৱা, মোৰ কাণত আহি টনহ্‌ কৰে পৰে, — “মিনি”!

“মাই”! — ব্যস্ত হৈ চুনুক আনিবলৈ মিনি লৰি আহে। নাওৰা তলৰ চেঁচা মাটিৰ ওপৰত পৰা তাইৰ ধান-খেৰৰ বিছনাখনৰ উম্‌টো অনিচ্ছাতো তাই বিসর্জন দিয়ে ধলপুৱাতে।

“বেলি দুপৰ হ'ল মহাৰাণীৰ টোপনি নেভাগেই।” — পুৱা উঠিয়েই দিনটোৰ কাৰণে তাই পায় এই সম্ভাষণ।

কিন্তু ক'তা? এই পুহমহীয়া জাৰত দেখোঁ কোনো উঠাই নাই। বাইটি, মা-জনী, মই! কাৰ নো সত যাব এই মধুৰ সময়ফেৰি উপভোগ নকৰিবলৈ। কিন্তু মিনি, — তাই সকলো এৰিব লাগিব। তাই যে দাসী।

“মামা —” মা-জনীয়ে মোৰ পঢ়ি থকা মেজখনৰ ওচৰলৈ আহি মোক মাতে। পঢ়ি আছিলোঁ, কীট্‌ছৰ কবিতা এফাঁকি —

“Stop and consider! Life is but a day.
A fragile dew-drop on its perlious way.
From a tree's summit....”

জীৱন-মৰণৰ সেই বুজি নোপোৱা কথাবোৰ। ডবাৰ পোহৰত পোহৰ হোৱা অমানিশাৰ দৰেই গভীৰ ৰহস্যময় এই কথাবোৰ, ভাল লাগে। অজ্ঞাতৰ এটা সূত্ৰ বিচাৰি কষ্ট কৰাত এটা তৃপ্তি অনুভৱ কৰোঁ— মূৰ তুলি চাওঁ —

"মামা, তোমাক মায়ে মাতিছে –"

"বাৰু ব'ল।" – কিতাপখন বন্ধ কৰি পঢ়া কোঠাৰ পৰা ওলাই আহোঁ। খিৰিকীখনেদি ৰ'দ একাঁচিয়লি সোমাই মোৰ কোঠাৰ মজিয়াখন উজ্জ্বল কৰি তুলিছে। কোঠাৰ বাহিৰ ওলায়ে চকুত পৰে মিনি– কুঁজা হৈ চোতাল সাৰিছে। তাইৰ মুৰৰ কেঁকোৰা চুলিবোৰ ওলমি পৰিছে, বেলিৰ পোহৰ পৰি উজ্জ্বল হৈ উঠা তাইৰ গালখনৰ ওপৰত, তাইৰ কৰ্মঠ সুঠাম অৱয়ৱত পুৱাৰ ৰাঙলী কিৰণ পৰি কমনীয় কৰি তুলিছে।

"বজাৰৰ পৰা আইগেচোন আন্‌চাৰ" বাইটিয়ে কয়। মা-জনী, চুন ভাইহঁতৰ কত ফৰমাচ, এনেকুৱা ব্লাউজ, তেনেকুৱা ফ্ৰক, এনে মাফ্‌লাৰ, তেনে চুৱেটাৰ, আৰু কত কি? "অ' অ' আনিম আনিম" কৰি, মই সিহঁতৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাবৰ চেষ্টা কৰোঁ। আঁতৰত মিনি আহি থিয় হয়। তাইৰ গাত এখনি পুৰণি মলিয়ন শাড়ী আৰু এটি আধা-পুৰণি কপাহী চোলা। তাইৰ গাৰ নোমবোৰ জাৰত শিয়ৰি উঠিছে, ঠেঁটুৰই ধৰা ভৰিবোৰ ধূলিৰে সেমেকা। তাইৰ চকুত চকু পৰে। কৰুণ নিৰাশা-ভৰা তাইৰ চকুযোৰ।

"মিনিৰো কাপোৰ নাই হ'ব পায়, বাইটি!" – অলপো নেভাবি কৈ দিলোঁ।

"এৰা, নাই। অহা মাহত আনিব লাগিব। এতিয়া আকৌ পইচা হ'লহে।"

ওলাই যাওঁ। মিনিলৈ চাবৰ সাহ নহয়। কিন্তু মিনি আগতে তাৰ পৰা আঁতৰি গৈছে। ইচ্ছা হয়, কিন্তু– নিজেই পৰৰ ঘৰত প্ৰতিপালিত পিতৃ-মাতৃহীন অনাথ। মোৰ সেই সামৰ্থ্য ক'ত? নিজৰ দুৰ্বলতাৰে অসামৰ্থ্যক অনুমোদন কৰোঁ। কিন্তু আশাতো তাইৰো আছে। মা-জনীহঁতক কিবা এটা নতুন খোৱা-পিন্ধা দেখিলে তাইৰো জানো মন নেযায়? কিন্তু তাই নিজক দমন কৰে, – নিজৰ বিৰুদ্ধে! তাইৰ সৰু হিয়াখনত ইমান সহিষ্ণুতা কোনে দিলে, আচৰিত। ...

... ক'ব নোৱাৰোঁ কিয়– মৰম লাগে এই মিনিজনীলৈ! দৈনন্দিন পৰিচৰ্যাৰ কঠোৰতাৰ মাজত গঢ়ি উঠা তাইৰ কমনীয় অৱয়ৱটোত এটা স্নিগ্ধতা আছে, পুতৌ জন্মে দেখি। অনাথ তাই– মোৰ দৰেই কোনোবা লগনত পিতৃ-মাতৃয়ে তাইক অনিশ্চিত ভৱিষ্যতৰ বুকুত সঁপি দি গুচি গ'ল। অৱসাদগ্ৰস্ত জীৱন এটাৰ জড়তাখিনিকে সম্বল কৰি তাই তাক ভোগ কৰিবৰ প্ৰয়াস পায়। ক'ব নোৱাৰে ইয়াৰ শেষ ক'ত! হয়তো কোনোবা দিনা নিশ্চল বিস্মৃতিয়ে এটা কৰ্মক্লান্ত জীৱনৰ যৱনিকা টানি দিব। জীৱনৰ বাস্তৱতা উপলব্ধিৰ অৱসৰ যে হ'ব– ক'ব নোৱাৰোঁ। সেই দেখিয়েই মোৰ পুতৌ জন্মে তাইৰ জীৱনটোৰ ওপৰত! তাইৰ চকুযুৰিৰ নিমাত কৰুণতাই মোৰ হৃদয়ত এডুখৰি ঠাই বিচাৰি পায়।

পুৱাতে সাৰ পালোঁ, বাহিৰত কুঁৱলীৰ ডাঠ আৱৰণ। চেণ্ডেলযোৰ ভৰিত সুমুৱাই এনেই ওলাই গ'লো পুখুৰীটোৰ ফালে। দ পথাৰখনৰ সিপাৰে পুখুৰীটো। বনে ঢকা সৰু পথৰুৱা আলিটোৰ ওপৰেদি কাষত মাটি-কলহটো লৈ মিনি উলটি আহিছে।

তাইৰ তেল-নোহোৱা চুলিবোৰত নিয়ৰ-কণাবোৰ ওলমি পৰিছে! ঢোলোকনি খাই পৰা কলহৰ পানীৰে তাইৰ গাটো তিতি গৈছে। জাৰতে গোটেইজনী শিয়ৰি উঠিছে। মোৰ চকুত চকু পৰে। তাই তললৈ চাবলৈ পাহৰি যায়। শিয়াল-পিছলা ঠেক বাট, তাই পিছল খাই পৰে। কাষৰ কলহটো মাটিত ঠেকা খাই চুৰ্চমৈ হৈ ভাগি যায়। পৰি যোৱাৰ পৰা তাইক ধৰি ৰক্ষা কৰোঁ বুলি দুখোজ আগুৱাইছিলোঁ, হঠাৎ সংস্কাৰে ভেটি ধৰিলে, — নোৱাৰিলোঁ। তাইৰ চকু দুটা ঢুলঢুলীয়া হৈ পৰে। তাইৰ যে কলহটো ভাগিল, — এক অনা মূল্যৰ কলহটো! কিন্তু সি যে তাইৰ প্ৰাণ দি গঢ়া জীৱনটোতকৈও মূল্যবান।

তিতা কাপোৰবোৰ তাইৰ গাত লিপিত খাই ধৰিছে। জাৰত তাই থক্-থক্ কৰি কঁপিছে। তাইৰ মুখখন কিবা এটা আতঙ্কত ক'লা পৰি গৈছে। ...

"কলহ কি কৰিছিল?" শুই উঠি চকু মোহাৰিয়েই জুকলি-জুপুৰি মিনিক দেখি বাহিটিয়ে চিঞৰি উঠে।

"ভাগিল।" তাইৰ শক্তিত থকা সকলোখিনি কৰুণতা আৰু কোমলতাৰে তাই উত্তৰ দিয়ে। এই এটা শব্দেৰেই যেন তাই বিচাৰে তাইৰ দোষৰ ক্ষমা!

"ভাগিল? কেনেকৈ ভাগিল?"

"পিছল খাই পৰি ভাগিল"— আৰু ভয়েৰে তাই উত্তৰ দিয়ে। এটা মাটি-কলহৰ মূল্য জানো এই আবেদনে উচল কৰিব পাৰিব?

"আজি পৰি ভাগিব, কালি ধৰি ভাগিব; বাপেৰে ধনৰ কলহটো থৈ যোৱা নাই নহয়, নিতৌ একোটা কলহ কিনিবলৈ! ভাগিবতো, তললৈ চাই খোজ কাঢ়িলেহে। কাৰ বা মুখলৈ —" তাই মোৰ চকুলৈ এবাৰ চায়। কৰুণতাৰে মনটো ভৰি উঠে। ... এটা মাটিৰ কলহ আৰু মিনি—

"মামা!"

"কোন, মিনি।"

"মামা!" — মিনি! — অনধিকাৰ। — কিন্তু তায়োতো মানুহ! এনে সম্বোধনৰ অভিজ্ঞতা বোধকৰোঁ এয়ে প্ৰথম তাইৰ। তাই অপ্ৰস্তুত হৈ পৰে। কিতাপখন বন্ধ কৰি সোধোঁ — "কি মিনি?"

"মোক এক অনা পইচা দিব?" তাইৰ চকু দুটা আশা-ভৰা।

"এক অনা পইচা? কিয়?"

"কলহ এটা আনিব লাগে, — মায়ে —"

জেপত হাত দিলোঁ। এটা টকা আছিল।

"হো" — তাই হাত পাতি লয়!

"মই ক'ত ভঙাম?"

"অ', নে।"

"কিন্তু মোক এক অনাহে –"

"বুজিছোঁ, যা বাৰু।"

মিনতি-ভৰা চকুযোৰেৰে তাই এবাৰ মোলৈ চায়, বোধকৰোঁ কৃতজ্ঞাত তাইৰ মুখখন ৰঙা পৰে। এটা জীৱন আৰু এটা মুদ্ৰা!

বাইটিহঁত ফুৰিবলৈ গৈছে। ঘৰত মই– কিতাপবোৰকে লুটিয়াই-বগৰাই বহি আছোঁ, কামৰ হেঁচাৰ পৰা অৱসৰ পাই বৰ তৃপ্তিৰে আজি মিনি শুই পৰিছে, দুপৰীয়াৰ নীৰৱতাৰ এটা তন্দ্ৰালস অৱসাদে মোকো মাতে বিশ্ৰামৰ কোলালৈ? মিনি – তাইৰ গাভৰুকালৰ মদিৰাসনা অৱয়ৱটোত এটা বিমল পৰিতৃপ্তিৰ ৰেখা। এই দুৰ্লঙ্ঘ্য কাৰাৰ মাজত থাকিয়ে যেন তাই কিমান সুখী! তাইৰ ধৈৰ্যশীল আদৰ্শৰ সন্মুখত মোৰ অসংযত কিবা এটা নত হৈ পৰে।

চোফাখনত বহি চাই থাকোঁ মাঘমহীয়া আকাশখনলৈ, ৰ'দে যেন তাত কি এটা সঁপোনৰ আবেশ সানি গৈছে।

"মিনি!"

"কি মাই?" উধাতু খাই তাই বাইটিৰ ওচৰ চাপে। "মাজনীৰ নেক্‌লেছডাল পাইছিলি?"

"নেক্‌লেছ! ওহোঁ, নাই পোৱা মাই; ফুৰিবলৈ যাওঁতে মাজনীয়ে পিন্ধি গৈছিল নহয়?" –

"গৈছিল! পিছে জানো ক'ত পেলালে– এই আঢ়ৈ-শ টকাৰ নেক্‌লেছডাল!"

মা-জনীৰ আঢ়েশ টকাৰ নেক্‌লেছডাল আৰু তাইৰ পোৱা মাটিৰ একঅনীয়া কলহটো–!

★★★

অফিচৰ পৰা আহি প'ৰ্টিকৰ আগতে চকীখন লৈ বহোঁ। দূৰণিৰ ব্ৰহ্মপুত্ৰৰ বগা সোঁতবোৰ অবিৰাম বাগৰি গৈ থাকে। আঠ বছৰৰ কুঁৱলী ভেদি কলেজীয়া জীৱনৰ স্মৃতিবোৰ জিলিকি উঠে। জীৱনৰ কিছুমান অসংলগ্ন হেবোৱা সোঁৱৰণী মধুৰ আৰু আবেশময় হৈ উঠে।

ডাকপিয়নটোৱে ৰঙা খামৰ এখন চিঠি দি যায়, চিন্তাত বাধা পৰে। চিঠিখন খোলোঁ– মাজনীৰ বিয়া।

মাজনী – মিনিতকৈ দহ বছৰৰ সৰু তাই! তাইৰ বিয়া! আৰু মিনি? তাইৰ গাত জানো তেজ-মঙহ নাই? জীৱনৰ আস্বাদ তাইৰ কাৰণে নিষিদ্ধ! তাইৰোতো তেজ-মঙহ দি গঢ়া যৌৱন, আশা দি গঢ়া আবেগ, শোণিতৰ লগত মিহলি উন্মাদনা আছে। কিন্তু কি অপৰাধত নিৰাশাৰ চৰণত তাই বিসৰ্জন দিব সকলো!

চকুৰ আগত ভাঁহি উঠে সেই বিদায়ৰ দিনাৰ মিনিৰ কৰুণ চাৱনিটো। বি. এ. পাছ কৰাৰ পিছত অনাই-বনাই ফুৰি ইয়াত কাম পোৱাৰ খবৰ পাই বেতিয়া আহিবলৈ ওলালোঁ, সেইদিনা– ক'তা মাজনী, চুনু, বাইটি কাৰো মুখততো সেইদিনা কাতৰতাৰ

চিন নেদেখিলোঁ! মোৰ বিদায় যেন একো লেখত ল'বলগীয়া কথা নহয়। কিন্তু মিনি— কিয়— তাইৰ মুখখন কিয় ইমান কৰুণতাৰে ভৰি পৰিছিল সেইদিনা?

"যাওঁ দেই মিনি" — সকলোৰে শেষত তাইক মাত লগালোঁ! মিনিয়ে চকু দুটা তুলি চালে। এটা অব্যক্ত ভাষা অপ্ৰকাশৰ দীনতা লৈ তাত গুমৰি মৰিছে। যেন তাই ক'ব খুজিছিল— "যোৱা, মামা —"

নোৱাৰিলে। সংস্কাৰৰ দানৱটোৱে তাইৰ ডিঙি টিপি ধৰিলে।

... মাজনীৰ বিয়া হৈ গ'ল। নিজক ব্যস্ত কৰি মিনিয়ে কাম কৰে! তাইৰ সকলো আশা-আকাঙ্ক্ষাক অৱহেলা কৰি, তাইৰ দুঃসহ জীৱনটোক সচল কৰি তাই আগবাঢ়ি গৈছে। তাইৰ ভৰা যৌৱনৰ উদ্দামতা জীৱনৰ মহা নৈৰাশ্যৰ বুকুত লীন হৈ গৈছে! তাইৰ কমনীয় অৱয়ৱত সংযমৰ ক'লা ৰেখাবোৰ বিৰিঙি উঠিছে। তাই হাঁহে, — মুমূৰ্ষুৰ হিয়া বিদৰোৱা কৰুণতা তাইৰ হাঁহিত। কাৰ অভিশাপত যেন তাই সকলো হেৰুৱাই পেলাইছে— তাইৰ সকলো।

জীৱনত কিহৰ উপলব্ধিৰ কাৰণে তাই জীয়াই আছে ক'ব নোৱাৰোঁ! মিনিৰ কৰুণ মুখখনলৈ মনত পৰে। যেন তাই কয়, "মৰিবলৈ, মৰিবলৈ হ'লেও জীয়াই থাকিব লাগিব।"

জীৱন আৰু জগত ...

# কাঠফুলা

গলিৰ মূৰৰ সৰু লেতেৰা হোটেলখনৰ পৰা মমতাজ ওলাই আহিল। গলিটোও আন্ধাৰ, অলপ পৰৰ আগতে মাৰ-যোৱা জোনটোৰ অলপ পাতল পোহৰ আছিল; সেই পোহৰত মাথোন কোনোমতে বাটটো মনিব পাৰি, বিশেষ একো নেদেখি।

গলিটোৰ দুয়োকাষে ওখ-চাপৰ ঘৰবোৰৰ শাৰী। প্ৰায়বোৰ মানুহে লেম্-চাকি নুমাই শুইছে। দুই-এখন দোকানত মাথোন লেমৰ পোহৰ দেখা যায়। চাৰিওফালে নিঃশব্দ আন্ধাৰ।

চাৰিআলিটো ঘূৰিছে, — মমজাতে দেখিলে সম্মুখৰ পৰা লাহে লাহে কিবা এটা আগবাঢ়ি আহিছে। মমতাজে বেগাবেগিঁকে নিজৰ ভিতৰত সাহস গোটাই লৈ অলপ পৰ ৰ'ল! এবাৰ নিজৰ গাৰ শক্তিখিনিৰ কথা সুঁৱৰি ল'লে।

এনে গলিত, এনেকুৱা আন্ধাৰ ৰাতি লুকাই থকা গুণ্ডাৰ আক্ৰমণ অকণো নতুন কথা নহয়। মমতাজ অভ্যস্ত।

সম্মুখৰ পৰা অহা ছায়াটো প্ৰায় মমতাজৰ সম্মুখেই পালেহি। সিও যেন কিবা এটা ভাবি আহিছিল। হঠাৎ মমতাজৰ ওচৰ পাই, হতভম্ব হোৱাৰ দৰে সেই আন্ধাৰৰ ছায়া-মূৰ্তিটো আলিটোৰ একাষলৈ গ'ল। মূৰ্তিটো কাষলৈ যোৱা দেখি পিছফালৰ পৰা আক্ৰমণ কৰে বুলি লগে লগে মমতাজো ঘূৰিল। মূৰ্তিটো ৰৈ দিলে। মমতাজো ৰ'ল। মূৰ্তিটোলৈ মমতাজে ভালকৈ চালে, — পাতল আন্ধাৰত দেখিলে— মূৰত ওৰণি লোৱা এজনী তিৰোতা। মমতাজৰ কিন্তু প্ৰত্যয় নগ'ল। বহুত গুণ্ডাই এনেকৈ তিৰোতাৰ ভেশ ধৰি বাটত উপদ্ৰৱ কৰে। মমতাজ ঘূৰিব খুজিলে, কিন্তু ভয় হ'ল জানোচা ঘূৰিলেই তাক পিছফালৰ পৰা হঠাৎ আক্ৰমণ কৰে। সাহস গোটাই মমতাজ মূৰ্তিটোৰ অলপ কাষ চাপি গ'ল। মূৰ্তিটো একে ঠাইতে থিয় দি থাকিল।

এনেয়ে মমতাজে জেপত হাত দিলে। জেপৰ ভিতৰত তাৰ হাতত লাগিল— কেইটামান বিড়ি আৰু জুইশলাটো। সি অন্য সময়ৰ দৰে বিড়ি এটা জেপৰ পৰা উলিয়াই— জুইশলাৰ কাঠিডাল জ্বলালে। বিড়িটো জ্বলাই, জুইশলাৰ কাঠিডাল নুমাবলৈ লৈ হঠাৎ সি আগলৈ চালে— দেখিলে, মানুহজনী থৰ্‌থৰ্ কৰে কঁপিছে। এবাৰ ভালকৈ চাই লৈ মমতাজে অলপ ডাঙৰকৈয়ে ক'লে, "কোন?"

কোনো মাত নাই।

আকৌ মমতাজে চিঞৰিলে, "কোন?" এইবাৰ তাৰ মাত আৰু কৰ্কশ।

" — মই —" ভয়ত কঁপা মানুহজনীৰ মুখৰ মাতষাৰ কোনো মতে ওলাল।

"ক'ৰ পৰা আহিছ?"

নীৰৱ।

"হেই, তই ক'লৈ যাবি?"

"ক'ব নোৱাৰোঁ।"

এইবাৰ মমতাজ সন্ত্ৰস্ত হ'ল। নিশ্চয় কোনোবা গুণ্ডা!

"তই গুণ্ডা? জান, ময়ো গুণ্ডা" মমতাজে ক'লে আৰু একেচোঁচাই মানুহজনীৰ কাষ পালেগৈ। কঁপি কঁপি মানুহজনী থিয় হোৱা ঠাইতে বহি গ'ল। মমতাজে আকৌ এটা জুইশলাৰ কাঠি জ্বলালে। অলপ আঁতৰিও আছিল– তাৰ ভয় লাগিল, কিজানি ভৰিৰ ফালৰ পৰা তাক আক্ৰমণ কৰে।

এইবাৰ কিন্তু সি দেখি আচৰিত হ'ল, গুণ্ডাটো সঁচাকৈয়ে এজনী ছোৱালী, ভয়ত ছোৱালীজনীৰ মুখখন শেঁতা পৰি বিবৰ্ণ হৈ গৈছে। ছোৱালীজনী ফাগুনমহীয়া বতাহত ইকৰা কঁপাদি কঁপিছে।

সাহ কৰি মমতাজ ছোৱালীজনীৰ ওচৰ চাপি গ'ল আৰু মাতটো আগতকৈ অলপ কোমল কৰি সুধিলে –

"এই, তই ক'ৰ মানুহ?"

ছোৱালীজনীয়েও হয়তো অলপ সাহস পালে। কিন্তু তাই ইমান কঁপিছিল যে তাই কথা ক'ব খুজিও ক'ব নোৱাৰিলে। মমতাজ অলপ পৰ ৰ'ল। কিবা এটা বৰ ততাতৈয়াকৈ ভাবি ল'লে, তাৰ পিছত ক'লে, "তই কোনটো গলিত থাক?"

আন্ধাৰতে মমতাজে দেখিলে, ছোৱালীজনীয়ে তাৰ মুখলৈ মুখ তুলি চাইছে।

মমতাজ আৰু তাইৰ উত্তৰৰ কাৰণে নৰ'ল। সি প্ৰায় আদেশৰ সুৰতেই ক'লে, " উঠ –"

ছোৱালীজনী বহাৰ পৰা কোনো মতে উঠিল।

"আহ –" সি ক'লে, আৰু খোজ ল'লে।

বিনা প্ৰতিবাদে, এখোজ-দুখোজকৈ ছোৱালীজনী তাৰ পিছে পিছে, আগেয়ে তাই অহা বাটটোৰেদি খোজ ল'লে।

তেতিয়া আন্ধাৰবোৰ ক্ৰমে ডাঠ আৰু গভীৰ হৈ আহিছে। গলিৰ দুয়োকাষৰ মানুহ সকলোবোৰ শুইছে। আকাশখনৰ দৰেই আলিবাটটোও ক'লা, গতিহীন – মৌন।

মাজে মাজে মমতাজে একোবাৰ ঘূৰি চায়, অকণো ইফাল-সিফাল নকৰাকৈ ছোৱালীজনী তাৰ পিছে পিছে আহি আছে। তাইৰ মুখলৈ নোচোৱাকৈয়ে সি তাইৰ শেঁতা মুখখন মনত পেলালে – এনেয়ে।

বাটৰ কাষৰ কোনোবা এখন দোকানৰ ডাঙৰ ঘড়ীটোত সি শুনিলে ৰাতি এক বজাৰ টং শব্দটো। একেদৰেই সি গৈ থাকিল। পিছে পিছে ছোৱালীজনী।

গলিটোৰ পৰা ফাটি যোৱা এটা সৰু বাটেদি সি সুমুৱাল। পিছলৈ ঘূৰি নোচোৱাকৈয়ে ক'লে, "এই পিনে।"

দুশ গজমান যোৱাৰ পিছত সি ৰ'ল। এশাৰী ঘৰৰ এমূৰৰ কোঠা এটাৰ কাঠৰ আধা-ভগা দুৱাৰখন হেঁচা মাৰি মেলিলে আৰু ছোৱালীজনীক ভিতৰলৈ মতাৰ নিচিনাকৈ ক'লে, "এইটো মোৰ ঘৰ –"

ছোৱালীজনী লাহে লাহে দুৱাৰ-ডলিটো পাৰ হৈ ভিতৰলৈ সোমাই গ'ল।

জেপৰ পৰা জুইশলাটো উলিয়াই সি এটা কাঠী মাৰিলে আৰু বিচাৰি বিচাৰি সৰু টিনৰ চাকিটো জ্বলালে।

দুৱাৰখন সি বন্ধ কৰি দিলে।

ছোৱালীজনীয়ে থিয় দি থকাৰে পৰা দেখিলে– মলিন অপৰিষ্কাৰ কোঠাটোৰ বেৰৰ কাষতে এখন তক্তাপোচ্– তাৰ ওপৰত কেখনমান মলিয়ন কাপোৰ, সেইখন বিছনা।

মমতাজে তাৰ বিছনাখন অলপ জাৰি-জোকাৰি ছোৱালীজনীক ক'লে, "মই ইয়াতে থাকো।" ছোৱালীজনীয়ে বুজিলে যে তাৰ অৰ্থ "তুমি ইয়াতে বহা, মোৰ চকী-তকী নাই।"

ছোৱালীজনী এখোজ-দুখোজকৈ আহি নিঃশব্দে বিছনাখনতে বহিল।

মমতাজে তাৰ গাৰ আল্‌কাতৰাৰ দাগ লগা খাকী কামিজটো খুলিলে আৰু বেৰখনৰ ওপৰলৈ দলি মাৰি থ'লে। কামিজৰ তলত থকা গেঞ্জিটোৰ ৰবণো প্ৰায় খাকীয়েই হৈ গৈছে। ভৰিৰ আধাপুৰণি জোতাযোৰো সি খুলিলে। খাকী পেণ্টটো সি খুলিব খুজিও নুখুলি অলপ ৰ'ল। আৰু ছোৱালীজনীৰ আগৰ পৰা চাকিটো নি সিটো কোঠালৈ গ'ল। সিটো কোঠা মানে বেৰখনৰ সিপাৰ।

আন্ধাৰতে ছোৱালীজনী ৰহি থাকিল। আগফালৰ দুৱাৰখন মৰা।

এলুমিনিয়ামৰ বদ্‌নাটোত এবদ্‌না পানী লৈ সি চাবোন ডোখৰ বিচাৰি হাত ধুবলৈ বহিল। হাতত অলপ পানী বাকিয়েই সি চাবোন আৰু পানী লৈ উঠি আহিল! আন্ধাৰতে পানীখিনি নি ছোৱালীজনীৰ ওচৰত থ'লে আৰু ক'লে, "এইয়া হাত-মুখ ধুবলৈ পানী –"

সি সিকোঠালিৰ পৰা চাকিটো লৈ আহি ছোৱালীজনী থকা কোঠাটোত থ'লেহি। আকৌ সি ছোৱালীজনীৰ মুখলৈ এবাৰ চালে। ছোৱালীজনীৰ মুখত তেতিয়াও পাণ্ডুৰ, বিবৰ্ণ, ভয়ৰ কঁপনি। ভয়ে ভয়েই ছোৱালীজনী বহাৰ পৰা উঠিল, আৰু বদ্‌নাটো হাতত তুলি ল'লে।

হাতত চাকিটো লৈ, বাট দেখুৱাই দি মমতাজে ক'লে, "এইপিনে।"

হাত-মুখ ধুই ছোৱালীজনী আহি আকৌ বিছনাখনত বহিলহি।

মমতাজে ভিতৰত পানী বিচাৰিলে, আৰু পানী নাই। চাকিটোৰ ওচৰত তাৰ হাতকেখন চালে– দুয়ো হাতত তেল, আল্‌কাতৰাৰ ক'লা দাগ। সি বিশেষ অসুবিধাত পৰা যেন নেদেখুৱালে। তাৰ আল্‌কাতৰাৰ দাগত ক'লা খাকী পট্‌লুনটোৰ টিকাতে সি হাত দুখন মোহাৰিলে।

কিবা এটা ভাবি সি অলপ পৰ ছোৱালীজনীৰ ফালে চাই থাকিল। তাই পিছত বেৰৰ ওপৰৰ কামিজটো আকৌ আঁজোৰ মাৰি নমাই আনি পিন্ধিলে।

সি সিকোঠালৈ গ'ল আৰু পিছফালৰ দুৱাৰখন ভালকৈ মাৰিলে। আকৌ সি ওলাই আহিল।

"একো ভয় নাই, মই বেগেতে আহিম –" সি ক'লে আৰু ছোৱালীজনীৰ মুখলৈ চালে। একো বুজিব নোৱাৰি ছোৱালীজনীয়ে আগৰ ভয়টোকে লৈ তাৰ মুখলৈ চালে। তাই দেখিলে, – সি মানুহটো যেন আগতকৈ বহুত নৰম হৈছে।

"চাকিটো নুমাই ৰখাহে ভাল, দৰকাৰ হ'লে"– মমতাজে জুইশলাটো উলিয়াই ছোৱালীজনীলৈ আগবঢ়াই দিলে। বাধ্যৰ দৰে ছোৱালীজনীয়েও হাত পাতি ল'লে আৰু একো নুবুজাৰ দৰে তাৰ মুখলৈ চালে।

"মই বেগেতে আহিম –" সি ক'লে আৰু বাহিৰৰ পৰা দুৱাৰখন ভালকৈ মাৰি আকৌ আন্ধাৰৰ বুকুত অদৃশ্য হৈ গ'ল। ছোৱালীজনীয়ে মাথোন সপোন দেখাৰ দৰে চাই থাকিল।

অলপ পৰৰ পিছত ছোৱালীজনীয়ে ফুঁ-মাৰি চাকিটো নুমালে আৰু অবুজ অনিশ্চিত উৎকণ্ঠা লৈ ঘৰটোৰ আন্ধাৰৰ মাজত নীৰৱে বহি থাকিল।

বহি থাকোঁতে তাই শুনিলে ক'ৰবাত দুই বজাৰ কোব– আন্ধাৰৰ মাজেদি কঁপি আহি শব্দটো ক'ৰবালৈ ওপঙি গৈছে।

প্ৰায় আধা ঘণ্টা পাৰ হৈ গ'ল। একো নুবুজি আৰু বুজিবৰ চেষ্টাও নকৰি, ছোৱালীজনী একে ঠাইতে নিৰ্জীব এটা শিলৰ মূৰ্তিৰ দৰে বহি থাকিল। ...

কেৰেক কৰে দুৱাৰখন হেঁচা মাৰি মেলি সি সোমাই আহিল। অলপ ভয়েৰে অন্য মানুহ বুলি আন্ধাৰৰ মাজেদিয়ে ছোৱালীজনীয়ে এবাৰ দুৱাৰখনৰ ফালে চালে। বুজিব পাৰিলে– সিয়ে।

সি আকৌ দুৱাৰখন হেঁচা মাৰি বন্ধ কৰিলে। সি নোকোৱাকৈয়ে ছোৱালীজনীয়ে এইবাৰ নিজেই জুইশলাটো মাৰি চাকিটো জ্বলালে, আৰু তাৰ ফালে চালে। কাগজৰ এটা টোপোলাত এটোপোলা মিঠাই আৰু এটা সৰু পুচি এপুচি চাহ।

মমতাজে মিঠাইৰ টোপোলাটো বিছনাখনৰ ওপৰতে ছোৱালীজনীৰ আগত মেলি ধৰিলে, আৰু চাহৰ পুচিটোও থৈ আকৌ চাকিটো লৈ– ভিতৰলৈ গৈ এটা পিয়লা আনিলে।

এইবাৰ সি ছোৱালীজনীৰ ফালে ভালকৈ চাই ক'লে– "হোটেলবোৰ সকলো বন্ধ হ'ল। কোনো মতে জগাই জগাই মিঠাইৱালা এটাৰ পৰা মিঠাইকে লৈ আহিলোঁ। কি কৰিম?"

মমতাজৰ এই কথাষাৰত যেন ছোৱালীজনী আচৰিত হ'ল। ছোৱালীজনীয়ে মিঠাই এডোখৰ মুখলৈ নিলে। তাৰ পিছত তাই তাৰ মুখলৈ চালে, আৰু প্ৰায় সহজভাৱেই ক'লে, "তুমি, তুমিও – অলপ খোৱা –"

"মই খালোঁ। মই অথনি হোটেলত খাই আহিলোঁ, ত– ত তুমিয়ে খোৱা –।" আগেয়ে 'তই' বোলা ছোৱালীজনীক 'তুমি' বুলি সি লাজ পোৱাৰ নিচিনা পালে যদিও, সি একো নেভাবিলে। পুচিটোৰ পৰা সি পিয়লাটোত চাহ বাকি ছোৱালীজনীৰ ফালে আগবঢ়াই দিলে।

"এটোপা চাহকে খোৱা –" ছোৱালীজনীয়ে ক'লে।

"তুমি খোৱাচোন বাৰু, থাকিলে মই খাম –"

ছোৱালীজনীয়ে একো নেমাতিলে। টোপোলা বান্ধি অনা কাগজখনকে মেলি তাতে ছোৱালীজনীয়ে মিঠাইখিনি দুভাগ কৰিলে– আৰু থিয় হৈ থকা মমতাজক ক'লে, "ইমানখিনি মই অকলে কেনেকৈ খাম।"

মমতাজে একো নক'লে। সি সিটো কোঠালৈ গ'ল, আৰু ক'ৰবাত বিচাৰি লুঙী এখন্ পিন্ধি পটলুন্‌টো সলালে।

সি পানী নোহোৱা বদ্‌নাটো হাতত ল'লে আৰু আন্ধাৰে-মুন্ধাৰে গৈ পিছফালৰ টিউব্‌ৱেলটো ঘটং ঘটং কৰিব ধৰিলে।

ছোৱালীজনীয়ে ভয়ে ভয়ে মিঠাই আৰু চাহ খাবলৈ লাগিল।

মাজতে এবাৰ আহি সি চাবোন টুকুৰা বিচাৰি নিলেহি। হাত-মুখ ধুই এবদ্‌না পানী লৈ সি আকৌ সোমাই আহিল। কিবা এটা মনত পৰিয়ে যেন সি নিজৰ গাৰ ফালে চাকিটোৰ পোহৰত চালে, তাৰ কামিজ আৰু পটলুনত যে ইমানবোৰ দাগ-চেকা, ধূলি-মাকতি লাগি আছে, সি আজিহে দেখিলে।

অলপ মিঠাই কাগজখনতে টোপোলা বান্ধি থৈ ছোৱালীজনী বহাৰ পৰা উঠিল, আৰু হাত-মুখ ধুলে। মমতাজে কাপোৰ-কানিবোৰ ভালকৈ জাৰি-জোকাৰি বিছনাখন ভালকৈ পাৰিলে। তাৰ গিলিপ নোহোৱা তেল-লগা গাৰুটো অলপ ফাটিছিল, সেই কাৰণে সি বিছনা চাদৰখনৰ তলত গাৰুটো দিলে।

তিতা হাত-মুখ মোহাৰিবৰ কাৰণে ছোৱালীজনীয়ে ইফালে-সিফালে চাই, একো নেপাই, পিন্ধি থকা পুৰণি শাড়ীখনৰ আগটোৰেই মুখখন মোহাৰিলে।

বিছনাখন দেখি ভয়েৰেই ছোৱালীজনীয়ে আকৌ এবাৰ তাৰ মুখলৈ চালে। তাইৰ বুকুখন আকৌ ভয়ত কঁপি উঠিল। তাই যেন ফাঁচি-কাঠৰ সন্মুখত মৰিব ধৰা কয়েদীৰ দৰে থিয় হৈ থাকিল।

সি সিটো কোঠালৈ গ'ল। আৰু ঘটংমটং কৰি ভগা, পুৰণি টিনৰ চুটকেছ্‌টো খুলি এখন কাপোৰ উলিয়ালে।

"... অকলশৰীয়া মানুহ, যেনে-তেনে পৰি থাকোঁ। তুমি ইয়াতে শোৱা। গাত কাপোৰ এইখনকে ল'বা।"

ছোৱালীজনীয়ে কি ক'ব তাই নিজেই বুজিব নোৱাৰিলে।

"ৰাতি ভালেমান হ'ল, শুই থাকা; আৰু কিবা লাগিব নে কি?"

মমতাজ আকৌ দুৱাৰখনৰ কাষলৈ গ'ল আৰু তাক ভালকৈ বন্ধ কৰিলে।

"আৰু একো নেলাগে –" ভয়ে ভয়ে হোৰালীজনীয়ে ক'লে।

তাই কিবা এটা ক'বলৈ অলপ উচ্‌পিচালে, তাৰ পিছত কোনো মতে সেপ ঢুকি মৰসাহ কৰি ক'লে, –"তুমি, তুমি পিছে ক'ত শুবা –?"

"তুমি শোৱা বাৰু।" মমতাজে ক'লে। "মোৰ অলপ কাম আছে। ৰাতি বেছি নায়ো কিজানি।"

আকৌ ভয়ৰ এটা শিহৰণে হোৰালীজনীৰ বুকুখন কঁপাই যাগবি গ'ল। অগত্যা তাই শোৱাকে ঠিক কৰিলে।

তাই লাহে লাহে বিছনাখনত দীঘল দি পৰিল। আৰু সি দিয়া কাপোৰখন ভৰিৰ পৰা গালৈকে মেলি ল'লে।

"চাকিটো নিও দেই –" অনুমতি বিচৰাৰ সুৰত সি ক'লে।

"নিয়া –" সেপ ঢুকি হোৰালীজনীয়ে কোনোমতে ক'লে, আৰু মৰাৰ সমান ভয়েৰে চকু দুটা মেলিয়ে পৰি থাকিল।

চাকিটো হাতত লৈ মমতাজ সিটো কোঠালৈ গ'ল– আৰু পিছফালৰ দুৱাৰখন বন্ধ কৰিলে। বিছনাৰ পৰাই হোৰালীজনীয়ে সেবেঙা বেৰখনৰ সিপাৰলৈ চালে। তাৰ পিছত মমতাজে বেৰৰ মূৰত থোৱা সৰু কঠখন নমাই আনি মাটিত পাৰিলে, আৰু চাকিটো একাষৰীয়াকৈ থৈ নামাজ পঢ়িবৰ কাৰণে থিয় হ'ল। বেৰৰ জলঙাইদি যি দেখিছিল, তাৰপৰা হোৰালীজনীয়ে মমতাজে কি কৰিছে, তাৰ বিশেষ একো অনুমান কৰিব নোৱাৰিলে । তথাপি তললৈ পেট পেলাই শুই, থুঁতৰিটো গুজি আন্ধাৰৰ মাজৰ পৰা হোৰালীজনীয়ে বেৰৰ জলঙাইদি মমতাজে কি কৰিছে নীৰৱে চাই থাকিল। লাহে লাহে বেৰখনৰ বিন্ধাবোৰেদি সৰকি আহি মমতাজৰ মুখৰ দুষাৰমান কথা কাণত পৰিলহি– আৰবী ভাষাৰ সুললিত কিছুমান শ্লোক– পৱিত্ৰ কোৰাণৰ কেইটামান আয়ত! চৌদিশ নিস্তব্ধ– গহীন, আন্ধাৰ নিশা; মমতাজৰ কণ্ঠৰ পৰা ওলোৱা বাণীত যেন জগতখনৰ বুকুৰেদি পৱিত্ৰতাৰ এটা কোমল শান্ত ঢৌ বাগবি গ'ল– "এহ্ দিনচ্ছেৰাতল মোচ্‌তকিমা। ..."

... অৰ্থটো হোৰালীজনীয়ে নুবুজে, কিন্তু মমতাজৰ ভক্তিকাতৰ মাতষাৰত এই পৱিত্ৰ বাণীৰ মৰ্মটো হোৰালীজনীৰ প্ৰাণটোৱে যেন সহজতে উপলব্ধি কৰিব পাৰিলে।

"প্ৰভো, সেই বাটেদি মোক নিয়া, যি বাটেদি তোমাৰ কৰুণা লাভ কৰোঁতাসকল গ'ল, সেই সত্য পথেদি মোক নিয়া। যি বাটেদি তোমাৰ অভিশপ্তদল গ'ল, সেই বাটে মোক নিনিবা।"

সেই নীৰৱ গহীন ৰাতি, মমতাজৰ বুকুৰ এই সৰল প্ৰাৰ্থনা যেন পৃথিৱীৰ সীমা অতিক্ৰমি সঁচাকৈয়ে এই চিৰজাগ্ৰত অনন্তজনক বিচাৰি আকাশৰ ফালে উৰি গ'ল।

মুহূৰ্তৰ কাৰণে হোৰালীজনীয়ে পাহৰি গ'ল যে তাই এটা একেবাৰে অচিনাকি মানুহৰ ঘৰত, একেবাৰেই অচিনাকি এখন ঠাইত, এটা অনিশ্চিত ভৱিষ্যৎ লৈ শুই আছে। তাই আলকাতৰাৰ দাগ লগা সেই খাকী কাপোৰ পিন্ধা খীণ মানুহটোৰ কথাও

পাহৰি গ'ল। আৰু তাই পাহৰি গ'ল যে মমতাজে পঢ়া সেই কোৰাণৰ কথাবোৰ তাই বুজি নেপায়। তাই অনুভৱ কৰিলে যেন সি অদৃশ্যজনৰ সম্মুখত কাতৰ কণ্ঠে কৰা প্ৰাৰ্থনাৰ সকলো ভাষা তাই বুজি পায়!

লাহে লাহে ছোবালীজনীক টোপনিয়ে হেঁচি ধৰিলে। ...

•

পুৱা ৰ'দজাক আহি চকুত পৰিলত ছোবালীজনী চক্‌মক্ খাই উঠিল। বিছনাখনতে বহি কেউপিনে চালে। কোনো নাই। ছোবালীজনী বিছনাৰ পৰা নামিল। গাৰ অৱসাদ টোপনিয়ে বহুত কমাই দিছে। ছোবালীজনী তাৰ পৰা ইটো কোঠালৈ আহিল। হঠাৎ দেখিলে— ৰাতি নামাজ পঢ়িবলৈ পৰা কঠখনতে কুঁচি-মুচি এটা কেঁচুৰা ল'বাৰ দৰে মমতাজ পৰি আছে, তাৰ বৰ টোপনি।

ছোবালীজনী আকৌ তাইৰ বিছনাখনলৈ গুচি আহিল। মমতাজটোলৈ তাইৰ বেয়া লাগিল। বেচাৰাক তায়েই অকাৰণতে কষ্ট দিলে! কেনেকৈ মাটিত শুই আছে!

মমতাজে সাৰ পালে। বাহিৰত বেলিৰ পোহৰ দেখি সি ধড়্‌মড়াই উঠিল। উঠিয়ে সি ছোবালীজনীৰ কোঠাটোলৈ আহিল। ছোবালীজনী উঠি বহি আছে।

"অ' তুমি উঠিলা –" সি ক'লে।

ছোবালীজনীয়ে মাথোন তাৰ মুখলৈ চালে, একো নক'লে।

"মোৰ বৰ ভাল টোপনি আহিল –" ছোবালীজনীয়ে নোসোধাকৈয়ে সি ক'লে। ছোবালীজনীয়ে নিজেই বুজিব নোৱাৰাকৈ তাৰ কাৰণে অলপ বেদনা অনুভৱ কৰিলে। ছোবালীজনীয়ে বুজিলে, তাক মাটিত শোৱা দেখি, তাই বেয়া পাব বুলিয়ে সি তেনেদৰে কৈছে।

সি পিছফালৰ দুৱাৰখন মেলিলে আৰু বদ্‌নাটো লৈ টিউব্‌বেল্‌টোৰ কাষলৈ গ'ল। তাৰ গাত আহি পুৱাৰ কেঁচা ৰ'দজাক পৰিলহি। ছোবালীজনী বহাৰ পৰা উঠি আহি পিছ দুৱাৰেদি তাৰ ফালে চালে। – অলপ ক্ষীণ তাম বৰণীয়া মানুহটো, মূৰত একোছা আউলী-জাউলী দীঘল চুলি, গাত সেই তেলচিকটি আৰু আল্‌কাতৰা লগা খাকী কামিজটো, আৰু খাকী পেন্টলুনটো। বয়স অনুমান ২৭ বছৰ।

এক বদ্‌না পানী ভৰাই সি আহিল আৰু সি বদ্‌নাটো ছোবালীজনীলৈ আগবঢ়াই দিলে। তাৰ আধা-ভগা টিনৰ চুটকেছ্‌টোত বিচাৰি সি এখন জাপি থোৱা গামোচা উলিয়ালে, আৰু ছোবালীজনীক আনি দিলে।

ছোবালীজনী হাত-মুখ ধুবলৈ বহিল।

মনে মনে সি সিটো কোঠাৰ পৰা চাহ-পুচিটো হাতত লৈ ওলাই গ'ল। ছোবালীজনীয়ে গমকে নেপালে।

মুখখন মোহৰি আঁতাইছে— এনেতে এপুটি চাহ, এটোপোলা মিঠাই আৰু এটা পিয়লা হাতত লৈ মমতাজ সোমালহি।

অপৰাধীৰ দৰে মিঠাইখিনি বিছনাখনতে থৈ মমতাজে ক'লে, "অকলশৰীয়া মানুহ, খৰি-পানী গোটাই জুই ধৰি ৰান্ধি-মেলি খোৱা বহুত অসুবিধা। সেই কাৰণে হোটেলতে খাওঁ।"

ছোৱালীজনীয়ে একো নেমাতিলে। তাৰ মুখলৈ চালে মাথোন। টোপনি ভাল নোহোৱাৰ কাৰণে তাৰ চকু দুটা ৰঙা পৰিছে।

"কেইটামান বাজিল আন্দাজ? আঠটা বজাত মই কাৰখানা পাৰ্গেয়ে লাগিব।"

"অলপ আগতে সাতটা মাৰিছে –" ছোৱালীজনীয়ে ক'লে।

"অ' অলপ সময় আছে! মোৰো আকৌ বৰ টোপনি আহিল। অন্য দিনা পিছে আজিতকৈ সোনকালে সাৰ পাওঁ।"

"আজি শোৱা দেৰি হ'ল নহয়।" ছোৱালীজনীয়ে ক'লে।

"দেৰি? দেৰিতো একো নাই হোৱা। আন দিনাও মই সিমান পৰতহে শোওঁ। তোমাক যে শুবলৈ ক'লো, তাৰ পিছতে ময়ো শুলোঁ, অকণো ৰোৱা নাই –"

"কিয় নামাজ পঢ়া নাছিলা?"

"নামাজ? কোনে?"

"কিয়, তুমি!"

মমতাজ বহাৰ পৰা জাঁপ মাৰি উঠিল।

"তুমি দেখিলা নে কি?"

"দেখা নাই, শুনিলোঁ –"

"তুমি কিন্তু কাকো নক'বা দেই। ক'লে আৰু মই মৰিলোঁ –"

ছোৱালীজনীয়ে অলপ নুবুজাৰ দৰে তাৰ চকুলৈ চালে।

পিয়লাত চাহ-পানী বাকি বাকি সি ক'লে, "খোৱা, চাহ খোৱা –"

বিছনাখনৰ এমূৰে সি আৰু আনমূৰে ছোৱালীজনী বহি, কাগজখনৰ পৰা মিঠাই হাতত তুলি ল'লে।

খাই থাকোঁতে হঠাৎ এবাৰ মনত পৰি সি সুধিলে–

"অ' তোমাৰ নাম কি? তোমাৰ নাম আছে নহয়?"

"– বেদানা"

"অ' খোৱা। কালিৰ মিঠাইখিনি পেলাই দিয়া নে কি? মই লৈ যাম।"

চাহ পিয়লা বেগাবেগিকৈ খাই সি উঠিল। আৰু কামলৈ যাবলৈ ওলাল।

হাতৰ আঙুলিৰে তাৰ চুলিখিনি সি ঠিক কৰি ল'লে। "একো ভয় নকৰিবা। আগফালৰ দুৱাৰখন ভিতৰৰ পৰা মাৰি থ'বা। ভয় লাগিব নে কি?"

তাৰ মুখৰ ফালে চাই থাকি, ইঁহাৰ নিচিনাকৈয়ে বেদানাই ক'লে, "নেলাগে।"

সি ভুমুকি মাৰি বেলিটোলৈ চালে আৰু ক'লে, "থাকা, মই আহিম –"

সি ওলাই গ'ল। পদূলিমূৰৰ পৰা আলিটো উঠি সি হঠাৎ ৰ'ল আৰু ঘূৰি চিঞৰি ক'লে, "তোমাৰ নামটো কি বুলি ক'লা?"

পাতলকৈ এটা হাঁহি মাৰি বেদানাই অলপ চিঞৰিয়েই ক'লে, "বে দা না।"

"অ' মনত পৰিছে; মই আকৌ পাহিৰ গৈছিলোঁ।" এইবাৰ আৰু সি নৰ'ল। ...

বেদানা ভিতৰলৈ সোমাই আহিল। সি কোবা মতেই দুৱাৰখন ভালকৈ বন্ধ কৰিলে। তাৰ পিছত পিছ ফাললৈ আহি দুৱাৰমুখৰ বননিডোখৰৰ কাষতে বহি বেদানাই কেঁউপিনে চালে।

লানি-পতা ঘৰৰ শাৰী। কিছুমান ঘৰত তিৰোতা মানুহ আছে, কিছুমানত নাই। দুয়োফালে তলা-চাবি মৰা। ভালেমান দূৰত দেখিলে, কিবা এটা কাৰখানাৰ মাস্তুলৰ ক'লা ধোঁৱা। হয়তো তাতে তেওঁ কাম কৰে– বেদানাই ভাবিলে। বতাহত ঘিউ, তেলত ভজা পিয়াঁজৰ আৰু কিবা তৰকাৰিৰ গোন্ধ আহিছিল। "সেইখন হোটেলতে তেওঁ খায়"– বেদানাই ভাবিলে। এটা কথা ভাবি বেদানাৰ বৰ লাজ লাগিল– তেওঁৰ নাম কি বেদানাই নেজানে, সুধিবৰো উপায় নাই। বেদানাই লাজ পালে।

বহাৰ পৰা উঠি বেদানা ঘৰটোৰ ভিতৰলৈ আহিল। মজিয়াখন মলিন, জেকা মাটিৰ, বেৰৰ কাষত কেঁচুমটা, ফটা কাগজ আৰু হাতমোহৰা মলিয়ন ফটাকানি। বেৰবোৰৰ মাটি কেতিয়াবাই এৰাই গৈছে। সেৰেঙা ইকৰাবোৰ এডাল এডাল হৈ গৈছে। বেৰবোৰৰ মূৰত মমতাজৰ চেকা-লগা কিছুমান কাপোৰ। কামিজ, পেণ্ট, গেঞ্জি, লুঙী। বোধহয় বেছি লেতেৰা হৈ যেতিয়া পিন্ধিব নোৱাৰা হয়গৈ, তেতিয়া ধোৱাৰ পৰিবৰ্তে বেৰৰ মূৰতে দলি মাৰি থৈ দিয়ে।

বেদানা ভিতৰলৈ সোমাই আহি বিছনাখনতে বহিল। বিছনাৰ তলত ৰঙা কেন্‌ভাচৰ অলপ ফটা এযোৰ জোতা, এটোৰ ছিগা চেণ্ডেল আৰু বহুত ফটা কাগজ। বিছনাচাদৰ কৰি লোৱা কাপোৰখন মলিন, মাজে মাজে তেলৰ ক'লা দাগ লগা– হয়তো কেতিয়াবা ভাগৰ লাগি হাত-ভৰি নোধোৱাকৈয়ে শুই দিয়ে, –বিছনাচাদৰত দাগ লাগে। বিছনাখনৰ বেৰৰ ফালে লাগি থকা কাষটোত কিছুমান বিনা-পইচাত বিলোৱা ঔষধৰ কেটেলগ, কেলেণ্ডাৰৰ পৰা ফালি ৰখা পুৰণি ৰংচঙীয়া ছবি, আৰু চিনেমাৰ হেণ্ডবিল। বস্তুবোৰ দেখি অকলশৰে থকা সত্ত্বেও বেদানাই হাঁহিলে। তাই বিছানখনত ওপৰলৈ মুঁকে শুলে। চকু দুটা ডাঙৰকৈ মেলি ধৰি বেদানাই এনেয়ে চাই থাকিল। হঠাৎ তাইৰ মনত পৰিল হৈ যোৱা ভয়াবহ নিশাটোৰ কথা– আন্ধাৰ, জঘন্য, কদাকাৰ নিশাটোৰ কথা। দিনৰ পোহৰৰ মাজত যেন গোটেই ঘটনাটো বেদানাৰ এটা সপোন যেন লাগিল। আকৌ এবাৰ বেদানাই মমতাজৰ কথা মনত পেলালে। মমতাজৰ লগত তাই গুচি আহিল কিয়? তাৰ লগত তাই আছেই বা কিয়? তাইতো তাক অকণো নিচিনে। বেদানাই ভাবি নেপালে কিয় তাই ইয়াৰ পৰা গুচি যোৱাৰ নিঃসন্দেহ সুযোগ পায়ো, সেই কথাষাৰো একেবাৰেই ভবা নাই? তাই যেন সদায় ইয়াতেই আছিল, সদায় ইয়াতেই থাকিব। মমতাজেওতো তাকে ভাবিয়ে তাৰ ঘৰটোত অকলে তাইক এৰি গ'ল।

কথাবোৰ ভাবি ভাবি বেদানাৰ ভাল লাগিল।

"হেৰি, অ' হেৰি –?"

"কোন?"

"মইহে। দুৱাৰখন মেলি দিয়াচোন –"

বিছনাখনৰ পৰা উঠি গৈ বেৰৰ জলঙাইদি বেদানাই বাহিৰলৈ জুমি চালে। পাতলকৈ হাঁহিলে আৰু দুৱাৰখন মেলি, দুৱাৰমুখতে থিয় দিলে।

দুয়ো হাতত কিবা দুটা টোপোলা লৈ মমতাজ ভিতৰলৈ সোমাই আহিল। বেদানাই দুৱাৰখন আকৌ বন্ধ কৰিলে।

"মই আকৌ আহোঁতে আহোঁতে তোমাৰ নামটো পাহৰি গ'লোঁ, তুমি বেয়া নেপাবা দেই –"

করুণ এটা ধুনীয়া হাঁহি মাৰি সৰুকৈ বেদানাই ক'লে, "বেদানা।"

মমতাজে হাতৰ টোপোলাকেটা বিছনাখনৰ ওপৰতে থ'লে আৰু বৰ আনন্দত কোৰাদিয়ে ক'লে, "কাৰখানালৈকে মোৰ ঠিক মনত আছিল, পিছত পাহৰি গ'লো।"

বেদানাই পাতলকৈ হাঁহিলে।

মমতাজৰ দুয়ো হাতত তেলৰ চেকা।

বদ্‌নাটো লৈ সি আকৌ টিউব্‌বেলটোৰ ওচৰলৈ দৌৰ দিলে।

টোপোলাকেটাৰ কাষতে বিছনাত বহি বেদানাই লাহে লাহে টোপোলাকেটা মেলিলে। এলুমিনিয়ামৰ এটা চৰিয়াত ভাত, চীনা মাটিৰ বাটি দুটাত দুবাটি তৰকাৰি, এটা ডাঙৰ মগত দাইল, আৰু দুখন সুদা চীনা মাটিৰ বাচন।

বহাৰ পৰাই এবাৰ বেদানাই টিউব্‌বেলৰ ওচৰত মুখ-হাত ধোৱা মমতাজৰ ফালে চালে। আৰু বাচন দুখনত ভাতখিনি দুভাগ কৰি উলিয়ালে। অলপ দাইল এখন বাচনত বাকি দি বাকীখিনি মগটোতে ৰাখিলে।

এবদ্‌না পানী লৈ মমতাজ সোমাই আহিল। পেণ্টৰ তলত সুমুৱাই ৰখা খাকী কামিজটোৰ আগডোখৰ টানি উলিয়াই, তাৰেই সি তাৰ মুখখন মচিলে।

"অ' ভাত উলিয়াইছা –"

কৈ কৈ সি বিছনাখনতে বহিল।

"মোৰ আকৌ বাচন-বাটি একো নাই। হোটেলতে সদায় খাওঁ। বাচন-বাটিনো কেলেই –"

ভাতৰ গৰাহ মুখলৈ নি সি ক'লে।

"খোৱা, তুমিও খোৱা, তুমি দেখোন খোৱাই নাই। মইতো হোটেলতে খাই আহিব পাৰিলোঁহেঁতেন। তোমাৰ কাৰণেহে ইয়ালৈকে লৈ আহিলোঁ –"

ভক্তি আৰু মৰমেৰে বেদানাই মমতাজৰ মুখলৈ চালে আৰু অলপীয়াকৈ হাঁহি ক'লে, "তুমি খোৱাচোন, মই পিছতো খাম। তোমাৰ আকৌ যাব লাগিব নহয় –"

"এৰা, মই আকৌ যাব লাগিব।" দুগৰাহমান খাই সি আকৌ ক'লে – "নহয়, তুমিও খোৱা। বাচন-বাটিবোৰ আকৌ লৈ যাব লাগিব নহয়। চিনাকি কাৰণেহে দিছে।" সি যেন হোটেলবালাটোৰ ওচৰত বৰ কৃতজ্ঞ।

বেদানায়ো ভাতৰ বাচনখন নিজৰ কাষলৈ টানি নিলে।

মাজে মাজে একোবাৰ বেদানাই তাৰ মুখৰ ফালে চায়, আকৌ তলমূৰ কৰে। সিও একোবাৰ বেদানাৰ ফালে মূৰ তুলি চায়, আকৌ তলমূৰ কৰি ভাতত গৰাহ ধৰে।

খাই উঠি বাচন-বাটিবোৰ হাতত লৈ মমতাজ টিউব্‌ৱেলটোৰ ফালে যাব খুজিলে, হাত মেলি বেদানাই ক'লে, "মোকে দিয়া, ময়ে ধুম।"

বেদানাৰ বাচন-বাটিবোৰৰ ফালে হাত মেলি মমতাজে ক'লে,–

"অ' দিয়া, তোমাৰ যোৱা বেগেতে ধুই আনো– মোৰ দেৰি হ'ব –"

বাচন-বাটি লৈ মমতাজ আৰু বেদানাৰ মাজত প্ৰায় কাঢ়া-আঁজোৰাই লাগিল। অৱশেষত বেদানা জিকিল। নিৰস্ত্ৰ হৈ মমতাজে ক'লে, "বাৰু পাৰা যদি ধোৱা। মই হ'লে নিজে দিয়া নাই। পিছত বেয়া নেপাবা –"

বেদানাই বাচন-বাটি লৈ টিউব্‌ৱেলটোৰ কাষলৈ গ'ল। গহীন হৈ মুখৰ হাঁহিটো লুকাই ৰাখিবৰ চেষ্টা কৰিলে।

আগেয়ে বান্ধি অনা কাপোৰখনেৰেই বাচন-বাটিকেটা বান্ধি মমতাজ যাবলৈ ওলাল। হঠাৎ কিবা এটা মনত পৰি সি ৰ'ল – "ক'ৰবাত চক্‌মাটি নাই নে?"

"চক্‌মাটি? কেলেই?" বেদানাই ভাবিলে কাৰখানাত কিবা দৰকাৰ হ'ব পায়। দুয়োটাই ঘৰটোৰ ভিতৰুত বিচাৰিলে – নাই –

"অ' হ'ব হ'ব। নেলাগে চক্‌মাটি– এই মাটিতেল পাইছোঁ, তাৰেই হ'ব –"

একো নুবুজি বেদানাই মাথোন তাৰ মুখলৈ চালে। ঘৰৰ এচুকৰ পৰা বৰ হৰষেৰে গলোৱা মাটিতেল থকা সৰু দীঘলীয়া টিনটো উলিয়াই আনি সি হাঁহি ক'লে, "ইয়াৰেহে ভাল হ'ব। ভালেই পালোঁ।"

পিছফালে গৈ সি মাৰি এডোখৰ বিচাৰি আনিলে। আৰু তাৰ মূৰতে সৰু ফটাকানি এডোখৰ পকাই পকাই বান্ধি সি টিনটোৰ মাটিতেলবোৰ ঘুঁটিলে। সি আগফালে বাহিৰলৈ ওলাই আহিল, কাঠৰ দুৱাৰখনৰ ফালে ঘূৰি তাৰে অলপ মিহি এডোখৰ ঠাই চাই ডাঙৰ আখৰেৰে লিখিলে "বে দা না"–

"কি কৰিছা?" বেদানাই সুধিলে।

"লিখি থৈছোঁ –"

"লিখি থৈছা? কি?"

"তোমাৰ নামটো।"

"মোৰ নামটো? ক'ত লিখিছা?" বেদানা অলপ ওচৰ চাপি আহিল।

– "এইয়া দুৱাৰত, ৰ'বা, তোমাক দেখুৱাম –" সি দুৱাৰখন ভিতৰফালে হেঁচা মাৰি দিলে। বেদানাই দেখিলে, তিনিটা ডাঙৰ ক'লা আখৰ, "বে দা না –"

"কেলেই লিখিলা মোৰ নামটো?"

"নহ'লে যদি পাহৰি যাওঁ –"

বেদানাই ধুনীয়াকৈ হাঁহিলে, একো নক'লে।

দুৱাৰখনত ধৰি হাতত টোপোলাটো লৈ যোৱা মমতাজৰ ফালে বেদানাই কিছুপৰ চাই থাকিল। তাৰ পিছত দুৱাৰখন বন্ধ কৰি ভিতৰলৈ গুচি আহিল।

অকলশৰে, বহুত পৰ, বহুত কথা ভবাৰ পিছত বেদানাই দেখিলে, আজিও মমতাজে তাইৰ বিষয়ে কোনো কথা জানিবৰ চেষ্টা নকৰলে। বেদানাই হাঁহিলে।

পিছ দিনা দেওবাৰ।

দিনটোৰ কাৰণে মমতাজৰ ছুটী।

শুই উঠাৰ পিছতে বেদানাই অভিযোগ জনালে– "মই আজিৰ পৰা বিছনাত নোশোওঁ –"

"কিয়? দুখ পাইছা? মোৰ আকৌ তুলী-তোছক একো নাই। সেইবোৰ ভালো নেপাওঁ। তুমি শুই দুখ পাইছা নে কি?" অসহায়ৰ দৰে মমতাজৰ মাতটো।

"ওঁ –"

বৰ ব্যথিতৰ দৰে মমতাজে বেদানাৰ মুখলৈ চালে। "মই আজিয়ে এখন তুলী আনিম –"

অলপ হাঁহি বেদানাই ক'লে, "মই মাটিত শুইহে ভাল পাওঁ। মই আজিৰ পৰা মাটিত শুম। তুমিয়ে বিছনাত শুবা –"

আজি ৰাতিও আগ ৰাতিৰ দৰেই মমতাজে সেই তাৰ সৰু নামাজ পঢ়া কোঠডোখৰতে শুই কটালে। বেদানাই কোনো প্ৰতিকাৰ কৰিব নোৱাৰিলে। "মই আগে-পিছেও মাটিত শোওঁ। মোৰ অভ্যাস আছে। মই এই দুৰাতি মাটিত শুই দুখ পাইছোঁ বুলি ভাবিছা নে কি? অকণো দুখ নাই পোৱা –" মমতাজে ক'লে।

"মই নথকা হ'লে তুমি মাটিত শুব নেলাগিলহেঁতেন নহয় –" বেদানাই যেন নিজক দোষী কৰিবৰ মনেৰে ক'লে।

"তুমি নথকা হ'লে? ... পিছে তুমিতো আছাই –"

"আছোঁ কাৰণেতো –"

"বাৰু বাৰু, মই আৰু এখন তক্তাপোছ আনিম, আজিয়ে আনিম।"

সপ্তাহৰ মূৰত দেওবাৰে মমতাজে গা ধোৱে। চাবোন আদিৰ যোগাৰ থাকিলে কেতিয়াবা দুই-এটা কাপোৰো ধোৱে। কিন্তু ক'ৰবাত যদি তাচৰ আড্ডা বহে, তেন্তে দিনটো তাতে কাটি যায়।

পুৱাতে ৰ'দজাক টানকৈ ওলাইছিল। বাহিৰৰ ফালে এবাৰ চাই মমতাজে, কলে– "ৰ'দজাক ভাল ওলাইছে। চাবোন এটুকুৰা অনা যাওক।"

সি উঠিল আৰু তাৰ কামিজটো পিন্ধিলে। ওচৰৰ দোকান এখনৰ পৰা সি এটুকুৰা কাপোৰ ধোৱা চাবোন আৰু এটুকুৰা ভাল গোন্ধোৱা গা-ধোৱা চাবোন আনিলেগৈ।

"তুমি গা ধুবা নে?"

"এৰা, ধুব লাগিছিল।"

"এতিয়াই ধোৱা তেন্তে।" কৈয়ে সি টিউবৱেলটোৰ কাষ পালেগৈ।

"অ' ৰ'বা, এটা বাল্টি নহ'লে গা কেনেকৈ ধুবা!" আকৌ সি ওলাই গ'ল আৰু অলপ পৰৰ মূৰত হাতত এটা বাল্টি লৈ সোমাই আহিল। সি নাদটোৰ ওচৰলৈ গ'ল আৰু এক বাল্টি পানী তুলিলে। মমতাজৰ পিছফাল ডোখৰ টিনৰ চকোৱা দিয়া বেৰা। পৰ্দাৰ বিশেষ আৱশ্যক নাই।

তাৰ কথা মতে বেদানা নাদৰ পাৰলৈ বদ্‌নাটো লৈ গ'ল।

"নেলাগে, আজি নোধোওঁ –" হঠাৎ কিবা এটা সঙ্কোচত বেদানাই বদ্‌নাটো তাতে থৈ গুচি আহিল।

"নোধোৱা? ইমান ৰ'দ দিছে, ধোৱা গৈ, যোৱা, ধুলে ভাল লাগিব। মই কাপোৰ বিচাৰি দিম –"

পিন্ধি থকা চোলাটো আৰু শাড়ীখনৰ বাহিৰে বেদানাৰ আৰু কোনো কাপোৰ নাছিল। গা ধুই সলাবৰ কাৰণে তাইৰ একো নাছিল। মমতাজে যে কি কাপোৰ দিব, তাই ভাবি নেপালে। তথাপি সিয়ে বেজাৰ পায় বুলি বেদানা আকৌ গা ধুবলৈ নাদৰ পাৰলৈ গ'ল।

চুট্‌কেছটোত বিচাৰি মমতাজে এখন ধুই থোৱা ধুতী, আৰু এটা হাত-নোহোৱা গেঞ্জি বিচাৰি পালে। সি উলিয়ালে। চুট্‌কেছটো আকৌ সি বন্ধ কৰি থ'লে। ঘূৰি চালে– বেদানাই গাত পানী ঢালি, গাটো ঘঁহিছে!

"এ, মই চাবোন আনিছিলোঁ নহয় –"

সি গা-ধোৱা চাবোন টুকুৰা নি বেদানাক আগবঢ়াই দিলে। তিতা গাটোত কুঁচি-মুচি শাড়ীখন মেৰাই, লাজত ৰঙা পৰি বেদানাই চাবোন টুকুৰা হাত মেলি ল'লে।

গা ধোৱা হ'লতো তিতা কাপোৰেৰে মমতাজৰ আগলৈ উঠি আহিবলৈ লাজ কৰি, চুলিবোৰ এনেয়ে চেপি চেপি বেদানা নাদৰ পাৰতে বহি থাকিল।

এবাৰ ঘূৰি চাই মমতাজে ভিতৰৰ পৰাই সুধিলে, "আৰু পানী লাগে নেকি?"

"নেলাগে –" লাজত ৰঙা পৰি বেদানাই ক'লে।

"তেনেহ'লে উঠি নাহা কেলেই? এইয়া কাপোৰ পিন্ধা, অথনিকৈ অন্য কাপোৰ আনিব লাগিব।"

ধুতীখন আৰু গেঞ্জিটো বেৰৰ মূৰতে থৈ মমতাজ আগফালৰ কোঠালৈ ওলাই আহিল।

কাপোৰ সলাই বেদানা সোমাই আহিল। মমতাজে চকু দাণ্ডি বেদানালৈ চালে। স্বচ্ছ, নির্মল, ধুনীয়া মুখখন মমতাজে বৰ ধুনীয়া দেখিলে, বুকুৱে-পিঠিয়ে পৰি থকা বেদানাৰ পানী নুশুকোৱা তিতা চুলিবোৰৰ আগেদি এটোপা এটোপাকৈ পানী নিগৰি পৰিছিল। মমতাজে তাকো ভাল দেখিলে। বেদানাৰ লাহী হাত দুখনৰ লাহী আঙুলিকেটা মমতাজৰ বৰ মৰম লগা যেন লাগিল। তাৰ ধুতীখন পিন্ধা শুভ্ৰ বেদানাজনীক মমতাজৰ বৰ পবিত্ৰ, বৰ নির্মল যেন লাগিল।

"তুমি গা ধোৱাগে –"

"অ' ধোওঁগে, যাওঁ –"

মমতাজ বহাৰ পৰা উঠিল আৰু পিছফাললৈ গ'ল। তাৰ পৰাই আকৌ এবাৰ মমতাজে বেদানালৈ ঘূৰি চালে।

তাৰ কিবা এটা মনত পৰিল। সোলোকোৱা কামিজটো সি আকৌ পিন্ধিলে আৰু আগফালৰ দুৱাৰখন মেলি ওলাই গ'ল। বেদানাই কিবা সুধিবলৈ সময়কে নেপালে। ...

এবটল ৰঙা তিলতেল, এখন ফণি আৰু এখন ঘূৰণীয়া আর্চি লৈ মমতাজ সোমাই আহিল। আটাইকেইটা বস্তু বিছনাখনৰ ওপৰতে থৈ সি তাৰ গেঞ্জি, কামিজ খুলিলে আৰু নাদৰ পাৰলৈ দৌৰ দিলে।

"এইবোৰ ক'ৰ পৰা আনিলা?"

"দোকানৰ পৰা। চক্ৰুৰ দোকানী বৰ ভাল নহয় –" নাদৰ পাৰৰ পৰাই মমতাজে ক'লে।

"এইকেটাত কিমান ল'লে?" হাতত আটাইকেইটা বস্তু লৈ পিছফাললৈ আহি বেদানাই সুধিলে।

"ক'ব নোৱাৰোঁ। দাম কৰিবলৈকে নহ'ল। তাৰ হাতত মোৰ কম পইচা জমা আছে নে কি, আজি এবাৰ বছৰৰ পইচা। সি মোৰ লগত দামকে নকৰে –" গর্বেৰে কোৱা দিয়ে মমতাজে ক'লে।

বেদানাই একো নেমাতিলে। বিছনাখনলৈ আহি বেদানা বহিল আৰু আর্চিখনত এবাৰ নিজৰ মুখখন চালে। বেদানাই নিজক ধুনীয়াই দেখিলে। থিয় হৈ আকৌ এবাৰ বেদানাৰ সৰু আর্চিটোখনত নিজৰ গোটেই মানুহজনী চাব খুজিলে। পিন্ধি থকা ধুতীখনৰ সৰু পাৰিটো, আৰু হাত নোহোৱা গেঞ্জিটো নিজৰ গাত দেখি বেদানাই অলপ হাঁহিলে।

দুটামান কাপোৰ ধুই মেলি দি, হঠাৎ কিবা এটা কথা মনত পৰি মমতাজে আহি ক'লে, "অ' তুমি চেণ্ডেল্ পিন্ধা নহয়?"

বেদানাই একো উত্তৰ দিবলৈ নৌপাওঁতেই মমতাজ আকৌ নাদৰ পাৰলৈ দৌৰি গৈ মূৰত পানী ঢালিবলৈ ধৰিলে।

গা ধুই আহি মমতাজে আকৌ তাৰ তেলৰ দাগ লগা কামিজ আৰু পটলুনকে পিন্ধিলে। আৰু কাপোৰ তাৰ নাছিল।

আজি বহুত দিনৰ মূৰত, তাৰ চুলিয়ে এই প্ৰথম ফণিৰ লগত কাজিয়া কৰিলে। ইয়াৰ আগতে আৰু কেতিয়া সি তাৰ মূৰ ফণিয়াইছিল, – হয়তো সি নিজেই ক'ব নোৱাৰে।

বেদানাৰ হাতৰ পৰা সি ফণিখন খুজি ল'লে আৰু চুলিবোৰ আঁচুৰি আঁচুৰি ক'লে, "ফণি এখন কিনিম বুলি বহুত দিনৰ পৰাই ভাবি আছিলোঁ।"

কথাষাৰ শুনি বেদানাই এটা শান্ত হাঁহি মাৰিলে।

আজি আকৌ এবাৰ বেদানাই মুক্তভাৱে মমতাজৰ মুখলৈ চালে। কৰ্মকঠোৰ মুখখনত বেদানাই দেখিলে এটা নিষ্কলুষ, শুভ্ৰ পৱিত্ৰতা। মমতাজৰ গোটেই মানুহটোক বেদানাৰ বিশ্বাস কৰিবৰ মন গ'ল!

গা ধুই উঠি বেদানাৰ অলপ ভোক লাগিল। হয়তো মমতাজৰো ভোক লাগিছিল। সি বহাৰ পৰা উঠিল আৰু ক'লে, "তুমি অলপ বহা দেই, মই ভাতকেটা লৈ আহোঁ।"

বেদানাই অলপ অস্বস্তি অনুভৱ কৰিয়ে যেন ক'লে, "বাৰু"

সি থিয়দি অলপ ৰ'ল আৰু বেদানালৈ ঘূৰি চাই ক'লে, "তুমি হোটেলৰ ভাত খাই বেয়া পাইছা নে কি?"

কি ক'ব বেদানাই ভাবি নেপালে। তাৰ মুখলৈ চকু তুলি চালে মাথোন। ...

ভাত খাই উঠি মমতাজ বিছনাতে অলপ শুলে। বেদানা পিছফালে এনেই বহি থাকিল। শুবৰ ঠাই নাছিল। কিবা এটা কথা ভাবিবৰ কাৰণে, কিবা এটা কথা মমতাজক সুধিবৰ কাৰণে, কেইবাবাৰো বেদানাই উচ্‌পিচালে, কিন্তু নোৱাৰিলে। নেভাবিবৰ চেষ্টা কৰিও, তাই কেইবাবাৰো মমতাজৰ কথা ভাবিলে। ...

সন্ধিয়া যেতিয়া মমতাজ বজাৰৰ পৰা ঘূৰি আহিল, তেতিয়া প্ৰায় আন্ধাৰেই হৈছে। হাতত জুইশলা নথকাৰ কাৰণে বেদানাই চাকিটো জ্বলাব পৰা নাই। মমতাজ সোমাই আহিল, তাৰ হাতত এটা ডাঙৰ টোপোলা।

"বেদানা –" দুৱাৰমুখত ৰৈ সি মাতিলে। বেদানাই দুৱাৰ মেলি দিলে, সি সোমাই আহিল।

সি নিজেই চাকিটো জ্বলালে; আৰু বেদানাক ক'লে, "খোলাচোন চোৱা কি আছে –"

বিছনাৰ ওপৰতে বেদানাই টোপোলাটো মেলি বস্তুবোৰ এটা এটাকৈ উলিয়াবলৈ ধৰিলে। এযোৰ চেণ্ডেল এযোৰ ৰিহা-মেখেলা, দুটা ব্লাউজ, এটা সৰু পাউডাৰৰ টিন, এখন গা-ধোৱা তাৱেল, চাৰি পইচাৰ বাদাম আৰু কিবাকিবি, এখন সংসাৰ।

"এইবোৰ কেলেই আনিলা?" মাতটোত আনন্দ বা বিৰক্তি একো প্ৰকাশ নকৰাকৈ বেদানাই ক'লে।

মমতাজ যেন বৰ আচৰিত হ'ল। সি মূৰ দাঙি বেদানালৈ চালে আৰু ক'লে, "কিয়? তোমাৰ ভাল লগা নাই?"

একেই গহীন মাতেৰে বেদানাই ক'লে, "মোৰ কাৰণে এইবোৰ কিনি কিয় পইচা খৰচ কৰিলা? তোমাৰ কিবা আৰু এইবোৰ দিবলৈ কোনো নাই নে?"

"নাইতো। কোন আছে? আৰু মোৰ কোন আছে? কোনোবা থকা হ'লে জানো মই গোটেই জীৱন, লোকৰ হোটেলত ভাত খাই কটাওঁ?"

এইবাৰ চকুত অনুকম্পা আৰু বিস্ময়-সানি বেদানাই তাৰ চকুলৈ চালে। দেখিলে সি মিছা কথা কোৱা নাই।

"সঁচাকৈয়ে তোমাৰ কোনো নাই নে কি?" মাতটোত সমবেদনাৰ কোমলতা সানি, টোপোলাৰ কাপোৰবোৰ লিৰিকি-বিদাৰি বেদানাই সুধিলে।

"কোননো আছে? বোপাইকতো নেদেখিলোঁৱেই। বৌটি মৰোঁতে মই চাৰি বছৰীয়া। বাবাৰ সম্পত্তিখিনি দদাইটিয়ে হজম কৰিলে। মোক দিলে খেদায়, আৰুনো কোন আছে?"

"মোৰো কোনো নাই।" হঠাৎ কথাৰ মূৰত কথাষাৰ কৈ দি বেদানা বৈ গ'ল।

"তোমাৰো কোনো নাই? কিয়?"

"আজি নহয়, আন এদিন –" হাঁহি বেদানাই ক'লে আৰু কথাৰ মোৰ ঘূৰাবৰ মনেৰে ক'লে, "মেখেলাখন হয় যদিও, চোলাটো যে মোৰ গাত হ'ব ঠিক নাই –।"

"পিন্ধি চোৱাচোন বাৰু। নহ'লে এতিয়াই সলাই আনিম।"

কাপোৰ-কানিখিনি সিটো কোঠালৈ নি বেদানাই বেগাবেগিকৈ পিন্ধিলে। তাৰ পিছত ওলাই আহিল।

"হ'ল নে?"

"চোলাটো অলপ ঢিলা হ'ল।"

"তেনে সলাই আনিব লাগিব –"

"নেলাগে থাওক, এইকেইদিন খাই শকত হম নহয়, তেতিয়া ঠিক হ'ব।" হাঁহি বেদানাই ক'লে।

মমতাজে চাকিটোৰ সৰু পোহৰত বেদানাৰ ফালে চালে।

চাকিটো অলপ একাষৰীয়াকৈ থৈ, বেদানাই লাহে লাহে ক'লে, "তোমাৰ তেনেহ'লে সঁচাকৈয়ে কোনো নাই?" বেদানাৰ মাতটো গভীৰ।

"এজনী বাই আছে হেনো, ক'ত আছে ক'ব নোৱাৰোঁ। আৰু কোনো নাই। কাৰখানাতে অত বছৰ কাটি গৈছে –" মমতাজে ক'লে।

"কেতিয়াবা পিছে তুমি বেমাৰ-আজাৰ পৰিলে?"

"তেতিয়া হাস্পতাললৈ যাওঁগে –"

দুয়ো মনে মনে থাকিল।

টোপোলাটোৰ মাজৰ পৰা বাদাম এমুঠি বিচাৰি লৈ বেদানালৈ আগবঢ়াই দি মমতাজে ক'লে, "খোৱা, বাদাম খাবলৈ মোৰ বৰ ভাল লাগে।"

একো নোকোৱাকৈ বেদানাই কেইটামান বাদাম তাৰ হাতৰ পৰা তুলি ল'লে। বাদাম চোবাই চোবাই, সিহঁতৰ মাজৰ নিস্তব্ধতাটো ভাঙিবৰ কাৰণেহে যেন বেদানাই ক'লে, "কাৰখানাত তুমি কি কাম কৰা?"

"ইঞ্জিনৰ কাম। ইঞ্জিন চলাব লাগে। কেতিয়াবা অন্য কামো কৰোঁ!"

সোধো-নোসোধোকৈ বেদানাই সাধাৰণভাৱে সুধিলে, "দৰমহানো কিমান দিয়ে?"

"ঢেৰ। এটা মানুহৰ কাৰণে যথেষ্ট। দিনে ডেৰশ টকা, খাই-বৈ মোৰ দহ-পোন্ধৰ টকা বাচি যায়।"

বেদানাই একো নক'লে।

মুৰ্মুৰ্ কৰি দুয়ো বাদাম চোবোৱাত লাগিল।

★ ★ ★

ৰাতি ভাত-পানী খাই উঠি বেদানাই সুধিলে, –

"তুমি অকলেই আছা?"

"বহুত বছৰ –"

"আৰু কোনো নাই?"

"ৰখীয়াজন থাকে –"

"ক'ত থাকে?"

"ইয়াতে থাকে।"

"ইয়াতে? ক'ত? মই দেখোন নেদেখিলোঁ।"

"ময়ো দেখা নাই।"

"ধেৎ।"

"সঁচাকৈয়ে, ময়ো দেখা নাই। পিছে মই জানো, তেওঁ মোৰ ইয়ালৈ সদায় আহে, মই নেথাকিলে তেওঁ মোৰ ঘৰটো ৰখি থাকে, আৰু মই আহিলে মোক ৰাখে –"

"সঁচাকৈয়ে নে কি?" লে-নিয়া মাতেৰে বেদানাই সুধিলে, আৰু মমতাজৰ মুখখনলৈ চালে।

"সঁচাকৈয়ে, অত বছৰ তেওঁ মোৰ ইয়াতে আছে। কাৰখানাত কেতিয়াবা ক'ৰবাত দুখ পালে, তেওঁ মোক যিমান মৰম কৰে!"

"তেওঁনো কোনখিনিত থাকে?"

"অকলশৰীয়াবোৰ য'তে থাকে, তেৰোঁ তাতে থাকে।"

"– মিছা কথা –?"

"ইস্ তেনেকৈ নক'বা –"

মমতাজ বহাৰ পৰা উঠিল আৰু বিছনাখন জাৰি দি ক'লে, "তুমি শোৱা দেই, বেদানা –"

চাকিটো তাতে থৈ মমতাজ বদ্‌নাটো হাতত লৈ নাদৰ ফালে আগবাঢ়িল।

"বাল্টিত পানী আছে –" চিঞৰি বেদানাই ক'লে।

"বাল্টিত? অ' এৰা, আজি বাল্টি আনিলোঁ নহয় –" আনন্দেৰেই মমতাজে ক'লে আৰু বদ্‌নাত পানী ভৰাই অজু কৰিবলৈ বহিল। ...

★ ★ ★

নিজ-ব্যস্ত সংসাৰৰ কোলাহলৰ মাজত মমতাজ আৰু বেদানাৰ সৰু কথাবোৰ লাহে লাহে মিলি যায়। কোনোৱে নজনাকৈয়ে বেদানা আৰু মমতাজ চিনাকি হৈ পৰে। সিহঁত সাধাৰণ হৈ পৰে, সহজ হৈ পৰে।

বেদানাই তাৰ গা ধোৱা, হাত-ভৰি ধোৱা পানী বাল্টিত তুলি ৰাখে, তাৰ তেল-চিকটি লগা কামিজটো ধুই দিয়ে, ঘৰটো সাৰি, মজিয়াৰ মুখখন অলপ পৰিষ্কাৰ কৰে আৰু সি কাৰখানাৰ পৰা আহিবৰ কাৰণে বাটচাই থাকে।

মমতাজে হোটেলৰ চাহ আনে, ভাত আনে, দোকানৰ পৰা বাদাম আনে, কাৰখানাৰ পৰা তেল, আল্‌কাতৰা আৰু 'ডিজেল অ'য়েলৰ' ক'লা চেকাবোৰ হাত, ভৰি আৰু কাপোৰত সানি আনে।

দুয়ো খায়, দুয়ো হাঁহে, দুয়ো কথা পাতে, দুয়ো মনে মনে থাকে।

তাৰ সকলো কামৰ শেষত, মমতাজে মনে মনে লুকাই নামাজ পঢ়ে, – তাৰ অদৃশ্য ৰথীয়াজনক সকাতৰে প্ৰণতি জনায়, আৰু সেইপিনেই তাৰ সৰু কঠডোখৰৰ ওপৰতে টোপনি যায়। তেতিয়া আৰু সি কাৰো কথা নেভাবে, – বেদানাৰ কথাও নেভাবে।

ৰ'দ-বৰষুণৰ মাজেদি সিহঁতৰ সৰু দিনবোৰ পুৰণি হৈ যায়। মমতাজে হিচাপ নকৰে, বেদানাই হিচাপ নেৰাখে।

শনিবাৰ।

আবেলি তিনিমান বাজিছে। বাহিৰত ৰ'দ। বেদানাহঁতৰ ঘৰৰ পিছফালে ৰ'দ পৰিছে। অলপ ঠাণ্ডা পৰাৰ কাৰণেই বেদানা আগফালে বিছনাখনতে বহি আছে। দুৱাৰখন কাণি-দুৱৰিকৈ মেলা। সেইপিনেদি বেদানাই আলিবাটেদি যোৱা মানুহবোৰ চাই আছে।

এবাৰ বেদানাৰ চকুত পৰিল, এটা মানুহে এভাৰ টৌ, ডেগ্‌ছি, কেৰাহী আৰু কাঁহ-পিতলৰ অন্যান্য সাজ লৈ বেচিবৰ কাৰণে গৈছে।

"হেৰা, এইপিনে লৈ আহাচোন –" দুৱাৰমুখলৈ আহি বেদানাই মানুহটোক মাতিলে।

মানুহটোৱে ঘূৰি চালে, অলপ ৰ'ল, তাৰ পিছত বেদানাইঁতৰ ঘৰলৈ আহিল।

পাচিৰ পৰা লৈ লৈ ইটোৰ পিছত সিটো বস্তু বেদানাই চাই গ'ল। এটা সৰু ডেগ্‌ছি, দুটা বাটি, দুখন কাঁহী– এটা সৰু টৌ– বাছি বাছি, মিলাই মিলাই বেদানাই চালে, প্রত্যেকটোৰ দাম সুধিলে। আৰু ঠিক কিমানত দিব, তাকো সুধিলে। দৰ-দাম ঠিক হ'ল। কিন্তু বেদানাৰ হাতত এটা পইচাও নাই। মানুহটোৰ পাচিত থকা আৰু দুই-এটা বস্তুৰ কথা বেদানাই ক'লে, আৰু অলপ পৰ ৰৈ ক'লে, "তুমি কালিলৈ আকৌ আহিবা নহয়, এইপিনে?"

"কোনো ঠিক নাই। দৰকাৰ থাকিলে আহিবও পাৰোঁ।"

"নহয়, কালিলৈ তুমি এইপিনে আহিবা। কালিলৈ তেওঁ ঘৰতে থাকিব, তেওঁ নেথাকিলে মই অকলে ল'ব নোৱাৰোঁ।"

"অ' আপোনাৰ গিৰিহঁতৰ কথা কৈছে। বাৰু বাৰু, কি কথা আছে। কালিলৈকো আহিম। তেখেতনো ক'লৈ গ'ল?"

"কাম কৰিবলৈ –" লাজত ৰঙা-ছিঙা পৰি বেদানাই কোনো মতে ক'লে।

মানুহটো গ'লগৈ।

দুৱাৰখন বন্ধ কৰি বেদানা আহি বিছনাখনতে বহিলহি। ৰান্ধনিশালৰ ছবিটো চকুৰ আগত লৈ বেদানাই তাক বৰ ধুনীয়া দেখিলে। – সৰু দুটি আখা, চক্‌চকীয়া বাটি-কাঁহীবোৰ, সৰু টৌ-কেৰাহী, লোটা-চৰিয়াবোৰ, –কিমান ধুনীয়া! মমতাজ আহিব, – তাই তাক নিজে ৰন্ধা ভাতকেটা বাঢ়ি দিব, নিজে-ৰন্ধা তৰকাৰিকণ আগ-পাছ কৰি দিব, –খাই সি কিমান তৃপ্তি পাব!

নিজে ৰন্ধা, – কথাটো ভাবি বেদানাৰ বৰ ভাল লাগিল। মাইকী মানুহে হোটেলৰ ভাত খোৱা কথাষাৰ ভাবি যেন আজি বেদানাই বৰ লাজ পালে। তাই নিজে ৰান্ধিব, তাইৰ কাষতে বহি মমতাজে খাব, এমুঠি ভাত খুজিব, অকণমান আঞ্জা খুজিব, কেতিয়াবা দিব খুজিলে নেলাগে বুলিব, – কিমান ধুনীয়া!

বেদানা সিটো কোঠালৈ গ'ল, আৰু কোনখিনিত কি কৰিব সকলো চালে– এইখিনিত আখা, এইখিনিত পানী-চাং, এইখিনিত খৰি-চাং, – এইখিনিত ...

হঠাৎ মমতাজৰ নামাজ পঢ়া কঠখন চকুত পৰিল। "আ এইখিনিত যে তেওঁ নামাজ পঢ়ে, ইয়াতে যে তেওঁ শোৱেও। ইয়াত সেইবোৰ কৰিলে তেওঁ ক'ত নামাজ পঢ়িব? ক'ত শুব? ... ক'ত শুব? ..."

"আজিকালি দেখোন আমাৰ হোটেলত নোখোৱা হ'লা?" হোটেলৱালা ইয়াচিনে বাট ভেটি ধৰি মমতাজক সুধিলে।

"এৰা, আজিকালি ঘৰতে খাওঁ।"

"কোনে ৰাঙ্কেহে, বিয়া কৰালা নেকি?" হাঁহি ইয়াচিনে ক'লে।

"বিয়া– দূৰ্। বিয়া কৰাম কেলেই। তেওঁ মোৰ সকলো কাম কৰি দিয়ে –"

"সঁচাকৈয়ে তোমাৰ ঘৰত আজিকালি কোনোবা থাকে নে কিহে? মই আকৌ খেমালিহে কৰিছিলোঁ। মই বোলো তুমি ক'ৰবাৰ অন্য হোটেলতহে খাইছা?"

"ক'ৰ অন্য হোটেলত খাম। আজি এযুগ তোমাৰ ইয়াতে খাইছোঁ, এতিয়া আকৌ ক'ৰ অন্য হোটেললৈ যাম। মোৰ পেটৰ কেঁচু-কুমটিয়েও তোমাৰ হোটেল চিনি পোৱা হ'লগৈ।"

ইয়াচিনে আনন্দ পালে। ক'লে, "বাক বাক, খাবা ঘৰতো, আহাঁ, আমাৰ তাত চাহ এটোপাকে খাই যোৱাহি। নোখোৱা হ'লা বুলি আকৌ আহিবলৈও নেৰিবা–"

ইয়াচিনে প্ৰায় টানিয়ে মমতাজক হোটেললৈ লৈ গ'ল।

★ ★ ★

অতীতটো অকণো নিবিচাৰি, ভৱিষ্যতটো অকণো নেটানি, বৰ্তমানক লৈ থাকে, বেদানা আৰু মমতাজ দুয়ো। সিহঁত দুয়ো জানে, – অতীত সিহঁতৰ দুখ লগা, করুণ; ভৱিষ্যৎ সিহঁতৰ অনিশ্চিত, অনাগত; দুদিনৰ বৰ্তমানটো সিহঁতৰ নিজা। সিহঁতে জানে– অতীতৰ মাজলৈ ঘূৰি গৈ সিহঁতে অকণো সুখ নেপায়, এফেৰিও শান্তি নেপায়। ভৱিষ্যতটোৰ কথা ভাবিয়েইবা লাভ কি? সেই পথৰ এটা ধূলিৰ কথাও সিহঁতে নেজানে। তাত এটা খোজো দিওঁ বুলি সিহঁতে দিব নোৱাৰে। কাৰখানাটো চলি আছে, তাৰ ইঞ্জিন্‌টোৰ চকাবোৰ চলি আছে, আৰু তাৰ লগে লগে চলি আছে মমতাজ। ছদিন কাম, দেওবাৰ ছুটী। সৰু আখাটোৰ সৰু ডেগ্‌ছিটোৰ ওপৰত চাউল দুমুঠি বাকি দি বেদানাই সিহঁতৰ বৰ্তমানটোকে মাখোন উতলা কৰি ৰাখিবলৈ বিচাৰে।

বিছনাখনত বেদানাক শুবলৈ দি, গভীৰ ৰাতি মমতাজে তাৰ চিৰদিনৰ ৰবীয়াজনৰ আগত দুয়োহাত তুলি কয়, "... এনেকৈয়ে মোৰ দিনবোৰ যাওক যেন খোদা। জীৱনত তুমি মোক বহুত মৰম কৰিছা, সেই মৰমৰ মাজতে আমাক থাকিবলৈ দিয়া ..."

গভীৰ নিশাৰ তাৰ এই প্ৰাৰ্থনা জগতৰ আন কোনোৱে নুশুনে।

" ... বেদানাই বহুত দুখ পাইছে, তাইৰ কোনো নাই, ... তুমি তাইক আৰু দুখ নিদিবা ..."

সেইখিনিতেই মমতাজ টোপনি যায়।

মমতাজে ভাবে– বেদানা বৰ নিঃসহায়, বৰ দুৰ্বল, বৰ অকলশৰীয়া, তাতকৈও অকলশৰীয়া। আৰু সি ভাবে, সি নহ'লে বেদানা ক'ৰবাত হেৰাই যাব ... ক'ৰবাত মৰি থাকিব, ক'ৰবাত নাইকিয়া হৈ যাব; সেয়ে তাৰ সকলো মৰম দি, তাৰ সকলো ঐশ্বৰ্য দি সি বেদানাক আঁকোৱালি ধৰি ৰাখিব খোজে! বেদানাৰ কাৰণে তাৰ ঘৰটো বৰ ধুনীয়া কৰি পেলাবৰ মন যায়, তাৰ সকলো পইচা খৰচ কৰি পেলাবৰ মন যায়, তাৰ গোটেই জীৱনটো খৰচ কৰি পেলাবৰ মন যায়!

এতিয়া আৰু সি ক'ৰবাৰ পৰা আহি বেদানাৰ নামটো দুৱাৰত পঢ়ি সুঁৱৰিব নেলাগে। নামটো তাৰ মনৰ দুৱাৰত লিখা পৰি গৈছে। ...

পিছফালৰ কোঠালিটো মমতাজহঁতৰ ৰান্ধনি-শাল। নতুনকৈ কিনা চাপৰ অকণমান মুঢ়াটোত বেদানা বহে, এডালি এডালিকৈ চকৰ তলৰ খৰি বঢ়াই দিয়ে। ওচৰতে কঠখন পাৰি বহি মমতাজে চাই থাকে। ৰঙা জুইকুৰা, উতলা বগা ভাত, জুইৰ পোহৰত ৰঙা পৰা বেদানাৰ মুখখন, আৰু ওলমি আহিব খোজা বেদানাৰ দীঘল চুলিখিনি, মমতাজৰ বৰ ভাল লাগে। সি একো নকয়, এনেয়ে চাই থাকে। বেদানাই চকুত হাঁহি লৈ তালৈ চায়, ভাতখিনিলৈ চায়, কিবা এটা ক'ব খোজে, আৰু নকৈ মুখটিপি হাঁহে।

... মমতাজহঁতৰ ঘৰৰ দুয়োখন দুৱাৰ মৰা। টিপ্‌চাকিটো অকলশৰে জ্বলি থাকে। বাহিৰত ঘন, ক'লা আন্ধাৰ। ভিতৰত জুইৰ ওচৰত বহি মমতাজ আৰু বেদানা।

লাহে লাহে মমতাজে কৈ যায়– তাৰ কাৰখানাটোৰ কথা, হোটেলত ভাত খোৱাৰ কথা, তাৰ গলিটোৰ তাৰ চিনাকি মানুহবোৰৰ কথা। সি কয় তাক মানুহবোৰে কেনেকৈ ভাল পায়, কিমান ভাল পায়! আৰু সি কয় – বেদানা অহাৰ আগতে তাৰ জীৱনটো কেনেকুৱা আছিল, চফুৰ দোকানীৰ তাত তাৰ কিমান টকা জমা আছে; আৰু সি ঈদত কি নতুন কাপোৰ কিনিব!

কুঢ়ি মাছটোৰ বাকলি গুচাই বেদানায়ো কৈ যায়, – কি টেঙা তাইৰ ভাল লাগে, কোন কোন-মানুহে তাইক চিনি পায়, তাই কিমান মানুহক চিনি পায়। কথাৰ মাজতে তাই কৈ দিয়ে – কেনেকৈ তাই 'অৰ্ফেনেজ'ত থাকিবলৈ পালে, কেনেকৈ তাই তাৰ ল'ৰা-ছোৱালীবোৰৰ লগত খেলিছিল, আৰু তাত তাইক কি কি কৰিবলৈ শিকাইছিল। ... দেৱদাস নামে ল'ৰা এটাৰ লগত তাই নিতৌ খেলিছিল, সি আছিল বৰ নিৰ্জু আৰু বৰ ধুনীয়া; হঠাৎ তাই কৈ দিয়ে, কিয় সেইদিনা ৰাতি তাই পলাল, কেনেকৈ তাই অৰ্ফেনেজৰ প্ৰ'প্ৰাইটৰৰ অভিসন্ধিবোৰ গম পালে, জমিদাৰৰ ল'ৰাটোৱে অৰ্ফেনেজ চাবলৈ আহি কিয় তাইক বহুত কথা সুধিছিল।

কথাবোৰ কৈ কৈ নিজেই লাজ পাই বেদানা বৈ যায়। মমতাজেও যেন বেদানাৰ এই কথাবোৰ জানিব নোখোজে। সি অন্য কথা কয়, – সি মাথোন বুজে বেদানাৰ পুৰণি দিনবোৰ বৰ দুখেৰে ভৰা। তাত ক'তো সুখৰ কথা নাই। ...

কেইটামান টান ৰ'দ মাৰিছিল। সেইদিনা দুপৰীয়া ভাত খাবলৈ আহি মমতাজে ভাত বেছি খাব নোৱাৰিলে।

"মূৰটো বৰ কামুৰিছে –" সি ক'লে আৰু বেদানাৰ বিছনাখনতে আহি দীঘল দি পৰিল।

"এটোপা চাহপানী খাবা নে কি?" বেদানাই সুধিলে। "চাহপানী – অ' এটোপা দিয়াচোন – কিজানি ভালেই পাওঁ। –"

বেদানাই বেগাবেগিকৈ এটোপা চাহ কৰি তাক আনি দিলে, সি পি খালে। কাষতে থিয় দি থাকি বেদানাই তাৰ মুখৰ ফালে চালে, তাৰ মুখখন ৰঙা পৰিছে!

"এইবেলা তুমি আৰু কামলৈ যাব নেলাগে –"

"এৰা –"

চকু দুটা মুদি মমতাজ পৰি থাকিল। ৰান্ধনি-শাললৈ গৈ বেদানাই অলপ পানী গৰম কৰিলে আৰু বদ্‌নাটোত ভৰাই আনি ক'লে, "তোমাৰ ভৰি-হাতবোৰ অলপ ধুই লোৱা, – গৰম পানী দিছোঁ –"

মমতাজ উঠিল– আৰু পানী লৈ হাত-মুখ ধুবলৈ পিছফালে দুৱাৰমুখত বহিল। আনদিনাৰ দৰে বেদানাই তাৰ হাতত পানী বাকি দিলে, সি ধুলে। সি বহি থকা ঠাইতে ভালেমান পৰ বহি থকা দেখি বেদানাই ক'লে, "উঠা আকৌ, ইয়াতে বহি আছা কেলেই?"

সি উঠিল– তাৰ যেন ভৰিবোৰ কঁপিছিল! আকৌ আহি সি বিছনাত পৰিলহি।

নিজৰ কপালখনত হাত দি চাই মমতাজে ক'লে, "মোৰ জ্বৰ উঠিছে হ'ব পায় –।"

বেদানা তাৰ কাষ চাপি আহিল, আৰু কঁপা কঁপা হাতেৰে তাৰ কপালখন চুই চালে। তাৰ গাটো জুই যেন তপত। কপালৰ পৰা হাতখন নুগুচোৱাকৈয়ে বেদানা তাৰ কাষতে বহি পৰিল।

"তোমাৰ জ্বৰ উঠিছে –" ভয় আৰু মৰমেৰে বেদানাই ক'লে।

"আজি দুৰাতিমান মোৰ ভাল টোপনি অহা নাছিল, সেই কাৰণেই উঠিছে কিজানি –" দুৰ্বল মাতেৰে মমতাজে ক'লে।

ভাল টোপনি নহাটোত বেদানা কোনো আচৰিত নহ'ল। বহুবাৰ, প্ৰত্যেকদিনে কোৱা সত্ত্বেও মমতাজে আৰু এখন বিছনাৰ যোগাৰ আৰ্জিলেকে কৰি নল'লে। সি তাৰ কঠখনতে সদায় শোৱে। তাৰ উপৰি বহুতবাৰ বেদানাই নিজে মাটিত শুই, তাক খাটখনত শুবলৈ অনুৰোধ কৰিলে, কাজিয়া কৰিলে, জেদ কৰিলে, সি নেমানিলে। কেতিয়াবা বেদানাৰ মন যায় যেন তাক তাই শোৱা খাটখনৰ একাষতে শুই থাকিবলৈ ক'ব, – কিন্তু ক'ব নোৱাৰিলে। লাজ আৰু ভয়ে তাইৰ ডিঙিত ভেটি ধৰে।

আজি বেদানাই ভাবিলে– তাইৰ কাৰণেই মমতাজৰ জ্বৰ উঠিছে! তাইৰ বেয়া লাগিল।

লাহে লাহে বেদানাই তাৰ কপালখন পিটিকি দিব ধৰিলে। চকু দুটা মুদি মমতাজ পৰি থাকিল।

"মোৰ গাটো খুব বিষাইছে, জ্বৰ হ'লে মোৰ গা সদায় বিষায় –" মমতাজে ক'লে। টান কাম কৰা মানুহৰ গা বেমাৰত বিষায়।

বেদানাই একো নেমাতিলে। মমতাজৰ হাতখন হাতৰ মাজত লৈ বেদানাই পিটিকি দিব ধৰিলে।

"তুমি চাহ খোৱাগে বোৱা –" আবেলি হোৱা দেখি চকু মেলি চাই মমতাজে ক'লে।

"তুমিও এটোপা খাবা নে?"

"এটোপা সুদা পানী খাম –"

বেদানা তাৰ কাষৰ পৰা উঠি গ'ল।

গধূলি চাকিটো জ্বলাই বেদানা তাৰ কাষতে বহিল, আৰু তাৰ হাতবোৰ টানি দিব ধৰিলে। তাৰ জ্বৰ কিন্তু ক্ৰমাৎ বেছিহে হৈ আহিল। তাৰ হাত-মূৰ পিটিকি দিয়াৰ বাহিৰে অন্য কি কৰিব বেদানাই ভাবি নেপালে। মাজে মাজে বেদানাই পানী খাব নে সোধে, কিবা খাব নে সোধে, গাত কাপোৰ দিব নে সোধে, আৰু একেথৰে তাৰ মুখলৈ চাই থাকে।

ভালেমান ৰাতি এবাৰ চকু মেলি চাই, কাষতে বহি থকা বেদানাক মমতাজে ক'লে, "তুমি শোৱা নাই বেদানা?"

বেদানাই তাৰ মুখলৈ চালে, একো নক'লে।

"তুমি ভাত খালা নে বেদানা?"

"ওঁ, খালোঁ।"

"কেতিয়ানো খালা? ভাতনো বহালা কেতিয়া?"

"তুমি ক'বই নোৱাৰা, মই বহালোঁও, খালোঁও –"

সি অলপ মনে মনে থাকিল।

"তুমি শোৱা বেদানা, এনেয়ে মিছাতে টোপনি খতি নকৰিবা –"

"বাৰু শুম –" সৰুকৈ বেদানাই ক'লে।

হঠাৎ মমতাজৰ মনত পৰিল, বেদানাৰ বিছনাত যে সি শুই আছে। কঠখৰৰ বাহিৰে আৰু বিছনা সিহঁতৰ নাই।

জ্বৰৰ গাৰেই মমতাজে বিছনাতে হঠাৎ বহি দিলে। "এ বহিলা কেলেই শুই থাকা –" ব্যস্ত হৈ বেদানাই তাক ধৰি আকৌ শুৱাই দিয়াৰ চেষ্টা কৰিলে।

"তুমি শোৱা বেদানা, মই সঁড তাতে শুম, – ৰাতি বহুত হ'ল, তুমি কিমান বহি থাকিবা।"

মমতাজ বিছনাৰ পৰা নামিব খুজিলে।

"ইস্, তুমি শোৱাচোন। মোৰ অকণো টোপনি অহা নাই, – টোপনি আহিলে মই শুম নহয় –"

"শুবা? ক'ত শুবা? তোমাৰ বিছনাত যে মই পৰি আছোঁ –"

"হওক বাৰু, মই শুম, – তুমি তাৰ কথা ভাবিব নেলাগে। শোৱা –"

প্ৰায় জোৰ কৰিয়েই বেদানাই মমতাজক আকৌ শুৱাই দিলে। সি শুলে– যেন বৰ অস্বস্তিৰেই সি পৰি থাকিল। বেদানাই তাৰ গাৰ কাপোৰ ঠিক কৰি দিলে।

লাহে লাহে বেদানাৰ মুখলৈ চাই সি ক'লে, "মই হাস্পতাললৈকে যাওঁগে বেদানা। আগেয়েতো সদায় বেমাৰ পৰিলে হাস্পতাললৈকে যাওঁ –"

"মই কাৰ লগত থাকিম?" বেদানাই ক'লে, আৰু তাৰ মুখলৈ চালে।

"তুমি, এৰা বেদানা। মই গ'লে তুমি কাৰ লগত থাকিবা –"

সি মনে মনে থাকিল। কিবা এটা ভাবিলে, তাৰ পিছত ক'লে,– "নহয় বেদানা, মই ইয়াত বেমাৰ পৰি থাকিলে, তোমাৰ বহুত কষ্ট হ'ব। হাস্পতালত পৰি থাকিম, ডাক্তৰে চাব, দাৰাই দিব– তোমাৰ কোনো দিগদাৰি নহয়। ইয়াতনো তুমি দাৰাইকে কেনেকৈ পাবা –"

বেদানাই এবাৰ তাৰ কথাবোৰ ভাবিলে। সঁচা কথা, সিহঁতৰতো আৰু কোনো নাই, ডাক্তৰক খবৰ দিবলৈকে বা যাব কোন? বেদানা নিজে? তাই কেনেকৈ যাব? তাইতো একো চিনি নেপায়! অথচ ঔষধ-পাতি নকৰিলেও মমতাজে বহুত কষ্ট ভুগিব লাগিব। কিবা এটা ঠিক কৰি বেদানাই ক'ব খোজোঁতেই আকৌ মমতাজে ক'লে, "নহয় বেদানা, হাস্পতাললৈ গুচি গ'লে তোমাৰ বৰ দুখ হ'ব। অকলে তুমি কেনেকৈ থাকিবা। নেলাগে, মই ঘৰতে থাকিম, মোৰনো কি ডাঙৰ বেমাৰ হৈছে। ভৰহে, কিজানি কাহিলৈকে এৰি দিব –"

বেদানা অলপ বিমোৰত পৰিল। মমতাজ হাস্পতাললৈ গুচি গ'লে, তাই অকলশৰীয়া হ'ব; তাৰ উপৰি তাৰ অকণো শুশ্ৰূষা তাই কৰিবলৈ নেপাব, আৰু মমতাজক ঘৰতে ৰাখি থ'লে তাৰ ঔষধ-পাতিৰ কোনো ব্যৱস্থা বেদানাই কৰিব নোৱাৰিব। তাই মাথোন তাক চাই থাকিব পাৰিব।

হঠাৎ কিবা এটা ভাবি ঠিক কৰি বেদানাই যেন বহুত সাহস পালে। তাৰ হাতখন হাতৰ মাজত লৈ বেদানাই ক'লে, "নেলাগে যাব তুমি হাস্পতাললৈ। মই তোমাক এৰি নিদিওঁ –"

"তোমাৰ যে বহুত কষ্ট হ'ব –" দুৰ্বল মাতেৰে সি ক'লে আৰু বেদানাৰ মুখলৈ চালে।

"তুমি নেথাকিলে যে আৰু বেছি কষ্ট হ'ব –" বেদানাই ক'লে। মমতাজে একো নেভাবিলে, আকৌ চকু দুটা মুদি পৰি থাকিল।

ৰাতিপুৱা চকু দুটা মেলি মমতাজে দেখিলে তাৰ বুকুৰ কাষতে বিছনাখনতে বহি বেদানাই টোপনিয়াই আছে।

"বেদানা –" সৰুকৈ সি মাতিলে।

বেদানাই চকু দুটা মোহাৰি সুধিলে, "কি? কিবা লাগিব?"

"তুমি আজি নুশুলা?"

অলপ হাঁহি বেদানাই ক'লে, "ক'তনো শুম?" মমতাজ অলপ পৰ মনে মনে থাকিল– "অ' – লাহে লাহে সি ক'লে, "এইখিনিতে দেখোন শুই থাকিব পাৰিলাহেঁতেন। ইমান ডোখৰ ঠাই আছিল।"

বেদানাই একো নক'লে। ওঁঠ দুটাৰ ওপৰেদি এটা করুণ হাঁহিৰ ৰেখা বাগৰি গ'ল।

গাখীৰ দিবলৈ অহা গুৱালটোৰ হতুৱাই বেদানাই খবৰ দিলে, ডাক্তৰ আহিবলৈ। সিহঁতৰ অৱস্থাটো বুজি গুৱালটোৱেও নোবাবোঁ নুবুলিলে। মমতাজৰ অনুৰোধত সি চফুৰ দোকানীকো তাৰ জ্বৰৰ খবৰটো দিলেগৈ। ডাক্তৰৰ ঘৰলৈ যোৱা বাটতে চফুৰৰ ঘৰ।

চফুৰ আহিল। বেদানা অলপ আঁতৰি গ'ল। মমতাজে ক'লে, "এটিন বাৰ্লি পঠাই দিবা, – অলপ চেনি, দুখন কম্বল ... আৰু কিবা কিবি –"

চফুৰ যোৱাৰ অলপ পৰৰ পিছত ডাক্তৰ আহিল। তেওঁৰ চাইকেলখন আগফালে বেৰতে আঁউজাই থৈ ডাক্তৰ ভিতৰলৈকে সোমাই আহিল। বেদানা সিটো কোঠালৈ সোমাই গৈ বেৰৰ বিন্ধাইদি চাই থাকিল।

ডাক্তৰক অহা দেখি মমতাজ বিছনাতে বহিব খুজিলে। ডাক্তৰে মানা কৰি শুই থাকিবলৈ দিলে। মমতাজৰ ঘৰৰ চকী-মেজ একো নাই। ডাক্তৰে তাক চালে। থাৰ্মমিটাৰ দি জ্বৰটো জুখি চালে, জিভাখন চালে, হাতৰ পালচ্ বিট চালে, তাৰ পিছত হাঁহি ক'লে, "মই দাৰাই পঠিয়াই দিম। একো ভয় নাই। অলপ জ্বৰ– দুদিনতে এৰিব।"

"ছাৰ, দাৰাই আনিবলৈ যাবলৈ কোনো নাই।"

"কোনো নাই? অ' বাৰু, – মই চাওঁ, যদি পাৰোঁ চকীদাৰটোৰ হাতত দি পঠাম।"

"গাটো খুব বিষাইছে ছাৰ– "

"মই বুজিছোঁ –"

ডাক্তৰ যাবলৈ ওলাল। মমতাজে চিঞৰি উঠিল, "বেদানা, অ' বেদানা ছাৰক টকা দিব লাগিছিল নহয় –"

বেৰখনৰ সিপাৰৰ পৰা বেদানাই সৰুকৈ ক'লে, "গাৰুৰ তলতে আছে –"

গাৰুৰ তলত বিচাৰি নেপাই মমতাজে ক'লে, "তুমিয়ে চাই দিয়াহিচোন, মই বিচাৰি নেপাওঁ –"

অগত্যা লাজত কুঁচি-মুচি বেদানা আহিল, আৰু গাৰুৰ তলৰ পৰা টকা দুটা উলিয়াই মমতাজৰ হাতত দিলে। ডাক্তৰে বেদানাৰ মুখলৈ চালে।

"মোক দিলে কি হ'ব, ছাৰৰ হাতত দিয়া –"

মমতাজৰ হাতৰ পৰা টকা দুটা লৈ চকু-কাণ মুদি বেদানাই টকা দুটা ডাক্তৰৰ ফালে আগবঢ়ালে। গহীন এটি হাঁহি মাৰি ডাক্তৰে ল'লে আৰু ক'লে, "বাৰু এতিয়া যাওঁ, আকৌ আবেলি এবাৰ পাৰিলে আহিম।"

মমতাজ আৰু বেদানা দুয়োৰে চকুত কৃতজ্ঞতা। ডাক্তৰে চকীদাৰৰ হাতত এবটল ঔষধ পঠাই দিলে।

ডাক্তৰ নিতৌ আহে— পুৱা, আবেলি, আৰু আবেলি নোৱাৰিলে ৰাতি। ভালেমান পৰ মমতাজক চাই-মেলি যায়গৈ। মমতাজৰ কথামতে বেদানাই ডাক্তৰৰ হাতত গৰম পানী ঢালি দিয়ে, হাত ধুই, জেপৰ কমালখনেৰেই মোহাৰি ডাক্তৰ যায়গৈ। পইচা নিবিচাৰে। ...

চাৰি দিনৰ মূৰত মমতাজৰ জ্বৰ এৰিলে। সি এইকেদিনৰ জ্বৰতে বৰ খীণালে আৰু বহুত দুৰ্বল হ'ল। তাৰ কাৰণে খাটি খাটি বেদানাও বহুত খীণাই গ'ল। মমতাজে বেদানাৰ মুখখনলৈ চালে, – করুণ, শ্রান্ত, ধুনীয়া মুখখন, বেদানাক সি কাষলৈ মাতিলে। তাৰ বেদানাক মৰম কৰিবৰ মন গ'ল।

"– বেদানা –"

ধুনীয়া চকু দুটিৰে বেদানাই তাৰ চকুলৈ চালে। "মোৰ বৰ টান জ্বৰ হৈছিল নহয় নে?"

"ওঁ –"

"তুমি নোহোৱা হ'লে মই মৰি গ'লোঁহেঁতেন –"

"ধেৎ –"

"সঁচাকৈয়ে বেদানা। মৰিলে মোৰনো কি হানি আছিল।"

"মই?"

"সেই কাৰণেইতো মই নমৰিলোঁ। তোমাৰ কাৰণেই মই নমৰাকৈ থাকিলোঁ।"

বেদানাৰ মুখখন ৰঙা পৰিল।

"ডাক্তৰ বৰ ভাল মানুহ নহয় নে বেদানা। আমাক কিমান মৰম কৰিলে। অন্য ডাক্তৰ হোৱা হ'লে, এবাৰতকৈ বেছি নাহেঁই, এওঁ চোৱাচোন কিমানবাৰ আহিল। নিজেই আকৌ দাবায়ো লৈ আহে।"

বেদানাই একো নেমাতিলে। এবাৰ মাথোন ডাক্তৰৰ বগা, গঢ়িত মুখখন মনত পেলালে। মনত পৰি তাই নিজেই লাজ পালে।

"তেওঁৰ বাপেকো ডাক্তৰ আছিল। নহ'লে ইমান কম বয়সতে এওঁ এনেকুৱা ভাল ডাক্তৰ ক'ৰ হ'লহেঁতেন।"

লাহে লাহে বেদানাই মমতাজৰ আঙুলিবোৰ টানি দিয়ে। ...

"মমতাজ আছা নে?"

"নাই।"

"ক'লৈ গ'ল?"

"কাৰখানালৈ গ'ল –"

"অ' মই পাহৰিছিলোঁৱেই। বাৰু, নোসোমাওঁ – যাওঁ। তেওঁৰ এতিয়া ভাল নহয়?"

নোসোমাওঁ বুলিও চাইকেলৰ পৰা নামি ডাক্তৰ সোমাই আহে। বেদানাৰ বিছনাখনতে বহে, আৰু কোন ফালে গৈছিল কয়। বেদানাই বেগাবেগিকৈ এটোপা

চাহ কৰি আনি দিয়ে। ডাক্তৰে খায়। তাৰ পিছত যাওঁ যাওঁ কৰি বহি থাকি ভালেমান পৰৰ মূৰত যায়গৈ।

বেদানাৰ সকলো সঙ্কোচ ভাগি গৈছে।

লাহে লাহে দিনবোৰ পাৰ হৈ যায়।

বেমাৰৰ পিছতে মমতাজে এখন তক্তাপোচ্ কৰালে, এখন চকী কিনি আনিলে, এখন সৰু মেজো কৰিলে। সি নতুন কামিজো এটা ল'লে।

মমতাজ কাৰখানালৈ যোৱাৰ পিছত ডাক্তৰ প্ৰায়ে তাৰ ঘৰলৈ আহে, আৰু বেদানাৰ লগত নানা কথা পাতি, সি আহিবৰ সময় হ'লে যায়গৈ। ডাক্তৰ ডেকা, অবিবাহিত চৌবিশ-পঁচিশ বছৰীয়া। বেদানাই বুজি পোৱা-নোপোৱা বহুত কথা ডাক্তৰে কয়— এনাটমিৰ কথা, নাৰ্ভাচ্ চিষ্টেমৰ কথা, ডিচেক্চন্ আৰু ভিভিচেক্চনৰ কথা, পুৰুষৰ দেহা আৰু তিৰোতাৰ দেহাৰ বিভিন্নতাৰ কথা। বেদানাই ডাক্তৰৰ মুখলৈ একেথৰে চাই থাকি সকলো শুনি যায়। মাজে মাজে হাঁহে, মাজে মাজে লাজত ৰঙা পৰি তলমূৰ কৰে।

মমতাজে ক'ব নোৱাৰে।

বেদানাৰ কাৰণে সি এযোৰ সৰু, ধুনীয়া ইয়েৰিং গঢ়ায়, এডাল চেইন গঢ়ায়, বজাৰ কৰে আৰু বান্ধনি-শালত জুইৰ ওচৰত বহি বেদানাৰ মুখখনলৈ চাই থাকে।

কেতিয়াবা কাৰখানাৰ পৰা ঘূৰি আহোঁতে সি ডাক্তৰক লগ পায়। সি এটা কৃতজ্ঞ চালাম দিয়ে, আৰু কোনফালে গৈছিল সুধি, অলপ হাঁহি কয়, “আমাৰ ঘৰৰ ফালে কেতিয়াবা যাবচোন ছাৰ –”

“সময়েই নাই দেখোনহে –” কৈ কৈ ডাক্তৰ যায়গৈ।

সৰু পিছফালডোখৰৰ কোমল বননিবোৰৰ ওপৰতে কঠখন পাৰি মমতাজ আৰু বেদানা বহে। চাৰিওফালে ধুনীয়া বগা, কোমল জোনাক। দুয়ো ওচৰা-উচৰিকৈ বহি দূৰৰ আকাশখনৰ ফালে চাই থাকে। নীলা আকাশখনো জোনাকত ৰূপালী হৈ উঠিছে। সিহঁতৰ গা চুই, কোমল নিঃশব্দ বতাহজাক ক'ৰবালৈ উৰি যায়। বেদানাৰ খোপাৰ পৰা সুলকি দুডালমান মিহি চুলি বতাহত উৰে। চুলিবোৰ ভাল গোন্ধায়।

চাৰিওপিনে নীৰৱতা। সকলো মানুহ শুইছে। কোনো কোলাহল সিহঁতৰ কাণত নপৰে। ক'ৰবাত বহুত দূৰত কোনোবাই বাঁহী বজায়, তাৰ মিঠা, দীঘল সুৰটো আহি· সিহঁতৰ কাণত পৰেহি।

বেদানাই মমতাজৰ মুখলৈ ঘূৰি চায়। সিও চায়।

“আমাৰ কাৰখানাৰ ৰামেশ্বৰে বজাইছে –” সি কয়।

আকৌ দুয়ো মনে মনে থাকে।

বতাহজাকত এটা পাতল উষ্ণতা ওপঙি আছে। বেদানা যেন অলপ বিহ্বল হয়। তাই ভৰি দুখন বননিৰ ফালে মেলি কঠখনৰ ওপৰতে ওপৰলৈ মূকৈ শুই পৰে। তাইৰ মূৰটো মমতাজৰ আঁঠুত লাগে। মমতাজে বেদানাৰ মুখলৈ চায়, আৰু লাহে লাহে মূৰটো কঠৰ পৰা নিজৰ কোলালৈ তুলি লয়। বেদানাই কোনো আপত্তি নকৰে।

অৱশভাৱে লাহি হাত দুখন বেদানাই কঠখনৰ ওপৰত এৰি দি পৰি থাকে। জোনাকবোৰ আহি বেদানাৰ বগা মুখখনৰ ওপৰত পৰেহি। পাতল বতাহজাকত আৰু বেদানাৰ অসাৱধানতাত, বেদানাৰ বুকুৰ পাতল চাদৰখন খহি গৈ বননিত পৰেগৈ। জোনাকবোৰে আহি বেদানাৰ ধুনীয়া বুকুখনৰ মাজত লুকাবৰ কাৰণে ঠাই বিচাৰি ফুৰে!

লাহে লাহে মমতাজে বেদানাৰ কোমল চুলিবোৰ মোহাৰি দিয়ে।

মমতাজৰ ভাল লাগে। বেদানাক লগত লৈ তাৰ কোনোবা এটা প্ৰাচীন যুগৰ মাজলৈ ঘূৰি যোৱা যেন লাগে। কোনো নাই, সি আৰু বেদানা, জোনাক আৰু বতাহ। চাৰিওফালে নীলা পাহাৰৰ মাজত কোমল, সেউজীয়া ঘাঁহে-ঢকা সৰু উপত্যকা এটাত যেন পৰি আছে, সি আৰু বেদানা। কোমল বতাহজাকৰ পৰা সৰি পৰিছে উষ্ণ মৰম, শান্ত চেনেহ, আৰু শুভ্ৰ জোনাক।

মমতাজৰ বহুত কথা বুজি পোৱা যেন লাগে। সি বেদানাৰ মুখখনলৈ চায়, আৰু বৰ সৰুকৈ, বৰ মৰম লগাকৈ মাতে "বেদানা –"

বেদানাই ধুনীয়াকৈ হাঁহে। গালৰ ৰেখাবোৰত জোনাকৰ শীতল পোহৰ পৰে।

তাইৰ চকু দুটা ধুনীয়া!

লাহে লাহে সোঁ-হাতখনেৰে ডিঙিটোত মেৰাই ধৰি, বেদানাই মমতাজৰ মুখখন নিজৰ মুখৰ ওচৰলৈ চপাই আনে।

ৰামেশ্বৰৰ বাঁহীৰ কঁপা, দীঘল সুৰটো তেতিয়াও বতাহত বহুত দূৰলৈ উৰি যায়–!

সিহঁতৰ পুৰাবোৰ নতুন পোহৰত পোহৰ হয়, সিহঁতৰ সন্ধিয়াবোৰ নতুন ৰঙেৰে হেঙুলীয়া হয়, সিহঁতৰ ৰাতিবোৰ ধুনীয়া আন্ধাৰেৰে নিবিড় হয়। সিহঁতে বহুত নতুন কথা পাতে, বহুত পুৰণি কথা পাহৰি যায়। সিহঁতে আকাশলৈ চাবলৈ শিকে, ডাৱৰলৈ চাবলৈ শিকে, বননিবোৰ ধুনীয়া দেখিবলৈ শিকে। ...

বহুত ৰাতি টোপনিৰ পৰা সাৰ পাই মমতাজে শুনে অলপ আঁতৰৰ সিখন বিছনাত বেদানাৰ টোপনি-যোৱা দোহাটোৰ উশাহ-নিশাহৰ শান্ত, গভীৰ শব্দ। সেই আন্ধাৰৰ মাজেদিয়ে বিছনাতে এবাৰ বহি তাৰ বেদানাৰ মুখখন চাবৰ মন যায়। সি আকৌ মনে মনে শুই থাকে।

পৱিত্ৰতাৰ তুষাৰ-শুভ্ৰ আৱৰণখনে সিহঁতক নিবিড় অৱচেতনাৰ মাজত ডুবাই ৰাখে।

মাজে মাজে একোবাৰ বতাহ ছাটি ভিতৰলৈকে সোমাই আহে। বেৰৰ মাজৰ বিন্ধাবোৰেদি, দুৱাৰৰ ফাঁকেদি, বৰষুণমিহলি বতাহজাক ভিতৰলৈ সোমাই আহি ভিতৰখনত ঘুৰ্মুটিয়াই ফুৰি আকৌ ওলাই যায়। কেৰাচিনৰ সৰু চাকিটো নুমাও নুমাও কৰি কোনোমতে জ্বলি থাকে।

নীৰৱে বহি থাকে, বেদানা আৰু মমতাজ। বাহিৰত ঘন, গভীৰ আন্ধাৰ; বৰষুণ, বিজুলী আৰু অবিশ্ৰাম মেঘৰ গাজনি। সিহঁতৰ ঘৰৰ চালত বৰষুণ পৰাৰ জৰ্ জৰ্ শব্দ হয়, ক'ৰবাত মেঘৰ গাজনিৰ লগত আকাশ খহি পৰাৰ শব্দ হয়।

চকু এনেয়ে ডাঙৰকৈ মেলি, দুয়ো কাণ সজাগ কৰি মমতাজ আৰু বেদানা বহি থাকে। বিজুলীৰ একো ছাটি পোহৰ আহি কেতিয়াবা সিহঁতৰ ভিতৰো সোমায়হি। সিহঁতৰ চকু মুদ খাই যায়।

"বেদানা –"

"কি?"

নীৰৱ ...

"বেদানা –"

"হোঁ?"

"বৰ ডাঙৰ বৰষুণ দিছে –"

দুয়ো আকৌ মনে মনে থাকে। জৰ্জৰ্ কৰি সিহঁতৰ ঘৰৰ চালৰ পৰা পানীবোৰ তললৈ বাগৰি পৰে।

বতাহজাক বুকুত লাগি অলপ জাৰ লাগিয়ে নে কি, বেদানাই চাদৰখন ভালকৈ টানি লয়। চাকিটোৰ পোহৰবোৰ কঁপে। মাজে মাজে বেদানাৰ চুলিবোৰ উৰি আহি মমতাজৰ গালে-মুখে লাগেহি।

আন্ধাৰ ৰাতিৰ গভীৰ নীৰৱতা, অবিৰাম বৰষুণৰ উদাস, করুণ জৰ্জৰ্ সুৰ, সেমেকা বতাহৰ ৰিঙা, উদ্‌ভ্ৰান্ত সোঁ সোঁৱনি, – তাৰ মাজত, দুৱাৰ-মৰা সিহঁতৰ সৰু ঘৰটোৰ মাজত সিহঁত মনে মনে বহি থাকে। চকুত গভীৰ চাৱনি, বুকুত শান্ত, অবুজ, গভীৰ আবেগৰ অপ্ৰকাশিত ধুমুহা!

ক'ৰবাত, সেই নীৰৱতাৰ মাজতে যেন এটা গভীৰ কোলাহল উঠিছে, বৰষুণজাকৰ সিপাৰে, কোনোবা এখন প্ৰচিন ৰাজবাৰীৰ বনৰীয়া গছ-বনবোৰৰ মাজত কোনে যেন এটা উৰুমি তুলিছে!

"বেদানা –" শান্ত গভীৰ মাতেৰে মমতাজে মাতে।

"কি?" তাতোঁকৈ গভীৰ, তাতোঁকৈ সেমেকা মাতেৰে বেদানাই কয় আৰু ডাঙৰ, ধুনীয়া চকু দুটি দাঙি মমতাজৰ মুখলৈ চায়।

"আমাৰ ফুলজোপা বৰষুণজাকে ভাঙি পেলাব নে কি?" মমতাজে সোধে।

"বৰষুণে নেভাঙে; ভাঙে যদি বতাহেহে ভাঙিব।" বেদানাই কয় আৰু বাহিৰৰ বতাহজাকলৈ কাণ দিয়ে।

কেইদিনমান আগতে মমতাজে তগৰ ফুলৰ পুলি এটা আনি পিছফালে ৰুইছেহি।

মমতাজে বেদানাৰ হাতখন তাৰ হাতৰ মাজত লয় আৰু মাতে "বেদানা–?"

"হো?"

"মোৰ আৰু কোনো নাই –" বৰ লাহে লাহে সি কয়।

বেদানাই একো নেমাতে।

"মোৰ আৰু সঁচাকৈয়ে কোনো নাই, ক'তো নাই।"

বেদানাই তাৰ চকুলৈ প্ৰাণৰ সকলো মৰম সানি চায় আৰু কয়, "মোৰো কোনো নাই –"

বতাহজাকত চাকিটো হঠাৎ নুমাই থাকে। আকাশৰ পৰা জৰ্‌জৰ্ কৰি বৰষুণবোৰ পৰি থাকে, অবিশ্ৰান্ত, অবিৰাম –

★★★

সেইদিনা ৰাতি ভাত খাই উঠি মমতাজ আহি তাৰ খাটখনতে বহিল। বেদানায়ো কঁহী-বাটি সামৰি থৈ আহি তাৰ বিছনাতে বহিল।

"মোক অহা মাহৰ পৰা ১০ অনাকৈ দিব –" যথেষ্ট হৰষেৰেই মমতাজে ক'লে।

"অ –" চুটিকৈ বেদানাই ক'লে।

হঠাৎ তাৰ চকীখনত চকু পৰিল।

"আৰু এখন চকী কিনিব লাগে, নহয় নে বেদানা?"

"এৰা –"

দুয়ো অলপ পৰ মনে মনে থাকিল। কিছুপৰ উচ্‌পিচাই, অলপ ভয় আৰু অলপ লাজেৰে, তেনেই সৰু মাতেৰে, লাহে লাহে বেদানাই ক'লে, "ডাক্তৰে মোক বিয়া কৰাম বুলি কৈছে –"

মমতাজে যেন একো বুজিব নোৱাৰিলে। সি ডাঙৰকৈ চকু দুটা মেলি বেদানাৰ মুখলৈ চাই সুধিলে– "কি বেদানা?"

আগতকৈ অলপ ডাঙৰ মাতেৰে বেদানাই আকৌ ক'লে, "ডাক্তৰে কৈছে, তেওঁ হেনো মোক বিয়া কৰাব।"

হঠাৎ মমতাজৰ ক'লা মুখখন একেবাৰেই শেঁতা পৰি বগা হৈ গ'ল! সি অনুভৱ কৰিলে যেন হঠাৎ তাৰ ভৰিৰ তলৰ পৰা পৃথিৱীখন খহি পৰি ভাগি চূৰ্ণচাতৃ হৈ গ'ল।

অলপ পৰ নীৰৱতাৰ পাছত কোনো মতে নিজক চেতন কৰি সি ক'লে, "কোন ডাক্তৰে?"

"তোমাৰ যে বেমাৰ চাইছিলে –"

আকৌ মমতাজ মনে মনে থাকিল। সি যেন একো বুজিব নোৱাৰিলে।

"কেতিয়া ক'লে।"

"ক'বৰ কেইবাদিনো হ'ল।"

"তোমাক ক'ত লগ পালে?"

"তেওঁ আহিছিল –"

মমতাজে আৰু একো সুধিব নোৱাৰিলে। সি ক'বঁহ নোৱাৰাকে তাৰ চকু দুটা মুদ খাই আহিল, তাৰ মূৰটো ঘূৰোৱা যেন লাগিল, লাহে লাহে চিত হৈ সি বিছনাখনতে শুই পৰিল।

হঠাৎ ভালেমান পৰৰ মূৰত যেন অলপ চেতন পাই সি শোৱাৰ পৰাই ক'লে, "পিছত তুমি কি ক'লা?"

"তোমাক সুধিম বুলি ক'লো –" বেদানাই ক'লে আৰু তাৰ মুখঁলে, হয়তো তাৰ উত্তৰৰ কাৰণেই চালে।

হঠাৎ সি বিছনাতে বহি পৰিল, আৰু প্ৰায় চিঞৰিয়ে ক'লে, "মোক সুধিব লাগিছে কিয় বেদানা? মোক সুধিবলৈ কিটো আছে!"

মাতটো আৰু ডাঙৰ কৰি সি প্ৰায় চিৎকাৰ কৰি কৈ গ'ল, "মই অকলৈ থাকিব পাৰিম! কিয় নোৱাৰিম? তুমি ডাক্তৰক ক'বা বেদানা যে মই বৰ আনন্দ পাইছো, মই খুব আনন্দ পাইছোঁ, – মই খুব –" হঠাৎ তাৰ মাতটো বন্ধ হৈ গ'ল, হুক্ হুক্ কৰে তাৰ বুকু ভাঙি কান্দোন ওলাই আহিল। জৰ্জৰ্ কৰে তাৰ চকুৰ পৰা পানীবোৰ বাগৰি আহিল। সি আকৌ বিছনাত পৰিল।

বিছনাত ওপৰঁলে মুঁকে পৰি অস্ফুট মাতেৰে সি বিব্ বিব্ কৰি কৈ গ'ল, "মোৰ কোনো দুখ নহয়, মই অকলেই থাকিব পাৰিম। মই অকলেই থাকিম। তুমি যাবা বেদানা – ডাক্তৰ বৰ ভাল মানুহ, তেওঁ তোমাক বিয়া কৰিব, তেওঁ তোমাক বিয়া কৰিব ..."

ৰাতিৰ নীৰৱতা আৰু তাৰ মৰ্মন্তুদ শ্ৰান্তিৰ বুকুত মুখৰ মাত ক্ৰমে বেছি অস্পষ্ট হৈ আহিল। ৰিঙা, উদাস বতাহজাকত মাথোন ওপঙি ফুৰিলে এটা কৰুণ গভীৰ আৰ্তসুৰ, "মোৰ কোনো দুখ নহয়, মই অকলৈ থাকিব পাৰিম।"

পিছদিনা শুই উঠি মমতাজ চফুৰৰ দোকানঁলৈ গ'ল আৰু বেদানাৰ কাৰণে ভালেমান দামী মেখেলা-চাদৰ কিনিলে।

দোকানত যিহকে দেখিলে, তাকে সি কিনি ডাঙৰ টোপোলাটো পিঠিত বান্ধি লৈ আহিল।

"ইমানবোৰ বস্তু কিনি তোমাৰ পইচাকেইটা কেলেই মিছাতে শেষ কৰিছা?" বেদানাই ক'লে, আৰু কাপোৰ আৰু অন্যান্য বস্তুবোৰ এটা এটাকৈ চাই গ'ল।

"পইচানো মোক কেলেই? কোনে খাবঁলৈ –?" সি ক'লে আৰু ঘৰৰ পৰা ওলাই গ'ল। সি সোণাৰিৰ তাঁলৈ গ'ল আৰু এযোৰ বালা কিনি আনিলে। বালাযোৰ সি বেদানাৰ হাতত পিন্ধাই দিলে। তাৰ পিছত চকীখনতে বহি বেদানালৈ চাই লাহে লাহে ক'লে, "মোৰ বৰ আনন্দ লাগিছে বেদানা। তোমাক দিবঁলৈ মোৰ একো নাই।

তুমি বেয়া নাপাবা দেই, – মই অকলশৰেই থাকিব পাৰিম, মোৰ কোনো দুখ নহয় ...”

আকৌ তাৰ কণ্ঠৰুদ্ধ হৈ আহিল। অলপ পৰ মনে মনে থাকি সি ক’লে, “তোমাক বিয়া দিবলৈ মোৰ কোনো যোত্ৰ নাই বেদানা! যদি মন যায় আজিয়ে তুমি যাবাগে। মই ডাক্তৰক তোমাক লৈ যাবলৈ ক’ম।

বেদানাই তাৰ মুখলৈ চালে। তাই আচৰিত হৈ গ’ল। মমতাজৰ মুখখন শুকাই ছাই হৈ গৈছে। দুয়ো চকুৰ পৰা ধাৰাসাৰে লোতক বাগৰি আহি তাৰ কামিজটোত পৰিছেগৈ, বেদানাৰ চকু দুটাও ঢুলঢুলীয়া হৈ আহিল। ...

কাৰখানাৰ পৰা উলটি আহোঁতে তাৰ ঘৰৰ ফালৰ পৰা এখন মটৰ তাৰ কাষেদি লাহে লাহে পাৰ হৈ গ’ল। সি চকু তুলি চাই দেখিলে ডাক্তৰৰ লগত বেদানা! আকৌ সি খোজ ল’লে।

তাৰ ঘৰৰ বন্ধ দুৱাৰখনৰ মুখত বৈ কাহানিবাই মাটি-তেলেৰে লিখা নামটো সি এবাৰ পঢ়িলে, “– বেদানা”

তাৰ বুকুৰ মাজৰ পৰা এটা হুমুনিয়াহ ওলাই আহিল।

হেঁচা মাৰি দুৱাৰখন মেলি সি ভিতৰলৈ সোমাই গ’ল। প্ৰথমতে সি যেন তাৰ ভিতৰখনত একো নেদেখিলে। সি চকীখনতে বহি পৰিল। এবাৰ বেদানাই সামৰি থৈ যোৱা বিছনাখনৰ ফালে চালে।

সি বহাৰ পৰা উঠিল আৰু সিটো কোঠালৈ গ’ল। কাঁহী-বাটিবোৰ ভালকৈ মাজি-কাচি জাপি থোৱা আছে। আখাটোত একো নাই– জুই নোহোৱা অলপমান ফুট্‌ছাই পৰি আছে।

সি তাৰ পৰাও ওলাই আহিল। তাৰ বিছনাখনৰ ওপৰত দেখিলে, সি এদিন বেদানাক গা ধুই সলাবলৈ দিয়া তাৰ ধুতীখন আৰু গেঞ্জিটো। সি এবাৰ চালে। তাৰ পিছত আনি তাৰ ভগা টিনৰ চুট্‌কেছটোত সুমুৱাই থ’লে।

তাৰ ডিঙিটো একেবাৰে শুকাই গৈছিল। সি আকৌ আহি চকীখনতে বহিল, আৰু প্ৰায় শুনাকৈয়ে ক’লে, “বেদানা, মোৰ বৰ পিয়াহ লাগিছে –”

হঠাৎ নিজৰ মাতটোত নিজেই উচাপ্ খাই সি চকীৰ পৰা উঠিল। তাৰ হাত দুখন এবাৰ চালে, দুয়ো হাতত কাৰখানাৰ ক’লা তেল।

ঘৰটোৰ পৰা সি বাহিৰ ওলাই আহিল। দুৱাৰখন বন্ধ কৰিবলৈ ধৰি আকৌ তাৰ চকুত পৰিল– মাটি-তেলেৰে লিখা তিনিটা আখৰ– ‘বে দা না’

আখৰকেটাৰ ফালে কিছুপৰ একেথৰে চাই থাকি সি তাতে থিয় দি থাকিল, তাৰ পিছত তাৰ হাতৰ আঙুলিত লাগি থকা তেলবোৰেৰে লাহে লাহে দুটা আখৰ লিখিলে, ‘নাই!’

সি এবাৰ অলপ আঁতৰি আহিল, আৰু দুৱাৰৰ লিখাটো ফুটায়ে পঢ়িলে— ‘বেদানা নাই —!’

তাৰ পিছত সি আলিবাটত উঠিল আৰু ইয়াচিন হোটেলৱালাৰ হোটেলৰ ফালে খোজ দিলে।

তাৰ বৰ পিয়াহ লাগিছিল।

# পৰশ-মণি

বাটৰ ধূলিত হেৰা-পোৱা পৰশ-মণি, — সূৰ্য বুলি স্যমন্তকৰ দৰে কোনেও ভুল নকৰে। নিজৰ মূল্য নিজৰ বুকুত সামৰি পৰশ-মণি নিজেই পূৰ্ণ, — নিজৰ পোহৰত নিজেই দীপ্তিমান।

— পৰশ-মণি — যাৰে পৰশঁলে আহে সিয়ে হৈ যায় সোণ, হৈ যায় দামী, মূল্যবান। কিন্তু পৰশ-মণি — পৰশ-মণিৰ মূল্য নেবাঢ়ে, আনে নুবুজে সেই নিথৰ শিলডোখৰত শিলৰ মূল্যতকৈ কিবা বেছি দিব লগা আছে!

ধূলিৰ বুকুৰ পৰশ-মণি, এডোখৰ ভৰিৰে গচকি যোৱা শিল; — হয়তো কোনোবা ৰাজকুমাৰৰ মুকুটৰ পৰা কোনোবা দিনা সকলোৰে চকুৰ আঁৰেদি ধূলিত বাগৰি পৰিছিল— কিবা এটা ভুলত, কিবা এটা পৰিৱৰ্তনৰ মায়াত, কিবা এটা সৃষ্টি-মধুৰ নতুনৰ সপোনত!

আন দহ টুকুৰা শুকান কঙ্কৰৰ দৰে পৰশ-মণিও এটুকুৰা মূল্যহীন শিল, ধূলিম্লান এডোখৰ পাথৰ!

তথাপি পৰশ-মণি।

## এক

চোফিয়াক সি বিয়া কৰাইছিল; পৰশ-মণিক সি সাবটি ধৰিছিল, শিলক সি বুকুত সুমুৱাই লৈছিল, তাৰ অন্তৰাত্মাৰ অনুৰোধত, তাৰ প্ৰাণৰ আবেদনত; কাৰো প্ৰৰোচনা, তাগিদ বা আদেশত নহয়। চোফিয়াৰ কি আছে সি জানিছিল— চোফিয়াৰ মুকলি হিয়াখনৰ পোহৰবোৰ আহি তাৰ জীৱনৰ ঠেক বাটটোত দূৰৰ পৰাই সিঁচৰতি হৈ পৰিছিল— তাৰেই কাৰণে।

ব্যৱহাৰিক জগতৰ প্ৰতিযোগিতাৰ মাপ-কাঠীৰে জুখি চালে হয়তো আনে দেখিলেহেঁতেন— চোফিয়া একো নহয়, তাইৰ মাজত কোনো বিশেষত্বৰ ইতিহাস নাই, ৰহস্যৰ ইঙ্গিত নাই। উপলব্ধিৰ সীমাৰ ভিতৰৰ তাই এজনী সামান্য ছোৱালী— সামান্য ৰূপ লৈ তাই নিচেই সামান্য।

সিমানখিনি ৰূপ সকলো গাভৰুৰে থাকে।

কিন্তু আমজাদে তাইৰ মাজত বিচাৰি পালে কিবা এটা জুখিব নোৱাৰা সৌন্দৰ্যৰ উৎস, কিবা এটা গৌৰৱ কৰিব লগা কিবা। সেয়ে, সমাজৰ সংহিতাক, সংস্কাৰৰ উপহাসক, তাৰ বাপেকৰ অতুল সম্পত্তিৰ লগতে বিসৰ্জন দি, সি পথৰ ধূলিৰ পৰা চোফিয়াক সাবটি বুকুত সুমুৱাই ল'লে। ...

"চোফিয়া —" সি ক'লে, "পৃথিৱীখন বৰ বহল।"

আম্‌জাদৰ ধুনীয়া মুখখনলৈ চাই থাকি চোফিয়াই তাইৰ ধুনীয়া হাঁহিটোৰে তাক সমৰ্থন কৰিলে, "এৰা পৃথিৱীখন বৰ বহল। কিন্তু আমাৰ অধিকাৰত থকা পৃথিৱীখন বৰ ঠেক – তেনেই সৰু –"

"সেইয়া, তুমি এটা অসম্ভৱ। এই বহল পৃথিৱীখনত থাকিও যে তুমি ঠেকৰ কল্পনা কৰিব পাৰিছা। আচৰিত চোফিয়া –"

"এই পৃথিৱীত – এখন আগ্ৰাত, – এজনী মমতাজৰ কাৰণে, – এজন চাহজাহানে, – এবাৰ মাথান, – এটা তাজমহল সাজিব পাৰে, – ইমানেই ঠেক আমাৰ এই পৃথিৱীখন –" বৰ বিজ্ঞৰ দৰে, এটা মন্তব্য প্ৰকাশ কৰাৰ গাম্ভীৰ্যৰে চোফিয়াই ক'লে।

"কিন্তু এইটো কি কথা?"

"এইটো সঁচা কথা। মানে পৃথিৱীখন বৰ ঠেক, আৰু সময় বৰ কম, আৰু তাৰ পিছত, এতিয়া ৰাতি বহুত হ'ল –"

চোফিয়াৰ গালত লাহেকৈ টোকৰ এটা মাৰি আম্‌জাদে ক'লে, "ৰাতি হ'ল বুলিতো আৰু আন্ধাৰ হোৱা নাই –"

"বাৰু –" সৰুকৈ চোফিয়াই ক'লে।

## দুই

বৰ উদাৰৰ দৰে, বৰ দানীৰ দৰে, সি তাৰ সকলো ত্যাগ কৰিলে, – তাৰ বংশ-মৰ্যাদা, তাৰ জ্ঞাতি-গৌৰৱ, ঐশ্বৰ্য-বিভূতি সকলোকে শেষ কৰি দিও সি ভাবে, – যেন তাৰ চোফিয়াৰ বিনিময় দিয়া হোৱা নাই, আৰু কিবা এটা তাৰ দিবলৈ আছে, – আৰু কিবা–

কিন্তু চোফিয়া, – বৰ লোভীৰ দৰে, বৰ কৃপণৰ দৰে, তাৰ সকলো উচৰ্গা কোঁচত ভৰাই ল'লে, এবাৰ কৃতজ্ঞতাও নজনালে, এষাৰ ধন্যবাদ নিদিলে, – সেইটো যেন একো আচৰিত নহয়; সিমানখিনি ত্যাগে যেন চোফিয়াৰ দৃষ্টি আকৰ্ষণ নকৰে, কৰিব নোৱাৰে।

তথাপি আম্‌জাদে ভাবে, চোফিয়াৰ এইদৰে লোৱাত যেন লোৱাৰ এটা গৌৰৱ আছে। এনেকৈ নীৰৱে সকলো শেষ কৰি লোৱাত যেন দিওঁতাৰ এটা সাৰ্থকতা আছে, – বিশেষকৈ চোফিয়াই লোৱাত।

মৰমত অধীৰ হৈ সি কেতিয়াবা চোফিয়াক কয়, "চুমা এটা দিয়া চোফিয়া –" হাত মেলি সি চোফিয়াক বুকুলৈ চপাই আনিব খোজে।

"ওঁহু, নেপায় ছিঃ –" অৰ বিবাহিতা পত্নী চোফিয়াই কৈ হাঁহি দৌৰি পলায়, সি চাই ৰয় – তাইৰ মেলা চুলিকোছাৰ লগত পিছলৈ উৰি অহা চাদৰৰ কঁপা আগটো। সি হাঁহে, সি বহাৰ পৰা উঠি নেযায়; সি চোফিয়াক খং নকৰে, কেৱল বৰ তৃপ্তিৰে হাঁহে।

তাৰ তৃপ্তিৰ পোহৰবোৰ সিহঁতৰ ঘৰটোত বিয়পি পৰে, তাৰ আনন্দৰ সুৰবোৰ খিৰিকীৰ সৰু পৰ্দাখনত ঠেকা খাই কঁপি কঁপি বাজি উঠে, তাৰ মূৰ্চ্ছনাবোৰে গৈ জোকাৰি দিয়ে চোফিয়াৰ কাণৰ ওপৰেদি বাগৰি অহা চুলিকেডালি।

"বাৰু চোফিয়া, তোমালোকৰ ইমান ফুটনি কিয়? মানে, এই ছোৱালীবোৰৰ ইমান –?"

"কাৰণ আমি ছোৱালী।" গম্ভীৰভাৱে পাতলকৈ হাঁহি চোফিয়াই কয়।

"আৰু যদি – বাৰু – যেতিয়া তোমালোক ছোৱালী হৈ নেথাকা, তেতিয়া?"

তেতিয়াও আমাৰ ফুটনি, কাৰণ আমি তেতিয়া ছোৱালী নহওঁ।

"সেইটোত কি গৌৰৱ কৰিব লগা আছে?"

"সেইটোত গৌৰৱ কৰিব লগা এই যে, তাত গৌৰৱ কৰিব লগা একো নথকা সত্ত্বেও আমি গৌৰৱ কৰিব পাৰোঁ –"

"তোমালোক অদ্ভুত –"

"পুৰুষে বহুত দিনৰে পৰা আমাক সেইদৰে কৈ আহিছে –" চোফিয়াই হাঁহে, কিবা এটা গৌৰৱত যেন তাইৰ মুখখন ৰঙা হৈ উঠে।

## তিনি

জনবহুল নগৰখনৰ একাষে, সিহঁতৰ নতুনকৈ বিচাৰি লোৱা নতুন ঘৰটো, সম্বন্ধহীন মানুহবোৰ, নানা তৰহৰ, নানা ঠাইৰ, সিহঁতৰ ঘৰৰ কাষতে থাকে, নিজৰ নিজৰ প্ৰয়োজন লৈ। প্ৰতিবাসীৰ ফালে চকু দিবৰ অৱসৰ সিহঁতৰ নাই।

আমজাদ আৰু চোফিয়া, সিহঁত সেই নিজৰ ৰচা নতুন জগতখনতেই ব্যস্ত। সেই ঘৰটোৰ পৰিধিটোৱেই সিহঁতৰ জীৱনৰ চক্ৰবালৰ সমান বিস্তীৰ্ণ। চোফিয়াৰ ক'লা চকু দুটাৰ গভীৰ চাৱনিখিনি, সেয়ে আমজাদক জোৰে; আৰু আমজাদৰ গোটেই মুখখনতে ভৰি উঠা আনন্দৰ হাঁহিটো, – চোফিয়াই দূৰৰ পৰা চায়– লুকায়, সেয়ে তাইৰ কাৰণে যথেষ্ট। বাহিৰ জগতত সোমাবৰ কাৰণে সিহঁতৰ বাট বান্ধিবৰ প্ৰয়োজন নকৰে, দুৱাৰ মেলিবৰ আৱশ্যক নহয়। কিন্তু বাহিৰ জগতে?

## চাৰি

"কিবা কাম এটাৰ বন্দৱস্ত কৰি দিব নোৱাৰ নে আল্‌টাফ?" হাঁহি আমজাদে সুধিলে।

"কাম? কোনে কাম কৰিব? তই, নে বৌৱে?"

"পাৰিলেতো দুয়ো কৰোঁ। নহ'লে বৰ্তমান ময়ে কৰিব লাগিব। এনেই এনেকৈ আৰু কিমান দিন চলিবি।"

"সঁচাকৈয়ে কৰিবি নে?"

"বাঃ, তাত আকৌ সঁচা-মিছা কি আছে? জীয়াই থাকিব লাগিব যেতিয়া, কামো কৰিব লাগিব।"

"কিন্তু তই কামলৈ গ'লে ঘৰত বৌয়ে অকলে থাকিব পাৰিব?"

"নোৱাৰিব কিয়? আৰু নোৱাৰিলে তই থাকিবি, তইতো ক'তো কাম নকৰ।"

"যদি মোৰ লগত কাজিয়া কৰে?"

"বাৰু, তেতিয়া মেঘে গাজিব –"

আল্‌টাফ আৰু আম্‌জাদ বহুদিনৰ পুৰণি বন্ধু। আগেয়ে অৱশ্যে দুয়ো একে পৰ্যায়ৰে আছিল। আম্‌জাদো আছিল আল্‌টাফৰ দৰেই চহকীৰ সন্তান। কিন্তু এতিয়া সিহঁতৰ মাজত এটা অৱস্থা প্ৰভেদ গঢ়ি উঠিছে— আম্‌জাদে হেৰুৱাইছে!

আম্‌জাদ আল্‌টাফতকৈ বয়সত অলপ ডাঙৰ।

আম্‌জাদৰ নতুনকৈ লোৱা ঘৰটোৰ অলপ আঁতৰতে আল্‌টাফহঁতৰ ঘৰ।

মাজত কেইটামান অন্য মানুহৰ ঘৰ।

প্ৰথম দিনা–

আম্‌জাদৰ কাম কৰাৰ প্ৰথম দিনা। ভাত-পানী খাই ঘৰৰ পৰা তাৰ স্কুললৈ বুলি বাহিৰ ওলাই চোতালৰ পৰা সি ঘূৰি চালে। চোফিয়াই দুৱাৰমুখত ৰৈ তাৰ ফালে চাই আছে। সি ঘূৰি চায়েই সুধিলে, "কি? কাক চাইছা?"

"সেউ কাউৰীটোক –" হাঁহি, অকণো অপ্ৰস্তুত নোহোৱাকৈ চোফিয়াই ক'লে।

"ক'ৰবাৰ বাতৰি আনিছে হ'বলা –" সিও ঘৰৰ চালত পৰি থকা কাউৰীটোৰ ফালে ঘূৰি চালে। কাউৰীটো উৰি গুচি গ'ল।

"এ, সি উৰিয়ে গ'ল –" আম্‌জাদে ক'লে।

"তাৰ কামলৈ যাবৰ সময় হ'ল –" হাঁহি চোফিয়াই ক'লে।

মুখখন হাঁহিৰে ওপচাই চোফিয়াৰ ফালে চাই আঙুলি এটা দেখুৱাই সি ক'লে, "কাউৰী? মই? বাৰু!"

তাৰ তেনেকৈ কোৱাৰ প্ৰতিফল কি হ'ব পাৰে চোফিয়াই জানে; ক'লে, "বা-ৰু!" ...

## পাঁচ

চৰ্বত গিলাচ খাই শেষ কৰি আল্‌টাফে চোফিয়াৰ লগত ঠাট্টা আৰম্ভ কৰি দিলে –

"বাৰু বৌ, আম্‌জাদ নেথাকোঁতে যদি বৰ ডাঙৰ পঞ্জাবী এটা আহি –"

"তাৰ কিজানি ৰ'দত পিয়াহ লাগি আহিব। খুব চেঁচা চৰ্বত এগিলাচ দি দিলে খুব ভাল পাব।"

আল্‌টাফ চুপ হৈ গ'ল। এবাৰ বৰ ৰহস্যেৰে চোৱাৰ দৰে চোফিয়াৰ মুখলৈ চাই লৈ সি ক'লে, "ওঁ, তাৰ হ'লে ঠাণ্ডা লাগিব –"

চোফিয়াই তীব্ৰভাৱে এবাৰ তাৰ মুখলৈ চাই মেজৰ পৰা গিলাচটো হাতত তুলি ল'লে।

"মই আম্‌জাদ আহিলে কৈ দিম –" সক ল'ৰাটোৰ দৰে আব্দাৰৰ সুৰত আল্‌টাফে ক'লে।

"কি? কিটো ক'বা –?"

"মোক তুমি খং কৰিছা।"

"ময়ো কৈ দিম।"

"কি?"

"তুমি মিছা কথা কোৱা –"

"হাঃ হাঃ" কৈ হাঁহি আল্‌টাফে ক'লে, "ভয় হ'লে ইমানটো।" ...

## ছয়

– দুমাহ হৈ গৈছে। ...

মে' মাহৰ ৰ'দ।

স্কুলৰ পানী-খোৱা ছুটীৰ পৰত আম্‌জাদে ঘৰলৈ কোব লৈছিল, তাৰ চোফিয়া-থকা ঘৰলৈ–

"ছাৰ অলপমান –"

হাতত কাগজ এখন লৈ এজনী গাভৰুৱে তাৰ বাট ভেটি ধৰিলে। সিও ৰৈ গ'ল। কাগজ এখন আগবঢ়াই দি ছোৱালীজনীয়ে ক'লে, "কিনো লিখিলে পঢ়িবই নোৱাৰিলোঁ; অনুগ্ৰহ কৰি ... এই ইয়াত বৰ ৰ'দ, ভিতৰলৈকে আহক ছাৰ ..." কপালৰ ঘাম মচি ৰ'দতে ৰৈ আম্‌জাদে পঢ়িব খোজা দেখি ছোৱালীজনীয়ে ক'লে। সি মান্তি হ'ল। ছোৱালীজনীয়ে তাক বহিবলৈ দি গৰমৰ মাত্ৰা বুজিয়ে এগিলাচ চেঁচা চৰ্বত আনি দিলে। কাগজখন পঢ়ি কথাটো বুজাই দি সি উঠিল; ঘড়ীটো চালে, ৭ মিনিট মাত্ৰ আছে। নাই, তাৰ আৰু চোফিয়াৰ ওচৰলৈ যোৱা নহ'ব।

"বাৰু যাওঁ –" কি ক'লে।

"ভাল বাৰু, আমনিহে দিলোঁ। ... সময় পালে পানী-খোৱা ছুটীৰ পৰত আমাৰ ইয়ালৈকে আহিব ছাৰ –"

আম্‌জাদে ঘূৰি চালে। একো নক'লে!

ছোৱালীজনীয়ে তাক আগবঢ়াই দিলে।

★ ★ ★

"বাৰু বৌ, আম্‌জাদ ঘৰত থাকিলে তুমি বেয়া পোৱা নহয় নে?"

"ওঁ, বেয়া পাওঁ, কোনে ক'লে?"

"তেনেহ'লে তাক ঘৰৰ পৰা খেদাই কাম কৰিবলৈ পঠালা কেলেই?"

"কাম নকৰিলে খাবলৈ ক'ৰ হ'ব?"

"তেনেহ'লে তুমি নগ'লা কেলেই? এই ৰ'দত বেচাৰাই বাৰু কাম কৰিবলৈ গৈছে –" কৃত্ৰিম সমবেদনাৰ সুৰত সি ক'লে।

চোফিয়াৰ মুখখন অলপ ক'লা পৰিল, তথাপি দুৰ্বলতা ধৰা পৰি লাজ পোৱাৰ ভয়ত, প্ৰতিবাদৰ সুৰত ক'লে, "এনে ফুলকোঁৱৰ, গাত ৰ'দ লাগিলেই গলি যাব –"

"ফুলকোঁৱৰ নহ'লেও তো মানুহ। তোমালোক মাইকী মানুহবোৰৰ একো মৰম নাই বৌ –"

"আৰু এওঁলোকৰহে বৰ আছে –"

"বাৰু বৌ, আম্‌জাদে তোমাক কেলেই বিয়া কৰাইছিল –"

"যাহ্ এইটো, অকণো লাজ নাই অ' –"

'টিফ্‌ফিন আৱাৰ'টো আম্‌জাদে হাদিয়াহঁতৰ ঘৰতে কটাই দিয়ে। সিহঁতৰ ঘৰত কোনো নাই, হাদিয়া আৰু তাইৰ বাপেক। দিনত হাদিয়াৰ বাপেক প্ৰায়েই ঘৰত নেথাকে।

"আপুনি আমাৰ ইয়াত সোমোৱাৰ কাৰণে আপোনাৰ 'হেৰিয়ে' বেয়া পায়?" হাদিয়াই সোধে।

"বেয়া পায়? তোমাক কোনে ক'লে?"

"তেনেহ'লে আপুনি ইয়াত থকা সময়খিনি বাধ্যত পৰি জেইলত থকাৰ দৰে থাকে কিয়?"

"ক'তা? মইতো বেচ্ স্বচ্ছন্দে থাকোঁ –"

"থাকি ভাল পায় জানো?"

"ভালেই পাওঁ বা বেয়াই পাওঁ, মইতো থাকিবই লাগিব –"

"কিয়?"

"নহ'লে জানো তুমি বেয়া নেপাবা?"

"অ' মই বেয়া পাওঁ কাৰণে, আপুনি ভাল পায় কাৰণে নহয়?" চকুৰ বেঁকা চাৱনিটো তাৰ মুখৰ ওপৰত থাপি হাদিয়াই ক'লে।

হাদিয়াজনী ধুনীয়া, তাইৰ ৰূপ আছে, আৰু তাৰ প্ৰকাশো আছে। দুপৰীয়া মানুহ নথকা এই নিৰ্জন ঘৰটোত তাইক আম্‌জাদে বৰ ধুনীয়া দেখে। গৰমত শিথিল কাপোৰ-কানিৰ মাজেদি প্ৰকাশি উঠা তাইৰ অসংযত দেহাটোত কিবা এটা মাদকতাৰ মাধুৰী তাৰ চকুত পৰে। তাৰ ভুল কৰিবৰ মন যায়, পিছল খাবৰ মন যায়, আৰু কিবা এটাক ঢাকি ৰাখিবৰ মন যায়। তথাপি ক'ৰবাৰ পৰা, কোনোবাই তাক টানে, তাৰ ভয় লাগে।

★ ★ ★

"পৃথিৱীত এবিধ মানুহ আছে, সিহঁতে ফটা কাপোৰ পিন্ধি ভাল পায় –" আল্‌টাফে ক'লে।

"আৰু সিহঁতে ফটা কাপোৰ পিন্ধিছে বুলি ক'লে লাজ নেপায় –" চোফিয়ায়ো একেই সুৰতে ক'লে।

চোফিয়াই সেইদিনা দুপৰীয়া এখন অলপ ফটা চাদৰ গাত লৈ আছিল।

"বৌ, তোমাৰ আৰু চাদৰ নাই?"

"জানো থাকিব পায়?"

"তেনেহ'লে এইখন পিন্ধিছা কেলেই?"

"এইখনো চাদৰ –"

"অ' চাদৰ, পিছে এনেকুৱা চাদৰ ধুবুনীয়েহে পিন্ধে –"

"বাৰু ধুবুনীয়েই পিন্ধে। পিছে তোমাৰ ককায়েৰটিনো কি বৰ ভাল –"

"মোৰ ককাই, – মোৰ ককায়েৰ হ'লে, তোমাৰ বাৰু কি হয় বৌ?"

"হাতী –" চোফিয়াই ক'লে।

"অ' পিঠিত উঠি ফুৰাৰ মতলব। বাৰু বৌ –" কথাৰ সুৰ অন্য ফালে ঘূৰাই সি ক'লে, "আম্‌জাদ আজিকালি 'টিফিন্ আৱাৰ'ত ঘৰলৈ নাহে কেলেই ক'ব পাৰা?"

"জানো, মই কি জানো?"

"তাৰ আড্ডা আজিকালি হাদিয়াহঁতৰ ঘৰ।"

"পিছে?"

"পিছে আৰু কি? সি দিনটোত যেতিয়াই সময় পায়, হাদিয়াহঁতৰ ঘৰলৈ যায়, – তোমাৰতো আজিকালি খবৰকে নলয় –"

"মিছা কথা –"

"খুব সঁচা।"

"হওক, মোক নেলাগে ক'ব।" চোফিয়া এটা বিৰক্তিৰ নিশ্বাসেৰে ভিতৰ সোমাই গ'ল।

## সাত

"আল্‌টাফৰ স'তে আপোনাৰ 'হেবিৰ' ইমান মিল কিয়?"

"বৌৱেক-দেওৰেক আৰু মিল নহ'ব নে?" আম্‌জাদে ক'লে।

"বৌৱেক-দেওৰেক হ'ল বুলি আৰু এনেকৈ দিনে ৰাতিয়ে –"

"মই চোফিয়াক তোমাতকৈ বহুত বেছি জানো –"

"ময়ো আল্‌টাফক চিনি নোপোৱা নহওঁ –"

"কিটো জানা?"

"আজি বাৰু আল্‌টাফে বৌৱেকক চাদৰখন কিয় দিছিল সুধিবচোন।"

"কেতিয়া?" বিস্ময়েৰেই আম্‌জাদে সুধিলে।

"বাৰু সুধিব –"

কিছুপৰ নিস্তব্ধ। ...

"বাৰু যাওঁ –"

"যায়েই? আজি দেখোন একোকে নেখালে –" আম্‌জাদৰ মুখখনৰ কাষ চাপি আহি হাদিয়াই চকু দুটা তুলি ক'লে।

সি হাদিয়াৰ বাহু দুটাত ধৰি টপ্‌কৰে চুমা এটা খাই দি ক'লে, "এই খালোঁ বাৰু।"

ঘৰটোত কোনো নাই।

দুপৰৰ নিস্তব্ধতা আৰু ... দুৰ্বল পুৰুষ। ...

## আঠ

স্কুলৰ পৰা আহিয়ে আজি আম্‌জাদ বৰ চিন্তাগ্রস্তৰ দৰে সৰু 'পৰ্টিক'টোৰ ইজি-চেয়াৰখনত বহি পৰিল। বহি থকাতে চোফিয়াই চাহ আনি দিলে; কোনো কথাৰ অৱতাৰণা নকৰি, চাহ খাই শেষ কৰি, সি আকৌ তাতে বহি থাকিল। সি এবাৰ ৰিজাই চালে– ধূলিৰ পৰা বুটলি লোৱা এই চোফিয়াজনী, কিমান ৰুক্ষ, কিমান সঙ্কীৰ্ণ! আৰু নিজে উপযাচি বুকুত সোমাই পৰা হাদিয়া, – কিমান ধুনীয়া! আজি তাৰ কাৰণে যেন চোফিয়াৰ মূল্য একেবাৰেই কমি গৈছে। ক'তা, চোফিয়াজনীত তো একো নাই, ভাবৰ মধুৰতা, কবিতাৰ উন্মুক্ততা, কল্পনাৰ স্বপ্নালুতা– একো নাই, যেন কোনো দিনেই নাছিল। মাত্ৰ আছে এটা নিয়ন্ত্ৰিত যৌবন। তাই মাত্ৰ এজনী নিৰস, নিৰ্জীৱ তিৰোতা। আৰু হাদিয়া, – সি চকু মুদি হাদিয়াৰ ৰূপটো এবাৰ মনতে ভাবিলে, – তাইৰ হাঁহিটো কিমান ধুনীয়া।

"এই চাদৰখন বাৰু ভাল নে?" গাত আল্‌টাফে আনি দিয়া চাদৰখন লৈ, তাৰ আঁচলটো হাতেৰে ধৰি কাষতে থিয় হৈ, হাঁহি চোফিয়াই সুধিলে। ঘূৰি নোচোৱাকৈয়ে বৰ গম্ভীৰভাৱে আম্‌জাদে ক'লে, "ভাল হ'বতো, সি দিছে নহয় –"

চোফিয়া বৈ গ'ল। তাইৰ মুখৰ হাঁহিটো মাৰ গ'ল। তথাপি কৌতূহলেৰে তাৰ গাম্ভীৰ্যৰ মাজত তাই এটা ঠাট্টাৰ সুৰ বিচাৰি উলিয়াবৰ চেষ্টা কৰিলে ঃ

"মাষ্টৰবিলাকে 'টিফিন আৱাৰ'তো কাম কৰিব লাগে নে কি?" চোফিয়াই সুধিলে।

"ওঁ লাগে, নহ'লে চাদৰ লোৱাত অসুবিধা হয় –" কৈয়ে সি উঠি গ'ল।

বজ্ৰাহতৰ দৰে চোফিয়াই তাৰ মুখৰ ফালে চালে। অলপ পৰ তাতে থিয় দি থাকিল, আৰু নিজৰ শোৱা কোঠালৈ লাহে লাহে সোমাই গ'ল।

কাপোৰ পিন্ধি আম্‌জাদ হাদিয়াহঁতৰ ঘৰৰ ফালে ওলাই গ'ল।

## ন

সন্ধিয়া লগাৰ লগে লগে আম্‌জাদ ক'ৰবাৰ পৰা আহি মনে মনে তাৰ কোঠাটোলৈ সোমাই গ'ল, কোনোৱে গম নেপালে।

চোফিয়া বিছনাৰ পৰা উঠা নাই।

ক'ৰবাৰ পৰা আল্‌টাফ আহি চোফিয়াহঁতৰ ভিতৰলৈ সোমাই গ'ল।

"চাদৰখন আম্‌জাদক দেখুৱাইছিলা বৌ?"

"মোৰ মূৰটো আজি বৰকৈ কামুৰিছে –" বিছনাত কাতি হৈ পৰি থকা চোফিয়াই দুৰ্বল মাতেৰে ক'লে।

"সি আজি অহাই নাই নে কি বৌ?"

"আহিছিলে।"

"তোমাৰ মূৰ কামুৰিছে, বৌ?"

"এৰা, মূৰটো বৰকৈ কামুৰিছে – উঃ!" কপালখন হেঁচি ধৰি চোফিয়া বিছনাতে পৰি ৰ'ল।

"তোমাৰ মূৰ-কামোৰণি দেখিও আম্‌জাদ গুচি গ'ল?"

"নহয়, তেতিয়া নাই কামোৰা।"

"মই মূৰটো পিটিকি দিওঁ বৌ?"

"নেলাগে, ভাল হ'ব এনেয়ে –"

"কেলেই নেলাগে বৌ?" অবোধ শিশুৰ দৰে সি সোধে।

"অ' ভাত বহাবৰো হ'ল, নহ'লে আকৌ আজি সুদা পেটেই থাকিব –"

"ময়ে বহাম বাৰু বৌ। তুমি উঠিব নেলাগে –"

"তুমি ভাত বহাবা? তুমি জানো জানা?"

"নেজানো। তুমি ইয়াৰ পৰা কৈ থাকিবা –"

চোফিয়াই হাঁহিলে।

"চাহ এটোপা খাবা নে বৌ? মূৰ-কামোৰণি পাতল লাগিব –"

"এৰা, বৰকৈ কামুৰিছে মূৰটো।" চকু দুটা মুদি চোফিয়া কি ভাবি জানো বিছনাখনত পৰি ৰয়।

আল্‌টাফে লাহে লাহে চোফিয়াৰ মূৰটো মোহাৰি দিয়ে, – "ভাল পাইছা নে বৌ?"

সিটো কোঠাত কিবা এটা গোৰ্‌গোৰণি শুনা গ'ল। দুয়ো কাণ দিলে, – আকৌ নিস্তব্ধ।

"অলপ ভাল লাগিছে বৌ?"

"অলপ পাইছোঁ –" চোফিয়াই চকু মেলি তাৰ মুখলৈ চায়। করুণা আৰু মৰমত চোফিয়াৰ চকু দুটা ভৰি পৰে।

"তোমাক মোৰ আপোন মাহৰ নিচিনা লাগে বৌ" – ভগা ভগা মাতেৰে, বৰ সৰু সৰুকৈ, গাঢ় ভাষাৰে আল্‌টাফে কয়।

চোফিয়াই মাথোন তাৰ মুখলৈ চাই থাকে, – একো মাতিব নোৱাৰে।

"তুমি বাৰু মোৰ মাহ হোৱাহেঁতেন, মোক কি কৰিলাহেঁতেন বৌ?" হাঁহি সি সোধে। চোফিয়াৰ মুখখন উজ্জ্বল, উদ্দীপ্ত হৈ উঠে। কিবা এটা দুৰ্বল সন্দেহৰ শেষত এটা পবিত্ৰ, স্বৰ্গীয় মৰমৰ অনুভূতিয়ে চোফিয়াৰ হিয়াখন ওপচাই পেলায়।

"খুব পিটিলোঁহেঁতেন —" চোফিয়াই কয়।

"কেলেই?"

"দুষ্টামি গুচাবলৈ —"

"হঃ, মইহে জানিবা দুষ্ট —" আল্টাফে কয় আৰু আনন্দত ৰঙা পৰি উঠা চোফিয়াৰ ধুনীয়া মুখখনৰ ফালে চায়।

আন্ধাৰে-মুন্ধাৰে দুৱাৰখন মেলি চোফিয়া আৰু আল্টাফ থকা কোঠাটোলৈ আম্জাদ সোমাই আহিল। আল্টাফে তেতিয়া চোফিয়াৰ কাষতে বহি জ্বলি থকা গ্ল'ভ্ লাইটটোৰ ফালে চাই আছিল। কিবা এটা তৃপ্তিত তাৰ মুখখন ৰাঙলী হৈ উঠিছিল। পবিত্ৰতাৰ কিবা এটা স্নিগ্ধ পৰশে গোটেই কোঠাটোতে এটা শান্তিৰ কোমলতা সানি দিছিল।

"ৰাতিও ক'ৰবাত টিউশ্বন্ কৰ নে কি?" আল্টাফে তাক সুধিলে। একো নেমাতি আম্জাদ আকৌ ওলাই গ'ল। আম্জাদ সোমাই অহা দেখি চোফিয়া বিছনাত উঠি বহিছিল। চোফিয়াই এবাৰ আল্টাফৰ মুখলৈ চালে আৰু মিচিকিয়াই হাঁহিলে। অথনিৰ সেই চাদৰখনেৰে লেমৰ পোহৰত চোফিয়াক বৰ ভাল দেখাইছিল।

"বৌ, মই এতিয়া যাওঁ। আম্জাদ আহিল নহয় —"

"যোৱা? ভাত খাই যাবা ৰ'বা —"

"ভাত? ক'তা কোনে বহাইছে?"

"অ' তোমাৰ ভোক লাগিছে, বাৰু যোৱা —"

"তুমি পাৰিলে ভাত দুটামান বহাবা, নহ'লে তোমাৰ মিষ্টাৰ আজি ভোকতে থাকিব লাগিব। পাৰিবা নহয়?"

"ওঁ, নোৱাৰিম কিয়?"

"অ' তোমাৰ মূৰ কামুৰিছিল নহয় —" হাঁহি আল্টাফে ক'লে।

"অ' এৰা, কামুৰিছিল হ'বলা —" কিবা এটা লাজ পোৱাৰ দৰে চোফিয়াই ক'লে।

আল্টাফ সুহুৰিয়াই সুহুৰিয়াই ওলাই গ'ল।

★ ★ ★

"মই আৰু কাম নকৰোঁ —" বহি, গম্ভীৰ হৈ আম্জাদে ক'লে।

"তেনেহ'লে ময়ে কৰিব লাগিব। পিছে আমি আৰু কিবা স্কুল-মাষ্টৰি কৰিব পাৰিম নে? ঝাৰুৱালী-চাৰুৱালীকে কৰিব লাগিব।" একেই গাম্ভীৰ্যৰ সুৰত চোফিয়াই ক'লে।

"নহয় চোফিয়া, মই সঁচাকৈয়ে আৰু কাম নকৰোঁ —"

"অকল হাদিয়াৰ টিউশ্যনটোৱেই জোৰে যদি নেলাগে কৰিব –"

"কি হাদিয়াৰ টিউশ্যন?"

"হাদিয়াক আমাৰ ইয়ালৈকে লৈ আহি পঢ়াবলৈ ল'লেও বেয়া নহয়, মোৰো লগ হ'ব আৰু নিজৰো লগৰী হ'ব –"

"চোফিয়া –"

"অ' ভাত বহোৱাই নাই আজি –" চোফিয়া উঠিল।

"মোৰ ভুল হৈছিল চোফিয়া। সি, সি আল্টাফ ফিৰিস্তা, সি এট দেৱতা –" চোফিয়াৰ মুখখন ৰঙা পৰি উঠিল।

"হাদিয়াই ক'লে নে কি?" চোফিয়াই সুধিলে।

"ছিঃ চোফিয়া –"

"হাদিয়াহঁতৰ ঘৰৰ পৰা বোলে স্কুল বৰ ওচৰ –?"

"কিন্তু তুমি বহুত দূৰ। তুমি দূৰত থাকিলে –"

"হাদিয়াই ভায় পায়?" মূৰ জোকাৰি সুধি, হাঁহি চোফিয়া কোঠাৰ পৰা ওলাই যাব খুজিলে।

"তোমাক এই চাদৰখনেৰে বৰ ধুনীয়া দেখি –" সি চাদৰখনত ধৰি চোফিয়াক বুকুৰ মাজলৈ টানি আনিব খুজিলে।

"ইঃ ফাটিল, ফাটিল" বুলি চাদৰখন টানি টানি চোফিয়া শোৱা কোঠাৰ পৰা ওলাই লৰ মাৰিলে।



পটভূমিত আবেলিৰ আকাশ নীলা আৰু সামান্য সোণালী ৰং। তাৰ বুকত কিছু চাপৰ ধূসৰ, পাহাৰৰ দূৰণীয়া দৃশ্য। সেই পাহাৰৰ বুকৰ পৰা এখন নৈ বৈ আহিছে— পানী কম— বিটো নৈ গৰা দেখা যায়। তাত সূৰ্যাস্তৰ ৰঙৰ আভাস— ধূসৰ পাহাৰৰ টিঙৰ ওপৰেদি নিগৰি অহা আকাশৰ সোনালী ৰং নৈৰ গৰাত কিছু তেজৰবৰণীয়া হৈছে। আৰু তাৰ পাতল প্ৰতিবিম্ব নৈৰ পানীতো দেখা যায়। নৈখনৰ ইপাৰে এটা নৈৰ ঘাট— গছ-গছনিৰ মাজেদি গৈ এটা বাট ঘাটটোত শেষ হৈছে।

নৈখনি শান্তিৰ আভাস দিছে। কিন্তু নৈৰ গৰাত মানুহে সৃষ্টি কৰা কিছু অশান্তিৰ আভাস। নীলা, সেউজীয়া আৰু ধূণীয়া ৰঙৰ পটভূমিত সূৰ্য্যৰ সোনালী ৰঙে কিছু তেজৰ ৰং ধৰিছে।

তথাপি এটা নিবিড় শান্তিৰ আৰু সজীৱতাৰ আভাস থাকিব লাগে।

মালিক

# দূৰৰ মায়া

অকলশৰে নহয়, ভালেমান বন্ধু-বান্ধৱৰ লগত থাকো। হয়তো যাক বন্ধুত্ব বোলে সেই বস্তুটো অতি কমেহে পাওঁ। আজিৰ যুগত সেইটো আশা কৰাও অন্যায়। তথাপি ওচৰৰ কাষৰ মানুহবোৰৰ পৰা যি পাওঁ, তাক মই বন্ধুত্বকে বোলো। গা অসুখ হ'লে অলপ বিচাৰ-খোচাৰ, আবেলি কামৰ শেষত অলপ ভাল-বেয়াৰ আলাপ-আলোচনা, কেতিয়াবা একেলগে খেলাধূলা কৰা, এইবোৰকে বন্ধুত্ব বুলি নিজক আস্বস্ত কৰো। প্ৰত্যেকটো মানুহ জীয়াই থাকিবৰ কাৰণে আৰু নিজ ল'ৰা-ছোৱালীক জীয়াই ৰাখিবৰ কাৰণে নিজৰ চিন্তাতে ব্যস্ত। তাত আকৌ তাহানি যুগৰ সাধুকথাৰ বন্ধুত্ব ক'ত বিচাৰি পাম।

তথাপি, কিন্তু মনটোৱে এটা অশান্তিত চটফটাই উঠে। কেতিয়াবা কত কথা ক'বলৈ আছে, কিন্তু শুনোতা নাই, কত কথা সুধিব লগা আছে, কিন্তু কাক? কদ্ধ ভিতৰখনে যেতিয়া প্ৰকাশৰ প্ৰেৰণাত বাহিৰত কৰবাত কিবা এটা বিচাৰি ফুৰে, তেতিয়া এই নানা ৰকমৰ বন্ধু-বান্ধৱ থকা সত্ত্বেও মনটো এটা উদাসীন নিঃসঙ্গতাৰ বেদনাত ৰিক্ত হৈ উঠে। নিজকে বৰ অকলশৰীয়া যেন লাগে। যেন মুকলি বহল পথাৰ এখনৰ মাজৰ এডাল গছ। চাৰিওফালৰ পৰা বতাহ আহি উৰাই নিব খুজিলে ক'ৰবাত হাউলি আত্মৰক্ষা কৰিবলৈ কোনো অৱলম্বন নাই। যেন আকাশৰ এটা দূৰ প্ৰান্তত ওলোৱা এটা অকলশৰীয়া তৰা। অকলেই ওলাই অকলেই মাৰ বাহিৰে আৰু অন্য উপাই নাই।

বহুতৰ মাজত বহি থাকোতেই হঠাৎ কেতিয়াবা অজানিতে মনটো বন্ধুহীনতাৰ বেদনাৰ বিষয়ে অচেতন হৈ উঠে, নিজক বৰ কাঙাল যেন লাগে। কোনো নাই — কোনো নাই !

চাৰে চাৰি বজাত কামৰ পৰা আহো। ভাগৰ নেলাগে। লাগিলেও দিনটোৰ কাৰণে কামৰ পৰা মুক্তি পাই অলপ আনন্দ লাগে। কিন্তু ভাগৰৰ পৰিৱৰ্তে আহে অৱসাদ, জীৱনটো এটা অতি প্ৰাচিন নিৰস সাধুকথা যেন লাগে— সদায় যেন শুনি আহিছো— অথচ আজিও নুশুনিলে নহয়। যদিও তাত কোনো বৈচিত্ৰ্য,

কোনো বৈশিষ্ট্য নাই। জগতৰ কোনো পৰিৱৰ্তন চকুত নপৰে। অলপ পৰৰ পিছতে আবেলি হ'ব, বেলিটো মাৰ যাব, ৰাতি হ'ব– আকৌ কালিলৈ ৰাতি পুৱাব– ঠিক আজিৰ দিনটো যেনেকৈ হৈ গ'ল, তেনেকৈয়ে। হয়তো ৰ'দৰ পৰিৱৰ্তে কালিলৈ পুৱা বৰষুণ দিব– কিন্তু তাতো বৈচিত্ৰ্য নাই, – সিও সেই একে প্ৰচিনতাৰ ধূলিৰে মলিয়ন– ক'ৰবাৰ হাবিৰ মাজৰ মন্দিৰৰ খট্‌খটি এটা যেন– কেৱল পূজাৰীবোৰৰ ভৰিৰ খোজৰ বাহিৰে তাত আৰু অন্যৰ ভৰিৰ খোজৰ চিন নাই। নিৰ্বিকাৰ পুৰণি! ওচৰতে ৰেলৰ ষ্টেচনটো। সন্ধিয়া লগা সময়ত ভাটিলৈ যোৱা ৰেলখন আহে। পানী লয়, গতিকে ৰাৰ মিনিট থামে, মানুহো বহুত হয়। এটা হুলস্থূল, হৈচৈত কিছুপৰৰ কাৰণে ঠাইডোখৰ বৰ গৰম হয়। কাৰো কালৈকো চাবৰ অৱসৰ নাই, অথচ প্ৰত্যেকে প্ৰত্যেকলৈ চায়, কথা নাই, এনেয়ে। এই গণ্ডগোলটো খন্তেকীয়া হ'লেও তাৰ এটা নিজস্ব সৌন্দৰ্য আছে। অপৰিচিতৰ লগত নিমিষৰ পৰিচয় অচিনাৰ লগত ক্ষণিকৰ চিনাজনা, অলপ ঠেলা-হেঁচা, অলপ আত্মগৰ্ব আৰু মুৰব্বীয়ানা ভাব– সকলোটি উপভোগ্য।

এই ৰেলখন আহিবৰ সময়ত প্ৰায়ে ষ্টেচনলৈ যাওঁ। এটা অভ্যাসৰ নিচিনা হৈ পৰিছে। আবেলি চাহটোপা খোৱাৰ পিছত কাপোৰ সাজ সলাই কোনো উদ্দেশ্য নেথাকিলেও সেইফালেই ওলাই যাওঁ। হয়তো কোনোবা এটা চিনাকি মানুহ লগ পাই যাম। হয়তো কাকো নেপাম, কিন্তু কোনোবা এটা কোঠাত এজনী ধুনীয়া ছোৱালী যাব– হয়তো তাইৰ ফালে চোৱা দেখি তাই মোৰ মুখলৈ চাই আচৰিত হ'ব, হয়তো এটা সৰল হাঁহি মাৰিব। তাৰ পিছত ৰেলখন গুচি যাব। তাইৰ কথাও, তাইৰ স্মৃতিও চিৰদিনৰ কাৰণে মোৰ মনৰ পৰা উঠি যাব।

কেতিয়াবা কিন্তু ৰেলখনতো কাকো নেদেখো, শ শ মানুহৰ মাজত কাৰ যেন আজিও চকুত নপৰা মুখ এখন চকু দুটাই বিচাৰি ফুৰে। বাকী মানুহবোৰ যেন আৰু মানুহেই নহয়, সিহঁত চকুতে নেলাগে। যাক বিচাৰো, সি কিন্তু কিবা কোন ক'বই নোৱাৰো, অথচ জানো যে মই তাকহে বিচাৰিছো । সেই দিনা ৰেলখনকো মোৰ জীৱনটোৰ দৰে বিবৰ্ণ আৰু প্ৰাচীন যেন লাগে। পৃথিৱীৰ বাকী মানুহবোৰ যেন এই পৃথিৱী এৰি অন্য এখন দূৰণি ঠাইলৈ গুচি গৈছে, ইয়াত মাথোন পৰি আছো মই অকলে। – নিজকে আৰু বেছি অকলশৰীয়া যেন লাগে।

সৈনিক নহওঁ, কিন্তু সৈনিকৰ লগত থাকি সৈনিকৰ জীৱনৰ তিতা-মিঠা সকলো অভিজ্ঞতা লৈ এক প্ৰকাৰ সৈনিক জীৱনকে যাপন কৰিছোঁ। কৰ্তব্যৰ বান্ধোনে মাজে মাজে দাসত্বৰ কথা সোঁৱৰাই দিয়ে। জীয়াই থাকিবৰ কাৰণে ধৰি লোৱা অপৰিহাৰ্য বান্ধোনৰ মাজত মুক্তি বলিয়া প্ৰাণটো কেতিয়াবা অধীৰ হৈ উঠে। বুকুখনে কান্দে।

টুটিব ধৰা বেলিটোৰ মুখত আছিল এচপৰা হালধীয়া ডাৱৰ। পৃথিৱী ঢাকি অহা আন্ধাৰবোৰ অলপ ৰক্তাৰ হৈছিল। প্ৰথম বহাগৰ বৰষুণে খোৱা সেউজীয়া

কোমল ঘাঁহনিবোৰ প্ৰাণময় আৰু সৰস হৈ উঠিছিল। বতাহজাক আহিছিল দক্ষিণৰ পৰা– কোমল আৰু পাতল।

ৰেলখন আহি ষ্টেচন সোমোৱাৰ লগে লগে এটা অসম্ভৱ হৈ চৈ পৰি গ'ল, যাত্ৰীবোৰৰ উখল-মাখল আৰু ব্যস্ততাত এটা অকাৰণ কোলাহল, প্লেটফৰ্মখনৰ এমূৰৰ পৰা আনমূৰলৈ নিনাদি উঠিল, প্লেটফৰ্মৰ এটা মূৰত ব্যস্ততাৰ মাজতে অকলশৰে থিয় দি আছিলো। এইখিনিতে বৈ ৰেলখন চাওঁ, মই থাকো গাড়ীখনৰ দক্ষিণে, ষ্টেচনটো থাকে ৰেলখনৰ সিপাৰে। এইফালে থাকিলে মানুহৰ ঠেলা-হেঁচাৰ পৰা অলপ সকাহ পোৱা যায়।

ৰেলখন আহি ৰ'লহি। নমা মানুহৰ সংখ্যা কম, তথাপি বহুত মানুহ নামিল। নমাৰ লগে লগে যেন ৰেলখনৰ লগত সিহঁতৰ সকলো সম্বন্ধ শেষ হৈ গৈছে। সিহঁতে আৰু ৰেলখনৰ ফালে ঘূৰিও নাচায়, মাথোন কোব দিয়ে ঘৰৰ ফালে– বতাহ-বৰষুণেহে যেন খেদি আনিছে।

মোৰ পৰা অলপ আঁতৰতে এটা এমেৰিকান এম পি, থিয় দি আছিল। সিও আছিল মোৰ দৰেই নিৰ্বিকাৰ। কান্ধত তাৰ বন্দুকটো, মূৰত লালফিটাৰ টুপীটো। মুখখনৰ গঢ়টো তাৰ বৰ ধুনীয়া– গঠনটো তাৰ শকত-আবত আৰু পুষ্ট।

ৰেলখন ৰোৱাৰ লগে লগে, সি অলপ মোৰ কাষ চাপি আহিল। তাৰ সহজ সম্বোধনটোৰে সি সুধিলে, “Hai, some one coming”

মই তাৰ ফালে চাই হাঁহিলো, আৰু আকৌ ৰেলখনৰ ফালে চকু তুলিলো।

যিটো কম্পাৰ্টমেণ্ট আহি আমাৰ ঠিক চকুৰ আগত ৰ'লহি, তাত আহিছে এগাল নাৰ্চ। প্ৰায়ে আহে। উজনিৰ ক'ৰবাৰ মিলিটাৰী হাস্পতালৰ পৰা বদলি হৈ, নাইবা ছুটী লৈ সিহঁত এইপিনেই যায়, নিতৌ তিনি-চাৰিজনী যায়। নাৰ্চ ৰোৱা গাড়ীখন সদায় ইঞ্জিনৰ পিছতে দিয়ে, অন্য সকলো গাড়ীৰ আগত।

মূৰ তুলি চালো। পাঁচজনী নাৰ্চ, তিনিজনী এমেৰিকান, দুজনী দক্ষিণ ভাৰতৰ। পোছাকৰ পাৰিপাট্য সত্ত্বেও, সিহঁত যে ক্লান্ত হৈ আহিছিল, সিহঁতৰ মুখকেইখন দেখিলেই বুজিব পাৰি। আটাইকেইজনীৰে মুখত মচ খোৱা প্ৰসাধনৰ পাতল দাগ, ঘন হৈ অহা সন্ধিয়াৰ আন্ধাৰ লাগি সিহঁতৰ বগা মুখবোৰো ক'লা পৰি গৈছিল।

মই আৰু এম. পি.টো একেলগে থিয় হৈ সিহঁতৰ ফালেই চাই আছিলো। এবাৰ দুজনীয়ে আমাৰ ফালে ৰেলৰ খিৰিকীয়েদি মুখ উলিয়াই চালে, আৰু অলপ পৰৰ পিছতে সিফালে মুখ ঘূৰালে। এম. পি.টোৱে মোক কিবা এটা ক'ব খুজিছিল, এনেতে এজনী নাৰ্চে খিৰিকীয়েদি মুখ উলিয়াই চালে। ছোৱালীজনীৰ গঢ়িত ধুনীয়া চকু দুটা গাঢ় নীলা। অযত্নত ওলমি অহা মূৰৰ চুটিকৈ কটা চুলিবোৰ সোণালী।

তাই আমাৰ ফালে চালে। আমি দুটায়ো তাইৰ ফালে একেথৰে চালো। তাই যেন আমাৰ ফালে চাই কি এটা বুজিব নোৱাৰা কথা বুজিবৰ চেষ্টা কৰিলে। তাই

এবাৰ চকু দুটা মোহাৰিলে। তাই যেন কিয় হঠাৎ উচুপিচাব ধৰিলে। হঠাৎ পিছ মুহূৰ্ততে খিৰিকীখনেদি ওলমি পৰি তাই চিঞৰ মাৰি দিলে, "– ফ্ৰেড –"

মই তৰ্কিবহ নোৱাৰিলো। মোৰ কাষত থিয় দি থকা এম. পি.টো একেজাঁপেই গৈ ৰেলৰ খটখটিখনত উঠিল, আৰু একহাতেৰে ৰেলৰ খিৰিকীৰ কাঠ এডাল সাবটি ধৰি বাওঁহাতেৰে নাৰ্চজনীক ডিঙিত সাবটি ধৰি প্ৰায় একেই উদ্ভ্ৰান্ত সুৰত চিঞৰি উঠিল "– লীনা –"

তাইৰ কাষত থকা ভিতৰৰ অন্যান্য নাৰ্চকেইজনীয়ে এবাৰ ফ্ৰেড আৰু লীনালৈ ঘূৰি চালে, তাৰ পিছত নেদেখাৰ ভাও জুৰি, ৰেলখনৰ সিটো কাষলৈ গৈ ষ্টেচনটোৰ ফালে চোৱাত লাগিল। সিহঁতৰ মাজৰে এজনীক ক'ৰবাৰ বাটৰুৱা মানুহ এটাই ডিঙিত সাবটি ধৰি বুকুত সুমুৱাই লোৱাটো কোনো নতুন কথা নহয়।

ছোৱালীজনীয়েও আগ্ৰহেৰে তাৰ ডিঙিত সাবটি ধৰিলে। গধূলিৰ নীলাবোৰ ক্ৰমে গাঢ় হৈ আহিব ধৰে। মই সিহঁতৰ পৰা অলপ আঁতৰতে থিয় দি সিহঁতৰ ফাললৈকে চাই থাকো। লীনাই ফ্ৰেডৰ মুখখন টানি টানি নিজৰ মুখখনৰ কাষলৈ চপাই নিয়ে আৰু বৰ গভীৰ মাতেৰে সোধে "তুমি ইয়াত আছা ফ্ৰেড?"

"আজি আঁঢ়ে মাহ –"

"মই যে তাত আছিলো তুমি ক'ব নোৱাৰা?"

"তুমি যে কেতিয়া ভি. এছ.ত যোগ দিলা মই তাকো ক'ব নোৱাৰো। ঘৰ এৰি আহিবৰ আজি ডেৰ বছৰ হ'ল, তাৰ আগতে আছিলো আফ্ৰিকাত।"

"আফ্ৰিকাত আছিলা? মই ভাবিছিলো তুমি কিজানি কেতিয়াবাই মৰিলা –" কথাষাৰকৈ তাই হাঁহিবৰ চেষ্টা কৰে, আৰু তাৰ মূৰটো আৰু টানি টানি তাৰ গালখন তাইৰ গালত লগাবৰ চেষ্টা কৰে।

"তুমি কিয় আহিলা? তুমিতো যুদ্ধত যোগ দিয়াৰ কথা নাছিল?"

"নাছিল, কিন্তু ঘৰত থাকি বৰ অকলশৰীয়া অকলশৰীয়া লাগিব ধৰিলে। তাৰ কিয় জানো এনেয়ে মনত হ'ব ধৰিলে, যেন ভাৰতলৈ আহিলেই ক'ৰবাত তোমাক লগ পাই যাম– তাই যেন কথাবোৰ স্পষ্টকৈ ক'ব পৰা নাছিল।

"সৌটো মোৰ কেম্প –" ষ্টেচনৰ অলপ আঁতৰৰ তাৰ সৰু কাপোৰৰ টম্বুটো সি আঙুলিয়াই দেখুৱালে। সন্ধিয়াৰ আন্ধাৰত টম্বুটো যেন এটা পুৰণি কবৰ যেন দেখা গৈছিল। তাই সেইফালে চালে কিন্তু তাত যেন তাইৰ মনটো নাছিল।

হাস্পতালত যেতিয়া ৰোগীবোৰ চাওঁ, সদায় আশা জাগে কৰবাত আহত হৈ যেন তুমিও আহিবা– মোৰ হাস্পতাললৈ কিন্তু তুমি আৰু নাহিলা –"

অলপ পৰ দুয়ো নীৰৱ। দুয়ো দুফালে থাকে। যেন কি এটা অব্যক্ত কদ্ধ বেদনাত সিহঁতে ইটোৰে-সিটোলৈ চাব নোৱাৰা হৈ পৰিছিল।

"তুমি এতিয়া –তুমি এতিয়া– অ' বাৰু থওক। সেইটো সুধিব নেপায় –"

"ময়ো ক'ব নোৱাৰো ক'লৈ যাম। আমাৰ পাঁচজনীক বদলি কৰিছে– ক'ব নোৱাৰো ক'লৈ। কিন্তু ক'ববাত ভাৰতৰ ভিতৰতে।"–

"তেনেহ'লে তুমি আৰু এই পিনে ঘূৰি নাহা?" – তাৰ মাতটো কাতৰ হৈ উঠে।

তায়ো একো মাতিব নোৱাৰা হয়। এটা দুখত যেন তাইৰ কণ্ঠ ৰোধ হৈ আহে। তাই তাৰ মূৰটো তাইৰ বুকুৰ কাষলৈ টানি লয়।

ষ্টেচনত এটা ঘণ্টা পৰে। ফাৰ্ষ্ট বাৰ্নিং। আৰু কেইমিনিটমানৰ পিছতে ৰেলখন এৰিব। আন্ধাৰবোৰ চাৰিওফালে বেছি ঘন হৈ আহে। মই মন্ত্রমুগ্ধৰ দৰে তাতে থিয় দি সিহঁতৰ ফালে চাই আছিলো।

"আকৌ কেতিয়া ঘৰলৈ ঘূৰি যাবা ফ্রেড?"

"কেনেকৈ জানিম লীনা? হয়তো যুদ্ধখন যেতিয়া শেষ হ'ব তেতিয়া?"

"যদি তাৰ আগতে ... অ' বাৰু যাওক। ছিঃ কি যে ভাবিছো। জানা ফ্রেড, মই তোমাৰ কাৰণেহে ইয়ালৈ আহিলো, মোক কোনেও জোৰ কৰা নাছিল। মই নিজেই আহিলো।"

"কিন্তু তোমাৰ যে যাবৰে হ'ল, আৰু দুই মিনিট! আজি ৰাতিটো তুমি ইয়াত থাকি যাব নোৱাৰানে লীনা? – মোৰ যে কত কথা ক'ব লগা আছে!"

আন্ধাৰতে দেখিলো ছোৱালীজনীৰ চকু দুটাৰ পৰা ধাৰাসাৰে পানী বাগৰি আহিছে। তাই যেন কিবা বৰ ডাঙৰ কথা এষাৰ ক'ব খুজিছে কিন্তু ক'ব পৰা নাই।

"ফ্রেড, তুমি মোক পাহৰি যোৱা নাই, নহয় নে বাৰু?"

"তোমাক লীনা?"

গাৰ্ডৰ দীঘলীয়া সুহুৰি পৰিল। লগে লগে ইঞ্জিনটোৱেও এটা দীঘলীয়া সুহুৰি মাৰিলে। সুহুৰিটো যেন ফ্রেডৰ আৰু লীনা দুয়োটাৰে বুকুৰ মাজেদি সৰকি গ'ল।

"তেনেহ'লে যোৱাঁগে লীনা– আকৌ এদিন লগ পাম।"

লীনাই তাৰ মুখখন মুখৰ কাষলৈ চপাই আনিলে আৰু এটা চুমা খালে।

"আকৌ আমি গম পাম ফ্রেড– আজি যাওঁগে তুমি পাহৰি নেযাবা দেই –"

ৰেলৰ চকা ঘূৰিল। ফ্রেডে লীনাৰ ডিঙিত সাবটি ধৰি এটা চুমা খালে– তাৰ যেন আৰু শেষ নাই!

"কিন্তু – কিন্তু ফ্রেড মই যদি –" ইঞ্জিনটোৰ খটং খটং আৰম্ভ হ'ব ধৰিছে।

"যোৱাঁগে লীনা– যুদ্ধ শেষ হ'লে –"

আৰু এটা চুমাৰ মাজত সিহঁতৰ কথা শেষ নহ'ল। হঠাৎ ৰেলখনৰ গতি খৰ হ'ল। ফ্রেডে লীনাৰ মূৰটো শেষবাৰৰ কাৰণে তাৰ বুকুৰ ফালে টানি ল'লে আৰু তাৰ পিছত লাহে লাহে এৰি দিলে। আৰু জাঁপ মাৰি ৰেলৰ পৰা নামি পৰিল।

হোৱালীজনীয়ে এবাৰ তাৰ ফালে চালে তাৰ পিছত হুকহুকাই কান্দি উঠিল— অশ্ৰান্ত, অবুজভাৱে। মুহূর্তৰ পিছতে বেলৰ সেই কোঠাটো আন্ধাৰৰ মাজত লুকাই পৰিল।

মই যেন এটা সপোন দেখিছিলো হঠাৎ ফ্ৰেড যেন কণাৰ দৰে উজুটি খাই আহি মোৰ আগত ৰ'লহি আৰু অসংলগ্নভাৱে ক'লে, "বেলখন গ'লগৈ, গুডনাইট – বন্দুকটো আজি বৰ গধুৰ লাগিছে –"

সি আৰু নৰ'ল। আন্ধাৰৰ মাজত লুকাই পৰা তাৰ সৰু টম্বুটোৰ ফালে সি আগবাঢ়িল।

যুদ্ধত যোগ দিয়া নার্চবোৰৰ ওপৰত এটা বৰ বেয়া ধাৰণা আছিল। লীনাৰ চেহেৰাটো আজি পাহৰি গৈছো – কিন্তু ষ্টেচনলৈ গ'লে মনটোৱে সেই খন্তেক দেখা হোৱালীজনীক বেলৰ কোঠাত বিচাৰে। বেলখনত বহুত মানুহ আছে, কিন্তু তাই আৰু নাহে।

# ভুলৰ বলি

দুই পইচাৰ কাৰবাৰ।

যুদ্ধ লগাৰ আগতে আছিল এক পইচাৰ। যুদ্ধৰ বদৌলতত হ'ল দুই পইচাৰ।

দুই পইচাৰ যদিও, তাৰে কাৰণে আয়োজন প্ৰচুৰ। লোক দেখনিয়াৰ নহ'লে কাৰবাৰ চলে কেনেকৈ। তাতে তাৰ কাৰবাৰ যে হ'ল দুই পইচাৰ। ব্ৰাছ দি নিতৌ সি পিতলৰ কঁহিকেইখন মাজে, চকচকীয়া কৰে, ধুনীয়া কৰে। পিতলৰ সাধাৰণ ফুলদানিকেইটা মাজি মাজি সোণবৰণীয়া কৰে। মূৰৰ ওপৰৰ ইলেকট্ৰিক লাইটৰ বাল্বটো– তাকো সি জাৰি-জোকাৰি, মচি-মাজি ধুনীয়াকৈ থয়।

মাজতে দুহাত বহল তাৰ খোৰোংটো। বাকী তিনিফালে থাকে তাৰ কাৰবাৰৰ সামগ্ৰীৰ প্ৰদৰ্শনী। তিনি থাক বিলাতী চিগাৰেটৰ টিন– প্লেয়াৰ্চ, ষ্টেট এক্সপ্ৰেস, বাৰ্কলেজ আৰু কিবাকিবি। টিনবোৰত চিগাৰেট নাই– মাত্ৰ সজাই থৈছে। দেখিবলৈ ভাল আৰু কেইটামান থাকত জৰ্দা, কিমাম, ইলাচিদানাৰ শাৰী, ইটাৰ ভটাৰ দৰে ধুনীয়াকৈ জাপি থোৱা এদম জুইচলা। সৰু কেইটামান আচীলগা কাগজৰ বাকচত চক্‌চকীয়া এমেৰিকান গ'ল্ডৰ আঙঠি, কামিজৰ বুটাম, লিঙ্ক, টৰ্চলাইটৰ বাল্ব।

আৰু তাৰ কোলাৰ আগতে, পিলতৰ বহল পাণদানখনৰ ওপৰত চাচীপাণ, চুপাৰী, খোলা জৰ্দা-কিমামৰ বটল, চূণৰ আৰু খয়ৰৰ ধুনীয়া ঘটি দুটা।

আয়োজন বহুত। কাৰবাৰটো যদিও তাৰ মাথোন দুপইচীয়াহে।

মীৰ্জাপুৰ ষ্ট্ৰীটৰ সদৰ ৰাস্তাৰ ফুটপাথত নিয়ামত আলীৰ এই দুইপইচীয়া পাণৰ দোকান। বহুত দিনৰ পৰা আছে। কিমান দিনৰ পৰা আছে কাৰো মনত নাই। নগৰৰ ফুটপাথ হ'লে পাণৱালাৰ দোকান থাকিবই, নিয়ামতৰেই হওক বা যাৰেই হওক। নিয়ামতেও ভাবে পাণৰ দোকান সদায় খুলি ৰখাটোৱেই স্বাভাৱিক। নহ'লে যে বাবুসকলৰ মুহুদিৰ অসুবিধা হয়।

ৰ'দ-বৰষুণ, গ্ৰীষ্ম-বৰ্ষা নিয়ামতৰ পাণৰ দোকানৰ দুৱাৰ সদায় খোলা, তাৰ দোকানখন যিদৰে সদায় একে ঠাইতে থাকে, সিও সদায় একে ঠাইতে আহি বহে, পাণ দিয়ে, আৰু সোণ-বন্ধোৱা আগদাঁত দুটা উলিয়াই এটি সৰল হাঁহি মাৰে।

চাচি পাণ – দুই পইচা।

দিয়াচলাই – দুই পইচা।

নিয়ামত দুই পইচাৰ মহাজন।

কলিকতাতে সি উপজি ডাঙৰ হ'ল, কলিকতাতে বিয়া কৰি তাৰ ল'ৰা-ছোৱালী হ'ল, কিন্তু সি আজিও তাৰ গলিটো, তাৰ বাপেক-মাক-ভায়েক-ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী দুটা থকা গলিৰ আন্ধাৰ ঘৰটোৰ বাহিৰে বিশাল কলিকতাৰ

একোটো দেখা নাই। তাৰ পাণৰ দোকানৰ দুহাত বহল খোৰোংটোৱেই তাৰ সংসাৰ, তাৰ ৰাজধানী, তাৰ কলিকতা।

কেতিয়াবা সি ল'ৰা-ছোৱালীহাল লৈ থাৰ্ড ক্লাছত বহি চিনেমা চায়। কিন্তু চাই ওলাই অহাৰ পিছতে অকাৰণত পইচাকেইটা খৰচ কৰাৰ কাৰণে অনুতাপ কৰে, আৰু আগলৈ কেতিয়াও নেচাও বুলি প্ৰতিজ্ঞা কৰে।

নিয়ামতৰ দোকানৰ ঠিক পিছতে যিটো পাঁচমহলীয়া দালান আছে, তাৰে দ্বিতীয় তালাৰ এটা কোঠাত থাকে জগতবাবু। ঘৰটো বহুদিনীয়া পুৰণি। তলৰ ইটা, চিমেণ্ট মাজে মাজে খহিছে। জগতবাবু শিয়ালদহ ষ্টেচনত কোনোবা এটা মাল গুদামৰ কেৰাণী। ট্ৰামেৰে আহে। মাহৰ শেষত প্ৰায়ে খোজ কাঢ়ি আহে। দৰমহা পায় ৪৫ টকা।

ৰেল ষ্টেচনৰ তলে-ওপৰে টিনেৰে বেৰা, মালভৰি থকা গুদামটোৰ এচুকে অকণমান ঠাই খালি কৰি তাতে এখন ঠেংবেঁকা টিনৰ চকী আৰু এখন টেবুল দি লৈছে। সেয়ে জগতবাবুৰ 'অফিচ'। দহোটা বজাতে জগতবাবু অফিচলৈ যায়। ঘূৰি অহাৰ কোনো ঠিকনা নাই। পাঁচ বজা, ছয় বজা, সাত বজা, আঁঠ বচা, ন-দহ-এঘাৰ বজা।

দৰমহা ৪৫ টকা।

জগতবাবুৰ ঘৰত বাপেক বৰ্তমান, তাৰ উপৰিও আছে দুটা ভায়েক, এজনী ভনীয়েক, দদায়েকৰ মাউৰা ছোৱালী এজনী, আৰু নিজৰ ল'ৰা-ছোৱালী চাৰিটা।

আগেয়ে জগতবাবু বৰ ঠাণ্ডা মিজাজৰ আছিল। মাক মৰাৰ পিছৰ পৰা মানুহজন বৰ খিংখিঙীয়া হ'ল; অলপতে খঙে মূৰৰ চুলি পায়গে। টিনৰ গুদামত এই খং আৰু একোব চৰে।

অফিচলৈ যাবলৈ ভাতকেইটা খাই ঘৰৰ পৰা ওলাই আহি জগতবাবুৱে নিয়ামতৰ দোকানৰ আগতে অলপ ৰয়, এখন পাণ খায়, আৰু দুখন কাগজেৰে মেৰিয়াই জেপত সুমাই লয়, নিয়ামতৰ লগত অলপ ভাল-বেয়াৰ কথা পাতে তাৰ পিছত খোজ লয়। মালগুদামৰ বাকচ-বস্তাবোৰৰ লগত তেওঁৰ সম্বন্ধ অধিক। গতিকে কথা কোৱাৰ অভ্যাসটোও তেওঁৰ কমি আহিল। তথাপি নিয়ামতৰ দেচুৱালী ঠাঁচ লগা বঙালী কথাখিনি জগতবাবুৰ শুনি ভাল লাগে। আৰু ভাল লাগে নিয়ামতৰ জৰ্দা কিমাম দিয়া পাণখন। মুখখন বহুত পৰলৈ ফৰফৰাই থাকে।

চহৰত হৰতাল, ষ্ট্ৰাইক হ'লে পেটে পেটে যদিও নিয়ামত, জগতবাবু দুয়ো ভাল পায়, তথাপি তেওঁলোকে বৰ সহজভাৱে এই আনন্দ উপভোগ কৰিব নোৱাৰে। অপ্ৰত্যাশিত এটা উৎসৱৰ দিন অহা যেন লাগে যদিও সঙ্কোচ থাকি যায় বহুত। হৰতাল হলে নিয়ামতৰ দোকান বন্ধ থাকে। ফলত এদিনৰ বিক্ৰী আৰু লাভো থাকি যায় বন্ধ। এ দোকানখনৰ আয়েৰেই যে সি এঘৰ মানুহ পুহিব লাগে! তথাপি আনৰ লগতে সি হৰতাল কৰে, তাৰ দুপইচীয়া মহাজনীৰ গদীখনৰ পৰা নামি আলিবাটৰ

শোভাযাত্ৰাত যোগ দিয়ে। সেইখিনি সময় তাৰ ভাল লাগে, তাৰ কামিজটোৰ জেপটোৰ ওপৰত নিকেলৰ পাকিস্তান ফ্লেগ থকা বেজটো পিন্ধি সি গৰ্ব অনুভৱ কৰে। সকলোতকৈ সি পিন্ধা বেজটোৱেই যেন ধুনীয়া।

ষ্ট্ৰাইক হ'লে জগতবাবুৱেও আনন্দ পায়, কিন্তু দৰমহা কটাৰ ভয়টোৱে মাজে মাজে অলপ কোঁচ খুৱায়, তথাপি জগতবাবুৱে ষ্ট্ৰাইক কৰে, প্ৰচেছনত যোগ দি ডিণ্ডি খুলি শ্ল'গান দিয়ে, কাৰোবাৰ পৰা পালে হাতত ফ্লেগ এখনো লয়।

এযাৰ কথা কিন্তু সঁচা, নিয়ামত আৰু জগতবাবু দুয়োৱে কোনোদিন একে লগ লাগি শোভাযাত্ৰা কৰাৰ কথা কাৰো মনত নপৰে, যিদিনা জগতবাবুৰ প্ৰচেছন হয় সেইদিনা নিয়ামতৰ দোকান খোলাই থাকে। তাৰ খুচি লাগে তাৰ দোকানৰ আগেদি যোৱা মানুহবোৰ চাই। বিক্ৰীও ভাল হয় সেইদিনা। আৰু নিয়ামতে যি দিনা হৰতাল-শোভাযাত্ৰা কৰে, জগতবাবুৱেও মনে মনে আনন্দ অনুভৱ কৰে। মাত্ৰ অলপ অসুবিধা হয়– সেইদিনা নিয়ামতৰ পাণৰ দোকান বন্ধ থকাত গতিকে জগতবাবুৰ অন্য দোকানলৈ যাব লগাত পৰে। অফিচৰ পৰা ঘূৰি আহি যেতিয়া জগতবাবুৱে নিয়ামতক লগ ধৰে, হাঁহি নিয়ামতে কয়– "জব্বৰ মিচিল হয়েছিল জগতবাবু।"

জগতবাবুৱে তাৰ আনন্দটো নিজৰ আনন্দৰ দৰে হৃদয়ঙ্গম কৰি হাঁহি মুখ দুপিয়ায়।

ৰাজনীতি, সমাজনীতিৰ পৰা বহুত দূৰত নিয়ামত আৰু জগতবাবুৰ জীৱন। সামান্য জীৱন লৈ, ভাৰতৰ অন্যান্য সহস্ৰ দৰিদ্ৰৰ দৰে অসন্তুষ্টি আৰু নিৰস নিৰ্লিপ্ত সহজতাৰ মাজেদি অতিবাহিত কৰি দিয়ে জীৱন। বৈচিত্ৰ্য নাই, কোলাহলো নাই। ঘৈণীয়েক মৰাৰ সমান আঘাত এটাও তিনিদিনৰ পিছতে পিছ কৰি থোৱাৰ ধৈৰ্য তেওঁলোকৰ আছে।

মাহিলি ৪৫্ –

চাচিপাণ – খনে দুই পইচা।

'৪৬ ৰ ৯ আগষ্ট। হিন্দুসকলে '৪২ ৰ আগষ্ট সোঁৱৰণি দিন উদ্‌যাপন কৰিলে। পতাকা উৰিল, জয়ধ্বনি উঠিল। লাখ লাখ হিন্দু জনতাৰ মিচিল কলিকতাৰ আলিবাট লোকে-লোকাৰণ্য কৰি দীপ্ত আনন্দত স্ফীত গৌৰৱত উন্মত্ত হৈ উঠিল। বাধা নাই, বিৰোধ নাই, স্বাধীন দেশৰ মুক্ত জনতাৰ দৰে সকলোৱে '৪২ৰ বিপ্লৱ, তাৰ গৌৰৱময় ঐতিহ্যক স্মৃতিৰ অভিনন্দন জনালে।

জগতবাবুও সেইদিনা গৰ্বস্ফীত্ বুকুৰে বিৰাট জনতাৰ লগত মিলি গ'ল। জগতবাবুৱেও আনন্দ কৰিলে। '৪২ত জগতবাবুৱে বিদ্ৰোহ কৰা নাছিল, বিদ্ৰোহ কিয় কৰিব লাগে বুজাও নাছিল, কিন্তু আজি '৪২ৰ সেই ৯ আগষ্টক সুঁৱৰি কৰা উৎসৱত যোগ দি জগতবাবুৱে গৰ্ব অনুভৱ কৰিলে।

আবেলি বেলিকা যেতিয়া ঘামি-জামি, ভাগৰত আধামৰা হৈ জগতবাবু আহি নিয়ামতৰ পাণৰ দোকানৰ আগৰ সৰু বেঞ্চখনত হেলাই-হেফাই বহিলহি,

নোখোজাকৈয়ে সি জগতবাবুলৈ চ'ডাৰ বটলটো আগবঢ়াই দিলে। তৃপ্তিত বটলটো হাত মেলি লৈ জগতবাবুৱে নিয়ামতৰ মুখলৈ চাই হাঁহিলে, হুৰ্ষকাতৰ হাঁহি। নিয়ামতেও তাৰ সহজ হাঁহিটো মাৰি ক'লে, "আজ ভি জবৰ মিচিল হুয়েছিল জগতবাবু –"

জগতবাবুৱে মূৰ দুপিয়ালে।

"ক'ৰবাত কিবা গণ্ডগোল হোৱা নাইতো?" নিয়ামতেও উত্তৰৰ আশা নকৰিয়ে কথাষাৰ সুধিলে।

"গণ্ডগোল কিয় হ'ব আকৌ? আমি কিবা কাজিয়া কৰিছোনে কাৰোবাৰ লগত? বৃটিছ গভৰ্ণমেণ্ট যাব লাগিব– এই কথা ক'লে কি গণ্ডগোল হ'ব পাৰে।"

পাণখন চোবাই চোবাই জগতবাবুৱে ক'লে, "ওঁতো, আমাৰ দেশ আমি স্বাধীন কৰি ল'ম, তাত কাৰ কি লোকচান?" নিয়ামতে ক'লে।

জগতবাবুৱে হাঁহিলে। ভাৰতৰ স্বাধীনতা ৰণত নিয়ামতো জগতবাবুৰ লগৰীয়া– হয়তো এই কথাষাৰ অনুভৱ কৰিবৰ অৱসৰ জগতবাবুৰ নাছিল, কিন্তু নিয়ামতৰ কথাৰ সুৰত জগতবাবুৰ নোকোৱা ভাবটোৱেই যে প্ৰতিধ্বনিত হৈ উঠিছিল সেই কথা জগতবাবুৱে বুজিলে।

"আমাৰ মুছলমানৰো হৰতাল আছে ষোল তাৰিখে –" নিয়ামতে ক'লে।

"ঠিকেই হৈছে, এনেকৈ হিন্দু-মুছলমান সকলোৱেই আন্দোলন কৰিলে, সব দাবী আদায় হৈ যাব। সকলো ভাৰতীয় লগ লাগি বৃটিছক ভাৰতৰ বাহিৰ কৰি দিলে বৃটিছে ইয়াত কি হাবি, জঙ্গল, নদী, পৰ্বতবোৰ শাসন কৰিবলৈ বহি থাকিব।" ডাঙৰ ৰাজনৈতিক কথা এষাৰ কোৱাৰ দৰে গহীন হৈ জগতবাবুৱে ক'লে।

"আমাৰো পাকিস্তান হৈ যাব নহয়নে জগতবাবু?" পাকিস্তান কি জগতবাবুৱে নুবুজে, নিয়ামতেও বুজি নাপায়। তথাপি জগতবাবুৱে হিন্দুসকলক কোৱা শুনিছে যে পাকিস্তানটো মুছলমানক দিয়া ঠিক নহ'ব, তেতিয়া হিন্দুসকলৰ বহুত লোকচান হ'ব। কিন্তু নিয়ামতৰ ঐকান্তিক আস্থা দেখি জগতবাবুৱে ক'লে, "হ'বতো। ভাৰতৰ সকলো মুছলমানে লাগে বুলি কৈছে যেতিয়া, নহ'বৰ কি কাৰণ আছে।"

জগতবাবুৰ বৰ ভাগৰ লাগিছিল। আৰু দুষাৰমান কথা পাতি জগতবাবু গ'লগৈ। নিয়ামতে তাৰ দোকানৰ বেৰত আঁৰি থোৱা পাকিস্তানৰ মেপখনলৈ চালে। সেউজীয়া ৰঙৰ এই দুডোখৰেই পাকিস্তান– চাই থাকি তাৰ ভাল লাগিল। তাৰ পিছত চকু ঘূৰাই আনি সি ধুনীয়াকৈ বন্ধাই থোৱা কায়েদে আজম জিন্নাৰ ছবিখনলৈ একেবাহে চাই ৰ'ল। যেন তেওঁ সকলো দেখা পায়।

জিন্নাৰ বিষয়ে বহুত কথা নিয়ামতে শুনিছে। বাতৰিকাকতত ওলোৱা জিন্নাৰ কথাবোৰো পঢ়িছে। শোভাযাত্ৰা-মিছিলত অন্য হেজাৰ হেজাৰ জনতাৰ লগত উচ্চকণ্ঠে সিও কৈছে– "কায়েদে আজম, জিন্দাবাদ।"

কিন্তু আজি সদায় দেখা ছবিখনলৈ চাই এটা শ্ৰদ্ধাৰ অনুভূতিত নিয়ামতৰ হিয়াখন ভৰি উঠা যেন পালে। কি বিশাল, কি বহল এই ক্ষীণকায় মানুহটিৰ জীৱনৰ পৰিসৰ। অকলশৰে সহস্ৰ বিৰোধ, প্ৰতিৰোধ অতিক্ৰম কৰি– সহস্ৰ বিপদৰ আঘাত হাঁহিমুখে বৰণ কৰি, অস্তিত্ব হেৰুৱাব ধৰা ভাৰতৰ মুছলমান জাতিটোক জীৱন্ত কৰি তুলিলে এই লাহী দেহাৰ মানুহটিয়ে, জীৱনৰ তিনিকুৰি দহোটা বছৰ জীৱনৰ সকলো আশা, আদৰ্শ, সাধনা, শক্তি নিয়োগ কৰিলে মুছলমান জাতিটোৰ উদ্ধাৰৰ কাৰণে, মুছলমানৰ অস্তিত্ব ৰক্ষা কৰিবৰ কাৰণে, এই ক্ষীণকায় মানুহটিৰ জীৱনৰ প্ৰতিটো মুহূৰ্ত কোৰবানী কৰিছে কওমৰ উদ্ধাৰৰ অৰ্থে মুছলমানৰ দৰে অন্যান্য দুখীয়া পীড়িত মানুহৰ সুখ-শান্তি প্ৰতিষ্ঠাৰ কাৰণে।

বিয়ানেই নিয়ামতে জিন্নাৰ কথা ভাবিলে সিমানেই ক্ৰমত বঢ়াই থোৱা জিন্নাৰ ছবিখন বহল, মুকলি হৈ চকুৰে নেদেখা হৈ আহিবলৈ ধৰিলে। জিন্নাৰ আত্মবিশ্বাস, মনৰ ঐকান্তিক দৃঢ়তা, আৰু ধীৰ, শান্ত সংগ্ৰামৰ সাধনাৰ সোঁৰবণে তাক অভিভূত কৰি তুলিলে।

"একখু পাণ –"

নিয়ামতে ঘূৰি চাই দেখিলে– জহীৰ। ততাতৈয়াকৈ পাণখন বনাই দি হাঁহি জহীৰৰ মুখলৈ চাই নিয়ামতে সুধিলে, "আচ্ছা জহীৰ ভাই, পাকিস্তান হ'গাতো?"

"আৰ ভি ছক হেই?" তামোলখন মুখত ভৰাই হাঁহি জহীৰে ক'লে, আৰু পইচা দুটা দি খোজ ল'লে। নিয়ামতে আকৌ এবাৰ ওলোমাই থোৱা ছবিখনলৈ একান্তমনে চালে।

পাকিস্তান হ'বই– এই একেটা ভাবতে তন্ময় হৈ সি সেইদিনা সোনকালেই দোকান বন্ধ কৰি ঘৰ ওলালগে। ঘৰত গৈ সি ঘৰৰ আটাইকেইটিকে গোটাই লৈ দৃঢ় গৰ্বস্ফীত চিত্তে কৈ দিলে যে পাকিস্তান নহৈ নোৱাৰে, হ'বই।

বাপেকে মূৰ দুপিয়াই ক'লে, "খোদা হাফিজ, আমাৰ জিন্দেগীতো শেষ হৈ আহিল। আমাৰ নাতি-পুতিৰ দিনতো ভাৰত আজাদ হয়, তেওঁ আল্লাৰ চুক্ৰিয়া আদায় কৰিব লাগে।"

এটা উত্তেজনাত নিয়ামত আকৌ ভিতৰৰ পৰা ওলাই গ'ল। আকৌ এবাৰ দোকানখন খুলি লাইটটো জ্বলাই জিন্নাৰ ছবিখন চালে।

বহুত কিবা কিবি ভাবি ভালেমান ৰাতি নিয়ামত শুই থাকিল।

ঃ লক্ষ লক্ষ জনতাৰ মিচিল– গৰ্বোন্নত শিৰ লক্ষ লক্ষ মুছলমানৰ শোভাযাত্ৰা।

না'ৰায়ে তকবিৰ– আলাহু আকবৰ।

কায়েদে আজম– জিন্দাবাদ।

মুছলিম লীগ– জিন্দাবাদ।

না'ৰায়ে তক্‌বিৰ–

পৃথিৱীৰ বুকু-কঁপোৱা তেজস্বী নিনাদত কলিকতাৰ আকাশপৰশা প্ৰাচীৰ সৌধ কঁপি উঠে।

মুছলমানৰ কণ্ঠত অপ্ৰতিহত ধ্বনি উঠে –

না'ৰায়ে তক্‌বিৰ। স্বৰ্গচ্যুত আদামৰ কণ্ঠৰ পৰা যি না'ৰা ওলাইছিল, জুইৰ মাজত বহি হাঁহি হাঁহি ফিৰাউনৰ মুখলৈ চাই ইব্ৰাহিমে যি ধ্বনি তুলিছিল, মহা প্লাৱনৰ বুকুত প্ৰাণীপুঞ্জৰ জীৱন ভাৰ লৈ নূহে যি হাক মাৰিছিল, ওহোদৰ বালিৰ বুকুত; বদৰৰ মৰু প্ৰান্তৰৰ শূন্যহস্ত হজৰত মোহম্মদে (দঃ) যি ধ্বনিৰ অমৰ শক্তিত সহস্ৰ শক্ৰৰ হাতৰ অস্ত্ৰ খহাই দিছিল, কাৰবালাৰ তপত মৰুত ইমাম হুছেনে এজিদৰ সহস্ৰ সেনানিৰ বুকুত কঁপনি তুলিছিল যি নাৰীয়ে বিশ্বজয়ী তকবিৰ কৈ, সেই প্ৰচীন সেই অমৰ তকবিৰ নিনাদ আজি ভাৰতৰ প্ৰতিটো মুছলিমৰ কণ্ঠত, কলিকতাৰ প্ৰতিটো লেন, প্ৰতিটো গলি ধ্বনিত-প্ৰতিধ্বনিত হৈ উঠিছে এই তকবিৰৰ আকাশ-পৰশা নিনাদত।-ইছলাম আকৌ বাচি উঠিল, মুছলমান আকৌ বাচি উঠিল– না'ৰায়ে তক্‌বিৰ আল্লাহ্ আকবৰ।

না'ৰায়ে তক্‌বিৰ –

লাখ লাখ মুছলমানৰ মিচিল, লাখ লাখ মুছলমানৰ নিৰ্ভীক কণ্ঠৰ অপ্ৰতিহত নিনাদ– জিন্দাবাদ, জিন্দাবাদ, জিন্দাবাদ ...।

নিয়ামতৰ দোকান বন্ধ। মুছলমানৰ আজাদীৰ সাধনাক চূৰ্ণ কৰি দিবৰ কাৰণে, ৰাজনৈতিক শক্তি হিচাপে মুছলমানৰ অস্তিত্ব লোপ কৰি পেলাবৰ কাৰণে বৃটিছ সাম্ৰাজ্যবাদৰ যি ষড়যন্ত্ৰ, তাৰেই প্ৰতিবাদ জনাই তাৰেই প্ৰত্যক্ষ প্ৰতিৰোধৰ সূচনা কৰি মুছলমানে বিপ্লৱী অভিযান চুৰু কৰিছে, তাৰেই প্ৰথম ৰেখা পৰিল ১৬ আগষ্টৰ কপালত।

ৰহজান মাহ। ত্যাগ, সংযম আৰু সাধনাৰ মাহ, শান্তি আৰু ক্ষমাৰ মাহ। এই ৰমজানৰ মহৎ দিন ১৬ আগষ্ট শুকুৰবাৰ।

নিয়ামতৰ মূৰত এটা কপাহী কাপোৰৰ বগা টুপী। গাত সদায় পিন্ধাৰ লগৰ এটা বগা কূৰ্তা, ডিঙিত এখন চিক্ক স্কাৰ্ফ। সুদা হাত, সুদা ভৰি, নতুন জোতা ঈদত কিনিব, পুৰণিযোৰ ফাটি এৰাই গৈছে।

বাপেকক ঘৰ ৰখীয়া থৈ নিয়ামত ওলাই গ'ল। জনসমুদ্ৰৰ মাজত তাৰ ক্ষুদ্ৰ অস্তিত্ব ক'ৰবাত লীন হৈ গ'ল।

না'ৰায়ে তক্‌বিৰ – আল্লাহ্ আকবৰ।

না'ৰায়ে তক্‌বিৰ – আল্লাহ্ আকবৰ।

না'ৰায়ে ত – ক্ – বী – ই –ৰ।

মীৰ্জাপুৰ ষ্ট্ৰীটৰ পৰা শোভাযাত্ৰা বহু দূৰ আঁতৰি গৈছে। প্ৰতিঘৰ মুছলমানৰে ল'ৰা-বুঢ়া, ডেকা-গাভৰু সকলো গৈ শোভাযাত্ৰাত যোগ দিছে। ঘৰত আছে মাত্ৰ তিৰোতা, ৰোগী আৰু শিশুবোৰ।

জগতবাবুৰ আজি ছুটী। বহুত দিনৰ মূৰত আবতৰীয়া ছুটীটো পাই জগতবাবু ৰাতিপুৱাতে ওলাই গ'ল হাওৱাৰ ফালে। ছোৱালীজনী দিব লগা হ'লহি– দৰা এটা বিচাৰ নকৰিলে কি ৰক্ষা আছে? চলি থাকক শোভাযাত্ৰা, মিচিল চলি থাকক হিন্দুস্তান, পাকিস্তান– বিয়া দিব লগা ছোৱালী বিয়া নিদিলে কি চলে? আৰু ছুটী– কেৰাণীৰ জীৱনত ছুটী আৰু ৰামধনু একে বস্তু।

* * *

হঠাৎ শোভাযাত্ৰাৰ কোনোবা এঠাইত জনৰব উঠিল– মাৰপিট লাগিছে।

"মাৰপিট লাগিছে, মাৰপিট লাগিছে" – এক মুহূৰ্ততে কলিকতাৰ ইমূৰৰ পৰা সিমূৰলৈ বাতৰি বিয়পি পৰিল – মাৰপিট লাগিছে, –

ক'ত?

কোনেৰে ক'ব নোৱাৰে।

কোন ফালে?

কোনোৱে নেজানে।

কাৰে কাৰে?

কোনোৱে বুজিব পৰা নাই।

মাৰপিট লাগিছে, মাৰপিট লাগিছে, মাৰপিট– হুলস্থূল, হৈচৈ লাগি পৰিল। চিন্তা, ভয়, উদ্বিগ্নতাত জনতাৰ মুখ উত্তেজিত হৈ উঠিল।

নিয়ামতৰ কাণত পৰিল।

"মীৰ্জাপুৰ ষ্ট্ৰীটৰ ফালেই লগা সম্ভৱ –" কোনোবাই ক'লে।

"মীৰ্জাপুৰ ষ্ট্ৰীটৰ ফালেই লাগিব পায় –" আন এটাই এনেই ক'লে।

"মীৰ্জাপুৰ ষ্ট্ৰীটত লাগিছে –" এটাই কৈ দিলে, মীৰ্জাপুৰ ষ্ট্ৰীটত মাৰপিট লাগিছে। মুহূৰ্ততে এই বাতৰি বিয়পি পৰিল।

না'ৰায়ে তক্‌বিৰ আল্লাহ্ আকবৰ।

পাকিস্তান– জিন্দাবাদ।

নিয়ামত অলপ ৰ'ল। আৰু-তাৰু সুধিলে ক'ত মাৰপিট লাগিছে। তাৰ লগতে একে শাৰীতে আহি থকা এটাই নিশ্চিত সুৰত কৈ দিলে মীৰ্জাপুৰ ষ্ট্ৰীটত।

নিয়ামত ৰ'ল। এবাৰ কিবা এটা ভাবি চালে, তাৰ পিছত উভতি খোজ ল'লে। মীৰ্জাপুৰ ষ্ট্ৰীট, তাৰ দোকান, তাৰ ঘৰ, ল'ৰা-ছোৱালীকেইটা, বাপেক– সি লৰিবলৈ আৰম্ভ কৰিলে।

তাৰ দোকানৰ ওচৰ পাই সি দেখিলে, সেইখিনিত গণ্ডগোল নাই, কিন্তু তাৰ সিফালৰ সিটো গলিতে ভীষণ কোলাহল হৈছে। সি তাৰ ঘৰলৈ দৌৰ দিলে। কোলাহল ক্ৰমাৎ তাৰ ফালেই আগবাঢ়ি আহিছে।

হঠাৎ কোনোবাৰ মাত এষাৰ ঠহৰ কৰে আহি তাৰ কাণত পৰিল – “নিয়ামত ভাই, সি এক প্ৰকাৰ পৰো পৰো হৈয়ে ৰৈ দিলে, ঘূৰি মূৰ তুলি ওপৰলৈ চালে– প্ৰসন্ন! জগতবাবুৰ ভায়েক প্ৰসন্ন!

দৌৰি সি চিৰিয়েদি জগতবাবুৰ ঘৰলৈ উঠি গ’ল। সকলোৰে মুখ বিৱৰ্ণ, ভয়ত শেঁতা পৰা। অস্থিৰ-অসহায় অৱস্থাত জগতবাবুৰ ঘৰৰ আটাইকেইটা প্ৰাণী মুমূৰ্ষু।

“জয়তবাবু কোথায় গিয়া?” নিয়ামতে একো ঠিক কৰিব নোৱাৰি সুধিলে–

“হাওৰাৰ ফালে গ’ল –”

নিয়ামতে ইটোৰ-সিটোৰ মুখবোৰ চালে – বিবৰ্ণ –

“তিনিবাৰ আহিছিল –” ভয়ে ভয়ে জগতবাবুৰ ঘৈণীয়েকে ক’লে– আৰু নিয়ামতৰ মুখৰ ফালে চালে।

“কোন?”

“গুণ্ডাৰ দল।”

“গুণ্ডাৰ দল? ইয়াততো আৰু এক মিনিটো থকা নিৰাপদ নহয়, ব’লা, ওলোৱা –”

“সিহঁত আকৌ আহিছে –”

“চুপ্ –”

টোপোলা-টাপলি, কাপোৰ চুটকেচ বলে-পৰা বস্তুকেইটা লৈ মুহূৰ্ততে আটাইকেইটা চিনাকি পুৰণি ঘৰটোৰ দুৱাৰ মেলি ওলাই আহিল, তিনি বছৰীয়া জগতবাবুৰ কেঁচুৱাটো কোলাত লৈ এহাতে এটি চুটকেছ লৈ নিয়ামত আগবাঢ়িল। কোনোমতে গুণ্ডাৰ দলটোৰে নেপালেহিয়েই হয়।

প্ৰসন্ন বিবুদ্ধি। নীৰৱে আগবাঢ়িছে নিয়ামতৰ পিছে পিছে। নিয়ামতেও ক’ব নোৱাৰে ইহঁতক ক’লৈ লৈ যাব। সি মাথোন ভাবিছে কেনেকৈ এওঁলোকক গুণ্ডাৰ হাতৰ পৰা বচোৱা যাব।

গলিয়ে গলিয়ে ত্ৰস্তপদে ঘূৰি-পকি গৈ নিয়ামতহঁত ওলালগৈ অন্য এটা আলি। এটা একেবাৰেই ঠেক গলিয়েদি কিছুদূৰ গৈ সিহঁত এটা সাধাৰণ ঘৰৰ দুৱাৰমুখত ৰ’লগৈ।

নিয়ামতে অকণো অপেক্ষা নকৰি ব্যস্ত হৈ মাতিলে – “ফজল ভাই– অ’ ফজল ভাই –”

দুৱাৰ মেল খালে।

“অ’, নিয়ামত ভাই –”

“হু, আগে এওঁলোকক ভিতৰলৈ নে, তাৰ পিছত কথা।”

নিয়ামতৰ ইঙ্গিতত জগতবাবুৰ নটা প্ৰাণীৰ পৰিয়ালটো অচিন ফজলৰ ঠেক ঘৰটোৰ ভিতৰত সোমাই পৰিল।

“এওঁলোক কোন?” বিস্মিত নহ’ল যদিও এনেয়ে ফজলে সুধিলে।

"হামাৰা বহিন –"

নিয়ামত যাবলৈ ওলাল। দুৱাৰ-মুখত ৰৈ জগতবাবুৰ ঘৈণীয়েকৰ ফালে চাই ক'লে– "একো ভয় নকৰিবা। মই আকৌ আহিম। ফজলো মোৰ ভাই –"

"আকৌ কেতিয়া আহিবা নিয়ামত ভাই?"

"সেই ফালে গণ্ডগোল ঠাণ্ডা হ'লেই মই আহি তোমালোকক লৈ যামহি, এতিয়া থাকা –"

"প্ৰসন্নও যোৱা, নহ'লে নিয়ামত ভায়ে মালে-বস্তুৰে কেনেকৈ কি কৰিব –" প্ৰসন্নৰ বৌৱেকে ক'লে।

"প্ৰসন্ন? পাৰিবা জানো মোৰ লগত আহিব? নহয়, ব'লা, তেতিয়া মোৰ কিছু বস্তুও লৈ অহা যাব পাৰে।"

বৌৱেকৰ মুখলৈ অনুমতিৰ কাৰণে এবাৰ চাই প্ৰসন্নও ফজলৰ ঘৰৰ পৰা বাহিৰ ওলাল।

নিয়ামতে দুৱাৰ পাৰ হৈ আকৌ এবাৰ ঘূৰিল আৰু ক'লে– "ইয়াত একো ভয় নাই। ফজল ভাই ভি আছে। ময়ো বাবাহঁতক লৈ অলপতে আহি পামহি। এতিয়া যাওঁ।"

প্ৰসন্ন আৰু নিয়ামতৰ খোজ আকৌ ৰাস্তাত পৰিল। ফজলৰ ঘৰৰ দুৱাৰখন বন্ধ হৈ গ'ল।

জগতবাবুৰ ঘৈণীয়েকহঁতক থ'বলৈ নিয়াৰ প্ৰায় কুৰি মিনিটমানৰ পিছতে জগতবাবু আহি ঘৰ ওলালহি। মীৰ্জাপুৰ ষ্ট্ৰীটত গণ্ডগোল হোৱা শুনি জগতবাবু প্ৰাণ লৈ উধাতু খাই আহিছিল। গোটেই কলিকতাত এটা ভয়াবহ আতঙ্কৰ থি-থিয়নি, কাৰো মুখত পানী নাই। হিন্দুৱে মুছলমানক মাৰিছে কাটিছে, ঘৰত জুই দিছে। শিখে মুছলমানক গুলীয়াইছে, কৃপাণৰ ঘাপ বহুৱাই হত্যা কৰি বৰ্বৰ অট্টহাস্য কৰিছে। মুছলমানেও পাৰিতপক্ষে আত্মৰক্ষা কৰিছে, নতুবা কটা-মৰাত যোগ দিছে। নিৰীহ নিৰপৰাধী মানুহ আলিবাটত উন্মত্ত, অধীৰ জনতাৰ হাতত, সুবিধাবাদী গুণ্ডাৰ হাতত আহত, নিহত হৈছে। দিনৰ পোহৰতে নৃশংস হত্যাকাণ্ডৰ উৎসৱ চলিছে সদৰ ৰাস্তাৰ ওপৰত। ভাৰতৰ ভাগ্যই আঁতৰত ৰৈ ক্ৰূৰ হাঁহি মাৰিছে– গোপনে ভাৰতৰ স্বাধীনতা মাইবৰ পাছেদি আহি দিল্লীৰ লালকিল্লাত থিয় হৈ অপমানসূচক হাঁহি মাৰিছে– স্বাধীনতা।

বৃটিছে বুঢ়া আঙুলি জোকাৰি হাঁহি হাঁহি ক'ব লাগিছে– লাগি থাক গান্ধী– লাগি থাক– আৱশ্যক হ'লে কুট বুদ্ধি আমি দিম।

জিন্না লাগি থাক ...। তৰোৱাল লাগিলে আমি দিম।

জগতবাবু প্ৰায় লৰি অহাদিয়ে আহি ঘৰ সোমালগৈ। ঘৰৰ খোলা দুৱাৰ আৰু শূন্য ভিতৰখন দেখি জগতবাবুৰ মূৰ ঘূৰি গ'ল। গাটো এটা ভয়ত জিন্ জিন্ কৰিবলৈ ধৰিলে। চাৰিওপিনে বিশাল আন্ধাৰে যেন তেওঁক ঘেৰি ধৰিছে।

জগতবাবুৱে যিমান তৰাতৈয়াকৈ পাৰে ঘৰটোৰ চুককোণ সকলো চালে, বিশেষ একো নাই। পৰি থকা ডাঙৰ বাকচটোৰ দুৱাৰখন মেল খাই আছে।

ৰান্ধনিশাললৈ গ'ল। ডেক্‌চি, চচপেন সকলো থান-বান হৈ পৰি আছে।

তললৈ চালে। কোনো নাই। এক মুহূৰ্তৰ কাৰণে তেওঁৰ মূৰটো বৰ বেছি ঘূৰোৱা যেন পালে।

আকৌ এবাৰ ঘৰটোৰ কেউকোণ চাই এক প্ৰকাৰ দৌৰিয়ে জগতবাবু ওলাই আহিল। আৰু বলিয়াৰ দৰে খোজ ল'লে। প্ৰায় পোৱা মাইল দূৰত সিটো গলিত জগতবাবুৰ ঘৈণীয়েকৰ এক বান্ধবী আছিল, কিজানি তালৈকে গ'লগৈ। এক মুহূৰ্তও নৰৈ জগতবাবুৱে তালৈ দৌৰ দিলে। পিয়াহত জগতবাবুৰ ডিঙিটো শুকাই গৈছে। নিয়ামতৰ দোকানলৈ চালে— বন্ধ। অকণো নৰৈ জগতবাবু আগবাঢ়িল।

অলপ দূৰতে আন এটা গলিত তেতিয়া চলিছে হত্যাৰ বীভৎস তাণ্ডৱ, চিঞৰ-বাখৰ, কোলাহল, কটা-মৰা। না'ৰায়ে তক্‌বিৰ নাই, জয় হিন্দ নাই, বন্দেমাতৰমো নাই। মানুহে মানুহ কটাৰ, ভায়ে ভাই কটাৰ অপূৰ্ব আনন্দ উঠিছে মহানগৰী কলিকতাৰ বুকুত।

জগতবাবু আগবাঢ়িল, মনত লাগিল ঠিক তালৈকে তেওঁলোক নিশ্চয় গৈছে। আৰু যাব ক'লৈ? –

নিয়ামত আৰু প্ৰসন্ন আহিল। নিয়ামতৰ ভয়ত পেপুৱা লাগি আধামৰা হৈ থকা পৰিয়ালটোক তৰাতৈয়াকৈ ঘৰৰ পৰা বাহিৰ উলিয়ালে। পাণৱালাৰ ঘৰৰ যি অলপ লামলাকটু আছিল, তাৰো যি পাৰে কাষে কাণে ল'লে।

হত্যাকাৰী গুণ্ডাৰ দলটোৰ বিকট মাতটো ওচৰ চাপি আহিছে। আৰু এক মিনিটো পলম কৰিবৰ সময় নাই। কোনে কাক কাটে ঠিক নাই। উন্মত্ত জনসমুদ্ৰক কোনে প্ৰতিৰোধ কৰিব?

নিয়ামতহঁত আহি তাৰ দোকানৰ ওচৰ পালেহি। হঠাৎ নিয়ামতৰ মনত পৰিল তাতে তাৰ ভালেমান বস্তু থাকিল।

সি ঘূৰিল আৰু প্ৰসন্নলৈ চাই ক'লে, "প্ৰসন্ন ভাই। দোকানতে মোৰ কিছু মাল থাকিল। তুমি বাবাহঁতক লৈ তালৈকে ব'লা, মই যি পাৰো অলপ দামী মাল লৈ পিছতে ওলামগৈ।"

"বেছি দেৰি নকৰিবি গুণ্ডাদল এইফালেই আহিছে। যি পাৰ লৈ গুচি আহিবি" বাপেকে ক'লে আৰু অপেক্ষা নকৰি প্ৰসন্নৰ লগতে আগবাঢ়িল, অলপ পিছতে এটা গলিৰ মূৰত সিহঁত অদৃশ্য হৈ গ'ল।

* * *

জগতবাবু ঘূৰি আহিল। তেওঁ বিচাৰি যোৱাত কোনোৱেই নাই। পৃথিৱীখন জগতবাবুৰ গাৰ ওচৰৰ পৰা ক'ৰবালৈ আঁতৰি যোৱা যেন লাগিল। আকাশখন যেন নামি আহি জগতবাবুক হেঁচা মাৰি ধৰিছেহি। আকৌ জগতবাবু আগবাঢ়িল নিজ ঘৰৰ ফালে।

"ক'ত গৈছিল জগতবাবু –" বিশ্বেশ্বৰ কবিৰাজৰে ভেটাভেটি হৈ দুৱো ৰৈ দিয়াত, কবিৰাজে সুধিলে।

"চব শেষ হৈ গৈছে –" কান্দা মাতেৰে কবিৰাজৰ মুখলৈ কোনোমতে চাই জগতবাবুৱে ক'লে।

"ৰাস্তাতেই নেকি –" কবিৰাজে সুধিলে।

"কি ৰাস্তাতেই নেকি?" বিস্ময়েৰে চকু দুটা মেলি দি জগতবাবুৱে সুধিলে।

"কিয় নিয়ামতৰ লগত পঠিয়াই দিয়া নাছিলা জানো?"

"নিয়ামতৰ লগত, কাক? আপুনি ক'ত দেখিলে?" ব্যগ্ৰ, অধীৰ হৈ জগতবাবুৱে সুধিলে।

"তোমাৰ লগততো নিয়ামতৰ খুব দোস্তি আছিল। কিন্তু আজি কি আৰু হিন্দু-মুছলমানৰ দোস্তি আছে। নিয়ামতোতো মুছলমান দেচুৱালী গুণ্ডা।"

কবিৰাজে কথা শেষ কৰিবলৈ নেপালে, বলিয়াৰ দৰে জগতবাবুৱে দৌৰি আৰম্ভ কৰিলে– নিয়ামতৰ ঘৰ।

নিয়ামত মুছলমান– নিয়ামত দেচুৱালী গুণ্ডা– নিয়ামত– নিয়ামত –

উঃ গুণ্ডামি কৰিবৰ কাৰণে বাৰু চলটো চাই আছিল সি। সকলোকে কাটিলেনে বাৰু? সকলোকে? তাৰ অকণমান তিনি বছৰীয়া কেঁচুৱাটোকোনে? •

জগতবাবুৰ মূৰ আৰু ভৰিৰ ঠিকনা নোহোৱা হ'ল। নিয়ামত মুছলমান, নিয়ামত গুণ্ডা! উঃ!!

হঠাৎ এবাৰ জগতবাবুৱে সিফালৰ পৰা অহা মানুহ এটিৰ লগত খুন্দা মাৰিলে। কিন্তু উভতি নেচাই আকৌ আগবাঢ়িল।

– নিয়ামত – নিয়ামত গুণ্ডা – মুছলমান। জগতবাবুৰ খং উঠি আহিল। কাণ-মূৰ গৰম উঠিল। নিয়ামত মোৰ শত্ৰু, মুছলমান হিন্দুৰ শত্ৰু। প্ৰতিশোধ লাগে। উঃ মোৰ পূৰবী। প্ৰসন্নটোৱে একো কৰিব নোৱাৰিলেনে?

জগতবাবু আহি নিয়ামতৰ পাণৰ দোকানৰ ওচৰ পালেহি। দোকান খুলি নিয়ামতে ততাতৈয়াকৈ চৰ্টা, আঙঠি যি পাৰে টোপোলা বান্ধিছে। শেষবাৰৰ কাৰণে দোকানত কি আছে চাই ল'বৰ কাৰণে চকু ফুৰাই তাৰ চকুত পৰিল বন্ধাই থোৱা জিন্নাৰ ছবিখন। এক মিনিটো ন'বৈ বছীডাল টান মাৰি ছিঙি সি জিন্নাৰ ছবিখন বুকুত সুমাই লৈ, টোপোলাটো তুলি ল'ব ধৰোঁতেই, অতৰ্কিতে তাৰ মূৰত পৰিল এটা কোব, একে কোবে উঃ কৰি সি ঢাল খাই পৰি গ'ল। হাতত থকা চ'ডাৰ বটলটোৰে জগতবাবুৱে গাৰ বলেৰে আৰু এটা কোব শোধাই দিলে। নিয়ামত বাগৰি পৰিল। মূৰ

ফাটি জৰ্‌জৰ্‌ কৰে তেজ ওলাই তাৰ দোকানৰ মাল, আলিবাটৰ ধূলি আৰু বুকুত সাবটি ধৰি থকা জিন্নাৰ ছবিখন ৰাঙলী হৈ গ'ল। খণ্ডত অধীৰ হৈ জগতবাবুৱে নিয়ামতৰ কেউফালে ঘূৰি ফুৰিব ধৰিলে।

এক মিনিটমানৰ মূৰত অলপ সংজ্ঞা পাই নিয়ামতে চকু দুটা মেলিলে। জগত্‌বাবু, হাতত চ'ডাৰ বটলটো বেছি জোৰেৰে সাবটি ধৰি তাৰ ফটা মূৰটোৰ ওচৰ চাপি গ'ল। নিয়ামতে জগতবাবুৰ মুখলৈ চালে। জগতবাবুৰ মুখখন বিৱৰ্ণ। চকু দুটা শঙ্কিত, চঞ্চল।

লাহে লাহে সেহাই সেহাই নিয়ামতে কিবা এটা ক'ব খুজিলে। জগতবাবু তাৰ মুখৰ ওচৰ চাপি গ'ল।

"তেওঁলোক – তেওঁলোক ফজল ভাইৰ তাত আছে। চীৎপুৰ ৰ'ডত –"

তাৰ মূৰৰ পৰা আৰু বেছিকৈ তেজ বৈ আহিবলৈ ধৰিলে।

"ক'ত?"

কিন্তু জোৰ কৰিও নিয়ামতে আৰু মাতিব নোৱাৰিলে।

হঠাৎ বিজুলী বেগেৰে মিলিটাৰীৰ এখন বাছ আহি নিয়ামতহঁতৰ ওচৰত ঘৰঘৰ কৰি ব্ৰেক টানি ৰৈ দিলে। জগতবাবুৱে তেজ বৈ থকা নিয়ামতৰ ওলমি যোৱা মূৰটো কান্ধত পেলাই লৈ নিয়ামতক দাঙি একাষলৈ নিব খুজিছিল। অকস্মাৎ বাছৰ পৰা গোৰা মিলিটেৰীৰ ৰিভলভাৰৰ বুকুৰ পৰা ওলাই আহিল এটা কঠিন শব্দ– গুৰুম্‌।

বাছখন গুচি গ'ল। বগা মিলিটেৰীয়ে বিজয়ৰ এটা কিৰিলি পাৰিলে।

নিয়ামতৰ দোকানৰ আগৰ বগা ধূলিখিনি দুই ভাইৰ তেজেৰে ৰাঙলী হৈ উঠিল।

জিন্নাৰ ছবিখন তেতিয়াও নিয়ামতৰ বুকুত।

# অৰ্থহীন

জীয়াই থকা, জীয়াই থাকিব লাগে। ঘৰৰ ভিতৰত, বাহিৰত ভৈয়ামত, পৰ্বতত, য'তে-ত'তে থাকি জীয়াই থাকিব লাগে। জীৱনটো হাতত পাইছো যেতিয়া অস্ত্ৰোপচাৰ কৰাই, তিতা-তিতা ঔষধৰ চিচা শেষ কৰি, মৰণৰ পোকে কুটি-কুটি খোৱা জীৱনৰ খহি-যোৱা ভেটিটোত ধৰি কেৱল জীয়াই থাকিব লাগে। ঘৰত নোৱাৰিলে বাহিৰলৈ যোৱা, জীয়াই থাকিব লাগে। বাহিৰত থাকিব নোৱাৰা, ৰ'দ সহিব নোৱাৰা, ক'ৰবাৰ অচিন অজান পাহাৰী স্বাস্থ্যনিবাসলৈ যোৱা– জীয়াই থকা তোমাৰ কৰ্তব্য– জীৱনৰ ওচৰত বাধ্য-বাধকতাৰ কাৰণে নহয়, পিতৃ-মাতৃৰ অনুযোগ, ডাঙৰ ককাইজনৰ আদেশ, ওচৰ-চুবুৰীয়াৰ ঐকান্তিক ইচ্ছা! য'তে হওক, যেনেকৈয়ে হওক, পৃথিৱীৰ কোনোবা চুকৰ কোনো এটা নজনা দ্বীপত থাকি কোনোবা এটা বৰফে-ঢকা পৰ্বতত থাকি তুমি মাত্ৰ জীয়াই থাকা, মৰিবৰ অধিকাৰ তোমাৰ নাই। মৰণৰ পৰা তুমি পলোৱা, তিতা-তিতা নীলকণ্ঠ খাই তোমাৰ জীৱনৰ বতাহখিনি বিষাক্ত ৰি দিয়া, যাতে মৰণ সেই বিষাক্ত বায়ুৰ গোন্ধ পাই দূৰতে পলাই যায়। যদিওবা জীয়াই ৰখা দেহাটোৰ কোনোবা এঠাইত মৰণৰ নখ লাগি ঘা হৈছে, তাকো হয় কষ্টিকেৰে দাগি দিয়া, নহ'লেবা সেই ডোখৰকে কাটি পেলাই দিয়া, আৰু জগতৰ আগত চিঞৰি কোৱা– "মই জীয়াই আছো, এয়ে মোৰ জন্ম লোৱাৰ সাৰ্থকতা।"

জৰঘীয়া ঔষধ ভৰা দুপালি খোৱা ঔষধৰ বটলটো হাতত লৈ কেতিয়াবা ৰৈ যাও। এবাৰ গণনা শক্তিৰহিত মগজুখিনিৰেই এনেদৰে খাই শেষ কৰা নানা বৰণীয়া ঔষধবোৰৰ এটা হিচাপ কৰো; নিচেই কমেও এনেকুৱা ছকুৰি সেৰ ঔষধৰ পানী পেটত সুমাইছো– জীয়াই থাকিবৰ কাৰণে। খাবৰ কাৰণে বেয়া লগা হ'লেও! অকণো নলগাকৈ, চকু মুদি, বমি নাহিবৰ কাৰণে হাতত স্মেলিং শ্বলটৰ বটলটো আগতে যোগাৰ কৰি লৈ পি যাওঁ, নিৰ্বিকাৰভাৱে। জানো, ই মোৰ একো কৰিব নোৱাৰে, তথাপি খাবই লাগিব– ডাক্তৰৰ আদেশ। ঔষধ খায়েই মৰণে কাঢ়ি নিব খোজা জীৱনটোক লুকুৱাই ৰাখিব লাগিব, ঔষধৰ এই বড়িবোৰেৰে জীৱনৰ সোঁতটোত ভেটা দি, বান্ধ দি মৰণৰ নাওখন আগলৈ উজাই আহিব নোৱাৰা কৰি দিব লাগিব, চিচাৰ এই পানীবোৰেৰে জীৱনৰ সোঁতত জোৱাৰ তুলি মৰণৰ নাওখন ওভতাই পঠাব লাগিব। কেৱল জী থাকিবৰ কাৰণে। তথাপি যেন জীয়াই থকাটোৱেই হৈ নুঠে, শত সাধ্য-সাধনা সত্ত্বেও জীৱনটো হাতৰ আঙুলিৰ বিন্ধাৰ মাজেদি মনে মনে সৰকি পৰিব খোজে। এক মুহূৰ্তও জীৱনটোৰ কাৰণে নিশ্চেষ্ট হৈ থাকিব নোৱাৰো। ঔষধ খোৱা জীৱনটোক ভেটি ৰখা আৰু জোৱাৰৰ সোঁতত মৰণৰ আগবাঢ়ি অহা নাওখন উটাই দিয়া– তাৰে আয়োজনত ব্যস্ত। দূৰৰ পৰা হয়তো মৰণে হাঁহে!

আজি সোতৰ দিন। দাৰ্জিলিঙৰ বৰফে-ঢকা পাহাৰৰ টিংবোৰ চাই চাই কটাই দিছো। সেউজীয়া গছ-পাতবোৰত জীৱনৰ এটা সজীৱতা আছে, ক'ৰবাৰ ওখ বৰফ এডোখৰক চুই বাগৰি অহা বতাহজাকত জীৱনৰ এটা শীতল উদ্বেগ আছে। মোৰ ভাৰালোৱা ঘৰটোৰ চাৰিওফালে এটি জীয়াই থকাৰ ৰিৰিয়নি আছে। ভালেই লাগিছে।

ডাক্তৰ নাই, ঔষধ কিন্তু এতিয়াও খাই থাকিব লাগে। ঔষধৰ কথা মনত পৰিলেই জীৱনৰ কাৰণে নিশ্চেষ্ট হৈ পৰো, মৰিমৰ মন যায়– ঔষধ খাই আৰু নো কিমান দিন জীয়াই থকাৰ অভিনয় কৰিম? জীৱনটো শেষ নোহোৱা বৰ দীঘল দাৰ্জিলিং পাহাৰৰ মাজে মাজে অকাই-পকাই যোৱা ৰেল লাইনটোৰ দৰে দীঘলীয়া যেন লাগে, ঔষধ, জীৱন আৰু ডাক্তৰৰ প্ৰেচ্‌ক্ৰিপছন্। ইমান যে পুৰণি।

তথাপি অভিযোগ নেখাটে, জীয়াই থাকিবৰ কাৰণে দাৰ্জিলিং কিয়, আৱশ্যক হ'লে গ্ৰীণলেণ্ডৰ বৰফৰ মাজতো সোমাই থাকিব লাগিব। আৰু ইয়াত যে মই জীয়াই থাকিবলৈ আহিছো!

তথাপি পৰিৱৰ্তন। মাজে মাজে কেতিয়াবা ভাল লাগে। বেলি ওলোৱাৰ আগতে ভাইটোৱে বিছনাৰ পৰা উঠাই দিয়ে। মুখ-হাত ধুয়ে এগিলাচ গৰম গাখীৰ খাও, তাৰ পিছত ঘৰৰ বাহিৰলৈ ওলাই আহো। বহুত নামনিত, পাহাৰৰ মাজেদি, কোনোবা এজোপা গছৰ পাতৰ মাজেদি ক'ৰবাৰ এটা বনৰীয়া চৰাইৰ মাতত সাৰপাই উঠা ৰঙা বেলিটোৰ পোহৰবোৰ পূব আকাশত বিয়পি পৰে। তাত দেখো ৰক্তিম এটি জীৱনৰ উন্মাদনা। পৃথিৱীখনক পাহৰি যাবৰ মন যায়! প্ৰাণটো বেলি ওলোৱা সেই নাম নজনা পাহাৰটোলৈ লৰি যাবৰ কাৰণে বলিয়া হৈ উঠে। মুহূৰ্তৰ কাৰণে জীয়াই থকাৰ এটা উগ্ৰ কামনাই মোক অতিষ্ঠ কৰি তোলে। গোটেই পৃথিৱীখন, নতুন, ধুনীয়া, অসীম যেন লাগে।

চকীখনত বহি চাই থাকো। পাহাৰটোৰ নীৰৱতাত খুন্দা খাই চেঁচা বতাহজাকে, আৰু এটা শব্দ কৰি উঠে। বেলিৰ পোহৰত ৰাঙলী হৈ উঠে বৰফবোৰ, বতাহজাক আৰু মোৰ ঘৰৰ শিলটোৰ কাষত গজা বনৰীয়া ফুলজোপা। ভাইটোৱে ঔষধপাতি বাকি লৈ আহে। ভিতৰৰ টেবুলখনত বটল আৰু গিলাচৰ ঘুটুং-ঘাটাং শব্দ শুনিয়ে বুজি উঠো আকৌ জীয়াই থাকিবৰ হ'ল। কোনো প্ৰতিবাদ নকৰো। সি ভালকৈ দিবলৈ নৌ পাওতেই তাৰ হাতৰ পৰা ঔষধৰ সৰু গিলাচটো টানি লওঁ আৰু একে শোহাই পি শেষ কৰি দিওঁ। সি একো মাতিবৰ সুবিধা নেপায়।

বহাৰ পৰা উঠি পৰো! আকৌ পুৰণি বেলিটোক আৰু পুৰণি যেন লাগি যায়।

মোৰ খোৱাৰ কাৰণে ভাবিব নেলাগে। ভাত খাবলৈ নিদিয়ে। কেৱল ফল-মূল আৰু অলপ পাতল আহাৰীয়। ভাইটোৱে মোৰ তাৰ পৰা প্ৰায় এমাইল দূৰত হোটেল এখনত ভাত খাই আহে। তাৰ অনুপস্থিতিৰ সময়টোত মোৰ ভাল লাগে। মোৰ জীৱনৰ মকুতামণিক সুমুৱাই থোৱা ঘৰটোৰ দুৱাৰমুখত থিয় দি সিও পহৰা দিয়ে, যাতে মৰণ কেনেবাকৈ ভিতৰ সোমাব নোৱাৰে, মোৰ জীৱনটো কাঢ়ি নিব নোৱাৰে। কেতিয়াবা

টেবুলৰ ওপৰত থিয় কৰি থোৱা ঔষধৰ বটলটোৰ দৰে ভাইটোকো এটা অনাৱশ্যক বটল যেন লাগি যায়। দুয়োটাই যেন মোৰ জীৱনৰ দুৱাৰত পহৰা দি কেৱল মৰণক বাধা দিবৰেই প্ৰয়াস পাইছে– ঔষধৰ বটলটো আৰু ভাইটো।

দাৰ্জিলিঙৰ জোনাক। বগা বগা বৰফবোৰৰ ওপৰত বগা বগা জোনৰ পোহৰবোৰ পৰি বিয়পি যায়। জোনাকসনা নীলা আকাশখনৰ বুকুৰেদি বৰফৰ দৰে বগা টুকুৰা মেঘবোৰ উৰি মোৰ গাৰ ফালে আগবাঢ়ি আহে। চৌদিশে অনিবাৰ্য নীৰৱতা মোৰ গাৰ ফালে আগবাঢ়ি আহে। চৌদিশে অনিবাৰ্য নীৰৱতা শব্দহীন সৌন্দৰ্যৰ ৰূপালী আলিস্পনা। পৃথিৱীখন বৰ মুকলি যেন লাগে, ১আকাশখনৰ সীমা নাইকিয়া যেন লাগে, পৃথিৱীৰ বুকুত যেন আছে কেৱল এটা পাহাৰ১– ধুনীয়া বৰফেৰে ঢকা এটা পাহাৰ। আৰু নাই। আৰু কোনো নাই। ক'ৰবাৰ পৰা কিবা এটা মিঠা মাত জোনাকবোৰৰ মাজেদি ওপঙি আহি মোৰ কাণত পৰেহি। কাণপাতি শুনো। মাতটো যেন পোহৰবোৰৰ পৰাই আহিছে– এনে লাগে।

বাহিৰত অকলেই বহি থাকো। ভাইটোৱে মোক সোনকালে শুবলৈ কৈ শুই পৰে। শূন্যৰ মাজেদি ওপঙি যোৱা জোনটোৰ ফালে চাই চাই বহি থাকো। জোনাকসনা বৰফবোৰৰ মাজত চকুৰ চাৱনি হেৰুৱাই দি অলপ সময়ৰ কাৰণে জীয়াই থকাৰ গোটেই কথাটোকে পাহৰি যাওঁ। মোৰ হৃৎপিণ্ডৰ সৰু সজাটোৰ বাহিৰেও বাহিৰৰ এই বহল পৃথিৱীখনৰ কোনোবা এঠাইতো যেন মুকলি এটি প্ৰাণ আছে। জোনাকৰ সেই চিৰন্তন প্ৰাণটো, চিৰন্তনীৰ সেই ভাষাহীন জীৱনটো। মোৰ ৰোগে খোৱা জীৱনটোক ধৰি ৰাখিবলৈ কৰা চেষ্টা-প্ৰচেষ্টাবোৰৰ কাৰণে হাঁহি উঠে।

"ৰাতি বহুত হ'ল, শুবৰ হোৱা নাইনে?" – টোপনিৰ পৰা সাৰ পাই ভাইটোৱে চিঞৰি উঠে। নিৰ্বিবাদে ভিতৰলৈ সোমাই আহো, আকৌ সেই জীয়াই থাকিবৰ কাৰণে সতৰ্কতা। বাহিৰৰ পোহৰৰ গোটেই পৃথিৱীখন বাহিৰতে এৰি, চকু মুদি অন্ধকাৰ ঘৰটোৰ মাজত শুই পৰো। ...

ভাইটো ওলাই গৈছে। হাতেৰে সৰু লাঠিডাল লৈ এখোজ-দুখোজ কৰি মোৰ ঘৰটোৰ পৰা পাহাৰৰ সৰু খটখটিটোৰেদি তললৈ নামি আহিছো। ইচ্ছা– সি নেথাকোতেই অলপ ফুৰো, সি আহি পালে জোখতকৈ এখোজো বেছি যাবলৈ নিদিয়ে!

নতুন পাঞ্জাবীটো পিন্ধিয়েনেকি গাটো অলপ ভাল লাগিছে। খটখটিয়েদি তললৈ নামি গৈছো। কুৰি খাপমান নামিলেই আকৌ এডোখৰ পাহাৰী সমতল পোৱা যায়। ভাবিলো আজি সিমানলৈকে যাম। বেছি গ'লে নিজৰেই বেয়া। আঠ খাপমান নামিছো, এনেতে কাৰবাৰ মাত এষাৰ শুনি বৈ গ'লো, ভাবিলো ভাইটো। তাঁলৈ ভয় লাগিল, তাৰ অনুপস্থিতিৰ সুযোগ পোৱাৰ কাৰণে সি এতিয়া জকমকাই উঠিব। ভয়টো বুকুতে বান্ধি এবাৰ তলৰ ফালে চালো। ভাইটো নহয়, অন্য কোনোবাহে। মোৰ ফালেই উঠি আহিছে। বাট হেৰুৱালে নিশ্চয়, নহ'লে মোৰ ইয়াত ওলাবহি কিয়? ব'লো।

এজন প্ৰায় চল্লিশ-পঞ্চল্লিশ বছৰীয়া ভদ্ৰলোক, আৰু এজনী গাভৰু। দুয়োৰে সুদা হাত। ছোৱালীজনীৰ হাতত ধৰি ধৰি ভদ্ৰলোকজন ওপৰলৈ উঠি আহিছে।

তেওঁলোক ওপৰলৈ মূৰ তুলি মোৰ ফালে চালে। মই তেওঁলোকতকৈ প্ৰায় চাৰি হাতৰ ওপৰত। দুয়ো নমস্কাৰ জনালো। হাতত লাঠিডালেৰে সৈতেই প্ৰতি-নমস্কাৰ জনালো। দুয়োকো ওপৰলৈ মাতি আনিলো।

বাহিৰতে থকা চকীখনত ভদ্ৰলোকজনক বহিবলৈ দি ভিতৰৰ পৰা ইখন চকীও উলিয়াই আনি গাভৰুক বহিবলৈ অনুৰোধ কৰিলো। গাভৰুৱে বুজিলে মোৰ ঘৰত আৰু চকী নাই। গাভৰু নবহিল, মাত্ৰ মোকহে বহিবলৈ টানি কৈ নিজে ভদ্ৰলোকজনৰ পিছফালে চকীখনত ধৰি থিয় দি ৰ'ল।

দুয়ো বঙালী। পৰিচয় লৈ বুজিলো ভদ্ৰলোকজন গাভৰুৰ বাপেক, কলিকতাত ঘৰ, যথেষ্ট আয়-উপাৰ্জন আছে। শৰীৰৰ অসুস্থতাৰ কাৰণে কাম-কাজ এৰি দিছে যদিও, কলিকতাৰ কোনোবা এটি ষ্ট্ৰীটত এখন ডাঙৰ দোকান আছে, অৱশ্যে ব্যৱসায় তেওঁ নিজে নকৰে, তেওঁৰ এজন ভতিজা পুতেকে চলায়।

মানুহজনৰ মুকলি কথা-বতৰাৰ পৰা বুজিলো মানুহজন সৰল, নহ'লে ঘৰৰ ভিতৰুৱা খবৰ অতি কম মানুহেইহে আনৰ আগত কয়। তেওঁলোকে ক'লে যে তেওঁলোকে বৰ্তমান মোৰ দক্ষিণফালৰ পাহাৰটোতে থাকিবলৈ লৈছে। বেছি দূৰ নহয়।

ময়ো মোৰ ৰোগ আৰু যাৱতীয় আৱশ্যকীয় কথা তেওঁলোকক ক'লো। আৰু সোনকালে যে দাৰ্জিলিঙৰ পৰা আহিবৰহে মন গৈছে তাকো ক'লো।

"আপুনি দেখোন ভাল হোৱাই নাই। ইমান সোনকালে কিয় গুচি যাবলৈ খুজিছে।" মাৰ্জিত বঙালী ভাষাৰে ধীৰভাৱে গাভৰুৱে সুধিলে আৰু মোৰ শেঁতা পৰি বগা হোৱা মুখখনৰ ফালে চাই ৰ'ল।

পাতলকৈ হাঁহি ক'লো, "ভাল যে নাই হোৱা সেইটোনো আপুনি কেনেকৈ বুজিলে?"

গাভৰুৱে কিজানি এজন সদ্য-পৰিচিত ৰোগীৰ পৰা এনে প্ৰশ্ন আশা কৰা নাছিল, তথাপি অপ্ৰস্তুত হোৱাৰ কোনো চিন নেদেখুৱাই ক'লে— "ভাল হৈছে নিশ্চয়, দাৰ্জিলিঙে ভাল কৰিব নোৱাৰিলে কিহে কৰিব? কিন্তু নিৰাময়ৰ কাৰণে আহিছে যেতিয়া, একেবাৰে আৰোগ্য হৈ যোৱাই ভাল। একেবাৰে ভাল হৈ গ'লে পিছত আকৌ অসুখ হোৱাৰ সন্দেহ নাথাকে, নহয় জানো।"

"কিন্তু কেইদিনমান বেছিকৈ জীয়াই থাকিবৰ কাৰণে এনেকৈ পাহাৰ-পৰ্বত বগাই দেশ-বিদেশে ঘূৰি ফুৰি মৰণৰ আগে আগে আৰু কিমান দৌৰিব?"

গাভৰুৱে সন্দেহৰ চকুৰে মোৰ মুখলৈ চালে আৰু মোৰ মুখৰ পাতল উদাস হাঁহিটো দেখিয়ে হ'বলা, নিজেও হাঁহি ক'লে, "অ' এইটো আপোনাৰ বিদ্ৰোহ তেন্তে? জীয়াই থাকিব নোৱাৰি জীৱনৰ ওপৰত প্ৰতিশোধ ল'ব খুজিছে।"

"বিদ্ৰোহ নহয়, পৰাজয়। জীৱনৰ ওচৰত পৰাস্ত হৈ, পৰাজয়ৰ জুমুথিটোত সাবটি ধৰিছো আৰু সঁচাকৈয়ে, লোকৰ কাৰণে নো আৰু কিমান দিন ঔষধ খাই জীয়াই থাকিম।"

"লোকৰ কাৰণে?" আচৰিত হৈ গাভৰুৱে ক'লে।

"এৰা নিজৰ কাৰণে বাচি থাকিবলৈ মোৰ সমূলি ইচ্ছা নাই, কিন্তু ঘৰত কোনোৱে নেৰে। মই জীয়াই থাকিবই লাগিব। নিৰুপায়ত পৰি –"

ভদ্ৰলোকজনে হাঁহিলে আৰু মোৰ কথা শেষ হ'বলৈ নিদিয়াকৈয়ে ক'লে, "কঠিন বেমাৰ হ'লে সকলোৰে আৰোগ্য হোৱাতকৈ মৰাটোকে সহজ যেন লাগে। কিন্তু সামান্য এটা ৰোগৰ ওচৰত হাৰ মনা উচিত জানো?"

"হাৰ নামানি যুদ্ধই কৰিলো জেনিবা, আৰু যুদ্ধত হয়তো জিকিলোও, কিন্তু তাৰ অলপ দিনৰ পিছতে বেমাৰ নোহোৱা মৃত্যুটো যেতিয়া আহে, তেতিয়া ৰোগৰ লগত কৰা এই যুদ্ধখনৰ কাৰণে আমি নিজৰ ওচৰতে হাঁহিয়াতৰ পাত্ৰ নহওনে?"

"জীয়াই থকাটোক যি ভাল নেপায়, তেওঁৰ কাৰণে ঔষধ নাই। কিন্তু জীয়াই থাকো বুলিলে স্বাভাৱিক মৰণৰ বাহিৰে অন্য একোৱে একো কৰিব নোৱাৰে।" গাভৰুৱে ক'লে।

ভাইটো আহিল। তাৰ হাতত এথোপা ভাল গোন্ধোৱা ফুল– সি প্ৰায়েই মোৰ কাৰণে ফুল লৈ আহে, ফুল মই ভাল পাওঁ, তদুপৰি ডাক্তৰৰ আদেশ।

অতিথিক সি নমস্কাৰ জনালে। পৰিচয় কৰি দিলো। দুই-চাৰি আষাৰ কথা পতাৰ পিছত সি সুধিলে, "মোৰ দৰব খোৱা হ'লনে নাই।" নিৰ্বিকাৰভাৱে ক'লে, "নাই খোৱা।" ভদ্ৰতা ৰক্ষা কৰি সি খং নকৰিলে। মাত্ৰ ক'লো, "সময় দেখোন কেতিয়াবাই পাৰ হৈ গ'ল।"

ভদ্ৰলোকজন আৰু গাভৰু দুয়ো যাবলৈ উঠিল। আকৌ মাজে-সময়ে লগ পাবৰ ইচ্ছা জনাই বিদায় দিলো। যাবৰ সময়ত গাভৰুৱে ভাইটোক কৈ গ'ল, "দৰৱ নিয়ম মতে খুৱাবা নিজৰ কাৰণে হেনো ককায়েৰাৰ বাচিবৰ ইচ্ছা নাই, অন্যৰ কাৰণেই বচাই ৰাখক –"

মাজে মাজে তেওঁলোক আহে, গাভৰুৰ কথাৰ পৰা বুজিব পাৰো ভাইটোও তেওঁলোকৰ তালৈ যায়, অৱশ্যে ভাইটোৱে এই বিষয়ে মোৰ আগত একো নকয়।

"আপোনালোক আজি কেইবাদিনো আমাৰ এইফালে অহা নাই, মই ভাবিলো কিজানি গ'লৈগে নেকি?" গাভৰুক কওঁ, গাভৰুৰ সাধাৰণ মতা নাম পভি, আচল নামটো বোধকৰো প্ৰভাৱতী বা তেনে কিবা। সুধিলত মাত্ৰ ক'লে যে মৰিবলৈ বাটচাই থকা মানুহৰ পৰা তেওঁ চাৰ্টিফিকেট নিবিচাৰে, গতিকে আচল নামটো তেওঁ মোক নকয়।

পভিয়ে ক'লে, "আপোনাৰ দৰেতো সকলোৱে মৰিবৰ কাৰণে দাৰ্জিলিঙৰ নিচিনা ঠায়ো এৰি ঘৰৰ চুকলৈ লৰ মাৰিবলৈ জঁপিয়াই নেথাকে। এই পাহাৰত জীয়াই থাকিবলৈ যিমান ভাল, মৰিবলৈ তাতোকৈ বেছি ভাল। মোৰ কেতিয়াবা মন যায়,

কোনোবা প্ৰভাতত, নাইবা কোনোবা জোনাক নিশাত যেন মই এই দাৰ্জিলিঙৰ বৰফে ঢকা পাহাৰ এটাৰ ওপৰত শুই আকাশৰ ফালে চাই চাই মৰি থাম।”

“পিছে কেতিয়াবা মৰিছেনে?” হাঁহি মই সোধো। নিজৰ আবেগসনা উত্তেজনা প্ৰকাশ কৰি দি অলপ লাজ পায়ে হ’বলা গাভৰুৱে ক’লে, “নহয়, মাত্ৰ আপোনাৰ দাৰ্জিলিং এৰি ঘৰলৈ যোৱাৰ খকটো দেখিহে কৈছো।”

“আপোনালোক কিন্তু ইয়ালৈ অহা নাই, এইটো ঠিক –”

“নানা অসুবিধাৰ কাৰণেহে আহিব পৰা নাছিলো। দেউতাৰো সিদিনা বেমাৰে জোৰ কৰিলে, মই একেবাৰেই এৰাব নোৱাৰা হ’লো, কিন্তু আপোনাৰ ভায়েকৰ পৰা আপোনাৰ বাতৰি পাইছিলো।”

“আপুনি কৈফিয়ৎ দিবৰ চেষ্টা কৰিছে কিয়? আপোনাৰ ঘৰলৈ এদিনো নোযোৱা ৰোগী এটাৰ ঘৰলৈ যে আপুনি সদায় আহিব তাৰতো কোনো অৰ্থ নাই –”

“আপুনি তেনেকৈ কৈছে কিয়? মানুহৰ চিনাকি– তাতকৈ ডাঙৰ যুক্তি বন্ধুতাৰ কাৰণে আৰু কি থাকিব পাৰে? আৰু বন্ধুতাৰ কাৰণে, মানুহৰ লগত মানুহৰ আপোন হৈ যাবৰ কাৰণে যুক্তিৰেই বা আৱশ্যক কি?” পভিৰ কথাবোৰ নকঁপে, কিন্তু তাৰ উত্তেজনাৰ তপত সুৰটো মোৰ প্ৰাণত বাজে।

“কেতিয়াবা মন যায় ময়ে যাওঁ –”

“পিছে নেযায় কিয়?”

“আপুনি মাতিছে জানো কেতিয়াবা?” আকৌ পভি ৰঙা পৰে আৰু হাঁহি কয়, “কিন্তু মই যে আপুনি নমতাকৈয়ে আহো –”

“মই যে নেমাতো আপুনি কেনেকৈ জানিলে ?”

“আপুনি জানো কোনোবা দিনা কাণ দিছে?”

পভিয়ে এবাৰ মোৰ শেঁতাপৰা মুখখনৰ ফালে চকু তুলি চালে। পাতলকৈ হাঁহি মই ঘড়ীটোৰ ফালে চালো, আৰু ঔষধৰ বটলটো তুলি ল’লো।

“ঔষধ খাবৰ সময় হৈছে?” পভিয়ে ক’লে, “নহ’লে জানো ই এৰিব?” পভিয়ে গিলাচটো ধুই আনি দিলে।

কমলা, নাচপতি, বেদনা, আঙুৰ আদিৰ টোপোলা এটা লৈ ভাইটো সোমালহি। পভিয়ে ক’লে, “আপুনি দেখিছো ককাইদেৱেকৰ কাৰণে দাৰ্জিলিঙৰ গোটেই বজাৰখনকে উঠাই আনিলে।”

“খাওঁ জানো কম?” হাঁহি ক’লো, “আপোনালোকৰ কাৰণেও কিছু এৰি আহিছো –” হাঁহি মইনায়ো ক’লে।

“এৰি অহাখিনি তেন্তে আমাৰ”– পভিয়ে হাঁহিলে আৰু যাবৰ কাৰণে থিয় দিলে।

“অলপ ৰ’বচোন –” মইনাই পভিক বহিবলৈ ক’লে, আৰু ক’লে, “ৰাতিপুৱা ডাক্তৰে কোৱা দৰবটো ইয়াত নাই, কলিকতাৰ পৰা বিচাৰি নানিলে নচলিব।”

"চিঠি লিখ তেনেহ'লে আজিয়ে –"

"চিঠি লিখিলে আহি পাবলৈকে সাত-আঠদিন লাগিব –"

"তেনেহ'লে কি কৰ?"

"কিবা সুবিধা হ'লে মই নিজেই গৈ লৈ আহো, আৰু তাত কামো আছে।"

"যা, তাৰ কাৰণে কি চিন্তা কৰিব লাগিছে, মই এইকেইদিনতে নমৰো।"

"ইয়াত দৰৱ নাই যেতিয়া আপুনি যাওকেই। আমি আছো নহয়, যি পাৰো চাম" পভিয়ে ক'লে।

"সেই কাৰণেইহে আপোনাক অলপ অনুৰোধ কৰিব লগাত পৰিল। ঔষধ আছেই, তেওঁ নেখায় কাৰণেহে। আপুনি যদি অলপ যত্ন কৰি ঔষধ খোৱাৰ বিচাৰটো ৰাখে, মোৰ এটা চিন্তা দূৰ হ'ব।"

"আপুনি কেতিয়ামানে ঘূৰিব?"

"খুব বেছি তিনিদিন –" মইনাই ক'লে।

"তাৰ কাৰণে চিন্তা কিহৰ? আৱশ্যক যেন দেখিলে আমিয়ে ইয়ালৈ গুচি আহিম, নহ'লে তেখেতকে আমাৰ তালৈ লৈ যাম –" পভিয়ে মইনাক সম্পূৰ্ণ আশ্বাস দিয়ে।

"তই তেন্তে এতিয়াৰ ৰেলতে যাগৈ মইনা। ডাক্তৰেতো আজি ৰাতিৰ পৰা ঔষধটো খাবলৈ কৈছিল, দেৰি হয় মানে তহঁতৰে বেয়া। মোৰনো কি আছে? কোনোবাই কৈছিল বোলে পাহাৰত থকাতকৈ মৰিবলৈহে বেছি ভাল। তাৰে প্ৰমাণটো চাবৰ ইচ্ছা আছিল, পিছে তহঁতেতো নেৰ, সেই কাৰণে যা।" পভিয়ে হাঁহি মেলি চালে।

ভাইটোৱে মোৰ কাৰণে আনি থোৱা আৱশ্যকীয় বস্তুবোৰৰ এটা হিচাপ দি, পভিক মোৰ অলপ বিচাৰ ৰাখিবলৈ অনুৰোধ কৰি, আৰু মোৰ নিয়ম মতে ঔষধ খাবলৈ টান তাগিদা দি ৰেল ষ্টেচনলৈ খোজ ল'লে। সি যেনে-তেনে দুপৰীয়া ২টা বজাৰ ৰেলতে যাবগৈ।

* * *

ৰাতি। পঞ্চমীৰ জোনফালি তেতিয়াও একেবাৰে শেষ হোৱা নাই। দাৰ্জিলিঙৰ পশ্চিমৰ ক'ৰবাৰ বহুত দূৰৰ হালধীয়া পাহাৰ দুটিৰ বুকুত অলপ পৰৰ পিছতে সি হেৰাই যাব। আমাৰ পাহাৰটোৰ পৰা দূৰৰ ক'ৰবাৰ অন্য পাহাৰ এটা তাৰ পোহৰত পোহৰ হৈ উঠিব। আমাক আন্ধাৰে ঢাকি পেলাব। আকাশৰ তৰাবোৰ বৰ ওচৰতে যেন লাগিল। মনত লাগিল যেন অকাশৰ তৰাবোৰ, জোনটোৰ পৰা পোহৰলৈহে জিলিকি উঠিছে, আৰু তৰাবোৰক নিজৰ বুকুৰ পোহৰ দি দি শেষ কৰি জোনটোৱে নিজে আন্ধাৰত মুখ লুকাইছে।

উত্তৰ ফালৰ পৰা এজাক পাতল বতাহ আহি গুচি যায়। তাত একো নোগোন্ধায়, মাত্ৰ ক'ৰবাৰ বৰফ এছটাৰ এটা বগা, চেঁচা গোন্ধৰ পৰশ আমাৰ গাত লাগে।

পভিৰ দেঁউতাক শুই পৰিছে। মোৰ ইয়ালেকে খোজ কাঢ়ি অহা, আৰু পাহাৰ বগোৱাৰ ভাগৰে তেওঁক নিশ্চয় পাইছে। মগ্নেতো গৈ, এইকেইদিনৰ কাৰণে পভিহঁতৰ তাতে থাকিবগৈ পাৰিলোহেঁতেন, মাত্র এই পভিজনীৰ পৰাই নোৱাৰিলো। ইয়াৰ পৰা তালৈকে খোজ কাঢ়ি গ'লে যেন মই মৰি থাকিম। বুঢ়া, বেমাৰী বাপেককে মোৰ ইয়ালৈ লৈ আহিল।

বাহিৰত পাৰিলোৱা চাৰপাইখনতে বহি আছো, মই আৰু পভি। আৰু কোনো নাই।

বহুত দূৰত পূব আকাশখনত গছৰ আগত ওলমি থকা তৰাবোৰৰ ফালে চাই কওঁ– "মই আজি ঔষধ নেখাওঁ দেই –"

আন্ধাৰতে পভিয়ে মোৰ ফালে চায় আৰু কয়, "বাৰু নেলাগে খাব – আপুনিনো তালৈ ইমান ভয় কৰে কিয়?"

"আকাশৰ সেই তৰাবোৰে বাৰু ঔষধ খাইনে কেতিয়াবা?"

"কিয়নো খাব? সিহঁতৰ কিবা আমাৰ দৰে বেমাৰ হৈ মৰাৰ ভয় আছেনে?" অকণো নহঁহাকৈ পভিয়ে কয়, "কিয়, বেমাৰ হৈ দেখোন পপীয়া তৰাবোৰ আকাশৰ পৰা খহি পৰে –"

"সেইটো জানো বেমাৰ?"

"বেমাৰ নহয়নো কি? কিবা ঔষধ-পাতিৰ যোগাৰ কৰিব পৰা হ'লে কিজানি খহি নপৰিলহেঁতেন।"

"কোনে জানে,– কিজানি বেমাৰ নহয়, বিদ্রোহ। বহল নীল আকাশৰ বুকুত ক'তো আকৰ্ষণী নেপাই নিজক ৰাখিবৰ ঠাই বিচাৰি নেপাই খহি আহে।"

"দুখত?"

"কোনে জানে, হয়তো আনন্দতো হ'ব পাৰে, খহি যোৱাৰ আনন্দত।"

দুয়ো মনে মনে থাকো। আকাশৰ নীৰৱতাৰ স'তে আমাৰ ভাষাহীন মৌনতা গভীৰ হৈ উঠে। আমাৰ গাৰ কাষেদি মাত্র বৈ গৈ থাকে ৰাতিৰ ধীৰ পাতল বতাহজাক। মই মোৰ চাৰপাইখনত দীঘলদি পৰো আৰু আধামেলা দুৰ্বল চকুৰে আকাশৰ তৰাবোৰৰ ফালে চাই থাকি কিবা এটা ভাবিবৰ চেষ্টা কৰো। একো ভাবিব নোৱাৰো, পভিৰ চুলিৰ আগ এটা মোৰ গালৰ ওচৰত পৰি থাকে, তাৰ পৰা এটা ধুনীয়া গোন্ধ আহি মোৰ নাকত লাগেহি।

"তৰাবোৰ নিচেই ওচৰতে থাকা যেন লাগে, নহয়নে –?" চাৰিওফালৰ নিস্তব্ধতাক আৰু গহীন কৰি সৰু সৰুকৈ মই কওঁ।"

"বহুত দূৰত আছে কাৰণে সিহঁতক ওচৰ যেন দেখি –" মাতটো তৰাৰ দূৰত্বৰ লগত সানি দি পভিয়ে কয়।

"নিচেই ওচৰতে থকাৰ কাৰণেহে বহুত দূৰ যেন লাগে –" শুই থকা মোৰ বুকুৰ ওচৰতে, মোৰ চাৰপাইখনতে বহি থকা পভিৰ মুখখনলৈ চাওঁ, পভিয়েও মোৰ

কথাষাৰত মোৰ ফালে ঘূৰি চায়, আকৌ দুয়ো মনে মনে থাকো। হাতেৰে বিচাৰি বিচাৰি পভিৰ হাতখন লাহে লাহে টানি আনো আৰু এনেই ধৰি থাকো। মোৰ গাৰ নিচেই কাষতে থকা পভিৰ গোটেই মানুহজনীত অনুভৱ কৰো এটা গভীৰ অধীৰতা, এটা গাঢ় চঞ্চলতা। নীৰৱতাৰ মাজেদি যেন পভিৰ কথাবোৰ বেছিকৈ বুজো। মানুহৰ কথা আজিলৈকে প্ৰকাশিব নোৱাৰো। কিবা কথা এটা যেন পভি আৰু মোৰ মাজৰ নীৰৱতাখিনিয়ে বৰ সহজতে কৈ দিয়ে।

আৰু যেতিয়া পভিয়ে নিজৰ সহজ-সৰল ভাষাৰে মুখ ফুটাই কথাবোৰ কৈ যায়, কেতিয়াবা হঠাতে পভিক অস্বাভাৱিক যেন লাগি যায়, পভিক এজনী বঙ্গালী ছোৱালী হিচাপে তাইৰ এটা সুকীয়া অস্তিত্বৰ কথা ভাবি পেলাবৰ মন যায়। কিন্তু তাইৰ ভাষাহীন নীৰৱতাৰ মাজত মই বিচাৰি পাওঁ, কেৱল জগতৰ অপ্ৰকাশিত নাৰীপ্ৰাণৰ চিৰন্তনী সুৰটো। মানুহৰ প্ৰাণৰ সীমাত ভৌগোলিক ব্যৱধানটো যেন এটা উপহাসৰ কৃত্ৰিম বালিভেটা!

মই নিজেই নজনাকৈ কোনোবা সময়ত পভিৰ হাতখন আনি মোৰ থুঁতৰিৰ তলত সুমাই লওঁ। পভিয়ে হাতখন এৰুৱাই নিনিয়ে। মাজে মাজে মোৰ ৰোগী দুৰ্বলতাৰ অনুভূতি পৰশ কৰি উঠে পভিৰ এটা অজান কামনাই। মই যেন ক'ৰবাৰ পপীয়া তৰা এটাৰ দৰে খহি পৰিব খুজিছো, আৰু পভিয়ে দুয়ো বাহুৰ আকৰ্ষণীৰে মোক ধৰি ৰাখিবৰ প্ৰয়াস কৰিছে।

লাহে লাহে অনুভৱ কৰো পভি দুৰ্বল হৈ পৰিছে। পভিৰ হাতখন এটা তন্দ্ৰাতুৰ অলসতাৰ হেঁচাত মোৰ বুকুৰ ওপৰতে লেউসেউ হৈ পৰি ৰৈছে। পভিৰ গোটেই মানুহজনী এটা নিশ্চেষ্ট দুৰ্বলতাৰ কোলাত কেৱল মাত্ৰ নিজৰ চেতনাক অৱলম্বন কৰি ঢলি পৰিব খুজিছে। ৰোগে খোৱা মোৰ বুকুখনো এটা স্নিগ্ধ, কোমল উত্তাপত লাহে লাহে কঁপি উঠে, সেই উত্তাপক সঞ্জীৱিত কৰি পভিৰ গোটেই অলস দেহাটো মোৰ বুকুৰ ওচৰত নীৰৱে অধীৰভাৱে ওপঙি থাকে।

আমি দুয়ো দুয়োৰে নিচেই ওচৰত। আমাৰ মাজত থাকে তৰাৰ বোলসনা নিশাৰ আন্ধাৰ, ৰাতিৰ শব্দহীন বতাহজাক, আমাৰ প্ৰাণৰ নোকোৱা কথাৰ মৌনতা, আৰু মানুহৰ আদিম মানৱতা মোৰ সম্মুখত অটলভাৱে থিয় দি থাকে মোৰ ৰোগে খোৱা শৰীৰটোৰ জড়তাৰ, মোৰ দৈহিক অপূৰ্ণতাৰ প্ৰাচিৰখন, আৰু তাৰ দুয়োপাৰে বৈ যায় পৱিত্ৰ মানৱতাৰ প্ৰচিন সোঁতটো।

"মই আজি আৰু নোশোওঁ –" উজাগৰে থাকিবলৈ অনুমতি বিচৰাৰ সুৰতে সৰুকৈ কওঁ।

"বাৰু নেলাগে শুব –"

অলপ পৰ আকৌ আমি মনে মানে থাকো। হঠাৎ টোপনিৰ পৰা সাৰ পোৱাৰ দৰে পভিয়ে কৈ উঠে – "নহয়, অলপ শোৱক গৈ, আহক, নহ'লে আপোনাৰ অসুখ বেছি হ'ব পাৰে।"

"বাহিৰত আজি মোৰ ভাল লাগিছে –"

"ভিতৰতো ভাল লাগিব, শোৱৰুমলৈ ব'লক –"

পভিয়ে মোক মূৰটোত ধৰি উঠাই দিয়ে আৰু লাহে লাহে ধৰি ভিতৰলৈ লৈ যায়। দুয়ো নিজৰ নিজৰ বিছনাত শুই পৰো। ...

"আমি থকা পাহাৰটোতকৈ এই পাহাৰটো বেছি ধুনীয়া, নহয়নে?"

"এৰা, ইয়াত আজি ৰাতি মোৰ বৰ ভাল টোপনি আহিল। আজি বহুত দিন এনেকুৱা টোপনি মোৰ অহাই নাই –"

"মোৰো বৰ ভাল টোপনি আহিল –" পভিয়ে কয় আৰু বাপেকৰ হাতত ধৰি তললৈ নামি যায়।

তেতিয়া ৰাতি ভালকৈ পুওৱাই নাই। শোৱাৰ পৰাই মূৰৰ ওপৰৰ খিৰিকীখনেদি এবাৰ বাহিৰলৈ চাইছিলো, আকাশখন তেতিয়া বগা হৈছে মাত্ৰ।

পভি উঠি কেতিয়াবা বাপেকক জগাই লৈ ফুৰিবলৈ ওলাই গৈছে, মই ক'বই নোৱাৰো। পভিৰ মাত শুনি সাৰপাই বুজিলো যে পভিহঁত মই শুই থাকোতেই উঠি গৈ ভালেখিনি পৰ ঘূৰি ফুৰিছে।

পভিৰ চকুত হয়তো তেতিয়াও টোপনি আছিল, বাপেকক নিয়ম মতে ফুৰাব লগা হোৱাৰ কাৰণেহে উঠিল। পভিৰ মাতটোত টোপনিৰ আবেশৰ সুৰ শুনি সেইটো মই বুজিছিলো।

ময়ো এবাৰ উঠিবৰ চেষ্টা কৰিলো। কিন্তু মূৰটো ইমান গধুৰ লাগিছে কোনোমতে মূৰটো দাঙিবকে নোৱাৰিলোঁ। অৱশভাৱে বিছনাতে পৰি ৰ'লো। এইটো যে কালি টোপনি খতিৰ ফল তাক বুজিবলৈ বাকী নেথাকিল। এবাৰ ভয়ো লাগিল, বেমাৰে কিজানি বেছি জোৰ কৰে। গতিকে বেছি লৰচৰ নকৰাকৈ সদ্যহতে নমৰাকৈ থকাৰ উপায় ভাবি চকু মুদি পৰি ৰ'লো।

"আজি বৰষুণ হ'ব কিজানি, ৰাতিপুৱাতে আকাশখন ডাৱৰে ছাটি আনিছে –" পোহৰৰ খটখটিয়েদি উঠি অহা পভিয়ে বাপেকক কোৱা শুনো।

"এৰা মই আকৌ শুমহে। টোপনি খটি গাটো আজি ভাল পাইছো। বৰষুণ দিলে শুবহে লাগিব –"

পভিহঁত সোমাই আহে। পভিয়ে গাৰ পৰা ক'লা ফ'াৰ ক'টটো খুলি থয়, আৰু বাপেকক নিজৰ কোঠাত বহি থাকিবলৈ কৈ, আকৌ মোৰ কোঠালৈ সোমাই আহে।

"আপুনি অলপ উঠিবনে?" মোৰ শিতানৰ মূৰৰ বিছনাতে বহি মূৰটোত হাতেৰে ধৰি লাহে লাহে পভিয়ে কয়। চকু দুটি মেলি দি পভিৰ মুখলৈ চাওঁ। পভিৰ মুখখনৰ নিৰাভৰণ প্ৰফুল্লতাখিনিত উজাগৰৰ আবেশ লাগি আছে। পভিয়ে তেতিয়াও মূৰ ফণিওৱা নাই, কপালৰ কাষেদি কেইডালমান সৰু চুলি বাগৰি আহিছে। পভিৰ গাল দুখনৰ তুষাৰ স্নিগ্ধ কোমলতাখিনিত প্ৰভাতৰ শীতৰ এটা পাতল ছাঁ পৰিছে! যত্ন কৰি পাতলকৈ হাঁহি পভিক কওঁ, "মোৰ আজি কথা এটা মনত পৰিছে–"। পভিয়ে মোৰ চকু দুটালৈ চাই

থাকে। মই, লাহে লাহে কৈ যাওঁ। "মানুহ-দুনুহ নোহোৱা এখন হাবিৰ মাজত বহি সত্যবানৰ প্ৰাণহীন মূৰটো কোলাত লৈ এনেকুৱা এটা প্ৰভাততে সাবিত্ৰীয়ে সত্যবানৰ নিষ্পলক চকু দুটালে চাই এদিন কৈছিল, "– উঠা –"

পভি ৰঙা পৰি যায়, আৰু মোৰ মূৰটো জোকাৰি দি কয়, "আজি কিন্তু ঔষধ খাব লাগিব, উঠক –"

"কিন্তু মই যে মূৰটোকে দাঙিব নোৱাৰো।"

"কিয়, গাটো বেয়া লাগিছে নেকি?"

"খুব বেছি। বুকুখনো কঁপিছে –"

ভয়ত বগা পৰি গৈ পভিয়ে কয়, "ৰাতি ঔষধ খোৱাও নহ'ল, ইপিনে নুশুই বাহিৰত বহি থাকিলে –"

পভি ব্যস্ত হৈ পৰে। বেগাবেগিকৈ ষ্টভটো জ্বলাই মোৰ গাখীৰখিনি গৰম পৰি আনি দিয়ে, আৰু বিছনাতে মোক মূৰটোত ধৰি বহুৱাই, কোনো কথা ক'বলৈ নিদি গাখীৰখিনি পিয়াই দিয়ে। ময়ো দুৰ্বল গাটো কোনোমতে থিৰ কৰি ৰাখি বলে নোৱাৰা মূৰটো পভিৰ হাতত এৰি দি পি খাওঁ, আৰু খাই শেষ কৰি কওঁ – "আজি মোৰ বৰ বেয়া লাগিছে –" লাহে লাহে আমাৰ ঘৰৰ চালৰ ওপৰত পাতল বৰষুণ জাক জুৰজুৰ কৰি খহি পৰে। আমাৰ চকুৰ আগৰ পাহাৰটো বগা পানীৰ কণাবোৰেৰে ধোঁৱা-বৰণীয়া হৈ উঠে। গছৰ পাতত ছমছম কৰি বৰষুণৰ শব্দ হয়। আমাৰ চাৰিওফালৰ পাহাৰটো এটি ধুনীয়া, কোমল শব্দেৰে ভৰি উঠে।

"সেয়া ডাৱৰৰ গান" – অৱশ মূৰটো পভিৰ কোলাত সুমাই দি বাহিৰৰ ফালে চাই কওঁ ।

"সেয়া আকাশৰ হে গান –" মোৰ মুখলৈ নোচোৱাকৈয়ে পভিয়ে কয়।

"আপুনি এটা গান গাবনে?" সৰু ল'ৰাই বুঢ়ী মাকৰ মুখত সাধুকথা শুনিবলৈ অনুৰোধ কৰাৰ দৰে পভিক কওঁ। একো নেমাতি পভি কিছুপৰ মনে মনে থাকে। তাৰ পিছত লাহে লাহে গুণগুণাই গায়।—

"ৱহ, ক্যা জানে প্ৰেম-পীৰিতি, যু মৰণে কু ডৰ্‌তা।" বাহিৰৰ বৰষুণৰ শব্দৰ লগত পভিৰ গানৰ সুৰটো মিলি যায়। মই কাণপাতি শুনো, চকু দুটা মুদ খাই আছে। পভিৰ কোলাতে মোৰ মূৰটো টোপনিয়ে হেঁচি আনে। কেতিয়া মোৰ মূৰটো কোলাৰ পৰা নমাই বিছনাত শুৱাই পভি উঠি গ'ল ক'বই নোৱাৰো। মোৰ টোপনি অহা কাণ দুখনত মাত্ৰ বাজি থাকে কোনোবা কবিৰ পভিয়ে গোৱা গানৰ কঁপনিটো – 'প্ৰেম-পীৰিতি ৱহ ক্যা জানে, মৰণে কু যু দড়তা ..."

পিছদিনা দৰৱ লৈ মইনা কলিকতাৰ পৰা আহি পালেহি। পভিৰ ওচৰত খবৰ ল'লে মই কেনে আছো, মই দৰৱ খাইছোনে নাই আৰু মই নিয়ম মতে শুইছোনে নাই শোৱা। তাৰ পিছত সি মোৰ ওচৰলৈ আহিল আৰু একো নঁকৈ বাহিৰলৈ ওলাই

গ'ল। মোৰ অৱস্থা দেখি নিশ্চয় তাৰ খং উঠিছিল। মই তাক ওচৰলৈ মাতি আনিলো আৰু বিচাৰি যোৱা ঔষধটো পালেনে নাই সুধিলো।

"পালোৱেঁই জানিবা, তাৰ পৰানো কি লাভ হ'ব –" খঙতে সি ক'লে। পভিৰ ওপৰতো তাৰ খং উঠিছিল কিজানি। পভিক কিন্তু সি একো নক'লে।

সেই দিনা সন্ধিয়া পৰত পভিহঁত আমাৰ ঘৰৰ পৰা নিজৰ ঘৰলৈ গ'লগৈ। যাবৰ সময়ত পভিয়ে মইনাক কৈ গ'ল "ঔষধ নোখোৱাৰ কাৰণে তোখেতক খং নকৰিব। দৰৱতকৈ দৰদ বেছি কাৰ্যকৰী হ'ব বুলি ভাবিছিলো, সেই কাৰণেহে দৰৱৰ কাৰণে বেছি জোৰ নকৰিলো। তেখেতৰ অসুখ বৃদ্ধি হোৱাৰ কাৰণে মইহে দায়ী।'

মইনাৰ এবাৰ ভক্তিৰ চকুৰে পভিৰ ফালে চাই ক'লে, "এই তিনিদিনীয়াকৈ ৰোগ পৰিচৰ্যা কৰিও হেঁপাহ নপলাই, আকৌ ককাইদেউৰ দোষটো নিজৰ গাত জাপি লৈছে। আপোনাক কৃতজ্ঞতা জনাবৰ অৱসৰ হয়নে নহয় নেজানো, কিন্তু আপোনাৰ কথা আমাৰ সদায় মনত থাকিব –"

পভিয়ে আকৌ কিবা এটা কৈ দোষ গাত পাতি ল'বৰ উপক্ৰম কৰা যেন দেখি মই ক'লো, "মোৰ বেমাৰ কিন্তু অকণো ভাল নহ'ল –"

পাতলকৈ হাঁহি মোৰ মুখৰ ফালে চাই পভিয়ে অলপ উত্তেজিত ভাষাৰে ক'লে, "জীৱনৰ মাজমজিয়াই দি যি মৰণৰ ঘৰলৈ বাট বান্ধিবলৈ লয়, তেওঁক মৰমৰ জপনা দি কোনে ৰাখিব পাৰিব?"

পভিৰ বাপেক আৰু মইনা দুয়ো আচৰিত হৈ এবাৰ মোৰ আৰু এবাৰ পভিৰ ফালে চালে। তেওঁলোক আচৰিত হোৱাত কোনো গুৰুত্ব আৰোপ নকৰি ময়ো ক'লো, "আপোনাৰ জপনাখনে বাট ভেটিব নোৱাৰিলেও উজুতি খাই অলপ উভতি চাবৰে সুবিধা দিব নহয় জানো –"

পভিয়ে এবাৰ মোৰ মুখৰ ফালে চালে, তাৰ পিছত খটখটিয়েদি নামি গ'ল। মইনাই আগবঢ়াই ঘৰত থৈ আহিলগৈ।

আৰু পঁইত্ৰিশ দিন দাৰ্জিলিঙত থাকি আমি গুচি আহিলো। মোৰ বেমাৰ কিছু ভাল হোৱা যেন পালো। ইপনে মইনাৰো কলেজৰ দীঘলীয়া বন্ধ শেষ হৈ আহিল। মই হয়তো আৰু কিছুদিন থাকিলোহেঁতেন, কিন্তু এসপ্তাহৰ আগতে পভিহঁত দাৰ্জিলিঙৰ পৰা গুচি অহাৰ গতিকে মইনাৰ দাৰ্জিলিঙৰ প্ৰতি একেবাৰেই আস্থা নোহোৱা যেন দেখি অগত্যা গুচি আহিলো। আহিবৰ দিনা এবাৰ উভতি চাই হঠাৎ মোৰ থকা ঘৰটোক বৰ ধুনীয়া যেন লাগি গ'ল। তাক এৰি আহিবলৈ লোৱাত অকাৰণতে মনটোত এটা বেদনা অনুভৱ কৰিলো। লাহে লাহে পাহাৰৰ মাজে মাজে অকাই-পকাই ৰেলখন ভৈয়ামলৈ নামি আহিল। ময়ো দাৰ্জিলিঙৰ ওখ বৰফৰ কথা পিছত এৰি থৈ ভৈয়ামৰ বোকাৰ মাজলৈ আগবাঢ়িলো।

মৰা ফুলৰ পাহিবোৰ সৰি যোৱাৰ দৰে, মহাকালৰ বুকুত নতুন দিনবোৰ সৰিপৰি পুৰণি হৈ যায়, আকৌ জীৱনে নতুন দিনৰ নতুন প্ৰভাতৰ প্ৰতীক্ষা কৰে। অনাগত নতুন

দিনবোৰো আহি নুফুলা ফুলৰ কলি ফুলি সৰি যোৱাৰ দৰে জীৱনৰ মাজৰ পৰা অতীতৰ কোলাত সৰি পৰে। একণি গোন্ধ, এছাটি ৰূপৰ চিক্‌মিকনি– তাৰ পিছত সকলো শেষ। সকলো বদলি হৈ, পুৰণি হৈ, সময়ৰ ধোঁৱা লাগি ক'লা পৰি যায়। মাত্র একেদৰে চলি থাকে মোৰ ৰোগৰ বীজাণুৱে কুটি কুটি খোৱা বুকুখনৰ মাজত নেদেখা জুইকুৰাৰ পোৰণিটো, মোৰ ঔষধৰ বটলবোৰ আৰু মোৰ সন্মুখৰ উদাস আকাশখন। ঔষধৰ বটলকেইটাক কাণ্ডাৰী হাত-ভৰি সাবটি জীৱনৰ নাওখন এৰি দিছো মৰণৰ ঘাটলৈ, কেতিয়াবা একেবাৰে ক'ৰবাৰ পুৰণি একোটা বালিচটত নাও লাগি ৰৈ যায়। কালৰ সোঁতে ধুই নিয়া বালুকাত খন্তেক ৰৈ এবাৰ পুৰণি বালিবোৰৰ কথা সোঁৱৰো।

বেমাৰ, দাৰ্জিলিং, পভি ... আৰু বহুত কিবাকিবি। পভিহঁত দাৰ্জিলিং এৰি ঘৰলৈ অহাৰ দিনা– চিনাকিৰ চিনস্বৰূপে পভিয়ে মোৰ পৰা কিবা এটা বিচাৰিছিল।

হাঁহি কৈছিলো– "কোনটো দিম? মোৰ ৰোগটো নে মোৰ মৰণৰ বুভূক্ষাটো, এই দুটাৰ বাহিৰেতো আৰু মোৰ একো নাই –"

"ৰোগো নেলাগে, মৰণো নেলাগে। আপোনাৰ ঔষধৰ বটলৰ বুকুত কটা দাগ এটাকে দিয়ক –" হাঁহি পভিয়ে কয়।

"মাত্র দাগটো?"

"এৰা, চিচাটো নহ'লেও হ'ব –"

সেইবোৰ আজি তিনি বছৰ আগৰ পুৰণি কথা। পভি আজি মোৰ কাৰণে মোৰ সুদা অতীতটোক পূৰ্ণ কৰি ৰখা এটা সোঁৱৰণি, আৰু একো নহয়।

পভিৰ ঠিকনাটো যাবৰ সময়ত দি গৈছিল, কিন্তু দাৰ্জিলিঙৰ পৰা আহি ঘৰ পোৱাৰ পিছত দিয়া এখন চিঠিৰ বাহিৰে আৰু চিঠি লিখা নাই। সময়ৰ অভাৱতে অথবা কিবা অভিমানতে নতুবা সকলো পাহৰি গৈ পভিয়ে চিঠি লিখা নাই –

নিত্য-সহচৰ আৰামী-চকীখনত বহি আকাশৰ নীলাবোৰত মানুহৰ অনন্তকালৰ লুকাই ৰখা নীৰৱ ইতিহাসটো বিচাৰিবৰ চেষ্টা কৰে। কত বিৰহৰ, কত দুৰ্ভাগ্যৰ আমঠুৰ ধোঁৱা লাগি নীলা হৈ গৈছে এই উদাসীন পুৰণি আকাশখন! তাৰ বুকুত চক্রবাল জুৰি ভৰি আছে মানুহৰ প্ৰাণৰ বেদনাৰ ইতিহাস, কোনেনো তাক বিচাৰে, কোনেনো তাক বিচাৰি পায়? এই মোৰ বুকুৰ ভিতৰলৈ টানি লোৱা বতাহখিনি– কোনে ক'ব ই যে এইমাত্র মৰা কোনোবা এটা মানুহৰ বুকুৰ শেষ বতাহখিনি নহয়।"– সি শেষবাৰৰ কাৰণে এৰি থৈ পৃথিৱীৰ পৰা বিদায় ল'লে; আৰু মই, মোৰ দৰে বহুতে, তাকে খাই নতুন জীৱনৰ বেহানি আৰম্ভ কৰিছো! আকাশৰ বুকুত যেন কেৱল তাৰেই এই ভঙা-গঢ়াৰেই, অমৰ সুৰটো নীৰৱে বাজিব লাগিছে।

পিয়নটোৱে দৰবৰ পাৰ্চেলটো আৰু কেইখনমান চিঠি দি গ'ল। পাৰ্চেলটো পৰিচিত, তাক মেজৰ ওপৰত থৈ চিঠিবোৰত চকু দিলো। এখন চিঠি ভাইটোৱে দিছে, মোৰ অৱস্থাৰ বিষয়ে সুধি, এখন বিয়াৰ চিঠি, মোৰ এজন পুৰণি বন্ধুৰ চিঠি– আনখনৰ

আখৰবোৰ অচিনাকি যেন লাগিল। খুলি পেলালো, নামটো চালো— পঢ়ি! হঠাৎ উশাহটো বন্ধ হৈ যোৱা যেন পালো। চিঠিখন বৰ দীঘল নহয়, পঢ়িলো—

'উইল' ভিলা

"মৰমৰ পপীয়াতৰা, দাৰ্জিলিং

আপোনাৰ ভাষাত মই লিখিব নোৱাৰো, কিন্তু মানুহৰ প্ৰাণৰ ভাষা বুকুৰ তেজ দি লিখিলে প্ৰাণ থাকোতাই বুজি পাব— এই বিশ্বাস মোৰ থকাৰ কাৰণেই লিখিলো। যদি এতিয়াও আপুনি জীয়াই আছে, তেন্তে পাব, যদি নাই, তেতিয়াও এই চিঠিৰ ভাষা হেৰাই নেযায়, অনন্তৰ বুকুত থাকি যাব, আপুনি কেতিয়া বিচাৰি পাব।

মোৰ বিয়াৰ বাতৰি আপোনালোকলৈ পঠাবলৈ নহ'ল। — এনেয়ে। সিবাৰ দাৰ্জিলিঙৰ পৰা যোৱাৰ দুমাহৰ পিছতে মোৰ বিয়া হৈ গ'ল। এতিয়া মোৰ ছোৱালীটিৰ বয়স ডেৰ বছৰ। দেউতা ঢুকাল।

ইয়ালৈ আহিবৰ আজি প্ৰায় এমাহ হ'ল। আপুনি আগে থকা ঘৰটোকে আকৌ বিচাৰি পালোহি। তাৰ নাম এটা দি লৈছো— 'উইল ভিলা।' আগৰ চাৰপাইখন নাই, মই কিন্তু এখন অনাই লৈছো। সেই যে আমি এদিন গধূলি বহিছিলো — ঠিক তেনেকুৱাই। বাকী সকলো আগৰ দৰেই আছে— সেই দাৰ্জিলিং, সেই বৰফ আৰু সেই দূৰত থকা তৰা। ...

অ', মোৰ ছোৱালীজনী কলিকতাৰ হাস্পতালৰ তত্ত্বাৱধানত থৈ আহিছো। ছোৱালীজনীৰ বাপেক এতিয়া মোৰ লগতে আছে। আমি দুয়ো, আৰু কোনো নাই।

বিয়াৰ কিছুদিনৰ পিছৰ পৰা মোৰ বেমাৰ; আপোনাৰ দৰেই, ছোৱালীজনী হোৱাৰ পৰা বেছি হ'ল। সেয়ে দাৰ্জিলিং পাহাৰত জীৱন বিচাৰি আহিলো৷ কিন্তু জীৱনে যাক এৰা দিছে, তাৰ আৰু জীৱনক ধৰিবলৈ খেদি ফুৰিলে কি হ'ব? সকলো আশা শেষ হৈ আহিছে। এদিন মই আপোনাক জীয়াই ৰাখিবলৈ চেষ্টা কৰাৰ দৰে, তেওঁ মোক নমৰাকৈ ৰাখিবৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছে কিন্তু কি হ'ব? তথাপি মোৰ জীয়াই থাকিবৰ মন যায়; নিজৰ কাৰণে নহয়, এই এদিনৰ সোঁৱৰণী সদা দাৰ্জিলিং পাহাৰটোৰ কাৰণে, আমাৰ সেই দুটা ৰাতিৰ সোঁৱৰণীৰ কাৰণে আৰু আপুনি দি যোৱা দাগটোৰ কাৰণে। আপোনাৰ পৰা মই ৰোগো বিচৰা নাছিলো, মৰণো মোৰ আৱশ্যকীয় নাছিল, মই মাত্ৰ বিচাৰিছিলো দাগ এটা। পালো। আৰু একো আশা নাছিল; আশা কৰিবৰ অধিকাৰো আপুনি দিব নোৱাৰিলেহেঁতেন।

মৰণৰ দেশৰ পৰা চেঁচা বতাহ এজাক আহি মোৰ বুকুৰ মাজেদি সৰকি যায়, ভয়ত শিয়ৰি উঠি মই বিছনাখনকে সাবটি ধৰো, কেতিয়াবা ভুলত আপোনাক চিঞৰো।

আজি প্ৰায় পোন্ধৰ দিন বিছনাত লাগি আছো। সদায় আপোনাৰ কথাই মনত পৰিছে। বিছনাতে শুই শুই বাহিৰৰ নীলা আকাশখনৰ ফালে আৰু সৌ বৰফবোৰৰ ফালে চাই দিনবোৰ কটাই দিছো। ম্যাদ শেষ হৈ আহিছে। মৰণক মৰম যাচিছিলো,

সেয়ে হয়তো মৰণে নিৰ্বলে আগবাঢ়ি আহিছে। যাৰ্বলে কোনো দুখ নাই, যোৱাৰ আগতে যদি এবাৰ জানিব পাৰিলোহেঁতেন যে আপুনি মোৰ লগৰীয়া হ'ব।

মৰণ-লগৰী,

বাহিৰৰ বগা বৰফবোৰ নিশাৰ বতাহ লাগি আৰু চেঁচা হৈ গৈছে— ক'তো জীৱনৰ উত্তাপ নাই, মোৰো হাত-ভৰিবোৰ জাৰত অৱশ হৈ আহিছে। মৰণৰ হিমে জীৱনৰ জুইকুৰা নুমুৱাই পেলাবৰ আয়োজন কৰিছে। আৰু নোৱাৰো। তেওঁৰ টোপনি আহিছে। সেই অৱসৰতে এই চিঠিখন আপোনালৈ লিখিলো। এজনৰ সাক্ষাতত আপোনালৈ এনেদৰে লিখিব নোৱাৰিলোহেঁতেন।

সিপাৰ্বলৈ যেতিয়া আহে ঔষধৰ বটলটো লগত আনিব, নহ'লে কিজানি চিনিব নোৱাৰাই হওঁ। দাগটো মোৰ বুকুত আছে, চিনি পাম।

দাৰ্জিলিঙৰ চেঁচা বৰফৰ মাজত আৰু কেইদিন জীৱনটোক ধৰি ৰাখিব পাৰো নেজানো। ইয়াৰ পিছৰ শেষ বাতৰি পঠাবৰ কাৰণে কোন ওলায় ক'ব নোৱাৰো; পাৰিলে ময়ে চিঠি লিখিম। আজি আৰু নোৱাৰো— মোৰ মৰমে আপোনাৰ কাৰ্ষলৈ মোৰ মৰণৰেই বাতৰি নিছে। আজিলৈ বিদায়। আৰু কথা পিছত লিখিম।

— আপোনাৰ

পভি।

খোলা চিঠিখন মেজৰ ওপৰ্বলৈ থৈ বাহিৰৰ ফালে চাওঁ— চকু পৰে ঔষধৰ পাৰ্চেলটোৰ ওপৰত, চকু ঘূৰাই আনো। মৰণপাটিত পৰি থকা পভিৰ মূৰ্তিটো হৃদয়ত ভাহি উঠি হেৰাই যায়।

দিনবোৰ গুচি যায়।·"উইল ভিলাৰ' কোনো চিঠি নাহে। নিতৌ অহা চিঠিৰ মাজত কোনো দিনেই এটা আখৰো পভিৰ বিচাৰি নেপাওঁ। কোনোবা মুহূৰ্তত যেন সৌ উদাস আকাশখনৰ দৰে পভিও নীৰৱ, নিস্পন্দ হৈ গৈছে। পভি আৰু নাই। ...

নিৰাশ মনেৰে ঘৰৰ পৰা আঁতৰি ওলাই যাওঁ। এবাৰ দাৰ্জিলিং পাহাৰটো বুকুত সুমাই ৰখা পশ্চিমৰ ঘোলা আকাশখনৰ ফালে চাওঁ, তাতো সেই প্ৰাচীন, নিৰ্বিকাৰ মৌনতা। পৃথিৱীৰ গোটেই প্ৰাণটোক যেন মৰণ-হিমাচলৰ চেঁচা বৰফে হেঁচা দি মাৰি পেলাইছে। মোৰ অলসতাৰ স্থবিৰতা ভঙ্গ কৰি ওপণ্ডি আহে ঘৰ্বলৈ ওভতা গৰখীয়া ল'ৰাৰ এটা দীঘল গীতৰ কঁপা সুৰ ঃ

"কোন দিনা আহিবি ঘূৰি তই ভৈয়াই ঔ কোন দিনা আহিবি ঘূৰি ...?
যদি দয়া কৰে ..."

গধূলিৰ বতাহজাকে প্ৰতিধ্বনি কৰি উঠে ঃ

"কোনদিনা আহিবি ঘূৰি ...?

মোৰ প্ৰাণটোৱেও অসীম মৌন আকাশক এই প্ৰশ্নটোকে সোধে।

# জীৱন তীৰ্থ

বেলি মাৰ যাবৰ সময়ত দেখিবলৈ ধুনীয়া হয়। তাৰ ৰশ্মিৰ প্ৰখৰতা আৰু তাৰ প্ৰচণ্ড উত্তাপ কমি অহাৰ কাৰণে, অস্তাচলৰ শান্ত দিগন্তত ধীৰে ধীৰে লীন হৈ যাবলৈ ওলোৱাৰ কাৰণে, এটা গাঢ় শান্তিৰ আবেষ্টন, এটা কোমল করুণ মৰমৰ আবেদন, এটা অতীতলৈ ঘূৰি চোৱাৰ তৃপ্ত সাৰ্থকতা, সেই ৰঙা পোহৰবোৰৰ বুকুত উদ্ভাসি উঠে।

আহমদ বুঢ়াৰ মুখখন দেখিলে এই কথাষাৰেই মোৰ মনলৈ সদায় আহে। বুঢ়াৰ বহল কপালখনত বহুত ৰেখা, শোটোৰা পৰা গাল দুখনত কালে কাটি নিয়া দিনবোৰৰ জীয়া চিন, তথাপি মুখখন ৰঙা, এপাহ তেজ গোলাপ যেন নহয়, আগদিনা ছিঙা এপাহ থলপদ্মৰ নিচিনা।

বুঢ়াৰ মুখভৰা ডাঢ়ি সম্পূৰ্ণ পকিছে। বগা, সৰু চুলিখিনিত কাল আৰু অযত্নই ধূলি সানিছে, কিন্তু তাক ঢাকি ৰাখে তেলচিকটি লগা মাৰ্কিন কাপোৰৰ বগা সৰু টুপীটোৱে। আজি কেইবছৰমানৰ পৰা বুঢ়াই নামাজ পঢ়াত ধৰিছে। প্ৰায় চাৰিকুৰি বছৰীয়া জীৱনটোৰ তিনি কুৰি দহ বছৰত বুঢ়াই নানা ককৰ্থনা সত্ত্বেও নামাজ পঢ়া, ৰোজা ৰখা বা অন্য কৰ্ম কাম কৰাৰ কথা নেভাবিলেই, মাথোন কাম কৰাই আছিল তেওঁৰ ধৰ্ম। গাঁৱৰ অন্যান্য নামাজী ডেকা-বুঢ়াহঁতে উপহাস কৰি মন্তব্য কৰে, "আহমদত বুঢ়াই কোৰ মাৰিয়ে বিহিস্ত পাব। বুঢ়াক ধন-ধান এগাল লাগে, আৰু দীন-দুনিয়া একো নাই।"

বুঢ়াই শুনে, একো নকয়। ইয়াত কাম এৰি থৈ ধৰ্ম কাম কৰিবলৈ যাবৰ মন নোযোৱাৰ কাৰণে নিজৰ দুৰ্বল বুলি গোপনে নিজকে দোষাৰোপ কৰে, কিন্তু কাম এৰি থৈ বুঢ়া মছজিদলৈও নাযায়।

পৈত্ৰিক সম্পত্তি একো নাছিল বুলিলেই হয়। মাটি আঠ কঠা আৰু ধাৰ কিছুমানৰ বাহিৰে একোকে পোৱা নাছিল। কিন্তু দিন-ৰাতিৰ কপালৰ ঘাম আৰু বাহুৰ তেজ খৰচ কৰি বুঢ়াই যথা-সম্ভৱ সম্পত্তি কৰিলে। মাটি ল'লে ১৭ পুৰা, গৰু-ম'হ এগোহালি, এখন ছহালিচা মাটিৰ ধুনীয়া বাৰী। বাৰীত আম, কঁঠাল, পাণ-তামোল, খেৰেজু-পনিয়লৰ পৰা আৰম্ভ কৰি আলুক-জলকীয়ালৈকে, নানা ৰকমৰ ফল-ফুল। পদূলি মুখতে দুজোপা বুঢ়া তগৰ, এতিয়াও ফুলে। এখন চালে চকুৰোৱা, দেখিলে মন জুৰোৱা বাৰী। পৰিষ্কাৰ আটোমটোকাৰি, দেখনিয়াৰ। বুঢ়াৰ বাৰীৰ বেলটো, টেঙাটো, তামোলটো, নানাবিধ ফল নোখোৱা মানুহ গাওঁখনত কোনো নাই। বেচে যিমান, দিয়েও সিমান। বুঢ়াৰ মন ডাঙৰ, হাত মুকলি। সদায় বিচাৰি অহাবোৰক মাথোন কয়, "সংসাৰত যদি পাণ এজোপা কই খাব নোৱাৰ, তইঁত কিহৰ মানুহ অ'?" অৱশ্যে পাণ দুগছি আগবঢ়াই দিয়াৰ পিছতহে সেই কথা কয়।

এটা বস্তু আহমদ বুঢ়াৰ চিৰলগৰীয়া। বুঢ়াৰ সৰল, অকপট, ধুনীয়া হাঁহিটো। শিশুৰ হাঁহিত যদি পোহৰ আছে, যুৱাৰ হাঁহিত যদি উল্লাস-আনন্দ আছে, পৰিপূৰ্ণ বাৰ্দ্ধক্যৰ হাঁহিত আছে এটা সৌম্য, সৰল আত্মপ্ৰসাদ। লক্ষ-কোটি জনতাৰ সশ্ৰদ্ধ নমস্কাৰ হাঁহি মুখে গ্ৰহণ কৰিবৰ সময়ত জননেতাৰ প্ৰাণ যিদৰে উদ্বেলিত হৈ উঠে আবেগত, আনন্দত; সেইদৰে বুঢ়াৰ চকুৰ আগত ভাহি উঠে অতীতৰ বুকুত লাহে লাহে হেৰাই যোৱা নানা বৰণৰ দিনবোৰ, ভাল গোন্ধোৱা ৰাতিবোৰ, হেঙুলীয়া পুৱা আৰু ৰাঙলী সন্ধিয়াবোৰ, লগে লগে মনত পৰে, কোনোবা এখন গাঁৱত হোৱা বিয়াৰ ধুমধূপচালিৰ কোলাহলমুখৰ আনন্দবোৰ কোনোবা আত্মীয়জনৰ মৃত্যুত হোৱা বিষাদভৰা বেদনাবোৰ কিমান বিচিত্ৰ আৰু মধুৰ এই সৰু পৃথিৱীখন আৰু এই পৃথিৱীৰ মানুহৰ সৰু জীৱনবোৰ।

বুঢ়াৰ পাঁচোটা ল'ৰা আৰু তিনিজনী ছোৱালী। বিয়া-বাৰু কৰাই দিয়াৰ পিছত নিজৰ নিজৰ ল'ৰা-ছোৱালী হ'লত পুতেকহঁত এটা এটাকৈ বেলেগ হৈ গ'ল, ভাগে প্ৰতি তিনি পুৰাকৈ পৈত্ৰিক মাটি লৈ একোখন নতুন সৰু সংসাৰ পাতিলে, বুঢ়াই বেয়া নাপালে। জগতৰ ৰীতি একোটা, সৰু পুতেক-বোৱাৰীয়েকৰ লগত বুঢ়া থাকিল। নাতিনীয়েক তিনিটা লৈ, বুঢ়াৰ গৰ্ব হয় যেতিয়া, নিজে অৰ্জা সম্পত্তি নিজৰ তেজৰ সন্তানহঁতক আপোন হাতে বটাই দিয়ে। হয়তো আৰু দিব পাৰিব লাগিছিল। কিন্তু এটা মানুহে আৰু কিমান কৰিব?

কিজানিবা বুঢ়া-দিনত পুতেকহঁতে অবহেলা কৰে, সেই কাৰণে বুঢ়াই নিজৰ কাৰণেও দুপুৰা মাটি ৰাখিলে। কোনে জানে মানুহৰ মন।

বুঢ়া আজিকালি পথাৰলৈ নেযায়। বাৰীখনতে দিনটো লাগি থাকে। বাৰীখনৰ প্ৰতিজোপা গছ বুঢ়াৰ চিনাকি— যেন নিজৰ ল'ৰা-ছোৱালীকেইটা আৰু গছবোৰৰ মাজত কোনো পাৰ্থক্যই নাই। কোনজোপা ডালিম কেতিয়া ৰুইছিল, কোনডাল মধুৰিয়াম কিমানবাৰ কাটিলতো আকৌ হৈছে, কোনজোপা আমৰ ডাল এটা ধুমুহাত ভাঙিছিল, বুঢ়াই সকলো ক'ব পাৰে। কোনজোপা কঁঠাল কোন বছৰ প্ৰথম লাগিছিল, জৰাটেঙা জোপাৰ কোনটো ডালত কেৰোণে ধৰিছিল, বুঢ়াই অকণো নভবাকৈ চিনি পায়, জানে। কেৱল মাটিৰ ৰসেই নহয়, বুঢ়াৰ হাতৰ মৰমবোৰ শুহি শুহি সিহঁত ডাঙৰ হৈছে।

এতিয়াও বুঢ়াই গছপুলি পচাই ৰোৱে, আপদাল কৰে। "কই থলে দাওঁতা ওলাব। নিজে খাবলৈ নেপাওঁ যদি, নাতিনাতিকানে খাব, সিহঁতে নেখালে গঞা-চুবুৰীয়াই খাব, সিহঁতেও নেখাই যদি ভাৰতৰ বাইজে খাব, বাটৰ বাটৰুৱাই খাব। নেখালেই লাগিলে বাটৰুৱাই, কোৱা-চিলাই খাব, পৰুৱা পিপৰাই খাব –" সোলা মুখৰ ধুনীয়া হাঁহিটোৰে বুঢ়াই কয়। সাধাৰণ মানুহৰ কি অসাধাৰণ উদাৰতা। অনাগত দিনৰ অপৰিচিত আলহীৰ কাৰণে কি নিঃস্বাৰ্থ আয়োজন।

কিন্তু বুঢ়াই জানে, এতিয়াৰ দৰে বুঢ়া নেথাকিলেও বুঢ়াৰ হাতৰ গছৰ গুটি নাতিনাতিকান, গঞ্জা-চুবুৰীয়া, ভাৰন্তৰ মানুহ, বাট-বাটৰুৱা, পৰুৱা-পিপৰা, কোৱাচিলা সকলোৱেই— এৰা, সকলোৱে খাব।

ল'ৰাকালছোৱাত আহমদে নিজক বচাই ৰাখিবৰ কাৰণে সংগ্ৰাম কৰিলে, যৌৱনত প্ৰতিষ্ঠাৰ কাৰণে সংগ্ৰাম কৰিলে, আৰু বাৰ্দ্ধক্যতো সংগ্ৰাম কৰি যায় অন্যৰ ভৱিষ্যৎ প্ৰতিষ্ঠা কৰিবৰ কাৰণে।

এদিন জেঠমহীয়া জোনাক ৰাতি আমাৰ হালোৱা গৰু এটা বিচাৰি বুঢ়াৰ চোতাল ওলালোঁগৈ। বুঢ়াই বন নোহোৱা ফৰকাল চোতালখনত ডাঙৰ শীতল পাটী এটা পাৰি, লগত কেইবাটাও নাতিনীয়েক লৈ বহি আছে। এজাক সৰু বতাহ বুঢ়াৰ ডাঙৰ বাৰীখনৰ গছপাতবোৰৰ মাজত লুঙলুঙাই ঘূৰি ফুৰিছে। জোনাকবোৰ সজীৱ আৰু সেউজীয়া হৈ উঠিছে।

মোৰ ভৰিৰ শব্দ পদূলি-মুখত শুনিয়েই বুঢ়াই গহীনাই মাত লগালে— "কোন অ' সেইটো?"

মোৰ মাত শুনি ক'লে, "হালৰ গৰু দিনে-পোহৰে বিচাৰি থ'ব পাৰ। এতিয়া নাকত বন্তি লগাই বিচাৰিলে ক'ত পাবি? সৌটো আমাৰ পাণনিত সোমাইছিল, আমাৰ চালিৰ তলতে বান্ধি থৈছো।"

বুঢ়াৰ ওচৰতে বহিলোঁগৈ। ছটা ল'ৰা-ছোৱালীয়ে বুঢ়াক বেঢ়ি ধৰি আছে। তিনটা সৰু পুতেকৰ আৰু আন তিনটা মাজু জীয়েকজনীৰ— বুঢ়াই চিনাই দিলে।

খেতি-বাতিৰ কথা পাতিলো ভালেখিনি। খেতি এইবাৰ কেনে হ'ব বুঢ়াই ক'লে। ওপজাৰ দিন ধৰি মাটিৰ লগতে যাৰ খেলা, মাটিৰ বুকুতে যাৰ সকলো সপোন ৰচনা, তেওঁ আৰু মাটিৰ বাহিৰে আৰু কিহৰ কথা পাতিব? মাটি যে সনাতন, কত মাটি হাকিম আহিল গ'ল, কত মণ্ডল-কানুনগু আহিল গ'ল কিন্তু মাটিকেইডৰা ক'লৈ যাব? মাটিৰ কথা ক'লে বুঢ়াৰ বুকু আনন্দত ফুলি উঠে। মাটিয়ে যে কোনো দিন কাকো নঠগে!

কোলাত বহি থকা দুবছৰীয়া নাতিনীয়কেজনীৰ মূৰত হাত বুলাই-বুলাই লাহে লাহে বুঢ়াই ক'লে, "মানুহক ফাকি দিব পাৰিবি পিছে খোদাক জানো ফাকি দিব পাৰিবি? নামাজ-চামাজ ভালকৈ নেজানো। নজনা কাম এটা কৰাতকৈ গুটি নলগা গছ এজোপা ৰোৱাই ভাল, একো নহ'লেও ছাঁ অকণ দিব। পিছে এতিয়া বুঢ়া হৈছো, কবৰৰ মাটিয়ে চিঞৰি আছে, সেই কাৰণে অলপ নামাজ-ৰোজা কৰিবৰ মন যায়। আল্লাই বহুত কৰালে। এতিয়া নিজৰ কথা অকণ ভবা যেন লাগে।"

"আপুনি জানো নিজৰ কথা কেতিয়াবা ভাবে? মই দেখোন দেখাই নাই।"

বুঢ়া অলপ যেন আত্মস্থ হ'ল, তাৰ পিছত লাহে লাহে ক'লে, "নিজৰ কথানো কি ভাবিব লাগিছে? আমাৰ কথা আল্লাই ভাবিব— নেভাবিব জানো?"

"এৰা, মানুহৰ জীৱনটো নো কি? বোপায়ে এৰি গ'ল। ল'ৰাকালত একমাত্ৰ চিন্তা আছিল, কেনেকৈ ডাঙৰ হওঁ। তেতিয়াও পিছে বুঢ়া আই-বোপাইৰ আলপৈচানতে লাগি থাকিলো। নিজৰ কথানো ক'ত ভাবিলো? বিয়া কৰোৱাৰ পিছত গিৰিহঁতনী, ল'ৰা-ছোৱালীৰ কাৰণে লাগোতেই গ'ল, তাৰ পিছত চিন্তা হ'ল লৰাকিটাক মানুহ কৰাৰ, আৰু চিন্তা নাই, আৰু কথা নাই। সিহঁতক মানুহ কৰাৰ চিন্তাই দিন-ৰাতিৰ চিন্তা হ'ল। আমটো, জামুটো ল'ৰাই খাব, নতুন গামোচাখন ল'ৰাই ল'ব, কাপোৰডোখৰ ল'ৰাৰ চোলা হ'ব। আনকি বিয়া-ভোজ — তালৈকো নিজে নগৈ ল'ৰাক পঠিয়াও। সিহঁতে খালেই আমাৰ খোৱা, সিহঁতে ৰং-ৰহইচ কৰিলেই আমাৰ কৰা। এৰা বোপাই, বাপেকী হোৱাৰ পিছত বাপেকৰ ধাতুটো ল'ৰা-ছোৱালীত সোমায়, বাপেকৰ ভেলটোহে থাকে।"

অদ্ভুত লাগে। বুঢ়াৰ সমগ্ৰ জীৱনটো নিজৰ বাহিৰে অন্য কাৰোবাৰ কাৰণে ব্যয় কৰিলে, অথচ তাত দুখ নাই, আছে অপৰিসীম আত্মপ্ৰসাদ।

"নেমু-চেকেৰা বাৰী ভৰি আছে, পিছে মই কোনোদিনে সেইবোৰ মুখতে নিদিওঁ। পিছে সেই বুলি নুকুলে হ'বনে? মই নেখালে কিবা খাওঁতা নোলাবনে?"

বুঢ়াৰ ওচৰৰ পৰা আহিবৰ মন নেযায়। আগৰে পৰা বুঢ়া কম কথাৰ মানুহ, এতিয়াও বেছি কথা নকয়। কথাৰ পৰা কি লাভ? কাম কৰিব লাগে। কিন্তু বুঢ়াৰো আছে অফুৰন্ত কথা, নিজৰ— নহয়, আনৰ।

গাঁৱত সৰু সৰু কথা লৈ ডাঙৰ ডাঙৰ কাজিয়া লাগে। আকৌ ডাঙৰ ডাঙৰ কাজিয়াবোৰ সৰু একাষাৰ কথাৰেই ভঙা হয়, মীমাংসা কৰা হয়, কিন্তু আহমদ বুঢ়া কোনোদিন দলতো নাই মেলতো নাই।

আজিকালি বুঢ়া হ'লত মানুহে মেল ভাঙিবলৈ বুঢ়াক মাতে, কাৰণ এতিয়া বুঢ়াৰেই গাঁৱৰ মুৰব্বী, চৰদাৰ, গাঁৱৰ ধৰণী। বুঢ়াৰ কথা সকলোৱে মানে। বুঢ়াই কিন্তু অকপটভাৱে কয়, "বিচাৰৰ গৰাকী আল্লাহে, মানুহৰ বিচাৰ জানো ঠিক হয়? সেই কাৰণে মেল-দোৱানলৈ মোৰ ভয় লাগে বোপাইহঁত।"

পিছে ৰাইজে বিচাৰিলে দহবন কাটি কৰিও বুঢ়া মেললৈ যায়। ৰাইজৰ জেওঁ ভঙা পুণ্যৰ কাম। আৰু ৰাইজে বিচাৰিলে মৰিবলৈকো যাব পায়।

দূৰৰ পৰা বুঢ়াক দেখিলে কেতিয়াবা মই ভাবো— বুঢ়া বৰ আত্মকেন্দ্ৰিক নেকি, স্বাৰ্থপৰ নেকি? কাম হ'ল বুলি মানুহে ধৰ্ম-কৰ্ম সকলো বাদ দি কেনেকৈ থাকে, কেনেকৈ থাকিব পাৰে? কিন্তু বুঢ়াই অন্য কথা ক'লে, নিজৰ কামৰ মাজেদি লোকৰ কাৰণে জীয়াই থকাৰ কথা ক'লে।

বুঢ়াৰ সম্পৰ্কে গাঁৱত কেতিয়াবা আলোচনাও হয়, যেনেকৈ অন্যান্য বুঢ়াৰ বিষয়ে আলোচনা হয়। আলোচনা হয় বুঢ়াৰ এই বয়সত কৰ্মৰ ফালে মতি হোৱাৰ কথা লৈ, কোনো কোনোৱে বুঢ়াক দূৰৰ পৰা উপহাস কৰাৰো প্ৰয়াস পায়। গোটেই জীৱন 'হা মাটি', 'হা ধন' কৰি এতিয়া চুকী ওলাইছে। বুঢ়াই প্ৰতিবাদ নকৰে। মোৰো

কৌতূহল হয় বুঢ়াৰ পৰিবৰ্তনটো দেখি। এদিন বুঢ়াক সুধিয়ে পেলালো, "আপুনিতো গোটেই জীৱন ধন-সম্পত্তিৰ কাৰণেই কটালে, আৰু পালেও তেনেকৈ। এতিয়ানো নামাজ পঢ়ি কিহৰ কাৰণে খাটে?"

বুঢ়াই মোৰ মুখলৈ চালে, হয়তো বুজিবৰ চেষ্টা কৰিলে মোৰ প্ৰশ্নটোৰ তাৎপৰ্য। তাৰ পিছত লাহে লাহে ক'লে, "আমি যিমান বিচাৰো সিমান নেপাওঁ, আল্লাই যিমান দিয়ে সিমানহে পাওঁ। পিছে ধন-সম্পত্তি মই আল্লাৰ ওচৰত কোনো দিন খোজা নাছিলো, এতিয়াও নিবিচাৰো, এতিয়া আল্লাৰ ওচৰত এই খাটনি যেন মই যেনেকৈ কমাই কৰি 'হালাল ৰুজি' খাই মৰিলো, মোৰ ল'ৰা-ছোৱালী, নাতি-পুতি, গঞা-চুবুৰীয়াহঁতেও যেন সেইদৰে কটাব পাৰে। অনিয়াই-অনীতি নকৰাকৈ নিজৰ পাতত, পৰৰ পাতত, ভাত মুঠি দিলা যদি সেয়ে বহুত।"

বুঢ়া নাস্তিক নহয়, হয়তো অদৃষ্টবাদীও নহয়।

হ'ব পাৰে যে আনৰ নিচিনা নিকপ্‌কপীয়া ধাৰ্মিক নহয়। শুকুৰবাৰে জুমা নামাজ পঢ়ি উঠি বুঢ়াই গাওঁখনত পাক এটা মাৰি আহে। কাৰো ঘৰত নোসোমায়, পদূলিমূৰত ৰৈ অভ্যস্ত দীঘলীয়া মাত এটা লগায়, "হেৰ, আইহঁত ভালে-কালে আছনে? হেৰ' ৰফি, খাজনা দিলিনে? হেৰ' কলীয়া, ছোৱালীজনীৰ জ্বৰ ভাল হৈছেনে? হেৰ' দেহনুৰ, চাপৰিৰ ফালে গৈছিলি নে? হেৰ' জোবাৰ, কলঠোকা বুঢ়া হ'ল নেকাটি কেলেই? বাদুলিয়ে খাব। হেৰ' ফজল, সেই কঁঠাল পুলিটো কেত জোপাই হেঁচা মাৰি ধৰিছে দেখা নাইনে? তইঁতেনো ক'ত চকু মুদি থাক? হেৰ, সোণপাহী, বোৱাৰীয়েৰ ভাল হ'বলগীয়া আছিল নহয়, হেৰ' ভদাই, হেৰ' ৰহমান, হেৰ' দেঁউটি, হেৰ' আচিৰত ..."

গোটেই গাওঁখন।

বুঢ়া যেন সকলোৰে ঘৰৰ মানুহ। গাওঁখন বুঢ়াৰ, বুঢ়া গাওঁখনৰ। সেই অধিকাৰ কেৱল বয়সৰ জানো?

কেতিয়াবা পুতেকৰ ছবছৰীয়া নাতিনীয়েকটোৱে ডাঙৰ কোৰ এখন লৈ ফোপাই গেথাই চোতালত কোৰ মাৰে, বুঢ়াই তাৰ ফালে একেথৰে চাই থাকে। গধুৰ, বলে নোৱাৰা কোৰখনেৰে অকণমান শিশুটোৱে শক্তি পৰীক্ষা কৰে। বুঢ়াই গৰ্বৰ সুৰত কয়, "সৌ কুকুৰটোলে চা-হঁত অ', গোটেই তলৰ মাটি ওপৰ কৰিছে। ই মোৰেই নিচিনা হ'ল, হেৰ' সৰুতে হাতত কোৰ ল'লে আৰু কোৰ হাতৰ পৰা নেৰায়। থ, থ।"

কিন্তু বুঢ়াই জানে সেই অকণমান শিশুটোৰ এটা সুপুৰুষৰ, এটা নতুন খেতিয়কৰ সম্ভাৱনা লুকাই আছে। 'ই মোৰেই নিচিনা হ'ল।' তাত জানো আনন্দ পাবলগীয়া নাই? এটা নতুন কৃষকৰ জন্ম, সি এজন ৰজাৰ জন্মতকৈয়ো ডাঙৰ কথা। সি যে পৃথিৱীক আহাৰ যোগাব, তাৰ হাতৰ পৰা আহাৰ নিহে ৰজাই অন্য প্ৰজাক বিলাব। কিমান গৌৰৱৰ কথা। সি মানুহৰ মাটিৰ মায়াক অমৰ কৰিব, যুগমীয়া কৰিব।

খেতিয়ক— কিমান যুগৰ পৰা আছে সি, আৰু কত যুগ থাকিব। আহমদ বুঢ়া সেই খেতিয়ক গোষ্ঠীৰে এজন— অন্ন উৎপাদন, আহাৰ উৎপাদনৰ বাহিৰে যাৰ অন্য কৰ্ম নাই, অন্য সাধনা নাই। যাৰ জীৱনত এটা আদৰ্শ— পৃথিৱীৰ কল্যাণ হওক, মানুহৰ মঙ্গল হওক, জগতৰ সুখ-সমৃদ্ধি হওক; তাৰ কাৰণেই সি জীয়াই থাকে, তাৰ কাৰণেই মৰে।

আহমদ বুঢ়াও মৰিল, ৰাতি ভাত খাই উঠি খুন্দা তামোলখন মুখত দিওঁতেই ঢলি পৰিল। আহমদ বুঢ়াৰ কাৰণে গোটেই গাওঁখনে হিয়া ঢাকুৰি কান্দিলে। ৰজা মৰিলে ৰাজপাট শূন্য নেথাকে, তৎমুহূৰ্তে অন্য ৰজা হয়। কিন্তু আহমদ বুঢ়াৰ নিচিনা খেতিয়ক মৰিলে সেই অভাৱ পূৰাবলৈ বহুত দিন লাগে।

গোটেই গাওঁখনে হয়তো সেই কাৰণেই কান্দিলে। মৰাৰ সময়ত এপইচা-দুপইচাকৈ সঁচা সাতশ তেইশ টকা ৰূপ বুঢ়াই দি গ'ল মছজিদটো সাজিবৰ কাৰণে।

হয়তো গাওঁখনে সেই কাৰণেই আৰু বেছিকৈ কান্দিলে।

# এঘণ্টাৰ ইতিহাস

১৯৫০ চন। ৩১ ডিচেম্বৰ। ৰাতি ১১ বজা। আমাৰ গোলাৰ্দ্ধত আন্ধাৰ, বতাহ নাই। থৰ লাগি থকা এজাক চেঁচা কুঁৱলীয়ে চিনাকি গোটেই পৃথিৱীখন ঢাকি ৰাখিছে। মাজ কৃষ্ণ-পক্ষৰ আকাশখনৰ বুকুত কেইটামান নিস্তেজ তৰাৰ দুৰ্বল চকু টিপিয়নী এটা নতুন বছৰক অভ্যৰ্থনা জনাবৰ কাৰণে ক'তো এটা নতুন আয়োজনৰ চিন নাই। কেৱল বেৰত ওলমি থকা এলেন্দ্ৰৰা কেলেণ্ডাৰখনৰ শেষৰ পৃষ্ঠাটোৱে কৰুণভাৱে লেমটোৰ ফালে চাই আছে। ষাঠিটা মিনিটৰ পিছত তাৰ অস্তিত্ব একেবাৰে অৰ্থহীন হৈ পৰিব। সি হৈ পৰিব ইতিহাস। তাক আৰু কোনেও নিবিচাৰে। যেন ফণিয়াওতে সৰি পৰা এডাল কেঁচা চুলি।

চাৰে-চাৰি বজাত গধূলি হোৱা জাৰকালিৰ ৰাতি। গাঁৱৰ প্ৰায় সকলো মানুহ শুই নিঃপালী দিলে। দূৰণিত কাৰোবাৰ ঘৰৰ ঢেঁকীৰ মাত শুনা যায়। হয়তো ন ধানৰ চিৰা খুন্দিছে। তাৰ বাহিৰে এটা শ্ৰান্ত নিস্তব্ধতাই জগতখন আচ্ছন্ন কৰি ৰাখিছে।

অকঁলে বহি থাকি মোৰ টোপনি অহা যেন লাগে। গাটোৰ পিঠিফালে চেঁচা পৰি আহে। মুখৰ আগত লেমটোৰ সৰু জুইকুৰা একেবাৰে উত্তাপহীন। হয়তো সি জুয়েই নহয়– এটা চেঁচা পোহৰ। বাহিৰৰ নিস্তব্ধতাৰ ফালে কাণ দিও– গোলাৰ্দ্ধৰ পৰা গোলাৰ্দ্ধলৈ, নক্ষত্ৰৰ পৰা নক্ষত্ৰলৈ কেৱল শীতাৰ্ত নীৰৱতা। মোৰ চকুযোৰ ক্ৰমে মুদ খাই অহা যেন লাগে। ...

... চুটি-চাপৰ সৰু মানুহজন ঘৰটোৰ ভিতৰলৈ সোমাই আহিল। মুখখন অলপ শেঁতা পৰা। তেওঁ আহি ধুনীয়াকৈ সজাই থোৱা মেজখনৰ ওচৰতে বহিল। ঘৰটোৰ বেৰবোৰত চাৰিওফালে নানা ৰঙৰ, নানা ৰকমৰ মেপ। কাৰখানাৰ ছবি আৰু কিছুমান 'চাৰ্ট'। মেজখনৰ ওপৰতে ডাঙৰ, প্ৰায় বৰটৌটোৰ সমান এটা গ্ল'ব। মানুহজনে এবাৰ বেৰৰ মেপবোৰৰ ওপৰেদি চকু ফুৰাই আনি, একান্তমনে গ্ল'বটো চোৱাত লাগিল। তেওঁ লাহে লাহে গ্ল'বটো ঘূৰাই বিশেষ বিশেষ কিছুমান ঠাইত আঙুলি বুলাই যাব ধৰিলে।

ইংলেণ্ডৰ ওপৰেদি পাৰ হৈ আহি তেওঁ পশ্চিম জাৰ্মেনিত অলপ ৰ'ল। কিবা ভাবিলে, তাৰ পিছত গ্ৰীচৰ ওপৰেদি আহি ইজিপ্তৰ ওচৰত আকৌ ৰ'ল। গ্ল'বটো অলপ ঘূৰাই তেওঁ একেথৰে পেলেষ্টাইনৰ ফালে চাবলৈ ধৰিলে। তেওঁৰ মুখত এটা জয়ৰ হাঁহি বিৰিঙি উঠিল।

তেওঁ আগবাঢ়িব ধৰিলে। কাশ্মীৰেদি সোমাই, পাকিস্থান, ভাৰতবৰ্ষৰ ওপৰেদি পাক মাৰি, বৰ্মাৰ ওপৰেদি গৈ, তেওঁ ফৰমোজাত অলপ ৰ'ল। তেওঁৰ শেঁতা মুখখন আৰু অলপ শেঁতা পৰিল। তাৰ পিছত জাপানেদি উজাই তেওঁ কোৰিয়াৰ সীমান্ত পাই

গ্ল’বটো ঘূৰোৱা বন্ধ কৰি দিলে। কেইবা মিনিট তেওঁ একেথৰে ৰৈ কিবা এটা ভাবিলে। তাৰ পিছত বেৰত থকা এখন ডাঙৰ চাৰ্টৰ ওচৰলৈ আহি তেওঁ কলমটো উলিয়াই লিখি গ’ল ঃ “১৯৫০ চনৰ জমা খৰচ।”

জমা ঃ

১। পশ্চিম জাৰ্মেনি,

২। জাপান,

৩। নেহৰু, লিয়াকত, এটলী

৪। কাশ্মীৰ (ভাৰত+পাকিস্থান)

৫। সম্মিলিত জাতি সংঘ – বিয়োগ (মাইনাছ) – ৰুছিয়া, চীন

৬। পেলেষ্টাইন।

৭। ৫০০০০ কোৰিয়ান ডেকাৰ মৰা শ।

৮। ৯০০০০০০০০০০০০০০০০০০০০০০০০০০০০০ ডলাৰৰ সোণ।

খৰচ ঃ

১। চীন।

২। কোৰিয়া।

৩। চাং কাই ছেক।

৪। পূব জাৰ্মেনি।

৫। ইজিপ্ত।

৬। ৮৫৬৪৩২১৭৮৯৬০০০০০০০০০০০০০০০০০০০ ডলাৰ + ৫৬৭৮৯৬৪৩ নিৰ্দোষ এমেৰিকান ডেকা সৈনিক।

নতুন বছৰৰ সম্ভাৱনা ঃ জয়, জয়, জয় ... আশা, হ’প গ্ৰে’ট হ’প –”

সৰু মানুহজনে অকলশৰে এটা উল্লাসৰ হাঁহি মাৰিলে, তাৰ পিছত মেজৰ ওপৰত পৰি থকা সোণালী আখৰৰ নতুন ডায়েৰী বহীটোত লিখিলে– “হেৰী ট্ৰুমান – ১৯৫১”

মানুহজন ক্ৰমে ক্ৰমে গ্ল’বটোৰ মাজলৈ সোমাই গ’ল। ... কোঠাটোৰ ভিতৰত চিলিঙলৈকে ভৰি থকা কিতাপৰ আলমাৰী। নতুন-পুৰণি নানা লিখকৰ নানা কিতাপ। প্লেটো, এৰিষ্টট্‌ল, হেৰোডোটা ছ, বাল্মীকি, কালিদাস, টলষ্টয়, বাৰ্ণাৰ্ড শ্ব, ৰেল্‌ছ, লাস্কি, মাৰ্ক্স, লেনিন, কনানডায়ল, ৰবী ঠাকুৰ, ইকবাল – ইত্যাদি। এক অদ্ভুত সংমিশ্ৰণ আৰু সংগ্ৰহ। বেৰত নানা বিখ্যাত লোকৰ ছবি– শিলামূৰ্তি, চিত্ৰাঙ্কিত ফলি। চকুত পৰে অশোক, চন্দ্ৰগুপ্ত, আকবৰ, জুলিয়াচ চিজাৰ, এলেফ্ৰেড দি গ্ৰেট শিৱাজী, আলেকজাণ্ডাৰ, লৰ্ড বেণ্টিঙ্ক, মহাত্মা গান্ধী, খুদীৰাম আদিৰ ছবি আৰু মূৰ্তি।

কোঠাটোৰ এখন খিৰিকী খোলা। দিনত সেই খিৰিকীয়েদি বৰফে ঢকা এটা পৰ্বতৰ দৃশ্য দেখা যায়। ৰাতি মাত্ৰ দেখা যায় তাৰাৰ ক্ষীণ পোহৰ মিহলি আন্ধাৰবোৰ।

ৰঙা মুখৰ ওখ মানুহজনে ছবি আৰু কিতাপবোৰৰ ওপৰেদি চকু ফুৰাই নি উদাসভাৱে খিৰিকীখনেদি বাহিৰৰ ফালে চালে। বেৰত এখন অট'মেটিক কেলেণ্ডাৰে চলি থকা ঘড়ীটোৰ টক্ টক্ শব্দবোৰৰ লগে লগে নিজৰ আৱৰ্তনত আগবাঢ়ি যাব ধৰিছে। মানুহজনে এবাৰ পুৰণি কেলেণ্ডাৰখনৰ ফালে অলপপৰ চাই থাকিল। ৩১ ডিচেম্বৰ, কাষতে ঘড়ীটোত ১১ বাজি ১০ মিনিট গৈছে। ৫০ মিনিট আছে। শেষ হৈ যাব বছৰটো। মানুহজন লাহে লাহে বেৰত থকা আৰ্চিখনৰ আগলৈ গ'ল। আচীখন ডাঙৰ— তাত ভৰিৰ পৰা মূৰলৈকে গোটেই মানুহটো দেখা যায়। আৰ্চিখনত নিজৰ ফালে চাই তেওঁ টপা মূৰটোত হাত বুলালে, তাৰ পিছত তেওঁ আহি মেজখনৰ কাষত বহি লিখি গ'ল— "জমা খৰচ – ১৯৫০ –

জমা ঃ

১। 'শ্ৰী' + কপাল আৰু গালৰ নতুন আঁক।

২। ৩৬৫ দিন।

৩। এচিয়াৰ নেতৃত্ব (?)।

৪। এমেৰিকাৰ খোছামোদ।

৫। মাওৰ চীনৰ সমৰ্থন।

৬। ভূঁইকঁপ, দুৰ্ঘটনা, আকাল আৰু সাম্প্ৰদায়িক কন্দলত মৰি চিৰস্থায়ী হোৱা ৩৪৫৬৭৮৯ 'ৰাইজ'।

৭। বন মহোৎসৱত ৰোৱা গছৰ অৱশিষ্ট ৯৮৭ জোপা (উদ্ভিদ বিশেষজ্ঞই ৰিপৰ্ট দিছে বচাৰ সম্পূৰ্ণ সম্ভাৱনা।)

৮। হাতচাপৰি, অভিনন্দন।

খৰচ ঃ

১। মূৰৰ বাকী থকা চুলিকেডাল।

২। ৮৭৬৫৪৩২১ লাখ টকা (কাশ্মীৰৰ কাৰণে)।

৩। ৩৪৫৬৭৮৯০০০০০ টকা ভগনীয়াৰ কাৰণে।

৪। ৯৮৭৬৫৪৩২১ ব্যয় সঙ্কোচৰ কাৰণে।

৫। ৭৩০ টা বক্তৃতা। ১। 'পণ্ডিত'।

৬। বন মহোৎসৱত ৰোৱা গছৰ সংখ্যা ৪৩২১৮৭৬৫৯৮৭১০০০০।

৭। ৮০৩০ ঘণ্টাৰ জিৰণি আৰু টোপনি।

৮। ৬৫৪৩২১৯৮৭৬৫০০০ আকাশী মাইল (Airmileage) তেওঁ আৰু কিবা-কিবি কিছু লিখিলে। তাৰ পিছত লিখা মেজখনৰ ওচৰৰ পৰা আহি আলেকজাণ্ডাৰ আৰু আকবৰৰ ছবি দুখনৰ মাজত বৈ এষাৰ কবিতা গাই গ'ল –

"The time is out of joint, O cursed spite.

That ever I was born to set it right."

তাৰ পিছত ওপৰত আঁৰি থোৱা মহাত্মা গান্ধীৰ ছবিখনৰ ফালে চাই থাকিল। শ্ৰীনেহৰুৰ মুখখনত হেম্‌লেটৰ উদ্বিগ্ন স্থিৰতাটো পৰিস্ফুট হৈ উঠিল। তাত এটা ঢাকিব খোজা ব্যৰ্থতা আৰু নৈৰাশ্যৰ ছায়া। লাহে লাহে নেহৰু সৰু হৈ গৈ বেৰত এখন ছবি হৈ মহাত্মা গান্ধীৰ ওচৰত ৰ'ল গৈ।

* * *

"মই ষ্টেলিন। মানুহক খাবলৈ দিয়া, পিন্ধিবলৈ দিয়া, স্বাস্থ্য দিয়া মানুহ হ'বলৈ দিয়া এয়ে মোৰ ধৰ্ম। ১৯৫০ চনত মই কেৱল জমা কৰিছো– জনশক্তি, অৰ্থ, যুদ্ধসম্ভাৰ, সৈন্য, খাদ্যদ্ৰব্য, বৈজ্ঞানিক উদ্ভাৱন। জমা কৰিছো সহযাত্ৰী আৰু সহযোগী চীন, সহযাত্ৰী উত্তৰ কোৰিয়া, সহআদৰ্শ লোৱা পৃথিৱীৰ কোটি কোটি গৰীৱ মানুহ।

আৰু খৰচ? খৰচ কৰিছো মানুহৰ ভুল, ধৰ্মান্ধতা, অন্ধতা, জড়তা, দাৰিদ্ৰ আৰু হাহাকাৰ। আৰু তাৰ লগতে ধনতান্ত্ৰিক দেশৰ শান্তি।"

বক্তৃতা দিয়া মানুহজন অলপ পৰ ৰ'ল। তেওঁৰ মোচকোছাৰ ওপৰত হাতৰ তলুৱাখন বুলাই ক'লে "মোৰ চোলাটো ফাটিছে। এটা নতুন উলৰ চোলা ল'ব লাগিব, বৰ জাৰ পৰিছে।"

কথাষাৰ কৈ উঠি ষ্টেলিনে তেওঁৰ দগধা উলৰ পুৰণি চোলাটোৰ ওপৰত হাত বুলাব লৈ ধৰিলে। ... এঘাৰ বাজি ২৫ মিনিট গ'ল। ...

... নোদোকা শকত মানুহজন মটৰখনৰ পৰা নামি আহিল। গাত মঙহ ধৰিবলৈ কোনো ঠাই বাকী নাই। ডিঙি, মূৰ, মুখ আৰু গা এনে এটা পৰিমাণত একাকাৰ হৈ গৈছে যে অলপ আঁতৰৰ পৰা তেওঁক এটা ডাঙৰ বৈয়াম যেন দেখি।

কোমল গদীখনত তেওঁ বহি পৰিল। এইকেটা খোজ কঢ়াৰ কাৰণে অত্যন্ত ক্লান্ত। তেওঁ বেৰৰ কেলেণ্ডাৰখনৰ ফালে চালে। ডিচেম্বৰৰ ৩১ টোৱে তেওঁৰ ফালে বৰ করুণভাৱে চাই আছে। ঘড়ীত চালে ১১ বাজি ২৫ মিনিট গৈছে।

সময় খৰচ নকৰি তেওঁ এটা লোহাৰ বাকচ মেলি ডাঙৰ বহী এটা উলিয়াই আনি ১৮৫০ চনৰ ৩১ ডিচেম্বৰলৈকে হোৱা জমা-খৰচবোৰৰ ওপৰত চকু ফুৰাই যাব ধৰিলে ঃ

জমা ঃ

১। নগদ – ৭৮৯০০০০০৬৪৩২১৮৭৫৬ টকা।

২। কাপোৰৰ কল – ৩ টা।

৩। মৰাপাটৰ কল – ৪টা।

৪। চাহ বাগিচা – ১৬ খন।

৫। বেঙ্ক – ২ টা।

৬। এয়াৰ লাইনছৰ্ত ছেয়াৰ – ৫০০০ টা।

৭। মন্ত্ৰী — ৫ জন।

৮। ইনকমটেক্স অফিচাৰ — ৩ জন।

৯। টেক্সটাইল অফিচাৰ — ৩ জন।

১০। চেলটেক্স অফিচাৰ — ৮ জন।

.১১। প্ৰকিয়’ৰমেণ্ট অফিচাৰ — ৭ জন।

১২। চাপ্লাই অফিচাৰ — ১১ জন।

১৩। পুলিচ অফিচাৰ — ২৮ জন।

১৪। কাষ্টম অফিচাৰ — ৪ জন।

১৫। ভতিজাটোৰ এম্বাছীত চাকৰি।

১৬। ফিল্ম কোম্পানী — ৫ টা।

১৭। ছাপাখানা ৩ টা আৰু বাতৰি কাগজ — ৪ খন।

খৰচ ঃ

১। মিলষ্ট্ৰাইকৰ ফলত লেবাৰ অফিচাৰক দিয়া ২৫,০০০ টকা।

২। আৰু? আৰুতো খৰচ নাই। ঠিক আছে। বহীটো বন্ধ কৰি তেওঁ আকৌ বাকচটোত সুমাই থলে। তাৰ পিছত ডাঙৰ পেঞ্চিল এডাল লৈ ১৯৫১ চনৰ ডায়েৰীখনত নিজৰ নামটো লিখিলে। বৰ পকোৱাপকি আখৰ লিখাৰ কাৰণে নামটো পঢ়িব নোৱাৰিলো। শেষৰ ফালে আন্দাজ ‘আগৰৱালানে’ কি লিখিলে যেন লাগিল।

তেওঁ কোনো মতে বহাৰ পৰা উঠিল, এটা এঙামুৰি মাৰিলে, তাৰ পিছত পেটটোত হাত মোহাৰি-মোহাৰি ‘ঠিক আছে’, ‘ঠিক আছে’ কৰি ওলাই গ’ল ...।

এজন খীণ ডেকা সোমাই আহিল। তেওঁৰ হাতত এখন ১৯৫১ চনৰ নতুন কেলেণ্ডাৰ। ডেকাৰ চকুত সোণৰ ফ্ৰেমৰ চশ্‌মা, হাতত সোণৰ ঘড়ী।

তেওঁ জেপৰ পৰা এটা সৰু বহী উলিয়ালে আৰু নবহাঁকৈয়ে লেমটোৰ কাষলৈ গৈ পঢ়ি গ’ল ঃ

জমা ঃ

১। মাহিলি দৰমহা ১৫০্ টকা।

এতেকে ১৫০ ১২ ৫৪,৮৫৯ টকা।

২ ।এখন জীপ।

৩। এটা ৰিইন্‌ফৰ্চ কংক্ৰিটৰ বিল্ডিং — খৰচ ৩০,০০০ টকা।

৪। ছোৱালীজনীৰ কাৰণে অলঙ্কাৰ — ১০,০০০ টকা।

খৰচ ঃ

১। অলপ বুদ্ধি।

২। মন্ত্ৰীক দিয়া — ৭,৫০০ টকা।

ডেকাই বহীটো বন্ধ কৰিলে আৰু কোঠাটোত সুহুৰিয়াই সুহুৰিয়াই ঘূৰি ফুৰিব ধৰিলে। অলপ পৰৰ মূৰত তেওঁ ওলাই গ'ল। তেওঁৰ কেলেণ্ডাৰখনৰ চুকত লেখা নামটো পঢ়ি চালো ... চন্দ্ৰ ইনকমটেক্স —। ভালকৈ মাতিব নোৱাৰিলো। জাৰকালিৰ ৰাতি চকুও দুৰ্বল হয়।

আৰু এজন গালৰ হাড় ওলোৱা খীণ মানুহ। পিন্ধনত পৰিষ্কাৰ বগা কাপোৰ। ভৰিত এযোৰ বাটাৰ চেণ্ডেল। মূৰটোৰ আগফালডোখৰ টপা। নাকটো অলপ চুটি। মুখৰ বৰণটো মিঠা।

আৰামী চকীখনত আঁউজি বহি মানুহজনে মেজৰ ওপৰত থকা শ বছৰীয়া নিকেলৰ কেলেণ্ডাৰখনৰ ফালে একেথৰে চাই আছে। বেৰৰ ডাঙৰ ঘড়ীটোত এইমাত্ৰ এঘাৰ বাজি ... মিনিট গৈছে। তেওঁ কাষৰ সৰু মেজখনৰ পৰা তেওঁ এটা সৰু বহী টান মাৰি আনিলে, তাৰ পিছত নিজে নিজে তাত চকু ফুৰাই গ'ল।

"জমা খৰচ — ১৯৫০ চনৰ ১ জানুৱাৰীৰ পৰা ৫০ ৰ ৩১ ডিচেম্বৰলৈকে :

জমা :

১। ৰিপাব্লিক দে — ১৫০০্ টকা।

২। বন মহোৎসৱ — ৩,০০০্ "।

৩। পাৰ্মিট — ১৬,০০০্ "।

৪। স্বাধীনতা দিন — ৮,০০০্ "।

৫। গান্ধী জন্ম — ১৫০০্ "।

৬। ভূঁইকঁপ ৰিলিফৰ চাউল (ক) ১২০০ মোন,

(খ) চেনি — ৩০০ মোন।

(গ) কাপোৰ — ৫২ গাঠি।

(ঘ) এমেৰিকান গাখীৰ — ২০০০ টিন।

(ঙ) টিন পাট — ৩৫ বাণ্ডিল।

(চ) চিমেণ্টৰ পাৰ্মিট বেচি — ৩৮০০্ টকা।

৭। ওকালতি কৰি — ৭৫্ টকা।

৮। ঘৰ ভাৰা — ১২০০০ টকা।

৯। বখ্‌ছিছ — 'হিন্দুস্থান ১০' খন।

ফিলিপ্স ৰেডিঅ'ৰ চেট্ এটা।

খৰচ :

১। মিটিং।

২। বক্তৃতা।

৩। ছিলং ভ্ৰমণ।

৪। উৰা জাহাজেৰে ভূঁইকঁপ বিধ্বস্ত অঞ্চল দৰ্শন।

৫। মুখৰ মিঠা কথা।

৬। ঠাই বুজি 'টিপ্‌ছ্'।

বহীটো বন্ধ কৰি থৈ তেওঁ এটা সৰু হাঁহি মাৰিলে, তাৰ পিছত এটা 'ভদ্ৰলোক' হাঁহি মাৰি ক'লে, "৫১ ত ভূঁইকঁপ নহ'ব পাৰে, আকাল ক'লৈ যাব। হয়তো যুদ্ধও লাগি যাব পাৰে।" তাৰ পিছত তেওঁ মেজৰ ওপৰত পৰি থকা ডায়েৰিবোৰৰ ভিতৰত ধুনীয়া এখন বাছি লৈ বৰ আনন্দেৰে নিজৰ চহীটো কৰিলে।

* * *

জয়চন্দ্ৰ উৰাং চাহ বাগিচাৰ বনুৱা। এই জাৰত, ৰাতি ১১ বজাতো তাৰ টোপনি নাই। সি কড়াই চোবাইছে। তাৰ গালৰ হাড়কেডাল ওলোৱা। তাৰ ঘৰত কোনো ঘড়ী, কেলেন্ডাৰ নাই। কিছুপৰৰ আগলৈকে এটা কেৰাচিনৰ টিপ চাকি জ্বলিছিল, তেল শেষ হোৱাত সিও কিছু সময়ৰ আগতে নুমাল। সি তাৰ মাটি-বৰণীয়া চুৰিয়াখন গাত মেৰিয়াই আন্ধাৰ কোঠাটোত বহি আছে আৰু ১৯৫০ চনৰ লাভ-লোকচানৰ হিচাপ কৰিছে :

জমা :

১। 'মজদুৰ' পদবী।

২। ইউনিয়ন কৰাৰ কাৰণে পুলিচৰ লাঠি আৰু ৬ মাহ জেইল।

৩। এটা গেঞ্জী।

৪। নগদ এঘাৰ অনা।

খৰচ :

১। 'কুলী' পদবী।

২। আইৰ মৃত্যু। (চিকিৎসা কৰা হ'লে নমৰিলহেঁতেন কিজানি।)

৩। মাইকীজনীক গোবিন্দই পলুৱাই লৈ গ'ল।

৪। পুলিচৰ খুন্দাত ভাগি পৰা ৩ টা দাঁত।

৫। বাগিচাৰ পৰা বহিষ্কাৰ।

নতুন বছৰৰ সম্ভাৱনা : নিবনুৱা জীৱন, অনাহাৰ, বেমাৰ হয়তো মৃত্যু। এৰা বেয়া নহয়।

মোৰ প্ৰাণৰ বকৱা,

সঁচাকৈয়ে দুৰ্ভগীয়াবোৰৰ জীৱনত সৌভাগ্যৰ মুহূৰ্তবোৰ বৰ অসময়ত আহে। চাওকচোন আৰু এমাহৰ আগতে যদি আপোনাক গল পালোহেঁতেন, হয়তো মোৰ আৰু আপোনাৰ জীৱনৰ গতি সম্পূৰ্ণ অন্য ৰকমৰ হৈ গ'লহেঁতেন। ৰেডিঅ' ষ্টেচনত আপোনাৰ লগত মোৰ প্ৰথম দেখা-দেখিৰ কথা বাৰু মনত আছেনে? সেই দিনা বুজা নাছিলো যে আমাৰ সেই দেখা-দেখিয়ে জীৱনৰ ওপৰত যুগমীয়া ৰেখাপাত কৰি যাব।

আৰু তাৰ পিছৰ সেই মিলন-মধুৰ সোণালী দিনবোৰ সেই সেউজীয়া ছিলঙৰ সৰলৰ পাতত নাচি থকা দিনবোৰ! সেই মিঠা ৰ'দত উজ্জ্বল হৈ উঠা আগবেলাবোৰ

আৰু কোমল ডাৱৰে অজানিতে আবৰি ধৰা আবেলিবোৰ! আৰু আপোনাৰ হাঁহি আৰু গান!

কোনোবাই হয়তো ক'ব, জীৱনত এইবোৰৰ কোনো সাৰ্থকতা নাই। যি কয় তেওঁলোকে জীৱনটো কি বুজিয়ে নেপায়। মটৰৰ দোকানত শ শ মটৰগাড়ী থাকিলেও, আমি যিখন কিনি উঠো, আমাৰ কাৰণে তাৰহে মূল্য আছে, নুঠা, নিকিনা গাড়ীৰ কোনো মূল্য নাই। নহয় জানো? মিলনৰ আনন্দই ৰাঙলী কৰি তোলা আমাৰ জীৱনৰ এটা মুহূৰ্ত নিৰস হেজাৰ হেজাৰ যুগতকৈও বেছি মূল্যবান। মই কিন্তু সঁচাকৈয়ে হাবিৰ মাজৰ হেজাৰ বছৰীয়া বৰগছ হ'বলৈ অকণো নিবিচাৰো। এটা পাপৰিৰ দৰে ক্ষণভঙ্গুৰ হোৱাটোও মোৰ আনন্দ!

মোৰ ভাবি আচৰিত লাগে এই ১৯৫০ চনটোৱেই মোৰ জীৱনটো কেনেদৰে ওলট-পালট কৰি দিলে। হয়তো আপোনাৰ লগত মোৰ জীৱনটো মিলাই দিব পৰা হ'লেই মই অধিক সুখী হ'লোহেঁতেন। দত্তৰ লগত মোৰ বিয়া হোৱাত অৱশ্যে মই অসুখী হোৱা নাই। কিন্তু কিয় ক'ব নোৱাৰো, আপোনাকেই মই বেছি ভাল পাইছিলো, হয়তো এতিয়াও পাওঁ।

১৯৫০ চনৰ আৰু এঘণ্টা বাকি আছে। দত্ত নাই, অলপতে আহি ওলাবহি। গধূলিৰ পৰা অকলশৰে থাকি আমনি লাগিছে। এনেকুৱা নিঃসঙ্গ সন্ধিয়া মনটো বৰ উদাস লাগে। হাতত পোৱাটোক এৰি ক'ৰবাত এৰি-অহা, নোপোৱা, পাবৰ আশা নথকা কিবা এটাৰ বুকত সাবটি ধৰিবৰ কাৰণে মনটো আকুল হৈ উঠে।

আজি অনুভৱ কৰিছো, এই ১৯৫০ চনটোত মোৰ জীৱনৰ যি ক্ষতি হ'ল তাক পূৰাব নোৱাৰিম। ১৯৫১ চনটোত এবাৰ আপোনাক লগ পাবৰ হেঁপাহ থাকিল— বৰ নিবিড়ভাৱে। আৰু নেলেখো। '৫০ ৰ মধুৰ সোঁৱৰণী আৰু '৫১ ৰ শুভ ইচ্ছাৰে।

আপোনাৰেই

অৰ্চনা বৰুৱা।

চিঠিখন লিখি শেষ কৰি ছোৱালীজনীয়ে মেজৰ ড্ৰৱাৰটোত সুমাই থৈ উঠিব ধৰোতেই মিঃ দত্ত সোমাই আহিল। গাভৰু উঠি গৈ ডেকাৰ ডিঙিত বৰ নিবিড়ভাৱে সাবটি ধৰিলে। ...

বাঁহৰ চাঙৰ ওপৰত শোৱা ল'ৰা-ছোৱালীকেইটাৰ গাত ফটা কঁথা আৰু অন্যান্য ফটা কোট, কূৰ্তাৰ অৱশিষ্টবোৰ ভালকৈ জাপি দি পণ্ডিত হেমিদ আহি নুমাই যোৱা জুইকুৰাৰ কাষত বহিলহি। মুখত এমুখ ডাঢ়ি, চুলি প্ৰায় সকলোবোৰ পকিছে। তেওঁৰ গাত এটা মলিয়ন গেঞ্জী, তাৰ ওপৰত এখন পাতল দুকঠীয়া। বাঁহৰ ভগা বেৰবোৰৰ মাজেদি কুঁৱলীৰ সেমেকা জাৰবোৰ সোমাই আহিছিল! চেঁচা পৰা ফুটছাইবোৰ ফুৰাই ফুৰাই হেমিদ পণ্ডিতে যোৱা বছৰৰ লাভ-ক্ষতিৰ খতিয়ানখন মনতে এবাৰ আওৰালে ঃ

জমা ঃ

১। মাক মৰা চাৰিটা ল'ৰা-ছোৱালী।

২। ৩২১্ টকা ছয় অনাৰ ধাৰ।

৩। এবছৰ বয়স বৃদ্ধি।

৪। জুন মাহৰ পৰা সাত মাহৰ দৰমহা (এতিয়াও শিক্ষা বিভাগৰ হাতত)!

৫। এটা পায়জামা, এটা কুৰ্তা, আধাযোৰ কেন্‌ভাচৰ জোতা, (গোৰোহাৰ ফালে নাই)।

খৰচ ঃ

১। গ্ৰহণী ৰোগত পৰিবাৰৰ মৃত্যু।

২। চিকিৎসাৰ কাৰণে ধাৰ কৰা ৩৫্ টকা।

৩। জীৱিকা নিৰ্বাহৰ প্ৰয়োজনত পৰিবাৰৰ অলঙ্কাৰ আৰু তিনিহালিছা ৰুপিত মাটি বিক্ৰী।

৪। দৰ্মহা পোৱাৰ আশাত ডি. আই. আৰু তেওঁৰ অফিচৰ কেৰেণীক দিয়া উপহাৰ– মৃতা পৰিবাৰৰ আছুতীয়া ৰিহা-মেখেলা এযোৰ, মুৰ্গী কণী দুকুৰি, জহা চাউল ১০ সেৰ, আৰু পৰমাৰ পৰা ধাৰ কৰি নি দিয়া এখন পাটৰ চাদৰ।

৫। ধান কিনা ১২৭ টকা।

১৯৫১ ৰ সম্ভাৱনা ঃ আত্মহত্যা, অৱশ্যে তাৰ লগতে ল'ৰা-ছোৱালীকিটিক এটা এটাকৈ শেষ কৰি ল'ব লাগিব।

চেঁচা ফুটছাইবোৰত কোনোমতে জুই নজ্বলিল। চাৰিওফালৰ আন্ধাৰবোৰৰ মাজত হেমিদ পণ্ডিতক চকুৰে নেদেখা হ'ল।

গছ-পাত আৰু ভগা-ছিগা ইকৰাৰ বেৰ দিয়া এটা জুপুৰি ঘৰ। ভিতৰত একুৰা জুইৰ কাষত এটা নৰকঙ্কাল, কুটুলা-কুটুল চুলি। গালৰ হাড়বোৰ স্পষ্ট, শীৰ্ণ, দুখন হাত, বুঢ়ীজনীৰ চাৰিওকাষ ঘেৰি ৰাতিৰ ঘোপমৰা আন্ধাৰ, আৰু মৰণ-নিথৰ নীৰৱতা।

মঙহ নোহোৱা হাত দুখনৰ খীণ, দীঘল আঙুলিকেইটাৰে জুইকুৰা, খুচৰি খুচৰি বুঢ়ীয়ে বাহিৰৰ নীল বৰণে আগুৰা পৃথিৱীখনৰ ফালে ঘোলা চকু দুটিৰে একেথৰে চাই থাকে, আৰু হৈ যোৱা বছৰটোৰ জমা-খৰচবোৰ মনেত সুঁৱৰি যায় ঃ

জমা ঃ

১। গাত পিন্ধি থকা এখন ফিচিকা গামোচা।

২। শূন্য।

৩। শূন্য।

৪। শূন্য।

৫। শূন্য। আৰু শূন্য। শূ – ন্য।

৬। ০

খৰচ :

১। স্বামী, তিনিটা ল'ৰা, দুজনী ছোৱালী, চাৰিটা নাতিনী, দুটা ভঁৰাল, ৩২ টা গৰু, পাঁচহাল ম'হ, এপেৰা সোণ-ৰূপৰ গহনা, চাৰিবাকচ কাপোৰ। ভূঁইকঁপে নিলে।

২। জাৰ, ভোক, চিন্তাৰ ফলত দেহাৰ মঙহ।

৩। এখন সোণৰ সংসাৰ। আশা, আনন্দ, উদ্যম, উৎসৱ।

১৯৫১ চনৰ সম্ভাৱনা :

১। আমেৰিকাই গাখীৰ পঠাইছে। খাই গাত বল পাম।

২। পাকিস্থানে চাউল পঠাইছে। লঘোণত আৰু মৰিব নেলাগে।

৩। ইজিপ্তে খাজুৰী পঠাইছে। কিমান সোৱাদ চাগে।

৪। চৰকাৰে কাপোৰ, ভাত, ঘৰ সজাৰ সঁজুলি পঠাইছে। হৈ যাব– সকলো হৈ যাব।

৫। মোৰ দেশৰ মানুহে 'এদিন লঘোণ দি' আমালৈ চাউল পঠাইছে। '৫১ চনত জকল আহি মোৰ ওচৰ পাবহি। কিন্তু উৰা জাহাজেৰে আনোতেও পাঁচমাহ লাগিছিলনে? এৰা, সৰহীয়া বস্তু নহয়। হওক, আৰু কলগছ নেখালেও হ'ব। উম থকা কম্বল এখন পালে আৰু মোক একো নালাগে। উঃ ইমান জাৰ, গা ঢাকিলে কঁকাল ঢাক নোখোৱা ফিচিকা গামোচাখন বুঢ়ীয়ে টানি টানি গাটোত মেৰিয়াবৰ যত্ন কৰাত আৰু আগটো ফাটিল। বুঢ়ীৰ শুকান, নাঙঠ গাটো দেখি জুইকুৰাই লাজ পায়। নুমাই যায় আৰু একো নেদেখি।

* * *

জমা :

১। স্বাধীনতা।

২। শান্তি।

৩। প্ৰগতি।

৪। সুখ।

৫। মুক্তি।

৬। আনন্দ – আনন্দ – আনন্দ।

খৰচ :

১। খেতিৰ মাটি বিচাৰি আন্দোলন কৰাৰ কাৰণে ১৯৫০ চনৰ ২ জানুৱাৰীৰ পৰা ২৮ ডিচেম্বৰলৈকে স্বাধীন ভাৰতৰ জেইলৰ ভিতৰত মুক্ত জীৱনৰ আনন্দ।

২। ভাইটোও জেইলত– অৱশ্যে মই থকাটোত নহয়, অন্য এটাত। সি বনুৱা আন্দোলন কৰিছিল– ৰাজদ্ৰোহী।

৩। ফিজ আদায় কৰিব নোৱাৰি ভাই দুটাই স্কুল এৰি দিছে।

৪। ভনীজনীৰ টাবি হৈছে, অনাহাৰী দেহাত অতিৰিক্ত পৰিশ্ৰমৰ কাৰণে।

মই এবছৰৰ কাৰণে গাঁৱৰ ভিতৰত নজৰবন্দী। পুলিচৰ গোৰত ভগা দাঁত দুটাৰ গুৰিৰ পৰা মাজে মাজে তেজ ওলায়। তেজবোৰ হালধীয়া।

১৯৫১ চনৰ সম্ভাৱনা ...

টং টং টং টং ...

আ, সেইয়া বাৰ বাজিল। ১৯৫০ চন শেষ হৈ গ'ল। আৰম্ভ হ'ল ১৯৫১। 'নিউ ইয়েৰ', নতুন বছৰ। কিন্তু মোৰ সম্ভাৱনাৰ লেখ ল'বলৈ নৌ পাওঁতেই দেখোন বাৰ বাজি গ'ল। ৫০ ছালমতমা খিনিত; পোৱা ৫১ৰ ব্যৰ্থতাৰে পূৰ্ণ কৰিম, নে সফলতাৰে ঢাকি দিম?

মই জানো, ৫১ ৰ বুকুত মোৰ কাৰণে কি আছে! মই ১৯৫০ চনৰ ডিচেম্বৰ মাহৰ কেলেণ্ডাৰৰ পাতটো ফালি দিওঁ। নতুন কেলেণ্ডাৰ বিচাৰিব লাগিব।

# তুলসী তলৰ তীৰ্থ

আমাৰ 'মেছটোৰ নিচেই কাষতে –

শুই নৌ উঠাৰ পৰা ৰাতি শুই ভাগৰি পৰালৈকে আমাৰ কাণত নিতৌ পৰে আপদীয়া বুঢ়ীজনীৰ কেঁকনি-গেথনি, ওজৰ-আপত্তি, আৰু ভগৱানৰ বিৰুদ্ধে চিঞৰি চিঞৰি কৰা অভিযোগবোৰ। নিতৌ অন্ততঃ এবাৰ তাই আমাৰ তালৈ আহে। কোনোবা দিন থকা এটা ধুনীয়া অতীতৰ বিষয়ে এটা বক্তৃতা দিয়ে, তাইৰ গিৰিয়েকৰ কথা কৈ অলপ কান্দে, আৰু সকলোৰে বিনিময় স্বৰূপে আমাৰ পৰা চাউল এসাজৰ, লোণ-তেল অলপমান খুজি নিয়ে। সদায় তাইৰ দীঘলীয়া গল্পলৈ কাণ দিবলৈ আমাৰ আজৰি নেথাকে; কেৱল মাত্ৰ উদয়েহে তাৰ পঢ়া কিতাপখনো বন্ধ কৰি থৈ আহি বুঢ়ীৰ লগত কথা পাতিবলৈ বহেহি। তাৰ হেনো বুঢ়ীজনীলৈ কৰুণা হয়। আমাৰ কিন্তু ভাল নেলাগে। সদায় তাইৰ চকুপানী মচি কোৱা গল্পবোৰ নো কিমান শুনিম! তাতে যদি পুৰণা গল্প ক'ব পাৰিলেহেঁতেন সিও ভাল আছিল। কাৰোবাৰ বিয়া এখনত হোৱা গণ্ডগোল এটাত আৰম্ভ কৰি বিষ্ণু বৰুৱাৰ পুতেকটো কিমান ধুনীয়া আছিল, ৰূপাইৰ বাৰীৰ পিছফালৰ পুখুৰীটোত কেনেকৈ তাৰ গাভৰু জীয়েকজনী পৰি মৰিল, কোনদিনা ঈশ্বেশ্বৰ বামুণৰ ল'ৰাটোৰ আমৰ এঠা পৰি চকু এটা বেয়া হৈ গ'ল– ইত্যাদি অসংলগ্ন কথাবোৰ অতীতৰ বাস্তৱতা সানি সানমিহলি কৰি কোৱা সাধুকথাবোৰ আমাৰ ভাল নেলাগে। কোনোদিনে চিনি নোপোৱা ক'ৰবাৰ গাঁৱৰ মানুহবোৰৰ বুঢ়ীয়ে কোৱা আখ্যানটো কাণ নিদিয়াকৈ শুনি থাকি যিমান সোনকালে পৰা যায় বুঢ়ীক বিদায় দিওঁ। কেতিয়াবা বিৰক্তি পাই বুঢ়ীক কেটেৰা মাতেৰে "আৰু নো কিমান বেল্‌বেলাই থাকা, পঢ়িব লাগে যোৱাগৈ" বুলি পঠাই দিওঁ। নিৰ্বিবাদে বুঢ়ী গুচি যায়।

পৃথিৱীত তাইৰ কোন আছে, তাৰ বিচাৰ কৰিবৰ আৱশ্যকতা আমি বোধ নকৰো। তাইৰ কথাৰ পৰা যি বুজো তাত পাওঁ তাইৰ এটা ভৰা অতীত, এটা হেৰোৱা সুখৰ দিন, ক'ৰবাত কৰা এখন সংসাৰ– তাত তাইৰ ডেকা গিৰিয়েক, তাইৰ গৰু-ম'হ, ঘৰ-বাৰী, তাইৰ সুখৰ দিন! অৱশ্যে এই গোটেইখিনি যে বুঢ়ীৰ আৰব্য উপন্যাসৰ আলিবাবাৰ চিচিম্‌ফাক কেতিয়াবা আমাৰ তেনেকুৱা লাগি যায়।

বৰ্তমান তাইৰ আছে আমাৰ মেছৰ কাষৰ চালিখন। আঠ-ন বছৰীয়া তাইৰ নাতিনীয়েকজনী, তাইৰ কাঁহী-বাটি, কেৰাহী কেইডোখৰ আৰু তাইৰ শেষ নোহোৱা অতীতৰ গল্পবোৰ। তদুপৰি আৰু আছে তাইৰ ছিগি শেষ হোৱা বগা চুলিবোৰ, দাঁত সৰি শেষ হোৱা দাঁতৰ আলুবোৰ, কোটৰত সোমোৱা চকু দুটা আৰু শোটোৰা-শোটোৰ মুখখন। তাৰ উপৰিও বুঢ়ীৰ আৰু অলপ ভিতৰলৈ সোমাই যদি চোৱা যায়, দেখা যাব– বুঢ়ীৰ আছে জীয়াই থাকিবৰ এটা আয়োজনহীন প্ৰয়াস, খাবৰ কাৰণে,

জীণ নিয়াব নোৱাৰা এটা সামান্য বুভূক্ষা, নাতিনীয়েকজনীৰ প্ৰতি এটি জীয়া উত্তেজনা, এটা এৰি দিব নোৱাৰা মৰম। তাই এতিয়াও জীয়াই থাকিবলৈ ভাল পায়। কেতিয়াবা তাইৰ জীয়াই থকাৰ হুতাশনীয়া আকাংক্ষাটো দেখি আমাৰ হাঁহি উঠে। বুঢ়াবোৰৰ, ভৱিষ্যতহীনবোৰৰ জীয়াই থকাৰ কি সাৰ্থকতা থাকিব পাৰে! হাঁহি হাঁহি বুঢ়ীক সোধো – "তোমাৰ বয়স বাৰু কুৰি বছৰমান হৈছে নে আই?"

"এ বহুত হৈছে বোপাইহঁত, দুকুৰিতকৈ সৰহ হ'লেও কম নহয়।" বুঢ়ীয়ে তাইৰ জীয়াই থকা দিনবোৰৰ এটা হিচাপ আমাৰ আগত দাঙি ধৰিব খোজে। আমাৰ ভয় লাগে– আকৌ যিটো ইতিহাস ওলাব, তাক দুঘণ্টাৰ কমে শুনি শেষ কৰা দুঃসাধ্য। আমি জানো, বুঢ়ীয়ে সত্তৰৰ ডেওনা অতিক্ৰম কৰিছে। অথচ বুঢ়ীৰ মনত তাইৰ সৰুৰে পৰা বুঢ়া হোৱা গোটেই জীৱনটো কালিৰ এটা ঘটনা যেন হৈয়ে আছে।

আমাৰ ভিতৰত ঈশানটো অলপমান উদ্ভট। সি দয়া-মৰমৰ বৰ ভু নাৰাখে। কেতিয়াবা বুঢ়ীক সোধে, "ইমান বুঢ়ী হ'লা, তুমি নমৰা কেলেই?"

বগা পৰা চেলাউৰিযোৰ ঘোপা কৰি অভিযোগৰ সুৰত বুঢ়ীয়ে কৈ উঠে, "কেলেই মৰিম বোপাই! কণা গোসাঁয়ে কিবা আমাৰ নিচিনা বুঢ়ী গজমূৰীবোৰক দেখে নে? আমাৰ নিচিনাবোৰক মাৰি তেওঁৰ কি সুখ লাগিব? ডেকাবোৰক বুকুৰ পৰা কাঢ়ি নিলে। ৰাইজ্য খাবলৈ আমাক এৰি থৈছে; নেদেখে।" মাৰি নিনিয়াৰ বিৰুদ্ধে এই অভিযোগটো নিতৌ বুঢ়ীয়ে কণাগোসাঁইৰ বিৰুদ্ধে উত্থাপন কৰে। তাইক মাৰি নিনিয়াৰ কাৰণে যেন বিধাতা বৰ ডাঙৰ দোষত দোষী। আৰু তাৰ বাবে যেন তাই বিধাতাক কোনো দিন ক্ষমা কৰিব নোৱাৰে, নোৱাৰিব।

প্ৰতিদিনে বুঢ়ীয়ে অন্ততঃ দুবাৰ নিজৰ অতীতৰ মাজলৈ ঘূৰি যায়, এবাৰ তাইক দুখীয়া কৰি, সৰ্বস্বান্ত কৰি জীয়াই ৰখাৰ কাৰণে বিধাতাক দোষাৰোপ কৰে, এবাৰ হয়তো নাতিনীয়েকজনীৰ ভৱিষ্যতটোৰ বিষয়ে আমাৰ আগত এখন আঁচনি দাঙি ধৰে। আৰু দুই-তিনিবাৰ আমাৰ পৰা চাউল দুটামান, তেল এটোপা, আঞ্জা অকণ খুজি নিয়ে। আৰু প্ৰতিদিনে উদয়ৰ এটা আশ্বাস, আৰু ঈশানৰ চুটি ধৰণৰ এটা ডাবি, আৰু আমাৰ কিবা এটা হাঁহি উঠা প্ৰশ্ন বুঢ়ীয়ে পায়।

"বাৰু আই, পৃথিৱীখন তোমাৰ কেনেকুৱা যেন লাগে?"

"তোমাৰ ঈশ্বৰক বাৰু কেতিয়াবা দেখিছানে?" তুমি মৰিলে আকাশলৈ যাবা নে, পাতাললৈ যাবা?" আমাৰ জাউৰি প্ৰশ্নৰ উত্তৰত বুঢ়ীয়ে কয়, "এইখন যাঁত বোপাই, যাঁত।"

"কি যাঁত?"

"এ আমাৰ চেপা যাঁত। ওপৰত সৌ আকাশখন এছটা শিল, তলত এই পৃথিৱীখন এছটা শিল, দুয়োখনৰে চেপাৰ কোবত জগতৰ পৰাণীবোৰ গুড়ি হৈ গৈছে। যাঁতত্তহে যেন চাউল, মাহ গুড়ি কৰিছে। তেও জানো কণাগোসাঁয়ে ঘূৰাবলৈ এৰিছে। তেওঁৰ যাঁত ঘূৰায়ে আছে, আমাক চেপি মাৰিছে।"

বিধাতাৰ বিৰুদ্ধে খঙত বুঢ়ীৰ কথাবোৰ গৰম হৈ উঠে। ঘূৰণীয়া আকাশ আৰু পৃথিবীৰ যাঁত ৰচনা কৰি মাজত প্ৰাণীবোৰ পিহি মৰা সেই নেদেখা বিধাতাজনৰ প্ৰতি বুঢ়ীৰ অভিযোগটো শুনি আমাৰ হাঁহি উঠে।

"পিছে যাঁতৰ চেপাত তুমি দেখোন গুড়ি হৈ যোৱা নাই, গোটেই তেজী হৈয়ে আছা?" ঈশানে কয়।

"কি আছা বোপাইহঁত। তহঁতে বাহিৰটোহে দেখিছ। জী গ'ল, পো গ'ল, সা-সম্পত্তি গ'ল, ভিতৰখন মোৰ ভাঙি গুৰি হ'ল।" আৰু এটা দীঘল বক্তৃতা দিবলৈ আৰম্ভ কৰা দেখি আমি চিঞৰি উঠো, "হ'ব, আৰু হ'ব; সকলো যোৱাৰ লগতে তোমাৰ এই বক্তৃতাবোৰ যোৱা হ'লে ভাল আছিল। সেইবোৰ যাওক চাৰি চাৰহে হৈছে।"

তাৰ পিছত সেইদিনৰ কাৰণে বুঢ়ীক যি লাগে দি বিদায় কৰো, দীঘলীয়া কথা পাতিবলৈ গ'লে ঘৰৰ পৰা অনা টকাকেইটাৰ যে অযথাতে মূৰ খোৱা হ'ব, তাৰ জ্ঞান আমাৰ আছে।

বুঢ়ীৰ নাতিনীয়েকজনী বুঢ়ীৰ কোনোবা এজনী সৰু জীয়েকৰ জীয়েক। ছোৱালীজনীৰ মাক-বাপেক নাই, দদায়েকহঁত আছে, কিন্তু সিহঁতৰ হাতত এৰি নিদি ছোৱালীজনীক বুঢ়ীয়ে আনি নিজৰ ঘৰতে ৰাখিছে। খুজি মাগি খুৱায়, তথাপি দদায়েকহঁতৰ তাত থৈ নাহেগৈ।

মিঠা বৰণীয়া ছোৱালীজনী, দহ বছৰমান হৈছে। তেল-তুল, কাপোৰ-কানি প্ৰায় আমিয়ে দিওঁ, তায়ো বিচাৰিবলৈ লাজ নকৰে। আমাৰ তাতে প্ৰায়ে ভাতো খায়। তাইৰ অনাথ সৰু জীৱনটোলে আমাৰ পুতৌ হয়। আমি জানো আমাৰ মৰমক তাই প্ৰাণতকৈয়ো অধিক শ্ৰদ্ধা কৰে। আন কি দয়া-মমতাৰ সম্বন্ধ নৰখা ঈশানেও তাইক খং নকৰে; মাথোন কেতিয়াবা তাই আমাৰ ঘৰতে বহি ভাত খাই থাকোতে কয়, "তই যে সদায় আমাৰ ইয়াত ভাত খাৱ, তই আমাৰ কি কাম কৰিছ অ'? তই আমাৰ ভাতকে ৰান্ধিবি। পাৰিবি?" তাই একো নেমাতে। মনে মনে ভাতখিনি খাই শেষ কৰে।

"আমি নেথাকিলে তই কাৰ লগত থাকিবি অ' মাকণ?"

"আইৰ লগত –"

"আয়েৰ মৰিলে?"

তাইৰ শিশু মুখখন ক'লা পৰি যায়। আগন্তুক এটা দুৰ্ভাবনাত তাই অসহায়ৰ দৰে আমাৰ কেউটাবে মুখলৈ চায়। তাইৰ মুখত হাঁহি উলিয়াবৰ কাৰণে চম্পকে কয়– "তই ভয় নকৰিবি অ' মাকণ, ময়ে তোক বিয়া কৰিম।"

"যাহ্ এইটো" বুলি তাই চম্পকক খেদি যায়।

দেওবাৰৰ দিনা আমাৰ অলপ আড্ডা বহে। অলপ 'কটিন'ৰ বাহিৰা আলোচনা চলে। দুঘণ্টামান তাচমৰা, প্ৰকাশৰ এটা গান গোৱা, অনন্তৰ এটা শ্বেইক্সপীয়েৰৰ

আবৃত্তি ইত্যাদিৰ আয়োজন হয়! মাকণ আহে। তাই আমাৰ তাচ খেলা চাই থাকে। কেতিয়াবা হয়তো আমাৰ কাৰোবাৰ বনিয়ন এটাকে খুঁই দিয়ে। নাইবা আঞ্চা ৰন্ধাত আমাৰ ৰান্ধনি ল'ৰাটোকে অলপ সহায় কৰি দিব খুজি কাজিয়া কৰে। চম্পকৰ লগত অলপ কাজিয়া কৰে।

"মাকণ। কাইলৈৰ পৰা কলেজলৈ ওলাবি। সদায় এনেকৈ বহি বহি খাই থকিলেই হ'বনে?"– চম্পকে কয়।

"যাবি নে নাই!" প্ৰকাশেও তাৰ গান বন্ধ কৰি সিটো কোঠাৰ পৰা চিঞৰে।

"কলেজত পঢ়িলেনো কিটো হ'ব, প্ৰেম কৰিবলৈহে শিকিব –" গহীন হৈ অনন্তই কয়। চম্পকে ক'লে, "তইতো নিজেই ভুক্তভোগী।"

"ভুক্তভোগী নহয় অ' উপবাসী"

"অতদিন শ্বেইক্সপীয়েৰ পঢ়ি এতিয়া প্ৰেমৰ উপবাসীহে হ'লিগে।"

"এৰা অ', কোনে নো জানিছিল একেজনী ছোৱালীয়েই কাৰ্বণ পেপাৰ লৈ একেখন চিঠিৰে পাঁচ কপি কৰি পাঁচোটা প্ৰেমক লৈ একে সময়তে চিঠি দিয়ে বুলি?"

"সত্যযুগ, সতীৰ যুগ– নেজান, সকলোৰেই সপ্তস্বামীৰ যু –"

"পিছে সেই পাঁচোটাৰ ভিতৰত তয়ো এটা হয় নে নহয়?"

"নোহোৱা হ'লে মোৰ ভাবি মৰিবৰ কি গৰজ!"

"কিয়!"

"চিঠি পাই মোৰ দৰে বাকী চাৰিটাও উপস্থিত।"

"একেলগে?"

"ইটোৰ পৰা সিটো লগ এৰাই এৰায়ে গৈছিল, বপুৰাইঁতেতো নেজানে মেগনেট একেডো।

"পিছে তই কি কৰিলি?"

"কি কৰিম আৰু! দশমিক বিন্দুৰ বাওঁফালৰ শুদা শূন্যটোৰ দৰে ওচৰতে থিয় দি থাকিলো।"

বুঢ়ী আহি সোমাল। বুঢ়ীক দেখিয়ে মাকণ চম্পকৰ কোঠাত সোমালগৈ।

"হেৰা মাকণ, ভাত হ'ল নহয়! খা-হি আহ" বুঢ়ীয়ে চিঞৰিলে। ঈশ্বানে চিঞৰিলে– "আজি বৰ ভাল ৰান্ধিছা নে কি আই?"

"কি ভাল ৰান্ধিম বোপাই! সেইবোৰ দিন কেতিয়াবাই গ'ল। ভাল খোৱা, ভাল পিন্ধাৰ দিন আমাৰ জানো নাছিল? কণা গোসাঁয়ে এতিয়া খুদ গালো নোহোৱা কৰিলে।"

অনন্ত তাৰ বিৰহৰ অনুশীলনত আছিল। বক্তৃতা শুনি সি চিঞৰি ক'লে, "বাৰু হৈছে। মাকণে ইয়াতে খাব। লাগিলে তুমিও এগাল ইয়াতে চোবাই যোৱা।"

বিজুৰ দৰে প্ৰকাশে ক'লে, "আইৰ বেমাৰটোৰ নাম নেজান? এইটো হৈছে Non-vital Historiophoebia" আমি হাঁহিলো।

কলেজত পঢ়াৰ দিনৰে পৰা আৰম্ভ কৰি উদয়ৰ কথাবোৰত এটা কাব্য-গন্ধৰ ফৰ্ফুৰণী আছে, ঈশ্বানে অসমক Commercial Assam 'Assam the Business land of the East' কৰাৰ আদৰ্শৰ ভক্ত।

সি ক'লে, "আহি, আমি অলপতে উদয়ৰ 'অস্তগিৰি' নাটকখন ফিল্ম কৰিম। মাকণক তাৰ হিৰ'ইন কৰিম, বুজিছা?"

"জানো বোপাই, সেইবোৰ মই বুজি নেপাওঁ। পাৰিলে তাইক ডাক্তৰী-চাক্তৰীকে পঢ়োৱাচোন। বেমাৰ পিটিকিয়ে তেওঁ মৰিব পাৰিব।"

"মাকণ! তই ডাক্তৰণী হবি নে?" চম্পকে চিঞৰে।

"লাগিলেময়ে বেমাৰ পৰিম।"

"ক' বুবি নেজানে, সেইজনী ডাক্তৰ হ'ব!" – ঈশ্বানে কয়।

"মই পঢ়াইছো নহয় –" প্ৰকাশে তাতোকৈ ডাঙৰকৈ চিঞৰে।

ভাত খাই বুঢ়ী নিজৰ চালিখনৰ তললৈ গুচি যায়। মাকণ কাৰোবাৰ শেতেলীত বহি তাচ খেলা চাই থাকোঁতে সেইপিনেই টোপনি যায়। তাইৰ টোপনি যোৱা কাণকেইখনত পৰে টু', হাৰ্টচ, থ্ৰিৰয়েলচ' ফাইভ ডায়েমণ্ডচ্।"

পূজাৰ বন্ধত আটাইকেউটা ঘৰলৈ যাম। অহা সপ্তাহৰ পৰা বন্ধ আৰম্ভ হ'ব। আজিৰ দিনটোৱেই আমাৰ বন্ধৰ মাহৰ শেষ দেওবাৰ। ছমহীয়া পৰীক্ষা হৈ গৈছে। পৰীক্ষা দি আহিয়ে অনন্তই তাৰ পুথি-পত্ৰ জাপি শেষ কৰিলে। আমাৰ পুথিবিলাক মেজৰ কাষতে পৰি আছে যদিও, সিহঁতৰ লগত আমাৰ ভেটাভেটি হোৱা নাই। কেৱল তাচ, গান, কেৰম আৰু আড্ডা।

অলপ কিন্‌কিনীয়া বৰষুণ। দেওবাৰ, ক্লাছ নাই। আগআহিনৰ অলপ চেঁচা লগা বতাহজাক। আমি আটাইকেউটাই আছো। তাচ খেলিবৰ মনো যোৱা নাই। উদয়ে ক'লে যে বন্ধৰ ভিতৰত সি এখন নাটক লিখি শেষ কৰিবই। তাত থাকিব সামাজিক কুসংস্কাৰ, ভণ্ডামি আৰু অন্ধতাৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ। তাৰ নায়ক-নায়িকা হ'ব গাঁৱলীয়া ডেকা-গাভৰু। সিহঁতৰ প্ৰেম প্ৰকাশ পাব দাৰিদ্ৰৰ কৰুণতাৰ মাজেদি। আৰু সিহঁতৰ জীৱন-চিত্ৰক অৱলম্বন কৰি সি আঁকিব সমাজৰ এটা নগ্ন সত্য ছবি।

ঈশ্বানে ক'লে যে সি দেখুৱাব– উপদেশতকৈ আদৰ্শ ভাল। "মদেৰে ধুৱালেহে যদি আমাৰ মানুহৰ চকু মুকলি হয়, তাকো কৰিব লাগিব। কানিতকৈ কুসংস্কাৰ অধিক মাৰাত্মক। কল্পনা কৰি লিখা এশখন নাটকতকৈ এটা জীৱনৰ জীৱন্ত ছবি অধিক প্ৰেৰণাময়। গাঁৱলীয়া, দুখীয়া অশিক্ষিতবোৰ আৰ্কেডিয়াত থাকে বুলি যিটো কুসংস্কাৰ আমাৰ নগৰীয়া সাহিত্যিক শ্ৰেণীৰ মাজত সোমাই আছে তাক গুচুৱাব লাগিব। প্ৰেম কি, কাব্য কি, দৰিদ্ৰ গাঁৱলীয়াই তাৰ ভু নেপায়। সিহঁতক লাগে এমুঠি ভাত, এসাজ কাপোৰ, এখন চালি ...।

অনন্তয়ো তাৰ প্ৰগতিকামী আদৰ্শবাদৰ এটা বিৱৰণ দিলে। তাৰ মতে ধৰ্মক সামাজিক অনুষ্ঠান কৰি এফালে যিদৰে সামাজিক ঐক্য আৰু সংহতিৰ বাট মুকলি কৰা

হ'ল, আনহাতে অযথা ব্যয় আৰু কুসংস্কাৰৰ ভেটি বান্ধি দিয়া হ'ল। পূজা কামটো আধ্যাত্মিক আৰু ব্যক্তিগতৰ পৰা খহি আহি লৌকিক আৰু সামাজিক এটা তথাকথিত অনুষ্ঠানলৈ পৰিবৰ্তিত হৈছে। তাৰ উপৰি তাৰ মাজত সোমাই পৰিছে নানা বিধ কুসংস্কাৰৰ মলি। ৺দুৰ্গাৰ দহ হাতৰ পৰিবৰ্তে দুহাত কৰিবৰ দিন আহি পৰিছে। মাটিৰ গোসাঁনীক এৰি ধূলিত বাগৰি ফুৰা অচিনা মানৱী গোসাঁনীক পূজা কৰিবৰ দিন আহি পৰিছে ।...

"৺দুৰ্গাৰ দহখন হাত হোৱাৰ এটা আধ্যাত্মিক তত্ত্ব আছে। দশোদিশৰ পৰা আমাক ৰক্ষা কৰি থাকিবৰ কাৰণে এইয়া আমাৰ শক্তিৰ উপাসনা" – প্ৰকাশে ক'লে।

"জীয়া মানুহৰ দুখন হাতেই আমাক জীৱনৰ জলা-কলাবোৰৰ পৰা ৰক্ষা কৰিব পৰা নাই। মাটিৰ গোসাঁনীৰ দহখন হাতে কি কৰিবহে?"

মই শেষ কৰিবলৈ নৌ পাওঁতেই বুঢ়ী আহি সোমাল।

"আই এইবাৰ পিছে পূজা ক'ত চাবা?" ঈশ্বানে সুধিলে।

"আমাৰ নো কি পূজা আছে বোপাহঁত?" পাৰিলে মাকণকে তোমালোকে পূজা ভাগ দেখুৱাবা। আমাৰনো, বুঢ়া মানুহ, কোন দিনা কি হয় কোনে জানে!"

"তোমাৰ মৰিবৰ হ'লেই নে কি আই? ভয় নাই নমৰা।"

"কেনেকৈ জানিম কোন দিনা মৰো।" বুঢ়ি বহিল। চম্পকে মাকণক মাতিলে "– মাকণ –"

"কি ককাইদেউ?"

"এই পিনে আহ –"

মাকণ আহিল। তাইৰ গাত নতুন চোলা-কাপোৰ, মুখখনত লুকুৱাব নোৱাৰা হাঁহি। প্ৰকাশৰ তাত তাই মূৰ ফণিয়াই আছিল।

"তই হ'বলা পূজাৰ কাপোৰ পিন্ধিলিয়েই?" হাঁহি ঈশ্বানে ক'লে "পূজাৰ গোসাঁনী পিছে ক'তা?"

"আজিলৈ আয়েই গোসাঁনী হওক। কি কব অনন্ত? কৰ মাকণ সেৱা কৰ। ঘৰুৱা গোসাঁনীক সেৱা কৰ –" প্ৰকাশে হাঁহি হাঁহি ক'লে।

"হঃ নেপায় তেনেকৈ ক'ব বোপাইহঁত। পাপী জীৱ, আমি গোঁসানীৰ ভৰি চুবলৈকো লায়ক নহওঁ।"

মাকণে ক'ত সেৱা কৰে? লৰ মাৰি অনন্তৰ তাত সোমালগৈ। চম্পকে চিঞৰি ক'লে, "মাকণ, তই গুটি গলি কেলেই? আহচোন –"

"থক থক বোপা তাই যে ককাই বুলি চিনি পাইছে –" বুঢ়ীয়ে তৃপ্তিৰ এটা হাঁহি মাৰিলে।

* * *

ৰাতি শুইছো। বন্ধৰ আগতে আজি আমাৰ মেছত শেষ ৰাতি। কালিলৈ দুপৰীয়া উজনিৰ ৰেলত আমি আটাইকেউটা যামগৈ। বুঢ়ী আৰু মাকণ থাকিব। সিহঁতৰ খোৱা-মেলাৰ একপ্ৰকাৰ যোগাৰ কৰি দিছো— আটাইকেউটাই।

তেতিয়া শেষ ৰাতি।

"ককাইদেউ, অ' ককাইদেউ।"

"কি হ'ল অ' মাকণ?" টোপনিৰ পৰাই উদয়ে মাত দিলে।"অলপমান উঠকচোন –" আটাইকেউটা সাৰ পালো। চম্পক ধহমহাই উঠিল। ঈশ্বানে একেকোবেঁই উঠি দুৱাৰখন মেলি বাহিৰ ওলাল। তেতিয়া ৰাতি পুৱাবৰ হৈছেই। কোনো মানুহ উঠা নাই।

"কি হ'ল মাকণ?"

"আহিৰ দেখোন কিবা হৈছে –"

আটাইকেউটা মাকণহঁতৰ চালিখনৰ তললৈ সোমাই গ'ল। অনন্তই হাততে লণ্ঠনটো লৈ আহিল।

"আই, আই –" মুখৰ ওচৰত ৰৈ মাতিলো।

আয়ে এবাৰ চকু মেলি আমাৰ আটাইকেউটাক চালে, তাৰ পিছত বল কৰি এবাৰ মাকণক চালে। পিছত চকু দুটা মুদিলে। অনন্তই সাবট মাৰি বুঢ়ীক চোতাল পোৱালেহি। বুঢ়ীৰ শেষ নিঃশ্বাসটো অনন্তৰ মুখৰ ওচৰেদি উৰি গৈ পুৱাৰ বতাহজাকৰ লগত মিলি গ'ল।

মাকণক ঈশ্বানে বুকুত সুমাই ল'লে। লুকুৱাবৰ চেষ্টা সত্ত্বেও তাৰ চকুৰ পৰা ঝগৰি অহা পানী দুটোপা আমাৰ চকুত পৰিল।

তেতিয়া ৰাতি পুৱাইছে। ৰাতি পুৱাৰ পৰা আৰম্ভ হৈছে টিপ্‌টিপীয়া বৰষুণ জাক।

"ক'ৰবালৈ খবৰ দিয়া হওক নে কি?"

"কালৈ?"

"মাকণৰ দদায়েকহঁতলৈ?"

"থোৱা – এতিয়া সেইবোৰ কৰিব নোৱাৰি। জীয়াই থাকোতেই বিচাৰ নল'লে, এতিয়া মৰিলত বাতৰি লৈ চহকী কৰিব।"

"তেনেহ'লে সোনকালে হয় মানে ভাল। আমাৰ ৰেললৈ যাবৰ হ'বই এতিয়া।"

ক্ৰমাৎ বৰষুণ বেছি হৈ আহিল। নিৰুপায়ত পৰি আমি অলপ পৰ মৰা শটো আগত লৈ চাই থাকিলো। কিন্তু বৰষুণৰ প্ৰকোপ ক্ৰমে বেছি হৈহে আহিবলৈ ধৰিলে। বলিয়া বাৰিষাই যেন বুঢ়ীৰ প্ৰাণহীন শুকান দেহাটো ক'ৰবালৈ উটাই লৈ যাব।

অনন্তই ক'লে, "বুজ নাইকিয়া বুঢ়ী, এই ভৰ বৰষুণৰ দিনাহে মৰিবলৈ পালে। ক'ত ফৰকাল বতৰ গ'ল, মৰিব নোৱাৰিলে।"

প্ৰকাশেও ক'লে, "আৰু বৰষুণেই হওক, মৰাৰ দিনটো চা। আজি আমি ঘৰলৈ যাবলৈ ওলালো, তেৰোঁ বাছি বাছি মৰিবলৈ দিন পালেগৈ আজিৰটোহে।"

উদয়ে ক'লে, "কোনে জানে এইটো কিজানি বুঢ়ীৰ ইচ্ছা –"

বুঢ়ীৰ ইচ্ছা নে, বুঢ়ীৰ কণাগোসাঁইৰ ইচ্ছা কোনে ক'ব? বুঢ়ীৰ কণাগোসাঁয়ে কিন্তু আমাক আজি ভালকৈয়ে লগ পালে –" ঈশ্বানে ক'লে।

যিমান সোনকালে পৰা যায় সকলো ঠিক-ঠাক কৰি বুঢ়ীৰ শটো অনন্ত, চম্পক, উদয় আৰু মই কান্ধত তুলিলো। তেতিয়াও দবা-পিটা বৰষুণ। কুম্‌জেলুকৰ গা যেন পিছল বাট-পথ।

ঈশ্বানে মাকণৰ হাতত ধৰি ছাতি মেলি মেলি আমাৰ লগে লগে আহিবলৈ ধৰিলে। আমাৰ কাৰ্যকলাপ দেখি মাকণে কান্দিবলৈ পাহৰি গৈছিল। ঈশ্বানে ক'লে, "আজি মাকণৰ হৈ আকাশখনেই কান্দিছে অ'।"

বুজি নোপোৱা মাকণে মাত্ৰ ঈশ্বানৰ মুখলৈ মূৰ তুলি চালে। আমাৰ মেছৰ পৰা ডেৰ মাইল দূৰত শ্মশান। ওপৰত অবিশ্ৰান্ত বৰষুণ, তলত পিছল বোকা বাট, কান্ধৰ ওপৰত বুঢ়ীৰ গধুৰ শটো।

চম্পকৰ ভাৰ বোৱা অভ্যাস নাই। সি ক'লে, "তই অলপ ধৰহি অ' প্ৰকাশ! মৰি বুঢ়ীজনী দুগুণ গধুৰ হ'ল। উশাহটো ওলাই গৈ পাতল হওক ছাৰি, বুঢ়ী গধুৰহে হ'ল অ'।"

"পানী সোমাল" – চম্পকে ক'লে।

কোনোমতে খোপনি ধৰি ধৰি আমি যাবলৈ ধৰিলো। চুলিত সোমোৱা বৰষুণৰ পানীবোৰ এহাতেৰে মচি মচি পাৰোমানে বুঢ়ীক অভিশাপ দিলো।

"হতভাগী বুঢ়ীয়ে আৰু মৰিবলৈ দিন এটা নেপালে। আমিও যাবলৈ ওলালো, তেওঁৰো মৰিবৰ হ'ল। মৰিও আমাক নেটোনি নেৰিলে।"

"এতিয়াৰ পৰা তেওঁ সাধুকথাবোৰৰ অন্ত পৰিল।" – প্ৰকাশে ক'লে। হঠাৎ কিবা এটা আঘাত লগাৰ দৰে আমি বৈ গ'লো। এটা অহেতুক দুখত ঘপ কৰে আমি জীয়াই থকা বুঢ়ীৰ দিনবোৰৰ মাজলৈ ঘূৰি গ'লো। আমাক আমনি কৰিবলৈকো বুঢ়ীজনী আৰু নাই। সঁচাকৈয়ে বুঢ়ীৰ মুখ এইবাৰ বন্ধ হৈছে!"

বৰষুণত তিতি তিতি জুকলি-জুপুৰি হৈ আমি প্ৰায় ডেৰ ঘণ্টাৰ মূৰত শ্মশান পালোঁগৈ। তেতিয়াও বৰষুণ হুৰহুৰাই আহি আছে। আমাৰ খংটো কিন্তু উঠিছিল কেৱল বুঢ়ীৰ ওপৰত। মেঘৰ গাত কি জগৰ। মেঘেতো বৰষিবই, বুঢ়ী আজি মৰিল কিয়? তাতে আমি যাবলৈ ওলোৱাৰ দিনা বুঢ়ী কিয় মৰিল? ....?

হঠাৎ চম্পকে এষাৰ কথা মনত পেলাই দিলে যে বুঢ়ী আমাৰ একো নহয়। হয়তো, আমাৰ আশ্ৰয়ত থকা ওচৰচুবুৰীয়াতকৈ বুঢ়ীতো আমাৰ একো বেছি নহয়। তথাপি জীয়াই থাকোতে যে আমাৰ পৰা সকলো আদাই কৰিলেই, মৰিবৰ সময়ত আমাৰ হাতত মৰি, এতিয়া আমাৰ কান্ধতেই উঠি আহিল। তিতি তিতি তিতামূৰীয়া

লাগিছিল। আকৌ এবাৰ বুঢ়ীৰ ওপৰত খং উঠি গ'ল। বুঢ়ী নমৰা হ'লে অতপৰে আমি কোনোবাখন পালোঁগৈহেঁতেন।

বুঢ়ীৰ শুকান দেহাটো পুৰি শেষ কৰি, যেতিয়া আমাৰ মেছটো পাওঁহি, তেতিয়া দিনৰ দুই বাজি গৈছে। মেছ পায়ো বুঢ়ীৰ ওপৰত আকৌ এটা খং উঠিল। ছাৰে বাৰ বজাৰ ৰেল গৈ আদবাট পাইছেগৈ!

"মাকণ মোৰ লগতে ব'ল –" উদয়ে ক'লে।

প্ৰশান্তই ক'লে, "তই মোৰ লগতে থাকিবি মাকণ।" প্ৰকাশে দুয়োটাকে বন্ধ কৰি ক'লে, "দদায়েকহঁত জীয়াই আছে, তহঁত গৰাকী ওলালেই হ'ব।"

চম্পকে চিঞৰি উঠিল, "ক'ৰ দদায়েক অ'! বিচাৰ নাই, খোচাৰ নাই, এতিয়া ভোটগিৰিটো হ'লেই হ'ল। তই মোৰ লগত থাকিবি মাকণ।"

মাকণ মেজখনৰ ওচৰতে থিয় দি থাকিল।

গা-পা ধুলো। গধূলি ৰেলত যাবৰ কাৰণে ঠিক কৰি প্ৰায় চাৰি বজাত ষ্টেছনৰ ফালে ওলাই গ'লো– মই অনন্ত, চম্পক, উদয়, প্ৰকাশ আৰু প্ৰশান্ত। ঈশ্বানে মাকণক লৈ নৈৰ পাৰৰ ফালে ওলাই গ'ল।

ষ্টেছনত মানুহৰ ব্যস্ততা, আমিও আগবাঢ়িলো। থিতাতে চিনাকি ষ্টেচন মাষ্টৰজনক লগ পাই অনন্তই সুধিলে, "মানুহ দেখো বহুত গোট খাইছে, কিবা হৈছে নে কি?" আশ্চৰ্য হোৱাৰ দৰেই ষ্টেছন মাষ্টৰে ক'লে, "আপোনালোকে ক'ব নোৱাৰে?"

"নোৱাৰোতো। কিবা দুৰ্ঘটনা হৈছে নেকি?"

"লামডিঙৰ সিফালে পাহাৰৰ মাজত ৰেল পৰিছে?"

"ৰেল পৰিছে? কেতিয়া?"

"আজি চাৰে বাৰ বজাৰ আপ গাড়ীখন। ষোলজন যাত্ৰী মৰিছে। আৰু প্ৰায় সকলো যাত্ৰীয়েই কম-বেছি আহত হৈছে। আজি ৰাতিৰ গাড়ীও যাব পাৰেনে নোৱাৰে ঠিক নাই। দুখন গাড়ী ভাগি চূৰ্ণ হৈ গৈছে। পূজাৰ যাত্ৰী প্ৰায় তিনিশ মানুহ –"

আৰু কথা ক'বৰ আজৰি মাষ্টৰৰ নাছিল। আমাৰো বেছিৰ আৱশ্যক নাছিল। উদয়ে ক'লে, "শ্মশানৰ ফালে এবাৰ ঘূৰি আহো ব'ল।"

"আকৌ শ্মশানৰ ফালে কেলেই?"

"গোসাঁনীৰ চিতাৰ ছাই এবাৰ চাই আহোঁ।"

"মানে?"

"গোসাঁনীয়ে নিজে মৰি আজি আমাৰ প্ৰাণ ৰক্ষা কৰিলে।"

হঠাৎ যেন আমি পোহৰ পালো। আমি নজনাকৈয়ে আজি আমি ধূলি-ধূসৰিতা, দশপ্ৰহৰণধাৰিণী, অচিনা ৺দশভূজাৰ শৱ কান্ধত তুলি লৈছিলো।

"হেৰ' আজি বুঢ়ী নমৰা হ'লে আমি মৰিলোহেঁতেন –" চম্পকে ক'লে।

"এনেকৈ নিচিনা গোসাঁনীৰ শৱ কান্ধত লৈয়ে যেন আমি জীৱন কটাব পাৰো" – নিজকে কোৱাৰ দৰে প্ৰকাশে ক'লে।

হাত তুলি নহয়, প্ৰাণৰ কৰযোৰে বুঢ়ীৰ স্বৰ্গীয় আত্মাৰ উদ্দেশ্যে অন্তৰৰ প্ৰণাম জনালো। আপুনি নিগৰি অহা চকুলোখিনিৰ অৰ্থ আমি নিজেই নুবুজিলো।

তেতিয়া বৰষুণ একেবাৰেই এৰিছে।

# অন্ধকূপ আৰু এটা জোনাকী পৰুৱা

মই এক অভাৱনীয় বিমোৰত পৰিছোঁ।

যোৱা চাৰি মাহৰ ভিতৰত মই নবনীৰ পৰা কেইবাখনো চিঠি পাইছোঁ। অকল তাৰ চিঠিয়েই নহয়, তাৰ খামত আহে মাজু মোমাইদেউৰ চিঠি, মামীৰ চিঠি আৰু মামীৰ ছোৱালী দুজনী বৰমাই আৰু সৰুমাইৰ চিঠি। প্ৰত্যেকখন চিঠিয়েই মোক নতুন একোটা প্ৰশ্নৰ সন্মুখীন কৰে। আৰু মই উত্তৰ দিব নোৱাৰি বিব্ৰত হওঁ।

নবীন মোৰ মাজু মোমাইদেউৰ ল'ৰা নহয়। মাহীৰ ল'ৰা নবীনৰ জন্মৰ কিছু বছৰৰ পাছতে মহাৰ মৃত্যু হ'ল। মাহীক আৰু নবীনক মাজু মোমাইদেৱে নিজৰ লগলৈকে লৈ আহিল।

মোমাইদেউৰ অৱস্থা ভাল নাছিল। পাঠশালা স্কুলৰ পণ্ডিত কাম কৰিছিল, এতিয়া অৱসৰ পালে। খেতি-বাতি আগৰে পৰা আছিল, এতিয়াও কৰি আছে। আজি কেইবছৰমানৰ আগলৈকে নিজেই হাল বাই খেতি কৰিছিল, এতিয়া মানুহ ধৰি কৰাইছে। খেতি কৰিবৰ কাৰণে আৰু খৰচপাতি কৰিবৰ কাৰণে আজিকালি নবীনে মোমাইদেউলৈ সৰহকৈয়ে টকা পঠায়। কিন্তু নিজে হাল নাবালেও, এতিয়াও মোমাইদেউ নিয়মমতে পথাৰলৈ যায়।

মোমাইদেউ বৰ্তমান একপ্ৰকাৰ নিছুকীয়া। দুয়োজনী ছোৱালীকে ভাল ঠাইতে বিয়া দিলে। সিহঁত দেখাই-শুনাই ভাল আছিল, আশা কৰাতকৈ ভাল ঘৰতে পৰিল।

এতিয়া মাজু মোমাইদেউৰ ঘৰত আছে মোমাইদেউ, মামী আৰু নবীনৰ মাক মাহী। মাহী আৰু নিজ স্বামীৰ পৰিয়ালৰ মাজলৈ ঘূৰি নগ'ল। মোমাইদেৱে যাবলৈ নিদিলে। নবীনৰ দেউতাকহঁতৰ পৰিয়ালটোৰ অৱস্থাও স্বচ্ছল নহয়। নবীনে পঢ়ি থকা কালত মৌখিক সহানুভূতিৰ বাহিৰে টকা-পইচা দি অকণো সহায় কৰিব পৰা নাছিল। অতিশয় কষ্ট কৰি মোমাইদেউ, মামীদেউ আৰু মাহীদেৱেই নবীনৰ পঢ়াৰ খৰচ যোগাইছিল। আমাৰ বৌটীৰ নিচিনাই মাহীদেৱো বোৱা-কটাত পাকৈত আছিল আৰু নিজে বোৱা কাপোৰ-কানি বেচিয়ে নবীনৰ পঢ়াৰ আধাআধি খৰচ যোগাইছিল। মোমাইদেৱে স্কুলত কাম কৰি পোৱা টকাকেটা নবীনলৈ পঠাই, শাক-পাচলি কৰি, খেতি কৰি কোনোমতে ঘৰখন অতি টানৰ মাজেৰে চলাইছিল। এই বিষয়ত মোমাইদেউ আৰু বৰমাই সৰুমাইহঁতেও দেহে-কেহে খাটি সহায় কৰিছিল। তাঁত-সূত বৈ, হাঁহ-পাৰ বেচি ঘৰখনৰ সকলো লগ লাগি একমাত্ৰ নবীনক মানুহ কৰাৰ চেষ্টা কৰিছিল সকলোৱে।

তাৰ কাৰণ আছিল দুটা— মোমাইদেউৰ ল'ৰা নাই, ছোৱালী দুজনী। সিহঁতক উলিয়াই দিয়াৰ পাছত, বিশেষকৈ বুঢ়াকালত মোমাইদেউহঁতক চাওঁতা কোনো নাই। নবীনৰ ওপৰতে আশা।

দ্বিতীয়তে নবীন সৰুৰে পৰা পঢ়াশুনাত অতি চোকা আছিল। পাঠশালাৰ বৃত্তি পৰীক্ষাত সি জিলাৰ ভিতৰত প্ৰথম হৈ বৃত্তি পাইছিল। তাৰ পাছত ঘৰৰ পৰা তিনি মাইল আঁতৰৰ হাইস্কুলত পঢ়িবলৈ লৈছিল, তেতিয়াও কোনো দিন শ্ৰেণীত প্ৰথম নোহোৱাকৈ থকা নাছিল। অথচ তাৰ দৰকাৰী সকলো কিতাপ সি কিনিব নোৱাৰিছিল, আৰু পঢ়িবলৈও সময় যথেষ্ট নাপাইছিল। মোমাইদেউৰ লগত সি পথাৰ-সমাৰলৈ গৈছিল আৰু খেতি-বাতিত যিমান পাৰে সহায় কৰিছিল। বিশ্ববিদ্যালয়ত দ্বিতীয় হৈ প্ৰতিযোগিতামূলক বৃত্তি ধৰি নবীন যেতিয়া কলেজত পঢ়িবলৈ গ'ল; তেতিয়াহে আগৰ দৰে মোমাইদেউক সহায় কৰিব নোৱাৰা হ'ল। তথাপি গৰমৰ বন্ধত ঘৰলৈ আহিলে মোমাইদেউহঁতে হাক দিয়া সত্ত্বেও সি পথাৰলৈ নোযোৱাকৈ থকা নাছিল।

বয়সত নবীন মোতকৈ এবছৰমানৰ সৰু আছিল, কিন্তু আমি সমনীয়া বন্ধুৰ নিচিনা আছিলোঁ। এতিয়াও যদিও সি এতিয়া মোৰ পৰা দুহেজাৰ মাইল দূৰত আছে, আমাৰ বন্ধুত্ব অকণো কমা নাই। আমাৰ সম্পৰ্ক ককাই-ভাইৰ, কিন্তু আমাৰ অন্তৰঙ্গতা বন্ধুৰ। সেয়ে তাৰ জীৱনৰ সমস্যাবোৰে মোকো চুঁই যায়। আৰু সেয়ে তাৰ সমস্যাই মোক কেতিয়াবা বিমোৰত পেলায়।

পঢ়াশুনাত মই বৰ ভাল নাছিলোঁ। বহু কষ্টে মেট্ৰিক পাছ কৰি আৰু নপঢ়িলোঁ। পঢ়িবৰ যত্নও নাছিল, ইচ্ছাও নাছিল। আমি একেটা হাইস্কুলতে পঢ়িছিলোঁ। আমাৰ ঘৰ আৰু মোমাইদেউহঁতৰ ঘৰ একেখন গাঁৱতে।

বি. এছচি.ত প্ৰথম শ্ৰেণীত প্ৰথম হৈ সি ডিগ্ৰী ল'লে। বিশ্ববিদ্যালয়ৰ তৰফৰ পৰা এটা বৃত্তি পালে আৰু কেন্দ্ৰীয় চৰকাৰেও তাৰ কাৰণে এটা বৃত্তি মঞ্জুৰ কৰিলে। এইদৰে সুখ্যাতিৰে এম. এছচি.ও পাছ কৰি অলপ দিন সি বিশ্ববিদ্যালয়ত অধ্যাপকৰ কাম কৰিছিল। কিন্তু দুবছৰৰ মূৰত আকৌ এটা বৃত্তি পাই সি ইউ. কে.লৈ গ'ল। তাত একে সময়তে দুটা বিষয়ত অধ্যয়ন কৰি সি এটাত ডক্টৰেট ল'লে আৰু আনটোৰ ডিগ্ৰী ল'লে। তিনি বছৰৰ মূৰত সি দেশলৈ আৰু ঘৰলৈ ঘূৰি আহিল, আৰু অলপ দিনৰ ভিতৰতে কেন্দ্ৰীয় চৰকাৰৰ অধীনত এটা ডাঙৰ চাকৰি পালে। এতিয়া সি বোম্বাইত থাকে। নিয়মমতে সপ্তাহত এখনকৈ সি মোমাইদেউলৈ চিঠি দিয়ে, মাহে মাহে মোমাইদেউলৈ তিনিশকৈ টকা পঠায়, মাজে মাজে গৰম কাপোৰ-কানি কিনি পাৰ্চেল কৰি পঠিয়া। ছুটী কম পায়, তথাপি বছৰত এবাৰ ঘৰলৈ আহে।

মোলৈকো মাজে মাজে সি চিঠি দিয়ে। কিন্তু যোৱা চাৰি মাহমানৰ পৰা তাৰ পৰা মই সঘনে চিঠি পাব ধৰিছোঁ। আৰু যদিও মই চিঠি লিখাত বৰ সোৰোপা, তথাপি তাৰ চিঠিৰ উত্তৰ দি থাকিবলগীয়াত পৰিছোঁ।

নবীন বিশ্ববিদ্যালয়ত অধ্যাপকৰ কামত সোমাওঁতেই তাৰ বিয়াৰ কথা ওলাইছিল, আৰু তেতিয়াই কেইবা ঠাইৰ পৰাও প্ৰস্তাৱ আহিছিল। মোমাইদেৱে একো হ্যা-না নকৰি এই কথাৰ মীমাংসা মাহী আৰু নবীনলৈকে আগবঢ়াইছিল। মোমাইদেৱে বহু কষ্টে নবীনক পঢ়াইছিল, কিন্তু সেই বাবেই নবীনৰ ওপৰত কোনো কথা তাৰ ইচ্ছাৰ বিৰুদ্ধে জাপি দিবলৈ নিবিচাৰিছিল। বিশেষকৈ বিয়াৰ ক্ষেত্ৰত তেওঁ সকলো মাহী আৰু নবীনৰ ওপৰতে এৰি দিয়াই উচিত বিবেচনা কৰিছিল।

মোমাইদেউৰ সম্পৰ্কে এষাৰ কথা কৈ থোৱা ভাল। যদিও তেওঁ পাঠশালা স্কুলৰ পণ্ডিত আছিল, আৰু তেওঁৰ শিক্ষা-দীক্ষাও বৰ বেছি নাছিল, তথাপি তেওঁ এজন আত্মসন্মান থকা ব্যক্তি আছিল। গাওঁ আৰু নগৰতো মানুহে সেয়ে তেওঁক চিনিছিল, সেয়ে শ্ৰদ্ধা কৰিছিল। তেওঁৰ এটা সুকীয়া ব্যক্তিত্ব আৰু গাম্ভীৰ্য আছিল যাক তেওঁৰ দাৰিদ্ৰ্যই কাহানিও ক্ষুণ্ণ কৰিব নোৱাৰিছিল।

মোমাইদেউহঁতৰ গাঁৱৰ বহুত মানুহ আজিকালি ডাঙৰ মানুহ হৈছে। তেওঁলোক নগৰত থাকে— নগৰীয়া। কিন্তু তেওঁলোকেও মোমাইদেউক সম্ভ্ৰম কৰি চলে। মোমাইদেউ সৎ, কিন্তু নিৰ্বোধ বা অঁকৰা নহয়। তেওঁৰ দূৰদৰ্শিতাৰ কাৰণেই তেওঁ স্বাৱলম্বী হৈ চলিব পাৰিছে।

হয়তো মোমাইদেউৰ বিষয়ে সকলো কথা জানো কাৰণেই নবীনৰ ওচৰলৈ পোনপটীয়াভাৱে যোৱা বিয়াৰ প্ৰস্তাৱবোৰৰ সম্পৰ্কে নিজে কোনো মন্তব্য নকৰি সি সকলো কথা মোমাইদেউলৈ লিখি জনায়। নাইবা কিছুমান চিঠিকে পঠিয়াই দিয়ে।

আৰু মোমাইদেউৰ পৰা পোৱা এই বিষয়ৰ চিঠিবোৰ মোলৈ পঠাই দিয়ে মোৰ অভিমতৰ কাৰণে। মই তাৰ জেঠায়েকৰ পুতেক ককায়েকেই নহয়, মই তাৰ বন্ধুও। মোৰ পৰামৰ্শ সি বিচাৰে।

মোমাইদেউৰ পৰা তাৰ বিয়া সংক্ৰান্ত পোৱা কেইবাখনো চিঠি এনেকৈয়ে আহি মোৰ হাতত জমা হৈছেহি। এই চিঠিবোৰ পঢ়ি আনৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ব মই ক'ব পৰা নাই, কিন্তু মই চাই বিমোৰত পৰিছোঁ। হয়তো মাজু মোমাইদেউ নহৈ অন্য কোনোবা হোৱা হ'লে বা নবীন নহৈ অন্য কোনোবা হোৱা হ'লে, কোনো সমস্যাৰ উদ্ভৱেই নহ'লহেঁতেন। কিন্তু আজিৰ পৃথিৱীতে, আমাৰ সমাজতে মোমাইদেউ আৰু নবীনৰ নিচিনা মানুহ আজিও আছে বাবেই উদ্ভৱ হৈছে এক জটিল সমস্যাৰ। আৰু সেই বাবেই ময়ো এই সমস্যাৰ বাহিৰত থাকিব পৰা নাই।

নবীনলৈ মোমাইদেৱে লিখা কেইখনমান চিঠি (নবীনে মোলৈ পঠাই দিয়া) মই ভালকৈ পঢ়ি চাইছোঁ। চিঠিবোৰ সদায় চমু নহয় ঃ

কল্যাণীয় নবীন,

স্নেহাশীৰ্বাদ লবা, তোমাৰ চিঠি আৰু লগতে পঠোৱা শ্ৰীবৰুৱাৰ চিঠি পালোঁ। যোৱা সপ্তাহত মই আৰু মাৰা এখন টেক্সি লৈ বৰুৱাৰ ঘৰ ওলালোঁগৈ। এজনী ছোৱালীক ঘৰৰ বোৱাৰী কৰি অনাৰ আগতে নিজেই চাই-মেলি অহা ভাল।

বৰুৱা ধনী মানুহ বুলি শুনিছিলোঁ, কিন্তু ইমান ধনী মানুহ বুলি জনা নাছিলোঁ। তেওঁৰ ঘৰ-বাৰী দেখি মুগ্ধ নহৈ নোৱাৰি। তেওঁ নিজেই ক'লে যে ঘৰে-মাটি তিনি লাখ, সাত হেজাৰমানহে পৰিছে। আৰু কেইহাজাৰমান টকাৰ কাম বাকী আছে।

তেওঁ নিজেই ক'লে যে তেওঁ চাকৰি কৰি দৰমহা সৰহ নাপায়। তেওঁ আগেয়ে চাব্ ডেপুটি কালেক্টৰ আছিল। আজি চাৰি বছৰৰ আগতেহে লেণ্ড ৰিকুইজিচন অফিচাৰ হৈছে। এতিয়াও তেওঁ আগৰ লোৱা হিন্দুস্থান গাড়ীখনকে চলাই আছে। অলপতে নতুন এম্বেছাডৰখন পাবহি। দুই-এমাহতে। অৰ্ডাৰ দিয়া আছে।

তেওঁ ইতিমধ্যে চাৰিটা ভাল ভাৰাঘৰ সজোৱাইছে। সেইবোৰ চৰকাৰী অফিচৰ কাৰণে বা ডাঙৰ ব্যৱসায়ী প্ৰতিষ্ঠানৰ কাৰণে ভাৰা দিব। প্ৰতিটো ঘৰৰ ভাৰা পাঁচশ টকাৰ কম নহয়। তোমালৈ দিব খোজা ছোৱালীজনীৰ লগতো তাৰে এটা ঘৰ দিব।

মানুহজনৰ কথা-বতৰা ভাল, অমায়িক বুলিয়ে ক'ব পাৰা। আৰু সেই দেখি কৌতূহল সামৰিব নোৱাৰি মই যেতিয়া সুধিলোঁ, "আপুনিনো ইমানবোৰ ঘৰবাৰী কৰিবলৈ টকা ক'ত পাইছে? তেওঁ একো নুলুকুৱাই একপ্ৰকাৰ গৰ্বৰেই ক'লে, "এছ. ডি. চি., এ. এছ. অ'. কৰোঁতে বাহিৰা যি পাইছিলোঁ তাৰে কোনো মতে চলিবহে পাৰিছিলোঁ। নতুন চাকৰিটোলৈ আহিহে অলপ সকাহ পাইছোঁ। নতুন উদ্যোগবোৰ হৈছে। মাটিৰ মূল্য নিৰ্ধাৰণ কৰি দিব লাগে। আমাৰ এছেচমেণ্টেই শেষ কথা। এজন মাটিৰ গৰাকীক যদি এক লাখৰ ঠাইত ডেৰ লাখ ধৰি দিওঁ তেওঁ তাৰে পঁচিশ হাজাৰ মোক দিবলৈ অকণো বেয়া নাপায়। এনেকৈ যোৱা চাৰি বছৰত মই প্ৰায় দহ লাখমান টকা কৰিছোঁ। কাৰো অন্যায় কৰা নাই। মাটিৰ গিৰীহঁতে টকা পাইছে, যাক মাটি লাগে সি মাটি পাইছে, আমিও দুপইচা পাইছোঁ। নহ'লে আজিকালিৰ দিনত চলাই টান।

বৰুৱাৰ ঘৰত চাহ-তাহ খাই আমি গুচি আহিলো। ছোৱালীজনী তেতিয়া ঘৰত নাছিল— আমিও আৰু ছোৱালী চোৱাৰ প্ৰয়োজন বোধ নকৰিলোঁ।

আশাকৰোঁ বৰুৱাৰ প্ৰস্তাৱটোৰ উত্তৰ নিদিলেও হ'ব।

আশীৰ্বাদ ল'বা।

কল্যাণীয় নবীন,

তোমাৰ চিঠিৰ লগত পঠোৱা ফুকনৰ চিঠিখন পঢ়ি আমি আনন্দ পালোঁ। এটা কথা দেখি মোৰ আনন্দ লাগিছে যে ভগৱানৰ কৃপাত তুমি এটা ডাঙৰ চাকৰি পাইছা বুলি ছোৱালী দিব লগা থকা প্ৰায় সকলো ধনী মানুহেই গম পাইছে। ময়ো শুনিছোঁ কোনো কোনোৱে হেনো তোমাৰ ছবিখনো বাতৰি.

কাকতৰ পৰা কাটি ৰাখিছে। সেই যে তুমি বিলাতত ভালকৈ পাছ কৰিছিলা সেই বিষয়ে ওলোৱা ফটোখন। আৰু তাৰ পাছত তুমি এতিয়া কৰি থকা চাকৰিটোৰ কথা আৰু তোমাৰ ঠিকনাটোও মোতকৈ বহুতে বেছি ভালকৈয়ে মনত ৰাখিছে।

আমালৈ চিঠি লিখাৰ প্ৰায় লগে লগেই ফুকনে মোলৈও এখন চিঠি দিছিল। খোলা-খুলিকৈ লিখিছিল যে তেওঁৰ মাজু ছোৱালীজনী তোমালৈ দিব খোজে। ঘৰ-বাৰী আৰু ছোৱালীজনী এবাৰ চাই যাবৰ কাৰণে তেওঁ আমালৈ অনুৰোধ কৰিছিল। মামীয়েৰাই ছোৱালীজনী চাবৰ মন কৰিলে। ময়ো এটা তাৰিখে আমি যাব বুলি এখন চিঠি দিছিলোঁ।

কিন্তু আমি যিদিনা যোৱাৰ কথা, সেই দিনা পুৱা দোকমোকালিতে এখন ধুনীয়া নতুন গাড়ী আহি আমাৰ পদূলিমুখত ৰ'লহি। গাড়ীখন ফুকনেই পঠোৱাইছিল। তেওঁৰ নিজৰ গাড়ী নহয়, জগত সিং নামে এজন ব্যৱসায়ী মানুহৰ গাড়ী।

আমি ফুকনৰ ঘৰ পাই প্ৰথমতে বৰ আচৰিত হোৱা নাছিলোঁ তেওঁলোক এটা আহল-বহল, নতুন ভাৰাঘৰত আছে। ইয়াৰ মানুহ নহয়। গতিকে নিজৰ ঘৰ ইয়াত নাই। ইয়াৰ পৰা অলপ দিনৰ ভিতৰতে বদলি লৈ যোৱাৰ কথা আছে।

আমি গৈ পাওঁতে ফুকন ঘৰত নাছিল। কিন্তু তেওঁৰ পৰিবাৰ আৰু ছোৱালীজনীয়ে আমাক বৰ আদৰ-সাদৰ কৰি অভ্যৰ্থনা জনালে। অলপ গৰম আছিল, ৰিফ্ৰিজাৰেটৰৰ পৰা উলিয়াই আমাক ক'ল্ড ড্ৰিঙ্ক খাবলৈ দিলে। বাৰে বাৰে আমাক সুধিলে, কি দিম, জুচ নে চিৰাপ, নে স্কোৱাছ, মইতো বিমোৰতে পৰিছিলোঁ। আমাক চৰ্বত দিলে, লগত এথাল আঙুৰ, এথাল আপেল, এটা চক্‌চকীয়া ৰূপালী পাত্ৰত কিচ্‌মিচ্‌ আৰু তেনে আপুৰুগীয়া সুস্বাদু পল, আন দুখনমান প্লেটত খাটি চানাৰ পেড়া, সন্দেহ আদি মিঠাই। সকলোবোৰ ঠাকে-ঠাকে ৰিফ্ৰিজাৰেটৰৰ ভিতৰত সজোৱা আছিল। আমি তৃপ্তিৰেই খালোঁ।

ফুকন আহিল। মানুহজন বৰ ব্যস্ত। তেওঁ আমি আহি পোৱাৰ সময়ত ঘৰত নথকাৰ কাৰণে বিনয়েৰে ক্ষমা বিচাৰিলে আৰু আমাৰ কিবা অসুবিধা হৈছিল নেকি সুধিলে।

ফুকন মানুহজন স্বাস্থ্যবান, কিন্তু তেওঁৰ পৰিবাৰক সিমান স্বাস্থ্যৱতী যেন নালাগিল।

দুপৰীয়া ভাত-পানী খুৱালে। আয়োজন দেখি আমি অবাক হ'লোঁ। গোটা ৰৌ মাছৰ কোৰ্মা, চিতলৰ কোলঠিৰ কোপ্তা, পাতিহাঁহৰ মাংসৰ আঞ্জা– আমিনো সেইবোৰ আগেত ক'ত কিমান খাইছোঁ? তাৰ উপৰি ভাতৰ পাছত ৰসগোল্লা, ক্ষীৰ, পুডিং আৰু পকা মালদহী আম।

ফুকনেও আমাৰ লগতে ভাত খালে। তেওঁ তোমাৰ খবৰ সুধিলে আৰু বিনয়েৰে নিজৰ অৱস্থাৰ কথা ক'লে।

তেওঁ মটৰ ভেইক্‌ল ইন্‌স্পেক্টৰ কাম কৰে। লৰী, মটৰ, প্ৰাইভেট গাড়ী আদি ৰাস্তাত চলিব পৰাৰ লাইচেঞ্চ দিয়ে।

ফুকনে ক'লে, "আজিকালি নতুন গাড়ী কিনিবলৈ পাৰ্বলেকে নাই, দামো বৰ বেছি। তাতে আমাৰ মানুহবোৰে পুৰণি গাড়ীকে বাটি-বুটি চলাই কোনো মতে ভাত

মুঠি খাই আছে, চৰকাৰী নিয়ম মানি সেইবোৰ পৰীক্ষা কৰি চাই পাছ কৰি দিবঁলৈ হ'লে দুই-চাৰিখন গাড়ীহে ৰাস্তাত চলিব পাৰিব। অলপ মৰম নকৰিলে নচলে। পাছ কৰি দিওঁ আৰু কি কৰিব? আমাকো অলপ দিয়ে। ভগা বাছবোৰ পাছ কৰি দিলে এহাজাৰ দিয়ে। টেক্সিবোৰেও চাৰিশ-পাঁচশ, ডিজেল গাড়ীবোৰেও অৱশ্যে অলপ বেছি দিয়ে। গাড়ী যিমানে পুৰণি আৰু বেয়া হয়, সিমানে আমাক পইচা সৰহ দিয়ে, পাছ কৰাই দিয়াৰ কাৰণে। দৰমহানো কিমান পাওঁ? বাছ-মটৰৰ মালিকবিলাকৰ পৰা মাহেকত যি আঠ-দহ হাজাৰ টকা পাওঁ, তাৰেই কোনো মতে চলিছোঁ।"

লগতে তেওঁ ক'লে যে তেওঁৰ ছোৱালীজনীৰ লগত আ-অলঙ্কাৰ, কাপোৰ-কাণিৰ উপৰিও এখন গাড়ী দিব। আমেৰিকান গাড়ী। অসমত ২৭ খন লাইন বাছ চলা এজন পাঞ্জাবী ব্যৱসায়ীয়ে আনি দিম বুলিছে। এম্বাছীৰ পৰা বুদ্ধি কৰি কিনিবৰ ব্যৱস্থা কৰিছে। দাম সত্তৰ হাজাৰ, বৰ বেছি নহয় যদিও ভাৰতত তেনেকুৱা গাড়ী পোৱা নাযায়। এয়াৰ কণ্ডিচন আৰু কিবা-কিবি।

ছোৱালীজনী দেখাই-মেলাই সিমান বেয়া নহয়। ছিলঙত থাকি পঢ়িছে। কেইদিনমানৰ কাৰণে ঘৰলৈ আহিছে। যাবঁগে, ইয়াৰ গৰম অসহ্য। এয়াৰ কুলাৰেৰে ঘৰটোৰ নৰখা হ'লে তাই এদিনো থাকিব নোৱাৰিলেহেঁতেন। ...

আমাক অন্য এখন গাড়ীয়ে ঘৰত থৈ গ'লহি।

ফুকন বিনয়ী মানুহ। চাকৰিটো অলপ সুবিধাজনক নোহোৱা হ'লে তেওঁৰ অসুবিধাই হ'লহেঁতেন। পাছত ভূ'লৈ জানিলোঁ যে তেওঁ নিয়ম-নিষ্ঠাত বৰ গোড়া মানুহ। সৰহঁকে টকা নিদিলে তেওঁ বেয়া আৰু অচল গাড়ীবোৰক কেতিয়াও পাছ কৰি নিদিয়ে। আৰু নতুন মটৰ গাড়ী কোনোবাই কিনিব খুজিলেও দৰ্খাস্তৰ লগত এহাজাৰ টকাৰ ন'ট গাঁথি দিয়াটো তেওঁ নিয়ম কৰি দিছে। মানুহজন অমায়িক আৰু বিনয়ী নোহোৱা হ'লে তেওঁৰ বাহিৰা আৰ্জন যে মাহেকত কুৰি হাজাৰ টকাৰ কম নহয়, সেই কথা নজনাই নাথাকিলহেঁতেন।

অ' আমাৰ মুগী গাইজনীয়ে আৰু এটা চেঁউৰী পোৱালি দিছে। আজি দুমাহমান ঘৰৰ গাখীৰ নাছিল। এতিয়া তেও চাহ-পানীৰ ৰং দিবঁলৈকে গাখীৰ টোপা হৈছে।

আশা কৰো তুমি কুশলে আছা।

* * *

কল্যাণীয় নবীন,

সিদিনা আমাৰ গাঁৱৰ সঁজাতী দল এটাৰ লগত চহৰলৈ গৈছিলোঁ, ডেপুটি কমিছনাৰক লগ ধৰিবৰ কাৰণে। গাওঁখনত সৰহভাগ মানুহৰে খাবলৈ ভাত নাই। গাঁৱৰ মাজত সস্তীয়া চাউলৰ চৰকাৰী দোকান এখন দিয়াবৰ কাৰণে। ডেপুটি কমিছনাৰে চাপ্লাই ছুপাৰিণ্টেণ্ডেণ্টক লগ ধৰিবঁলৈ ক'লে। চুপাৰিণ্টেণ্ডেণ্টজন ভাল মানুহ। হাঁহি হাঁহি ক'লে, "টকা কিমান আনিছে?"

বুজি নাপাই তেওঁৰ মুখলৈ চালোঁ। তেওঁ ক'লে, "বুজাই নাই নেকি? যেই কোনো চৰকাৰী দোকানৰ পাৰ্মিট দিলে মাৰোৱাৰী, বিহাৰী, বঙালী আদি ব্যৱসায়ীয়ে কমেও তিনি-চাৰি হাজাৰ আমাক দিয়ে। আপোনালোক অসমীয়া মানুহ– আপোনালোকেনো কি চৰকাৰী দোকান চলাব? বাৰু দিয়ক এহেজাৰকে। এহাজাৰৰ কমে পাৰ্মিট মই কাকো দিয়া নাই।"

অফিচতে কেৰাণী, চাপ্ৰাচী আৰু অন্যান্য মানুহৰ আগতে তেওঁ কথাবোৰ কৈছিল। তাত থকা সকলোৱে তেওঁৰ লগতে হাঁহিছিল। মোৰ নিজকে বৰ মূৰ্খ যেন লাগিছিল। আমি একো ক'ব পৰা নাছিলোঁ। তেওঁ চিগাৰেটটোত টানকৈ হোপা মাৰি টানকৈয়ে ক'লে, "টকা নিদিলে দোকান নাপায়।"

আমি তাৰ পৰা ওলাই আহিলোঁ। চাপ্ৰাই অফিচৰ মুখতে আমাৰ এম. এল. এ. দুৰৰাক লগ পালোঁ। আগতকৈ বহুত শকত হৈছে। মই প্ৰথমতে চিনিবই নোৱাৰিছিলোঁ। তেওঁক লগ পাই মই ভাল পালোঁ। তেওঁৰ ঘৰলৈ যোৱাৰ কথাই আছিল। কাৰণ [illegible]ৰ নিজৰ ল'ৰা-ছোৱালীহালে পঢ়ি আছে। ভাগিনীয়েকজনীক তোমালৈ দিয়াৰ [illegible]য় মৌলে চিঠি লিখিছিল। দুৰৰা আমাতকৈ বয়সত সৰু। পঢ়াশুনাও সৰহ কৰিব নোৱাৰিলে, দেশৰ কাম কৰা মানুহ। তেওঁ সমাজসেৱী। যাচি দিয়াতো মন্ত্ৰীপদ লোৱা নাই। তেওঁৰ বহুত কাম– ষাঠিটা হাইস্কুলৰ মেনেজি কমিটীৰ সভাপতি, দুটামান কলেজৰ গভৰ্ণিং বডিৰো সভাপতি, মাৰ্কেটিং চছাইটিৰ বৰ্ড অৱ ডিৰেক্টৰছৰ চেয়াৰমেন, ৰ'ড ব'ৰ্ডৰ সভাপতি কোনো এখন ইণ্ডাষ্ট্ৰিয়েল ইষ্টেটৰ অনাৰেৰি এড্‌ভাইজাৰ, পলিটিকেল চাফাৰাৰ্চৰ কমিটীৰ ডিষ্ট্ৰিক্ট প্ৰেচিডেণ্ট, খাদী ব'ৰ্ডৰ বিক্ৰয় বিভাগৰ উপদেষ্টা, চিমেণ্ট আৰু টিনপাত বিতৰণ কমিটিৰ সভাপতি, ভাৰত সেৱক সমাজ অসম সেৱা সঙ্ঘৰ সভাপতি, অসম মটৰ মালিক এছোচিয়েচনৰ সভাপতি, পূৰ্বাঞ্চল মিল মালিক সন্থাৰ অবৈতনিক চেয়াৰমেন, শিপিনী সমবায় সঙ্ঘৰ উপদেষ্টা, আই. এন. টি. ইউ. চি.ৰ কোনোবা এটা শাখাৰ সভাপতি, তিনিখন কনজিউমাৰচ্‌ ক'অপাৰেটিভৰ এড্‌ভাইজাৰ, এষ্টিমেটচ কমিটী, ৰাজ্য প্লেনিং কমিচন, ৰিফিউজী ৰিহেবিলিটেচন কমিটী আদিৰ সদস্য, বিশ্ববিদ্যালয়ৰ কৰ্টৰ সভ্য আৰু অসম হেভি ইণ্ডাষ্ট্ৰিজ এছোচিয়েচনৰ ৰিজিঅ'নেল এড্‌ভাইজাৰ।

ইয়াৰ উপৰি ৰাইজৰ কাম আছেই। বানপানী, ধুমুহাত ৰিলিফ দিয়াকে প্ৰমুখ্য কৰি অজস্ৰ কাম। ঘৰত শুবলৈকো সময় নাই। তেওঁ প্ৰায়েই কয়, 'আমাৰ দেশখন নতুনকৈ গঢ়িব লাগিব। এখন গণতান্ত্ৰিক সমাজবাদী দেশ এনেয়ে গঢ়িব নোৱাৰি। আমাক ভাল কৰ্মী লাগে। আমাৰ কৰ্মীৰ অভাৱ। আমি সমাজবাদ গঢ়িম, কিন্তু একনায়কত্ববাদ বা ৰেজিমেণ্টেচন যাতে গঢ়ি নুঠে তাৰ প্ৰতি দৃষ্টি ৰাখিব লাগিব। সেই কাৰণেই বহুত কাম নিজেই কৰিবলগীয়া হৈছে। সমাজবাদ এজনৰ কাম নহয়। দেশ গঢ়াৰ আৰু দেশ পৰিচালনাৰ দায়িত্ব সকলোৱে সমানে ভগাই ল'ব লাগিব।"

এৰা, দুৰৰাক হঠাতে লগ পাই ভাল পালোঁ। তেৰোঁ মোক দেখিয়ে চিনি পালে, আৰু কোন ফালে আহিছিলোঁ সুধিলে। আমি ক'লো। তেওঁ দুখ কৰিলে নানা ব্যস্ততাৰ কাৰণে ইলেক্চনৰ পাছত তেওঁ এবাৰো গাঁৱৰ ফালে যাবই পৰা নাই।

সন্তীয়া চাউলৰ দোকান এখন আমাৰ গাঁৱত দিয়া সম্পৰ্কত তেওঁ নিৰ্ভৰ দি ক'লে যে এই বিষয়ে তেওঁ চাপ্লাই মিনিষ্টাৰক ক'ব। দুই-এদিনতে তেওঁ ছিলঙলৈ যাব লগা আছে। তেওঁৰ ল'ৰাটোক যোৱা বছৰেই জাৰ্মেনীলৈ পঠিয়ালে, এই বছৰ ছোৱালীজনীক ইউ. এছ. এ. লৈ পঠাব লাগে। সকলো ঠিক হৈ আছে। ছোৱালীজনীয়ে চিনিয়ৰ কেম্ব্ৰিজ পাছ কৰিলে। ফৰেইন এক্সচেঞ্জৰ কাৰণেহে সামান্য অসুবিধা হৈছে। এইবাৰ দৰকাৰ হ'লে দিল্লীলৈ গৈ তেওঁ সকলো ঠিক কৰি আহিবগৈ।

সঁচাকৈয়ে মানুহজনে বৰ খাটিছে। বৰ ব্যস্ত।

মোক একাষৰীয়াকৈ মাতি নি ফুচফুচাই ক'লে, "মোৰ চিঠিখনৰ উত্তৰ নিদিলে দেখোন?" মই ক'লো, "নবীনক কথাটো সোধাই নাই।"

তেওঁ ক'লে, "নবীনকনো কেলেই সুবিধ লাগিছে? নবীন ভাল ল'ৰা,আপোনাৰ কথা কেতিয়াও নেপেলায় আপোনাৰ ভাগিনীয়েকলৈ ছোৱালী পাব, – কিয় নাপাব? কিন্তু মোৰ ভাগিনজনীৰ নিচিনা ছোৱালী নাপায়, মই ক'লো। আৰু মোক ধৰি আছে, মিনিষ্টাৰ হ'ব লাগে। কিন্তু মই বাহিৰে বাহিৰে ৰাইজৰ কাম কৰি ফুৰোঁতেই যায়, মিনিষ্টাৰ হৈ ছিলঙত বহি থাকিবলৈ সময় ক'ত? অৱশ্যে অহা নিৰ্বাচনৰ পাছত কিজানি নেৰিব। মিনিষ্টাৰ হ'বই লাগিব। মই মিনিষ্টাৰ হ'লে নবীনৰ নিচিনা ল'ৰা এটা বোম্বাইত পৰি থাকিব নালাগে। তাক ঘৰৰ ল'ৰা মই ঘৰলৈ লৈ আহিম। আপোনালোকে বিয়াখন সোনকালে পাতি পেলোৱাৰ দিহা কৰক।"

আমাৰ গাঁৱত সন্তীয়া চৰকাৰী চাউলৰ দোকান এখন দিছে। পিছে অসমীয়া মানুহক নিদিলে। কৰম সিঙক দিলে। সি ভাল দেচুৱালী দোকানী।

দুৰৰাৰ ভাগিনীয়েকজনীক আমি নাই দেখা। চাবলৈ যাম জানো?

আশা কৰোঁ কুশলে আছা।

* * *

মৰমৰ নবীন,

স্নেহাশীৰ্বাদ ল'বা। তুমি পঠোৱা টকা আৰু চিঠি পাবৰ কেইবাদিনো হ'ল। অৰুণমানিজনীৰ গা অসুখ আছিল। আইসকলে দেখা দিছিল, বৰ আমনি কৰিলে কেইদিনমান, এতিয়া ভাললৈ আহিছে। বাকী আমিবিলাক একপ্ৰকাৰ আছোঁ। ভিনদেৰেৰো ভালেই আছে।

দেউতাৰ পৰা চিঠি পাই আছা কিজানি। মই ভালেমান দিন ঘৰৰ ফালে যাব পৰা নাই। ঘৰখন এৰিনো কেনেকৈ যাওঁ? মাজতে এদিন ভিনদেৰেৰ আমাৰ ঘৰলৈ গৈছিল। পেহীদেউহঁত ভালে আছে।

পিছে দেউতা, মা আৰু পেহীদেউ তোমাৰ বিয়াৰ কথালৈ চিন্তিত হৈ পৰিছে। তোমালৈ ছোৱালী দিম বুলি যিবোৰ মানুহে চিঠি-পত্ৰ দিছে সেইবোৰ মানুহৰ ঘৰলৈ ছোৱালী চাবলৈ দেউতাহঁত নোযোৱাকৈ থকা নাই। কিন্তু দেউতা কেনেকুৱা মানুহ জানাই। হয়তো ছোৱালী অপছন্দ নহ'লহেঁতেন, কিন্তু ছোৱালীৰ মাক-বাপেক, বা অভিভাৱকবোৰে দেউতাক হতাশ কৰিছে। আটাইবোৰ ধনী মানুহেই, কিন্তু আটাইবোৰ চোৰ, ঠগ, ৰাইজক আৰু দেশখনক ফাকি দি অন্যায়ভাৱে ধনী হোৱা মানুহ। সেইবোৰ মানুহৰ লগত দেউতাই কেতিয়াও মিতিৰ নাপাতে। ভিনদেৱেৰে বুজাইছিল যে আমি ছোৱালীহে আনিম, বাপেক-মাকৰ টকা-পইচাৰ লগত আমাৰ কি সম্পৰ্ক? দেউতাই কিন্তু নামানে। দেউতাই কয় পাপী-প্ৰৱঞ্চকৰ সন্তান ভাল হ'ব কেনেকৈ? সিহঁতৰ তেজত যে পাপৰ বিহ সোমাই আছে। দেউতাক বুজোৱা টান। আজিকালিনো ঘোচ নোখোৱা, ফাকি নিদিয়া, চোৰাং বেপাৰ নকৰা মানুহ কোন আছে? দেউতাই কিন্তু নামানে।

আমাকো তোমাৰ কাৰণে ছোৱালী চাবলৈ কয়। আমিনো বাৰু দেউতাই বিচৰাৰ নিচিনা নিৰহ-নিপানী ভাল মানুহ ক'ত পাম? আৰু যিবোৰ ছোৱালী দিয়াৰ মনেৰে আমাৰ লগত কথা-বতৰা হয়নি, সেইবোৰৰ সৰহভাগেই বেয়া ধনৰ গৰাকী।

অলপতে মহিলা সমিতিৰ এখন ডাঙৰ সভা হৈছিল। আমি গৈছিলোঁ। পুৰন্দৰ কাকতিৰ পৰিবাৰ বিজয়া কাকতী আহিছিল সভানেত্ৰী হৈ। বিজয়াৰ কথা কিজানি তোমাৰ মনত থাকিব পায়। আজি আঠ বছৰমানৰ আগতে যে ঘৰৰ পৰা পলাই গৈ তেতিয়াৰ একজিকিউটিভ ইঞ্জিনীয়াৰ কাকতীৰ লগত বিয়া হৈছিল।

পুৰন্দৰ কাকতী আজিকালি চুপাৰিণ্টেণ্ডিং ইঞ্জিনীয়াৰ।

বিজয়াই মোক পাহৰা নাছিল। সভাৰ পাছত মই লগ ধৰিলোঁ। বহুত কথা-বতৰা পাতিলোঁ। ইটো-সিটো কথাৰ পাছত ক'লে, "পেহীয়েকৰ ল'ৰাটো ক'ত থাকে আজিকালি? বিলাতৰ পৰা আহিল নহয়? ডাঙৰ চাকৰি কৰে বুলি শুনিছোঁ। কিমান দৰমহা পায়?

মই ক'লো, "ভালকৈ ক'ব নোৱাৰোঁ। কামত সোমোৱাৰ বৰ বেছি দিন হোৱা নাই নহয়। মই জনাত এতিয়া ওঠৰ শকৈ পায়।

"অ' দৰমহা-পাতি ভালেই। হেৰি কৰাহে। মোৰ সৰু ননদজনী আছে। ভাল ছোৱালী। আমাৰ লগতে থাকে। আমাৰ আকৌ ল'ৰা-ছোৱালী নায়েই। তাইৰ বিয়া আমিয়ে পাতিব লাগিব। ভায়েৰলৈকে নি থোৱা ছোৱালীজনী। বেয়া হ'ব নেকি? আমাৰে ছোৱালী বুলি ধৰাচোন। আমাৰ কাকতীৰ প্ৰমোচন দিউ হৈ আছে, এডিচনেল চীফ ইঞ্জিনীয়াৰ হ'ব। আৰু তোমাৰ আগত লুকুৱাবলৈ কি আছে? এওঁ কাকতীয়ে টকা খায়— সকলোৱে জানে। নহ'লেনো কেনেকৈ চলিবহে আজিকালি? বস্তুৰ যিহে দাম হৈছে। কোৱা শুনিছোঁ বোলে এণ্টি কৰাপ্‌চন লগাইছে। কিটো কৰিবহে? এণ্টি কৰাপ্‌চনৰ মানুহবোৰে এওঁলোকতকৈ বেছিহে ঘোচ খায়। কুৰি বা পঁচিশ হাজাৰ টকা দিলেই ঠাণ্ডা হৈ যাব। আৰু আমাৰনো কিমান নগদ টকা আছে? খুব বেছি হয় যদি

আঠ বা দহ লাখ হ'ব। আজিকালি পাণ দোকানীৰো এক লাখ টকা থাকে। নহয়? ছোৱালীজনী বৰ ভাল জানিছা। কোনোবা কোনোবা আহিছে, পিছে বৰ দুখীয়াহে। ই এ. চি. চি. এ. চি. বোৰলৈনো কি দিবা? মাহেকত এহেজাৰ টকাও নাপায়। মই তোমাক কথা দিছোঁ— তোমালোকৰ নবীনলৈ নিয়া। মই কাকতীক ধৰি নগদ এক লাখ টকা যৌতুকত দিয়াম। কাকতীয়ে নিজে দিব লাগিছেনে কিবা? ডাঙৰ ঠিকাদাৰ এটাক ক'লেই হ'ল। মনে মনে থাকিলা দেখোন?"

সঁচাকৈয়ে নবীন, যিজনী বিজয়াই লাখৰ কমত কথাই নকয় তেওঁকনো মই আৰু কি ক'ম? মই ক'লোঁ, মই বাৰু দেউতাক জনাম আৰু নবীনলৈও লিখিম।

পিছে মই জানো, কাকতীৰ নিচিনা জঘন্য ঘোচখোৰ এটাৰ চোতালতো দেউতাই ভৰি নিদিয়ে। টকা দেখি ভোল যোৱা মানুহ দেউতা নহয়। দেউতাক নাই জনোৱা, তোমালৈকে লিখিলোঁ।

আশা কৰোঁ কুশলে আছা। তোমাৰ বাইদেৱেৰা—

বৰমাই।

পুঃ আমি ভালেই চলি আছোঁ। তুমি আমালৈ টকা নপঠালেও আমি বেয়া নাপাওঁ। ঈশ্বৰে যেন তোমাক কুশলে ৰাকখ।

— বাইদেউ

* * *

এদিন মোমাইদেৱে মোক তেওঁলোকৰ ঘৰলৈ মাতি পঠিয়ালে। মোমাইদেউলৈ মোৰ অলপ ভয় লাগে। গোটেই জীৱন ল'ৰা পঢ়ালে, এতিয়া আমি ডাঙৰ হ'লো যদিও আমাক সৰু ল'ৰা বুলিয়ে ধৰে আৰু শাসনৰ সুৰতে কথা কয়।

মোমাইদেৱে মতাত মোৰ অলপ ভয় খোৱাৰ কাৰণো আছিল। বৌটাইহঁতে মোৰ বিয়াৰ কথাও মাজে মাজে আলচ কৰে। কাৰণ বয়সত মই নবীনতকৈ ডাঙৰ আৰু মোৰো বিয়াৰ বয়স হৈছে। অৱশ্যে মোৰ আৰ্জন তেনেই কম, খেতি-বাতি কৰি কোনো মতে চলোঁ। মোৰ বিদ্যাও বেছি নাই। আমাৰ ঘৰৰ ওচৰৰে ষ্টেট ট্ৰেঞ্চপ'ৰ্ট অফিচটোত বুকিং ক্লাৰ্কৰ কাম কৰোঁ। কিন্তু দৰমহাৰে নাটে, গতিকে যিকণ আজৰি উলিয়াব পাৰোঁ সেই কণকে খেতি-বাতি কৰাত খটাওঁ!

বিয়া পতাৰ কথা ময়ো ভাবিছোঁ। কিন্তু সাহ কৰিব পৰা নাই। নিজেই চলিব নোৱাৰোঁ, পৰিয়াল কেনেকৈ পোহ-পাল দিম? ভয় হয় কিজানি মোমাইদেৱে মোৰ বিয়াৰ কথা উলিয়ায়।

মোমাইদেউৰ লগত ভাল-বেয়া কথা পাতিলোঁ। তেওঁক আগতকৈ কিছু শান্ত যেন লাগিল, যেন অলপ হতাশো হৈছে। বয়সো হৈছে নহয়, যথেষ্ট।

অন্যান্য কথাৰ পাছত মোমাইদেৱে সুধিলে, "বাহিৰা পইচা কিমান পাৱ?"

মই উচ্প খাই উঠিলোঁ। একো নকৈ, মই মোমাইদেউৰ মুখলৈ চালোঁ।

বিতৃষ্ণা, অভিযোগ আৰু বিৰক্তি ভৰা মাতেৰে মোমাইদেৱে ক'লে, "বাহিৰা নাখালে কেনেকৈ জীয়াই থাকিবি? তহঁতে হ'বলা খাবলৈ সুবিধা নাপাৱ? এৰা, কোৱা শুনিছোঁ তহঁতৰ ওপৰৱালাবোৰেহে পায়। তহঁতেনো তাৰ ভাগ কেনেকৈ পাবি?"

মাহী আৰু মামীৰ লগত ঘৰুৱা কথা পাতিলোঁ। মামীয়ে ক'লে যে নবীনৰ কাৰণে ভাল মানুহৰ এজনী ভাল ছোৱালী বিচাৰি নোপোৱাতে মোমাইদেউৰ বেজাৰ। আজিকালি ধনী মানুহ ঢেৰ, কিন্তু ভাল মানুহ নোহোৱা হৈ আহিছে। আজিকালি সৎ মানুহ ধনী হ'ব নোৱাৰে, সৎ আৰ্জনেৰে আজিকালি মানুহে ভাত-কাপোৰকে যোগাৰ কৰিব নোৱাৰে। অসৎ উপায়ে ধন ঘটা মানুহবোৰেহে দুয়ো হাতে ধন গোটাইছে। পিছে মোমাইদেৱে সেইবোৰ মানুহৰ নামকে শুনিব নোৱাৰে।

মামীয়ে বহুত কথা ক'লে। অৱসৰ পোৱা পুলিচৰ চি. আই. ডি. এজনৰ পৰাও হেনো চিঠি আহিছে। তেওঁ হেনো তিনিজনী নে চাৰিজনী বিয়া কৰাইছিল। তিনিজনীমান ছোৱালী এতিয়াও দিবলগীয়া আছে। পিছে তেওঁ বোলে বৰ অত্যাচাৰী আছিল। বৃটিছৰ দিনত তেওঁৰ সমান অত্যাচাৰ কৰা পুলিচ অফিচাৰ অতি কম আছিল। এই বাবেই বছৰে বছৰে তেওঁৰ প্ৰমোচন হৈছিল। '৪২ চনত বিদ্ৰোহীক দমন কৰাত তেওঁৰ সমান নৃশংসভাৱে অন্য কোনোৱে পুলিচৰ লাঠি-বন্দুক ব্যৱহাৰ কৰা নাছিল। ৰিটায়াৰ কৰাৰ পাছত তেওঁ দেশ-প্ৰেমিক হ'ল। অহা নিৰ্বাচনত তেওঁ বিধানসভাৰ প্ৰাৰ্থী হ'ব। টকা-পইচাও অজস্ৰ কৰিলে। তেওঁৰে ছোৱালী এজনী নবীনলৈ যাচিছে।

মোমাইদেৱে ক'লে, "নবীনলৈ ভাল ছোৱালী এজনী পোৱা নাই। তহঁতে চাইংকচোন, মানুহ ঘৰ দুখীয়া হওক, ভাল হ'ব লাগে। কুকুৰবোৰৰ লগত কেনেকৈ মিতিৰ পাতিবি? এই চোৰবোৰে দেশখন ৰসাতলে নিয়াইছে। এনেকৈ চলি থাকিলে আমাৰ দেশখন আৰু সৰহ দিন নাথাকে। মই বিচাৰিছোঁ। আমাৰ এইফালে যদি ভাল ছোৱালী নাপাওঁ, নবীনক মই ইংলেণ্ড-চিংলণ্ডৰ ফালৰ ছোৱালী এজনীকে আনিবলৈ ক'ম। বিদেশী-বিধৰ্মী হ'ল কি হ'ল? সিহঁত মানুহ হৈ আছে, অমানুহ হোৱা নাই। আমাৰ ইয়াৰ মানুহবোৰৰ নিচিনা কুকুৰ হৈ যোৱা নাই। মানুহ হোৱাটোৱেই আচল ধৰ্ম। নবীনে যদি এঘৰ 'মানুহৰ' লগত মিতিৰ পাতিব পাৰে, মই বৰ সুখী হ'ম। লাগিলে সেই মানুহঘৰ মুছলমানেই হওক বা খ্ৰীষ্টানেই হওক।"

মই একো ক'ব নোৱাৰিলোঁ। মোমাইদেউৰ নিচিনা এজন নৈষ্ঠিক হিন্দু মানুহে কিমান দুখ আৰু বেজাৰত এই কথা কৈছে মই বুজিছিলোঁ। সমাজৰ অধঃপতনে তেওঁক অতিশয় আঘাত দিছিল।

মোক তেওঁ ক'লে, "তোৰ বিয়াখনো সোনকালে পাতিব লাগে। মাৰক কবি। ক'ৰবাত কোনোবাই ছোৱালী চাই-মেলি থৈছহঁক যদিও খোলাখুলিকৈ জনাবি। পাৰিলে জীয়াই থাকোঁতেই তহঁত হালৰ ঘৰ দুখন পাতি থৈ যাওঁ। সৰহ দিন বাচি থকাৰ অকণো ইচ্ছা নাই। মোৰ আজিকালি উশাহ ল'বলৈকে ভয় লাগে। পাপ-

অন্যায়েৰে দেশখন ভৰিল। যিমান সোনকালে এইখন পৃথিৱীৰ পৰা যাব পাৰোঁ সিমানে আত্মাটোৱে শান্তি পাব।”

অৱশ্যে মোৰ বিয়া লৈ নবীনৰ নিচিনা কোনো সমস্যাৰ উদ্ভৱ হোৱাৰ আশঙ্কা নাই। মই কোনো লেখৰ মানুহ নহওঁ। একেবাৰে সাধাৰণ মানুহ। বৌটি বুঢ়ী হৈছে, ছোৱালী এজনী বোৱাৰী কৰি আনিব লাগিব। ইয়াকে লৈ হৈ-চৈ কৰাৰ, ঢাক-ঢোল বজোৱাৰ কোনো দৰকাৰ নহয়।

আৰু মোৰ সৌভাগ্যই বুলিম যে এজনী ছোৱালীক বিয়া কৰাম বুলি মই একপ্ৰকাৰ ব্যৱস্থাই কৰি ৰাখিছোঁ। অৱশ্যে সেই ছোৱালীজনীৰ বাহিৰে কথাটো আন কোনোৱে নাজানে। আমাৰ কথা দিয়া দি হোৱা নাই, কিন্তু বুজা-বুজি আছে। মোৰ নিচিনাই সাধাৰণ ঘৰৰ সাধাৰণ ছোৱালী, নিজে আৰ্জন কৰি নিজে চলে আৰু পৰিয়াল পোহে। মোৰ কাৰণে তেনেকুৱা ছোৱালীয়েই উপযুক্ত হ'ব। এটা উচ্চ বুনিয়াদী স্কুলত শিক্ষয়িত্ৰী কৰে। ট্ৰেইনিং পাছ কৰিলে। অলপ বয়স হৈছে। কিন্তু মোৰো বয়স নোহোৱা নহয়।

মনে মনে থিৰ কৰিলোঁ যে নবীনৰ বিয়াৰ বন্দবস্তটো হৈ গ'লেই মোৰ কথাটোও মোমাইদেউহঁতক জনাম। আগে নবীনৰ হৈ যাওক। সি আজিকালি এটা বিখ্যাত মানুহ।

* * *

অলপতে নবীনৰ পৰা এখন চিঠি পাইছোঁ। সাধাৰণতে মোলৈ লিখা অন্য চিঠিতকৈ অলপ দীঘল চিঠিখন। কিন্তু চিঠিখনে মোক বিমোৰত পেলাইছে। কি কৰিম মই একো নিৰ্ণয় কৰিব পৰা নাই। নবীনে লিখিছে –

মৰমৰ চন্দন,

মোমাইদেউৰ শেহতীয়া চিঠিখন ইয়াৰ লগতে পঠালোঁ। পঢ়ি চাবি। মোৰ কাৰণে ছোৱালী বিচাৰি মোমাইদেৱে বৰ মনোকষ্ট পাইছে। মই আৰু মোলৈ অহা চিঠিবোৰ মোমাইদেউলৈ নপঠাম বুলি ভাবিছোঁ। মই আচৰিত হৈছোঁ যে এটা হাজাৰ টকীয়া বা দুহাজাৰ টকীয়া চাকৰি পোৱাতে হঠাৎ মোৰ দাম ইমান বাঢ়ি গ'ল কিয়? নিচিনা নজনায়ো মোক আপোন কৰি ল'বলৈ ইমান ব্যগ্ৰ হৈ উঠিছে কিয়? আমাৰ সমাজখন ইমান বেছি ধনমুখী কোনো কাহানিও নাছিল। মানুহৰ নিজ নিজ আৰ্থিক অৱস্থাৰ উন্নয়নৰ কাৰণে সৎ প্ৰচেষ্টা চলোৱাটো সুস্থ আৰু স্বাভাৱিক কথা। সেয়ে নহ'লে সমাজৰ উন্নতি নহয়। কিন্তু আজি আমাৰ সমাজৰ মন এটা অস্বাভাৱিক বিকৃত লক্ষ্যৰ ফালে ধাবিত হৈছে।

ইতিমধ্যে আৰু কেইবা ঠাইৰ পৰাও মই চিঠি পাইছোঁ। চাপ্লাই চুপাৰিণ্টেণ্ডেণ্ট, চেল-টেক্স, ইনকম-টেক্সৰ ডাঙৰ বিষয়া, ডাঙৰ ঠিকাদাৰ, ডাঙৰ ব্যৱসায়ী। সকলোৰে এটাই বক্তব্য তেওঁলোকে মোক ধনী কৰিবলৈ বিচাৰে। তেওঁলোকৰ ছোৱালী বিয়া কৰালে মই বহুত টকা পাম। আৰু মোৰ কোনো সমস্যাই নাথাকিব।

ইউৰোপ-আমেৰিকাক আমাৰ বহুতে মেটেৰিয়েলিষ্ট বুলি দোষাৰোপ কৰে। কিন্তু বৰ্তমান পৃথিৱীৰ ভিতৰতেই আমাৰ দেশখন এখন নিকৃষ্ট মেটেৰিয়েলিষ্ট দেশলৈ পৰিৱৰ্তিত হৈছে। পশ্চিমৰ দেশতো মানুহৰ ধন-লিপ্সা আছে। কিন্তু তাত অধিক ধন ঘটিবৰ কাৰণে সুস্থ সংস্কাৰ আৰু প্ৰতিযোগিতা আছে। আমাৰ দেশৰ নিচিনা অধম আৰু নীচ দুৰ্নীতি নাই। মোৰ কোনো বিশেষ ৰাজনৈতিক বা অৰ্থনৈতিক আদৰ্শৰ প্ৰতি আনুগত্য নাই। কিন্তু মই জানো যে ধনতন্ত্ৰই হওক বা সমাজতন্ত্ৰই হওক, যিটো ব্যৱস্থাত মানুহ অমানুহ হৈ নাযায়, মোমাইদেউৰ ভাষাত— মানুহ কুকুৰ হৈ নাযায়, সেইটো ব্যৱস্থাই মোৰ নমস্য। আজি আৰু ঘৰৰ মূধৰ পৰা চিঞৰি ক'বৰ দৰকাৰ নাই যে ভাৰতবৰ্ষত এক বিন্দু সমাজবাদো প্ৰতিষ্ঠা হোৱা নাই। ইয়াত সদ্যমুক্ত এখন উপনিবেশী দেশে ধনতন্ত্ৰৰ সকলো প্ৰতিক্ৰিয়াশীল আৰু সমাজবিৰোধী দুৰ্নীতি আয়ত্ত কৰাত আত্মনিয়োগ কৰিছে। বিদেশী শাসনৰ আমোলতো ভাৰতৰ এনে অধঃপতন হোৱা নাছিল। সৎ আৰু সুস্থ উপায়ে ধনী হোৱাটো পাপ নহয়, অন্যায় নহয়। কিন্তু আমাৰ দেশত দুৰ্নীতিপৰায়ণ, অসৎ লোকেই সৰ্বেসৰ্বা হৈছে, দেশ আৰু জাতিৰ ভাগ্য-নিয়ন্তা হৈছে।

মোমাইদেৱে লিখিছে যে তেওঁৰ মৰিবৰ ইচ্ছা হৈছে। পাপ নোহোৱা হ'লে তেওঁ আত্মহত্যা কৰিলেহেঁতেন। প্ৰকৃততে আমাৰ সমাজত সৎ আৰু ন্যায়পৰায়ণৰ অপমৃত্যুৰ পথ ৰচিত হৈছে। আমাৰ কোনো ভৱিষ্যৎ নাই যেন লাগিছে।

মই বিয়া নকৰালোঁৱেইহেঁতেন কিন্তু মোমাইদেউ, মামীদেউ আৰু মোৰ মাক মই অসন্তুষ্ট কৰিবলৈ নিবিচাৰোঁ। আৰু মই দুৰ্নীতিপৰায়ণ, ঘোচ-খোৰ, চোৰাং-বেপাৰী, ধনলিপ্সু চৰকাৰী বিষয়া আদিৰো বহুতীয়া হ'বলৈ নিবিচাৰোঁ। মোমাইদেউৰ নিচিনা মানুহ আমাৰ সমাজত একেবাৰে নাইকিয়া হোৱা নাই। সেয়ে আমাৰ আশাৰ ভিত্তি। নহ'লে যিখন দেশে শিশুৰ আহাৰ আৰু ৰোগীৰ ঔষধো ভেজাল কৰে, সেইখন দেশৰ ভৱিষ্যৎ আছে বুলি মহা মূৰ্খৰ বাহিৰে আনে বিশ্বাস কৰিব নোৱাৰে!

বাৰু, এইবোৰ কথা থাওক। মোৰ বিয়াৰ কথা। বহুত ভাবি-চিন্তি কথাটো তোলৈকে লিখিছোঁ। মোৰ মতিভ্ৰম হোৱা বুলি নাভাবিবি, আৰু মই কিবা আদৰ্শবাদী ভাবপ্ৰৱণতা কৰিবলৈও বিচৰা নাই। বহুত ভাবি-চিন্তিহে তোলৈ লিখিছোঁ। তোৰ মতামত জনাবি। জেঠাইদেউৰ লগতো পৰামৰ্শ কৰিবি। অন্য ছোৱালীৰ কথা বাদ দিছোঁ। দৰকাৰ নাই। বেয়া গছৰ ভাল গুটি নলগাটোৱেই স্বাভাৱিক।

তাহানি মই হাইস্কুলত আৰু পাছত কলেজত পঢ়োঁতে আমাৰ গাঁৱৰে কাঞ্চন নামৰ ছোৱালী এজনীয়ে আমাৰ স্কুলতে পঢ়িছিল। আমাতকৈ তলত পঢ়িছিল। তোৰ মনত আছেনে বাৰু? ছোৱালীজনীৰ চেহেৰা-পাতিৰ কথা এতিয়া মোৰ ভালকৈ মনত নাই। মিঠা বৰণীয়া আছিল ছোৱালীজনী। পঢ়া-শুনাত ভাল আছিল— নহয়?

কেইবা বছৰো ছোৱালীজনীক মই দেখা নাই। এতিয়া ক'ত আছে নাজানো। মেট্ৰিক পাছ কৰি কোনোবা স্কুলত কাম কৰিছে বুলি শুনিছিলোঁ। সঠিক একো ক'ব নোৱাৰোঁ।

তই এটা কাম কৰিবিনে? কাঞ্চন এতিয়া ক'ত আছে, কি কৰিছে খবৰ লৈ জনাবিনে? আৰু বিয়া হৈ গ'ল নেকি? যদি নাই হোৱা, আৰু মই যদি বিয়া কৰাব খোজোঁ মান্তি হ'বনে খবৰ কৰিবি।

মই চিন্তা কৰি চাইছোঁ। মোৰ দেহাৰ ভিতৰত আমাৰ গাঁৱৰ মাটি-পানীৰ গন্ধ আছে। মই বিলাতলৈ যাব পাৰোঁ, কিন্তু এতিয়াও মই গাঁৱলীয়া হৈয়ে আছোঁ। মই কাঞ্চনৰ নিচিনা এজনী গাঁৱলীয়া ছোৱালীৰ কাৰণেহে উপযুক্ত।

তইঁতে ভুল নুবুজিবি। ধনৰ জোখেৰে মানুহৰ মূল্য নিৰ্ধাৰণ কৰাত লাগি থকা সমাজখনত মনৰ কোনো দাম নাই। কিন্তু মই ধনৰ ওচৰত বেচা যাবলৈ প্ৰস্তুত নহওঁ।

কাঞ্চন যদি মান্তি হয়, মই মোমাইদেউলৈ লিখি সোনকালে বিয়াখন পতাই পেলাম। তই অলপ গাত লাগি ব্যৱস্থাটো কৰিবি।

অ' তোৰ বিয়াৰ কি ঠিক কৰিছ? মোতকৈ আগে তোৰহে বিয়া হ'ব লাগে। তই মোতকৈ ডাঙৰ। জেঠাইদেউহঁতে কিবা দিহা কৰিছে নিশ্চয়। লিখি জনাবি দেই।

মই ভালেই আছোঁ। আশা কৰোঁ তইঁতো কুশলে আছ।

তোৰ মৰমৰ

— নবীন

পুঃ — যদি ইতিমধ্যে কাঞ্চনৰ বিয়া হৈ গৈছে, তেন্তে এই চিঠিখনৰ কথাবোৰ অদৰকাৰী বুলি ধৰিবি। অন্য ছোৱালীৰ কথা থিৰাং কৰিবলৈ সময় লাগিব। বিয়া হ'ল যদি কাৰ লগত, কেতিয়া হ'ল জনাবি।

— নবীন

* * *

নবীনৰ চিঠিখনে মোক বিমোৰত পেলাইছে। সিয়ে অৱশেষত কাঞ্চনৰ কথা লিখিব মই ভবা নাছিলোঁ। কাঞ্চন এজনী সাধাৰণ শিক্ষয়িত্ৰী, এটা উচ্চ বুনিয়াদী স্কুলত মাষ্টৰণী কৰে। কাঞ্চনক মই বিয়া কৰাম বুলি ভাবিছিলোঁ। মই আৰু কাঞ্চন দুয়ো সাধাৰণ শ্ৰেণীৰ দুখীয়া মানুহ। অৱশ্যে কাঞ্চন ভাল ছোৱালী আৰু কাঞ্চনক বিয়া কৰোৱাৰ কথা বহু দিনৰ পৰা মই ভাবি আছোঁ বুলি কাঞ্চনেও জানে।

এতিয়া সেইজনী কাঞ্চনকে নবীনে বিয়া কৰাব খুজিছে!

মই বিমোৰত পৰিছোঁ। কিন্তু নবীনৰ নিচিনা এটা ল'ৰাক ৰাক্ষসৰ মুখৰ পৰা ৰক্ষা কৰিব লাগিলে মই অকণমান ত্যাগ কৰিবই লাগিব কিজানি। হয়তো কথাটো মোমাইদেউক জনাব লাগিব।

************

# ৰঙাগড়া

সিহঁত পাৰ হৈ যায়।

দলে দলে, চামে চামে সিহঁত পাৰ হৈ যায়। ৰঙাগড়াৰ ওপৰেদি এখোজ-দুখোজকৈ খোজ দি সিহঁত পাৰ হৈ যায়। নানা যাত্ৰী, বিচিত্ৰ উদ্দেশ্য, নানা প্ৰাণী। সকলো পাৰ হৈ যায় ৰঙাগড়াৰ ওপৰেদি। ৰঙা মাটিৰ ৰঙাগড়া।

ৰঙা মাটিৰ ৰঙাগড়া। দুয়োকাষে ওখ বিৰিঙানি। বিৰিঙানিৰ মাজে মাজে প্ৰতি বছৰে নতুন-কৈ হোৱা বাটটো। ভৰিৰ খোজত যি ফালেই বন মৰে, বিৰিণা মৰে, সেই ফালেই বাট ওলায়। কিন্তু বাটে বিচাৰি লয় ৰঙাগড়াৰ পথ। বাট সলনি হয়, কিন্তু ৰঙাগড়া সলনি নহয়। নতুন নতুন যাত্ৰীৰ খোজত হয়তো ৰঙাগড়াটো অলপ বহি যায়। হয়তো দুয়ো কাষৰ মাটি খহি অলপ বহল হয়, কিন্তু ৰঙাগড়া লৰচৰ নহয়।

বিৰিঙানিৰ সিপাৰে নৈখন। নৈৰ সিপাৰৰ পৰা মানুহ আহে, ৰঙাগড়াৰ ওপৰেদি পাৰ হৈ নিজ গন্তব্যলৈ যাত্ৰা কৰে। ৰঙাগড়া পাৰ হৈ নৈৰ ইপাৰৰ পৰা মানুহ পাৰ হৈ যায়। নৈৰ সিপাৰে বিৰিঙানিৰ মাজত সিহঁত নেদেখা হৈ পৰে। তাৰ পিছত হেৰাই যায়। হয়তো সি আৰু এই বাটেদি ঘূৰি নাহে। ৰঙাগড়াই চাই থাকে।

গৰা আৰু ঘাট। ৰঙাগড়া নৈৰ ঘাট। ৰঙা বোকাত পৰা অচিনা যাত্ৰীৰ ভৰি খোজবোৰ কালৰ ধূলিয়ে ঢাকি দিয়ে। যাত্ৰাৰ ইতিহাসত অদৃশ্য হৈ যোৱাৰ কৰুণ লেখা পৰে। যোৱাবোৰ গুচি যায়।

ৰঙাগড়া পৰি থাকে সাক্ষী।

শিশু যায়, ডেকা যায়, বুঢ়া যায়।

সৰু ল'ৰা-ছোৱালীবোৰ নাচি নাচি যায়। গাভৰুবোৰ হাঁহি-মাতি যায়, বুঢ়ীবোৰে খোপনি পুতি পুতি এখোজ এখোজকৈ যায়। গাভৰুহঁতৰ হাঁহিত ৰঙাগড়াৰ ৰঙা বোকাবোৰ আৰু ৰঙা হয়।

ল'ৰা-ছোৱালী যায়, ডেকা-গাভৰু যায়, বুঢ়া-বুঢ়ী যায়।

আঁতৰেদি নৈখন বৈ গৈ থাকে।

ৰঙাগড়া পাৰ হৈ আহি অলপ দূৰতে এটা মছজিদ। কোনোবা কালৰ পৰা আছে। ৰাতি নৌ পুৱাওঁতেই উঠি কোনোবা সাধকে তাত গৈ আজান দিয়ে, মহান বিশ্বপালকৰ উপাসনালৈ সুপ্ত পৃথিৱীক আহ্বান কৰে। ৰঙাগড়াত তাৰ প্ৰতিধ্বনি উঠে। ৰঙাগড়াই যেন বুজে সেই অনন্তৰ প্ৰাচীন আহ্বান।

আকৌ যেতিয়া ৰাতি গভীৰ হয়, জগত নীৰৱ হয়, তেতিয়া আকৌ সেই গাঁৱলীয়া সৰল সাধকৰ কণ্ঠ-ধ্বনিত নিস্তব্ধ জগতখন প্ৰশান্ত সুপ্তিৰ কোলাত নিৰ্বিঘ্নে শুই পৰিবৰ কাৰণে আগবাঢ়ে। জগতখনে বুজি পায় যে সকলো শুলেও, নোশোৱাকৈ থাকোতা এজন আছে। ৰঙাগড়ায়ো বুজি পায়।

আলিটোৰ বাওঁপাৰে মছজিদ, সোঁপাৰে এটা নামঘৰ। সিও পুৰণি। তাতো সেই পীঠস্থানৰ প্ৰাচীন সৌম্য শান্তি। তিনি সন্ধিয়া তাত দবা-কাঁহ বাজে। তাৰ শব্দত যে সংসাৰী মানুহবোৰেই জাগ্ৰত হয় এনে নহয়, আগোন পাহৰা প্ৰাচীন ভগবানো যেন চমকি উঠি পৃথিৱীৰ মানুহৰ সন্তানবোৰলৈ এবাৰ ঘূৰি চায়।

দবা-কাঁহৰ গভীৰ শব্দৰ প্ৰতিধ্বনি বাজি উঠে ৰঙাগড়াত। ভগবানৰ হৈ যেন ৰঙাগড়ায়েই মানুহৰ অনন্ত জিজ্ঞাসাৰ প্ৰত্যুত্তৰ দিয়ে, চিৰচেতনৰ সম্ভেদক প্ৰকট কৰি।

হয়তো ৰঙাগড়াইদি মানুহ আহিলেও ভগৱান নাহে, তথাপি মছজিদৰ পৰা, আৰু তাৰ কাষৰে নামঘৰৰ পৰা পৰমজনক বিচাৰি মানুহৰ কণ্ঠস্বৰ ৰঙাগড়াইদিয়ে আকাশৰ বুকুলৈ উৰি যায়।

মছজিদ পুৰণি হয়, আকৌ নতুনকৈ সাজে, নামঘৰ পুৰণি হয়, আকৌ নতুনকৈ সাজে। নামাজী পুৰণি হয়, দুৰ্বল হয়, ঘৰৰ পৰা মছজিদলৈ আহিবলৈ শক্তি নোহোৱা হয়, তাৰ পিছত মৰে। কিন্তু মছজিদ খালি নহয়, নতুন নামাজী আহে, নতুন নামাজীয়ে আগৰ দৰেই আজান দিয়ে, নামাজ পঢ়ে, নিজৰ আবেদন, অভিযোগ জনায়। নামঘৰৰ পূজাৰীও পুৰণি হয়, বুঢ়া হয়, দবা কোবাবলৈ হাতত শক্তি নোহোৱা হয়, মৰে। কিন্তু নামঘৰৰ দবা কোনো সন্ধিয়াতে নবজাকৈ নাথাকে। নতুন পূজাৰী আহে, ভগৱানক নিত্য নতুন আৱাহনিৰে মানুহৰ মাজলৈ টানি আনে।

কিন্তু ৰঙাগড়া পুৰণি নহয়।

নৈখন, মছজিদটো নামঘৰ আৰু ৰঙাগড়া।

নৈখনৰ অবিৰাম কলকলনি, মছজিদৰ অবিৰাম আজান ধ্বনি, নামঘৰৰ অবিৰাম দবাকাঁহৰ শব্দ চলি থাকে। নীৰৱ মাথোন ৰঙাগড়া।

মছজিদৰ কাষতে নামঘৰ, কোনো উৰুমি নাই, কোনো কোলাহল নাই। সাধকসকলে সৰল প্ৰাণৰ বিশ্বাস কৰে, নামঘৰ, ভগৱানক ৰ'দ-বৰষুণৰ পৰা ৰক্ষা কৰিবৰ কাৰণে নহয়। পূজাৰীয়ে ৰ'দ-বৰষুণৰ পৰা ৰক্ষা পাবৰ কাৰণেহে, মছজিদ আল্লাক ৰ'দ-বৰষুণৰ পৰা ৰক্ষা কৰিবৰ কাৰণে নহয়, নামাজীক ৰ'দ-বৰষুণৰ পৰা ৰক্ষা পৰিবৰ কাৰণেহে। গতিকে বিৰোধৰ সূত্ৰ ক'ত?

পূজাৰ গৰাকী অসীম অনন্তজনতো মছজিদ— নামঘৰ কাৰো ভিতৰত নাই।

মছজিদত 'চিৰিনি' হয়, গাঁৱৰ গৰীৱ মুছলমানে উলহমালহেৰে মছজিদত 'চিৰিনি' খাবলৈ যায়। নামঘৰৰ পৰা কোনোবা এজনে সোধে "আজি হ'বলা 'চিৰিনি' পাতিছাইক?" প্ৰশ্নটোৱে যেন কোনো উত্তৰ নিবিচাৰে, মাত্ৰ পৱিত্ৰ কামক সমৰ্থন জনায়।

নামঘৰত সবাহ হয়। গাঁৱৰ দুখীয়া হিন্দুসকলৰ কিযে আনন্দ, কিযে হৰ্ষ। মছজিদৰ পৰা নামাজ পঢ়ি ওলাই আহোঁতে এজনে সোধে, "বোলো ককাই, সবাহ পৰিল কেতিয়ালৈ?" কেতিয়ালৈ সবাহ জানিও এই প্ৰশ্ন সোধে। কাৰণ সোধাটো যে তেওঁৰ কৰ্তব্য। নুসুধি পাৰে কেনেকৈ?

ৰজা মৰে, নতুন ৰজা হয়, মন্ত্ৰী ভাগে, নতুন মন্ত্ৰী হয়। কিন্তু পৃথিৱীৰ সেই পৰিৱৰ্তনে ৰঙাগড়াৰ কোনো পৰিৱৰ্তন নানে। ইয়াৰ মছজিদৰ কোনো পৰিৱৰ্তন নানে, ইয়াৰ নামঘৰৰ নাম সলনি নহয়

মানুহবোৰ আহি থাকে, গৈ থাকে। এই অহা আৰু যোৱাৰ মাজেদিয়ে মানুহবোৰ পুৰণি হয়।

সিহঁতৰ শক্তিমান ভৰিখোজবোৰ খোজ কাঢ়োতে কাঢ়োতেই শিথিল হৈ আহে, জড়তাত পঙ্গু হৈ আহে।

হাঁহি-মাতি যায় গাঁৱৰ ডেকা-গাভৰু। তলৰ পৰা ৰঙাগড়াইদি সিহঁত ওপৰলৈ উঠি আহে। সিহঁতে পাতে নতুন জীৱনৰ কথা! সিহঁতে দেখে নতুন জীৱনৰ সপোন!

বুঢ়া-বুঢ়ী, টুকুৰ্ টুকুৰ্‌কৈ ৰঙাগড়াইদি নৈ পাৰ হ'বলৈ তললৈ নামি যায়। দুষাৰ-এষাৰ কথা পাতে। সিহঁতৰ এৰি-অহা জীৱনক লৈ, এৰি-অহা জীৱনৰ খেনবোৰৰ মচ নোযোৱা স্মৃতিবোৰক লৈ।

ৰঙাগড়াই কাণপাতি শুনি থাকে।

মছজিদৰ কাষেদি যাওঁতে ডেকা-গভাৰুৱে নীৰৱে এটা প্ৰণতি জনায়, মনে মনে কৈ যায়, "আমাৰ আশা যেন পূৰা কৰা।"

নামঘৰৰ ওচৰ পালেও মনে মনে তাকেই কয়, "আমাৰ আশা কি, তুমি জানা গোসাঁই, পূৰা কৰা যেন।"

নামঘৰৰ কাষেদি যাওঁতে বুঢ়া-বুঢ়ীয়ে কৈ যায় – "আমি যাবলৈ আহিছো, আকৌ বা এই বাটে যাবহি পাৰোনে নোৱাৰো। আমাৰ সকলো দোষ ক্ষমা কৰিব।"

মছজিদৰ ওচৰ পালেও তাকেই কৈ যায়, "যদি আৰু আমাৰ ঘূৰি অহা নহয়, আমাক মাফ কৰিবা। জীৱনত বহুত দোষ, অপৰাধ কৰিলোঁ।"

হয়তো প্ৰাৰ্থনাৰ ভাষা পৃথিৱীৰ সকলো দেৱতাই বুজি পায়। প্ৰাণৰ আবেদনৰ হয়তো কোনো লৌকিক ধৰ্ম নাই।

* * *

যুদ্ধ লাগিল।

ৰঙাগড়া হ'ল আমাৰ দেশৰ সৈন্য যোৱা পথ। বিৰিঙানি কাটি বাট মুকলি কৰিলে! নৈৰ ওপৰত দলং দিলে। ৰঙাগড়াৰ ওপৰেদি দিনে-নিশাই হাজাৰ সৈন্য, ঘোঁৰা, মটৰ পাৰ হৈ গ'ল। মছজিদ আৰু নামঘৰৰ কাষেদি দিনে-নিশাই হেজাৰ হেজাৰ পৃথিৱীৰ বিভিন্ন ধৰ্মৰ মানুহ পাৰ হৈ গ'ল। কোনোবা মুছলমান সৈনিকে ঘৰত এৰি অহা পৰিয়ালৰ মঙ্গল কামনা কৰি মছজিদত দুডাল মম, নতুবা চাৰি অনা পইচা দি গ'ল, কোনোবা হিন্দু সৈনিকে সুকলমে ঘূৰি আহি ঘৰ পোৱাৰ কামনা কৰি নামঘৰত হয়তো দুটি পইচা দলিয়াই দি থৈ গ'ল।

ৰঙাগড়াৰ অলপ দূৰতে ত্ৰাসময়া যুদ্ধ লাগিছে। হয়তো দেশ যায়, নতুবা থাকিব। যুদ্ধত হাৰিলে শত্ৰুপক্ষই দেশৰ মানুহক মানে কটা দিব।

ৰঙাগড়াৰ ওপৰেদি দিনে-নিশাই হেজাৰ হেজাৰ সৈনিক যুদ্ধক্ষেত্ৰলৈ আগবাঢ়ি যায়। ৰঙাগড়াৰ ৰঙা মাটিৰ ওপৰেদি একোটা তেজৰাঙলী সৈনিক ঘূৰি আহে, প্ৰাণটোক ৰক্ষা কৰিবৰ কাৰণে।

মছজিদ্দত আজান চলি থাকে। পুৱা-গধূলি – গধূলি-পুৱা! নামাজৰ সমবেত প্ৰাৰ্থনাকাৰীয়ে বিনীত মোনাজাত কৰে, "আল্লা দেশৰ দুৰ্দিন আহিছে, নিৰপৰাধী মানুহবোৰক তুমি ৰক্ষা কৰা।"

নামঘৰত নামকীৰ্তন হয়, দবাকাঁহ বাজে। ভক্তৰ সম্মিলিত প্ৰাৰ্থনা হয় – "প্ৰভো, মানুহৰ প্ৰাণ লৈ বৰ্বৰ খেলা চলিছে, তুমি বচোৱা প্ৰভো!"

ৰঙাগড়াই বুকু পাতি দিয়ে। তাৰ ওপৰেদি পাৰ হৈ যায় হেজাৰ হেজাৰ মৃত্যুভয় পঙ্গু সৈনিক। ওচৰতে যুদ্ধক্ষেত্ৰ!

যুদ্ধ– পিতা মৰে, সন্তান অনাথ হয়, স্ত্ৰী বিধবা হয়, বৃদ্ধ পিতামাতা নিৰৱলম্বন হয়।

যুদ্ধ– শক্তিৰ অপচয়, মানৱৰ বুকুত শুই থকা পশুত্বক, ভাত-কাপোৰ দি জাগ্ৰত কৰি তুলি তাৰ চৰম বিকাশৰ প্ৰদৰ্শনী পতা, বীভৎস।

আজান চলি থাকে।

দবা-শঙ্খ চলি থাকে।

দুখীয়া, গাঁৱলীয়াই জীৱিকাৰ অভাৱত আৰ্তনাদ কৰে। পশুৰূপ লোৱা মানুহবোৰৰ পৰা নিজক ৰক্ষা কৰি ফুৰে। ...

এদিন যুদ্ধ শেষ হ'ল।

হেজাৰ হেজাৰ সৈন্য ৰণথলী এৰি ঘৰমুৱা হ'ল। কিন্তু আহিছিল যিমান তাতকৈ বহুত কম ঘূৰি যায়। মৰা সৈনিকৰ হাড় মূৰেৰে ক'ৰবাত বিল পোত গ'ল।

ৰঙাগড়াই ৰঙা হৈ হাঁহে। একো নতুন কথা নহয়, ৰঙাগড়াৰ কাৰণে, ফিৰি অহা শ্ৰান্ত সৈনিকৰ দুৰ্বল ভৰিখোজত ৰঙাগড়াই কবৰস্থানৰ পৰা মোৰদা দফন কৰি ঘূৰি অহা শ্মশান যাত্ৰীৰ গাম্ভীৰ্য আৰু কৰুণতা অনুভৱ কৰে। যুদ্ধ জিকাৰ কোনো আনন্দ-চৈতন্য কোনো সৈনিকৰ গাত নাই। সকলো ক্লান্ত, শ্ৰান্ত, বিৰক্ত, যুদ্ধ শেষ হ'ল।

নামঘৰৰ পূজাৰীয়ে ভগৱানৰ ওচৰত কৃতজ্ঞতাৰে এটা সেৱা জনালে। "তুমিহে ৰক্ষা কৰিলা মধুসূদন।"

মছজিদৰ নামাজীয়ে দুই ৰাকাত নফল নামাজ-পঢ়ি চুক্‌ৰিয়া আদায় কৰে– "হে হাফিজে মৎলক, তুমি ৰক্ষা কৰিলা। আৰুনো আমাৰ কোন আছে!"

কেইদিনমানতে সকলো পুৰণি হৈ যায়। যুদ্ধক্ষেত্ৰৰ শিবিৰবোৰ জহি-খহি যায়। বাঘে আকৌ বাঘৰ চোং বিচাৰি লয়। শিয়ালে আকৌ শিয়ালৰ নিজ গাঁত বিচাৰি লয়। যুদ্ধ লগাৰ কথা সাধুকথা হৈ পৰে।

"আমাৰ গাওঁখন বৰ ৰক্ষা পৰিল নহয়নে পৰমা কাই।" মছজিদৰ পৰা নামাজ পঢ়ি ওলাই আহি নামঘৰৰ মুখতে পৰমাক পাই ফজিৰে সোধে।

"এৰা, ভগবানেহে আমাক ৰাখিলে। কমনো যুদ্ধখন হৈ গ'লনে?" দুয়ো ৰক্ষাকৰ্তাৰ ওচৰত কৃতজ্ঞতা জনায়।

নৈখন আগৰ দৰেই বৈ গৈ থাকে। দলংখনত গৰপ্ গৰপ্ সৈনিকৰ খোজ নপৰে। আগৰ দৰে বহুত দিনৰ আগৰ দৰে আকৌ ডেকা-গাভৰু আছে, বুঢ়া-বুঢ়ী আছে, কিন্তু নিৰালমে, উৎপাত কৰি নহয়।

বঙাগড়া আগৰ দৰেই নীৰৱ হৈ পৰি থাকে। সৈনিকৰ জোতাৰ দাগ পৰি পৰি মাথোন বঙা বোকাবোৰ অলপ ক'লা পৰিছে, আৰু একো পৰিবৰ্তন নাই। ...

দিন গুচি যায়। পাখিলগা দিনবোৰ ইটোৰ পিছত সিটো আহি গুচি যায়। আকাশৰ বুকুত মাত্ৰ বাৰৰ বেলাৰ এটা অস্পষ্ট ৰেখা এৰি যায়। ৰাতিৰ আন্ধাৰত সিও হেৰাই যায়।

এদিন ৰাতি। আশঙ্কা বা এটা অশুভ মুহূৰ্তত এটা গোপন বাতৰি চাৰিওফালে বিয়পি পৰিল— হিন্দু-মুছলমানৰ কাজিয়া।

হিন্দু-মুছলমানৰ কাজিয়া।

হিন্দু-মুছলমানৰ মাৰ-পিট।

হিন্দু-মুছলমানৰ কটা-কটি।

আমাৰ দেশৰে কোনোবা এটা কোণত।

কিয়? কোনোৱে ক'ব নোৱাৰে।

মছজিদৰ পৰা আহোঁতে ভয়ে ভয়ে হেমিদে সুধিলে, "হয়নে ভদ্ৰেশ্বৰ, ক'ৰবাত বোলে হিন্দু-মুছলমানৰ কাজিয়া লাগিছে?"

নামঘৰৰ পৰা ওলাই আহি বুঢ়াই মফিজক লগ পালে। "হয়নে মফিজ, ক'ৰবাত বোলে হিন্দুৱে মুছলমানে যুদ্ধ লাগিছে?" নৈৰ ঘাটত পানী আনিবলৈ যাওঁতে আবিফাই তগৰক সুধিলে, "হয়নে তগৰ ক'ৰবাত বোলে আকৌ ৰণ লাগিছে হিন্দুৱে মুছলমানে?"

"লাগি থক বোপাই, আমাৰ ইয়াত সেইবোৰ কথা নুলিয়াবি। সিখন ৰণেই পাইখাই গৈছে আৰু।"

কিন্তু বতাহ বিমানে বেছি হ'ল, জুই সিমানে বিয়পি পৰিল। বঙাগড়াৰ ওপৰেদি পাৰ হৈ যাওঁতে ইটোৱে সিটোক কয়, "বৰ বেয়া দিন আহিল। দেশৰ কিবা কুলক্ষণ। নহ'লে ঘৰতে ৰণ কৰি মৰিবলৈ মানুহবোৰক কিহে পাইছে।"

আন এটাই কয়, "অন্য ম'তে বি হয় হৈ থাকক। আমাৰ ইয়াত আমি একেঘৰ হৈ আছো। একে ঘাটৰ পানী খাইছো, একে ৰবণীৰ মাছ খাইছো, আমাৰ কিহৰ সেইবোৰ কথা! শুনিলেও পাপহে লাগে। বোলে ওলাৱে দেখিবা বাৰু, শত্ৰু নেভাবিবা তাক। কাৰ ভাগৰ কোনে কাঢ়ি খাইছে অ'?"

কিন্তু শব্দ বাঢ়ে, ৰাতিৰ ভিতৰতে সি বিয়পি পৰে। ডাঙৰ হয়। তাৰ লগত আহি লগ লাগে ভূ-ভাৰতৰ কল্পনা-বৰ্জিত গুজৱ, সজাকথা। সঁচা কথা তলপৰি সজাকথাই দেশ ছানি পেলায়, গাওঁ ছানি পেলায়।

হিন্দু-মুছলমানৰ ৰণ !

ক'ৰবাত লাগিছে, কিন্তু লাগিছে যে ঠিক। কিন্তু কিয়? ফেঁটী সাপৰ বিষৰ দৰে এই বিষ, এই ভাতৃবিদ্বেষৰ বিষ উজাই আহে। নগৰত সোমায়হি, গাঁৱত সোমায়হি, ঘৰত সোমায়হি। বিজতকৰা বণিকে তাত ৰহণ দিয়ে। মুছলমানে কয়, "হিন্দুৱে আমাৰ কাটি খায়, সিহঁতে আমাৰ ধৰ্মত হাত দিছে, সিহঁতক শেষ কৰিব লাগিব।" হিন্দুৱে কয়, "মুছলমানে আমাৰ ধৰ্ম নষ্ট কৰিছে। সিহঁতে আমাৰ ভাগৰ কাটি খাইছে, সিহঁতক নিৰ্মূল কৰিব লাগিব।"

বিবেক লুকাই পৰে, বুদ্ধি হেৰাই যায়। দেশহিতৈষী নেতাৰ বাণী, ভাই-বিদ্বেষৰ কোলাহল অতিক্ৰমি উৎক্ষিপ্ত জনতাৰ কাণত নপৰেহি।

"সিহঁতক বিশ্বাস নকৰিবা –"

"সিহঁতক কেতিয়াও বিশ্বাস নকৰিবা –"

মানুহৰ ওপৰত মানুহৰ বিশ্বাস হেৰাই যায়। মানৱতাতকৈ ডাঙৰ হৈ উঠে তথাকথিত ধৰ্ম। মানুহক ৰক্ষা কৰাতকৈ, মানুহে পালন কৰা ধৰ্ম হৈ পৰে মূল্যবান!

ধৰ্মৰ তুলনাত মানুহ হৈ পৰে ক্ষুদ্ৰ।

মাতলামি!

* * *

আন্ধাৰ ৰাতি, ভয়াবহ আন্ধাৰ ৰাতি। চাৰিওপিনে নিজঞ্জাল ৰাতি, সকলো শুইছে— নিশ্চিন্তে। দুৰ্ভাবনাৰ কাৰণ ইয়াত নাই। মানুহৰ সততাৰ ওপৰত এতিয়াও সিহঁতৰ বিশ্বাস আছে। আৰু বিশ্বাস আছে ৰক্ষা-কৰ্তাৰ চিৰ-জাগ্ৰত অনুগ্ৰহৰ ওপৰত। মানুহক ভেঁও মৰিবলৈ এৰি নিদিয়ে।

দুটা ডেকাই মনে মনে এই আন্ধাৰখনত নৈখন পাৰ হৈ আহে। সিহঁত এই গাঁৱৰ নহয়। অচিন কোনোবা গাঁৱৰ, সিহঁত আহি খণ্ডাগড়াত অলপ ৰয়।

"ৰ'ৰি, কোনোবা আহিছে হ'বলা।"

"নাই কোনো, ইমান ৰাতি কোন আহিব? ব'ল, –"

"সৌটো চাকি ক'ত জ্বলি আছে?"

"মছজিদতে হ'ব পায়।"

"কিজানি তাত কোনোবা আছে? –"

"কোনো নাই, এনেই চাকি সদায় জ্বলাই থয়, ব'ল। বেলি কৰি লাভ নাই।"

দুয়ো ধীৰে ধীৰে আগবাঢ়ে।

"সৌটো কাৰ ঘৰ?

"সেইটো হিন্দুৰ নামঘৰ।"

"মছজিদৰ ইমান ওচৰতে নে?"

"বহুত কালৰ পৰা আছে।"

ডেকাটো অলপ থতমত খাই ৰ'ল।

কি হ'ল?

"ইমান ওচৰা-উচৰি! মছজিদদত জুই দিলে যে তাৰ জুয়ে গৈ নামঘৰতো ধৰিবগৈ, জুইবনো কি?"

"সেইটো হ'লেতো ভালেই।"

"নামঘৰ জ্বলিলে পিছে।"

"একো কথা নাই। তেহে যদি লাগে। নহ'লে গতিহে যি লাগিলে হিন্দুবেই লবি আহিব মুছলমানৰ মছজিদৰ জুই নুমুবাবলৈ।"

নিৰন্ধ্ৰ অন্ধকাৰ। আকাশ ছানি ক'লা ডাৱৰৰ চামনি। একো নেদেখি, একো নমনি। লাহে লাহে এজাক ফেৰ-ফেৰীয়া বতাহ আৰম্ভ হৈছে। নৈৰ পাৰৰ বিৰিঙানিত খুন্দা খাই বতাহজাকে যেন কান্দোনৰ সুৰ জুৰিছে। ৰাতিটো জন্মাৰ।

হাতত সাৰে, ভৰিত সাৰে ডেকা দুটা আগবাঢ়িল মছজিদটোৰ ফালে।

"মছজিদ হয় চাগে এইটো!"

"হোৱা নোহোৱা, একে কথা।"

"তেনেহ'লে একে সময়তে দুয়োটাতে দিয়া হ'ক, তই সিটোলে যা।"

এটা ডেকা নামঘৰটোৰ কাষলৈ গ'ল।

পুৰণি খেৰৰ নামঘৰ, পুৰণি খেৰৰ মছজিদ। ৰ'দ-বৰষুণে, প্ৰাৰ্থনাৰ নিঃশ্বাসে শীতল কৰা স্তব্ধতা।

ঠিক একে সময়তে দুটা জুইশলা কাঠি জ্বলি উঠিল। নামঘৰৰ পানীপোতাত এটা আৰু মছজিদৰ পানীপোতাত এটা। দুখন কঁপা হাতে জ্বলা কাঠি দুটা সন্তৰ্পণে খেৰৰ চালৰ মাজত গুজি দিলে। ক্ৰমে জুই ডাঙৰ হৈ আহিল।

ডেকা দুটাই সেই ঠাই এৰি, অহা বাটে ঘূৰি দৌৰ আৰম্ভ কৰিলে। বগুাগড়াৰ বাহিৰে কোনোৱে নেদেখিলে।

পহুনুৰ বুঢ়াই সদায় ৰাতি উঠি বাহিৰলৈ যায়। বহু দিনৰ অভ্যাস। বুঢ়া বাহিৰলৈ ওলাই দেখে নামঘৰৰ চালত দপ্দপীয়া জুই। প্ৰথমতে বুঢ়াই চমক ল'লে জানোচা নামঘৰৰ কিবা দেৱৰ জুই। তাৰ পিছত আলিটোলৈ ওলাই চিএৰ ধৰিলে, "হেৰ জুই, নামঘৰত জুই, বমা বাপু ওলাই আহাঁ, হেৰ ভদ্ৰেশ্বৰ, ওলাই আহ, নামঘৰৰ জুই লাগিছে, হেৰ, আহ হঁক ঐ –"

চিএৰি চিএৰি, বুঢ়া গৈ নামঘৰ পালেগৈ আৰু চালৰ ওপৰত হাউলি থকা আঁহত জোপাইদি বগাই গৈ নামঘৰৰ চালত উঠি খেৰবোৰ টানি একবাই পেলাবলৈ ধৰিলে। মুহূৰ্ততে গাঁৱৰ ডেকা-বুঢ়া সকলো উঠি আহিল।

হঠাৎ বলোৱামে চিঞৰি উঠিল, “হেৰ' সৌৱা মছজিদতো জুই!!” কোৱাৰ লগে লগে সি মছজিদলৈ দৌৰ দিলে। তাৰ লগে লগে নামঘৰৰ ওচৰৰ পৰা ডেকা-বুঢ়া এদল লৰ দিলে মছজিদৰ জুই নুমুৱাবলৈ।

দলে দলে ডেকাই পানী কঢ়িয়াই ঢালিব ধৰিলে। নামঘৰৰ চালৰ ওপৰত পহনুৰ, নচিৰত, মফিজ, হৰেন আৰু কেইবাটাও ডেকা-বুঢ়া।

সকলোৰে জুইত জাঁপ দি পৰিছে। জুই নুমাব লাগে, মছজিদ ৰক্ষা কৰিব লাগে। নামঘৰ ৰক্ষা কৰিব লাগে।

গাঁৱৰ তিৰুতাবোৰে হাই– ঔ বিয়ো কৰিব ধৰিলে। “ৰক্ষা কৰা প্ৰভু , ৰক্ষা কৰা আল্লা। আমাৰ ঘৰকে পোৰা, তেও নামঘৰ নুপুৰিবা। তেও মছজিদ নুপুৰিবা – হে প্ৰভো, হে আল্লা।”

ৰাতিটো আৰু জয়াৰ হ'ল। বতাহ জাক আকৌ বেছি জোৰেৰে বৈ আছে। নৈৰ পাৰটোৱে কান্দি উঠিল।

“হেৰ' ভিতৰত জানোচা কিবা থাকিল –” কোনোবা এটাই কয়। ফজিৰত বুঢ়া নামঘৰৰ ভিতৰলৈ লৰমাৰি সোমাই যায় আৰু মণিকূটৰ সিংহাসনখনৰ পৰা থাপ মাৰি কীৰ্তন পুথিখন বুকুত সাবটি লৈ দৌৰি ওলাই আহে।

কীৰ্ত্তনখন ৰমাই বাপুৰ হাতত দি ফজিৰত বুঢ়া আকৌ নামঘৰৰ ভিতৰলৈ লৰ মাৰে। চাওঁ গোসাঁই ধৰাচোন, মই সিংহাসনখন আনোগৈ।”

সিপিনে মছজিদত প্ৰভাত গোসাঁইৰ মনত পৰিল– জানোচা কিবা থাকি আহিল!

তেওঁ ভিতৰলৈ সোমাই গ'ল আৰু আন্ধাৰে-মুন্ধাৰেই কোনোবাই ভিতৰ নোসোমোৱা মছজিদটোৰ ভিতৰৰ পৰা চাঙত তুলি থোৱা কোৰাণ শ্বৰীফ জিলদ বুকুত বান্ধি লৈ ওলাই আহিল।

“ধৰাচোন, কোৰাণখন। আৰু কিবা আছে যদি চাওঁ।” গোসাঁই আকৌ মছজিদৰ ভিতৰ সোমাল।

জুই কিন্তু নুমুৱা নাই। দপ্‌দপীয়া জুইৰ পোহৰত গোটেই গাওঁখন পোহৰ হৈ উঠিছে। ইপিনে বতাহজাকৰ সোঁ-সোঁৱনি। ঘৰৰ চালৰ ওপৰত মানুহ ৰ'ব নোৱাৰা হৈছে।

এনেতে এডোখৰ ক'লা মেঘ আগবাঢ়ি আহিল আৰু জৰজৰ কৰে পানী আকাশৰ পৰা খহি আহিবলৈ ধৰিলে। একেবাৰে কলহৰ কাণে ঢলা বৰষুণ।

ঘৰৰ চালৰ পৰা লাহে লাহে সকলো নামি আহিল, বৰষুণৰ খুন্দাত পাঁচ মিনিটতে জুই নুমাই পানী হৈ গ'ল। কিন্তু বৰষুণ এৰা নাই। য'ৰ মানুহ ত'তে থিয় দি ৰ'ল। ফজিৰহঁত সকলো থাকিল নামঘৰত গোসাঁইহঁত ... মছজিদত।

ক্ৰমে ৰাতি শেষ হৈ আহিল। পুব ফালে পোহৰ হৈ আহিল।

“হেৰ, কেনেকৈ জুই লাগিবলৈ পালে?”

এই প্ৰশ্ন অতপৰে কোনেও কৰা নাছিল।

সকলোৱে সুধিলে,– কেনেকৈ জুই লাগিল?

"কেছো নহয়, গাওঁখন পাপতে পোত গৈছে। বাছ-বিচাৰ নোহোৱা হ'ল। ঈশ্বৰে চিন দেখুৱাইছে"– ৰমা বাপুৱে অনুশোচনাৰ সুৰত ক'লে।

মোলোকা গাওঁবুঢ়াই ক'লে, "উঃ কি আল্লাৰ মহিমা! একে বাতিয়েনো নামঘৰ-মছজিদ দুয়োটা জ্বলিব পায়নে?"

মছজিদৰ খুঁটাটোত আঁউজি দেবেশ্বৰ বৰমেধি থিয় দি আছিল। তেওঁ মন্তব্য কৰিলে, "আমাৰ গাওঁখনৰনো হিন্দু বুলি, মুছলমান বুলি কিহৰ বিভিন্নতাটো আছে! আমি কৌটিকাল ভাই-ভাই হৈয়ে আছো, এইবোৰ কাৰোবাৰ পাপে কাৰোবাক চুইছেহি।"

বাতি পুৱাল– বাতিৰ আন্ধাৰ শেষ হ'ল। জুই শেষ হ'ল। ষড়যন্ত্ৰকাৰীৰ আক্ৰমণৰ উদ্দেশ্য ব্যৰ্থ হ'ল। কিন্তু লগে লগে মছজিদৰ এফাল শেষ হ'ল, নামঘৰৰো এফাল শেষ হ'ল।

গওঁৱা গোট খালে। থিৰাং হ'ল, ঠাই সলনি কৰি আজিয়ে মছজিদ আৰু নামঘৰ সাজিব লাগে। নামঘৰৰ কীৰ্ত্তন পুথি নি বেছি দিন মানুহৰ ঘৰত সুমাই থোৱা বেয়া। ...

নতুন মছজিদৰ কাম আৰম্ভ হ'ল।

নতুন নামঘৰৰ কাম আৰম্ভ হ'ল।

বুঢ়া সকলে ক'লে, ঠাই সলা, পিছে নামঘৰৰ পৰা মছজিদ আগতকৈ নাঁতৰাবি। আজি নামঘৰেহে মছজিদ বচালে। দূৰত হোৱা হ'লে তাতে জাহ গ'লহেঁতেন, কোনোৱে নেদেখিলেহেঁতেন।"

কাম আৰম্ভ হ'ল, নতুন নামঘৰ সজাৰ, নতুন মছজিদ সজাৰ। হিন্দু-মুছলমানৰ বুঢ়াসকলে লগ লাগি নতুন নামঘৰ, মছজিদৰ ভেটি চালে। ঠাই ঠিক কৰিলে।

বগাগড়া তাতে থিয় দি থাকিল। আগৰাতিৰ ঘৰ পোৰা ছাই পৰি বগাগড়াৰ বগা বোকাবোৰ অলপ ক'লা পৰিছে।

কিন্তু নতুন বৰষুণে সকলো ধুই নিব।

চামে চামে যাত্ৰী আহে আৰু যায়।

নতুন মছজিদত পুৰণি মুনাজাতৰ আকৃতি হয়।

নতুন নামঘৰত প্ৰাচীন প্ৰাৰ্থনাৰ কীৰ্ত্তন হয়!

দিন যায়।...

বগাগড়া আকৌ বগা হ'ব।

সৰল প্ৰাণৰ আনন্দ-বেদনাৰ বহুণ লৈ বগা-হোৱা বগাগড়া সনাতনৰ যাত্ৰাপথ। হয়তো জীৱনবো।

●●●

# চৈয়দ আব্দুল মালিকৰ

চৈয়দ আব্দুল মালিকৰ জন্ম হয় ১৯১৯ চনৰ ১৬ জানুৱাৰীত গোলাঘাট জিলাৰ নাহৰণি গাঁৱত। ৩৩ নং নাহৰণি প্ৰাথমিক বিদ্যালয়ত তেখেতে প্ৰাথমিক শিক্ষা গ্ৰহণ কৰে।

১৯৩৭ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা ফাৰ্চী বিষয়ত বাধ্যতামূলক আৰু ওপৰঞ্চি— দুয়োটা বিষয়তে 'লেটাৰ'সহ প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় আৰু সেই একে বছৰতে যোৰহাট কলেজত আই. এ. শ্ৰেণীত ভৰ্তি হয়।

১৯৩৯ চনত গুৱাহাটীৰ কটন কলেজত ইংৰাজীত অনাৰ্চ লৈ বি. এ. পঢ়ে।

যথাসময়ত বি. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত অসমীয়া বিষয়ৰ এম. এ. পঢ়ে আৰু ১৯৫১ চনত সুখ্যাতিৰে এম. এ. পাছ কৰে।

১৯৪২ চনত আবকাৰী দাৰোগা পদত যোগদানেৰে মালিক চাহাবৰ চাকৰি জীৱনৰ আৰম্ভণি হৈছিল। ১৯৪৩ চনত দ্বিতীয় মহাসমৰৰ বেলিকা সৈন্য বিভাগৰ চিভিলিয়ান চেন্সৰ পদত নিযুক্তি লাভ কৰে। ১৯৪৬ চনত যোৰহাট কলেজত পাৰ্চীয়ান ভাষাৰ প্ৰবক্তাৰ পদত যোগদান কৰে। ১৯৪৮ চনত ভেতিয়াৰ শ্বিলং-গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত প্ৰগ্ৰেম এচিষ্টেণ্টৰ পদ লাভ কৰে। ১৯৫০ চনত গোলাঘাটৰ ঢেকীয়াল হাইস্কুলৰ সহকাৰী শিক্ষক হিচাপে যোগদান কৰে। ১৯৫১ চনত কুৰুৱাগুৰি হাইস্কুলৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক হয়। সেই একেটা বৰ্ষতে যোৰহাট জগন্নাথ বৰুৱা কলেজত অসমীয়া বিভাগৰ প্ৰবক্তাৰ পদ লাভ কৰি উক্ত পদত যোগদান কৰেগৈ আৰু একেৰাহে ২৫ বছৰ কাৰ্যনিৰ্বাহ কৰাৰ অন্তত ১৯৭৬ চনত উক্ত বিভাগৰে অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰে। ১৯৭৬ চনতে তেখেতে ৰাজ্যসভাৰ সদস্য নিৰ্বাচিত হয়। ১৯৮৫ চনত অসম সংখ্যালঘু উন্নয়ন পৰিষদৰ সভাপতিৰ পদ লাভ কৰে।

ভালেকেইটি বঁটা আৰু সন্মানেৰে মালিক চাহাবৰ সাহিত্য তথা কৰ্ম-জীৱন সমুজ্জ্বল হৈ আছে। ১৯৭২ চনত 'অঘৰী আত্মাৰ কাহিনী' উপন্যাসখনিৰ বাবে তেখেতে লাভ কৰে সাহিত্য অকাডেমী বঁটা। ১৯৭৭ চনত অসম সাহিত্য সভাৰ অভয়াপুৰী অধিৱেশনৰ সভাপতিৰ পদ অলংকৃত কৰে। ১৯৮৪ চনত তেখেতে ভাৰত চৰকাৰৰ 'পদ্মশ্ৰী' উপাধিৰে সন্মানিত হয়। ১৯৯২ চনত লাভ কৰে 'পদ্মভূষণ' উপাধি। বহু দেশ ভ্ৰমণৰ বিষয়ে লিখা 'মাজত মাথোন হিমালয়' গ্ৰন্থৰ বাবে তেখেতে ১৯৬৫ চনত 'ছোভিয়েট দেশ নেহৰু বঁটা' লাভ কৰে। ১৯৯৪ চনত 'অসম উপত্যকা সাহিত্য পুৰস্কাৰ'-এ (উইলিয়ামছন মেগৰৰ) তেখেত সন্মানিত হয়। ১৯৮৮ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা 'ডক্টৰ অৱ লিটাৰেচাৰ' সন্মানৰ অধিকাৰী হয়। ১৯৮১ চনত পশ্চিমবঙ্গ চৰকাৰৰ তথ্য আৰু জনসংযোগ বিভাগৰ পৰা তেখেতক 'পূৰ্ব ভাৰত সংস্কৃতি-সংহতি' বঁটাৰে সন্মান যঁচা হয়। ১৯৯৫ চনত তেখেতে লাভ কৰে 'আজান ফকীৰ' বঁটা। ১৯৯২ আৰু ১৯৯৩ চনত ক্ৰমে 'হাৰ্মনি', বঁটা আৰু 'আসাম এক্সপ্ৰেছ' বঁটাৰেও তেখেত সন্মানিত হয়। শেহতীয়াকৈ ১৯৯৮ চনৰ ছেপ্টেম্বৰ মাহত মালিক চাহাবে সাহিত্য অকাডেমীৰ ফেলশ্বিপ লাভ কৰিছে।

# আমাৰ পৃষ্ঠপোষকসকল

(১) ডঃ জয়ন্ত মাধৱ, গুৱাহাটী
(২) চৈয়দ ইউচুফুৰ ৰহমান, গুৱাহাটী
(৩) শ্ৰীমৃণাল কুমাৰ চৌধুৰী, গুৱাহাটী
(৪) চৈয়দা নুৰজাহান, গুৱাহাটী
(৫) শ্ৰী আৰ. কে. হিম্মৎসিংকা, গুৱাহাটী
(৬) শ্ৰীমতী অহল্যা গগৈ, গুৱাহাটী
(৭) মঃ ৰফিক আহমেদ, গুৱাহাটী
(৮) মঃ হবিবুৰ ৰহমান বৰা, গুৱাহাটী
(৯) শ্ৰীধীৰেন বৰুৱা, দুলীয়াজান
(১০) শ্ৰীমতী পাৰৱীন আহমেদ, গুৱাহাটী
(১১) শ্ৰীঅজয় ভৰালী, গুৱাহাটী
(১২) শ্ৰীঅৰ্পণ ভৰালী, গুৱাহাটী
(১৩) আলহাজ্ব মনছুৰ আলী, গুৱাহাটী
(১৪) শ্ৰীমতী মালবিকা বৰা, গুৱাহাটী
(১৫) কুমাৰী কল্পনা তালুকদাৰ, গুৱাহাটী
(১৬) শ্ৰীমতী নানু দত্ত, গুৱাহাটী
(১৭) ডঃ প্ৰফুল্ল চন্দ্ৰ দাস, গুৱাহাটী
(১৮) মঃ মেহতাব হুছেইন, গুৱাহাটী
(১৯) শ্ৰীমতী মনোৰমতী বৰা, গুৱাহাটী
(২০) চৈয়দ হাবিবুৰ ৰহমান, গুৱাহাটী
(২১) মঃ আব্দুল মতিন চৌধুৰী, গুৱাহাটী
(২২) ডঃ শ্ৰীমতী উৎপলা গোস্বামী, যোৰহাট
(২৩) শ্ৰীডি. পি. বাগ্ৰোডিয়া, ডিব্ৰুগড়
(২৪) শ্ৰীভূমিধৰ কলিতা, কমলপুৰ
(২৫) শ্ৰীঅনিল ফুকন, গুৱাহাটী
(২৬) মঃ ৰজলুৰ ৰহমান, গুৱাহাটী
(২৭) ডঃ অমৰজ্যোতি চৌধুৰী, গুৱাহাটী
(২৮) শ্ৰীপ্ৰণৱ কুমাৰ চৌধুৰী, গুৱাহাটী
(২৯) ডাঃ স্বৰাজ ৰঞ্জন পাল, আকুপাংচাৰ স্পেচিয়েলিষ্ট, গুৱাহাটী
(৩০) ডাঃ সুস্মিতা ৰয়, গুৱাহাটী
(৩১) শ্ৰীপ্ৰণবিৰাম বৰুৱা, গুৱাহাটী
(৩২) শ্ৰীকমল হাজৰিকা, লণ্ডন
(৩৩) শ্ৰীপৰাগ বৰবৰুৱা, গুৱাহাটী
(৩৪) মঃ মিৰেল কুদ্দুচ, গুৱাহাটী
(৩৫) হাজী ইচফাক হুছেইন, গুৱাহাটী
(৩৬) শ্ৰীঅনুপম চৌধুৰী, গুৱাহাটী
(৩৭) শ্ৰীবসন্ত কুমাৰ বৰুৱা, গুৱাহাটী
(৩৮) ডঃ জি. এছ. বৰগোহাঁই, ডিব্ৰুগড়
(৩৯) ডঃ পবিত্ৰ বৰগোহাঁই, গুৱাহাটী
(৪০) শ্ৰীপাৰ্থপ্ৰতিম চৌধুৰী, গুৱাহাটী
(৪১) শ্ৰীনয়ন ভৰালী, গুৱাহাটী
(৪২) শ্ৰীমতী লাবণ্য বৰুৱা, যোৰহাট
(৪৩) ডাঃ শ্ৰীমতী জ্যোতি ভূঞা বৰা, দুলীয়াজান
(৪৪) মঃ চিদ্দিকুৰ ৰহমান হাজৰিকা, দুলীয়াজান
(৪৫) শ্ৰীমতী ৰৌশানা বেগম, গুৱাহাটী
(৪৬) শ্ৰীধীৰেন্দ্ৰ দেৱ অধিকাৰী, গুৱাহাটী
(৪৭) শ্ৰীমতী বীণা দেৱী অধিকাৰী, গুৱাহাটী
(৪৮) শ্ৰীপ্ৰশান্ত শৰ্মা, গুৱাহাটী
(৪৯) শ্ৰীএন. এইচ. মজুমদাৰ, শিলচৰ
(৫০) শ্ৰীমতী সঞ্চয়িতা গোস্বামী, গুৱাহাটী
(৫১) শ্ৰীমতী আৰতি দাস বৈৰাগী, গুৱাহাটী
(৫২) আব্দুছ ছত্তাৰ, গুৱাহাটী
(৫৩) চেনেহী বেগম, গুৱাহাটী
(৫৪) চৈয়দা মহুমা, যোৰহাট